বেণুধৰ শৰ্ম্মা ৰচনাৱলী
( প্ৰথম খণ্ড )

# মজিয়াৰপৰা মেজলৈ



মুখ্য সম্পাদক
শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

সংকলক আৰু সম্পাদক
শ্ৰীঅজিতকুমাৰ শৰ্মা

Benudhar Sharma Rachanawali Vol. I—Majtarpara Mejalai, an autobiography of Benudhar Sharma, published with the assistance from the Government of India vide Sanction No. F 7-116/83 —L G Cell Ministry of Education dated 20 3 85

প্ৰকাশক :
শ্ৰীঅজিতকুমাৰ শৰ্মা,
বেণুধৰ শৰ্মা স্মাৰক ন্যাস ৫,

অৱিহণা :
৬৫.০০ টকা

পৰিৱেশক :
অসম জ্যোতি
মুৰাগপুৰ, গুৱাহাটী ৭৮১০০৮

বেটুপাত :
মিতুল হাতীকাকতী (মা:নু

মুদ্ৰক :
অৰুণোদয় প্ৰেছ,
যোগেন বৰুৱা লেন, শিলপুখুৰী,
গুৱাহাটী-৭৮১০০৩

# প্ৰকাশকৰ নিবেদন

“মজিয়াৰপৰা মেজলৈ” শিতানত স্বৰ্গীয় দেউতা বেণুধৰ শৰ্মাই জীৱন-সোঁৱৰণ লিখিবলৈ লৈছিল তাক সম্পূৰ্ণ কৰিবলৈ নেপালে সোঁৱৰণৰ বিভিন্ন অধ্যায় “শান্তিদূত”, “জয়ন্তী”, “অসমীয়া”, “আৱাহন”, “নীলাচল”, “সঙ্গম” আদি আলোচনী আৰু বাতৰি-কাকতত প্ৰকাশ হৈছিল। সাপ্তাহিক “শান্তিদূত”ত প্ৰকাশিত অংশকে পৰিবৰ্দ্ধিত ৰূপত ‘কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত”ত সন্নিবিষ্ট কৰা হৈছিল। এনেদৰে প্ৰকাশ হোৱা প্ৰবন্ধ-পাতি আৰু হাতেলিখা অৱস্থাত পোৱা সমলত ১৯৩০/৩১ চনলৈকে সামৰা হৈছে। পিচৰ কাল ছোৱাৰ কথা লেখাৰ বাবে আঁচনি যুগুত কৰা হৈছিল যদিও সেই কাম সম্পূৰ্ণ নহ'লগৈ। ডায়েৰীৰ পাততো কিছু কিছু কথা পোৱা গৈছে। এতিয়া এই সকলোখিনি সংকলন কৰি “মজিয়াৰপৰা মেজলৈ”ক “বেণুধৰ শৰ্মা ৰচনাৱলী”ৰ প্ৰথম খণ্ডৰূপে প্ৰকাশ কৰা হ'ল।

এই ৰচনাৱলী প্ৰকাশৰ গুৰিতে কেইবাজনো সদাশয় ব্যক্তিৰ উৎসাহ-উদগনি আৰু সহায়-পৰামৰ্শ জড়িত আছে। ১৯৮৩ চনত স্বৰ্গীয় বেণুধৰ শৰ্মালৈ ভাৰতৰ ৰাষ্ট্ৰপতিয়ে মৰণোত্তৰ “পদ্মভূষণ” প্ৰদান কৰা ঠিক পাচতেই সেইসময়ৰ ভাৰত চৰকাৰৰ শিক্ষাবিভাগৰ অতিৰিক্ত সচিব তথা উপদেষ্টা আৰু ভাৰতীয় সংস্কৃতিৰ এগৰাকী প্ৰথিতযশা উপাসক ডঃ শ্ৰীমতী কপিলা বাৎসায়নে এই ৰচনাৱলী প্ৰকাশৰ প্ৰস্তাৱ কাৰ্যকৰী কৰিবৰ বাবে বিশেষ উদগনি দিয়ে। তেখেতৰ পাচত সেই বিভাগৰে যুটীয়া উপদেষ্টা ডঃ টি এন ধৰেও অতি আগ্ৰহেৰে কৰা চেষ্টাৰ ফলতেই এই ৰচনাৱলী প্ৰকাশৰ আংশিক খৰচ বহনৰ বাবে ভাৰত চৰকাৰৰ আৰ্থিক সাহায্য মঞ্জুৰ হয়। শিক্ষাবিভাগৰ আন এজন কৰ্মিষ্ঠ বিষয়া শ্ৰী টি এছ সুন্দৰৰাজনৰ অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি থকা সহানুভূতিয়ো এই ক্ষেত্ৰত সহায়ক হয়।

বৰ্তমানে “বেণুধৰ শৰ্মা ৰচনাৱলী”ৰ প্ৰথম চাৰিটা খণ্ড প্ৰকাশ কৰাৰ দিহা কৰা হৈছে। প্ৰথম খণ্ড “মজিয়াৰপৰা মেজলৈ”, দ্বিতীয়, “বুৰঞ্জীৰ সম্ভাৰ” (বুৰঞ্জীমূলক প্ৰবন্ধৰ সংকলন), তৃতীয়, “চন্দন চ'ৰা” (জীৱনীমূলক

প্ৰবন্ধৰ সংকলন), আৰু চতুৰ্থ, "টোকোৰা বাহৰ কুটা"। বাদ-বাকী অন্যান্য প্ৰকাশিত ৰচনা ওপৰৰ্ত্তি চাৰিটা খণ্ডত প্ৰকাশ পাব। সৰ্বমুঠ আঠখণ্ড। কেউটা খণ্ডৰ সাম্ৰাবন সম্পাদক ৰূপে শ্ৰদ্ধেয় শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মাৰ উৎসাহ-উদগনি নোপোৱা হ'লে ৰচনা সংকলনৰ কামত আমি আগবাঢ়িব নোৱাৰিলোঁহেঁতেন। তদুপৰি শ্ৰদ্ধেয় তীৰ্থনাথ শৰ্মা, ডাঃ সত্যেন্দ্ৰনাথ শৰ্মা, বন্ধুবৰ ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, ডঃ হীৰেণ গোহাঁই, অধ্যাপক নলিনী ধৰ ভট্টাচাৰ্য্য, ডাঃ মহেন্দ্ৰ বৰা, ডঃ নগেন শইকীয়া, শ্ৰীমহেশ্বৰ চুতীয়া, শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া আৰু অধ্যাপক উপেন্দ্ৰ বৰকটকীৰ সহায়-পৰামৰ্শৰ বাবে কেউজনলৈকে আন্তৰিক কৃতজ্ঞতা জনালো। বিশেষতঃ অধ্যাপক নলিনীধৰ ভট্টাচাৰ্য্য, ডাঃ হীৰেণ গোহাঁই, ডাঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আৰু ডঃ মহেন্দ্ৰ বৰাই পাইপতি একোটা খণ্ডৰ মূল্যবান ভূমিকা লিখি দি আমাক তাঙৰ উপকাৰ কৰিলে।

গ্ৰন্থখনৰ পাণ্ডুলিপি কপি কৰি দিয়াৰ বাবে শ্ৰীমান মহেন্দ্ৰ হাতৈ আৰু শ্ৰীমান উদ্ধৱ বৰ্মণৰ সহায় ললোঁ। অৰুণোদয় প্ৰেছৰ স্বত্বাধিকাৰ শ্ৰীজয়ন্ত শৰ্মা আৰু শ্ৰীঅংশুমান শৰ্মা আৰু প্ৰেছৰ কৰ্মীবৃন্দলৈ আৰু বেটুপাত শিল্পী শ্ৰীঅতুল হাতীকাকতীলৈ আন্তৰিক ধন্যবাদ জনালোঁ।

স্বৰ্গীয় বেণুধৰ শৰ্মাৰ ৰচনাৱলী ৰাইজৰ হাতত দিয়াৰ উপৰিও বৰ্তমান প্ৰকাশনৰ ঘাই উদ্দেশ্য হ'ল স্থায়ীভাৱে "বেণুধৰ শৰ্মা স্মৃতিনিধি" এটি প্ৰতিষ্ঠা কৰা। সমুদায় ৰচনাৱলীৰ ৰয়েলটিৰ ধন উক্ত স্মৃতি নিধিত আচুতীয়াকৈ জমা ৰাখি অসমীয়া ভাষা-সাহিত্য আৰু জাতীয় জীৱনৰ উন্নতিকল্পে কামত লগাই প্ৰয়াতজনৰ ইচ্ছা পূৰণ কৰা হ'ব।

—ইতি

শ্ৰীঅজিত কুমাৰ শৰ্মা

সংকলক, সম্পাদক আৰু প্ৰকাশক

# বেণুধৰৰ ৰচনাৰ গুৰি কথা

আধুনিক অসমীয়া গদ্য সাহিত্যৰ বুৰঞ্জীত বেণুধৰ শৰ্মাই এখন বিশেষ আসন অধিকাৰ কৰি আছে। তেওঁ প্ৰৱৰ্তন কৰা অসমীয়া গদ্যৰীতিক বেণুধৰী গদ্য বুলি নিঃসংশয়ে ক'ব পাৰি।

আধুনিক যুগৰ বা জোনাকী যুগৰ অসমীয়া সাহিত্যিক সকলৰ কাল অনুসৰি একেবাৰে ধৰা-বন্ধাকৈ নহ'লেও তিনি ভাগত ভাগ কৰিব পাৰি। প্ৰথম ভাগত বেজবৰুৱা, হেম গোসাঁইকে আৰম্ভ কৰি কমলাকান্তলৈকে। দ্বিতীয় ভাগত কালিৰাম মেধি, দুৰ্গেশ্বৰ শৰ্মা, ৰঘু চৌধাৰী, অম্বিকাগিৰী আৰু দুগৰাকীয়ান, তৃতীয় ভাগত পৰে ৰবছুইকঁগৰ অলপ আগে আগে ওপজা দুৰৰা, সূৰ্য্য ভূঞা, বাণী কাকতী, বেণু শৰ্মা, লক্ষ্মী ফুকন, কৃষ্ণ মন্দিকৈ, বত্ন বৰকাকতী, পদ্ম চলিহা, মিত্ৰদেৱ মহন্ত, মহাদেৱ শৰ্মা, দণ্ডী কলিতা, মহী বৰা, চিন্তা পাটগিৰী, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, পজীৰুদ্দিন আহমদ, তুলসী প্ৰসাদ দত্ত, প্ৰেমধৰ চলিহাকে আদি কৰি সাহিত্যিক সকল। এই তৃতীয় দলৰ সাহিত্যিকসকলৰ প্ৰায় প্ৰত্যেক জনৰে একোটা বিশেষ ক্ষেত্ৰত কৃত-কাৰ্য্যতাৰ কাৰণে অনুশীলন কৰা (Specialisation) দেখা যায়। প্ৰত্যেক দলতে অৱশ্যে অনেক সৰুকুৰীয়া সাহিত্যিকো আছে।

তৃতীয় ভাগত পৰা যতীন দুৰৰাই গুৰে জীৱন কাব্যে সাধনা কৰিলে। অধ্যাপক ভূঞা আৰু কাকতীয়ে ক্ৰমে বুৰঞ্জী আৰু সমালোচনা তথা ভাষা-তত্বৰ গৱেষণাত কৃতিত্ব লাভ কৰিলে। লক্ষ্মী ফুকনে সাংবাদিক জীৱন লৈ গল্পকে লেখিলে; কৃষ্ণ মন্দিকৈয়ে প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ গৱেষণাৰ-পৰা মাজে মাজে অলপ সময় আঁতৰি গৈ অসমীয়া ভাষাৰ ভালেখিনি সমালোচনাৰ প্ৰবন্ধ ৰচনা কৰিলে; ৰত্ন বৰকাকতীয়ে কবিতা আৰু সমা-লোচনাতে গোটেই সময় নিয়োগ কৰিলে; পদ্ম চলিহাই নাটক আৰু সঙ্গীতত ভালেখিনি অৰিহনা যোগালে; মিত্ৰদেৱ মহন্তইও পৌৰাণিক নাট আৰু ধেমেলীয়া নাটৰ ক্ষেত্ৰত অসমীয়া সাহিত্যৰ দাৰিদ্ৰ্য ভালেখিনি গুচালে; মহাদেৱ শৰ্মাই শিশু সাহিত্যৰ আৰম্ভণি কৰি দিলে: দণ্ডী কলিতাই ব্যঙ্গ আৰু হাস্য ৰসাত্মক কবিতাত বেজবৰুৱা আৰু চন্দ্ৰ বৰুৱাৰ ধাৰা জীয়াই ৰাখিলে, মহী বৰাই হাস্যৰসৰ গল্প লিখিলে; চিন্তাহৰণ পাটগিৰী সামাজিক উপন্যাসৰ লেখক; ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ কৃতিত্ব কেইবাখনিও পৌৰাণিক নাট আৰু ভালেখিনি কবিতাত; প্ৰেমধৰ চলিহাই অসমৰ দাঁতি-কাষৰীয়া ভাই-সকলৰ বিষয়ে পোন প্ৰথমে প্ৰবন্ধ লিখি বাট দেখুৱালে, পজিৰুদ্দিন আহম্মদে ঘাইকৈ বুৰঞ্জীমূলক নাট ৰচনা কৰি অসমীয়া ৰঙ্গমঞ্চৰ দাবী ভালেখিনি পূৰণ কৰিলে। লক্ষীধৰ—প্ৰসন্নলাল—জ্যোতিপ্ৰসাদ বিষ্ণু ৰাভা এই তৃতীয় দল আৰু আধুনিক সকলৰ মাজতে থিয় দিছে।

বেণুধৰ শৰ্মাৰ সমসাময়িক সকলৰ সৰহভাগেই চাকৰি বা ব্যৱসায় কিবা এটা কৰিছিল; শৰ্মাৰ একমাত্ৰ চাকৰি আছিল সাহিত্য-সেৱা। স্কুলত পঢ়া কালত শিৱসাগৰৰ ছাত্ৰসমাজৰপৰা ওলোৱা হাতেলিখা আলোচনীতে তেওঁ সাহিত্যসেৱাৰ সিদ্ধৰস্ত হয়। তেতিয়াই তেওঁৰ দুটামান গদ্যপ্ৰবন্ধ, দুই-এটা গল্প আৰু কেইটামান কবিতা প্ৰথমে "আলোচনী" নামে ডিব্ৰু-গড়ৰপৰা ওলোৱা মাহিলী কাকতত প্ৰকাশ হয়। সেই কিশোৰ কালৰ লেখাৰপৰাই তেওঁ মানুহক আকৰ্ষণ কৰিবপৰা ভাষাৰ অধিকাৰী বুলি চিনাকি দিছিল। তেওঁ কবি নাম ল'ব পাৰিলেহেঁতেন অতি সহজে। গল্প লিখক ৰূপেও তেওঁ জনপ্ৰিয়তা আৰ্জিব পাৰিলেহেঁতেন, কিয়নো তেওঁৰ "মৰমৰ কাৰেং" বোলা সংগ্ৰহটোত কেইবাটাও ভাল ভাল গল্প আছে। "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত"ত কিছুমান চৰিত্ৰ আৰু গাঁৱলীয়া জীৱনৰ পৰ্য্যবেক্ষণ ক্ষমতাই তেওঁৰ গাত থকা ঔপন্যাসিকৰ গুণ সূচায়।

কিন্তু তেওঁ ঘকৰা, জতুৱা অসমীয়া গদ্যত লেখিম বুলি প্ৰতিজ্ঞা কৰি ললে আৰু সেই উদ্দেশ্যে এটা গদ্য ৰীতিৰ গৰাকী হ'বলৈ চেষ্টা কৰাত লাগিল। একেদিনাই এনে গদ্য ৰীতিৰ অধিকাৰী হোৱা নাই। স্কুলত পঢ়া অৱস্থাতে তেওঁ ইংৰাজী সাহিত্যৰ বিখ্যাত পুথি 'ৰবিঞ্চন ক্ৰুচ'ৰ ভালে-খিনি অনুবাদ কৰে। কলিকতাৰ কলেজত পঢ়িবলৈ গৈ সেই অনুবাদ কাম এজন গোৱালপৰীয়া বন্ধু গিৰীন্দ্ৰনাথৰ সৈতে লগলাগি শেষ কৰে। অসমৰ আন ঠাইৰ লিখকৰ দৰে গোৱালপৰীয়া ছাত্ৰলেখক এজনেও যে উজনী অসমৰ মানুহৰ দৰেই সুন্দৰ অসমীয়া লিখিব পাৰে এইটোও প্ৰমাণ হ'ল। অৱশ্যে এই অনুবাদৰ সৰহখিনি বেণুধৰ শৰ্মাৰ আৰু গোটেই অনুবাদতেই তেওঁৰ হাতৰ চিন আছে। ৰবিঞ্চনক্ৰুচৰ অনুবাদে তেওঁক সাহিত্যিক সমাজলৈ আনিলে আৰু অসমীয়া শিশু সাহিত্যৰ এগৰাকী বাটকটীয়া বুলি তেওঁ আদৰ পালে। সেই সময়ত হেমচন্দ্ৰ গোস্বামীৰ সম্পাদিত "অকণ" আৰু মহাদেৱ শৰ্মাৰ দুই-এখন পুথিৰ বাহিৰে অসমীয়াত শিশু-সাহিত্য বুলি-বলৈ একো নাই। ইতিমধ্যে তেওঁৰ "আপদীয়া বঙ্গযাত্ৰাৰ অমঙ্গলীয়া কাহিনী" বোলা অনুবাদ "বাঁহী"ত প্ৰকাশ হয়। ইয়াৰ উপৰিও সেই সময়তে ইংৰাজী ভাষাৰ বিখ্যাত ছাৰ্লক হ'মছৰ কাহিনীবোৰৰ মাজত ভালেখিনি অসমীয়ালৈ তৰ্জুমা কৰে। বিষয়বস্তু আৰু ৰচনা-ৰীতি এই দুয়োটাৰ গুণতেই মানুহে এই ডিটেক্‌টিভ কাহিনীবোৰ বিচাৰি-খোচাৰি পঢ়িবলৈ ধৰিলে। সমাজত এক শ্ৰেণী পাঠকে হত্যা-ডকাইতি আদি ভীষণ উত্তেজনাপূৰ্ণ ঘটনাৰ কাহিনী ভালপোৱা মানুহ আছে। ছাৰ্লক হ'মছৰ কাহিনী সংযত, উন্নত। এসময়ত বঙালী ডিটেকটিভ উপন্যাস পঢ়া মানুহ যথেষ্ট আছিল, এতিয়াও আছে। এনে পাঠকৰ কাৰণে ছাৰ্লক হ'মছৰ গল্পবোৰ আমোদদায়ক আৰু শিক্ষাপ্ৰদ।

শৰ্মাৰ এই অনুবাদবোৰত ঘকৰা অসমীয়া শব্দ আৰু অসমীয়া ঠাঁচৰ ব্যৱহাৰ উল্লেখযোগ্য। অনুবাদ কৰি তেওঁ গদ্যৰীতিৰ ধাৰ দিবলৈ আৰম্ভ

কৰিছিল। তেওঁ "ভৃত্য" নিদি "ভামীৰবা" শব্দ ব্যৱহাৰ কৰিছিল। শোভাযাত্ৰা মুবুলি ছজপাতি যোৰা বুলিছিল। অসমীয়া থলুৱা উপযুক্ত শব্দ থাকোতে আন শব্দ এটা ব্যৱহাৰ কিয় কৰিব লাগে? য'ত সংস্কৃতীয়া শব্দৰ ব্যৱহাৰ উপযোগী আৰু অপৰিহাৰ্য তাত তেওঁ 'দশনাম্নাদিৰো অধিকাৰী' শব্দগুচ্ছ ব্যৱহাৰ কৰিছে। বেজবৰুৱাই কোৱাৰ দৰে বঙালী নাও হুগলিত ডুবে, অসমীয়া নাও লুইতত 'বুৰে'। চুৰ। কৰিলে বুজাবলৈ 'বিত্তালিলে', গালৈ চেতন আহিছে ঠাইত গা 'চেবাইছে'। এই আচহুৱা যেন লগা শব্দবোৰো সংস্কৃতৰপৰা অহা অপ্ৰভংশই যদিও এইবোৰ শব্দ অসমত হে বিশেষকৈ প্ৰচলিত। অসমীয়া মানুহে 'পানী'। 'জুই, 'জোন' বোলে, বঙালীসকলে যথাক্ৰমে জল, আগুণ, চাঁদ বোলে। অসমীয়া মানুহৰ এনে কিছুমান বৈশিষ্ট্য আছে। ভাষাৰ এই বৈশিষ্ট্যবোৰ ৰক্ষাৰ কাৰণে শৰ্ম্মা সদায় সচেতন। তেওঁৰ ভাবটো ইমান তীক্ষ্ণ আছিল যে বহুতে তেওঁৰ এইটো দোষ বুলিয়েই ভাবিছিল। তেওঁ যে সুমথিৰা টেঙাটোক কমলা বুলিলে বৰ বেয়া পায়, এই কথা এটা কাহিনী হৈ পৰিছিল।

শৰ্ম্মা কলিকতাত পঢ়ি থাকোতে এবাৰ তাতে লক্ষ্মীনাথ ফুকন আৰু নকুল চন্দ্ৰ ভূঞাও আছিল। তিনিও বন্ধু লগ লাগিল। তেওঁলোকে ঠিক কৰিলে মপাঁচাৰ এটা গল্পকে তিনিও অসমীয়ালৈ তৰ্জমা কৰিব, এটা নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত। যেনে কথা তেনে কাম। তিনিও নিজৰ নিজৰ ভাঙনি একেলগে আনি মিলালে। তিনিওটা গল্প সেই সময়ৰ "আলোচনী"ত ওলাইছিল। শৰ্ম্মাৰ সেই তৰ্জুমা গল্পটো "মৰমৰ কাৰেঙত" ছপা হৈছে। অনুসন্ধিৎসু ছাত্ৰই তিনিওটা মিলাই চালে শৰ্ম্মাৰ অনুবাদৰ বিশেষত্ব ক'ত ভালকৈ ধৰিব পাৰিব।

বেণুধৰ শৰ্ম্মাৰ গদ্য সাধনাৰ এই উমেদাৰী (Probation) কালছোৱা তেওঁৰ কাৰণে বিশেষ সহায়ক হ'ল।

"আমাৰ ভাষাটো বৰ্তমান ভটীয়নি সোঁতত উটি যোৱা কাঠৰ দৰে; পুৰণি চিন-চকৰ মাৰি কোনোবা ফালে গতি কৰিছে। আৰু বছৰ দিয়েকৰ পিচত কি ৰূপ ধৰেগৈ ক'ব নোৱাৰি। তথাপি আশাই বৰদৈল একোটা বান্ধে বাবে অসমীয়া ভাষা নমৰে; এদিন নহয় এদিন আকৌ মেঘে গজাদি গাজিব বুলি দৃঢ় বিশ্বাস হৈছে।" বেণু শৰ্ম্মাই অসমীয়া ভাষাৰ ব্যৱহাৰ সম্পৰ্কে তেওঁৰ আশঙ্কা আৰু আশাৰ কথা চমুকৈ এইদৰে প্ৰকাশ কৰি গৈছে। তেওঁ যি বিপদৰ আশঙ্কা কৰিছিল সেইবোৰ যেন অসমীয়া ভাষালৈ আহিব নোৱাৰে সেই উদ্দেশ্যে তেওঁ সাহিত্যিক জীৱনৰ প্ৰথম ছোৱাত বিশেষকৈ যত্ন লৈছিল।

তেওঁৰ এই যত্নৰ ফলস্বৰূপে আমি তেওঁৰ কাপৰপৰা পাওঁ এনেবোৰ বৰ্ণনা—"দৈয়াঙৰ গৰাই গৰাই লুংলুঙীয়া বাট; দুই নৈৰ মুখলৈকে জুটুলা-জুটুলী গছ, বগৰী-বিৰিণাই পাৰখন ছাটি থৈছে। মিৰি গাঁৱৰ গৰুটো-ছাগলীটো তাতেই চৰেগৈ। দৈয়াঙৰ পূব পাৰে বহু গাঁও। গাঁওখনত

মানুহে যেনেকৈ ঘিটঘিটাই থাকে ৰিজাৰ্ডৰ হাবিতো তেনেকৈ বনৰীয়া হাতীয়ে চিঞৰি থাকে। ”।

“তেতিয়া ভৰদুপৰ। ছাঁটোৰ ওপৰতে মূৰটো পৰিছে। কেউপিনে নিজান—জিলীয়ে যা কৰা নাই কাউৰীয়েও কা কৰা নাই। ..”

“কাঁচিয়লি ৰ’দত তৰাৰতীয়ে যেতিয়া চুলিবোৰ জেলাই-লাইকৈ ডাঁৰত মেলি দিয়ে, তেতিয়া ৰদত জিলিঙনি পৰি ঘিটো জিকমিকনি উঠে তাক দেখিলে এনেকুৱাহে লাগে যেন ওৰ-ষাৰ খোজা মছোৱা গোম সাপৰ চকুৰ তিৰবিৰণিহে ওলাইছে। তেলত বন্দী হোৱা তেলিনী পকৱাৰ দৰে ৰজাৰ মনটোও সেই জিকমিকনিতে বন্দী হ’ল।”

বেণুধৰ শৰ্মাৰ ৰচনাৰ ৰীতিটো ওপৰত দিয়া নমুনাৰ পৰাই অলপ ধৰিব পাৰি। “প্ৰসাদ” গুণটো গদ্যৰ প্ৰধান গুণ, পাঠকে লেখকৰ বক্তব্য স্পষ্টকৈ বুজি পাব লাগে। পঢ়ি যাওঁতে কাণত বাক্যৰ তাৰসাম্য পৰিব পৰা হ’ব লাগে।” তদুপৰি অসমীয়া শব্দ আৰু জতুৱা ঠাঁচৰ ব্যৱহাৰে লেখকৰ বিশিষ্টতা পাঠকৰ আগত দাঙি ধৰে। এই গুণটো সৰহভাগ অসমীয়া গদ্যলিখকৰ গাত নাই, অথবা অতি কম।

দীঘলীয়া ‘অনুশীলনৰ মূৰত নিজকে এটা বিশেষ গদ্যৰীতিৰ গৰাকী বুলি জানি হে তেওঁ বুৰঞ্জী আৰু জীৱনীমূলক প্ৰবন্ধত হাত দিলে। তেওঁৰ গ্ৰন্থ আৰু প্ৰবন্ধসমূহে অকল যে পুৰণি কথাকে সামৰিছে, এনে নহয়; আধুনিক অসমৰো সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক বুৰঞ্জীৰ সাহটো তেওঁৰ ৰচনাৰ মাজত সোমাই আছে। “মণিৰামৰপৰা মেজলৈ” আৰু “কাঁচিয়লি ৰ’দৰ জিলিঙনি”ত তেওঁৰ নিজৰ জীৱনতকৈও অসমৰ আধুনিক বুৰঞ্জীৰ কথা হে সৰহ। ৰহতে আত্মজীৱনী নিজক ৰহাবলৈ আৰু বঢ়াবলৈ ৰচনা কৰে। শৰ্মাদেৱৰ লেখা এনেবিধৰ আত্মজীৱনীৰ শাৰীত নপৰে। তেওঁৰ “অৰ্ঘ্যাৱলী”ত মহাৰাণী আৰু মহাত্মাৰ লগ লগোৱা আধুনিক অসমৰ সকলো বিষয়তে মূৰজিলিকা ব্যক্তিসকলক লগ পায়। দেশপ্ৰেমিক, কবি, সাহিত্যিক সাংবাদিক, ৰাজনৈতিক নেতা, শিক্ষাবিদ, সমাজকৰ্মী, স্বাধীনতা-সংগ্ৰামী—ইয়াত কোন নাই? ‘অৰ্ঘ্যাৱলী’ আধুনিক অসমৰ বুৰঞ্জী, আচল বুৰঞ্জী। এই সকল লোকৰ কথা নাজানিলে আধুনিক অসম বুজিব নোৱাৰে। এইদৰে জীৱনৰ আলেখ্য লেখা দস্তৰটো আধুনিক অসমীয়া সাহিত্যত প্ৰথমে ইন্দীবৰ বৰুৱাই “জীৱনাদৰ্শ”ত দেখুৱালে যেন লাগে। “অৰ্ঘ্যাৱলী”ৰ জীৱনীবিলাক স্তোত্ৰ নহয়, চিত্ৰ হে। কোনো কোনো চৰিত্ৰৰ ছিদ্ৰও দেখুৱাই গৈছে। কাৰোবাৰ আকৌ দুই চাৰিটা কথাৰপৰাই গোটেই চৰিত্ৰৰ ভিতৰখন ওলাই পৰিছে। অসমীয়া সাহিত্যত চৰিত্ৰপুথি বহুত আছে সঁচা, কিন্তু সৰহ ভাগেই অলৌকিক কাহিনীৰে পূৰ্ণ, অৱশ্যে ভক্তৰ কাৰণে সেয়া ভাত-মাছ। সাধাৰণ মানুহৰ কাৰণে জীৱনী বিশ্বাসযোগ্য হ’ব লাগে আৰু প্ৰশংসিত জনৰ মানৱ-সুলভ দোষ-দুৰ্বলতাৰ কথাও দুই-এটা থাকিব লাগে। মানুহ

দেৱতা নহয়, ঋষিয়ো নহয়। ঋষিৰো স্খলন আছে কেতিয়াবা। তদুপৰি বুৰঞ্জী হ'লেও ৰসেহে মানুহক তৃপ্তি দিয়ে। ৰস যে অকল কাব্যহে থাকে, এনে নহয়। সাহিত্য মাত্ৰকৰে ৰস এটা অপৰিহাৰ্য্য গুণ। এই ৰসেই বেণুধৰ শৰ্মাৰ বুৰঞ্জীমূলক প্ৰবন্ধবোৰকো মানুহৰ মন টানিবপৰা কৰিছে। "দেশদ্ৰোহী কোন?" প্ৰবন্ধত লেখকৰ নতুন দৃষ্টিভঙ্গী সকলোৰে জনা কথা। সমসাময়িক বহুতলোকৰ প্ৰশংসা পোৱা পিতৃ বুঢ়াগোহাঁই পূৰ্ণানন্দও ঘিণাই বৰফুকনৰ আগত নিষ্প্ৰভ, এই কথা বেণুধৰ শৰ্মাৰ প্ৰবন্ধত হে পাঠকে দেখিলে। বিষয়টো অৱশ্যে তৰ্কাতীত নহয়।

বেণুধৰ শৰ্মাৰ গদ্যত বিশেষকৈ গোহাঞিবৰুৱা আৰু লম্বোদৰ বৰাৰ প্ৰভাৱ লক্ষ্য কৰিব পাৰি। সত্যনাথ বৰায়ো জতুৱা ঠাঁচ আৰু অসমীয়া ঘৰুৱা শব্দৰ ব্যৱহাৰৰ কথা সদায় দোহাৰিছিল। অৱশ্যে তেওঁৰ বাক্য অতি সৰল আৰু বিধ্বা। হেম গোসাঞিক বেণুধৰে বৰ উচ্চ স্থান দিছিল আৰু হেম গোসাঞিৰ জীৱনৰ প্ৰেৰণাই তেওঁক বুৰঞ্জী-চৰ্চ্চাত একদেৱ শৰণীয়া হ'বলৈ সাহ আৰু শক্তি দিছিল যেন লাগে। সেই গুণে তেওঁৰ ৰচিত হেম গোসাঞিৰ জীৱনী তথ্যপূৰ্ণ ই নহয়, উদ্দীপকো। অসমীয়া সাহিত্যৰ তিনিখন জীৱনী, আনন্দৰাম ঢেঁকিয়াল ফুকন, আনন্দৰাম বৰুৱা আৰু বেণুধৰৰ হেম গোসাঞি। হেম গোসাঞিৰ সাহিত্যৰ সম্পৰ্কে যদিও বেচি কথা নাই, তথাপি ইয়াত আধুনিক অসমীয়া ভাষা-সাহিত্যৰ সংগ্ৰামৰ কাহিনী ভালকৈ আঁকি দিছে।

আধুনিক অসমীয়া জীৱনৰ আৰম্ভণিৰ পুৰুষ মণিৰাম দেৱানৰ কথা বেণুধৰেই অসমত প্ৰথম প্ৰচাৰ কৰে আৰু অনেক কাল অনুসন্ধান কৰি বিভিন্ন তথ্য-পাতি গোটাই দেৱানৰ কথা লিখি গৈছে। ইয়াকে আলম লৈ পৰৱৰ্ত্তী অনেক গবেষক সাহিত্যিকে লিখিছে আৰু লিখিব।

অসম তথা ভাৰতীয় সাংস্কৃতিৰ বুৰঞ্জীৰ পিনৰপৰা বিশেষ গুৰুত্বপূৰ্ণ গ্ৰন্থ হ'ল শৰ্মাদেৱৰ দক্ষিণপাট সত্ৰৰ বুৰঞ্জী। আমাৰ সমাজৰ প্ৰাণস্বৰূপ সত্ৰবিলাকৰ বিষয়ে লিখা গ্ৰন্থ এয়ে প্ৰথম। এই গ্ৰন্থৰ আদৰ অকল অসমতে নাথাকি ভাৰতৰ আন আন ঠাইৰ পণ্ডিতকো সমল-পাতি যোগাব। মাজুলী আজি আগৰ শান্তমিদমাশ্ৰমপদম্ হৈ থকা নাই। তথাপি মাজুলীৰ সত্ৰ বাদ দি অসমৰ সাংস্কৃতিক জীৱনৰ কথা ভাবিব নোৱাৰি।

বেণুধৰৰ সাহিত্যৰ বিষয় বস্তু আৰু গদ্যৰীতিৰ মূলতে তেওঁৰ গভীৰ দেশপ্ৰেম। সদিয়াৰপৰা ছত্ৰশাললৈ তেওঁ নুফুৰা, নেদেখা, গচকি নোপোৱা গাওঁ-চহৰ নাছিল। যলৈকে তেওঁ গৈছিল তাতে তেওঁ সেই ঠাইৰ মানুহ, সংস্কৃতি, বুৰঞ্জীৰ বুকুত সোমাই লৈ সুখ পাইছিল আৰু মানুহে দিয়া লাও-কোমোৰা, মানিমুনি বাৰবিধ লগতে সেই সেই ঠাইৰ সোঁৱৰণী লৈ আহি নিজৰ হৃদয়ৰ জ্ঞানসাগৰে বা অভিজ্ঞতাৰে সাঁচি দিছিল। অসমীয়া গাঁৱলীয়া জীৱনৰ এনে অনৱদ্য অভিজ্ঞতা থকা মানুহ অসমত আৰু নাই

বুলিলেও হয়। আমি সকলোৱেই Carpet knight. মহাত্মা গান্ধীয়ে দুখ কৰিছিল—আজিৰ শিক্ষিত ডেকাই do not feel poetry about their village home. বেণুধৰ ইয়াৰ ব্যতিক্ৰম। অসমৰ আচাৰ ব্যৱহাৰ, পিন্ধা-উৰা, পুথি-পাজিৰ লগতে অসমৰ জতুৱা মাতকথা বেণুধৰৰ জীৱনৰ অতি চেনেহৰ বস্তু আছিল। মাত এৰিলেই জাত এৰে—এই বুলি কেতিয়াবা কেতিয়াবা তেওঁ কয়। দেশৰ বস্তু দেশৰ মানুহেই যদি আদৰ নকৰে, আন কোনে কৰিব? বনৰীয়া বোন্দাই ৭.হ মাৰি দুখুৱায়, এইটো ফকৰা প্ৰায়ে মাতে

দেশৰ মাত, জতুৱা ঠাঁচ, শব্দ এইবোৰত দেশৰ ঘাই কালিকা থাকে। দেশৰ ভাষা দেশৰ আত্মজীৱনী। দেশৰ নিজৰ মাতেই দেশৰ কবিতা—এইটো বেণুধৰৰ দৃঢ়বিশ্বাস আছিল। সেই বিশ্বাস বুকুত বান্ধি বেণুধৰে অসমক গদ্য সাহিত্য এটা দি গ'ল যাৰ আদৰ অসমীয়া মানুহে আজি নহয় কাইলৈ কৰিব লাগিব। অসমীয়া ল'ৰা-বুঢ়া সকলোৱেই তেওঁৰ আনন্দবাহী গদ্য সাহিত্যৰ ৰস উপভোগ কৰিবপৰা।

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা
মুখ্য সম্পাদক

# ভূমিকা

ঐতিহ্য চৰ্চাকাৰী, বুৰঞ্জীৰ অনুসন্ধিৎসু, জাতীয়তাবোধ সম্পন্ন, মানৱ প্ৰেমিক, জ্ঞানপিপাসু আৰু সত্য প্ৰতিষ্ঠাত আগ্ৰহী বেণুধৰ শৰ্মাৰ জীৱন ঘটনাবহুল আৰু কৰ্মময়। মৃত্যুৰ কেইদিনমান আগতে শৰ্মাৰ জীৱনী লেখক শ্ৰীযুত তীৰ্থনাথ শৰ্মাক কৈছিল বোলে আৰু পাঁচ বছৰ আয়ুস পালে তেওঁ পঞ্চাশ বছৰৰ কাম কৰি যাব। এই কথাষাৰত মানুহজনৰ মনোবল আৰু কৰ্মস্পৃহা ফুটি উঠিছে। আত্ম-জীৱনীত মানুহ জনৰ চাৰিত্ৰিক দৃঢ়তা, স্বাধীনচিতীয়া মনোভাব, প্ৰতিকূল পৰিবেশৰ বিৰুদ্ধে থিয় দিয়াৰ সাহস জিলিকি আছে। অৱশ্যে তেওঁৰ আত্ম-জীৱনী পূৰ্ণাংগ নহয়। নহ'লেও তেওঁৰ ওপজা ঠাই চাৰিং, স্কুলীয়া জীৱনৰ থলী শিৱসাগৰ, শিক্ষকতাৰ ঠাই যোৰহাট, কলেজীয়া শিক্ষাৰ কেন্দ্ৰ কলিকতা, এইবোৰ ঠাইত হোৱা ঘটনাৱলীৰ ৰসাল আৰু অনুপম বিৱৰণৰ উপৰিও, হাতীখেদত লগা, অসহযোগৰ অগ্নিগৰ্ভ পৰিস্থিতিৰ অংশীদাৰ হোৱা, বুৰঞ্জীৰ সমল বিচাৰি ইংৰাজ চাহাবৰ বঙলাই বঙলাই ঘূৰা, জীৱিকাৰ কাৰণে বীমা কোম্পানীৰ এজেন্ট হোৱা, পেট্ৰল কম-পোৱা বৰ্ড়ি বেচা, সাহিত্য-সংক্ৰান্ত সভা-সমিতি, ৰায়ত সভা আৰু মণিৰাম দেৱানৰ তিথি উৎসৱ পত', সাংবাদিকতা কৰা আদিৰ চমকপ্ৰদ বৰ্ণনা তেওঁৰ আত্মজীৱনীত পোৱা যায়। এনেবোৰ আকৰ্ষণীয় বৰ্ণনাৰ লগতে 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' নামৰ তেওঁৰ আত্ম-জীৱনীমূলক পুথিখনে ইয়াত সন্নিবিষ্ট কৰাত সোণত সুৱগা চৰিছে। অসহযোগৰ কালত আন্দোলনত জঁপিয়াই পৰা চাৰিং আৰু অন্যান্য ঠাইৰ সহকৰ্মীসকলৰ স্বদেশ প্ৰীতি সুঁৱৰি তেওঁলোকৰ চাৰিত্ৰিক বৈশিষ্ট্যসমূহ ৰসাত্মক গদ্যত তেওঁ পুথিখনিত দাঙি ধৰি গাঁৱৰ সাধাৰণ মানুহৰ আন্দোলনৰ প্ৰতি মনোভাব প্ৰকট কৰিছে। এইবোৰ মানুহৰ লগতে তেওঁ একেলগে কাম কৰিছিল, সেইফালৰপৰা পুথিখনে তেওঁৰ জীৱনৰ এটা ইতিবাচক দিশৰ সন্ধান দিয়ে। অসহযোগত নামি তেওঁৰ উপলব্ধি হৈছিল, জাককৰা নাও বামেও চলে। সেইদিনবোৰেই তেওঁক দিছিল এটি বহল দৃষ্টিভংগী আৰু সেই স্মৃতিৰ সঞ্চয় সমূহেই শব্দৰূপ পাইছিল 'কাঁচিয়লি ৰ'দড'ত।

সকতে বেণুধৰ তীখৰ, বাঘৰ আগতেজ খোৱা ল'বা আছিল যেন লাগে। পাঠশালাত পঢ়োঁতেই এছাৰিশিঙীয়া অধ্যাপকৰ ঘৰৰ ল'ৰা বেণুধৰে সামাজিক আচাৰ ভাঙি অব্ৰাহ্মণৰ ঘৰত পকা জলপান খাইছিল। ককা-দেউতাকে গম পাই পৰাচিত্ত কৰাই শুদ্ধ বুলি গ্ৰহণ কৰিলে। এই কথা আজি অভাৱনীয়। নগৰত যি নায়েই, গাঁৱতো নাই বুলিলেও হয়। কথাটো সৰু হ'লেও, বেণুধৰ শৰ্মাৰ নিয়ম ভঙাৰ সাহসৰ নিদৰ্শন ইয়াত আমি পাওঁহক। আনহাতে, কুসংস্কাৰকে সদাচাৰ বুলি গ্ৰহণ কৰা সামাজিক পৰিবেশ এটিৰ সম্ভেদো ই আমাক দিয়ে। সৰু কালত চৰাই-চিৰিকতিৰ মাত সিঞৰা, আম-কঠাল পাৰি খোৱা, গধূলি মৰণা মৰা, মূগাৰথীয়াৰ কাৰফাই ধনুৰ জুতি চোৱা, সন্ধ্যা চোতালত সাধু শুনা, ৰামায়ণ-মহাভাৰত পঢ়া আদি কামবোৰে তেওঁৰ কুমলীয়া মনক বিচিত্ৰ অভিজ্ঞতাৰ সোৱাদ দিছিল। এই পৰিবেশে তেওঁক দৈহিকভাৱে কৰ্মঠ আৰু মানসিক ভাৱে সমৃদ্ধ কৰি তুলিছিল। গাঁৱলীয়া পৰিবেশৰ প্ৰভাৱ আৰু ছয়াময়া স্মৃতি বেণু শৰ্মাৰ মনৰ মণিকোঠত থাৰি বান্ধি আছিল—জীৱনৰ ধামখুমীয়াৰ মাজতো সি মচ নেখালে। এইবাবেই গাঁৱৰ মানুহৰ প্ৰতি শ্ৰদ্ধা আৰু মৰম তেওঁৰ অন্তৰত আজীৱন সঞ্চিত হৈ আছিল আৰু পিচৰ জীৱনত ছেগ পালেই চাৰিংমূৰা হোৱাৰ কাৰণো আছিল সেয়ে। গাঁৱৰ ভাষা আৰু প্ৰকাশ ভংগীৰ প্ৰতি তেওঁৰ আগ্ৰহেও এই কথাকে কয়।

শিৱসাগৰীয়া কৈশোৰৰ কাহিনী আৰু চমকপ্ৰদ। তেতিয়া শিৱসাগৰ সম্পূৰ্ণ নগৰ নহয়। ভৰাম কাকতী (যাৰ চোঁহদত তেওঁ বহা সাজি আছিল) বংশ মৰ্যাদা সচেতন মান-সম্ভ্ৰমপ্ৰিয় সম্পন্ন অভিজাত গৃহস্থ। সামন্ত যুগীয়া ৰীতি-নীতি আৰু মূল্যবোধ তেওঁৰ ঘৰত পূৰ্ণমাত্ৰায়েই আছিল। কাকতীৰ কানি-পান কৰাৰ বিলাসো আছিল। ইংৰাজী ভাষা গোপনে পঢ়াৰ যুগ সেইটো। চাহাবৰ লগত হলিগলি কৰাটো নিষিদ্ধ। তথাপি বেণু শৰ্মাই ইংৰাজী শিকিছিল, গীৰ্জালৈও গৈছিল। সেইদিনত নিয়ম ভঙাৰ এই সাহস বেণু শৰ্মাৰ দৰে মানুহৰ বাবে হে সম্ভৱ আছিল। শিৱসাগৰ সেই সময়ত সংস্কৃতি চৰ্চাৰ অগ্ৰণীয়া কেন্দ্ৰও আছিল বুলিব পাৰি। 'অৰুণোদই'ৰ পৰা আৰম্ভ কৰি যাদুৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, 'জীৱনাদৰ্শৰ' লেখক ইন্দীবৰ [illegible], [illegible], [illegible] লকৰা, পদ্মধৰ চলিহা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, যতীন দুৱৰা, ডিম্বেশ্বৰ নেওগ, ভগৱতী প্ৰসাদ, পাৰ্বতি প্ৰসাদ আদিৰ

কৰ্মক্ষেত্ৰ শিৱসাগৰে ইতিমধ্যেই মধ্যবিত্ত মানসিকতাক বোধক শংখেৰে জগাই তুলিছিল। 'বাল্যাশ্ৰম' নামৰ অনুষ্ঠানটিৰ কথা শৰ্মাই আন্তৰিকতাৰে সুঁৱৰিছে—ই আছিল সংস্কৃতি চৰ্চাৰ কঠিয়াতলী। ৰাজহুৱা কামৰ প্ৰেৰণাও তাৰপৰাই তেওঁ পাইছিল। শিৱসাগৰৰ চৰকাৰী স্কুলৰ শিক্ষক সকলৰ প্ৰসাংশতো তেওঁ পঞ্চমুখ। মুক্তালাল কাথ বৰুৱাৰ বুৰঞ্জীৰ পাঠদানে তেওঁকো বুৰঞ্জী অনুৰাগী কৰি তুলিছিল। তেতিয়াই তেওঁ কবিতা আৰু প্ৰবন্ধ লিখিবলৈ লৈছিল। সেইবোৰ 'আলোচনী', 'বাঁহী'আদি কাকতত প্ৰকাশ পাইছিল। ইয়াৰপৰাই বুজিব পাৰি কলিকতীয়া নৱোন্মেষৰ বতাহে ইতিমধ্যেই শিৱসাগৰীয়া বুদ্ধিজীৱীসকলৰ বহুতকেই কোবাই গৈছিল। বেণু শৰ্মায়ো এই বায়ুমণ্ডলতে উশাহ-নিশাহ লৈ নিজক ভৱিষ্যতৰ বাবে সক্ষম কৰি তুলিছিল। 'অৰুণোদই'ৰ বিজুলী চমক আছিলেই, তাতে আহি কলিকতীয়া নৱোন্মেষৰ ক্ষীণ পোহৰ এচাটি পৰিছিলহি—বেণু শৰ্মাই সেই পোহৰতে স্নান কৰি প্ৰাচ্য আৰু পাশ্চাত্যৰ উভয় সংস্কৃতিৰ সংঘাত চিনি পাইছিল আৰু তাৰ সংশ্লেষণৰ পথ খেদিবলৈ আৰম্ভ কৰিছিল।

কলিকতালৈ যোৱাৰ আগতে তেওঁ কিছুদিন যোৰহাটত গোবিন্দ বেজবৰুৱাৰ স্কুলত শিক্ষকতাও কৰিছিল। তাৰ বসাল বৰ্ণনা তেওঁ 'অৰ্ঘ্যাৱলী'ত দি গৈছে। বেজবৰুৱাৰ লগত ঠোঁটামোজা লাগিলেও, সেই শ্ৰদ্ধেয় ব্যক্তিজনৰ বাহিৰে কঠোৰ-ভিতৰি কোমল চৰিত্ৰ যেনেকৈ উদ্ঘাটন কৰিছে ঠিক সেইদৰে নিজৰো আত্মমৰ্য্যাদা বোধ, আত্মপ্ৰত্যয়ৰ চিনাকি দাঙি ধৰিছে। চাকৰি ইস্তফা দি তেওঁ বিয়া কৰালে। অপুষ্পিতা অৱস্থাতে ব্ৰাহ্মণ কন্যাক উলিয়াই দিব নোৱাৰিলে বাপেক-মাকৰ ইহকাল পৰকাল উভয়ে নষ্ট হোৱাৰ যি প্ৰাচীন সংস্কাৰ বা মূল্যবোধ আছিল তাৰেই নাগপাশত পৰি বেণু শৰ্মাই বিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। বিয়া কৰায়েই তেওঁ উচ্চশিক্ষাৰ্থে কলিকতা পালেগৈ।

কলিকতা তেওঁৰ যৌৱনৰ লীলা ভূমি। ইয়াত তেওঁৰ বৌদ্ধিক পৰিসৰ বৃদ্ধি পাইছিল। ৰাজনৈতিক চেতনাৰো উন্মেষ ইয়াতেই। সংস্কৃতি চৰ্চাৰ পৰাও কলিকতাই তেওঁক বিভিন্ন প্ৰেৰণা যোগালে। আজিৰ কলিকতা বিশৃংখলাৰে জঠৰ, তেতিয়াৰ কলিকতা সদ্যস্নাতা ৰূপহী। বেণু শৰ্মাৰ বাবে কলিকতীয়া পৰিবেশ আশীৰ্বাদ হৈ দেখা দিলে। ইয়াতেই যৌৱনৰ সকলো উদ্যম আৰু সাহস ফুলৰ দৰে সহজে ফুলি উঠিছিল। গিৰীন

নাথেৰে লগ লাগি 'ৰবিন্সন' ক্ৰুচৰ প্ৰকাশ তেওঁৰ কলিকতীয়া জীৱনৰ প্ৰথম কীৰ্ত্তি। 'অৰুণ' নামৰ শিশু আলোচনীৰো তেওঁ চোৱাতে থৰ মাৰি 'প্ৰুফ' চাইছিল। ইম্পীৰিয়েল লাইব্ৰেৰীত বুৰঞ্জী উদ্ঘাটন তেওঁৰ কলিকতীয়া জীৱনৰ উল্লেখযোগ্য কাম। অসমৰ ইতিহাসৰ প্ৰতি তেওঁৰ অনুৰাগৰ ইও এক উৎস। কলিকতাই তেওঁক দিলে এটি সৰ্ব-ভাৰতীয় দৃষ্টিভংগী, দিলে স্বদেশীৰ প্ৰেৰণা আৰু দিলে সাম্ৰাজ্যবাদ বিৰোধী চেতনা। সেই সময়ৰ কলিকতা এনে এক ৰাজনীতিৰে উথল্ মাথল। বেণু শৰ্ম্মাই ইয়াৰ লগত নিজকে জড়িত কৰিলে। দ্বিতীয়তে, কলিকতাৰ জীপাল মাটিতে নবোন্মেষৰ প্ৰেৰণাৰে মানৱ কেন্দ্ৰিক সাহিত্য চৰ্চা, অতীতৰ ঐতিহ্য উদ্ঘাটন, লোক সংস্কৃতিৰ উদ্ধাৰ—এনেবোৰ বৌদ্ধিক প্ৰৱণতাৰ সৃষ্টি হৈছিল। এই-বোৰ প্ৰৱণতা তেওঁৰ পূৰ্বসূৰীসকলৰ ক্ষেত্ৰতো দেখা গৈছিল, কিন্তু সম-কালীন ৰাজনৈতিক চেতনাৰ বলিষ্ঠতা তেওঁৰ ক্ষেত্ৰত যিদৰে পৰিস্ফুট হৈছিল তেওঁৰ অগ্ৰজসকলৰ মাজত তাৰ জল্ জল্ পট্ পট অভাৱ আছিল। বেজবৰুৱাই 'ইংৰাজ শাসনৰ সুশীতল ছাঁ'ৰ কথা কৈ গৈছিল। মানৰ আক্ৰ-মনৰ স্মৃতি, ইংৰাজৰ অৰ্থনৈতিক, সামৰিক, প্ৰযুক্তি বিদ্যা বিষয়ক শ্ৰেষ্ঠতা এনেবোৰ কথাই অসমীয়া মানুহৰ ভাৱ-ভূমি ঢোৱাই থকাত ছবিখন ভালকৈ বেজবৰুৱাই মনিব নোৱাৰিছিল। তথাপিও তেওঁ 'এংলো ইণ্ডিয়ান' প্ৰবন্ধ ৰচনা কৰি সাহসৰ পৰিচয় দি থৈ গৈছে। বেণু শৰ্ম্মাৰ দিনত ধূৰঁলি কুঁৱলী আঁতৰিল, ছবিখন অধিক স্পষ্ট হ'ল। ৰবিন্সন ক্ৰুচ'ৰ ভাঙনিও একালৰপৰা তাৎপৰ্য্যপূৰ্ণ। ৰবিন্সনৰ দুঃসাহসিক যাত্ৰাই বুৰ্জোৱা যুগৰ প্ৰস্তুতি পৰ্বৰ ইংগিত দিয়ে। বেণুধৰ যেন ৰবিন্সনৰ দৰেই দুঃসাহসিক। বহল পৃথিৱীৰ সন্ধানত তেও ওলাই আহিল কলিকতালৈ—দুঃসাহেৰে আদৰি ললে এটি কণ্টকিত জীৱন। এনিবেচাণ্টৰ বাণীৰ ফিৰিঙতি, জালিৱনাবাগৰ হত্যাকাণ্ডৰ নৃশংসতা, মহাত্মা গান্ধী, সুৰেন বেনাৰ্জী আদিৰ জ্বালাময়ী ভাষণৰ দীপ্তিয়ে তেওঁক আৰু তেওঁৰ সহপাঠী আৰু সহকৰ্মী সকলক নিকট ভৱিষ্যতত অসহ-যোগৰ ফণাৰ তলত আশ্ৰয় লবলৈ উদ্গনি দিলে। ইয়াৰ ফল হ'ল বি,এ, পৰীক্ষা নিদিয়াকৈয়ে তেওঁ আহি ঘৰ পালেহি। তেওঁৰ আত্মকথাত এই-বোৰৰ ৰসাল বৰ্ণনা পোৱা যায়।

তেওঁৰ বৰ্ণনাৰপৰা জানিব পাৰি যে তেওঁলোকৰ ঘৰখনৰ আৰ্থিক অৱস্থা টনকিয়াল নাছিল। কোনোমতে পেটে ভাতে খাই থকা অৱস্থা। সেইবাবে

ঘৰৰ সকলোৱেই কঠোৰ পৰিশ্ৰম কৰিব লগা হৈছিল। নিম্ন মধ্যবিত্ত পৰিয়াল এটাত থাকি শৰ্ম্মায়ো এই গুণ আয়ত্ত কৰিছিল আৰু এই বাবেই দুখকাৰী মানুহকো সমমৰ্ম এনাজৰীৰে বান্ধিব পাৰিছিল। আনহাতে সামন্ত-যুগীয়া ৰীতি-নীতি আৰু শোষণৰ মাজতো মানবীয় সম্পৰ্ক তেতিয়াও জীয়াই আছিল। এই মানৱতাবোধ তেওঁৰ স্মৃতিৰ সঁফুৰাত সেউজীয়া হৈ ৰৈছিল। ঘৰখনত বামুণীয়া পৰিবেশ এটা আছিল সঁচা, কিন্তু সেই পৰিবেশে তেওঁৰ মনক সংস্কাৰৰ জলাশয়ত বান্ধি ৰাখিব নোৱাৰিছিল। পিচলৈ তেওঁ ধৰ্মীয় গোৰামীৰপৰা মুক্ত হৈছিল। তেওঁৰ অন্তৰ্দ্বন্দ্ব আছিল, ঐতিহ্যাশ্ৰয়ী এখন সমাজত তেনে দ্বন্দ্ব থকাটো স্বাভাৱিক। বেণু শৰ্ম্মাৰ কৃতিত্ব হ'ল তেওঁ এই দ্বন্দ্বক প্ৰগতিমুখী ঐক্যলৈ ৰূপান্তৰিত কৰাত বহু পৰিমাণে কৃত-কাৰ্য্য হৈছিল। নিম্ন মধ্যবিত্ত মানুহে এনে ভূমিকা লব পাৰে যদি হে তেওঁ হতাশাগ্ৰস্ত নহয়, বা প্ৰলোভনত নপৰে।

'অসহযোগৰ ফণা'ৰ তলতে তেওঁ ঐক্যতানৰ ৰাগিনী টানিছিল। হিন্দু-মুছলমান নিৰ্বিশেষে জনসাধাৰণৰ সংস্পৰ্শলৈ আহি তেওঁৰ মন এখন ভিন্ন জগতৰ অধিবাসী হৈছিল। সেই স্বপ্নৰ জগতত ঔপনিবেশিক শোষণ-শাসন নোহোৱা মুক্ত মানৱতাপূৰ্ণ স্বদেশ এখনৰ ছবি জিলিকি আছিল। এই আদৰ্শৰ পোহৰত সঙ্কীৰ্ণ সংস্কাৰৰ এন্ধাৰ নাইকিয়া কৰি তেওঁ অগ্নি-মন্ত্ৰ উচ্চাৰণ কৰিছিল আৰু ঔপনিবেশিক শক্তিৰ বিৰুদ্ধে যুদ্ধ কৰি নিজৰ মান-ৱীয় সত্তাক জনতাৰ মাজলৈ বিয়পাই দিছিল। অসহযোগৰ এই বিপদ-সঙ্কুল দিনবোৰতে তেওঁৰ চৰিত্ৰৰো উজ্জলতা বাঢ়ে।

বেণুধৰ আছিল নবোন্মেষৰ প্ৰতিনিধি। তেওঁৰ ৰাজনীতি আৰু সংস্কৃতি চৰ্চ্চা উভয়তে তাৰ চিন আছে। ১৯২০ চনৰ পৰা ১৯৩০ চনলৈ এই দহ বছৰ স্বাধীনতাৰ আন্দোলনত তেওঁ পূৰ্ণোদ্যমে জপিয়াই পৰিছিল, নেতৃত্ব দিছিল, কাৰাবৰণ কৰিছিল, অহিফেনসেৱী আলস্যপৰায়ণ, ধৰ্মভীৰু অসমীয়া মানুহক জগাই তুলিছিল, প্ৰতিকূল পৰিবেশকো হেলাৰঙে জয় কৰিছিল, দেশৰ ৰাজহাড় সাধাৰণ মানুহৰ জাককৰা জাগৰণৰ স্বপ্ন দেখিছিল আৰু নিজৰ সুখ-দুখ, পাৰিবাৰিক সুখ-সম্ভোগ, সকলো জলাঞ্জলি দি আন্দোলনৰ গৰল পান কৰি নীলকণ্ঠ হৈছিল। এই নীলকণ্ঠ বেণুধৰ আমাৰ বৰণীয় আৰু স্মৰণীয় হৈ থাকিব। তেওঁৰ চাৰিংপৰ্ব কটি আৰু কচি, জীৱন আৰু মনন, ৰূপ আৰু ৰসৰ জীৱন্ত কাহিনী।

আত্মজীৱনীখনত শৈশৱৰপৰা কলিকতীয়া জীৱনলৈকে নানা কথাৰ বিস্তৃত বিৱৰণ পোৱা যায়। তাৰ পিচৰ ঘটনাৱলীবো আভাস নোহোৱা নহয়। বিভিন্ন আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ পোৱা আত্মকথা বোৰ ইয়াত সন্নিবিষ্ট কৰা হৈছে। সেইবোৰ চাৰিঙীয়া জীৱনৰ কথাৰে ভৰপূৰ। তেওঁৰ লগত জড়িত নানা ব্যক্তিৰ ৰসাল কাহিনী, ঠায়ে ঠায়ে তাৎপৰ্য্যপূৰ্ণ ঘটনাৰ বিৱৰণ এইবোৰ ৰচনাৰ ঘাই আকৰ্ষণ। ১৯৫১ চনত তেওঁ গুৱাহাটীলৈ আহে। গুৱাহাটীত কটোৱা কালছোৱাৰ কথা তেওঁ একো নিলিখিলে। সম্ভৱতঃ বাৰ্দ্ধক্যজনিত কাৰণতে তেওঁৰপৰা আমি এই কালছোৱাৰ বৃত্তান্ত নেপালোঁহঁক। লিখা হ'লে, সমকালীন সময় আৰু সমাজ সম্বন্ধে আমি আৰু খবৰ পালোঁহেঁতেন। নগৰ জীৱন সম্বন্ধে তেওঁৰ অনুৰাগ আছিল নে নাই, নে সি বিৰাগ আৰু মোহভংগৰ হে কাৰণ হৈছিল, তাকো আমি জানিব পাৰিলোঁহেঁতেন। দুখৰ বিষয়, আমি তাৰ পৰা বঞ্চিত হলোঁ।

গুৱাহাটী তেওঁৰ বাবে আশীৰ্বাদ হৈছিল—এই কথা সঁচা, কিয়নো, ইয়াত তেওঁ সাহিত্য-চৰ্চ্চাৰ বাবে প্ৰয়োজনীয় নবীন-প্ৰবীণ ৰস-পিপাসু বন্ধু-বান্ধৱৰ সান্নিধ্য লাভ কৰি কৃতাৰ্থ হ'ল। আনহাতে বৌদ্ধিক কৌতু-হল নিবাৰণৰ বাবে পালে কৰ্তৃত্বশীল ব্যক্তি অথবা পুথিভঁৰাল। ইয়াৰ উপৰিও, গুৱাহাটীলৈ আহি সমগ্ৰ অসমৰ লগতে তেওঁৰ আত্মিক সংযোগ ঘটিল। দেশৰ মাটিৰ প্ৰতি এই টান চাৰিঙৰ পৰিবেশতে অংকুৰিত হৈছিল যদিও, সি পোষা মেলিবলৈ তাত সুযোগ পোৱা নাছিল। গুৱাহাটীত সেই সুযোগ ওলাল। চাৰিঙৰ স্পন্দনপূৰ্ণ আৰু উৎফুল্ল জীৱনৰ সঞ্চিত স্মৃতি তেওঁ বুকুত বান্ধি লৈ ফুৰিছিল আৰু গুৱাহাটীত থাকি যিবোৰ কামত তেওঁ প্ৰবৃত্ত হৈছিল তাৰ মূল প্ৰেৰণা আছিল সেই স্মৃতিৰ সুৰভি। অভাৱ-অনাটন, মানসিক দুৰ্বলতা আৰু দুশ্চিন্তাকো উপেক্ষা কৰি মাটিৰ গোন্ধ লবলৈ তেওঁক চাৰিঙেই শিকাইছিল। চাৰিং তেওঁৰ মানত 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ; কিন্তু ব্ৰহ্মাণ্ডকো তেওঁ মনৰ মণিকোঠৰ পৰা বাদ নিদিছিল। সেইবাবেই তেওঁ গুৱাহাটীত থকা কালছোৱাত অসমৰূপী ব্ৰহ্মাণ্ড উধৰ পৰা মূধলৈ ভ্ৰমণ কৰি বুৰঞ্জীৰ সমল সংগ্ৰহ কৰিলে। বিভিন্ন জনজাতীয় জীৱনৰ সতে সংযোগ সাধন, সৰ্বভাৰতীয় বুৰঞ্জী কংগ্ৰেছত যোগদান, অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনত সভাপতিত্ব—এনেদ.ৰ উল্লেখযোগ্য কাম গুৱাহাটীত

থাকোঁতেই হৈছিল। বড়ো, চুতীয়া, খাভাসকলৰ বিভিন্ন সভা-সমিতিত তেওঁৰ সংযোগ আৰু আন্তৰিক আদান-প্ৰদানে অসমীয়া জাতি-উপজাতিৰ বাখী-বন্ধনৰ কাম সহজ কৰাৰ পথ সুগম কৰি থৈ গৈছে। সম্প্ৰীতিৰ এই সাঁকো-নিৰ্মাণৰ প্ৰচেষ্টা তেওঁৰ জীৱনৰ অন্যতম কীৰ্তি। তেওঁৰ এই উদাৰ দৃষ্টিৰ মূলতে আছিল স্বাধীনতা আন্দোলনৰ অভিজ্ঞতা আৰু তেতিয়াও জীয়াই থকা গাঁৱৰ মানৱতাবোধ।

বৰপুতেক অজিত শৰ্মাই তেওঁক গুৱাহাটীলৈ আনি সৃষ্টিশীল ৰচনাত মনোযোগ দিবলৈ সুবিধা কৰি দিলে। বৰপুতেকে জানিছিল যে চাৰিঙত থাকিলে দেউতাকে সাহিত্য-চৰ্চাৰ সুযোগ নেপাব। ইয়াৰ ফলস্বৰূপে, দেউতাকৰ সমস্ত প্ৰতিভা অথলে যাব। আমাৰ গাঁওবোৰত সাহিত্য-সাধনাৰ পৰিবেশ নাই। ইয়াৰ মূল কাৰণ আৰ্থিক সঙ্গতিহীনতা আৰু সাংস্কৃতিক পৰিবেশৰ অভাৱ। বেণু শৰ্মাই কলিকতাত 'মণিৰাম দেৱান' ছপাই আহি গুৱাহাটীত নিগাজীকৈ থাকিবলৈ ললে। ইয়াতেই 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থ লিখিবলৈ লয়। ইয়াৰ পিচত তেওঁ ভালেমান পুথি লিখি প্ৰকাশ কৰিলে।

গুৱাহাটীবাসৰ এইবোৰ যোগাত্মক ফল। ইয়াৰ কিন্তু এটি নেতিবাচক দিশো আছিল। নগৰীয়া জীৱনত সা-সুবিধা আছে সঁচা, কিন্তু ইয়াত হৃদয় চৰ্চা নহয়। গুৱাহাটীৰ প্ৰতি তেওঁৰ এটি বিৰাগ আছিল যেন লাগে। আত্মজীৱনীখনৰ তেওঁ নাম থৈছে মজিয়াৰ পৰা মেজলৈ। নামটো অৰ্থ-বহ। চাৰিঙৰপৰা গুৱাহাটী—গ্ৰাম্য সহৃদয়তাৰ পৰা জনাৰণ্যৰ হৃদয়হীনতাৰ মাজলৈ আহি বেণু শৰ্মা যেন মুকলিমুৰীয়া চৰাই সজাত বন্দী হোৱাৰ দৰে বন্দী হ'ল। তেওঁৰ কথাই-কামে এই মানসিক অৱসাদ চেপা-চোৰোকাকৈ প্ৰকাশ পাই আছিল। সংস্কাৰৰ প্ৰাচীৰ ভাঙিবপৰা তেওঁৰ একালৰ সবল মনটোক এই অৱসাদেই বুঢ়াকালত আকৌ প্ৰাচীন ঐতিহ্যৰ দুৰ্গলৈ ঠেলি দিলে। দক্ষিণপাট সত্ৰৰ বুৰঞ্জীত তাৰ আভাস পোৱা যায়।

ইয়াৰ কাৰণ আৰু এটা আছে। 'অসহযোগৰ ফণা'ৰ তলত বেণু শৰ্মাই যি প্ৰগতিশীল ভূমিকা লৈছিল, পিচলৈ তাৰপৰা কিয় আঁতৰি আহিছিল, পম খেদি গ'লে তাৰ গুৰি কাৰণ তথাকথিত কলিকতীয়া নবজাগৰণো হ'বগৈ পাৰে। ইউৰোপীয় নবোন্মেষৰ ধাৰণা আছিল চাৰিটা (১) দেৱতা নহয়, মানুহেই সকলো শক্তিৰ উৎস। (২) জ্ঞান-বিজ্ঞানৰ

উন্মেষ, (৩) ঐতিহ্যৰ উদ্ধাৰ (৪) নতুন দিশৰ অন্বেষণ। এইবোৰ লক্ষণ ইউৰোপত আগা-পিচাকৈ সৰ্বত্র বিয়পি পৰিছিল আৰু তাৰ ফলতে পুৰণি সামন্তযুগীয় আধাৰটো খণ্ড-বিখণ্ড হৈছিল। ইংৰাজসকলৰ আগমনে (বিশেষকৈ ফৰাচী বিপ্লবৰ পিচৰ ইংৰাজ) বঙ্গদেশতো নবোন্মেষ সম্ভৱ কৰি তুলিছিল, কিন্তু সি বুনিয়াদত একো পৰিবৰ্তন ঘটাব নোৱাৰিলে। মধ্যবিত্তৰ চৰিত্রই প্রথম স্তৰত গতিশীল ঐক্যৰ সন্ধান কৰিছিল যদিও, পিচলৈ, উপনিবেশিকতাৰ কোলাত ডাঙৰ হোৱা বাবে তাৰ প্ৰভাৱৰপৰা সম্পূৰ্ণভাৱে হাত সাৰিব নোৱাৰিলে। আনহাতে জনসাধাৰণৰ হৃদয়বিদাৰক দাৰিদ্র্য, বিশৃংখলা, কুৰুচি চলি থকা হেতু মধ্যবিত্তৰ বৌদ্ধিক প্ৰগতিও ব্যাহত হ'ল। আমাৰ দেশত দূৰদৃষ্টিহীন নিৰ্ব্বাচনসৰ্ব্বস্ব ৰাজনীতিয়ে এই মূল প্ৰশ্নটো এতিয়াও এৰাই চলিছে। নৱজাগৰণে জনসাধাৰণৰ জীৱন আৰু মনৰ বিকাশত অৰিহনা যোগাব নোৱৰাৰ সেই আদিম পাপৰ পংকত পৰি আজিৰ মধ্যবিত্ত দিকভ্ৰষ্ট॥ বেণু শৰ্মাৰো শেষ বয়সৰ হতাশাৰ কাৰণ চৌপাশৰ কদৰ্য্য পৰিবেশ। মনৰ ব্যক্তিত্ব আৰু সমাজৰ সংঘাতৰ পৰা ওপজা চেতনাই হে বাস্তৱ জ্ঞান বৃদ্ধি কৰে। নবোন্মেষৰ নেতাসকলৰ নিৰ্বিচাৰ অতীতমুখিতাৰ হেতু সৰ্ব্বসাধাৰণ মানুহৰ মনৰ অন্ধকাৰ নাতৰিল। ইয়াৰ ফলতেই সাহসী আত্মসচেতন ব্যক্তিও পিচলৈ প্ৰাচীন সংস্কাৰৰ মেকজালত সোমাবলৈ বাধ্য হ'ল। বেণু শৰ্মাৰ ক্ষেত্ৰতো সেয়ে হ'ল। স্বাধীনতা আন্দোলনৰ কালত ইংৰাজ শাসনৰ লগত ভদ্ৰ সম্বন্ধ এৰি যি সকলে তাৰ লগত যুঁজ দি কষ্ট স্বীকাৰ কৰিছিল সেইসকল যে প্ৰগতি-শীল আছিল তাক দুই কৰিব নোৱাৰি, কিন্তু এওঁলোকে ধৰ্মীয় সংস্কাৰৰ ওপৰত অধিক গুৰুত্ব প্ৰদান কৰা বাবে বিপ্লৱী চেতনা যে ক্ৰমে স্তিমিত হৈ আহিছিল, এই কথাও ঠিক। এই বিৰোধ থকা সত্বেও এই সকল আছিল ভৱিষ্যতদৰ্শী, কিয়নো এওঁলোকৰ সাহিত্য আৰু কৰ্মত ভৱিষ্যৎ দৃষ্টি প্ৰকট হৈছিল। বেণু শৰ্মাৰ 'কাঁচিয়লি ৰ'দত' এই দৃষ্টিৰে প্ৰতিফলন মাত্ৰ। মানুহৰ মাজত যি প্ৰকৃত মানৱতাবোধ থাকে, তাৰ বিকাশত অৰিহনা যোগোৱাটে প্ৰকৃত কলাৰ কাম আৰু তাতেই তাৰ আচল সাৰ্থকতা। সেইফালৰপৰা 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' এখন অনবদ্য গ্ৰন্থ।

কলিকতাৰপৰা চাৰিওফালে ঘূৰি আহি তেওঁ অসহযোগ আন্দোলনত যোগ দিলে। ১৯২১ চনলৈকে চাৰিওতে আছিল। এই কালছোৱাৰ কাহিনী

বৈচিত্রপূর্ণ। এই সময়ছোৱাতে তেওঁ আন্দোলনৰ কৰ্ম্মী আৰু নেতা হিচাবে যুঁজ দিলে, আকৌ এই সময়ছোৱাত 'ৰৰকলীয়া' কংগ্ৰেছো স্থাপন কৰিলে, অৰ্থাভাৱত দিক্‌ভ্ৰষ্ট হৈ নেছনেল ৱাৰ ফ্ৰন্টতো যোগ দিলে। কিন্তু এনেবোৰ ত্ৰুটিয়ে তেওঁৰ সামগ্ৰিক চৰিত্ৰ ম্লান কৰিব নোৱাৰিলে। জীৱিকাৰ বাবে তেওঁ যি অবৰ্ণনীয় কষ্ট কৰিছিল, সিয়েই তেওঁৰ স্বাধীন মনোবৃত্তিৰ পৰিচয় দিয়ে। 'আমাৰ দোকান' খুলি চাইকেলেৰে তেওঁ বস্তু বেচি ঘূৰি ফুৰিছিল। এইবোৰ কাহিনী বেচ আমোদজনক। জীৱন-বীমাৰ এজেন্সী, পেট্ৰল কম পোৱা বৰিৰ ব্যৱসায়, হাতীমহল এইবোৰ আছিল তেওঁৰ ধন ঘটাৰ উপায়। কিন্তু শুকান বালি আৰু কিমান তিয়াব? এইবোৰ উৎসাহৰ প্ৰদীপ এদিন নুমাই গৈছিল। 'আমাৰ দোকানতো' লালবাতি জ্বলিছিল। তথাপি ক'ৰবাত কিবা স্খলন হ'লেও মূলতঃ তেওঁ আশাবাদী। মানুহৰ সংস্পৰ্শই তেওঁক এই সাহস দিছিল। এইবোৰৰ মাজতো তেওঁ "মণিৰাম দেৱান"ৰ সমল বিচাৰি অৰঙে-দৰঙে ঘূৰি ফুৰিছিল। আজৰি সময়ত দেৱানৰ জীৱনীখনো লিখিছিল। তদুপৰি নানা সংগঠনমূলক ৰাজহুৱা কামৰ লেঠা। আলি-পদূলি বন্ধা, ডাকঘৰ স্থাপন কৰা, মণিৰাম দেৱানৰ তিথি পতা, হাস্পতাল পতা আদি বিভিন্ন ৰাজহুৱা কামতো লাগি সমাজ সেৱা কৰিছিল। তেওঁৰ বুৰঞ্জী-প্ৰীতিৰ উৎসৰ ভিতৰত কলিকতাৰ ইম্পীৰিয়েল লাইব্ৰেৰী থাই, কিন্তু তেওঁ এই বিষয়ত ম'ৰাপুখুৰী কোঁৱৰ গাঁৱৰ কনক চন্দ্ৰ ফুকন, আমগুৰি বাগিছাৰ বিধৱা মেম গৰাকী, সোণাপুৰ চাহবাগানৰ মেনেজাৰ মিডোলটন চাহাবৰ নাম লবলৈ পাহৰা নাই। এইখিনি সময়তে তেওঁ সাংবাদিকতাও কৰিছিল, 'দৈনিক বাৰ্তা', 'জেৰণ অসম' আদি কাকতৰ জৰিয়তে তেওঁ সংবাদ সেৱা কৰি এহাতে অসমৰ মানুহক উদগনি দিছিল আৰু আনহাতে উদাৰনৈতিক দৃষ্টিভঙ্গীৰে সমস্যাবোৰৰ আলোচনা কৰিছিল। এইবোৰ কথাৰ বিশদ বিৱৰণ তেওঁৰ আত্মকথাত আছে আৰু ইয়াৰপৰা বুজিব পাৰি তেওঁ বহুমুখী প্ৰতিভাৰ অধিকাৰী আছিল। কিন্তু তেওঁৰ মাজত সোমাই থকা শিল্পীজনক ৰূপ দিবৰ বাবে এইখিনিয়েই যথেষ্ট নাছিল। তাৰ বাবে প্ৰয়োজন হৈছিল গুৱাহাটীৰ দৰে সাংস্কৃতিক চৰ্চ্চাৰ অনুকূল এটিৰ পৰিবেশ।

প্ৰতিভাধৰ এইজনা পুৰুষৰ অসমীয়া সমাজলৈ তেওঁৰ শ্ৰেষ্ঠ অৱদান কি? বহুতে কয় বেণুধৰী গদ্যৰ কথা। কিন্তু তেওঁ যি ভাষা লিখিছিল সেই ভাষাৰ উৎস হ'ল তেওঁৰ বাস্তৱাহত হৃদয়। বাহিৰৰ ধুমুহাই তেওঁৰ হৃদয়ত চিন্তাৰ ঢৌ তুলিছিল, সিয়েই শব্দৰূপী ইমেজৰ মাজত ধৰা পৰিছিল। তেওঁৰ ভাষাক মাটিৰ গোন্ধ থকা আৰু ঘৰুৱা কৰি তুলিছিল জনসাধাৰণৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আৰু প্ৰীতিয়ে। এই বিষয়ত তেওঁ আমাৰ পথ প্ৰদৰ্শকো। অৱশ্যে এই ভাষা ক'ৰবাত প্ৰাণবান, ক'ৰবাত কিছু পৰিমানে নিষ্প্ৰভ। মনৰ তেজ য'ত প্ৰবল, সত্য আৰু স্বাধীনতাৰ সেৱাত মন য'ত সক্ৰিয়, তাতেই ভাষা বোৱতী নদীৰ দৰে জীৱন্ত, য'ত সেই মনৰ বলৰ অভাৱ

স্বাভেই ভাষাই তাৰ ভিৰবিৰণি হেকৱাইছে। 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' নামৰ পুথিৰ ভাষা প্ৰথম স্তৰৰ, আত্মকথাৰ বাকী অংশৰ ভাষা, তাৰ তুলনাত কিছু নিষ্প্ৰভ। তথাপিও, তাৰ মাজতো, তেওঁৰ সুদক্ষ হাতৰ পৰশ পোৱা যায়। কাঁচিয়লি ৰ'দত'ৰ ভাষাতে প্ৰবাহিত হৈ আছে ব্যক্তিত্বৰ স্ফুৰণ উচ্চ আদৰ্শৰ প্ৰতি আগ্ৰহ, চৌপাশৰ নান্দনিক উপলব্ধিৰ সুৰ। এই বাবেই কাঁচিয়লি ৰ'দত' তেওঁৰ সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ আৰু আত্মকথাত ইয়াৰ অন্তৰ্ভুক্তি যুক্তিযুক্ত হৈছে সন্দেহ নাই, গ্ৰন্থ খনৰ ভাষা দীপ্তিময়, কিন্তু এই দীপ্তিৰ মাজত যি অন্তৰ্বাস্তৱ প্ৰতিফলিত হৈছে তাতেই লেখকৰ দ্বন্দ, জিজ্ঞাসা আৰু উত্তৰণৰ ছবি জিলিকি আছে। আমাৰ বাবে তাৰেই প্ৰয়োজন বেচি।

আত্ম-জীৱনীৰ চৰিত্ৰ বেলেগ। জীৱনীৰ লগত ই একে নহ'বও পাৰে। জীৱনীকাৰে মানুহৰ দোষবোৰ দেখুৱাই সেই বিষয়ে মন্তব্য কৰাৰ থল থাকে, কিন্তু আত্ম-জীৱনীৰ লেখকে নিজৰ নিন্দা কৰাটো কল্পনাই কৰিব নোৱাৰি। সকলো জীৱনীতেই নায়কক সমালোচনাৰ কাঁড়েৰে ঘাইল কৰা হয় বুলি ধৰি লোৱাও টান। সকলো আত্ম-জীৱনীও সেইদৰে মহিমভীয়া নহয়। তথাপিও লেখকৰ দোষবোৰ সম্পূৰ্ণকৈ উদ্‌ঘাটন নকৰাৰ প্ৰৱণতা নথকা নহয়। সুৰুচিৰ বাবেও কিছুমান কথা উল্লেখ কৰা টান। সেইকাৰণে কিছুমানে ভাবে যে সম্পূৰ্ণ সত্যৰ ইংগিত আত্ম-জীৱনীয়ে নিদিয়ে। তথাপিও লেখকৰ আশা আকাংক্ষা, নৈৰাশ্য, অন্তৰ্জীৱন, অন্তৰ্দৃষ্টি, দোষ-ত্ৰুটীৰ সন্ধেদ আমি আত্মজীৱনীত নোপোৱাকৈ নেথাকো। বস্তুনিষ্ঠ দৃষ্টিৰ অভাৱ আৰু ৰোমাণ্টিক মানসিকতাৰ সীমাবদ্ধতাৰ মাজতো বেণু শৰ্মাৰ আত্মকথাত আমি এইবোৰৰ আভাস পাওঁহঁক।

'মজিয়াৰপৰা মেজলৈ' পুথিখনিৰ সমল সংগ্ৰহৰ পৰিকল্পনা আৰু প্ৰকাশৰ উদ্যোগ অজিত শৰ্মাৰ। এইবাবে তেওঁ আমাৰ শলাগৰ পাত্ৰ। বেণু শৰ্মাৰ এই শেষ ৰাগিনীৰ মৰ্মবস্তু যদি আমি হৃদয়ঙ্গম কৰিব পাৰোঁ, তেহে তেওঁৰ আত্মাই শান্তি পাব। কলা তেওঁৰ বাবে নিঃসংগ আনন্দ নহয়, অসমীয়া মানুহৰ চেতনাক আলোড়িত কৰাই তেওঁৰ দৃষ্টিৰ লক্ষ্য আছিল। তেওঁৰ ৰচনাত ফুটি উঠিছে সুস্থ জাতীয়তাবাদ, ইতিহাস-প্ৰীতি, উদাৰ স্বভাৱ, জনসাধাৰণৰ প্ৰতি শ্ৰদ্ধা, স্বাধীনতাৰ আগৰ পিচৰ সচেতন অসমীয়া মধ্যবিত্ত মানসিকতাৰ সবল আৰু দুৰ্বল দিশ। তেওঁৰো দুৰ্বলতা আছিল সঁচা, কিন্তু তেওঁৰ আগবয়সৰ সাহসী অনাত্ম প্ৰত্যয়, মানৱ-প্ৰীতি আমাৰ পাথেয় স্বৰূপ। জীৱনেই বেণু শৰ্মাৰ শিক্ষক আৰু জীৱনেই এদিন তেওঁৰ স্থান নিৰ্ণয় কৰিব। সামগ্ৰিক ভাৱে চালে আমি বুজিব পাৰোঁ, বেণু শৰ্মাৰ গুণ সমূহে আমাৰ নৈতিক আৰু বৌদ্ধিক বিকাশত নিশ্চয় অৰিহনা যোগাব।

শ্ৰীনলিনীধৰ ভট্টাচাৰ্য্য






मैं, भारत का राष्ट्रपति,
जैल सिंह, व्यक्तिगत गुणों के लिए
आपके सम्मानार्थ, पद्म भूषण
प्रदान करता हूं।

नई दिल्ली
दिनांक 2 [illegible] 1983
12 [illegible] 1905

राष्ट्रपति



বেণুধৰ শৰ্মাৰ সন্মানাৰ্থে ১৯৮৩ চনত
ৰাষ্ট্ৰপতিৰ দ্বাৰা মৰণোত্তৰ "পদ্মভূষণ" প্ৰদান

# মজিয়াৰপৰা মেজলৈ

## প্ৰথম পৰ্ব্ব

### প্ৰথম অধ্যায়

**জন্ম আৰু আদি শিক্ষা ঃ** 'মোৰ জন্ম' শক-তাৰিখ ১৮১৬ শক, ৩০ কাতি, শেষ নিশা, বৃহস্পতিবাৰ কৃষ্ণা দ্বিতীয়া তিথি (শেষ নিশা আঘোণৰ ১ তাৰিখ) খৃঃ ১৮৯৪ চন ১৬ নৱেম্বৰ ঠাই চাৰিং পঞ্চপুৰীয়া কাকতী গাঁও শিৱসাগৰ।

বহুত দিনলৈকে হেনো মোৰ মাত ফুটা নাছিল। পমাঁ লাগিছিল। গাত শিহু তেল ঘঁহি চুৰনি পাতৰ কলপাত এখিলাৰ ওপৰত শোৱাই থৈছিল আৰু ছাগলীৰ জিভা খুৱাইছিল। তিনি বছৰমান বয়সত হে বোলে মোৰ মাত ফুটিছে। মাত ফুটাৰ মাহদিয়েকৰ পিচতে কৰ্ণবেধ কৰে, অৰ্থাৎ কাণ ফুটুৱায়। পাঁচ বছৰ বয়সত বিদ্যাৰম্ভ হয়। মেছাঘৰৰ জেঠপা নৌকাক্ষীগোত্ৰীয় ভৱনাথ ঠাকুৰে সিদ্ধিৰস্ত অ-আ-ক-খ কিটা কাঠৰ ফলিত মাটিৰ কলিগুটিৰে লিখিবলৈ শিকায়। সেইদিনা বিদ্যাৰম্ভ উপলক্ষে গোসাঁইঘৰত সৰস্বতী পূজা কৰা হৈছিল আৰু ভকতকো জলপান কৰোৱা হৈছিল। ফলিত আখৰকিটা লিখিয়েই কৰ দেউতা আৰু বোৱাক (মাতৃদেৱীক) সেৱা কৰোঁ। জা-জলপান খাই উঠাৰ পাচত মই যেন সেইদিনাৰপৰা এখোপ ওপৰলৈ উঠিলোঁ। মনত এনেহেন লাগিল।

তেতিয়া শিলৰ ফলি আৰু ফলিগুটি ('পেন্সিল') ওলাইছিল যদিও, বিদ্যাৰম্ভৰ পিচৰপৰা দেউতাই কাঠৰ ফলিত হে এভাৱেৰে আখৰ লিখিবলৈ শিকাইছিল। আখৰ লিখাত হাত আহিলত তামকলৰ বুঢ়া পাত আনি তাৰ পিঠিখন মোহাৰি, পাতৰ সিৰে সিৰে পোনাই চুট। সিৰৰ মাজ ভাগৰত অ-আ আৰু ক-ফলা লিখোঁ। কলপাতৰ শিৰবোৰ পোন হোৱা বাবে আখৰৰ শাৰীবোৰো পোন হৈ যায় আৰু আখৰো লেপ্‌থেপ নহয়। আখৰ লিখোতে দেউতাই এই ফাঁকি সংস্কৃতৰ বচন মাতি কৈছিল, "সমানি

[illegible] [illegible]নি বিৰলানি চ”—আখৰবোৰ সমান হ’ব লাগে আৰু ইটোৰ [illegible] [illegible]টো লাগিব নেলাগে। আখৰ লিখাৰ সঁজুলি আছিল বাঁহৰ বা খাগৰিৰ কাপ আৰু ঘৰত কৰা মহী বা চিঁয়াহী। চিঁয়াহী থোৱা পাত্ৰটোৰ নাম আছিল মহী-চুঙা। বাঁহৰ চুঙাত ভৰাই থোৱা বাবে মহী-চুঙা। পোৰা মাটিৰ মৈলাম বা দোৱাত ওলালত মহী-চুঙা নোহোৱা হ’ল।

মহী বা অসমীয়া চিঁয়াহী কৰা হৈছিল এইদৰে: কেঁচা শিলিখা, চকছাই, বৰা চাউলৰ ছাই, আমলখী-ছাল, খেৰেজু ছাল, পান ডুবিৰামান, কেহেৰাজ বন, লোৰাচুৰ, মাটিৰ চাকিৰ এডেকেৰা, আমছাল আৰু গৰুমূত। এইবোৰ বস্তু একেলগে গোটাই, লোৰৰ কেৰাহীত সিজাই মাটিৰ চৰু এটাত ভাৱনা দি নিয়ম্তে থৈ দিব লাগে। চৰুটোৰ বাহিৰত যি ৰস ঘামি ঘামি নিগৰি ওলায় সেয়ে মহী। সেই নিগৰি ওলোৱা ৰসখিনি পৰিবলৈ ফুটা দিয়া চৰু এটা চিঁয়াহীৰ উপাদান থোৱা চৰুটোৰ তলত একাজিৰ দৰে পাতি থব লাগে। তাৰ ফুটাই দি ওলোৱা চিঁয়াহীখিনি ধৰি ৰাখিবলৈ আকৌ তাৰ তলত এটি চৰু। সেই চৰুতে যি ৰস গোট খাইছি তাকে চুঙা বা মঠীয়াত ভৰাই থব লাগে। এই মহীৰে লিখা আখৰবোৰ পানী নপৰিলে কেতিয়াও মাৰ নেযায়। কিন্তু চিৰামপুৰী কাগজত (তেতিয়া এইবিধ কাগজ ওলাইছিল) লিখিলে কাগজ ফুটাই দিয়ে। সাঁচি-পাতত হ’ল অজৰ-অমৰ।

এদিন দেউতাই শুনিলে বোলে, ভাঁজো-গড়মূৰত দেৱেশ্বৰ বৰঠাকুৰৰ দোকানত এবিধ কলপতীয়া ৰঙৰ তুলাপতীয়া চিঁয়াহী ওলাইছে—পইচাটোৰ চাৰি খিলা। সেইবিধ চিঁয়াহী কেইবা বৰণৰো আছিল। ক’লা, ৰঙা, বেঙুনীয়া আৰু কলপতীয়া। সেইবোৰ চিঁয়াহী সানি থোৱা তুলাপতীয়া পাতকে পানীত পেলাই আগৰ মহীৰ কাম কৰিছিলে। পাতৰ চিঁয়াহী ওলালত মহীৰ ব্যৱহাৰ নোহোৱা হ’ল। খাগৰি কাপ আৰু মাটিৰ মৈলামেই বহুত দিন চলিল। বাঁহৰ কাপো লৈছিলোঁ। কিছুমান দিনৰ মূৰত কাচ-মাটি বা বেলোলৰ ওভোতামুখীয়া দোৱাত ওলালত মৈলামৰ মৃত্যু হ’ল। চাকৈ-চকোৱা চৰাইৰ পাখি-কাপ আৰু সৰাল দিয়া ৰাজহাঁহৰ পাখি-কাপে খাগৰি কাপৰ ঠাই অধিকাৰ কৰিলে।

পানীন্দ্ৰ নাথ গগৈৰ সেই আপুকগীয়া আৰু আজিলৈকে কোনেও দেখিব নোৱৰা ল’ৰা-শিক্ষাৰ ‘আগছোৱা’—‘মাজছোৱা’ কিতাপেই আমাৰ আদি

পাঠ। শেহ-ছোৱাও পঢ়িছিলোঁ। দেউতাইঁতে পঢ়া মদন-মোহন তৰ্কালঙ্কাৰৰ "শিশুবোধ" পুথিৰো "পখীসবে কৰে ৰৱ", "ৰাত্ৰি পুহাইল", "কাননে কুসুম কলি সকালে ফুটিল" পদ্যও আওৰাইছিলোঁ।

ৰাতিপুৱা ফেহু জাগি দিওঁতে-নৌ-দিওঁতে শুই উঠিব লাগে। মুখ ধুয়েই পীৰা এখনত কিতাপটো থৈ চটাই এখনত বহি আগত তামুলী পীৰা এখন লৈ পঢ়িব লাগে। এঘণ্টামান পঢ়া হ'লেই হাতত কুকি লৈ গোসাঁইলৈ ফুল তুলিবলৈ লাগে। ফুল তুলি আনি, গা-ধুই গোসাঁই ঘৰত সেৱা কৰি জা-জলপান আদি যি পাওঁ খাওঁহক। ভীমকল, কোমল চাউল, এৰাঁগাখীৰ আৰু অকণমান গুৰ—এয়ে জলপান। বিহুৰ সংক্ৰান্তিয়ে হে আখৈ, চিৰা, ভজা-পিঠা, সান্দহ, আখৈ লাৰু হয়। আৰু কালি মংগা মৰা দিনত এহাতে ক-খ কিতাপ আৰু আনহাতে এছাৰি লৈ মৰণাৰ গৰু-ফুৰাব লাগে। ককাই ওচৰতে বহি পুথি-পাঁজি চাই থাকে, নাইবা সজা-গৰা কিবা এটা হাতৰ কাম কৰি থাকে। গৰু ঘূৰাৰ লগে লগে মই আৰু মোৰ ভাই ধৰ্মেশ্বৰে ফুটাই ফুটাই ক, খ বা ঙ্ক, ঙ্খ পঢ়ি যাব লাগে। অলপমান ৰ'লেই বা খুঁটিয়াব খুজিলেই ককাই বেতৰ সুত ভাঙিলেই নাইবা পুথি খনেৰেই ছাটৌপ কৰে কোব মাৰি পঠিয়ায়। ধৰ্মেশ্বৰে পঢ়োতে খোনাইছিল। কিন্তু ককাৰ কোবপৰা মাত্ৰকে খোনা ভাগি গৈছিল।

**চাৰিওৰ আমাৰ ঘৰ :** চাৰিওৰ আমাৰ বাৰীখন পূবা-পছিমা। বহলতকৈ দীঘ বেচি। পূৰ্বে এই বাৰীখন দেহিৰাম ভঁড়ালী বুলি এজন মানুহৰ আছিল। ককাদেউতা হেমোধৰ শৰ্মাৰে নামতিৰ হুত্তিৰাম বৰুৱা চিৰস্তাদাৰৰে বৰ ভাল আছিল। চিৰস্তাদাৰে ককাক দেহিৰাম ভঁড়ালীৰ পৰা ৩ টকা ধাপত বাৰীখন লৈ দিছিল। বাৰীৰ মুঠ মাটি আছিল ৮ বিঘা। দেউতাৰ বিয়াৰ পাচতে ৰবদেউতা মহোদৰ (মণি মণ্ডল) শৰ্মাই বেলেগ হ'ব খোজাত বাৰীখন পূবা-পছিমাকৈ দুচিটা কৰি পেলোৱা হয়। দেউতাই দক্ষিণৰ ফালটোকে ললে। ৰবদেউতাই মণ্ডল কাম কৰিছিল। দেউতাতকৈ তেওঁৰ অৱস্থা ভাল আছিল। দুই পুতেক মণি-ভিহুক মাটি ভাগকৈ দি ককাই যাৰে তাৰে এফালে থাকিবলৈ ললে। পোনতে তেওঁ ৰবদেউতাৰ ফালেই আছিল। পিচলৈ দেউতাৰ লগত থাকিবলৈ ললে। দেউতাই ৰৰ-ঘৰৰ মুখতে ককাৰ ঘৰ এটা সজাই দিয়াইছিল। ককাই ভাত বেলেগে ভাত-পানী ৰান্ধি খাইছিল।

ঘৰা চাৰিওৰ শেঙে-শেঙে পূবা-পছিমাকৈ বাৰী, তাৰে উত্তৰ হাতে বৰঘৰ, তাৰ মূৰতে ককাদেউতা থকা ঘৰ। ককাৰ ঘৰটোৰ ফালে বৰঘৰৰ ভিতৰতে তাতৰ চক। মাজত চোৰ চাং বা শোৱা চাং। সেই চাঙৰ পছিমলৈ মজিয়া। আগেয়ে প্ৰায় মানুহৰেই পূবফালৰ পৰা তাতৰ চক, শোৱা চাং আৰু মজিয়া একেটা ঘৰতে আছিল। বৰঘৰৰ পৰা উত্তৰা-দক্ষিণাকৈ পছিম পোনে মালঘৰ বা মাৰলঘৰ। তাৰ পেটতে পছিম কাষে ঢেঁকীঘৰ। মালঘৰটো আকৌ পূবা-পছিমাকৈ সজা চ'ৰা-ঘৰত লগ-লগোৱা। চ'ৰা-ঘৰৰ মূৰতে গোসাঁইঘৰৰ পূব মূৰে তাৰ পূবলৈ ভঁড়াল ঘৰ। চ'ৰা-ঘৰে গোসাঁইঘৰে লগালগি। বাৰীৰ দক্ষিণ হাতে, চ'ৰাঘৰৰ আগতে থিয়কৈ (পূবা-পছিমাকৈ) সোঁহাতলৈ গোহালি ঘৰ। মালৰ-ঘৰ—ভঁড়াল ঘৰৰ মাজতে চোতাল। পদূলিত জপনা বা দুৱাৰ নাই। তিনডাল নঙলা। ঘৰৰ মুখতে চাৰিংজান—পাটী দৈ, বাঁহনি, তৰাণি, আম, কুজি-থেকেৰা, টেপৰ গছেৰেই ভৰা। জান পাৰ হৈয়ে দক্ষিণলৈ কঠীয়াতলী।. সেইখন আগেয়ে বৰবাম বুলি কৈছিল। তাতে দক্ষিণলৈ অকৰা বিল নামেৰে এখন বিল। সেই বিলত দ'ত-বাক থাকে আৰু মাজে মাজে কন্ধেও উকিয়ায়। জানটোৰ দাঁতিয়ে দাঁতিয়ে জয়াল বৰগছ, জৰীগছ আৰু আম গছ।

সন্ধ্যা লাগিল মাত্ৰকে মানুহ দুনুহ অহা-যোৱা কৰিবলৈ ভয়। আলিবাট নাই। ইখৰ-সিখৰলৈ যাবলৈ লু'লুভীয়া বাট এটি মাথোন। বাৰী-খনৰ কেউফালে হাবিয়ে আগুৰা। হাবিয়নিত শিয়াল, কুকুৰনেচীয়া বাঘ জহামালৰ চোং। গোহালিৰ পৰাই বাঘে গৰু ধৰি নিয়ে। ককাইতৰ দিনত ইয়াত বহুত ম'ৰা চৰাই আছিল। হৰিণা পহুৱেও শিং ডাঙি ডাঙি ভেৰা লাগি ধান-মাহ খাইছিলহি। ৰবৰাম বোলা দুৱাৰমুখৰ বাম মাটিত গজপুৰীয়া কাকতীৰ ভদিৰামে মূদৈ পুথুৰীৰ পাৰৰপৰা চাহবাৰী পাতিছিল। ভদিৰাম মণিৰাম দেৱানৰ তলত থাকি গাভৰু পৰ্ব্বতত বৰ মহৰী কাম কৰা মানুহ। কাম এৰি ইয়াতে চাহবাৰী পাতিছিল।

আমাৰ ঘৰটো তুথন গাঁৱৰ মাজত। পূবে গজপুৰীয় কাকতী আৰু পছিমে খনিকৰ গাঁও—এইখনকে অগ্নিৰৰ খনিকৰ বোলে। গাঁৱৰ আউটি-টোৰ উত্তৰে দোপৰ পথাৰ-নলনি হাবি—নলনিত্ৰৱ বোলে। তাত বাঘে পোৱালী জগায়। বাৰিষা বাঢ়নী পানীৰে বুৰ খাই থাকে। গজপুৰীয়া কাকতী গাঁও নামটো অলপ দিনৰ পৰা হে হৈছে। ইংৰাজী ১৮৭২ চনলৈকে

তাত ২২০ ঘৰ ভঁড়ালী খেলৰ মানুহ আছিল। সেইকাৰণে তাৰ নাম আছিল ভঁড়ালী গাঁও। এবাৰ হেনো এটা বাজহুৱা বনভোজ হৈছিল। সেই ভোজটোৰ ভাত বাটি খোৱাতে গাহৰিয়ে খালেহি; তাকে খাইজেও খালে। তেতিয়াই গাঁৱত মৰক লাগিল—একালৰপৰা মানুহবোৰ হাইজা লাগি মৰি যাবলৈ ধৰিলে। গুৰুীয়া ভঁড়ালী, পদো ভঁড়ালী আৰু উথাই ভঁড়ালী নামে তিনিজন মানুহ হে থাকিলগৈ। সোণাৰাম ভঁড়ালী বোলা পণ্ডিত এজন গুৱাহাটীৰ কুকুৰাৰে গুচি গ'ল। সেই গাঁও ভগাৰ পিচত হে মুঠৈ পুখুৰীৰপৰা আহি গজপুৰীয়া কাকতীৰ মানুহ ভুঘৰমান বহিলহি। এতিয়া সেই কাকতী সকলৰেই বহগাঁও। ভঁড়ালী ঘৰৰ দুঘৰ মানুহ মাথোন আছে। এঘৰ চাৰিংগুতে আছে, নাম টাঙ্কৰাম আৰু পদো ভঁড়ালীৰ নাতিয়ে নন্দীকান্ত তেজপুৰৰ বৰ্ণোপাৰালৈ উঠি গ'ল।

আমাৰ আগৰ অৱস্থা: তেতিয়া কাকতী গাঁৱত নামঘৰ নাছিল। খনিকৰ গাঁৱত হ'লে বৰ নামঘৰ এটা আছিল। গজপুৰীয়া কাকতীৰ খেলটো দিহিঙৰ গোসাঁইৰ সেৱক হোৱা গুণে গাঁৱত নামঘৰ সজাৰ একো আৱশ্যক নাছিল। কিয়নো আতাসকলৰ থানতে ৰাজহুৱা তিথি-সবাহ আৰু নামগোৱা হৈছিল। ধকৰ, সকাম-নিকাম বা নামগোৱা আদি গোসাঁইঘৰীয়া কাম অৱশ্যে ঘৰে-ঘৰেই কৰিছিল। গাঁৱৰ মাজত দোকান নাছিল।

আমাৰ ম'হ চাৰিজনী আছিল। কেশ ৰাকতী আৰু সোণাৰাম কাকতীয়ে সেই ম'হ আধি পুহিছিল। ঘৰতো গাই ন-জনীমান খীৰাইছিল। বোধেশ্বৰ, তুৰ্গেশ্বৰ. বোন্দাই, কদাই, কেমটাই, কটীয়া, বজো, বলাই, লুথুৰ, সক বা চোকানী, ধিতৰাম, ভদৰ, কাৰাম—ইহঁতেই আছিল ইটোৰ পিচত সিটোকৈ খৰি-খেৰ লোৱা, হালোৱা-জালোৱা আৰু বনৰাৰী কৰোঁতা বন্দুৱা। নামটোত হে বন্দুৱা, কাম আৰু ব্যৱহাৰত, খোৱা-বোৱাত আমাৰে সৈতে সমান আৰু একেই। সিহঁতে মাত্ৰ হাল বায়, খৰি ফালে, মৰণা মাৰে।

মাতৃ তুলসী দেৱী: আমাৰ মাতৃৰ নাম তুলসী দেৱী। মই বৌ বুলি মাতিছিলোঁ। ফেঁহুজালি দিওঁতেই বৌ শুই উঠে। চোতাল-ঘৰ সাৰি গাখীৰ খীৰায়, গা-ধুই আহি গোসাঁই ঘৰ মচে, কোবা-অৰ্ঘ্যা ধোৱে। ককাক গা-পা ধুবলৈ পানী উলিয়াই দিয়ে আৰু জলপান-পাতি যতাই দিয়ে। আলহী-তুলহী আহিলে কাপোৰ, গামোচা, তিয়নি ঠিক্-ঠাককৈ থয়।

খনিকৰ গাঁৱৰ আৰু কাকতী গাঁৱৰ ছোৱালীবোৰে বৌক লাচনি-পাঁচনি কৰি দিয়েহি। বৌৱে অকলৈ অকলৈয়ে পুখুৰীৰ পানী আনি, শাক পাচলি কুটি নিজৌ ভাত-পানী ৰান্ধে, গাইৰ গাখীৰ খীৱায়, ঠাই সাৰে। সাদিনে সাদিনে নিজে নিজেই ঘৰ মচে, অকাত ধান বহায়—শুকাই যেনি ধান হাটলৈও পঠিয়ায়। ঢেঁকখৰি, ধানখেৰ, কুঁহিয়াৰৰ জাবৰি, কল ঠোৰৰ মূৰেৰে ধান সিজায়। ঘৰত উখোৱা চাউল হে খোৱা হৈছিল। অহা চাউল আৰৈ চাউলৰ ভাত মাজে-সময়ে হে খাবলৈ পাইছিলোঁ। অহা চাউল হ'লেই গোসাঁইৰ প্ৰসাদলৈ আগৰঢোৱা হয়।

খেতিৰ দিনত বৌ কেতিয়াবা কেতিয়াবা ধান চাবলৈও যায়। শাৰী-য়াই কলে বা দালে বৌয়েই নিজেই জলপান নি বোৱনী বা দাউনীইঁতক পথাৰতে দিয়েগৈ। গধূলি হ'লেই বৌৱে আমাক সাধুকথা কয়। ককাই চাণকাৰ শ্লোক শিকায়। বিদ্যাৰম্ভ কৰাৰ আগেয়ে ককাই মুখে-মুখেই শ্লোকৰ বাহি-ৰেও—বিষ্ণু সহস্ৰ নাম, গাঙ্গস্তোত্ৰ আৰু শ্ৰীকৃষ্ণৰ শতনাম মুখস্থ কৰাইছিল। বৌৱে আই নাম, অপেচৰী সবাহৰ নাম, বিয়া নাম শীতলা নাম, গোসানী নাম, নামবোৰা বৰ শুৱলাকৈ গাব পাৰিছিল।

জেঠ-আহাৰ মহীষা বতৰত কেতিয়াবা কেতিয়াবা আমাৰ ঘৰত অপেচৰী সবাহ বা দেওবৰীয়া সবাহ হৈছিল। দেওবৰীয়া সবাহ দেওবাৰে হে হয়। এই সবাহৰ আচল অৰ্থ সূৰ্য্য পূজা। ওচৰৰে জোনাকী মাক, ভগনী বুঢ়ী, কান্দুৰী, বৰকানিয়ানী গোপীনী। সবাহত কেঁচা পিঠা দু-খৰাহিমান লাগে। ঠাই-ঠুই আঁতৰাই চোতালতে শৰাইৰ ওপৰত পিঠাগুৰিখিনি থৈ নামতী আই সকলে চাৰিওফালে বহি বেলীশ্বৰৰ ( বেলি-ঈশ্বৰ ) নাম গায়। দেওবৰীয়া সবাহ পাতিলে হেনো মাৰি-মৰক একো নহয়।

গাঁৱত কবিৰাজী বা ডাক্তৰী ঔষধৰ নাম শুনাই নাছিলোঁ। ডাক্তৰ কাক বোলে তাকো জনা নাছিলোঁ। ঘৰত কাৰোবাৰ জ্বৰ-জাৰি হ'লে ওচৰৰ তোলন বেজক মাতি আনে। তেৱেঁই কিৰা-কিৰি দিয়ে। পদো ভঁড়ালীৰ টঙ্কেশ্বৰ বুলি এজন পুতেক আৰু টোকোৰা বুলি এজন ভায়েক আছিল। তেওঁবিলাকৰ ঘৰত উপৰি পুৰুষৰপৰা বেজালি ব্যৱসায় চলি আহিছিল। তেওঁবেই জৰা-ফুকা কৰা, দৰৱ দিয়া সকলো কথাতে আমাৰ বেনিবা ঘৰুৱা ডাক্তৰ আছিল।

দৰৱৰ ব্যৱহাৰতকৈ তেতিয়া ঘাত বেমাৰ-আজাৰ বা অপায়-অমঙ্গল হ'লে

নাইবা অসুখে দেখা দিলে মানুহে গ্ৰহৰ বৈগুণ্য বুলিয়েই বিশ্বাস কৰি ভকত সেৱা কৰাটো হে ৰৰকৈ চলিছিল। কাৰোবাৰ গ্ৰহণী জ্বৰ, কাহ বা কিবা এটা হ'লেই পাঁজি চোৱাই গ্ৰহ-গতিৰ প্ৰতিকাৰ কৰে। সাধাৰণতে ভকত সেৱা কৰিবলৈ হ'লে আমন্ত্ৰণীয়া হিচাবে ভকতক একঠা চাউল খুৱাব লাগে। নাইবা চাৰিজন ভকতক আনি কেঁচা পিঠাগুৰিৰে জলপান কৰাব লাগে। নাইবা তুলসী দিওৱা বিষ্ণুনাম গোওৱা আদি শান্তি স্বস্ত্যয়ন কৰিব লাগে। বন দৰৰো খাবলৈ দিয়ে। শিলিখা, আমলখী, আমৰা, ঔ-টেঙাৰ বাকলি সুমথিৰা টেঙাৰ বাকলি, নেমুটেঙা এইবোৰেই বৌয়ে শুকুৱাই থৈছিল। দৰৱত লাগে দেখি বনসট, ভুমিচম্পা, আগীয়াচিটা, পিৰালি কুঁৱৰীকে আদি কৰি বহুত দৰব-শাক দেউতাই কই লৈছিল।

গাখীৰ, মাছৰ উভৈনদী ঃ গৰুৰ গাখীৰৰ দাম সেৰে এক অনা আৰু ম'হৰ গাখীৰৰ দাম দুই অনা আছিল। খুজিলেই পায়। গাখীৰ বেচা নিয়মেই নাছিল। ল'ৰাকালত আমি গাখীৰ কিনা ক'বই নোৱাৰোঁ। সকাম-নিকাম হ'লে হে বেচ দি আনিব লাগে। বাৰীয়ে বাৰীয়ে থোকা-থোকে কল, কল কিনা কোনো মন্ত নাই। কাৰোবাৰ ঘৰত কল লগা দেখিলেই পকিবলৈ ধৰাৰ আগতে সকামলৈ আগকৰে তাই গিৰিহঁতক কল-থোকা খুজি থয়। গিৰিহঁতেও পইচা এটি নোলোৱাকৈ সেই কল আগবঢ়ায়। ৰাতিপুৱা কি আবেলি, জলপানৰ লগত বাটি ওপচাই এৰ্‌াঁ-গাখীৰ খাবলৈ পাইছিলোঁ। কুমলীয়া বাঁহৰ চুঙাত ভৰোৱা দৈ-গাখীৰো জলপানৰ লগত প্ৰায়ে খোৱা হৈছিল। চাহপানী ওলোৱা নাছিল। আলহী আহিলে গাখীৰে-গুৰে মিলাই কোমল চাউলৰ জলপান এটি দিবই লাগিব। আখৈ-চিৰাও থাকে। গা নোধোৱাকৈ সেই পকা জলপান খোৱা আছিল নিষিদ্ধ। বাহী গাই খালে পৰাচিত হ'ব লাগে।

কাপোৰ ধোৱা, কি গা ধোৱা একো চাবোনেই নাছিল। চাবোন লগোৱাটো জাতযোৱা কথা আছিল। ধান খেৰৰ বা কল খাৰণী সকৱাই সেই খাৰণীৰে কাপোৰ-কানি ধুই লোৱা হৈছিল। মণিহালৰ গুটিৰে লগুণ ধুইছিল। মাজে সময়ে মচুৰ মাহ খোৱা মনত পৰে। বহৰ, মচুৰ মাহৰ সেৰে ছপইচা, মাটি মাহৰ একঅনা, কলা বা খেচাৰি মাহৰ একঅনা। মাহৰ ভিতৰত এই কেইবিধকে খোৱা হৈছিল। বহৰ মাহৰ দাম সেৰে ছপইচা-দুই অনা যদিও ল'ৰাকালত খাবলৈ পোৱা নাছিলোঁ। মৰিচা,

ঔ টেঙা বৰ থেকেৰা, কুঁজি থেকেৰা, তেতেলি টেঙা আদিৰেই আঞ্জা খোৱা হৈছিল। বাস্তিপুৰ্ৱা পোৰাপিঠা, পাতত দিয়া পিঠা, কোমল চাউল আৰৈ লাডুকে প্ৰায়ে খাইছিলোঁ। বিহুৰে-সংক্ৰান্তিয়ে খৰাহিয়ে খৰাহিয়ে চিৰা, খোলাচপৰীয়া পিঠা, ঘিলা পিঠা, সুতুলি পিঠা, সান্দহ, কৰাই, গোট কৰাই বালি-খুন্দি, ভাজি পুৰি বান্ধনি ঘৰৰ চাঙত তুলি থৈ দিয়ে। শাওন-ভাদৰ পৰা বহাগলৈকে মাছ ওৱাহোৱা। পুখুৰী, পথাৰ, খাল দোং সকলোতে মাছেই মাছ। সিঁচি, বৰশী বাই, টোপাই খালৈয়ে খালৈয়ে মাছ ধৰা হয়। বৰশী বাবলৈ আঙুলিপকুৱা আৰু কেচু বৰলাৰ বাহৰ টোপেই আটাইতকৈ ভাল। চালিগুতে বামুণৰ জানত ইমান যে কাৱৈ মাগুৰ মাছৰ খলী। বৰশীটো লৈ গ'লেই এখন মান ভাতমোল খোৱাৰ সময়তে জেৰ-কুৰি দুকুৰি মাছ পোৱা হয়। ভাত-পানী খোৱাত জন্মাতকৈ টেঙা আৰু খাৰ যে সৰহকৈ খাইছিলোঁহক: ভাল খোৱাত বৰ জুতি নাছিল। মাছৰ জুতি, চৰ্চৰীয়া টেঙা আঞ্জাই প্ৰধান। মঙহৰ ভিতৰত পাৰ চৰাইৰ জোপাৰ দাম আছিল দুইঅনা। কুকুৰা চাৰি অনা হ'লগৈ। বাৰিষা হৰিণা পৰ উঠি আহে। হাইকৈ পাচি টকাত মাৰ—তাৰে কেতিয়াবা একোভাগ আহে। নামদাং পেপেলা ডুবি (বেজগাঁও)-ৰ পোহাৰীয়ে আমাৰ ঘৰত থাকিলেই গাঁৱত মাছ-পুঠিটো ধানলৈ সলাই ফুৰিছিল। আফলী পোহাৰীৰ মাক-জীয়েকে ৪০ বছৰ মান আমাক মাছ যোগাইছিল। অকাইচুক পথাৰত মহ ৰটি আছিল। যথাপি গাঁৱত ঘৰে-ঘৰেই ম'হ দুই-চাৰিজনীও আছিল।

তেলত মাছ ভাজি খোৱাৰ নিয়ম নাছিল। একো শাক-পাচলি নহ'লে তেল খাৰণীৰেই ভাত খোৱা হয়। খাৰণীত দি মাছ উহৰাই চৰ্চৰীয়া কৰে। ঢেকুৰা শাকৰ খৰলি (তেল নিদিয়াকৈ ভজা হ'লেই খৰলি), বাবৰি শাকৰ লগত কণী-ভজা, চৰ্চৰী মাছ, শুকান খৰিচা—পোৰামাছ লোণ তেলত সানি কৰা পিটিকা, কঠাল গুটি পিটিকা, খাৰলি, আলুগুটি পোৰা, লফা, ঔ টেঙাৰ আঞ্জা, ভজা মাটিমাহৰ খাৰণী দিয়া বা টেঙা দিয়া—এইবোৰেই ভাত খোৱাৰ জুতি। ঔ টেঙা বা থেকেৰা দি মাটি মাহৰ আঞ্জা কৰা হৈছিল—হিঙো দিয়া হৈছিল। অকণমান ঘিঁউ বা দৈ গাখীৰ নাইবা এৰাঁ গাখীৰেৰে ভাতখোৱা কামটো 'মধুৰেণ সমাপয়েৎ' কৰা হয়।

জগন্নাথৰ পাণ্ডা : জগন্নাথৰ দুজন পাণ্ডা দুমাহ আমাৰ ঘৰতেই থাকেহি। জগন্নাথত তীৰ্থ কৰিবলৈ যোৱা যাত্ৰী গোটোৱাই ভেণ্ডৰিলাকৰ কাম। ৰংপুৰত হাইস্কুলত নাম লগোৱা দিনলৈকে ( ১৯০৫ চন) আমাৰ ঘৰত এজন নহয় এজন পাণ্ডা আছিলেই। আনকি, এবাৰ ফিজ দিবৰ সময়ত পাণ্ডা এজনে হে মোক কণ ছটকা উলিয়াই দিছিল। পাণ্ডাৰ চক হৃৰ্কীণ। বৌয়েই চাউল পাত দি, চুৰা ধুই ভেণ্ডৰিলাকৰ আলপৈচান ধৰিছিল। বামুণ পুখুৰীৰ নামস্তি বাপু, মেছাঘৰৰ জেঠপা ভদ্ৰনাথ ঠাকুৰ, কালুগাঁৱৰ ভদ্ৰাই আৰু বাস্তিয়া, কোঞ্চৰপুৰৰ মেজেং, গোপাল মণ্ডল, মেঙেল-টিয়ক-ইছহবাৰ মিস্থিৰ কুটুম্ব আছেই। মাজে মাজে বৰ মোমাই আহি আমাক ভাবি-ধমক দি সংস্কৃতৰ শ্লোক কিমান আওৰাইছোঁ তাৰ পৰীক্ষা লয়।

আমাৰ ককা : আমাৰ ককাই চোলা পিন্ধা নাছিল। ঘৰত থাকোঁতে ককাৰ গাত গামোছা এখন থাকে বা চুৰিয়াখনৰ আগটোকে গাত মেৰিয়াই লয়। ইলৈ-তলৈ যাবলগীয়া হ'লে খনিয়া কাপোৰ লয়; আৰকালি এৰিয়াৰ কাপোৰ লয়। ঘৰত পিন্ধা চুৰিয়াখন কপাহী আৰু বাহিৰত পিন্ধে মুগাৰ। ককাৰ তুলি-পাটিৰ কাপোৰ আৰু আঠুৱাও মুগাৰ হে আছিল।

ককাই নিজেই ভাতপানী ৰান্ধি খাইছিল। নোৱৰা হ'লে হে মহে কেতিয়াবা ৰান্ধি দিওঁ। ককাৰ খোৱাৰ একো লাগ-বান্ধ নাছিল। মাটি-কাছুৰী, টেঙেচি, জাতি লাও, বগালাও, কোমোৰা, লাই-লফা, কচু-চেকীয়া, ঔ টেঙা, কুঁজী থেকেৰা, ৰব থেকেৰা, টেঙামৰা, মিঠামৰা মৰা শাকৰ জুৰ—এইবোৰেই ককাৰ অস্তসৰি খোৱা আগপাতিৰ শাক-পাচলি।

ককা বহি থকা মানুহ নহয়। হাতত কোৰ ডুখৰি লৈ বাৰী-ঘৰৰ চুকত খুচ-খুচ কৰে কাম কৰিয়েই থাকে, সৰিয়হ তলীত দলি চপৰা ভঙা, শাকতলী কোৰা, চটাই চৰা, নগা চৰা, পাটিচৰা বোৱা আৰু তাৰ কাঠী-কামী কৰা, বেত সূত তুলোৱা, জোম-বন্ধা, পাচি-খৰাহী, চালনী, খালৈ, সজা—এইবোৰেই বাৰমাহৰ ঘাই ঘাই কাম। দুপৰীয়া দশম-কীৰ্তন, ৰামায়ণ বকাসুৰ বধ আদি পুথি পঢ়া; বাস্তিপুৰা পুথি-পাজি, আৰু মঙ্গল চোৱা নৈমিত্তিক কাম। বাস্তিপুৰা, দুপৰীয়া আৰু গধুলি—এই তিনিও পৰত কেতিয়াও ত্ৰিসন্ধ্যা খতি নহৈছিল। তেলীয়াল গাঁৱৰ ভদি মেধি, গজপুৰীয়াৰ কন্দ্ৰাম ভঁড়ালী সততেই ককাৰ ওচৰলৈ আহে।

ককা ব্রহ্ম মুহূর্ত্তে উঠে। দুপৰীয়া নোশোৱে। কিন্তু গধূলি ভাত কেইটা খায়েই শোৱে। চাহপানী নেখায়। ১৯১২ চনলৈকে আমাৰ ঘৰত চাহপানী খোৱা অভ্যাস নাছিল। আলহী-দুলহী আহিলে অৱশ্যে, কেৰাহীতে চাহপাত এগাল সিজাই তাৰ পানীকে গুৰ এলভাবে খাবলৈ দিয়া হৈছিল।

১৯১২ চনৰ ৩১ জানুৱাৰী (১৮৩৩ শক, ১৭ মাঘ, দ্বাদশী তিথি)ৰ দিনৰ ২ বজাত ককাৰ মৃত্যু হয়। তেতিয়া মই ৰংপুৰত থাকি পঢ়োঁ। মাঘৰ বিহুত ঘৰলৈ আহি ৰংপুৰলৈ নোযোৱাকৈয়ে আছিলোঁ। ককা ঢুকাবৰ দিনা আমি ঘৰত নাছিলোঁ। ওচৰৰে গোপাল ভূঞাৰ ঘৰত (নকুল ভূঞাৰ দেউতাক গোপাল ভূঞাৰ মাকৰ শ্রাদ্ধ) শৰাধ খাবলৈ গৈছিলোঁ। সেইদিনা ৰাতিপুৱা ককাই চাহপানী এটোপা খাই চাওঁ বুলিলত কেৰাহী এখনতে চাহপাত সিজাই ৰঙাপানী এটোপ খাবলৈ দিলোঁ। দিয়েই আমি শৰাধলৈ গলোঁহঁক। দেউতা আৰু মই ভূঞাৰ ঘৰতে আছিলোঁ। ঘৰত বৌ আছিল। ককা চাল খাই যোৱা দেখি বৰমাক মাতি আনি দুয়ো ধৰি বাহিৰলৈ উলিয়ালে। তাৰ পিচত, ততাতৈয়াকৈ দেউতা আহি শ্মশানলৈ নি শৱদাহ কৰে। ৰবদেউতা নাছিল—ৰংপুৰলৈ গৈছিল। ৰাতি আহি হে ককা ঢুকুৱা গম পাইছে।

ককাৰ আদ্যশ্রাদ্ধ কৰিবলৈ দেউতাৰ হাতত ধন নাই। তেলীয়াল কাটনী গাঁৱৰ দেহিৰাম কাটনীক দুহালিছা মাটি বন্ধক দি কণ ত্রিশ টকা আনি হে শৰাধ পাতিছে।

দুৱৰা কাকতী খেলৰ বাপুটি ফুকনৰ ককাক ভোলানাথ পৰ্ব্বতীয়া ফুকনে ককাক সিদ্ধিৰস্তু অ আ শিকাইছিল। তাতে সংস্কৃতো পঢ়িছিল।

মোৰ দেউতা : ককাৰ পুতেক দুজন—মণি বা মহোদৰ আৰু মোৰ দেউতা ডিম্ব বা ডিম্বেশ্বৰ। দেউতাক আটাইয়ে ডিম্ব বুলি হে মাতিছিল। সকতে দেউতাই তিনীহিয়েক মেছাৰৰৰ ভৱনাথ ঠাকুৰৰ তাত থাকি পঢ়িছিল। মেছাৰৰৰ বিখ্যাত হেমধৰ গোহাঁই দেউতাৰ অভিভাৱকৰ তুল্য আছিল। তাতে পঢ়ি-শুনি উঠি মৰাণ খট্‌-খটীৰ ওচৰত ফটিকাছোৱা গাঁৱত দেউতাই পঢ়াশালি এটা পাতি ল'ৰা পঢ়ুৱাইছিল। তাত থাকোঁতে ৰবদৰাতো ল'ৰা পঢ়ুৱাবলৈ লৈছিল। ৰবদৰাত আমাৰ চাৰিওৰ ম'হোল গাঁৱৰবা উঠি যোৱা নিৰি লেখাকয়ে সকলো প্রকাৰে সহায় কৰিছিল। ফটিকাছোৱাত

থাকোঁতেই দেউতাই মাটি ১০ পুৰা লৈছিল। আমি ডাঙৰ হ'লত ১৯০১ চনত দেউতা ঘৰলৈ আহে। আমাক পধুলি হ'লে মোক শিকায়। দেউতাৰ এনে হে খং যে আমি একো কথাতে তেৰি-মেৰি কৰিব নোৱাৰিছিলোঁ। পধুলি গোঁসাইঘৰত চাকি-চুকা নলগালে, বা গোহালিৰ গৰু নেগালে, নতুবা ৰাতিপুৱা ফেহুঁজালি দিওঁতেই শুই উঠিলে চিৰিপনি এছাৰিৰে পাটীতে চিটিপ চিটিপ কোব লগায়। ভীমকলৰ পাতত আখৰ লিখিবলৈ আগদিনাই কলগছৰ পাত কাটি আনি থব লাগে। এদিন মই পাত নেকাটি, আমাৰ বাৰীৰ মূৰতে কুঁহিয়াৰশাল সাজি খেমালি কৰি আছিলোঁ। কুঁহিয়াৰশালৰ ভেজা দিয়া মাৰিডাল ভাগি মোৰ গোৰোহাৰ পোনেই সোমাই গ'ল। মই সেই পোনেই লাংচাচ খাই পৰি গলোঁ। তেজেৰে ভৰিটো তুংবলি হৈ গ'ল। সিমানতো দেউতাই দুখ কৰক ছাৰি মোক ঠলামুৰি ছুটামান মাৰি ঘৰলৈ দাঙি লৈ আহিল। ভুৱাৰ মেলি ভাংডাল দি থৈ নগ'লে, বহা চাৰিখন তুলি থৈ নগ'লে, দেউতাই তেকাহি লগাবই। ভাত খাওঁতে টাকৌম টাকৌম শব্দ কৰিলে বা হাতভৰি ধুই নবহিলে, ভাবি খাব লাগিবই। প্ৰত্যেক কথাতে দেউতাই ভাবি নিদিয়াকৈ কথা এবাৰকে নকয়। অথচ মই ৰংপুৰত থাকোঁতে দেউতাই বলাই বোলা লগুৱাটোৰ হাতত দি কোমল চাউল, গাখীৰ, আম পঠিয়াই দিয়ে। মোৰ ভাই ধৰ্ম্মেশ্বৰে বৃত্তি পৰীক্ষা দিবলৈ গৈ বৰ জ্বৰত পৰিল। সি পৰীক্ষা দিবই নোৱাৰিলে। তাতে আমি ঘৰ-ঘৰোৱায়ে দুখ পালোঁ। বোৱে বেজাৰতে দুদিন ভাতকে নেখালে।

দেউতাই জাত লগাই কীৰ্ত্তন-নামঘোষাৰ পদ গাব পাৰিছিল। নবাহত নাম দিয়াত দেউতা ওজা আছিল। মাতটো সুৰীয়া আৰু কোমল হোৱা বাবে নামগুণ বা সবাহ-পৰবতে দেউতাই পুথি পঢ়িব লাগিছিল। প্ৰসঙ্গীয়া নামো ৰ্ধিব পাৰিছিল। কৰা টুকুৱাৰ পাচত দেউতাই সদায় পধুলি পধুলি তাল বাই নাম গাইছিল।

আমাৰ বাৰীৰ চুকতে লক নাম ঘৰ এটি আছিল। তাতে ওচৰৰ ফেদেলা, চোকাণী, লুথুৰ, মিচিৰ, কান্দুৱা, ছালকানীয়া বৰকানীয়া দুৰ্গাকানীয়া এটাই-বিলাক আহি পধুলি পধুলি নাম গায়হি। ৰাতিপুৱা শুই উঠিয়েই দেউতাই তামোল এখন খাই পথাৰলৈ যায়। খৰালি শাকনিত কোব মাৰে। পথাৰৰ পৰা আহিয়েই গা-পা ধুই দৈনিক সন্ধ্যা-পূজা কৰে। বাৰিষা ৰামায়ণ পঢ়া এটা ধৰা-বন্ধা নিয়মেই আছিল। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণো পধুলি পধুলি পঢ়া হৈছিল।

দশম এখন নকল কৰি দিয়া বাবে চমুৱা খনিকৰ গাঁৱৰ মধুৰাম ওজাই দেউতাক কেৰেপা-কেৰেপি কাঠৰ ঠগি এখন আৰু হেঙুল হাঁইতাল লগোৱা তিনিখলপীয়া সিংহাসন এখন ভেটি দিছিল। ঠগিখন মই কিতাপ পঢ়িবলৈ লওঁ। সিংহাসনখন গোঁসাইঘৰত থাকিল। আমাৰ শালগ্ৰাম গোসাঁই তিনিজনা, শিৱলিঙ্গ এটি আৰু ৰাধাকৃষ্ণৰ মূৰ্ত্তি এখন আছিল। দেউতা গয়া-গঙ্গা-কাশীত তীৰ্থ কৰিবলৈ গৈছিল। তেতিয়াই কাশীৰ পৰা ফুল বছা পিতলৰ ফুল তোলা কৰণি এটা (কুঁকি), আঁঠধতুৰা ঘণ্টা এটা আৰু তামৰ থাল তুখন আৰু কোষা-অৰ্ঘা এজোৰ আনে। ককাৰ দিনৰ কোষা-অৰ্ঘা আৰু শাল-গ্ৰাম এখন হে দেউতাই ভাগত পাইছিল। সিংহাসনখন আনি গোসাঁইঘৰত প্ৰতিষ্ঠা কৰাৰ পৰা হে আমাৰ ঘৰখনত বোলে, বৌৱে কোৱা মতে, অভাৱ গুচিবলৈ ধৰিলে। দূৰৈৰ পৰা অহা ব্ৰাহ্মণ সজ্জন, পাণ্ডা গোসাঁই-সকল আহিও আমাৰ ঘৰত থাকেহি।

২০ বছৰ বয়সত দেউতাই দক্ষিণপাট সত্ৰৰ দত্তদেৱ গোসাঁইৰ তাত শৰণ লৈ মেলেঙৰ বামুণ শইকীয়া ঘৰৰ তোষেশ্বৰ শৰ্ম্মাৰ জীয়েক তুলসীক বিয়া কৰায়।

# দ্বিতীয় অধ্যায়

**চমাৰগাঁও পঢ়াশালি** ঃ আমাৰ গাঁৱত পঢ়াশালি নাছিল। চমাৰগাঁৱৰ যিটো পাঠশালা আছিল, তালৈও আমাৰ ঘৰৰপৰা তেৰ মাইলমান বাট হ'ব। ঘৰৰপৰা দূৰৈ হয় দেখি, আমাৰ বাৰীৰ চুকতে ৰাঙ্গাৰাম ভূঞা নামে উত্তৰপৰীয়া পণ্ডিত এজনক এটি পঢ়াশালি পাতিবলৈ দিয়া হৈছিল। সেইটোতে দুবছৰমান পঢ়ি, ১৯০১ চনত চমাৰগাঁও পাঠশালাত নাম লগালোঁগৈ। ম'ৰাবজাৰ মৌজাৰ ভিতৰত এইটোৱেই একমাত্ৰ পাঠশালা বা নিম্ন প্ৰাইমেৰী ইস্কুল। গধূলি-বজাৰ, শ'লগুৰি, জকাইচুক মৌজাৰ ল'ৰাও আহি ইয়াতে পঢ়িছিলহি। নামদাং কোষৰ গড়কাষৰীয়া গাঁৱৰ গেবেলা কোঁচ আৰু গুণাকটীয়া গড়কাষৰীয়া গাঁৱৰ গেন্ধাই কলিতা আৰু পুৰণি মেলীয়াৰ বাঘ পণ্ডিত আছিল দেখুৱাই-শুনোৱাই দিয়া পণ্ডিত যাক 'মনিটৰ' বোলা হৈছিল। লাকলেঙীয়া গাঁৱৰ মোহনে প্ৰথম শ্ৰেণীলৈকে পঢ়ি আমাৰ শ্ৰুতলিপি পৰীক্ষা লৈছিল। মোহন পিচত পণ্ডিত হ'লগৈ। আৰু হেড্ পণ্ডিত আছিল পুৰণিমেলীয়া গাঁৱৰ ঠাকুৰাম দত্ত। এখেতক আমি 'বাবু' বুলি সম্বোধন কৰিছিলোঁ। প্ৰথম-দ্বিতীয় শ্ৰেণীৰ ল'ৰাই বাঁহৰ চাঙত (বেঞ্চ) আৰু তৃতীয়-চতুৰ্থ শ্ৰেণীৰ ল'ৰাই কল ঠকুৱাৰ ঢাৰি পাৰি বহিব লাগিছিল। প্ৰত্যেকটো ল'ৰাই ঘৰৰপৰা সেই ঢাৰি নি পঢ়াশালিৰ বেৰত নিজা নিজা বহা ঠাইৰ পিচফালে আঁৰি থ'ব লাগিছিল। কেতিয়াবা কেতিয়াবা ইটোৰ ঢাৰি বা কঠখন সিটোৱে নিয়ে। নিলেই জোটা-পুটি লাগে আৰু 'মনিটৰ' পণ্ডিতে পিঠিত এছাৰি ছিঙি সেই কাজিয়া ভাঙে।

চমাৰগাঁও পঢ়াশালিটোৰ নম্বৰ আছিল ৬৮। তেতিয়া পাঠশালাৰ সংখ্যা ইমান কম আছিল যে আজি-কালিৰ তুলনাত নাই বুলিলেই হয়। তথাপি চলিহা আলিৰ মূৰত পূৰ্ণানন্দ কাকতীয়ে আৰু নিৰ্মল হাজৰিকাই চলিহা কাকতীৰ জনাৰ্দ্দন ভঁড়ালীৰকৰাৰ পুখুৰী পাৰত (এতিয়া যিটোৰ দাঁতিত বাধা ফুকনে হাইস্কুল আছে) বগৰী গছৰ তলতে চাৰিঙ্গীয়া কাটনীত আৰু লুপুকি ফুকনে এছাবিশিঙ্গীয়া বামুণপুখুৰীৰ পাৰতে একোটা ঘৰুৱা পাঠশালা বা

পঢ়াশালি পাতিছিল। পূৰ্ণানন্দ কাকতীৰ ভাত ইংৰাজীও শিকোৱা হৈছিল। ঢুলীয়া গাঁৱৰ ওচৰত (য'ত এতিয়া হাট বহে) কঠীয়াতলী এভৰাতে চমাৰ-গাঁও স্কুলৰ ঘৰ। মৌজাটোৰ ভিতৰত কাকতী গাঁওকেইখনৰ মানুহেই অৱস্থাপন্ন। তেওঁবিলাকৰ ল'ৰাৰ সংখ্যাই ইয়াত সৰহ। শিৱকান্ত ডুৱৰা, তিলকান্ত ফুকন, নিৰণ ডুৱৰা, পুৰণিমেলীয়াৰ বাঘ পণ্ডিত, খামোনৰ মোহন পণ্ডিত, তেলীয়াৰ কান্দুৰা পণ্ডিত আৰু ভদীমণ্ডলৰ পুত্তেক উষাধৰ হাজৰিকা ইয়াৰে ছাত্ৰ আছিল।

মোৰ সহপাঠী লগৰীয়া আছিল নামদাং গডকাষৰীয়া গাঁৱৰ বংশীধৰ কলিতা, জীউৰাম কলিতা, গোঁহাই গাঁৱৰ বাপুৰাম গোহাঁই, গজপুৰীয়া কাকতী গাঁৱৰ লুকিৰাম কাকতী, সুৰেশ্বৰ কাকতী, সৰু মইনা কাকতী, যজ্ঞেশ্বৰ কাকতী ; চমাৰগাঁৱৰ বুদুৰাম কেওঁত, চাবিঙীয়াৰ মহোধৰ কলিতা আৰু কান্দুৰা চুতীয়া, ডুৱৰা চুকৰ টুপীধৰ ডুৱৰা, চাবিঙীয়া কৈৱৰ্ত্ত গাঁৱৰ সোণাৰাম কৈৱৰ্ত্ত—এই কেইজনৰ সঙ্গটোৱেই বিশেষকৈ এতিয়াও মনত আছে। মণিৰাম দেৱানৰ লগত কলিকতালৈ যোৱা মাধৱৰাম শৰ্মা গৌৰীসাগৰীয়া বৰঠাকুৰৰ সৰু পুত্ৰ দুৰ্গামোহন শৰ্মা বৰঠাকুৰো আছিল এজন। এওঁও সদায় মনত পৰি থকা সহপাঠী।

আমাৰ ঘৰৰপৰা ওলাবলৈ আলি বাট নাছিল। দক্ষিণফালে খনিকৰ গাঁৱদি গ'লেই নগা আলি পায়গৈ। আলিৰ চিনটো হে মাত্ৰ। তথাপি পোন বাট ধৰি খোজ কাঢ়ি যাব পাৰি। আমাৰ ঘৰৰপৰা অৰ্থাৎ গজপুৰীয়া কাকতী গাঁৱৰপৰা পোনেই খনিকৰ গাঁও সোমাই নগা আলিত উঠি, বটল বা বটতলা (বতোলা বা বৰতলা) জানৰ সাকোঁ পাৰ হৈ, আলিয়ে আলিয়ে গৈ চমাৰগাঁও সৰকি, গড় কাষৰীয়া গাঁও (চাবিঙীয়া গাঁও) এৰি থেকেৰা-গুৰি বা ঢুলীয়া গাঁৱৰ উত্তৰে থকা (নগা আলিৰ পশ্চিম পাৰত) থকা চমাৰ-গাঁৱৰ পাঠশালাটো পাওঁগৈ। ইস্কুলৰ নামটো যদিও চমাৰ আছিল তাত চমাৰ মানুহৰ সঁচেই নাছিল। বজা দিনত তাৰ উত্তৰে অলপ আঁতৰলৈ চমাৰগাঁও বোলা গাঁওখনত ঢোল-খোল, নবা-মৃদং ছোৱা মানুহৰ বসতি আছিল। পাঠশালাৰপৰা পশ্চিমলৈ, এমাইলমান দূৰৈত বৰ বাবু ঠানুৰাম পণ্ডিতৰ ঘৰ।

বৰ বাবু সময়ৰ মোল বুজা মানুহ। তেখেতে কেতিয়াও পঢ়াশালি ক্ষতি কৰা নাছিল আৰু কোনোৱা দিনা পঢ়াশালিলৈ পলমকৈ আহিছিল বুলিও

কৰ নোৱাৰোঁ। পঢ়ুৱাতো বৰ ভাল, শাসনতো কঠোৰ। অঙ্ক, গদ্য-পদ্য, শ্ৰুতলিপি, ভাঙৰ ভাঙৰকৈ পঢা এইবোৰেই আছিল শিক্ষাৰ খাই বিষয়। পদ্য একোটা আওৰাব লাগে; মুখস্ত মাতোতে ক'ৰবাত একোপাৰী মাতি-বলৈ পাহৰিলেই, কলাফুলত বা পিঠিত ছটপ ছটপ কোব, গদ্যপাঠ পঢ়োঁতেও উচ্চাৰণবোৰ ফট্‌ফটীয়া হ'ব লাগে। পঢ়াশালিলৈ যোৱা পলম হ'লে, বেঞ্চত (চাঙৰ) ওপৰত উঠিব লাগিবই। সদায় ঘৰৰ পৰা ভীমকলৰ পাতত লিখি নিয়া হাতৰ আখৰ দেখুৱাবগৈহে লাগিব, শ্ৰেণীত বহি লৈয়েই সকলোৱে—

"সৰস্বতী, সৰস্বতী কণ্ঠে কলাপী
ভোগে বিলাপী;
লোকে বোলে সৰস্বতী,
আমি বোলে আই,
যি খিনি পাহৰোঁ, দিবা সোৱৰাই।"

বুলি সৰস্বতী নাম গাব লাগিছিল।

সোণাৰাম নামে ডুলীয়া গাঁৱৰ ল'ৰা এটিও আছিছিল। সি বৰ দগধা, কিতাপ পঢোঁতে তাৰ মাতটো নুফুটে, অলপ লেৰা। ঘৰৰপৰাও হাতৰ লেখা নানে। সৰস্বতী নামো গাব নোৱাৰে। বৰ বাবুৱে তাৰ পিঠিত কোব লগাই হে হয় পাচে সি কেটকুটকে নকৰে। এদিন চোলাটো সোলোকাই চায় দেখোন চোলাৰ তলতে পিঠিত তামোলৰ ঢকুৱা বান্ধি আহিছে। সেই দিনাৰপৰা তাৰ শাস্তি বেচি হ'ল। প্ৰথম শ্ৰেণী নোপাওঁতেই সোণাৰামে সৰস্বতীৰ ঘৰ এৰি লক্ষীৰ ঘৰত সোমালগৈ, অৰ্থাৎ স্কুল এৰি পথাৰৰ হালবোৱা কামত লাগিলগৈ। সেই ঢকুৱা বান্ধি চমাৰ গাঁও পাঠশালাত পঢ়িবলৈ যোৱা সোণাৰাম পাচত খেতি পথাৰ কৰি বৰ ধনী হ'লগৈ। মুঠতে, আমাৰ আদি শিক্ষা-গুৰু ঠাকুৰাম দত্ত পণ্ডিতে এছাৰিৰ আগতে হে বিদ্যা বুলি এছাৰিবে কোবাই ল'ৰাইতক জ্ঞানভক্তি শিকাইছিল যেনেকৈ, কোনো কোনো ল'ৰাৰ বাপেকইতক ঘৰলৈকো গৈ "ল'ৰাটি আগলৈ বৰ ভাল হ'ব; পঢাতো চোকা, আপোনাসকলে চাব" বুলি কৈ আহিছিলগৈ।

বঙুৱৰ বকৰা ডেপুটী ইন্সপেক্টৰ তেতিয়া উজনি অসমৰ স্কুল সমূহৰ পৰিদৰ্শক (ডেপুটী ইন্সপেক্টৰ অব্ স্কুলছ্) আছিল নামতিয়াল

কাকতী যদুধৰ বৰুৱা তাওবীয়া আৰু চব ইন্‌চ্‌পেক্টৰ আছিল দধং চতীয়াৰ প্ৰতাপ চন্দ্ৰ হাজৰিকা। ডেপুটী ইন্সপেক্টৰক ডেপুটী নিস্পেক্টৰ আৰু চব ইন্সপেক্টৰক নিস্পেক্টৰ বুলি কোৱা হৈছিল। আৰু এজন পাঠশালা চোৱা টেলেকা চকুৱা পণ্ডিত আছিল; নাম যজ্ঞেশ্বৰ বৰঠাকুৰ, ঘৰ যোৰহাটৰ বালিগাঁৱত। তেখেতলৈ আমাৰ বিমানটো ভয় লাগিছিল ডেপুটী ইন্সপেক্টৰলৈকো সিমান নেলাগিছিল। উজনি অসমত, নগাঁৱৰপৰা উত্তৰ লক্ষীমপুৰলৈকে নিম্ন প্ৰাইমেৰী, উচ্চ প্ৰাইমেৰী আৰু মধ্য ইংৰাজী স্কুল আছিল মানে সকলো ইস্কুল-পঢাশালি বৰুৱা ডাঙৰীয়াই চাব লাগিছিল। গোটেই উজনি খণ্ডত ইস্কুলৰ পৰিদৰ্শন কৰিবপৰা যদুধৰ বৰুৱাই আছিল শেষ ডেপুটী ইন্সপেক্টৰ। তেখেতৰ মৃত্যুৰ পিচৰপৰাই জিলায় জিলায় ডেপুটী ইন্সপেক্টৰ নিয়োগ হ'বলৈ ধৰিলে। আমগুৰিৰ ওচৰতে বৰুৱা ডাঙৰীয়াৰ মেকুৰাহোলা বুলি এখন চাহ বাগিচা আছিল। কেতিয়াবা কেতিয়াবা, ঘোঁৰাত উঠি খৰিকটীয়া আলেৰেদি তেখেতে বাগিছা চাবলৈ আহে। শিৱসাগৰলৈ ঘূৰোতে নগা আলিয়েদি ঘূৰে আৰু সেই চলতে চমাৰগাওঁ স্কুল পৰিদৰ্শন কৰি যায়। এবাৰ তেখেতে স্কুল চাবলৈ আহোঁতে, আমি এটাইবোৰ ল'ৰাই মৰসাহ দি ডেপুটী ইন্‌চ্‌পেক্টৰক "আমাৰ ইয়াত পানীও নাই, পুখুৰীও নাই, সেইভাই পুখুৰী এটা খনাই দিব লাগে" বুলি ক'লত তেখেতেই লোকেল বৰ্ডক কোৱাই পুখুৰী এটা খনোৱাই দিয়ালে। সেই টোৰে নাম ন-পুখুৰী। এতিয়াও তুলীয়া চাবিঙীয়া গাঁৱৰ বাইজে তাৰ পানী খাই আছে।

পঢাশালিলৈ যাওঁতে বহু ল'ৰা আৰু পাতি যাওঁহক। আমাৰ ঘৰৰ পৰা ডুবৰমান মানুহ পাৰ হৈয়ে খনিকৰ গাঁৱৰ বাছকটীয়াৰ ঘৰ। বাছকটীয়াৰ বাৰীত বহ-বহীয়া আম এজোপা আছিল। জেঠ-আহাৰ মহীয়া ডেমেহীয়া বা পকা আম ডাল ভৰি ওলমি ওলমি থাকে। আমি দলিয়াই ফৰ্মু-টিয়াই খাওঁহক, অৱশ্যে গিৰিহঁতে গম নোপোৱাকৈ। গিৰিহঁত পুনাই খনিকৰে দেখিলেই ভাবিহঁকি দি আমাক মাৰিবলৈ খেদি আহে। তাৰ পৰা গাঁৱৰ মাজে মাজে গৈ বাবুলা খনিকৰ, ভোলন মহৰী, ভোম সাজোলা আৰু চিংফো খহৰা মেধি নাইবা এখেতৰ ঘৰৰ দুৱাৰ মুখে মুখে সৰকি নগা আলিত উঠোঁগৈ। যি কেইঘৰ মানুহৰ কথা উল্লেখ কৰা হৈছে, সেই কেইঘৰ আছিল গাঁৱৰ মুখিয়াল আৰু আমাক শাসন কৰোঁতা। আলিয়েদি

অলপ গ'লেই বটলাজান পায় (বটতলা বা বৰতলা জান)। খৰালি তলেদি, বাৰিষা হ'লে সাঁকোৰেদি পাৰ হৈ যাওঁহক। সেই জানটোৰ নাম স্থকীয়া যদিও আমাৰ ঘৰৰ আগেদি বৈ যোৱা চাৰিজনেৰ এবা শুঁতি বা বৰতলা জানটোৰেই আগচিঞ্চা ধাৰ। এইখিনিতে অলপ উজাই চাৰিওফাল হুকিৎ-মূৰা হৈ মহছাল গাঁৱৰ পাচফালেদি সৰকি গৈছে। চাৰিজনীয়া বা চলিহা পথাৰৰ (তেতিয়া) মাজেদি বৈ গৈ মানহ কণ-বজী কুলুপানীছিগা পাইছেগৈ। জানটোৰ পাৰতে নগা আলিটৈ মুখকৰি বামতী বুঢ়ীৰ ঘৰ। বামতীৰ বাৰীত জেনেক টেঙা পকি ঝোক-খা-ঝোক-খাকৈ থাকে। বুঢ়ীয়ে নেদেখাকৈ আমি মনে মনে বাৰীত সোমাই তাৰে দুই-চাৰিটা ছিঙি আনোহঁক। কিন্তু দুদিন এই দৰে তেওঁৰ চকুত ধূলি মাৰি টেঙা ভক্ষণ কাৰ্য্যটি সমাপন কৰাৰ পিচত আমি ধৰা পৰিলোঁ। সেই দিনাৰপৰা ইস্কুললৈ যাবৰ পৰত বুঢ়ীয়ে জেওৰাৰ ভিতৰ ফালে লুকাই থাকি আমালৈ খাপ দি থাকে। আমাৰো তেওঁলৈ ইমান ভয় যে, "চাউল চুৰণীৰ মনেই গোঙ্কোৰা" দৰে আমাৰ মনো গোঙ্কাবলৈ ধৰে, ক'ৰবাত বুঢ়ীয়ে ধৰেছি বুলি। বামতী বাইৰ ঘৰৰ আগত আমি হাততে সাৱে ভৰিত সাৱে মনে মনে যাওঁ, মাত এবাৰকে নেমাতেঁাহঁক। বৰ দুখ লাগে সেই বিধ জেনেক টেঙা আজি দৰবত বটি দিবলৈকে নোপোৱা হ'ল। তাৰপৰা এমাইলমান গৈয়েই গড়কাষৰীয়া গাওঁ। আলিৰ দাঁতিতে এঘৰ মানুহৰ মিঠা আম এজোপাত আম লাগি থাকে। দলি ফমুঠি মাৰি আমি আম পৰা গম পালেই, গিৰিহঁতজনে নঙলা বা টোকোন লৈ আমাক মাৰিবলৈ খেদি আহে। মাৰৰ ভয়ত যদিও পলাওঁহঁক, চাৰিটা বা পাঁচোটা আম নিনিয়াকৈ নেথাকোঁ। আম পাবোতে কোনে কিমান 'বীৰত্ব' দেখুৱালে, তাকে লৈ আমাৰ মাজত কত নো দন্দ, কতনো হাই। সেই গিৰিহঁতৰ নাম পেটুৱা। এওঁ এদিন আমাক খেদি নি পাচত কুকুৰ লগাই দিলে। কিতাপ ফলিৰে সৈতে আমি দুটামান হামখুৰি খাই পৰিলোঁ। পাচে খেকেৰা ভলীয়া গাৱঁৰ বাৰী-চোৱা গাওঁ-বুঢ়াই বুধি দিলে, বোলে "কুকুৰে খেদি আহিলে তইঁতে মাটিত ধৰি থাকিবি, কেতিয়াও খাব নোৱাৰে। এইদৰে কেতিয়াও নলৰিবিহঁক।"

এদিন পঢ়াশালিৰপৰা আহোঁতে, আমাৰ ঘৰৰ ওচৰতে বৰ কালীয়াইতৰ্ব কুকুৰজাকে আমাক খেদি আহিল। কুকুৰে এনেয়ে খেকা নাছিল, মই হে

ঔচ্‌ ঔচকৈ লগাইছিলোঁ। যেদি আহিল কুকুৰে, আমিও চাপলি মেলিলোঁ। কিন্তু ফলিখনে সৈতে হামখুৰি খাই পৰিল আমাৰ গাৱঁৰে বেণু কাকতী। কুকুৰে তেওঁৰ গালখনৰ এডোখৰ ছিঁড়ি নিলে। বহুত দিনৰ মূৰত হে ভাল হৈছে। তেতিয়াৰপৰা তেওঁৰ নামত বাখৰ লাগিল, "কুকুৰে খোৱা বেণু"; আৰু মোৰে সৈতে একে নাম দেখি মোক বেলেগ বুজাবলৈ "বামুণ বেণু" বুলি মাতিবলৈ ধৰিলে।

গজপুৰীয়া কাকতীৰ গাঁও নহয় যেনিবা মণ্ডলৰ গাঁও হে। আমাৰ গাঁও-খনক গজপুৰীয়া কাকতী গাঁও নুবুলি মণ্ডলৰ গাঁও বুলি হে বহুতে কৈছিল। এই গাঁৱতে সঞ্জয় কটকী, ভোগৰাম কাকতী, মহোদৰ শৰ্ম্মা আৰু পূৰ্ণানন্দ কাকতী এই চাৰিজন মণ্ডল। ভোগৰামৰ লাট বা খণ্ডটোত পৰিছিল গজপুৰীয়া কাকতী, বগা গোহাঁই, তেলীয়াল আৰু নামতিয়াল। মহোদৰৰ খণ্ডত আছিল কাকতী, চলিহা কাকতী, চাৰিঙ্গীয়া আৰু সোণতলী ছিগা ( কাকতীৰ ভিতৰতে )। পূৰ্ণানন্দই আমগুৰিৰ ফালে বকৰা পুখুৰী, চুতীয়া কাঁড়ী আৰু আমগুৰি চাহ-কোম্পানীৰ বাগিচা কেইখন পাইছিল। সঞ্জয় মণ্ডলৰো লাট আছিল সেই ফালেই। এই কেয়োখন গাঁৱৰ মানুহৰে সমাগম হৈছিল আমাৰ গাঁৱলৈ। সেই গুণেই, বহুতৰে নাম বিলাক আমাৰ চিনাকি। সেই কালৰ মাটি-হাকিম, তছীলদাৰ আৰু কাছাৰীৰ হাকিম জন দিয়েককো আমি দেখিবলৈ পাইছিলোঁ। মাটি হাকিম বেণুধৰ ৰাজখোৱা, ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়ালৈ এতিয়াও মনত পৰে।

পঢ়াশালি ছুটী হ'লে বা বন্ধ থাকিলে প্ৰায়েই মই ভোগৰাম কাকতীৰ ঘৰলৈ গৈ পট্টা-পঢ়না নকল কৰোঁ। ঘৰত সাঁচিপাতত বিষ্ণু সহস্ৰ নাম, স্তৱ, স্তোত্ৰ আদি পুথিও নকল কৰোঁ। হাতৰ আখৰ ভাল কৰিবলৈ এই বোৰেই আছিল বিশেষ উপায়। পাখিকাপ বা খাগৰিৰ কাপেৰেই কাকত পুথি লিখিব লাগিছিল। আখৰ চিনি পোৱা হ'লত ৰামায়ণ, ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ পঢ়িবলৈ দিছিল। তাৰ মাহত ৰামায়ণ পঢ়ি শেষ কৰিব লাগে, সেই মাহটোতে ভক্ত হনুমন্তই হেনো য'তে ৰামায়ণ পাঠ কৰা শুনে ত'তে থিয় দি পাঠকক আশীৰ্ব্বাদ দি যায়হি। সেই দেখি আশীৰ্ব্বাদৰ আশাত বৰ ভাৱভক্তিৰে ৰামায়ণৰ এক অধ্যায়মান নিতৌ গধুলি পঢ়োঁ। পুৰাণখন বঙলা। আখৰ চিনি পাইছিলোঁ যদিও, পঢ়িবলৈ বৰ আসজা আসজা লাগিছিল। কিন্তু, দেউতাই কেতিয়াবা কেতিয়াবা পঢ়ি তাৰ সাধুবোৰ কৈ শুনাইছিল।

আমাৰ মোমাইহঁতৰ ঘৰ যোৰহাটৰ মেলেঙৰ ব্ৰাহ্মণ গাঁৱত। মাহেকে পথেকে বৰ মোমাই কমল চন্দ্ৰ শৰ্মা ১৫/২০ মাইল বাট খাটকুৰি খাই আহি সন্ধিয়ালগা আমাৰ ঘৰ পায়হি। তেখেতে পা-পা দুই আমাক জুহালৰ কাষতে বা চোতালৰ মাজতে বহু লৈ চাণক্য শ্লোক, দুৰ্গাজৰ মাতিবলৈ শিকায়।

আমাৰ ঘৰৰ দাঁতিতে লক্ষেশ্বৰ কাকতীৰ ঘৰ। এওঁ অন্তৰপুৰীয়া কাকতী খেলৰ। দেউতাক ভদ্ৰক নামুক বাগিচাত বৰ মহৰী আছিল। তেতিয়াই তেওঁ হাতী লৈছিল, বন্দুকো লৈছিল। কোনোবাই টান কথা এটা ক'লেই বন্দুকটো উলিয়াই মানুহজনকে মাৰিবলৈ যায়। তেওঁ মৰিলত লক্ষেশ্বৰৰ অৱস্থা হীন হৈ আহিল। লক্ষেশ্বৰৰ দাঁতিতে পদো ভঁড়ালীৰ পুতেক টঙ্কেশ্বৰ। টঙ্কেশ্বৰ ভঁড়ালী ওখই-পাখই ৬ ফুট ১ ইঞ্চি মান হ'ব। লক্ষেশ্বৰ আৰু টঙ্কেশ্বৰ দুয়ো আহি, গধূ'ল আমাৰ ঘৰতে বহেহি। মোকো আৰু মোৰ ভাই ধৰ্মেশ্বৰকো বোকোচাত বা কান্ধত তুলি লৈ আকাশৰ জোনটোলৈ চাই

"জোনবাই এ বেজী এটি দিয়া
বেজী নো কেলেই
মোনা সীবলৈ,
মোনা নো কেলেই
ধন থবলৈ,
ধন নো কেলেই
হাতী কিনিবলৈ,
হাতী নো কেলেই
উঠি ফুৰিবলৈ।
উঠি ফুৰিলেনো কি হব ?
আটায়ে ভাল মানুহ বুলিব।"

বুলি গোৱা এতিয়াও পাহৰা নাই। বৰ মোমায়ে আমাক শিৱ পূজা কৰিবলৈ শিকাইছিল। শিৱ লিঙ্গ সাজিবলৈ কুমাৰ মাটি বিচাৰি ফুৰোঁ। মাটি খচি-খুচৰি আনি কুটা-কাটিবোৰ গুচাই সেই মাটি মিহি কৰোঁ আৰু তাৰে শিৱলিঙ্গটো সাজোঁ। পূজা কৰা শিৱলিঙ্গ হেনো কাউ মেকুৰিৰ নেপায়। এই গুণে, বৰ সাৱধানে খচি লিকটীয়াকৈ সাজিব লাগে। শিৱ পূজা কৰি থওঁতাই, পূজাত দিয়া বেলপাত খালে মানুহে হেনো কথা

নেপাহৰে আৰু একো ৰোগ-ব্যাধিয়ে নেপায়। এই বিশ্বাসটো সেই দ'ৰা কালতে যি সোমাল আজিকোপতি আৰু লৰচৰ হোৱা নাই।

**আমাৰ খেমালি-ধুমুলা :** আমাৰ খেমালিৰ ভিতৰত আছিল আম গছত উঠা, মধুৰিআম পৰা, পুলি পুলি তামোল পৰা, ঢোপ খেদা, বাঘ গৰু খেদা, লুকা-লুকি খেদা। এইবোৰ খেল বা খেমালি আছিল পথাৰত নাইবা চোতালত। বাঁহৰ ধেনু সাজি কাঁড় মৰা অভ্যাসো আছিল। পকা আমৰ দিনত দলি ফৰ্ম্মুটি লৈ আমবাৰীয়ে আমবাৰীয়ে আম দলিয়াই ফুৰাও এটি সজ। ৰবদেউতাৰ পুতেক দামোৰ হাত বৰ থিৰ আছিল। গিৰিহঁতে ধৰে বুলি লুকাই লুকাই দূৰৈৰ পৰাই আমলৈ ফৰ্ম্মুটি মাৰে। দামোৰ হাত ইমান থিৰ যে পকা আমটোৰ তলিতে দলিটো (ফৰ্ম্মুটি নহয়) লগায় আৰু লাগিলেই ঠলৰ কৰে সৰি পৰে। লুকাই চুৰকৈ আম পাৰি খোৱাত যি ফেৰা 'সৎকৰ্ম্ম' কৰা হৈছিল তাৰ বাবে মাজে-সময়ে আমাৰ পিঠিত কিলাকুটি বাজও হৈছিল। আমৰ দিনত বাৰীয়ে বাৰীয়ে আম লাগি থাকে। মিঠা আম, বহৰহীয়া আম, মাটি মিঠা, বৰ আম, জ-নিআম, টেঙা আম, চুণ যেন টেঙা আম, পটাগুটীয়া আম (দেখিবলৈ পটা গুটিটোৰ দৰে), সেন্দুৰীয়া আম, টিলিকি আম। লেকেচী বাঁহৰ পাব একোটাৰ হিলৈ সাজি বগা জামুকৰ গুটিকে গুলী কৰি হিলৈ মাৰিছিলোঁ।

ঘৰৰ ভিতৰতে বহি বহি এইবোৰ ৰং খেমালি কৰিছিলোঁ বা খেদিছিলোঁ —যথা ঃ—অলোগুটি টলোগুটি কৈ কচুগুটি খেদা, অষ্টা পঁচি খেদা, গোলোক ধাম খেদা, কোমোৰা ছিঙা খেদা, পানীৰ তলত বুৰ মাৰি কোনে কিমান পৰ উশাহ নোলোৱাকৈ থাকিব পাৰে তাৰ আৰি মৰা ইত্যাদি। আৰু এবিধ খেল আছিল যাৰ নাম পেং। ডুভাল থিয় বাঁহৰ আগত থৰমৰ দৰে (আজি কালি চেণ্ডেলৰ দৰে) দুছটা চেপেটা বাঁহ সুমাই, তাত দুফালে দুটা ভৰি দি খোজ কঢা দৰে বাট বুলিব লাগে। তাত উঠি, হাতেৰে ঢুকি নোপোৱা আম, কঠাল, লেটেকু, পনিয়ল পাৰি পাৰি খাওঁহক। মাঘৰ বিহুত মেজি তলীত বাঁহৰ হিলৈ ফুটোৱা, কাতি বিহুত তুলসীৰ গুৰিত চাকি দিয়া, চ'তৰ বিহুত গৰু-গাই ধুৱাওঁতে কেৰেলা-বেঙেনা থুউৱাত গধূলি হ'লেই গোসাঁই ঘৰত বন্তি জলাই নাম গোৱা, এইবিলাক কাম গাঁৱৰ সকলোৱে যি দৰে কৰিছিল, আমিও সেইদৰেই কৰিছিলোঁ। বিহুৱে সংক্ৰান্তিয়ে বৌ, দেউতা, ককাক যেনেকৈ সেৱা কৰিব লাগিছিল আৰু

আলপৈচান ধৰিব লাগিছিল, গাঁৱৰ বুঢ়াসকলকো তেনেকৈ ওলগ জনাব লাগিছিল। জাত-কুল নির্ব্বিশেষে বয়সত ডাঙৰ হ'লেই সভাকে ককাইদেউ, মাইকীক (বয়স অনুসৰি) আই, বুঢ়ী আই, আইদেউতা বাইদেউ আৰু দেউতাৰ সমনীয়াক তাবৈ দেৱ, বৰ বুঢ়া হ'লে বৰ পিতা বা বৰ দেউতা আৰু ভাতকৈ সৰু হ'লে দদাইদেউ, খুৰাদেউ বুলি সম্বোধন ধৰিছিলোঁ। ডাঙৰ মানুহে কথা পাতোঁতে আগত থিয় হৈ শুনিবলৈ পালেই ভাবি থাব লাগিছিল। আগত থিয় হৈ থাকিব লাগিলে বাৰু চকা খাব লাগে, সেই দেখি বেৰৰ আঁৰৰ পৰা বুঢ়া সকলৰ কথা শুনিছিলোঁ।

ওচৰত দোকান পোহাৰ নাছিল। আঠ মাইলমান দূৰৈত যোগদৰত হাট বহিছিল। তাৰপৰাই হাটবাৰৰ পিচ দিনাই ভৱাই নামে দেছুৱালী দোকানী এটাই আমাৰ ঘৰতে শদিয়লীয়া আলুগুটি, বহৰ মাহ (ডাইল) আৰু মচুৰ মাহ (ডাইল) দি থৈ যায়। আলুৰ সেৰে চুপইচা, বহৰৰ ছপইচা, মচুৰৰ ছুই অনা। মাটিমাহ ঘৰতে হয়। বাৰিষা কামৰূপৰ বামদিয়াৰ তেলীয়ে মঠীয়া আৰু কুপাত বছৰটোলৈ জোৰকৈ খোৱা তেল (সৰিয়হৰ তেল) ভৰাই থৈ যায়। সেইবোৰ বৰ নাৱত ভৰাই আনে। তেলৰ সলনি বেপাৰীইঁতে ধান আৰু এৰী কাপোৰ নিয়ে। আমাৰ ঘৰত পাচে নগদ পইচা দি কিনি লোৱা হৈছিল।

খৰালি নগা বিলাকে হোৰা লৈ লৈ কুকুৰ পোৱালী, এৰীয়া মুগা কাপোৰ বিচাৰি ফুৰে। আমি তেওঁবিলাকক 'হাজিসখি' বুলি মাতিছিলোঁ। লোণ দি ডাঙৰ ডাঙৰ গছ আৰু গছৰ ডাল তেওঁবিলাকৰ হতুৱাই কটোৱাই লৈছিলোঁ। জলকীয়া আদা, ডুখৰীয়া লোণ আদিয়েই আছিল নগাৰ প্ৰধান বেপেকৰা বস্তু।

জাৰ কালি গাঁৱৰ মুৰত মৰিয়া বিলাকে শাল পাতি আমাৰ লোটা-কলহ বাটি দিয়ে। এ' নাৰে, ঐ-নাৰে বুলি বুলি মৰিয়াইঁতে নিশা লেনিয়া স্বৰে গোৱা পিতল খুন্দা নামবোৰ শুনিবলৈ বৰ ভাল লাগিছিল। তেওঁ-বিলাকে বৰফুকনৰ গীত, নাহৰৰ গীত, জনা গাভৰুৰ গীত গোৱা শুনিছিলোঁ।

কুঁহিয়াৰ-শাল ফুৰা :—চ'ত মহীয়া সকলো গাঁৱতে, বিশেষকৈ তেলী-য়াল মহছাল গাঁৱত কুঁহিয়াৰ পেৰে। ৰাতি পুৱাই উঠি কুঁহিয়াৰ শাললৈ গৈ নতুন গুৰ আৰু মিছা* খোৱা মনত আছে। মিছা খোৱাত আনন্দ

---

* কুঁহিয়াৰৰ ডাৰৰি ডুভালমান বাস্কি মুঠি এটা কৰি বহৰ থালীত পেলাই থব লাগে। অলপ বেলিৰ মূৰতে সেই মুঠিটো আনি চুপি চুপি খাব লাগে। খাবলৈ বৰ মিঠা। তাকে মিছা বোলে।

যিমান কুঁহিয়াৰশাল ঘূৰোৱাতো আনন্দ সিমান। কুঁহিয়াৰ পেৰা আৰু গুৰ পগোৱা সজুলি আজি নাই। অসমীয়া মানুহে কেনেকৈ নিজ হাতে কাঁতৰি জীয় কাটিছিল, কেনেকৈ মাটিৰ থালীত কুঁহিয়াৰৰ ৰস পগাইছিল, এইবোৰ কথা ভাবিলে আজি সমাজিক যেন লাগে।

আমাৰ গাওঁখন সৰু। গাঁৱৰ আগেদিয়েই চাৰিং নৈ খন বৈ গৈছিল। এতিয়াও বৈ থাকে—কিন্তু আজিকালি ভৰ পৰিল। বাৰিষা বাঢনী পানী আহিলে অৱশ্যে ডাওৰ নৈ এখন হোৱাদি হয়, খৰালি শুকাই যায়। নৈৰ মাজতে, একোটা একোটা পুখুৰী। সেই পুখুৰীবে পানী খোৱা হয় আৰু মাজে-সময়ে সিঁচি মাছ ধৰা হয়। আধুনিক যুগত চৰকাৰৰ উত্তমুৱা বিভাগে, অৰ্থাৎ দ-ক বাম কৰা, বামক দ কৰা বিভাগে, অধিক শস্য উৎপন্ন হ'বলৈ যি চেষ্টা কৰিছে তাৰ ফলত মাটিৰ উৰ্বৰা শক্তি নাইকিয়া হৈ গৈছে। সময়ত চাৰিং নৈ শুচি এটা আলি হে হ'বগৈ। চাৰিংটো কছাৰী নাম,—তাৰ অৰ্থ তলে বোৱা পানীৰ সোঁত। মৰা সুঁতিটোৰ পাৰ আৰু পানী-যুঁৱলিত তৰা, পাটী-দৈ, বেত, বাঁহ, কৈ-টেঙা, থেকেৰ, টেপৰ, দীঘলতি, মাখিয়তী আদি নানান বিধৰ গছ গজি ঠাইভোখৰ ঢাকি থয়। তদুপৰি, পাৰত জাৰি বৰ, আইত আৰু এজাবনি হাবিৰ ডাঠ নহ'লেও লুকমা হাবিৰ ছাঁত গোটেইখন জয়াল হৈ থাকে। মাটিত শিয়ালৰ চোং, গছৰ ধোন্দত ফেঁচাৰ বাহ আৰু পানীত দ'ভ-বাকৰ ঘৰ। জাল পেলোৱা খৰং-খৰং শব্দ শুনি এইবোৰৰ ভয়তে ফুট গধূলি হ'লেই ল'ৰা-ছোৱালী ভিতৰ সোমাই নিঃপাজি দি থাকিব লাগে।

চমাৰ গাওঁ স্কুলত চাৰি বছৰ পূৰ কৰি ১৯০৪ চনত ৰংপুৰত (শিৱসাগৰ) বৃত্তি পৰীক্ষা দিবলৈ বাছনিত উঠিলোঁ। চাৰিঙৰে গোহাঁইগাঁৱৰ ৰমাকান্ত গোহাঁই নাজিৰ ডাঙৰীয়াৰ বাৰীতে আমাৰ সম্বন্ধীয় দেবেন্দ্ৰ শ্ৰুতিকৰ আৰু ৰত্নেশ্বৰ শ্ৰুতিকৰে ঘৰ সাজি হাইস্কুলত পঢ়িছিল। তেওঁবিলাকৰ বহাতে থাকি বৃত্তি পৰীক্ষাটো দিলোঁ। চমাৰগাঁও- পাঠশালাৰপৰা মোৰে সৈতে তিনিজন ছাত্ৰ সেইবাৰ প্ৰাইমেৰী বৃত্তি পৰীক্ষাত বাছনিত উঠিছিল। এজন থম কেওঁত, ইজন লুকীৰাম কাকতী আৰু মই। পৰীক্ষা দিবলৈ যোৱাৰ আগদিনা ৰমা নাজিৰ ডাঙৰীয়াই মোক সুধিছিল : কোৱাচোন মইনা—

'এক গৃহস্থৰ বেঙেনা বাৰী
বেঙেনা আছে লক্ষ শাৰী,

শাৰীত আছিল হেজাৰ কুৰি
বেঙেনা লাগে কুৰি কুৰি,
গৃহস্থই দিলে বেচিবলৈ যায়
বেঙেনা বেচি কিমান পায় ?'

ওপৰাই অঙ্কটোৰ উত্তৰ দিলোঁ। নাজিৰে মোক চাবাইচ্ দি আশীৰ্বাদ দিলে— 'তুমি পৰীক্ষাত উঠিবা।'

কেশৱানন্দ ভঁৰালী আৰু ধৰ্মেশ্বৰ কাকতীয়ে অঙ্ক আৰু শ্ৰুতলিপিৰ পৰীক্ষা লৈছিল। মৌখিক-অঙ্ক এটাৰ উত্তৰটো ওপৰাই দিয়াৰ বাবে ভঁৰালী মাষ্টৰে মোৰ নামটো টুকি ৰাখিছিল। পৰীক্ষা দি ঘৰৰলৈ কেইবামাহো বাট চাব-লগীয়া হ'ল। দিন পলম হোৱা দেখি মোৰ পোনে টেকেল কাটি বুলি বৃত্তি পোৱাৰ আশা এৰি দিলোঁ আৰু গোলাপী জামু, মধুৰী আম, ভেঁতেলী পাৰি খায়েই দিন নিয়াবলৈ ধৰিলোঁ। এদিন বাৰীৰ পাচফালে মধুৰী আম এজোপাত উঠি মধুৰি খাইছোঁ, এনেতে কোনোবা এটাই কলে গৈ—'হেৰ, নামি আহ। নিস্পেক্টৰ (ইনস্পেক্টৰ) আহিছে।' মই লৰালৰিকৈ নামিব খোজোঁতেই ডাল এটা ভাগি পৰিল আৰু হুকস কৰে শালত পৰিলোঁ। চুৰিয়াখন ভালকৈ পিন্ধি ঘৰ পাই চাওঁ দেখোন, সঁচাকৈয়ে নিস্পেক্টৰ আহিছে। নিস্পেক্টৰজন সেই ওপৰত কৈ অহা প্ৰতাপ চন্দ্ৰ হাজৰিকা আৰু তেখেতৰ লগতে আমাৰ পাঠশালাৰ পণ্ডিত ঠাকুৰাম দত্তও। হাজৰিকাই মোৰ পিঠিত চপৰিয়াই কলে—'তুমি তিনি বছৰলৈ মাহে তিনি টকাকৈ জলপানী পাইছা।' বতৰাটো শুনি বঙত টিকা-ঠেকেচাৰ বিষ ক'ৰবালৈ গ'ল। দেউ-তাই নিস্পেক্টৰকে বৰ বাবুকে (ঠাকুৰাম পণ্ডিতক) মুখৰ দৈ গাখীৰেৰে জল-পান একোটা খুৱালে আৰু হাজৰিকাক কণ (এক) ১ টকা আৰু খনিয়া কাপোৰ এখনেৰে মান ধৰিলে। বৰ বাবুকো মোৰ হতুৱাই আধলি এটাৰে সৈতে চেলেং এখনেৰে মান ধৰোৱালে।

বৃত্তি পাই, ১৯০৫ চনৰ এপ্ৰিলত শিৱসাগৰ হাইস্কুলত নাম লগালোঁগৈ।

## তৃতীয় অধ্যায়

**ৰংপুৰ যাত্ৰা ঃ** চ'তৰ বিহুৰ পিচত বহাগ মাহ আহিল। নতুন বছৰৰ লগে লগে মোৰও জীৱনৰ নতুন পৰ্ব্ব আৰম্ভ হ'ল। দেউতাই মোক ৰংপুৰলৈ লৈ গৈ হাইস্কুলত নাম লগাই দিলেগৈ। সেইদিনাই মই পোন প্ৰথমেই ঘৰৰপৰা বাজ হৈ নগৰৰ মাটি দেখোঁ। ৰংপুৰলৈ যাওঁতে মগৰা হাট, পহুগড়ৰ মাজেদি গৈছিলোঁ। যাওঁতে বাটত দেউতাই পহুগড়ৰ কথা, মগৰা হাটৰ কথা জয় সাগৰ আৰু জয়দ'লৰ কথা, জেৰেঙা পথাৰৰ কথা, ৰংঘৰ, ৰংপুৰ, ফাকুৱা দ'লৰ কথা কৈ গৈছিল। দিখো নৈ পাৰ হৈ শিৱসাগৰৰ ভিতৰত সোমালত মোৰ মনত যে কি লাগিছিল তাক এতিয়া বহুত দিনৰ মূৰত স্মৰিও অপূৰ্ব ৰং লাগে। হাইস্কুলত নাম লগাই আহিয়েই কেঞাপটি, মুদিপট্টিৰ ফালে মোক লগা কিবাকিবি বস্তু কিনিবলৈ গৈছিলোঁ। আগেয়ে কোনো কালে কেঞাঘৰ মুদিঘৰ নেদেখা বাবেই নে কি কব নোৱাৰোঁ তাত সজাই থোৱা বস্তুবোৰে মোৰ চকুৰ আগত মনোৰম দৃশ্যৰ সৃষ্টি কৰি দিছিল। পোহাৰীবোৰৰ দুৱাৰ মুখে মুখে গাঁৰুৰ চক, তামোল পান, টেকেলি-কলহবোৰ দেখি ভাবিছিলোঁ—মানুহেনো ক'ৰবাত গাঁৰুৰ চক আৰু তামোল-পান বেচেনে? কেঞাপট্টিৰ মাজে মাজে ঘূৰি ফুৰোঁতেই চাৰি বাজি গলগৈ। তেতিয়া মুদিপট্টিৰ এমূৰৰপৰা কেঞাপট্টিৰ সিমূৰলৈকে কুকুৰাবোৰে "লঙ্কাপুৰ ক'ত ক'ত" বুলি ডাক দিবলৈ ধৰিছিল। ঘৰত সোমাই থাকোঁতে বনৰীয়া কুকুৰাই হে ডাক দিয়া শুনিছিলোঁ। ইয়ালৈ আহি সেই দিনাই পোন প্ৰথম ঘৰচীয়া কুকুৰাৰ ডাক শুনিলোঁ। আচহুৱা নগৰীয়া ঠাইত শুনা সেই কুকুৰাৰ ডাক আজিও মোৰ কাণত ৰিণি ৰিণি বাজি আছে। নগৰলৈ যোৱাৰ আগেয়ে, ঘৰত থাকোঁতে বাত্তিপুৱা মাটিৰ শিৱ লিঙ্গ সাজি সদাই শিৱপূজা কৰিছিলোঁ। সেই শিৱপূজা কৰিবলৈ মনত থিটো হে ধাউতি, আজি শিৱপূজা কৰাৰ কথা ক'লে কাণত সোপা দিয়াৰ দিনত সমাজিক যেন লাগে। ধান দাই এঁতালেই গাঁৱৰ গৰুমহ উদং মেলে। গৰুবোৰ গৈ আমাৰ ঘৰৰ পিচফালে থকা বিৰিঙনি, নলনি চুকত চৰি থাকেগৈ। আমাৰ ঘৰৰ এটা মুগা গৰু আছিল আৰু আমাৰ ওচৰৰে

টঙ্কেশ্বৰ ভঁড়ালীৰ এটা খঁৰা বগা গৰু আছিল। খঁৰা গৰুটোৱে ৰাতিৰে দিনে হুকখি ফুৰে। তাৰ সমনীয়া গলধন খৰা আন গৰু পাইলেই যুঁজিবলৈ খেৰ পাতি ফুৰে। পথাশালি খতি থাকিলে দিনৰ দিনটো চপলিয়াই চপ-লিয়াই ফুৰি সেই খৰা গৰুটো বিচাৰি আনি বিষিশালিৰ মাজত আমাৰ মুগা গৰুটোৰে সৈতে যুঁজ লগাই দিওঁ। যুঁজত গোটেইখন তলপাত কৰে। সেই যুঁজ চোৱা মোৰ পক্ষে বৰ বংলগা আছিল। লোকে চ'তৰ বিহুত হাঁহকণী যুঁজাইছিল। মই কিন্তু হাঁহকণী যুঁজোৱা ভাল নেপাইছিলোঁ। তেতিয়া আমাৰ ওচৰৰ খনিকৰ গাঁৱত ঘৰে ঘৰে পাতি হাঁহ। কণী পইচাটোৰ দুটা। সমনীয়া ল'ৰাবোৰে কণী কিনে যুঁজাবলৈ আৰু সাঁচি ধোৱাচাঙৰ খাণ্ডত আঁৰি থৈ দিয়ে। মই কিন্তু কিনি আনি পেট পূজা হে কৰোঁ। মাঘৰ বিহুত মহ-যুঁজ হয়। সেই যুঁজ চাবলৈ বৰ হেঁপাহ। দোপৰ পথাৰ, খনিকৰ পথাৰ, ফুলপানী ছিগাৰ পথাৰ, জকাইচুকত মহৰ যুঁজ দম্‌দমাই থাকে। মাঘৰ বিহুত মে-জি পুৰিবলৈ আহোঁপ মাহৰপৰা আয়োজন কৰা হয়। তেতিয়াই বিহুৰ উলহ-মালহ গাত লাগেহি। হাবিৰ-পৰা গছপুলি কাটি আনি শুকুৱাই খেৰশনী যেনকৈ থৈ দিওঁ। বিহুৰ উৰুকা দিনা আটাইবোৰে ভোজ-ভাত খাই, গধূলি বাঁহৰ পানী হিলৈ ফুটু-ৱাই, ৰাতিটো নাম গাওঁ; নামৰ মাজে মাজে দুটা-এটা বাঁহৰ হিলৈও ফুটাওঁ। হিলৈটো ফুটিলেই আটাইবোৰ 'জয়ৰাম বোল, জয় হৰি বোল' বুলি কিৰিলী পাৰি দিওঁহঁক। তেতিয়া কি যে আনন্দ! কিমে বাহাদুৰী!

ৰাতি পুৱাই পুৱাই আঁহাতেই পুখুৰীৰ চেঁচা পানীত ৭/৮ টা বুৰ মাৰি তিয়নি গায়েই মেজিৰ ওচৰত উপস্থিত। মে-জি পুৱাই ঘৰলৈ আহি সিজোৱা মোৱা আলু ডোখৰ চেৰেক, আখৈ চিৰা এবাটি ভালকৈ দবনি পিটি খাই মহযুঁজ চাবলৈ ঢাপলি মেলোঁ। যুঁজ চাই আহি সিজোৱা কাঠ আলুৰ শৰাধ কৰোঁ। আজিকালিৰ দৰে তেতিয়া হৰেক ৰকমৰ লুচি, পিঠাৰ কাৰবাৰ নাছিল। ঘিলা পিঠা, সুতুলি পিঠা আৰু তিলদিয়া পিঠায়েই প্ৰধান।

চ'তৰ বিহু হ'লে ৰাতি পুৱাই মাহ-হালধি ঘঁহি এহাতে কেৰেলা বেঙেনাৰ ছাট, এহাতে মাখিয়তী আগলতী (দীঘলতি) গছৰ ডাল লৈ গৰু ধুৱাবলৈ যাওঁ। গৰু ধুৱাওঁতে 'মাখিয়তী মাখিপাত মাখি মাৰোঁ জাত জাত' বুলি গৰুৰ গাত মাখিয়তীৰ পাত কোবোৱাৰ চলতে লগৰীয়া বোৰৰ

গাতে কোবাই দিওঁ। 'লাও খা বেঙেনা খা' বুলি গৰুৰ গালৈ এডোখৰ মাৰি, লগৰ ইবোৰলৈ একো ছটা মাৰি সিহঁতৰ গা দমলা-দমল কৰা মোৰ মহা স্ফুৰ্ত্তি। গৰু গাই ধুৱাই গা-পা ধুই, গোসাঁই ঘৰত সেৱা কৰি গাত নতুন ঘৰত-বোৱা গামোছা লওঁ। বৌয়ে বৈ থোৱা চুৰিয়া আৰু চাৰি গঞা দৰ্জ্জীয়ে সিয়া কোট চোলা পিন্ধোঁ।

আমাৰ ঘৰৰ ওচৰত দৰ্জ্জী নাছিল। খনিকৰ গাঁৱতে চাৰিগাঁৱৰ পৰা এজন মানুহ আহি চপনীয়া হৈ আছিলহি। তেৱেঁই আমাৰ চোলা-কাপোৰ সি দিছিল। তেতিয়া গাত কোট চোলাটোৱেই সকলো। গাখীৰ খোৱাত মই বৰ লুভীয়া আছিলোঁ। দেউতাই গোহালিত গৰু খীৰাই থাকোতে মোৰ নিজা ফুলবছা পিয়লা বাটিটো লৈ গৈ তপতে তপতে এবাটি গাখীৰ লৈ আহোঁগৈ আৰু পি খাই থওঁ। তেতিয়া আমাৰ ঘৰত গাখীৰৰ ওৰা হোৱা। গাঁৱৰ মানুহে এনেয়ে এনেয়ে কড়ীয়াই কড়ীয়াই গাখীৰ দিছিল। গাখীৰ কিনিবই নেলাগিছিল। কিনিলেও গৰু গাখীৰ সেৰত / এক অনা মাথোন। মহৰ গাখীৰত হে এক অনা ছয় পাই, দুই অনা লৈছিল। গাখীৰত সমূলিকে পানী নাই। যেনে টেকেলিৰ চিন চাব, তেনে চিন চাবেই গাখীৰ ওলাইছিল।

হাইস্কুলত নাম লগাই দিবৰপৰা এই গাঁৱলীয়া স্বাধীনতা, গাঁৱলীয়া ৰং তামছা, গাঁৱলীয়া খাৱন-বোৱন সকলো গ'ল।

তেতিয়া মানুহে শিৱসাগৰক শিৱসাগৰ বোলা নাছিল, বুলিছিল ৰংপুৰ। আগেয়ে যদিও দেউতাইতে পেটে সমন্বিতে ইংৰাজী পঢ়াটো বা পঢ়ুৱাটো ৰৰকৈ ভাল যেন নেপাইছিল, মই বৃত্তি পোৱাত সেই আশঙ্কা বা অনিচ্ছা আঁতৰি গ'ল আৰু মোক হাইস্কুলত নাম লগাই দিবলৈ ঠিক কৰিলে। ঠিক কৰিলে হয়, পিচে ৰংপুৰত থ'ব কাৰ ঘৰত আৰু কাকেইবা গণাই দিব—এই কথাটোকে ঠিক কৰিব নোৱাৰি বিমোৰত পৰিল। তেতিয়া দেউতাৰ মোমায়েকৰ পুতেক গোলাপ শৰ্ম্মাই বেজবৰুৱা স্কুলৰ পৰা "এন্ট্ৰেঞ্চ পাছ" কৰি শিৱসাগৰ কাছাৰীতে সোতৰ টকা আঠ অনা মাহিলি দৰমহা পাই উমেদাৰ ( এপ্ৰেণ্টিচ্ ) কামত সোমাইছিল মাত্ৰ। তেওঁৰেত এসম্বন্ধে দদাই আৰু এসম্বন্ধে ককাই হয়। তেওঁৰেতৰ লগতে মোক থোৱা ঠিক হ'ল। ভাল বাৰ এটা চাই, বিষ্ণু পূজা এভাগ কৰি ৰংপুৰলৈ যাবলৈ ওলালোঁ।

**পঙ্কাকুল নগাআলি :** আমাৰ ঘৰৰ পৰা নগৰলৈ যোৱা বাট দুটা; এটা নগা আলিয়েদি, ইটো পথাৰেদি। নগা আলিয়ে যোৱা বৈছিজ বাৰিষা। তেতিয়া আলিৰ নামটো হে; দুই কাষে বিৰিণানি, খৰৰুৱানি, ইকৰানি; মাজডোখৰ এটা জান হে যেনিবা আৰু পঙ্কাকুল! লক-মহ'ছ গৈ দাঁতিৰ বিৰিণানি-ইকৰানিও বোকাময় কৰি থয়। খোজ কাটি গ'লে বাটকৰাৰ মুৰটোহঁত বোকাই ছাটি ধৰে আৰু শুকালেই বালিচৰ পৰা যেন হয়। সেই নগা আলিয়েদি গৈ নামদাং শিলৰ সাঁকোতে বৰ আলিত উঠিবগৈ লাগে। তাৰপৰা কেৰিমেৰি গড়, ৰূপহীখাত, ন পুখুৰী, পুৰণি পুখুৰী; পছগড এইবোৰ পাৰ হৈ পায়গৈ। এই পোনে বৰ ঘুৰণ। পথৰুৱাটো হ'লে চম্। আলিয়েদি গ'লে দহ মাইল হয় আৰু পথাৰেদি গ'লে ছমাইল হে। তাতে খৰালি দিন, ঘুৰণ বাটে নগৈ চমুবাট পথাৰেদিয়ে বাট বুলিলোঁ। লগত দেউতা আছেই আৰু কেমটাই বুলিবৰ আমাৰ ঘৰতে বন-বাৰি কৰি থকা ভাৰীটিও। কেম্টাইৰ কান্ধত আবৈ চাউল, কোমল চাউল গাখীৰ দুচুঙা আৰু মই পিন্ধা কাপোৰৰ সজুলিটো, চুৰিয়া এখন, কামিজ চোলা এটা আৰু গামোচা চেলেং এযোৰ।

ৰংপুৰলৈ যোৱা বাটটো পথৰুৱা বুলি কৈছোঁ যদিও বিছে দুৰ্গম, আজি সুঁৱৰিলে সেইবাটে যোৱাটো সাধুকথা যেন হে লাগে; সময়ত সি কিন্তু সাধুৱেই হ'বগৈ। ঘৰৰ পৰা ওলাই চাৰিওৰ পাৰৰ গেজেপনি হাবিৰ তলে তলে গৈ ডুবৰা চুকৰ সক পথাৰ এখনি পাওঁ। পথাৰখন ইকৰানি ভাঙি উলিওৱা মাটি—তাৰ মুৰতে শিঙৰা জান। নামটো হে জান, ডাঙৰ নৈ এখনতকৈও দ। খৰালি পানী শুকাই গলে মাহুহে বৰ ভেটা এটা মাৰি থয়। বাৰিষা সাঁকো, আমি বাওঁতে ভেঁটাৰ ওপৰেদিয়েই খোজ কাটি পাৰ হলোঁ। জানটোৰ দুয়োপাৰে ডাঠ ইকৰানি হাবি, তলে-তলে লুঙলুঙীয়া বাট। সেই বাটেদি গৈ থাকিলেই আধা মাইলমান দূৰতে গোহাঁই গাওঁ পায়গৈ। গোহাঁই গাঁৱতে নামদাং নৈ পাৰ হব লাগে। নৈখন দ; খৰাদি শুকালেও সাকোঁ থাকে; নাৱেৰে পাৰ হ'ব লাগে। গাওঁখন গছ-গছনিয়ে, বাঁহে-কাঠে, জেওৰাই-জপনাই বৰ গহীন আৰু ঘৰ-বাৰীবোৰ গাঁৱৰ ইবোৰ মাহুহতকৈ আটোম-টোকাৰি, কলনি-তামোলনিৰে নদন-বদনো। তাতে চৰাৰ গাঁও পাঠশালাত একেলগে পঢ়া লগৰীয়া বাপুৰাম গোহাঁইহঁতৰ ঘৰ। সিহঁতৰ ঘৰতে বহি অলপ জিৰালোঁ, তাৰ পাচত খুপি-খুপি সাঁকো বগাই

নামদাং পাৰ হলোঁ। নামদাঙৰ পূবতে গড কাষৰীয়া গাওঁ। তাত মোৰ সহপাঠী বংশী কলিতা, মণিৰাম কলিতা আৰু জীউৰাম কলিতাহঁতৰ ঘৰ। সিহঁতক মাত লগাই মগৰাহাটলৈ পোনালোঁ।

**মগৰা বা মোগোৰা হাট:** মগৰা হাটক মোগোৰা হাট বোলা হয়। মোগোৰা হাট কিয় বোলে বহুত দিনৰ মূৰত হে জানিব পাৰিছোঁ—মাক ৰজস্বলা বা ঋতুমতী নোহোৱাকৈ যি সন্তান জন্ম হয়, তাকে মোগোৰা বোলে। ফুলমতী কুঁৱৰীয়ে মৰম লাগি ৰজাক খাটি, এনেকুৱা মানুহ এটিকে সেই ঠাইতে হাট বহুৱাবলৈ দিছিল। তেতিয়াৰ পৰা ঠাইডোখৰৰ নাম মগৰা হাট হ'ল। মোগোৰা মানুহক হেনো বজ্রপাতে মাৰে। সেই ভয়তে সি ক'লৈকো যাব নোৱাৰে দেখিয়েই হাটৰ গৰাকী পতা হৈছিল। মগৰা হাটৰ পৰাই অটব্য ইকৰানি আৰু বৰতানি। সেই ইকৰানি-বৰতানিৰ মাজতে চুকে-কোণে বাঘ, শিয়ালৰ চোং। বৰ আলিলৈকে এটি সুৰুকীয়া বাট। সেই বাটৰ মাজতে দিয়ৌ নৈ খন নামি পাৰ হব লাগে। তিয়নি সলাই দিয়ৌ পাৰ হৈ বৰআলি পালোঁগৈ। *এইখিনিতে পহুগড। বৰ আলিৰপৰা অলপমান পূবলৈ গৈয়ে আলি কেঁকুৰি, সেই খিনিৰপৰা দিখৌৰ আমগুৰি পাৰঘাটলৈকে এটি আলি গৈছে। আলিটোৰ দাঁতিতে বাওঁ-হাতলৈ ৰংঘৰ আৰু সোঁহাতলৈ তলাতল বা তলাতলি ঘৰ। ৰংঘৰৰ পোনে পোনে আলিটোৰ ওপৰত থিয় হৈ থকা বৰ শিমলুজোপাৰ ছাঁতে জিৰালোঁ। তাতে কেম্‌টায়ে উকি এটা মাৰিলে; উকিটোৱে আকৌ ৰং-ঘৰৰ পৰা ওলোটা উকি মাৰিলে। কেম্‌টাইকে দেখি মইও 'কোন ঐ' বুলি চিঞৰ এটা মাৰি পঠিয়ালোঁ, মোৰ মাতটোৱেই ঘূৰি আহি আকৌ মোৰ কাণতে খুন্দা মাৰিলেহি। ভাবিলোঁ—ৰজা-দিনীয়া ৰংঘৰটোত কিবা কালিকা আছে হবলা। পিচত অৱশ্যে তাৰ কাৰণটো জানিলো। ন-পুখুৰী, পুৰণি পুখুৰীৰ পৰা বৰ আলিটোৰ দুয়োফালে মুকলি দ পথাৰ। মানুহৰ সঁচ নাই। আমগুৰি ঘাটতে মাৰ নাৱত উঠি দিখৌ পাৰ হলোঁ। 'মাৰ নাও' কাক বোলে সেই দিনা হে প্ৰথম জানিলো। বৰ-আলিৰ পৰা আমগুৰি ঘাটলৈকে দেখা ঠাইবোৰৰ কথা, বহুত দিনৰ পিছত হে তাকৈ জানিব পৰা হৈছোঁ।

---

* কেতিয়াবা কেতিয়াবা শিৱসাগৰৰ পৰা আহোঁতে যাওঁতে কালুগাঁৱেদি আহোঁ, কালুগাঁৱেদি বোলোতে জেৰেঙা পথাৰৰ যিৰিণানিৰ মাজে মাজে আহি আমাৰ দেউতাৰ বায়েক জেঠাইহঁতৰ ঘৰত সোমাই আহোঁ। ভাগৰ লাগিলে কেতিয়াবা তাতে থাকোঁও।

আবেলি তিনিমান বজাত আমি ৰংপুৰ পালোঁগৈ। গোলাপ দদাইটিৰ ঘৰতে টালি-টোপোলাবোৰ থৈ স্কুল চাবলৈ গলোঁ। তাৰ পাচত হ'ল-পুখুৰী চালোঁ, কেঞ্চা-পট্টিৰ মাজেদি আহি নগৰৰ বজাৰ-সমাৰ চাই আগতিয়াল বস্তু দুপদ-এপদ কিনি, থাকিবলৈ লোৱা ঠাই পালোঁহি। কেঞ্চা-পট্টিৰ মাজেৰে যাওঁতে দুটা নেদেখা বস্তুৱে মোক চমক খুৱাইছিল—এটা হৈছে মানুহৰ ঘৰৰ ভিতৰত কুকুৰাৰ ডাক আৰু ইটো মাইকী মানুহে (পোহাৰীয়ে) শাকৰ চক বেচা। গাঁৱৰ ভিতৰত সোমাই থকা বন্ধন মনটো নগৰ পাই মুকলি হ'ল। যাৰ বাৰীত দদাইটিয়ে ঘৰ সাজি আছিল, সেই বাৰীৰ গিৰিহঁত গৰাকীৰ নাম আছিল ভৱৰাম বৰকাকতী। মানুহে কয়, ভবাম কাকতী বুলি। গোলাপ শৰ্মা মোৰ পোনপটীয়া অভিভাৱক আছিল যদিও, বৰ-কাকতী ডাঙৰীয়া হে আচল অভিভাৱক আছিল।

**শিৱসাগৰ হাইস্কুলত ঃ** ১৯০৫ চনৰ এপ্ৰিল মাহত, শিৱসাগৰ হাইস্কুলৰ এইথ্ ক্লাচত (আজি-কালিৰ তৃতীয়মান) নাম লগালোঁগৈ। সদৰ শিৱসাগৰৰ (তেতিয়া শিৱসাগৰ জিলাৰ সদৰ ঠাই শিৱসাগৰেই আছিল; ১৯১২ চনত হে যোৰহাটলৈ উঠি আহে) অন্তৰ্গত ভিন ভিন গাঁৱলীয়া পঢাশালিৰ পৰা অহা ছাত্ৰৰেই পূৰ্ণ আমাৰ শ্ৰেণীটো। নগৰীয়া উকীল-মুক্তিয়াৰ, আমোলা-মহৰীৰ ল'ৰাও আছিল। কিন্তু সিবিলাকৰ সংখ্যা কম। শিৱসাগৰ নগৰৰ পুব অঞ্চলতকৈ পশ্চিম অঞ্চলৰ গাঁৱলীয়া ল'ৰাই সৰহ। তেতিয়া বৰ্ডিং বা ছাত্ৰ থকা ঘৰ নাছিল। আমোলাসকলৰ বাৰীয়ে-বাৰীয়ে একোটা বহা কৰি কৰি দুৰণি-বটীয়া ল'ৰা থাকিবলৈ লৈছিল। সেই আশ্ৰয়দাতাসকলে আশ্ৰয় দি ল'ৰাইতক ইংৰাজী শিক্ষা লাভ কৰিবলৈ চল লগাই নিদিয়া হ'লে ভালেমান মেধাবী, বুদ্ধিমান ছাত্ৰৰ বুদ্ধি, প্ৰতিভা ফুলতে মৰহি গ'লহেঁতেন। সেই গুণে—সেই পৰোপকাৰী, বিদ্যানুৰাগী, মৰমিয়াল মানুহ ঘৰ দিয়েকৰ নাম এইখিনিতে উল্লেখিয়াই থোৱা ভাল হ'ব বুলি ভাবিলোঁ। তেখেত সকল আছিল—

শিৱসাগৰ হাইস্কুলৰ প্ৰথম অসমীয়া এচিষ্টেণ্ট হেড মাষ্টৰ, ইংৰাজী শিক্ষক পৰমানন্দ ভঁৰালী ডাঙৰীয়াৰ পুতেক কেশৱানন্দ ভঁৰালী, যতীন্দ্ৰনাথ দুৱৰাৰ দেউতাক শ্যামসুন্দৰ দুৱৰা, দুৰ্গাচৰণ খাটনিয়াৰ, লাল বৰুৱা, ডাঙৰীয়া কালি-প্ৰসাদ চলিহা উকীল, দুৰ্গাপ্ৰসাদ বৰুৱা তহচিলদাৰ, সোমেশ্বৰ বৰুৱা তহ-ছিলদাৰ, পণ্ডিত সহদেৱ শৰ্মা বৰুৱা তহছিলদাৰ, টেপুমাষ্টৰ বা লোকনাথ শৰ্মা, যজ্ঞেশ্বৰ শৰ্মা মুক্তিয়াৰ, ভৱৰাম বৰকাকতী, সোণাৰাম বৰা তৰণি,

ৰত্নধৰ বৰুৱা : স্কুলসমূহৰ ডেপুটী ইন্সপেক্টৰ, দীনধৰ বৰকটকী, ডাঙৰীয়া পদ্মেশ্বৰ - তীৰ্থেশ্বৰ নাওবৈছা ফুকন ভাতৃদ্বয়, লক্ষেশ্বৰ ভূঞা, দিবাকৰ শৰ্মা, হেমচন্দ্ৰ গগৈ কেৰেণী, শঙ্খধৰ বৰভাণ্ডাৰ কাকতী, কোন জন কোন সকলোকে চিনিব নোৱাৰা, একে সাঁচতে গঢ়া তুলসী বাবু, কমল বাবু (হেমচন্দ্ৰ বৰুৱাৰ ভায়েক), ইন্দীবৰ চিৰস্তাদাৰ ডাঙৰীয়া, কালিপ্ৰসাদ কটকী, পণ্ডিত কীৰ্ত্তিধৰ শৰ্মা, ৰমাকান্ত গোহাঁই ডাঙৰীয়া, খিৰুদ্দীন বাবু, দ'ল কেয়োটাৰ ঠাকুৰৰ ঘৰ, ৰামচৰণ দত্ত, কৃষ্ণপ্ৰাণ চাংকাকতী ইত্যাদি। গাঁৱৰ ঘৰৰপৰা চাউল-পাত, খৰি-বাঁহ কঢ়িয়াই আনি বৰ দুখে-কষ্টে নগৰত থাকি পঢ়ি, পিচত ডাঙৰ মানুহ হোৱা এনে বহু লোক এতিয়াও জীয়াই আছে—যি সেইসকলক কৃতজ্ঞতাৰে স্মৰণ নকৰাকৈ থাকিব নোৱাৰি।

কঠোৰ শাসক গোলাপ দদাইটিৰ আগত ভুৰি-মুৰি কৰিবৰ সাধ্য নাই। ফাঁকি-ফুকা দিও সাৰিব নোৱাৰি। বেলি ওলোৱাৰ লগে লগে শয্যা ত্যাগ কৰিবই লাগিব আৰু দিখৌত গা-ধুই তামৰ কলহত একলহ পানী আনিবই লাগিব—তেখেতে সন্ধ্যা কৰিবলৈ। তাৰ পিচতো পানী আনিবগৈ লাগে। তেতিয়া বাল্টি নাছিলেই, পিতলৰ কলহ আৰু কাঁহৰ লোটা হে চলিছিল। আজি-কালি যি কাপ-প্লেট্ নহ'লেই নচলে, সেই দিনত সেই কাপ-প্লেট বা আন আন চীনা বাচন ব্যৱহাৰ কৰা হে নালাগে, ছুলেই পৰাচিত হ'ব লাগে। পিতলৰ গিলাচ মজা-মজিকৈ ওলাইছিল। আমি ভাত-পানী ৰন্ধা, পানী তপতোৱা বাচন-বৰ্তনবোৰো আছিল অসমীয়া কুমাৰে গঢ়া মাটিৰ চৰু-মলা বান-মলা, টেকেলি হে। চাহ খোৱা অভ্যাস নাছিল। কাথপাৰৰ আৰু আমগুৰি ঘাটৰপৰা বুঢ়া মানুহ দুজনীমানে আৰু ছোৱালী দুজনীমানে গাখীৰ যোগাইছিল। গৰু গাখীৰৰ সেৰে এক অনা (আজি-কালিৰ ছয় পইচা), ম'হৰ দুই-অনা, বেনাৰসী চেনি : সেৰে আঠঅনা, গুৰ : সেৰে দুই-অনা, হাইকণী পইচাটোত এটা (আমাৰ গাঁৱত দুটাকৈ খাইছিলোঁ), পাৰৰ গোটে দুই-অনা, শাক-পাচলি ঘৰৰ পৰা যায়। -আলুগুটি ৰঙা (দীঘলীয়া) সেৰে ছয়-পইচা; বোম্বাই আলুৰ হে দুই-অনা। বেঙেনা (বলিয়াঘটীয়া) পইচাতো দিলে চাৰিটা পায়া, খৰুৱা বেঙেনা দুপইচাত ছ-সেৰমান হ'ব। ৰাতিপুৱা গা-ধুয়েই ভজা চাউল, কোমল চাউল নাইবা চুজিৰ জলপান এটা খাই পঢ়াত লাগো। এঘন্টা বা ডেৰঘন্টা পঢ়িয়েই ভাত বহাব লাগে, অৰ্থাৎ চাউল সিজাব লাগে। খাই-বই উঠিয়েই ইস্কুললৈ লৰ দিদিলেই নহয়,

কাৰণ—এঘাৰ বাজি এক মিনিটমান হ'লেই (তেতিয়া স্থানীয় সময়, আজি কালিৰ দহেই এঘাৰ) বেঞ্চৰ ওপৰত থিয় হ'বগৈ লাগিব, নতুবা 'লেট ফাইন' (পলম কৰাৰ জৰিমনা) ভৰিব লাগিব। ইস্কুলৰ ঘড়ীত এঘাৰ বাজক-নেবাজক সেই কথালৈ আমি চাবৰ দৰ্কাৰ নাই।

আমাক শিকাইছিল আৰু সকলোৱে কৈছিলেও—ইস্কুল-কাছাৰীৰ ঘড়ী লৰক-ফৰক হ'ব নোৱাৰে। নগৰত থকা কেইমাহমানৰ পিচত, শিৱসাগৰত চাৰিটা কথা লৰক-ফৰক নহয় বোলা এই বচনটো মানুহৰ মুখত মতা শুনিছিলোঁ।—

> 'মনবৰ গাওঁবুঢ়াৰ মত,
> ইন্দীবৰৰ খত।
> বেজবৰুৱা ঘৰৰ বড়ি,
> ইস্কুল-কেছাৰীৰ ঘড়ী।

অৰ্থাৎ—মকৰ্দ্দমা কাৰবলৈ যোৱা মানুহক, মকৰ্দ্দমাত জিকিব নে হাৰিব মনবৰে অভিজ্ঞতাৰ বলতে কৈ দিব পাৰে; সেইগুণে তেওঁৰ মত ঠিক।

ইন্দীবৰ বৰুৱাই খতত বা আৰ্জীত অৰ্থাৎ দৰ্খাস্তত যি কেইফাঁকি কথা লিখি দিব, তাৰ গাঁথনি এনেকুৱা নিকপকপীয়া যে তাক কোনো হাকিমে ওফোৰাব নোৱাৰে। সেই বাবে ইন্দীবৰৰ খত্‌ নিৰহ-নিপানী।

যেতিয়া বেজবৰুৱাৰ ঘৰৰ প্ৰাণনাথে কাষলতি চুকটো মোহাৰিয়েই যিকণ মলি কণীয়া মানুহক খাবলৈ দিয়ে, ৰোগী নিৰোগী হয়। গতিকে বিশ্বাসতে বেজবৰুৱাৰ ঘৰৰ ঔষধ "ইন্দ্ৰজালিক', তৎকালে গুণ দিবই— এই কথা ইফাল-সিফাল হ'ব নোৱাৰে।

বেলি ঢুপৰলৈ গতি কৰকেহ বা নকৰকেই, ইস্কুল-কেছাৰীৰ ঘড়ীত এঘাৰৰ কাটাভাল ঠিক থাকিবই—তাৰ কেতিয়াও লৰ-চৰ হ'ব নোৱাৰে। পংচুৱেলিটিৰ অৰ্থাৎ সময় ঠিক ৰখাৰ নিচান বা গোজেই ইস্কুল-কেছাৰীৰ ঘড়ী।

তপতে তপতে ভাতকিটা খায়েই এই পংচুৱেলিটি ৰক্ষাৰ উঁৰিত ইস্কুললৈ লৰ ধৰোঁ। কিন্তু মই যোৱা প্ৰায়েই পলম হয় আৰু গৈয়েই বেঞ্চৰ ওপৰত উঠিব লাগে।

**এইথ ক্লাছত:** এইথ ক্লাছত আমি ২৫ জন মান ছাত্ৰ আছিলোঁহঁক। তাৰ ভিতৰত বহুতৰেই নাম পাহৰিলোঁ। শিৱসাগৰৰ ফুকন নগৰৰ পদ্মৰঞ্জন বৰুৱা, আমগুৰিঘাটৰ ইন্দ্ৰধৰ চলিহা, মহম্মদ চিদ্দিক, শিৱনাথ শৰ্মা সভাপণ্ডিত,

গোবিন্দ দত্ত, নকুলচন্দ্ৰ বৰুৱা (ডিব্ৰুগড়) শিৱপ্ৰসাদ খাৰঘৰীয়া (ডিব্ৰুগড়), আৰু কনকলাল চলিহাৰ নামকেইটা মনত আছে। সেইবুলি, বৃত্তি পাই যোৱা ছাত্ৰকিজনেৰে সৈতে শ্ৰেণীত প্ৰায়েই একেলগে বহা বাবে তেওঁবিলাকৰ নাম পাহৰা নাই। মনত থাই বুলি ক'লে—আমাৰ ঘনিষ্ঠতা, সহৃদয়তা আৰু বন্ধুতাৰ প্ৰতি পিঠি দিয়া হব। সেইগুণে, সেইকিজনৰ অলপ-অচৰপ পৰিচয় একোটি এই থিনিতে দি থলোঁ।

আমাৰ ভিতৰত বৃত্তি পোৱা ছাত্ৰৰ ভাগ দুটা আছিল—এটা উচ্চ প্ৰাইমেৰী বা মজলীয়া স্কুলৰ আৰু ইটো নিম্ন প্ৰাইমেৰীৰ বা পাঠশালাৰ। একে সময়তে নাম লগোৱা উচ্চ প্ৰাইমেৰীৰ (মজলীয়া অসমীয়া পঢ়াশালি) বৃত্তিধাৰী ছাত্ৰ আছিল এই কিজন - শিৱসাগৰ নগৰ মহলৰ কুমুদেশ্বৰ বৰঠাকুৰ, মেছাঘৰৰ ক্ষেত্ৰধৰৰ বৰগোহাঁই, মৰি দিখৌকানৰ হৰিনাথ গগৈ, বৰ পাত্ৰ দ'লৰ ৰাধানাথ ঠাকুৰ, মেটেকাৰ চুচেন কাকতী, মাদুৰীৰেই নে মেছাঘৰ গোহাঁই গাঁৱৰ মালভোগ গোহাঁই আৰু দৰবাৰ ফিল্ডৰ চুকৰ পূৰ্ণচন্দ্ৰ কোঁচ। এওঁবিলাকৰ এটাই কেৰোজনে ৪-৫ বছৰলৈকে মাহে পাঁচ টকাকৈ জলপানী পাইছিল।

আৰু মাহে তিনি টকাকৈ তিনি বছৰলৈকে পাঠশালাৰ বৃত্তি পাওঁতা আছিলোঁ ইক আমি এই কেইজন : শিৱসাগৰ দুখীয়া স্কুলৰ ( মিউনিচিপেল স্কুলৰ) পদ্মকান্ত চলিহা (পদ্মধৰ চলিহা নহয়), কোঞৰপুৰ বনগাঁৱৰ বাবুলা গোস্বামী, বলিয়াঘাটৰ পদ্মধৰ দাস (হাজৰিকা), চাউল কবাৰ ভূধৰ ফুকন, কাথপাৰৰ ভূধৰ গগৈ (মহন) আৰু পেটুৱা গগৈ, শিৱসাগৰ নগৰৰ চাহজাহান আলি, নাজিৰাৰ ৰাধানাথ শৰ্মা, কোঞৰপুৰৰ ওচৰৰ মঙলা গাঁৱৰ প্ৰেমেশ্বৰ লাহন আৰু চমাৰ গাঁৱৰ পাঠশালাৰ মই। বৃত্তি পোৱা ছাত্ৰ বুলি শিক্ষক সকলৰ চকু সততেই আমাৰ ওপৰত বৰকৈ পৰিছিল।

'যি লাই বাঢ়িব দুপতীয়াতেই চিন'—কুমুদ বৰঠাকুৰ যে আগলৈ নাট্যকাৰ অভিনেতা আৰু সাহিত্যসেৱী হ'বগৈ তেতিয়াই তেওঁৰ নাটকীয় কথা-বতৰা, ভাব-ভঙ্গীতে উমান পোৱা গৈছিল আৰু সঁচা-সঁচিকৈয়ে তেওঁ প্ৰসিদ্ধ অভিনেতা আৰু গ্ৰন্থকাৰো হৈছিলগৈ। এইবোৰ স্বাভাৱিক শিশু প্ৰবৃত্তিয়েই পিচত বহলকৈ ফুটি ওলাইছিল—গুৱালপাৰত যেতিয়া অসমীয়া ভাষা প্ৰবৰ্তনৰ ধুমুহা বতাহটো বৰদৈচিলা হেনকৈ বলাই ফুৰিছিল, তেতিয়া বৰগোহাঁই ক্ষেত্ৰধৰ আছিল ধীৰ আৰু সংযত; কথা-পাতি সত সন্তাই হুকুৰে। চৰকাৰী চাকাৰ

জীৱনত তেওঁ মাটি হাকিমৰপৰা দোপতদোপে উধাই বিচাৰক হাকিমো হৈছিলগৈ। অকালত মৃত্যুবৰণ কৰিলে যদিও, ক্ষেত্ৰধৰে সাধুকোৱা, বুৰঞ্জীৰ কথা কোৱা, আখৰ-পাতি ঠগ লগাই লিখা—ইত্যাদি ভাষা-সাহিত্যৰ প্ৰতি আদৰ থকা চিন অষ্টম শ্ৰেণীতে দেখুৱাইছিল। আউনীআটীৰ গোস্বামীয়ে অসমীয়া ভাষাৰ সৰ্বোৎকৃষ্ট ৰচনা লেখা বাবে বছৰি বছৰি প্ৰৱেশিকা পৰীক্ষোত্তীৰ্ণ ছাত্ৰলৈ যিটো 'সোণৰ মেডেল' আগ বঢ়াইছিল সেইটো লাভ কৰি, মদৌ অসম ছাত্ৰ সন্মিলনৰ এজন উদ্যোক্তা হৈ, সমসাময়িক 'আলোচনী' আৰু 'আৱাহন' কাকতত বিবিধ মৌলিক প্ৰবন্ধসম্ভাৰ যোগাই জাতীয় উন্নতিৰ হকে গা-লাগি কাম কৰি ক্ষেত্ৰধৰে দেশসেৱা, সাহিত্য-সেৱাৰ একোটা মচিব নোৱৰা চিন এৰি থৈ গ'ল। এওঁৱেই লাচিত বৰফুকন আৰু ফুলমতী কুঁৱৰীৰ চৰিত্ৰত নতুন তথ্য দাঙি ধৰে।

হৰিনাথ গগৈ আছিল অঙ্কত বৰ চোকা। পাচত তেওঁ বি,এল "পাছ" কৰি, বৃটিছ পাৰ্লিয়ামেণ্টৰ দ্বাৰা অনুমোদিত পেন্সন প্ৰথম অসমীয়া সাহিত্যিক পেন্সন ভোগ কৰোঁতা পদ্মনাথ বৰুৱা ডাঙৰীয়াৰ জোঁৱায়েক হৈ মৰিদিখৌ কাণৰপৰা গৈ উষাৰ দেশ শোণিতপুৰত হাড় পেলালেগৈ। ৰাধানাথ বৰ-ঠাকুৰ আছিল অলপতে সন্তোষীয়া; পঢ়া-শুনাও কৰিছিল দিখৌ বালিত লগা পাঞ্চে নাও ঠেলাৰ দৰে হেল হৈচৌকৈ। পিচত মৌজাদাৰ হৈ মৌজাদাৰী কামতে চকু মুদিলে। চুচেন কাকতী অঙ্কত পাৰ্গত আছিল; সাহিত্য বিষয়তো বৰ্ণাশুদ্ধিলৈ চকু দিওঁতা। এওঁৰ দেউতাক আছিল, যৌতু-কীয়া সম্পত্তি চলোৱাদি দিখৌৰ মেটেকা আৰু আমগুৰি ঘাটৰ মাৰনাও চলাওঁতা বিখ্যাত ৰঙাই ঘাটৈ (যি ৰসৰাজ বেজবৰুৱাৰ কাপত অমৰ হৈ আছে)। কৰ্মজীৱন আৰম্ভ কৰিবলৈ নৌপাওঁতেই যক্ষ্মে চুচেনৰ জাক মচিলে। পূৰ্ণ কোঁচৰ ঘৰ আছিল দৰবাৰ ফিল্ডৰ উত্তৰ-পশ্চিম চুকত। এওঁ পাচত "ভুমুকি" নামে হাতেলিখা কাব্য এখন উলিয়াইছিল—সহকাৰী আছিল থানেশ্বৰ হাজৰিকা। ভূধৰ মহন পাচত অগ্ৰগণ্য কংগ্ৰেছ সেৱক হ'ল। নিৰ্জু প্ৰকৃতিৰ ভূধৰক কেতিয়াবা-কাচিৎ শিৱসাগৰৰ কাছাৰীমুখত লগ পালেই তাহানিৰ এঠা যেন দৈ গাখীৰৰ চাৰবোৰলৈ মনত পৰে আৰু মনত পৰে কাথপাৰৰ সেই নথত লগা এক অনীয়া সেৱৰ গুধ এবাঁ গৰু-গ্ৰাথীৰৰ চুঙালৈ। অষ্টম শ্ৰেণীতে পিছি অহাৰ দৰে পিচতো তেওঁ এৰী চোলা, মুগাৰ চুৰিয়া পিন্ধি ফুৰিছিল। পদ্ম চলিহা ল'ৰাটি আছিল তেনেই

নিম্নাখিত। "পঢ়ে, পঢ়ুৱায়, ঘোৰে পান, এই তিনিয়ে নিচিন্তে আন" বুলি যে পুৰণি কথা এষাৰ আছে সেইষাৰ কথা মনপুতি পঢ়া পদ্মৰ গাত খাটে। পদ্ম চলিহা, কনক চলিহা, একে পৰিয়ালৰে। ডাঙৰীয়া ফণীধৰ চলিহাৰ তত্বাৱধনাত থাকি পঢ়া বাবে এওঁ পঢ়াত উগ্ৰপতাল চোকা। কিন্তু ভাল ল'ৰা সৰহ দিন নিজীয়ে বাবেই নেকি, সপ্তম শ্ৰেণী পাওঁতেই হাইজা-ৰোগত পৰি ককাইদেৱেক বাইদেৱেহঁতক কন্দুৱাই পদ্ম সিপুৰীলৈ গ'ল। পেটুৱা গগৈ ল'ৰাটি কটাৰী নলীয়া; ইবোৰ ল'ৰাৰ দৰে তেওঁৰ মূৰতো এডাল টিকনি। নিচেই হোজা প্ৰকৃতিৰ দেখি লগৰ সঙ্গবোৰে পেটুৱাক "পেটুৱা পেটমণি" বুলি জোকাইছিল। কিন্তু পেটুৱাৰ সেইবোৰলৈ কাণ কৰা। সেই শ্ৰেণীতেই কি, সপ্তম শ্ৰেণীতেই মুক্তালাল কাথবকৱাইও কলেজৰ পঙ্ক্তি থন্দুৱা মৰা শিক্ষক হৈ আমাক তুদিন মান পঢ়ুৱাইছিল। এদিন পেটুৱাই মূৰ কামোৰা বাবে তেখেতৰ ওচৰত ছুটী লবলৈ গ'ল। ল'ৰাটো মাটি যেন দেখি কাথবকৱাই ঠেও ধৰি ধৰি ক'লে, "তোমাৰ মূৰ কামুৰিছে, তোমাক ছুটী লাগে। তোমাৰ ঘৰ ক'ত?" —"কাথপাৰত।" "অ,' কাথ পাৰত। চাৰি মাইল দূৰৈ কাথপাৰত। যোৱা, যোৱা, এতিয়াই যোৱাগৈ। গৈ থাকোঁতে গৈ থাকোঁতে মূৰ কামোৰণি চাৰ হ'বগৈ; জৰ উঠিব; ৰাতিলৈ সন্নিপাত জৰ হ'বগৈ পাচে। জৰ হ'লেই আবল-তাবল বকিবলৈ ধৰিবা। বলকনিতে সেইদিনে মৰই (মৰি) থাকিবা। মাৰাই কান্দিব, বাপে-ৰাই কান্দিব, ঘৰ গোটেইখনত হুৱা-দুৱা লাগিব। এতেকে, যোৱা, যোৱা, এতিয়াই যোৱা—Leave granted—ছুটী মঞ্জুৰ"। সঁচাকৈয়ে পেটুৱা সেই দিনা গ'লগৈ। গ'ল বি গ'লেই একেবাৰেই গ'ল, আমি আৰু দেখিবলৈ নেপালোঁ। বাবুলা বনগঞ্জা গোঁসাইৰ ল'ৰা। সেইদেখি, তেওঁ গোস্বামীৰ মূৰত পাহ কটা চুলিৰ ওপৰতে একোছা টিকনি, টিকনিৰ মূৰতে খোপাটো, কপালত চন্দনৰ ফোঁট আৰু কাণত পথলুৱাকৈ লোৱা চেলেং এখন। ভৰিৰ সক গাঁঠিলৈকে পৰা চুৰিয়াৰ থেৰি আছেই। সেইকালত গোসাঁই মহন্তৰ ল'ৰাক সকলোৱে মান কৰিছিল। আমিও সেই গুণে, তেওঁক উপলুভ্ৰা নাম এটা নিদি সসম্মানে বাবুলা গোসাঁইক "গোস্বামী" কৈয়ে ৰাখিছিলোঁ। বাবুলা আছিল বৰ একা-চেকা। তাৰে চেলু লৈ কেতিয়াবা কেতিয়াবা টিমক্ ল'ৰাই আওৰাই থোৱা "মহন্তৰ চিন মাহনিত' কথাষাৰ ক'বলৈ ওৰা পাতি আনোতেই কোৱা ল'ৰাটোৰ মূৰতে বাবুলাই ছাতিটোৰে মাৰ মাৰি দিয়ে।

"মহন্তৰ চিন" তে ল'ৰাটোৰ মুখ জাপ খায়, "মাহনিত" বুলি আৰু ক'বলৈ নেপায়। পূৰ্ণ কোঁচ আমাৰ আটাইবোৰতকৈ ওখ আছিল। ছাত্তি নালৰ মাৰৰ ভয়ত তেওঁ হে মাথোন দুবৈৰ পৰাই "মাহনিত" শব্দটো উচ্চাৰি যোজনাটোৰ পাদ পূৰণ কৰিছিল।

বলিয়াঘাটৰ পদ্ম বৰ ভদ্ৰ। কথা বতৰাও মিহি, কাপোৰ কানিও পিন্ধে আটক ধুনীয়াকৈ। মই কেন্তিয়াবা, কোঞ্জপুৰৰ বাটেদি ঘৰলৈ অৰ্থাৎ চাৰিগুলৈ আহোঁতে বলিয়াঘাটতে নাৱেৰে পাৰ হ'ব লাগে। এদিন পদ্মই ময়ে গুটিয়া নাও এখনত পাৰ হৈছোঁ, এনেতে নাওখন সোঁতে উটুৱাই নিলে; মোৰ থৰক-বৰক লাগিল। হঠাতে, ভয়তেই নে পিছল খায়েই পানীত পৰিলোঁ। পদ্মই জাপ মাৰি দিলে। পদ্মৰ সাঁতোৰা অভ্যাস আছিল দেখি, পানীত পৰা বাবে ভয় নেখালে, বৰং গবামাৰি ধৰি মোক পাৰলৈ তুলি আনিলে। পানী যেনিবা বাম আছিল। সেই ঘটনাৰ পিচত তেওঁক আৰু দেখাই নেপালোঁ। বহুত দিনৰ মূৰত শুনিলো বোলে, ফৰেষ্ট ৰেঞ্জাৰ হৈ ভালেমান দিন কাম কৰি পদ্ম সিপুৰীলৈ গ'ল।

ভূধৰ ফুকন আছিল মটহা ল'ৰা—গায়ে-গাৰিয়ে গোটেইটো গদাধৰ। পিচে মটহা হ'লে কি হ'ব? মাইবে কিবা সোধে বুলি সদায় পাচৰ বেঞ্চত বহি থাকে। তেওঁ কৃষি বিভাগত কিবা এটা কাম কৰি পেঞ্চন খাই ঘৰতে আছে বুলি শুনিছোঁ। ভূধৰৰ গাটো হে মটহা, অন্তৰখন গাখীৰৰ ফেন যেন কোমল, লোকৰ দুখত পমি যায়।

চাজাহান আলি—দেখনে শোভনে গোটেই দিল্লী সম্ৰাট চাজাহান পাৎছাৰ দৰেই। মাত্ৰ ডাঢ়ি নাই। ডাঢ়ি নো হ'ব ক'ৰপৰা? ঠুটিওৱাই নাই এখোন, তেনেই কুমলীয়া হৈয়ে আছে। হাইস্কুলটোৰ উত্তৰ-পূব চুকতে চাজাহান-হঁতৰ ঘৰ। শ্ৰেণীটোৰ ভিতৰত যতবোৰ ল'ৰা আছিল তাৰ ভিতৰত চাজাহানেই আটাইতকৈ ধুনীয়া। তেওঁৰ গাটি লাহী, মুখখন বগা চুঁচিমৰা; নাক-মুখৰ গঢটোও সাঁচত মৰা যেন। সেইকালত পাঞ্জাবী কুৰ্তা নাছিল। টুইলৰ কামিজ এটা, চুৰিয়া একোখনেই আছিল সাধাৰণ গাৰ কাপোৰ। কাৰো ভৰিত জোতা নাছিল। আমাৰ গাঁৱৰপৰা অহা কিটাৰ কাপোৰ কানিবোৰ মদকৰা আছিল—চাবোন চুব নেপায় দেখি মনিছালৰ গুটি আৰু কল খাৰণিৰে ধুই-লোৱা। নগৰতো চাবোনৰ ব্যৱহাৰ বৰকৈ চলা নাছিল। অৱশ্তে, ধোবাই ধোওঁতে ব্যৱহাৰ হৈছিল। ভালেমানে আকৌ বেছুৱালী

ধোবাই ছোৱা কাপোৰো ছুৰলৈ ভাল নেপাইছিল। চাজাহানৰ কথা বেলেগ। যি এনেয়ে ধুনীয়া তাতে আকৌ ধোবাই ধোৱা চুৰিয়া-কামিজ পিন্ধি আহে দেখি সবাতকৈ শুৱনি। সি যেতিয়া ইষ্ট্ৰী কৰা ধোবাই ধোৱা কাপোৰ পিন্ধি ক্লাছত সোমায়হি আৰু স্কুল ছুটী হ'লে ওলাই যায়, তেতিয়া ল'ৰাৰ মাজত জিলিকি যায়।

প্ৰেমেশ্বৰ লাহন ল'ৰাটি ওখ, লিচ পিচীয়া আৰু ল-নি। স্কুললৈ আহোঁতে মূৰটো ফনিয়াই আহে। চোলা-কাপোৰো পিন্ধে অতকৈ, লিখা আখৰবোৰো পৰিপাটি থিয় থিয় আৰু ঠগ লগা। আখৰ দেখিলেই ক'ব পাৰি, প্ৰেমেশ্বৰ লাহনৰ বুলি। তেওঁৰ অন্তৰত কবিতাৰ কেঁও ফুটিছিল তেতিয়াই, ওপৰ শ্ৰেণী পালত হাতেলিখা কাকত 'ভুমুকি' আৰু 'জেউতি'ত সেইবোৰৰ দুটামান প্ৰকাশো হৈছিল। নগৰৰপৰা লাহনৰ ঘৰলৈ বৰ দূৰৈ নহয়। অৱশ্যে বাটত বোকা আছিল। কিন্তু আনবোৰ দুৰণি-বটীয়া অধলা ল'ৰাৰ গাত যেনেকৈ বোকাৰ ছিটিকনি লাগি আহিছিল, লাহনৰ গাত নেলাগিছিল। প্ৰেমেশ্বৰৰ চাফ চিকুণতাই শিক্ষকৰ প্ৰশংসাও লাভ কৰিছিল।

ওপৰত যি কেইজন সহপাঠীৰ চিনাকি দিয়া হ'ল, সেই কেউজনেই মোতকৈ ওখ আৰু বয়সে নহলেও অন্ততঃ গায়ে-গাৰিয়ে ডাঙৰ। মজলীয়া স্কুলৰ বৃত্তিধাৰী কেইজনৰ ভিতৰত কুমুদেশ্বৰ বৰঠাকুৰেই আছিল চোকা আৰু শিক্ষকলৈ ভয় কৰে। আমাৰ ভিতৰত অৰ্থাৎ নিম্নপ্ৰাইমেৰী বৃত্তিধাৰী বিলাকৰ ভিতৰত [illegible] চলিহাৰ বুদ্ধিটোৱেই আছিল কুশৰ আগযেন চোকা। তাক অঙ্কৰ শিক্ষক ডিল মহম্মদ মাষ্টৰে বৰ ভাল পাইছিল।

মোৰ নিজৰ পালত ক'বলগীয়া একোৱেই নাই, তথাপি কৈ যোৱা ভাল যে মই পদ্য হে মুখস্থ কৰিব পাৰোঁ, এহেলৈ সকলো বিষয়তে "বিদ্যাশূন্য ভট্টাচাৰ্য্য"। আমাৰ ইংৰাজী আদিপাঠ আছিল প্যাৰীছৰন চৰকাৰৰ ফাষ্ট বুক অব্ ৰীডিং। —পোনতে ডিল মহম্মদ হাজৰিকাই এ,বি,চি,কিটা শিকাইছিল; তাৰ পাচত কেশৱানন্দ ভৰালীয়ে। ভৰালী চাৰৰ মনত মই বৰ ভাল ল'ৰা বুলি শলাগ পাব লগীয়া হৈছিলোঁ। হ'লে নো কি হ'ব? অঙ্কৰ মাষ্টৰ ডিল মহম্মদ হাজৰিকাই শ্লেটত লেজুৰা তেৰেজ অঙ্ক এটা যোগ কৰিবলৈ দি মূৰ ঘূৰোৱাই পঠিয়াইছিল আৰু তেওঁৰ পালত সততেই হয় টিকাত এছাৰিৰ কোব খাইছিলোঁ, নহয় বেঞ্চৰ ওপৰত উঠিছিলোঁ। হাজৰিকাচাৰে কিন্তু মোক এটা শাস্তিৰ পৰা ৰেহাই দিছিল। যোগ কৰিব নোৱৰা ল'ৰাক আলমণী চিকোট মৰা তেওঁৰ বোপাই

কালৰ বৃত্তি আছিল। মানে, যোগ অঙ্কতান একালৰ পৰা যি ল'ৰাই যোগ কৰি মাত্তি যাব নোৱাৰে তাৰে পেটটোত তেওঁ চিকোট মাৰি দিয়ে আৰু ল'ৰাটো উফাল খাই যায়। এই বিধ পৰ্ব্বতীয়া শাস্তিৰ পৰা হাজৰিকাচাৰে মোক মুক্ত কৰি থৈছিল আৰু সেইবাবেই বাটে-পথে লগ পালে তিল মহম্মদ চাৰক দুৰৈৰ পৰা চেলাম একোটা বাচিছিলোঁ।

**পাদুৰী চাহাবৰ তাত ইংৰাজী শিক্ষা :** সেই বছৰ অহৰ বছৰ পিচত শুনিলোঁ যে বোলে বৰপুখুৰী পাৰৰ (শিৱসাগৰ পুখুৰী) মিছন কম্পাউণ্ডত পাদুৰী চাহাবে মাচুল নোলোৱাকৈ হাই স্কুলৰ ছাত্ৰক ইংৰাজী শিকাব। শুনি মোৰো তাত পঢ়িবলৈ মন গ'ল। বুধবাৰে শুকুৰবাৰে আবেলি পাঁচ বজাত তালৈ যাব লাগে। চাহাবে এঘন্টা মান পঢ়ুৱায়। সেই ঘন্টাটোতনো কেনেকৈ মোৰ ধাউতিটো পুৰাওঁ, তাৰ উপায় চিন্তিব লগা হ'ল। মোৰ অভিভাৱক যিজন তেখেতে কেনেবাকৈ যদি শুনে, মই পাদুৰী চাহাবৰ তাত পঢ়িবলৈ গৈছোঁ বুলি, মোৰ পিছে আৰু শেষ। তেখেতৰ লগত যে থাকিব নোৱাৰোঁৱেই নে শিৱসাগৰতো ক'তো থাকিবৰ ঠাই নাইকিয়া হ'ব। পাদুৰীৰ তাত পঢ়াকথা গাৱঁত ওলাব লাগিলে, মোৰ ঘৰটো ওভোতাই খুৱাব। সাতে পোতৰে ভাবি চিন্তি এটা উপায় উলিয়ালোঁ গৈ।

চাৰি বজাত স্কুলৰপৰা আহিয়েই কিতাপ চিলট থৈ চুজি-তুজি জলপ ভাজোঁ। দদাইটি কাছাৰীৰ পৰা আহিলেই বজাৰলৈ যাওঁ বুলি বৰপুখুৰী পাৰ পাওঁগৈ। পাদুৰী চাহাব আছিল বেভাৰেণ্ড পেট্ৰিক আৰু বেভাৰেণ্ড পল। পেট্ৰিক জাৰ্মান, জাৰ্মান ভাষাৰ দৰে অসমীয়া ভাষাতো "নেজেল" বা নাকী স্বৰীয়া উচ্চাৰণ থকা বাবে, তেওঁ আমাৰ ভাষাটো বৰ ভাল পাইছিল। পল আছিল ইংৰাজ, ইংৰাজী বঙলাত ৫-ৰ প্ৰাধান্য থকা দেখি পলে বঙলা ভাল পাইছিল। পেট্ৰিকে যেতিয়া আখৰ জোঁটনি ফাণ্ডিবলৈ কয়, তেতিয়া তেওঁ শব্দটো ক'ৰপৰা আহিল, তাৰ ভিতৰত কি কি কথা সোমাই আছে ইত্যাদি শব্দৰ জাতি-গুৰিবোৰ আমাক কৈ যায়, শুনি বৰ ভাল লাগে। লুকাই চুৰকৈ তিনি মাহ পাদুৰীৰ তালৈ যোৱা খবৰটো ঘুন্নক-ঘানাককৈ দদাইটি গোলাপ শৰ্মাৰ কাণত পৰিলত, পা-পৰাচিত্ত নোহোৱাকৈ মনে মনে পাদুৰী পঢ়াশালি পৰিত্যাগ কৰা হ'ল। কিন্তু, কেতিয়াবা কেতিয়াবা দেওবাৰে দেওবাৰে গীৰ্জা ঘৰলৈ গৈ (বৰপুখুৰীৰ উত্তৰ পাৰে আছিল) ছেগা-চোৰোকাকৈ বাইবেল শুনাটো হ'লে কিছু দিনলৈ চলিয়েই থাকিল।

**হাইস্কুল য'ত আছিল ঃ** এতিয়া য'ত চকবজাৰ বহিছে, তাতে আমাৰ স্কুল ঘৰটো আছিল। চৌহদৰ সোঁ মাজতে গুদাম ঘৰৰ নিচিনা আহল বহল আৰু দীঘল ডাঙৰ ঘৰটো; তাৰ পূবে দুটুপীয়া এটি আৰু উত্তৰেও এটি। উত্তৰবটিৰ মূধতে বতাহ জোখা যন্ত্ৰ। দক্ষিণ ফালে আগেয়ে উচ্চ প্ৰাইমেৰী বা মজলীয়া স্কুল আছিল। যাক সেই কালত বঙ্গলা স্কুল বোলা হৈছিল। আমি নাম লগাবৰ সময়ত সেই স্কুলত হেমচন্দ্ৰ বৰুৱাৰ ভায়েক তুলসীৰাম বৰুৱা হেড্ পণ্ডিত আছিল। তেখেতৰ পিচতে, সম্ভৱ টিহুৰপৰা অহা সাধিৰাম কাকতী হেড্ পণ্ডিত হয়হি।

মাজৰ ঘৰটোৰ পশ্চিম চুকত আমাৰ শ্ৰেণীটো বহিছিল। সেই ফালে-দিয়েই কেঞ্চাপটিলৈ ওলাবপৰা ইস্কুলৰ এটি বাট। এই পিনেই ডিল মহম্মদ হাজৰিকা 'চাব' ঘৰৰপৰা আহি সোমায়হি। তেখেতেই আমাৰ ক্লাছ মাষ্টৰ। সোনকালে যোৱা ছাত্ৰই তেখেত অহা-নহালৈ জুমি জুমি চাই থাকে। আহি পোৱা মাত্ৰকে নাম মাত্তিবহিয়েই, এক মিনিটো নৰয়।

চতুৰ্থ শ্ৰেণীৰ (ফৰ্থ ক্লাছ আজি কালিৰ সপ্তম মান) পৰা প্ৰথম শ্ৰেণীলৈকে (দশম মান) যতবোৰ ল'ৰা আছিল, ততবোৰলৈকে আমি বৰ ভয় কৰিছিলোঁ। প্ৰথম শ্ৰেণীৰ ল'ৰা একোটা যে গজীন্দ্ৰ-গজীন্দ্ৰ ভাটিয়ে গোফে ভোৰোকাৰ। আমাৰ আকৌ ঠুটিৱাই নাই। ওপৰ শ্ৰেণীৰ ছাত্ৰ আহিলে আমি বাট এৰি দিব লাগে।

১৯০৫ চনত পূৰ্ণচন্দ্ৰ মাহিস্তা নামেৰে শ্ৰীহট্ট নে কাছাৰৰ ফালৰ এজন হেড্ মাষ্টৰ আহিল। এখাৰ বজা মাত্ৰকে তেওঁ হাতত বেতডাল লৈ স্কুল ঘৰ কেইটাত বহা শ্ৰেণীবোৰৰ দাঁতিয়ে দাঁতিয়ে পাক এটা মাৰি আহিব। মাহিস্তা মাষ্টৰ মানুহজন বৰ গোমোঠা, আন আন মাষ্টৰৰ লগত হলি গলি নাই, ল'ৰাৰ লগত যে নায়েই। কিন্তু খোজ কাটলত ইমান খৰ যে ধুমুহাই অনা বৰযুণৰ টোপালৰ দৰেই। তেখেতক সৰহ দিন দেখিবলৈ নেপালোঁ। কিন্তু যি কেইদিন দেখিলোঁ তাতেই তেখেতৰ গোমোঠা খঙাল মুৰ্ত্তিটোৰ চাব এটা আমাৰ মনত বহি থাকিল। বৃত্তি পোৱা ল'ৰা বিলাকে "ডবল প্ৰমোচন" পাইছিল। মইও পালোঁ। ১৯০৫ চনৰ শেহ ছোৱাত চেবেন্থ ক্লাছলৈ প্ৰমোচন পালোঁ। তেতিয়াই সম্ভৱ, পূৰ্ণচন্দ্ৰ মাহিস্তা বদলি হ'ল।

পূজাৰ বন্ধৰ আগে আগে ছমহীয়া পৰীক্ষা হয়। ১৯০৫ চনৰ ছমহীয়া পৰীক্ষা দি চেবেন্থ ক্লাছলৈ প্ৰমোছন পালোঁ। সেই কালত, ডবল প্ৰমোছন

দিয়া নিয়ম আছিল, বৃত্তি পোৱা ল'বাক হে। এম, ভি বা মধ্য অসমীয়া (তেতিয়া মজলীয়া স্কুল) পঢ়াশালিৰপৰা বৃত্তি পাই অহা বিলাকে থার্ড ক্লাছলৈকে (আজি কালিৰ ক্লাছ এইট্) ডবল প্ৰমোচন পাইছিল আৰু আমাৰ নিম্ন প্ৰাইমেৰী বিলাকৰ সীমা আছিল ফিফ্থ ক্লাছ বা আজি কালিৰ ক্লাছ চিক্সলৈকে। এই দৰে প্ৰমোচন দিয়াৰ নিয়ম থকাত, একেলগে নাম লগোৱা এম, ভি, বৃত্তিধাৰী কিজন একে কোবেই তৃতীয় শ্ৰেণী পালেগৈ আৰু আমি পঞ্চম শ্ৰেণীতে ঠিহিৰা লাগিলোঁ। আমি বোলোঁতে ইবিলাক নহয়, কেৱল মই হে। কাৰণ, তলৰপৰা ডবল প্ৰমোছন পাই যোৱা বাবেই বা ধিতিঙালি কৰি ফুৰা বাবেই পঞ্চম শ্ৰেণীতে আঠে বছৰ লাগি থাকিলোঁ। এণ্ট্ৰেঞ্চ পাছ কৰিবলৈ হ'লে হাইস্কুলৰ দুটা খলপ পাৰ হ'ব লাগে। প্ৰথমটো খলপ বা খাপ হ'ল এইথ্ ক্লাছৰপৰা ফিফ্থ ক্লাছলৈকে; দ্বিতীয়টো ফৰ্থ ক্লাছৰপৰা ফাৰ্ষ্ট ক্লাছলৈকে।

একে লালীয়ে দুবছৰৰ পৰীক্ষা দিও যিঃবাৰ ল'ৰা ওপৰলৈ উঠব নোৱাৰে অৰ্থাৎ প্ৰমোছন নেপায়, সেইবোৰক ডিগ্ৰেদ কৰা হয় অৰ্থাৎ তলৰ শ্ৰেণীলৈ নমাই দিয়া হয়। গোলোকধাম খেলত যেনেকৈ কেতিয়াবা একোটা গুটি খহি স্বৰ্গৰ-পৰা নৰক কুণ্ডত পৰেগৈ,তেনেকৈ ভালেমান বুঢ়া-ছাত্ৰও তৃতীয় শ্ৰেণীৰ পৰা খহি গৈ পঞ্চম শ্ৰেণীত পৰিছিলগৈ। এনেকৈ ,তলৈ খহি বগুৱা বাই ওপৰলৈ উঠা ছাত্ৰ এজনক মই পঞ্চম শ্ৰেণীত লগ পাওঁ। বছেৰেকীয়া পৰীক্ষাত উঠিব নোৱৰা ছাত্ৰ জন দিয়েককো পাওঁ। স্কুলৰ মাচুল দিব নোৱৰা দুখীয়া ছাত্ৰও আছিল দুজন মান। এনে বিলাক ডিগ্ৰেদ হোৱা, প্ৰমোছন নোপোৱা আৰু দুখীয়া ছাত্ৰৰ নিমিত্তে এই পঞ্চম শ্ৰেণীতেই ইংৰাজী পঢ়া শেষ। প্ৰমোছন নোপোৱা বাবে মোৰ দশাও তেওঁবিলাকৰ দৰেই হৈছিল। মোৰো সিমানতে ইংৰাজী শিক্ষাৰ সামৰণি পেলাব লগীয়া হৈছিল। কিন্তু লোণপুৰীয়া গাঁৱৰ যোগাই শৰ্ম্মা মোহাদেৱৰ উৎসাহ উদ্গনি পালত যেনিবা সামৰণি পেলাবলগীয়া নহ'ল।

পঞ্চম শ্ৰেণীতে অৰ্থাৎ ১৯০৯ চনতে মোৰ উপনয়ন হয়। দ্বিজত্ব লাভ কৰি সেই বছৰ পঢ়া শুনাত মনপুতি লাগিলোঁ। আৰু বছেৰেকীয়া পৰীক্ষাত উত্তীৰ্ণ হৈ দ্বিতীয় স্থান অধিকাৰ কৰি চতুৰ্থ শ্ৰেণী বা ক্লাছ চেৱেনলৈ প্ৰমোছন পালোঁ। চেকেণ্ড প্ৰাইজ বা দ্বিতীয় বঁটাও পালোঁ। প্ৰথমটো পাইছিল নগৰৰে ফণী-পেস্কাৰৰ পুতেক শশীধৰ শৰ্ম্মাই। শশীধৰৰ লগত সেই পঞ্চম শ্ৰেণীৰ বন্ধুত্বটো বৈ গল।

পঞ্চম শ্ৰেণীৰপৰা প্ৰথম শ্ৰেণী পোৱালৈকে সমনীয়া লগৰীয়া সহপাঠী বহুত পাইছিলোঁ। সেই বিলাকৰ ভিতৰত কোনো ওপৰলৈ উধালে, কোনো কলেজলৈ গৈ উচ্চ শিক্ষা লাভ কৰি হাকিম হ'লগৈ, কোনো চাহ বাগিছাৰ কেৰেণী-মহৰী সোমালগৈ; কোনোবা জন আকৌ নৈ পাৰ কৰা ঘাটৈ হ'লগৈ। যিয়েই কিন্তু যিহকে নহওক, সেই পঞ্চম শ্ৰেণীলৈকে পোৱা শিক্ষাৰেই তেওঁবিলাকে পাচৰ জীৱনত মোৰ মনত পৰা মতে, এজনৰ বাহিৰে সকলোৱেই একোটা সুখ্যাতিৰ বাট বান্ধি গ'ল।

তেতিয়া ৪৫ মিনিটীয়া পিৰিয়ড নাছিল। ঘড়ীৰ ঘন্টামতেই শ্ৰেণীত পঢ়ুউৱা ঘন্টাটোত আছিল পূৰা ৬০ মিনিট। শ্ৰেণী বহোঁতেই, প্ৰথম ঘন্টাত যিজন মাষ্টৰ বা শিক্ষক আহি উপস্থিত-অনুপস্থিত ছাত্ৰৰ নাম কাঢ়ি হাজিৰা লয়হি, সেইজনেই ক্লাছ মাষ্টৰ। ক্লাছ মাষ্টৰ জনৰ গাত প্ৰায়েই ইংৰাজী শিকোৱাৰ ভাৰ থাকে। সেই ক্ৰম অনুসৰিয়েই পঞ্চম শ্ৰেণীলৈকে এই সকল শিক্ষকে আমাক ইংৰাজী শিকাইছিল :-

অষ্টম শ্ৰেণীত (এইথ্ ক্লাছত) ক্লাছ মাষ্টৰ ডিল মহম্মদ হাজৰিকা আৰু কেশৱানন্দ ভঁড়ালীয়ে, সপ্তম শ্ৰেণীত পূৰা ইংৰাজী শিক্ষক কেশৱানন্দ ভঁড়ালী ক্লাছ মাষ্টৰে আৰু চন্দ্ৰ কান্ত বৰ পূজাৰীয়ে, ষষ্ঠ শ্ৰেণীত ফৰ্থ মাষ্টৰ মোহন চন্দ্ৰ বৰুৱা ক্লাছ মাষ্টৰে আৰু লক্ষীনাথ দাসে; পঞ্চম শ্ৰেণীত ফিফ্থ্ মাষ্টৰ ধৰ্ম্মেশ্বৰ কাকতী, তীৰ্থনাথ কাকতী, লক্ষীনাথ দাস, এডিচনেল মাষ্টৰ ৰামকুমাৰ বৰুৱা (অস্থায়ী) আদি কেইবাজনেও।

অসমীয়াৰ শিক্ষক আছিল ক্ৰমান্বয়ে তলৰপৰা ওপৰলৈ থাৰ্ড পণ্ডিত সেই ওপৰত কৈ অহা টেলেকা চকুৱা যজ্ঞোৰাম বৰঠাকুৰ, বৰপেটাই নে টিহুৰপৰা অহা যজ্ঞোৰাম দাস, গুৱালপাৰৰ গগন চন্দ্ৰ বৰুৱা, কেশৱানন্দ ভঁড়ালী, ৰাধিকা নাথ শৰ্ম্মা, ধৰ্ম্মেশ্বৰ কাকতী, দুমাহ নে তিনিমাহ হিৰণ্য কুমাৰ ভট্টাচাৰ্য্য, পাৰ্ব্বতী চৰণ চক্ৰৱৰ্ত্তী আৰু চন্দ্ৰকান্ত বৰপূজাৰী। এই সকলৰ উপৰিও আৰু জনচেৰেক আছিল। তেখেত সকলৰ এনে বিশিষ্টতা নাছিল যি আমাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। কিন্তু যি কেইগৰাকীৰ নাম উল্লেখ কৰা হৈছে, সেই কিগৰাকীক আমি কেতিয়াও পাহৰিব নোৱাৰোঁ। সেই কালত শিক্ষকৰ দায়িত্ব আছিল, ছাত্ৰ বিলাকক প্ৰকৃত মানুহ কৰা, ঘন্টাৰ ওৰ পৰালৈ বা মাহেকটোৰ মূৰ পৰালৈ চোৱা বিধৰ নাছিল। তেখেত সকলৰ লক্ষ্য আছিল ল'ৰাহঁতক কেনেকৈ পঢ়া বিষয়টোত পাকৈত কৰিব পাৰি।

চমাৰ গাঁও পাঠশালাত ৺বলদেৱ মহন্তৰ সেই যুগমীয়া কবিতাৰ পুথি উজুপাঠ (হাইস্কুলতো পঢ়িব লাগিছিল) খন আৰু দুৰ্গা প্ৰসাদ দত্তৰ 'ল'ৰা কবিতা' খন পঢ়ি আহিছিলোঁ। যদিও হাইস্কুললৈ আহি তাৰ কবিতাকে আওৰাইছিলোঁ।। লম্বোদৰ বৰাৰ 'আলোবন্ন' খনো পাঠ্য আছিল। এই পুথিখনে মোক তেতিয়াই বৰকৈ অনুপ্ৰাণিত কৰিছিল। তাত থকা 'ডুবালৰ কাহিনী' টিয়ে আৰু মৰণা মাৰোঁতে কোৰ খোৱাৰ সিচিনা সৰু সৰু কথাও লেখি থোৱা ডায়েৰী আৰ্হিটিয়ে মচ নোখোৱা দাগ এটি আজিও মোৰ অন্তৰত বহুৱাই থৈছে। ৰজনী কান্ত বৰদলৈয়ে লিখা 'কৃষি শিক্ষা' খনেও দ আঁক এটা নমৰাকৈ থকা নাই। পদ্মনাথ বৰুৱাৰ 'নীতি শিক্ষা' মাজছোৱা, শেহছোৱা আমাৰ প্ৰধান পাঠ্য আছিল। ডাঙ্কোণ মৰা ডেকাৰ গৰ্ব-অহঙ্কাৰ কেনেকৈ পৰোচ নামে জ্ঞানবৃদ্ধ আপ এজনৰ আগত মৰিমূৰ হৈছিল, সেই কথা সুঁৱৰিব লগীয়া হয় তেতিয়া, ভাবৰি জ্ঞান বিদ্যাৰে "সুমণ্ডিত" কোনো কোনো গণ্ডপী ডেকাই অলপ পানীতে পুঠী মাছৰ দৰে চটফটাই ফুৰে যেতিয়া। বলদেৱ, দুৰ্গা-প্ৰসাদৰ কবিতা পুথি কেইখনে আজিও উচ্চ আসন লাভ কৰি আহিছে। কেশৱানন্দ, ৰাধিকানাথ, তীৰ্থ কাকতী, মোহন বৰুৱাৰ দৰে খৰছি মাৰি পঢ়ুৱাওতা শিক্ষক পাবলৈ অতি বিৰল। ভোলানাথ দাসৰ "চিন্তা-তৰঙ্গিনী", 'কবিতা মালা'ৰ ভাষা যদিও সংস্কৃতীয়া, পঢ়ি ভাল লাগিছিল। বছেৰেকীয়া বঁটা বিতৰণী সভাত 'চিন্তা তৰঙ্গিনী'ৰ 'তয়ে কি থেচীয় দস্যু যাৰ নাম শুনো বাৰবাৰ' বোলা কবিতাটোৰ যেতিয়া আবৃত্তি কৰা হয়, আবৃত্তি কৰাজনৰ মন যেনেকৈ তেতিয়া উৎফুল্ল হৈ আছে, সমজুৱা সকলৰো মন-গা দাং খাই আছে। সুঁৱৰি ভাল লাগে যে, মইও এবাৰ "দস্যু'ৰ ভাও দি আবৃত্তি কৰিছিলোঁ।।

পঞ্চম শ্ৰেণীত আছিল হেমচন্দ্ৰ বৰুৱাৰ 'পাঠমালা' আমাৰ গদ্যপুথি। সেই পুথিৰ গদ্য ৰীতিকেই আমি অনুকৰণ কৰিছিলোঁ।। ষষ্ঠ শ্ৰেণীত পদ্মনাথ বৰুৱাৰ 'আসামৰ বুৰঞ্জী' আৰু গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী' আছিল বুৰঞ্জী পাঠ্য। পঞ্চম শ্ৰেণীত ধৰ্মেশ্বৰ গোস্বামীকৃত 'ভাৰত বুৰঞ্জী' পঢ়িব লাগিছিল। স্কুল ছুটী হোৱাৰ আগে আগে ড্ৰিল কছৰতৰ শিক্ষা দিছিল ডিল মহেশ্বৰ হাজৰিকাই। মোৰ গা শাতল আছিল; সেইবাবে কছৰতত ওলোটা ধৰ মাৰোঁতে, হনুমান 'দন্' কৰোঁতে, অপিয়াই জপিয়াই কাছি

খোজ দিওঁতে, ওপৰলৈ মূ-কৰি কঁকালটো খেচুকিবীয়াকৈ ধতুদন কৰেঁাতে, কৰঙৰ তলেদি হাত সুমুৱাই, কাণত ধৰি বান্দৰৰ দৰে লুতুপ লুতুপ খোজ কাঢ়োতে হাজৰিকা চাৰৰ কোব এটাও খোৱা নাছিলোঁ। কছৰতত নিতৌ উপস্থিত থকা, পৰিপাটিকৈ ভাল আখৰ লিখা, মৌখিক অঙ্কত টপৰাই উত্তৰ দিবপৰা, পঢ়োতে ফটফটীয়াকৈ শুদ্ধ উচ্চাৰণেৰে মাত্তি যাবপৰা, শ্ৰেণীত হাই-উকমি কৰি নথকা, আটোম-টোকাৰিকৈ গাৰ কাপোৰ কানি পিন্ধা আৰু মূৰৰ চুলিবোৰ যাতে জপৰা নহয়, তাৰ বাবে তেল-তুল ঘঁহি মূৰটো ফনিয়াই ধুনীয়াটি হৈ শ্ৰেণীলৈ অহা—এইবোৰেই আছিল পঞ্চম শ্ৰেণী লৈকে শিক্ষক সকলে শিকোৱা সজ চৰিত্ৰ আৰু আচৰণৰ উপদেশ আৰু সাধাৰণ শিক্ষা। বছেৰেকীয়া পৰীক্ষাত প্ৰথম, দ্বিতীয়, তৃতীয় হৈ উৰ্ত্তীর্ণ হ'বলৈ হ'লে এইবোৰ বিষয়তো নম্বৰ ধৰিব লাগে, অকল শ্ৰেণীত পঢ়ুৱা বিষয় কেইটাত সৰহ নম্বৰ পালেই নহয়। পঞ্চম শ্ৰেণীত দুবছৰ থাকোঁ। ষষ্ঠ শ্ৰেণীৰপৰা শশী শৰ্মা আৰু মই প্ৰথম-দ্বিতীয় হৈ প্ৰাইজ পাইছিলোঁ। পঞ্চম শ্ৰেণীত দুবছৰ থকা বাবেই যাদৱ চলিহা, কুমুদ বৰঠাকুৰ আৰু হৰিনাথ গগৈ একেবাৰেই আগবাঢ়ি গ'ল। বাকী দুজনৰ লগত বৰ সম্বন্ধ নেথা-কিলেও যাদৱৰ লগত হ'লে থাকি গ'ল।

কলিয়াই-মলিয়াই কোনো ৰকমে চতুৰ্থ শ্ৰেণী ( ক্লাছ চেভেন ) পালোঁগৈ। এই শ্ৰেণীতে শিক্ষাৰ ভাষাই মোট সলালে। আগৰ কেইশ্ৰেণীত ইংৰাজীৰ বাহিৰে সকলো বিষয়ে শিক্ষাৰ বাহন আছিল অসমীয়া। এতিয়া অসমীয়া সাহিত্যৰ বাদে অঙ্ক, বুৰঞ্জী, ভূগোলৰ ভাষা হ'ল ইংৰাজী। তদুপৰি নতুন ভাষা সংস্কৃতো শিকিব লগীয়া হ'ল। অঙ্ক বুলিলে গণিত, বীজ গণিত আৰু জিয়মেট্ৰি সকলোকে সামৰে। গণিততে মাথোন মোৰ যি অলপ অচৰপ ৰাপ আছিল, এহেলৈ, ই দুটাৰ কিতাপতে সোমাই আছিল লোকৰ হাতত জমা খোৱা দৰে মোৰ ৰাপ বোলক, জ্ঞান বোলক, সকলো। এই শ্ৰেণীৰ অঙ্ক শিক্ষক আছিল বনগাঁৱৰ পৰা নিতৌ দিখৌ পাৰ হৈ অহা কালীনাথ হাজৰিকা। শ্যামসুন্দৰ নামে অস্তিচোকা ছাত্ৰ এটি আছিল। তাক হাঁজৰিকা চাৰে বৰ ভাল পাইছিল। কিয়নো হাজৰিকাৰ যেই সেই প্ৰশ্ন-টোৰে দি খপ্ কৰে উত্তৰ দিব পাৰিছিল। কিন্তু চোকা শ্যামে বেত্ৰদণ্ড-ধাৰী কালীনাথক বৰ অমুৰি কৰিছিল। শ্যামৰ মুখৰ উত্তৰ পাবলৈ হাজ-ৰিকাই গৰু খেদাদি শ্যামক ক্লাছটোৰ চাৰিওপিনে খেদি ফুৰিছিল।

আটাইতকৈ চোকা বুলি তাক বৰ্ডৰ ওচৰলৈ আনি বৰ্ত্ত গণিত বা বীজ গণিত নাইবা জিয়মেট্ৰিৰ কিবা এটা বুজাবলৈ কয়। সেইটোকে ক্ৰমে নকৰে। এই বাবেই ক্লাছত খণ্ডাল শিক্ষক যেনেকোৱা আৰু অন্যাতুৰ ছাত্ৰৰ ক্লাছৰ ভিতৰতে ঘূৰা-পকা দৃশ্যটো দেখি ইবোৰ ছাত্ৰই বৰ বং পাইছিল।

এই শ্ৰেণীত ফৰ্থ মাষ্টৰ মোহন বৰুৱাৰ ঠাইত কালীনাথ হাজৰিকা ক্লাছ মাষ্টৰ হৈছিল। ৰাম কুমাৰ বৰুৱাই ইংৰাজী পঢ়ুৱাইছিল। তেখেতে নিগাজীকৈ নিযুক্তি পোৱা শিক্ষক নহয়; ওকালতি পৰীক্ষা দি কেইমাহ মানৰ নিমিত্তে কামকৰা শিক্ষক হে। বৰুৱা ওখই ৬ ফুট ২ ইঞ্চি মান হ'ব। স্বাস্থ্যও নিপোটল। আমোলাপটিৰ দামোদৰ বৰুৱা তহিলদাৰৰ পুত্ৰেক বুলি সকলোৱে মান কৰিছিল। ৰামকুমাৰ বৰুৱাৰ Physiognomy অৰ্থাৎ মুখ মুৰৰ গঢ় চিন চাই মানুহ পঢ়িবজনা-শাস্ত্ৰত বুৎপত্তি আছিল। নাকটো চেপেটা হ'লে কি হয়, দীঘল হ'লে কি হয়, কেটেলা পছৰ কাঁইট যেন ঠৰঙা চুলীয়া ল'ৰাৰ প্ৰকৃতি কেনে, লেকৰা ওঁঠে কি বুজায়, জোঙামুখীয়া, টৌ মুখীয়া ল'ৰাৰ ভিতৰত কিমান পাৰ্থক্য—এইবোৰ তেখেতে পঢ়ুৱাওঁতেই কৈ গৈছিল আৰু কৈছিল যে বিচাৰক অৰ্থাৎ মেজিষ্ট্ৰেট হ'বলৈ হ'লে বিচাৰকজন গুচৰীয়া পদকীয়া বা আচামী ফৰিয়াদীয় মুখ চিনা বিদ্যাত পাৰ্গত হ'ব লাগে। জোঙামুখীয়া মানুহ হেনো বুধিয়ক আৰু চতুৰ হ'ব নোৱাৰে। তেনে মানুহৰ বুধিটো ভোটা। আমাৰ শ্ৰেণীত এ:কটি মাথোন আঁৰিমাছৰ মুখৰেন জোঙামুখীয়া ল'ৰা আছিল। তাৰ লক্ষণটোৰে পঢ়া শুনাত ভাল হ'ব নোৱাৰে বুলি শুনিলত, সচাঁকৈয়ে সি আৰু প্ৰমোচনেই নেপালে। চতুৰ্থ শ্ৰেণীতে নামকথা ল'লে। অৱশ্যে সি আগৰপৰাই পঢ়াত বৰ দগা আছিল। বিপিন চন্দ্ৰ ৰায় থাৰ্ড মাষ্টৰ আছিল যদিও, ক্লাছ এইটত (তেতিয়াই কি অলপ অগা-পিচাকৈ হাইস্কুলৰ শ্ৰেণীবোৰৰ নাম আজিকালিৰ দৰে কৰি এন্ট্ৰেন্সৰ ঠাইত মেট্ৰিকুলেছন কৰা হ'ল) ডিব্ৰুগড়ৰ জগন্নাথ দত্তই বৰিঙন ক্ৰুচ' পঢ়ুৱাইছিল।

বিষ্ণুচৰণ দে চেকেণ্ড মাষ্টৰ আছিল। এইখ ক্লাছৰপৰা ১৯১৪ চনত ক্লাছ টেন অৰ্থাৎ প্ৰথম শ্ৰেণী পোৱালৈকে তলৰ শ্ৰেণীৰ মাষ্টৰ প্ৰায় একেকিজনেই আছিল। হেড মাষ্টৰ আৰু চেকেণ্ড-থাৰ্ড মাষ্টৰ হে বদলি

হৈছিল। আগৰ বঙালী শিক্ষক লাহে লাহে নিৰাই নিৰাই কেউজন শিক্ষক অসমীয়া কৰা হৈছিল। তথাপি ১৯১৪ চনতো, মই মেট্রিকুলেছন পৰীক্ষা দিয়া চনতো গোবিন্দ কৰ বঙালী হেডমাষ্টৰ জন থাকিলগৈ। (বোধকৰোঁ, ১৯১৫ চনত লক্ষীনাথ শৰ্মা হেডমাষ্টৰ হোৱাৰপৰা শিৱসাগৰ হাইস্কুলত নিবহ-নিপানী অসমীয়া শিক্ষকেই হ'ল)।

অষ্টম শ্ৰেণীত (ক্লাছ থ্ৰি্ত) নাম লগাই নিচেই তলৰ শ্ৰেণীত ডবল প্ৰমোছন পাইছিলোঁ। যদিও, পঞ্চম শ্ৰেণীত আৰু ডেৰ বছৰ আৰু ক্লাছ নাইনত (নৱম শ্ৰেণীত) আৰু এবছৰ ৰ'ব লগীয়া হোৱাত হাইস্কুলত সৰ্ব্বমুঠ দহ বছৰ থাকিব লগীয়া হয়। মেট্রিকুলেছনৰ বাছনি পৰীক্ষাত অঙ্কৰ প্ৰশ্নোত্তৰত শূণ্য পোৱা বাবেই হেড মাষ্টৰ গোপাল গোবিন্দ কৰে একোপধ্যেই মোক এলাও কৰা নাছিল, অৰ্থাৎ শেষ পৰীক্ষা দিবলৈ অনুমতি দিয়া নাছিল। কিন্তু সুৰেন্দ্ৰ মোহন দাস নামে এজন কলিকতীয়া বঙালী শিক্ষকে আমাক ইংৰাজী পঢ়ুৱাইছিল; 'টেষ্টত' মই ইংৰাজী কাকত ২০০ৰ ভিতৰত ১৮০ নম্বৰ পোৱা বাবে তেওঁ হেড মাষ্টৰক টানি ধৰিলে, বোলে, বেণুক এলাও কৰিবই লাগিব। He is a promising boy; যদিহে নকৰে তেওঁ কামকে ইস্তফা দিব। হেডমাষ্টৰ আৰু ইংৰাজী শিক্ষক দুয়োজনৰ মাজত যি তথিয়া-তথি লাগিল, তাৰ ফলতেই মই মেট্রিকুলেছন পৰীক্ষা দিবপৰা হলোঁ। অৰ্থাৎ মোক 'এলাও' কৰিলে। দাসৰ আশীৰ্বাদ স্বৰূপেই হওক বা মোৰ কপালৰ বলতেই হওক, ১৯১৪ চনত মেট্রিকুলেছন পৰীক্ষা দি দ্বিতীয় বিভাগত উত্তীৰ্ণ হোৱাত শিৱসাগৰ হাইস্কুলৰ লগত থকা দহ বছৰীয়া কঁঠাল এঠা যেন সম্বন্ধটো স্বাভাবিকতে ছিগি গ'ল। সম্বন্ধটো হে ছিগিল, সেই চেমনীয়া গজলীয়া কালৰ স্মৃতিটি হ'লে চিৰকাললৈকে কলপতীয়া হৈয়ে থাকিল।

# চতুৰ্থ অধ্যায়

**শিক্ষকসকলৰ প্ৰকৃতি ঃ** দহ বছৰত বহুত শিক্ষক আহিল, গ'ল। তাৰ ভিতৰত যি সকল শিক্ষকৰ কাৰ্য্য-কলাপ, হাৱ-বচন, একাচেকা কথা-বতৰা আৰু ব্যক্তিত্বই আজিও মোৰ স্মৃতিত খাপি খাই আছে সেই সকলৰ দুই চাৰিটা কথা উল্লেকিয়াই থোৱা অনুচিত ন'হব। তাৰ ভিতৰত যজ্ঞেৰাম বৰঠাকুৰৰ কথাই পোনতে মনলৈ আহে। এদিন জে, আৰ বেৰ' (J. R. Barrow) স্কুল সমূহৰ ইনস্পেক্টৰ চাহাব আহক স্কুল পৰিদৰ্শন কৰিবলৈ। তীৰ্থ মাষ্টৰে পঢ়াই থকা পঞ্চম শ্ৰেণীটো, বৰঠাকুৰে পঢ়াই থকা আমাৰ শ্ৰেণীটোৰে প্ৰায় লগা-লগি, মাজতে খালী স্ক্ৰিণ এটিয়ে শ্ৰেণী দুটা দুভাগকৈ থৈছে। ইন্স্পেক্টৰ আহি পঞ্চম শ্ৰেণীতে সোমালহি। তাতে ল'ৰাবিলাকক ই-সি কথা সুধি পৰীক্ষা লৈ আছে। বৰঠাকুৰ আগেয়ে পাঠশালা চাই ফুৰা ইনস্পেক্টিং পণ্ডিত আছিল, বেৰ চাহাবেই দয়া কৰি থাৰ্ড পণ্ডিতকৈ হাইস্কুললৈ আনে। কাষতে লাগি থকা শ্ৰেণীটোৰ ফালে তেখেতে টেলেকা চকু দুটা ঘূৰাই ঘূৰাই চাই থাকে জানোচা হঠাতে চাহাব আহি তেওঁৰ শ্ৰেণীতে সোমায়হি। পেটে পেটে সেই ফেৰা ভয়ও আছে, অথচ আমাৰ আগত ভয় নকৰা যেন দেখুৱাই ডাঙৰকৈ মাতি চাহাবে শুনাকৈ কৈছে, পঢ় পঢ় ল'ৰাহঁত পঢ়, পি এচ এ এল এম (P S A L M) ফেচেলম্। এইদৰে বাৰে পতি একেটা শব্দকে ঘূৰাই ঘূৰাই পঢ়ুৱাই থকা দেখি, আমনি লাগি এটা ল'ৰাই ফুচফুচাই ক'লে, "চাৰ ইমান ডাঙৰকৈ নপঢ়ুৱাবচোন।' ল'ৰাটোৰে কৈ এঁতাওতে নৌ এঁতাওতেই পঞ্চম শ্ৰেণীৰপৰা চাহাব উঠি আন এটা আঁৰৰ শ্ৰেণীলৈ গুচি গ'ল। ইফালে বৰঠাকুৰে কেৰাহি কেৰাহি কৈ চায়েই আছে। যেই চাহাব দৃষ্টিৰ পৰা আঁতৰিল সেই তেখেতে মহা আস্ফালন কৰি আমাক ক'লে, "ডাঙৰ ডাঙৰকৈ মাতিলন্তু তইঁতে আমনি পাইছিলি; এতিয়া নেদেখিলি, মইও বেৰ' (বেৰ' ঠাকুৰ) তেওঁও বেৰ'। সেইদেখি মই পঢ়ুৱাত সন্তুষ্ট হৈ মোৰ ক্লাছলৈকে নাহিল।" চাহাব যোৱাৰ পাচত হেড্ মাষ্টৰ

ককণা কান্ত দত্তই অভাব দিলে, বৰঠাকুৰে বোলে কেবল অসমীয়া হে পঢ়ুৱাব।

থ্রিড মাষ্টৰ ডিল মহম্মদ হাজৰিকাৰ ডাঢ়ি চাপকটা; খোজপালোৱানী আৰু মাত টকৃটকীয়া। তেখেত আছিল লাষ্ট মাষ্টৰ বা এইথ্ মাষ্টৰ। চেৱেন্থ মাষ্টৰ আছিল কেশৱানন্দ ভঁড়ালী; এখেতৰ শুভ্ৰ বৰ্ণ, অলপ ফেৰমেলা আৰু ডাঠ গোঁফ, উচ্চ অৱয়ব আৰু ভদ্ৰ ব্যৱহাৰ দেখি ছাত্ৰ মাত্ৰেই তেখেতৰ ওচৰত সেও হৈ ফুৰিছিল। তেখেত মৰমিয়ালও। ভঁড়ালী মাষ্টৰৰ স্থমথিৰা টেঙাৰ বাৰী এখন আছিল। চিক্সথ্ মাষ্টৰৰ পদ বিজনৰ গাত আছিল তেখেত স্থায়ী নহয় যদিও আঠ ন মাহ মান আছিল। এখেতৰ নাম লক্ষী নাথ দাস এডিশ্যনেল মাষ্টৰ বুলি হে সকলোৱে কৈছিল। এখেত বৰ শান্ত আৰু ধৰ্ম্মপৰায়ণ; ল'ৰাক নোকোবায়, কিন্তু বেঞ্চৰ ওপৰত তোলে। ফিফ্থ মাষ্টৰ ধৰ্ম্মেশ্বৰ কাকতী, ঘৰ মেটেকাত। এখেতে ইংৰাজী, অসমীয়া আৰু মাজে মাজে অঙ্ক পঢ়ুৱাইছিল; দুষ্ট বা দগধা ল'ৰাৰ পিঠিত চিটিপ্ চিটিপ্ এছাৰি ছিঙাত এখেত বৰ কাজুৱা—হাতৰপৰা চিৰিপণি বা চেকনী এছাৰি হুগুছেই। কাকতী চাৰৰ মুৰটো তপা, বয়সতে বুঢ়া আৰু শিক্ষক সকলৰ ভিতৰত আটাইতকৈ পুৰণিও। এখেতে মোৰ দেউতাকো পঢ়ুৱাইছিল। পুৰণি আৰু বুঢ়া বাবেই স্কুল লাইব্ৰেৰী আৰু ধন ভঁড়ালৰ ছাবিটো এখেতৰ হাতত্তে আছিল। কোনোবা এটা শ্ৰেণীৰ ছাত্ৰ হৈ থাকোঁতে এখেতে মোক বেহৰামজী মালাবাৰীৰ দ্বাৰা সম্পাদিত 'ইণ্ডিয়ান স্পেক্‌টেটৰ' (Indian Spectator) বোলা কাকতখন পঢ়িবলৈ দিছিল। Plethora প্লেথৰা শব্দটো তাতেই পোন প্ৰথমে পাওঁ।

মোহন চন্দ্ৰ বৰুৱা নিগাজী ফৰ্থ মাষ্টৰ। তেখেতৰ ঘৰ আছিল জাঁজীৰ মৰাণ গাঁৱত—সাহিত্যিক পেঞ্চনাৰ পদ্মনাথ বৰুৱা, ডিষ্পেস্কাৰ, নীলকণ্ঠ বৰুৱা প্ৰভৃতিৰে একে বংশৰ। মাষ্টৰী কৰা দিনত স্কুলৰ বৰ্ডিঙত আছিল। বগা চাটিন্ জিন কাপোৰৰ পটলুঙ (পেণ্ট) আৰু ক'লা আলপকা কাপোৰৰ কেপ কলাৰ (ভিতিত গুদাম মৰা) লগা কোট চোলা পিন্ধি বৰুৱা চাৰ গোটেইজন টিকৃটিক্ কৰে বঢ়া হৈ আছে। চিক্সথ্ ক্লাছত আমাৰ ইংৰাজী পাঠ্য আছিল কেদ্ৰিজ আৰু পিয়াৰিচৰণ চৰকাৰৰ 'থাৰ্ডবুক অব ৰিডিং।' কিতাপটোত দি আউল (The owl) বুলি এটি কবিতা আছিল। চকীত বহি লৈয়েই বঢ়াচকু কৰি এবেলি মেলি, এবেলি মুদাই ঠেও লগাই লগাই

বকৰা চাৰে পঢ়িহলৈ ধৰে। কবিতাটোৰ প্ৰথম শাৰীত আছিল "The owl has two prominent eyes" (দি আউল হেজ টু প্ৰমিনেন্ট আইজ) অসমীয়াত তাকেই বুজাওঁতে থমক ধৰি ধৰি ঠেঙকালিকৈ বুজাইছিল, "ফেঁচাৰ দুটা টেলক্ টেলক্ চখু আছে"। এই বুলি কৈয়েই তেখেত হাঁহি যাব খোজে, কিন্তু নপৰে। আকৌ তাৰ পিচত কয় "ফেঁচাৰ দুটা টেলেকা চকু আছে"। কবিতা পঢ়ুৱাবো গতি সেইটোৱেই। এই কবিতাটি আমি মুখস্থ কৰিব লাগিছিল :— "Twinkle twinkle little Star
How I wonder what you are!

( "টুইঙ্কল টুইঙ্কল লিটোল ষ্টাৰ, হাও আই ৱণ্ডাৰ হোৱাট ইউ আৰ)।" এইটো মাত্তোতে যে মোহন বকৰা মাষ্টৰৰ ভেঙুচালিথন। দেখি আমি ডেস্কৰ তলত বা আঁৰত মুখ লুকুৱাই পাৰেঁমানে হাঁহিছিলোঁ। বকৰা চাৰৰ ইংৰাজী আখৰবোৰ থিয় থিয় আৰু সৰল; দেখিলেই ক'ব পাৰি ফৰ্থ মাষ্টৰ মোহন বকৰাৰ আখৰ বুলি। প্ৰেমেশ্বৰ লাহনে হে সেই আখৰৰ অবিকল অনুৰূপ লিখিব পাৰিছিল। মোহন মাষ্টৰে ল'ৰাই নুবুজে মানে বুজাই থাকে, সিপিনে লাগে ঘন্টা পাৰ হৈয়ে যক।

চন্দ্ৰকান্ত বৰপূজাৰীয়ে তলৰ শ্ৰেণীত ইংৰাজী ব্যাকৰণ শিকোৱাৰ লগতে ৱৰ্ড বুক'ৰ শব্দবোৰো মুখস্থ কৰাইছিল। বৰপূজাৰীয়ে কাকো ভাল মুখেৰে নেমাতে। সিঞ্চৰাৰ ছেৱেৰে হে কথা কয়। যিমানেই কি নিকা কাপোৰ কানি পিন্ধি নেযাওক, ল'ৰাটিক তেওঁ পেংচালিকৈ ক'বই—'নেদেখিছা অধলা টোলৈ"। আওপাকে আকৌ ক'ব 'আটক ধুনীয়াটোলৈ চোৱাঁ, এওঁ পঢ়ি ফালিব। গাটো সজাওতে-পৰাওতেই সময় যায়, পঢ়িব কেতিয়া?' 'শৰ্মা উপাধি থকা ল'ৰাই চাবোন ছুব নেপাই নহয়। কোনোবাই ছুইছিলনেকি? লগুণডাল মণিছালৰ গুটিৰে ধুৰি, চাবোনেৰে ধুলে জাত যাব (তেখেতে হ'লে চাবোন ঘঁহে) গা ধোওঁতে নৈ ঘাটতে (দিখৌ নৈৰ) চাবোন ভোথৰ পেলাই নথবিহঁক, কাউৰীয়ে থাপ্ মাৰি লৈ যাব।"

যাদৱ চলিহাই চুৰিয়া পিন্ধিব নেজানিছিল। গাটো খোলোকা আৰু কঁকালটো চোৰোহা আছিল দেখি নাইৰ ওপৰত চুৰিয়াৰ খোচনিটো ৰখাব নোৱাৰিছিল। সেইগুণে বৰপূজাৰী চাৰে তেওঁক সদায় ইত্তিকিং কৰে; "হেৰ তই পদা এডালেৰে কঁকালটো বান্ধি আহিবি।" অচ্যুত বকৰাৰ চকু এটা নক বা কৈৰা আছিল। তেওঁক দেখিলে কয়, 'এইটো কুকুৰী কণা

কি পঢ়িব ?' চাহজাহানক কৈছিল, "নেদেখিছা লেতেৰাটোৰ কথা !" (অথচ চাহজাহানেই সাজনে-কাচনে আটাইতকৈ ধুনীয়া আছিল)। মুঠতে, চোকা ল'ৰা আটাইকেয়োটিকে তেখেতে ঠাট্টা মস্কৰা নকৰাকৈ কথাকে নকৈছিল আৰু সোধা প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে কণো চেলোৱা, (কপালৰ আগৰ চুলিৰোৰ, নাইবা গলধনত থকা চেৰাচুলি আজুৰি) বা বাং-পিটা, নাইবা নাইটোতে চেপা মাৰি ধৰি শাস্তি দিব। তাৰ উপৰিও চিৰিপনিৰ কোব আছেই। বেঞ্চৰ ওপৰত তোলাৰ যে শেষেই নাই।

বৰপূজাৰীৰ ভাঙৰ গুণ আছিল এইটোয়েই যে তেখেতে ক্লাছত যেনেকৈ ল'ৰাৰ তদাৰক কৰিছিল, বাহিৰতো তেনেকৈ সাৱধান কৰি ফুৰিছিল। বাহিৰত কিন্তু চন্দ্ৰকান্ত বৰপূজাৰী, বৰপূজাৰী মাষ্টৰ নহয়—গোটেই ওলোটা। ভদ্ৰ, শান্ত, অমায়িক আৰু মৰমতে পমি যোৱা। বৰপূজাৰীয়ে আমাক উগ্ৰ শাস্তি দিছিল যদিও, তেখেতৰ শিক্ষা-পদ্ধতি, উপদেশ, আচৰণ সুঁৱৰি আজিও তেখেতলৈ শ্ৰদ্ধাত মূৰ দোঁ খাই থাকে। ৰাধিকা মাষ্টৰ দেখাত হে ঘুটমুটীয়া, ক্লাছত গোটেইজন চোকা জলকীয়া। চকুত বিত-চকু (চছমা) আছিল যদিও আঁতৰলৈ নেদেখে। চছমা যোৰৰ আইনাত লাগো লাগোকৈ পঢ়াকিতাপটো দাঙি ল'ব আৰু আমাক পঢ়ি যাবলৈ ক'ব। হয় হে আমি 'কণা' 'কণা' বুলি হাহোঁ, কণাৰ আগত আমি ফাঁকি দি সাৰিব নোৱাৰোঁ। অসমীয়া কিতাপ পঢ়োতে বিৰাম চিনত নৰ'লেই পিঠিত কোব পৰিবই। 'কণাৰ' আগত খুঁটিয়াখুঁটি কৰিও সাৰিব নোৱাৰোঁ। সদা বিতৰণী সভাত ৰাধিকা মাষ্টৰে বক্তৃতা দিয়ে আৰু সভাখনৰ আবৃত্তি-বোৰ যাতে শুদ্ধ আৰু সকলোৰে মনত লগা হয়, তাৰ নিমিত্তে আগৰে পৰাই তেখেতে দেখুৱাই শুনুৱাই পৰামৰ্শ দি থাকে।

ওখ ৰাম কুমাৰ বৰুৱা আৰু চাপৰ ৰাধিকা শৰ্মা উভয়ে যেনিবা হৰি-হৰ আত্মা। স্কুল ছুটী হ'লে, স্কুল কম্পাউণ্ডৰপৰা দুয়ো একেলগে ওলাই যায় আৰু আবেলি একেলগে ফুৰে। ৰাধিকা মাষ্টৰৰ বুদ্ধি আৰু ৰামকুমাৰ উকীলৰ (পিচত) ইংৰাজী অমোঘ অস্ত্ৰ বুলি শিৱসাগৰীয়া মানুহে স্বীকাৰ কৰে। গৌৰী দত্ত মিশ্ৰ বিদ্যাভূষণ, এম, আৰ, এ, এচ. এফ, আৰ চতুৰ্থ শ্ৰেণীৰপৰা ক্লাছ টেনলৈকে আমাৰ হেড্‌ পণ্ডিত। তেখেতে ওপৰ চাৰি শ্ৰেণীত সংস্কৃত পঢ়ুৱায়। শ্ৰেণীৰ পৰীক্ষাত সংস্কৃতত ফেল মৰা অৰ্থাৎ কৃতকাৰ্য্য নোহোৱা ছাত্ৰ নাই বুলিলেই হয়। কিয়নো সংস্কৃত ক্লাকতত কি

কি কিটা প্ৰশ্ন আহিব সকলোৱে আগেয়ে বিদিত হৈ থাকে। মিশ্ৰ মহাশয় কটন কলেজত সংস্কৃতৰ প্ৰফেচাৰ হোৱা কথা আছিল ; হ'ব নোৱাৰিলে। চৰ্কাৰে অনুগ্ৰহকৈ হাইস্কুলৰে পণ্ডিত পাতিলে। সংস্কৃতেৰে বক্তৃতা দিয়া এলা-পেচা মানুহৰ কাম নহয়। মিশ্ৰদেৱে কিন্তু সংস্কৃত ভাষাৰে সৰ্ সৰ্ কৰে বক্তৃতা দিব পাৰে। পূজনীয় মিশ্ৰদেৱে এবাৰ কাৰো অনুমতি নোলোৱাকৈ ফৰাফ্ৰ্ সংস্কৃত ভাষাৰে চীফ কমিছনাৰ আৰ্ল চাহাবৰ গুণ বখানি চাহাবৰ ডিঙিত ফুলৰ মালা এধাৰি পিন্ধাই দিছিল। দেখি, সভাসদবৰ্গ বিস্মিত।

"বাঁহী" খন তেতিয়া ইংৰাজী মাহৰ চাৰি বা পাঁচ তাৰিখে আহিবই। সেই কেইদিন পিয়নটো আহিছেনে নাই অহা, ক্লাছ এৰি মিশ্ৰ গুৰুদেৱ "হল"টোৰ দুৱাৰ মুখত থিয়হৈ চাই থাকেগৈ আৰু সি আহি পালেহিয়েই তাৰ হাতৰ টোপোলা মুঠাত থকা চিঠি-পত্ৰ জাপৰ পৰা "বাঁহী" এখন আজোৰ মাৰি আনিবই, কাৰ ঠিকনা কাৰ কাকত চাবৰ সময় নাই। পঢ়ি এঁতোৱাৰ পিচত হে মালিকৰ বিচাৰ হয়গৈ।

মুক্তালাল কাথৰকৰা দুবাৰ শিক্ষক হৈছিলহি। এবাৰ পঢ়ুৱাইছিল তলৰ শ্ৰেণীত আৰু এবাৰ পাইছিল এম পি ক্লাছত, অৰ্থাৎ মেট্ৰিকুলেছন প্ৰিপেৰেটৰী বা ক্লাছ নাইনত। মোৰ বুৰঞ্জী বিষয়টো অপচনেল আছিল, অৰ্থাৎ ইচ্ছানুসৰি লোৱা বিষয় আছিল। কাথৰকৰাই ক্লাছত বহিয়েই মাৰ্চডেনৰ "হিছটৰী অব ইণ্ডিয়া" খন হাতত লৈয়ে প্ৰায় সদায় ক'ব—My boys, read History, read History, read History —History-is Sanskrit, History is Geography, History is Mathematics, History is Literature সেই কাৰণে boys, read History. ল'ৰাহঁত বুৰঞ্জী পঢ়িবা, বুৰঞ্জী পঢ়িবা। বুৰঞ্জীতেই সংস্কৃত ভাষা, বুৰঞ্জীতে ভূগোল, বুৰঞ্জীতে অঙ্কশাস্ত্ৰ, আৰু বুৰঞ্জীতেই সাহিত্য, সকলো আছে। সেই কাৰণে বুৰঞ্জী পঢ়িবা। যেনে :—"India is bounded on the north by the Himalayas. Here is Geography. By the Himalayas—Hima+Alayas=Himalayas —This is Sanskrit. Akbar the Great ruled from 1556 to 1605. How many years he ruled ? Here is Mathematics. The year 1761 is a turning point in the history of India. Turning point, this is Literature."

ভাৰতৰ উত্তৰে হিমালয় পৰ্ব্বত। উত্তৰে, বোলোতেই ভূগোল আৰু হিম+আলয়=হিমালয় সন্ধি ভাঙিলেই সংস্কৃত। প্ৰতাপী আকবৰে ১৫৫৬ চনৰ পৰা ১৬০৫ চনলৈকে ৰাজত্ব কৰিছিল। কিমান বছৰ ভোগ কৰিলে, উত্তৰ উলিয়াবলৈ গ'লেই লাগিল অঙ্ক শাস্ত্ৰ। ১৭৬১ চনটো ভাৰত বুৰঞ্জীত যুগ পৰিবৰ্তনৰ চন। কিয়নো, এই বছৰতেই নাদিৰ চাহে ৰাজপুত শক্তিটো একেবাৰেই মষিমূৰ কৰি পেলালে।

জগন্নাথ দত্তৰ ঘৰ ডিবৰুৰ খলিহামাৰীত। শনিবাৰটোৱে পতি বাই-চাইকেল মাৰি তেখেত ঘৰলৈ যায় আৰু বাইচাইকেলেৰে আহি আকৌ সোমবাৰে ১১বজাত (আজি কালিৰ ১০ বজাত) আমাৰ ক্লাছত হাজিৰ হয়হি। দেখিবলৈ মানুহজন মৰা সাপ নেডেৰা, তেনেই নিজু, মুখখন মিহমিহীয়া টানি কথা এষাৰ ক'ব নোৱাৰে; কিন্তু, আমাক যেতিয়া ইংৰাজী পাঠ্য ৰবিন্সন ক্ৰুচ' পঢ়ুৱায়, দত্ত মাষ্টৰৰ মুখত ইংৰাজী উচ্চাৰণ আখৈ ফুটাদি ফুটে। তেখেতে ক্ৰুচ'ৰ কাহিনীটো অসমীয়াৰেই আগেয়ে কৈ লয়, তাৰ পিচত হে শব্দাৰ্থ আৰু ক্ৰুচ'ৰ বিশেষত্ব ব্যাখ্যা। আমি তেওঁক নাম দিছিলোঁ মুনমুনীয়া মাষ্টৰ। কিন্তু বৰ ভক্তি কৰিছিলোঁ। থাৰ্ড ক্লাছত বা অষ্টম মানত থাকোঁতেই এখেতে আমাক এৰি ছিলঙলৈ বদলি হৈ যায়। যাবৰ দিনা অক্ষয় উকীলৰ পুতেক নৃপেন ঘোষে ঘৰৰপৰা কনক-চম্পা ফুল এসোপা আনি তাৰে মালা এধাৰি গেঁথে আৰু আমি আটায়ে সেই ধাৰকে তেখেতৰ ডিঙিত পিন্ধাই দি বিদায় সম্বৰ্দ্ধনা জনাইছিলোঁ। দত্ত চাৰৰ বুজনিৰ বলতেই মই চমুকৈ ৰবিন্সন ক্ৰুচ' এখন অসমীয়াত লিখি পেলাইছিলোঁ। তাকে অলপ মান বদলি কৰি, ১৯১৮ চনত গুৱালপাৰৰ গিৰীন্দ্ৰ চন্দ্ৰ নাথে সৈতে লেখি ছপাই উলিয়াওঁ। সেই কিতাপ পঢি আনন্দ চন্দ্ৰ আগৰৱালাই ইমান ভাল পাইছিল যে আমালৈ কিতাপখনৰ দাম চৈধ্য অনাৰ ঠাইত ১০, টকা বৰ মনিঅৰ্ডাৰ কৰি পঠাইছিল। দত্ত চাৰৰ মুখত ক্ৰুচ'ৰ কাহিনীটো নুশুনা হ'লে সেই পুথিখন লিখিব নোৱাৰিলোঁহেঁতেন। এইবাবেই জগন্নাথ দত্তৰ নামটো মোৰ স্মৃতি বিজৰিত।

"ক্লাছ নাইনত, আলিগড় কলেজৰ পৰা বি, এ, পাছ কৰি অহা মোঃ মহিবুল্লা আৰু মাহজিয়েক যোৰহাটৰ মোঃ এবাদুল্লাই আমাক 'লেখছ্ টেলছ্ ফ্ৰম চেক্ছ্পীয়েৰ' খন পঢ়ুৱাইছিল। মহিবুল্লা চাহাবৰ ঘৰ শিৱসাগৰৰে

ধাই আলিত। তেখেত আছিল বৰ মৰমিয়াল আৰু সকলো ছাত্ৰকে উৎসাহ দিওঁতা। আলিগড়ত পঢ়ি অহা যদিও, তেখেতে সদায় নিভাজ অসমীয়া কথা কৈছিল আৰু লেখাতো ব্যৱহাৰ কৰিছিল। ইংৰাজীৰপৰা অসমীয়ালৈ অনুবাদ কৰাত কাথবকৰাই নিদিওঁ বুলিও যেনেকৈ মোক দহৰ ভিতৰতে পূৰাই দহ দিব; ইবোৰ ল'বাৰ চকু পুৰিব বুলি হে ন নম্বৰ দিছিল, মহিবুল্লা চাবেও তেনেকৈ প্ৰায়ে আঠ ন নম্বৰ দিছিল। ১৯১২ চনতে মোৰ প্ৰতি তেওঁৰ যি সহানুভূতিশীল মৰম চেনেহ উপজিছিল, সেই মৰম চেনেহকে দেখুৱাইছিল, ১৯৪৪ চনত বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াৰ সভাপতিত্বত বহা সদৌ অসম সাহিত্য সভাৰ লগতে পতা পুথি প্ৰদৰ্শনী উদ্বোধন কৰিবলৈ আমন্ত্ৰিত হৈ চাব চাডুল্লা চাহেব আহে যেতিয়া, তেতিয়া।

এবাদুল্লা চাবৰ ইংৰাজী পঢ়াত এটা বিশেষ ঠেও আছিল। 'হেমলেট, অফেলীয়া'ৰ প্ৰণয় কাহিনীটো লেম্বে চেকছ্‌পীয়েৰৰ কথাকে আনি যেনেকুৱা সুন্দৰ মনমোহা, হৃদয় গ্ৰাহী গদ্যত বৰ্ণাইছে, এবাদুল্লা চাবেও তেনেকুৱা ভাৱকে দেখুৱাই লেম্ব-চেকছ্‌পীয়েৰৰ প্ৰতি আমাৰ মন টানি নিছিল।

কালুগাঁৱৰ বেণুধৰ দত্ত (ভূঞা) আছিল ভূগোলৰ শিক্ষক। নম্বৰ দিয়াত তেখেত ইমান কৃপন বা টান যে কোনোবা ছাত্ৰই যদি এটা বা দুটা মাৰ্ক সৰহকৈ দিবলৈ কয়, তেন্তে তেখেতে তাক এই বুলি কৈ মাতিব নোৱৰাকৈ পঠিয়ায়—"জপ এটকাকে খুজি নিবা, তেওঁ নম্বৰ এটা নুখুজিবা।"

গুৱাহাটীৰ কামাখ্যাৰাম বৰুৱাই বি, এ, পাছ কৰি শিৱসাগৰ হাইস্কুলত ডেড বছৰ কি দুবছৰ শিক্ষক হৈ আছিল। তেখেতে এলজেবৰা আৰু জিয়মেট্ৰি পঢ়ুৱাইছিল। বৰুৱাদেৱ আছিল বৰ মৰমিয়াল আৰু মিঠামুখীয়া। সেইটো সুবিধাকে লৈ আমাৰ সহপাঠী বন্ধু শৰৎ চন্দ্ৰ বৰকটকীয়ে পৰীক্ষাত তেখেতৰপৰা সৰহ সৰহ নম্বৰ সৰকাইছিল।

কালিৰাম দাস নামে হাড়ত খোৱা লেং লেং কৰে দীঘল শিক্ষক এজনো পাইছিলোঁ। তেখেতেও ক্লাছ এইট্ নাইনত ইংৰাজী পঢ়াইছিল। দুদিনমান পঢ়ুৱাই এৰি দিয়াৰ পিচত মৌঃ এবাদুল্লাই আমাক স্কটৰ্ ৰেক্তাৰ্লী নভেল পঢ়ুৱাইছিল। দাসতকৈ এবাদুল্লাৰ পঢ়োৱা নিয়মটো সুকীয়া। নভেলখন পঢ়ুৱাই যাওঁতে আমাকো লগে লগে জুই যেন তপত মৰুভূমিৰ বালিত খোজ কঢ়াই নিয়া যেন লাগিছিল।

আমি দাসৰ নাম দিছিলোঁ ইছাবদ ক্রেন্। বগলীৰ ডিঙিটো যেনেকুৱা দীঘল, এখেতৰ ডিঙিটোও তেনেকুৱাই দীঘল। আমাৰ পাঠ্যপুথিত থকা 'ইছাবদ্ ক্রেন'ৰ লগত মিলাই তেখেতৰ নাম দিয়া হৈছিল।

শিৱসাগৰ নগৰৰে আমোলাপট্টিৰ দার্শনিক কবি ৰাজেন্দ্রনাথ বৰুৱাইও কলেজৰপৰা আহি আমাক বুৰঞ্জীৰ শিক্ষা দিছিল। সৰল প্রকৃতিৰ মানুহ ৰাজেন বৰুৱাই নোৱৰা নোৱৰাত হে আমাক বেঞ্চৰ ওপৰত তোলাই শাস্তি বিহিছিল। মার্চডেনৰ বুৰঞ্জীখনৰ কথা কওঁতে তেখেতে কৈছিল, ৰমেশ চন্দ্র দত্তৰ নিচিনা বুৰঞ্জীবিদ আৰু আন এজন ভাৰতত ওলোৱা নাই। হৰ প্রসাদ শাস্ত্রীয়েও ভাৰত বুৰঞ্জী লেখিছে। কিন্তু আৰ, চি, দত্তৰ দৰে গা-মন ৰঞ্জিত কৰা ভাষাত সেই বুৰঞ্জী লেখা নাই। তেখেতে সদায় কৈছিল, "তোমালোকে ডাঙৰ ডাঙৰ বুৰঞ্জী পঢ়িলেও, আমাৰ ৰং-ঘৰ, কাৰেংঘৰ কৰোঁতা ৰজাবিলাকৰ বুৰঞ্জী নপঢ়াকৈ নেথাকিবা।" ছাত্রক প্রকৃত মানুহ কৰাটোৱেই শিক্ষাৰ যি নীতি সেই নীতিকে ৰাজেন বৰুৱাই পাৰেমানে অনুসৰণ কৰিছিল।

এই কেইগৰাকীয়েই আমাৰ শিক্ষক আছিল— অৱশ্যে সদ্ধালনিকৈ নহয়, সলনা-সলনি হৈ আছিল। তথাপি এটাই কেই গৰাকীয়েই আমাক পঢ়ুৱাইছিল। ১৯০৫ চনৰ পৰা ১৯১৪ চনত প্রৱেশিকা পৰীক্ষা দিয়ালৈকে ইজনৰ পাচত সিজনকৈ হেডমাষ্টৰ চাৰিজন দেখা পালোঁ। পোনেই দেখাজন পূর্ণচন্দ্র মাহিন্তা; এখেত এঘাৰ বজাত আহিয়েই (ৰৰষুণ-বাদল হ'লে নাহেই) কেয়োটা ক্লাছতে পাক এটা মাৰি অফিচ কোঠাত থম্ থম্কৈ বহি থাকেগৈ। তেখেতৰ পিচত আহিল কৰুণাকান্ত দাসগুপ্ত। দাসগুপ্তৰ হাতত সদায় ফলিয়া বেতৰ নিচিনা বেত এডাল থাকিবই। ছুইপিঙত অর্থাৎ বেত মৰাত তেখেত ওজা; অৱশ্যে পঢ়ুৱাতো ওজা। খোজটোও বৰ থৰকৈ দিয়ে।

১৯১০ চন মানত ৰামেশ্বৰ বৰুৱাই দাসগুপ্তৰ আসন অধিকাৰ কৰেহি। এখেতৰ লৈতে হে আমাৰ ঘনিষ্ঠতা বেচি আছিল। অসমীয়া হেড্মাষ্টৰ পাই আমাৰ মনত ৰঙো লাগিছিল। বঙালী হেড মাষ্টৰসকলে কে'প কলাৰৰ কোট পটলুং পিন্ধিছিল। সেই সকলৰ পৰা পৃথক দেখুৱাবলৈকে হ'বলা, ৰামেশ্বৰ বৰুৱাই ফেৰমেলা চোগা চাপকন আৰু মূৰত বন্ধ ক'লা পাগুৰি পিন্ধি আহিছিল। সর্বসাধাৰণতে বৰুৱা চাৰে কোট-চোলা আৰু

চুৰিয়া হে ব্যৱহাৰ কৰিছিল। কাষলতিৰ তলেদি ঘাগৰি গতীয়াকৈ খনিয়া এখনি লৈছিল, হাতত এডাল সক লাখুটিও। এই কাচনেৰেই কাচি পাৰি যেখেতে আমোলাপটিৰ সকলোৰে ঘৰলৈকে গৈছিল। সেই সময়ত আমাৰ স্কুলত কঁটিয়া মাষ্টৰ তিনিজন আছিল। হেড মাষ্টৰ স্বয়ং, হেড পণ্ডিত গৌৰী দত্ত মিশ্ৰ আৰু চেকেণ্ড পণ্ডিত ৰাধিকা নাথ শৰ্মা*।

আমাৰ স্কুলত বছৰি সৰস্বতী পূজা হয়। পূজাত ছাত্ৰই পুষ্পাঞ্জলী দিয়ে, স্তোত্ৰ গায় আৰু পায়স খাই ঘৰাঘৰি গুচি যায়। ৰামেশ্বৰ বৰুৱাই পূজা শেষ হোৱাৰ লগে লগে একোখন আলোচনা সভা পতালে। সেই সভাত সকলো ছাত্ৰই ৰচনা কৰিতা লেখি আনি পাঠ কৰিব লাগে। যাৰ প্ৰবন্ধ উৎকৃষ্ট হয়, সিয়েই বঁটা একোটাকৈ পায়। ১৯১১ চনত হোৱা সৰস্বতী পূজাত থানেশ্বৰ হাজৰিকাই কৰিতা এটা লেখি প্ৰথম পুৰস্কাৰ পালে। আৰু মই সক ৰচনা এখন লিখি ২য় পুৰস্কাৰ পালোঁ। থানেশ্বৰ মোতকৈ সক আৰু এবছৰ কি দুবছৰ 'জুনিয়ৰ' (কনিষ্ঠ)। বঁটা পোৱাৰ পিচত হেড মাষ্টৰে থানেশ্বৰক বৰ উৎসাহ দিছিল। সঁচাকৈ পাচলৈ তেওঁ এজন কৃতী সাহিত্যিক হৈ পৰিল।

ৰামেশ্বৰ বৰুৱাৰ পিচত হোৰোসা পেটা, টৌমুৰীয়া, পথালি কোমোৰা যেন চুটি-মুটি গোপাল গোবিন্দ কৰ আহিল হেডমাষ্টৰ হৈ। তেখেতো বেত দিয়াত কাজুৱা। ল'ৰাই বান্দৰ-কেকোৰা মেলি হে তেওঁৰ উৎপতীয়া শাসন গঢ লগালে।

১৯০৫ ৰ পৰা ১৯০৯লৈকে থকা প্ৰধান শিক্ষক সকলৰ ৰেহ ৰূপ, স্বভাৱ-চৰিত্ৰ বৰ্ণাই তৰ চেঙেলী ল'ৰাবোৰে এটি ধেমেলীয়া কৰিতা জোঁটাইছিল। কৰিতাটো পুৰণি যদিও বহুত দিনলৈকে চলিছিল। কৰিতাটি এই—

* হেডমাষ্টৰ (১) পূৰ্ণচন্দ্ৰ মাহিন্তা, (২) কৰুণা কান্ত দাসগুপ্ত, (৩) ৰামেশ্বৰ বৰুৱা, (৪) গোপাল গোবিন্দ কৰ। সংস্কৃতৰ শিক্ষক— হিৰণ্য কুমাৰ ভট্টাচাৰ্য্য, গৌৰীদত্ত মিশ্ৰ এম, আৰ, এ, এচ, আৰু ৰাধিকা নাথ শৰ্মা। বাকী শিক্ষক—যজ্ঞোৰাম বৰঠাকুৰ, যজ্ঞোৰাম দাস, কালিৰাম দাস, কালিনাথ হাজৰিকা, ধৰ্ম্মেশ্বৰ কাকতি, ডিল মহম্মদ হাজৰিকা। মোঃ জামানুদ্দিন, মোঃ এৰাতুলা, মোঃ মহিবুলা, ৰাজেন্দ্ৰ নাথ বৰুৱা, ৰাম কুমাৰ বৰুৱা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ভৰত চলিহা, মোহন চন্দ্ৰ বৰুৱা, সুৰেন্দ্ৰ নাথ দাস, কেশৱা নন্দ ভঁড়ালী, বিপিন ঘোষ, বিষ্ণুচৰণ দে, বেণুধৰ দত্ত (ভুঞা). মুক্তালাল কাথবৰুৱা, জগন্নাথ দত্ত, মুক্তালাল দাস, বোমেশ্বৰ শৰ্মা, কমলা কান্ত শৰ্মা আৰু আলি হুচেইনৰ পুতেক।

"ৰেইন কম
জমাজম
হেডমাষ্টৰ নট্ কম্,
ৰাস্তা হল' কাদাঁ।
অ'ল্ডমেন চিটীং ডাউন
লাইক এ বুঢ়া পেগুা'
হেড মাষ্টৰ
দৌড়া দৌড়ি
চেকেণ্ড মাষ্টৰ
সোকা ধাৰী।
থার্ড মাষ্টৰ
দীঘল ডাঁটি
ফৰ্থ মাষ্টৰ
কঠীয়াতলী।
ফিফথ্ মাষ্টৰ
তপা মূৰা
চিক্সথ্ মাষ্টৰ
ধৰম ধৰা।
চেভেনথ মাষ্টৰ
টেঙাবাৰী
এইথ মাষ্টৰ
চাপ ডাড়ি।"

পূৰ্ণচন্দ্ৰ মাহিস্তা বৰষুণ দিলে স্কুললৈ নাহে, আৰু আহিলেও অফিছত সোমাই থাকেহি দেখি লৰাইতে গাইছিল,—

"ৰেইন কম্
জমাজম
হেড মাষ্টৰ, নটকম্।
ৰাস্তা হল কাদাঁ
অ'ল্ড্মেন চিটিং ডাউন
লাইক এ বুঢ়া পেগুা"

ৰুকণাকান্ত দাসগুপ্ত আহিলত, গহীন যদিও তেখেতৰ খোজ কাটল বৰ খৰ দেখি—

"হেড্ মাষ্টৰ দৌড়া-দৌড়ি" বুলি, চেকেণ্ড মাষ্টৰৰ হাতত বেত এডাল থাকে দেখি "চেকেণ্ড মাষ্টৰ সোকাধাৰী" বুলি, থাৰ্ড মাষ্টৰৰ দীঘল ডাটি থকা গুণে নিতৌ যায় "শ্বশুৰ বাৰী" বুলি, ফৰ্থ মাষ্টৰ কঠীয়াতলি" পাৰ হৈ সুৰাদোকানৰ ফালে গতি কৰে দেখি,' 'ফৰ্থমাষ্টৰ কঁঠিয়া তলি" বুলি, ফিফ্থ্ মাষ্টৰৰ মুখটো তপা, সেইবাবে "ফিফ্থ মাষ্টৰ তপা মুখা" বুলি, চিক্সথ্ মাষ্টৰজন বৰ ধাৰ্ম্মিক, সেই দেখি—"চিক্সথ্ মাষ্টৰ ধৰমধৰা" বুলি, চেভেনথ্ মাষ্টৰৰ বাৰীত সুমথিৰা টেঙা আছিল, সেই গুণে—চেভেনথ্ মাষ্টৰক টেঙাবাৰী" বুলি আৰু এইথ্ মাষ্টৰৰ চাপ কটা ডাঢ়ি আছিল দেখি—"এইথ মাষ্টৰ মোলনা ডাটি" বুলি ৰহইচ কৰিছিল।

## ৫ম অধ্যায়

১৯১২ চনৰপৰা আজি কালিৰ দৰে শ্ৰেণীৰ নাম হয়। সেই দেখি ১৯১২-১৩ চনত মই ক্লাছ নাইনৰ আৰু '১৪ চনত ক্লাছ টেনৰ ছাত্ৰ আছিলোঁ। পঢ়া-শুনাত কেনেকুৱা আছিলোঁ। ইয়াৰ পিচত ক'বলগীয়া ঘটনাবোৰেই ক'ম।

অষ্টম শ্ৰেণীৰপৰা (এইথ্ ক্লাছ) পঞ্চম শ্ৰেণীলৈকে (ফিফথ ক্লাছ) যিটো থাপি সেইটোৰ ছাত্ৰক ফুটবল আদি বাহিৰৰ খেল-ধেমালিত যোগ দিবলৈ দিয়া নহৈছিল। ওপৰ চাৰি শ্ৰেণীৰ সকলোৱেই দিব পাৰিছিল। খেলৰ ভিতৰত ফুটবল আৰু ক্ৰিকেটেই প্ৰধান। ৰামেশ্বৰ বৰুৱা হেড্ মাষ্টৰ হৈ আহিলত, তেখেতেই পোন প্ৰথম হকী আৰু বেডমিন্টন খেল উলিয়ায়। আমি হকী খেলিবলৈ ভাল পাইছিলোঁ। সহপাঠী ইন্দ্ৰধৰ চলিহা, কেদাৰনাথ বৰুৱা, শশীধৰ শৰ্মা, লক্ষেশ্বৰ বৰপাত্ৰ গোহাঁই, শিৱ প্ৰসাদ গোহাঁই, কেশৱ নাথ বৰুৱা, মহম্মদ চিদ্দিক, শ্যামসুন্দৰ শৰ্মাই উচ্চ প্ৰশংসিত হোৱা সকলৰ ভিতৰত প্ৰথম। ফুটবল খেলত আমগুৰিৰ তাৰা নাথ গগৈ, ধাই আলিৰ মহম্মদ হিপজুল্লা, টিফুকৰ ৰাধানাথ গগৈ, বৰপুখুৰী চুকৰ নজিকল ইছলাম বৰা, নগৰৰ খাইৰুল হুচেইন বৰা, ৰুদ্ৰনাথ বৰুৱা, বেতবাৰী ঋক্ষেশ্বৰ বৰপাত্ৰ গোহাঁই, আমোলাপটিৰ কেদাৰনাথ বৰুৱা, শিৱপ্ৰসাদ গোহাঁই, পুৰণি আমোলাপটিৰ শশীধৰ শৰ্মা, সুবিখ্যাত খেলুৱৈ ভাৰত চন্দ্ৰ চলিহাৰ ভায়েক আমগুৰি ঘাটৰ ইন্দ্ৰধৰ চলিহা প্ৰভৃতিয়ে। যোৰহাটত হোৱা টুৰ্ণামেণ্টত এওঁবিলাকেই শিৱসাগৰ হাইস্কুলৰ নামত ট্ৰফী বা বিজয় চিন লাভ কৰিছিল। কেৰী' কৰাত কেদাৰ বৰুৱা, বেক হাফ্ বেকৰ পৰা শত মৰাত তাৰা গগৈ, হিপজুল্লা, ফৰৱাৰ্ড খেলত শশী-ঋক্ষ-শিৱ-নাজিৰুল-খাৰুলইত বিশেষকৈ প্ৰশংসাৰ পাত্ৰ হৈছিল। এই সকলোৱে গুৰি ধৰি আছিল কাপ্টান ভৱধৰ বৰঠাকুৰে। এওঁ শিক্ষক হোৱাৰ পিচত প্ৰায় নিগাজিকৈয়ে খেল ধেমালিৰো শিক্ষক হৈ আছিল। টগ-অ ব্-ৱাৰত লেজুত ধৰি টনা-আজোঁৰা কৰা খেলত আমাৰ স্কুলৰেই সদায় জয়। কিয়নো, লেজুটনা যুদ্ধত আমাৰ গুৰি ধৰোঁতা আছিল

মেছাৰৰীয়া বৰগোহাঁই ডম্বৰুধৰ। বিপক্ষৰ এৰাৰটাৰ সমান আমাৰ এটা ডম্বৰু। সিহঁতে হয় হে, হৈ-চৌ বুলি প্ৰাণৰ কাতৰে বল দিয়ে—ডম্বৰু বৰগোঁহাইৰ যি হে তালুকনধীয়া খোপনি লৰাবই নোৱাৰে। হৃষ্ট-পুষ্ট, শকত কলাফুলৰ ডম্বৰু গোহাঁই থকা দিনলৈকে টপ্ অৰ্ বাবৰ 'কাপ'টো শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুলৰ বাপতিসাহন হোৱাহি হৈ আছিল।

লোকৰ কথাহে ইমানবোৰ লিখিলোঁ। নিজৰ সাই দেখি, একো লেখা নহ'ল। খেল পথাৰত তালিকাভুক্ত খেলুৱৈ নাছিলো যদিও, হকী খেলি ভাল পাইছিলোঁ; ক্ৰিকেট খেলাৰো অভ্যাস আছিল। কিন্তু কিবা এটা কথাত ফুটবলেৰে সৈতে মোৰ একেবাৰে বাহি নাছিছিল। খেলুৱৈ নাছিলো যদিও, খাটি-লুটি টুৰ্ণামেণ্টলৈ যাবপৰাকৈ মোৰ নামটো কোনোবা একোটা 'টীম'ত সুমুৱাই দিয়াইছিলোঁ। সেই চেলুতে যোৰহাট টুৰ্ণামেণ্ট চোৱাৰ হেঁপাহ পূৰাইছিলোঁ।

**যোৰহাট টুৰ্ণামেণ্ট আৰু যোৰহাট ৰেল :** উজনি অসমৰ হাইস্কুল বিলাকৰ টুৰ্ণামেণ্ট তেতিয়া যোৰহাটতে হৈছিল, বোধকৰোঁ এতিয়াও হয়। সেই দিনত যোৰহাটলৈ যাবলৈ হ'লে, নাজিৰা বা নামতিআলি ষ্টেচনলৈ গৈ ৰেলত উঠিব লাগে। মৰিয়নী ষ্টেচনত নামি আকৌ যোৰহাট ষ্টেট ৰেলৱেত উঠি যোৰহাট পাবগৈ লাগে। যোৰহাট ৰেলখনক কপলিংছিগা ৰেল বুলি কৈ মানুহে উপলুঙা কৰিছিল। কাৰণ সেই ৰেলখনৰ ডবা জোঁটা শিকলিবোৰ মামৰে খোৱা আৰু প্ৰায়েই সোলোক-ঢোলোক; যাওঁতে বাটতে কেতিয়াবা ছিগি থাকে আৰু পিচৰ ডবাবোৰ এৰা খাই থাকি যায়। ভালেমান দূৰ যোৱাৰ পিচতহে ইঞ্জিনটো পিচলৈ হোঁহোকাই আনি এৰা খোৱা ডবাবোৰ জুটি নিয়া হয়। টুৰ্ণামেণ্টৰ টীম গ'লেই যোৰহাট ৰেলৰ বহুত লটি-ঘটি হয়। যেনে—গতি মন্থৰ হয়, আদবাটতে কপলিং ছিগি থাকে; নাইবা কোনোবাই একৰাই পেলায়। বৰ্ভাজান বা চেনিমৰা কৰঙাৰ ওচৰতে প্ৰায়েই (টুৰ্ণামেণ্টৰ টীম নগলেও) এই দুৰ্ঘটনা সংঘটিত হয়। কিয়নো, সেই কিতোখৰ ঠাইত ৰেলৰ লাইনৰ দাঁতিতে থকা দেছুৱালী ডঙুৰা দোকানী কেইটাৰ ঘৰত গাৰ্ড, ড্ৰাইভাৰে তাওৰ হোপা একোটা মাৰি আহে গৈ। সেই মজাটো ইমান পুৰণি যে যোৰহাট ৰেলৰ গাৰ্ড, ড্ৰাইভাৰ ডঙুৰা বুলি এটা পটন্তৰেই হৈছিল। ৰেল বন্ধ হোৱাৰ কিছুদিনৰ আগলৈকে এওঁবিলাকৰ ভিতৰৰে এজন গাৰ্ড টিখিল-খিলাই ফুৰিছিল। তেওঁৰ নামত এই যোজোনাটি মানুহৰ মুখে মুখে চলিছিল—

অমুক গার্ডে ৰেল চলাই
ভাঙৰ চিলিমত ধৰে ;
ৰেলত উঠা মানুহবোৰ
ভেও পাৰি মৰে ।

আনকি, তেওঁৰ ল'ৰা-ছোৱালীহঁতকো অমুক গার্ডৰ ঘৰৰ বুলি ক'লে হে সকলোৱে চিনি পায়। টুর্নামেণ্টৰ সময়ত আকৌ সেই ঠাইতে ৰেল ৰখাই ল'ৰাবোৰ গিৰ্ গিৰ্ কৰে নামি যায় আৰু ওচৰতে থকা কুঁহিয়াৰণিত সোমাই কুঁহিয়াৰ উঘালি আনেগৈ। এইবোৰ আমোদজনক উৎপাতত্ ড্ৰাইভাৰ গার্ডৰ মৌন সহযোগ নাছিল বুলি ক'ব নোৱাৰি।

মৰিয়নীৰ পৰা যোৰহাটেদি কঁকিলামুখ জাহাজ ঘাটলৈ (এতিয়া সেই ঘাট নাই) যোৱা ৰেল বাটটোৰ নাম আছিল যোৰহাট ষ্টেট ৰেলৱে। ৰেলখন গৱৰ্ণমেণ্টে চলাইছিল আৰু অৱসৰ পোৱা কৰ্মচাৰীয়ে চৰ্কাৰী পেঞ্চন পাইছিল। তিনিচুকীয়াৰ পৰা নামতিআলিয়েদি মৰিয়নিলৈ যোৱা ৰেলৰ নাম আছিল আসাম-বেঙ্গল ৰেইলৱে। সেইখনৰ পৰিচালক আছিল বেছৰ্কাৰী কোম্পানী এটা*। আসাম বেঙ্গল ৰেলতকৈ যোৰহাট ৰেল পুৰণি। কেবা বছৰবো আগেয়ে খোলা।

শিৱসাগৰৰ পৰা নামতি আলি ষ্টেছনলৈ জয়সাগৰ-পাৰ উঠি খৰিকটীয়া আলিয়েদি যাব লাগে। গৰু গাড়ীত বস্তু বেহানি ভৰাই দি এবাৰ আমি— সন্ধিয়া নামতিলৈ গৈ জয়সাগৰৰ পাৰ উঠিছোঁগৈ। এনেতে, দেখিলোঁ। বাটৰ কাষৰ জেটুলি পকা কাঁইটনিৰ মাজত কিবা এটা ট-ট কৰে জিলিকি আছে। জিলিকনিটো পোনেই বাটৰ ওপৰতে থকা যেন লাগিছিল। আমি আগলৈ বাট বুলাৰ লগে লগে পোহৰটো জোপোহাৰ ভিতৰলৈ হুইকি যাবলৈ ধৰিলে। এইটো কি ওলাল বুলি, ভয় খাই আমি লৰ মাৰিলোঁ। চাকি যেন পোহৰটোৱেই- আকৌ জুই একুৰা যেন হৈ আমাৰ পাচে পাচে খেদি গ'ল। ভৰা-নৰা ছিডি লৰ দি দিমৌ দলং পাৰ হ'লত হে জুই কুৰাই আমাৰ পাচ এৰিছে। নামতি ষ্টেছন পাই হৰ কুমাৰ বৰুৱা মৌজাদাৰৰ ঘৰত সোমালত হে আমাৰ ভয় ভাগিছে। আমাক জুই একুৰাই খেদি আহিছে বুলি ক'লত বৰুৱাই ক'লে সেইকুৰা হেনো

*এন, অ' পিটাৰ্চ আছিল মেনেজাৰ। তেওঁৰ বঙলাটোকে চেনিজান বাগিচাৰ ৰবীন্দ্ৰ নাথ শৰ্ম্মাই কিনি লয়।

ধন গুলৈৰ জুই। শিৱসাগৰলৈ যাওঁতে আহোঁতে তেখেতে হেনো জয়-সাগৰৰ পাৰতে এই কুৰা জুইকে সদায় লগ পায়। একো অপকাৰ নকৰে। পুতি থোৱা ৰূপ সোণৰ কালিকা লাগে। সেই কালিকা লগা ধনৰ গিৰি-হতঁটোক ধনগুলৈ বোলে। জুইকুৰাই কেতিয়াবা মানুহৰ ৰূপো ধৰে। মানৰ দিনত পলাই যোৱা মানুহবোৰে জয়সাগৰৰ পাৰত থকা ডাঙৰ ডাঙৰ গছৰ গুৰিত ধন সোণ পুতি থৈ গৈছিল। সেইবোৰতে এতিয়া ভূত লাগিল। শিয়ালচোঙত হেনো বহুত ধন আছে। ধনগুলৈয়ে প্ৰায়ে অপ-কাৰ নকৰে, কিন্তু ভয় খাইয়ে জুই দেখা মানুহ আপোনা-আপুনি মৰে।

বৰুৱা ডাঙৰীয়াৰ মুখত কথাবাৰ শুনি আমাৰ শিক্ষক কাথৰকৰালৈ মনত পৰিছিল। এদিন "will-o-the wisp" শব্দটো অসমীয়াত কি হ'ব বুলি সোধাত তেখেতে কৈছিল, "উইল-অ-দি উইস্প" মানে ধনগুলৈ। ধনগুলৈয়ে মানুহ মাৰে। সিহে তোমাক মাৰে, তুমি তাক মাৰিব নোৱাৰা। to run after the will-o-the wisp' বাক্যটোৰ মানে, "সোণৰ হৰিণ খেদা", মানে পাব নোৱৰা বস্তু এটা পাম-পাম বুলি বিচাৰি ফুৰা।

খেলত ৰতি নাছিল যদিও, সাধুকথা শুনাত আৰু মেলুবৈৰ আও-ভাও শিকাত ৰতি আছিল। সেই বাবেই হ'বলা, টুৰ্নামেণ্ট যাত্ৰাত দেখা আৰু শুনা ধনগুলৈ কথাবাৰ মোৰ মনত থাকি গ'ল।

যোৰহাটত যি কেইবাৰ টুৰ্নামেণ্ট চাবলৈ গৈছিলোঁ, সেই কিবাবত ফুটবল ক্ৰিকেট দুয়োবিধ খেলত যি কিজন ছাত্ৰই সকলোৰে বাঃ বাঃ পাইছিল, তাৰ ভিতৰত এই কেইজনৰ নামেই মনত আছেঃ— যোৰহাটৰ ৰহিম, ফিৰদোছ আৰু তাৰা ফুকন; ডিব্ৰুগড়ৰ নিত্যানন্দ কোঁৱৰ; শৰৎ দাস (কেঁৰা), শিৱসাগৰৰ তাৰা গগৈ, ৰাধানাথ গগৈ, হিপ্‌ভুলা, কেদাৰ নাথ বৰুৱা আৰু ডম্বৰুধৰ বৰগোহাঁই। শিৱসাগৰীয়া টীমৰ "নামজাদা" খেলুৱাই আৰু কাপ্টান আছিল জয়ধৰ বৰঠাকুৰ। ক্ৰিকেট খেলত আৰু দুটি ল'ৰাৰ নাম ল'ব লাগিব; তাৰে এটি লক্ষ্মী প্ৰসাদ সিং আৰু ইটি বিহাৰীলাল সিং।

স্কুলীয়া খেলত মোৰ ৰতি বা ৰাপ নাছিল সঁচাঃ কিন্তু, ফুটবল খেলৰ বিষয়ে ৰচনা এখন লেখি দহৰ ভিতৰত ন নম্বৰ পাইছিলোঁ। কাথৰকৰা মাষ্টৰেই সেই ৰচনা পৰীক্ষা কৰিছিল। আমাৰ ৰচনা বহীবোৰ

গায় গায় ঘূৰাই দিওঁতে বৰুৱাই কৈছিল, "বেণুৰ ৰচনাখনেই আটাইতকৈ ভাল হৈছে। তাক দহৰ ভিতৰত দহকে দিলোঁহেঁতেন; পিচে তেওঁতে কবি নহয় বোলে, বেণুক চাৰে পাৰ্ছিলিয়েটি কৰিলে। সেই গুণে তাৰ এটা নম্বৰ কাটিলোঁ।"

তেতিয়া হাইস্কুলৰ খেল-পথাৰ বা আৱেং-পথাৰ, এতিয়া য'ত আছে, তাতেই আছিল। কিন্তু, এতিয়াৰ দৰে তেতিয়া তাত মজলীয়া স্কুল আৰু পথাৰৰ চাৰিওপিনে মানুহৰ ঘৰ নাছিল। কেতিয়াবা কেতিয়াবা পকা ঘাটৰ ওচৰত থকা দৰবাৰ ফিল্ডতো ফুটবল খেলা হৈছিল। দিখৌৰ আমগুৰি ঘাটৰ দাঁতিতে লক্ষ্মীনাথ ভট্টাচাৰ্য্যৰ ঘৰ, তেওঁৰ ঘৰৰ পিচফালে দ কঠীয়া-তলী এডৰা আছিল। অলপ অলপ বৰষুণ দিলেই তলীডৰা পানীৰে বুৰি যায় আৰু শুকাই গ'লেই বৰ পিছল হয়। তলৰ শ্ৰেণীত থাকোতে আমোলাপটিৰ ল'ৰাবিলাকে তাতে ফুটবল খেদে (খেলে নহয়)। ষষ্ঠ কি সপ্তম শ্ৰেণীত থাকোতে আমি তাতে বল খেদিছিলোঁ। ফণীধৰ চলিহাৰ পুত্তেক (চলিহাই পুত্তেকহঁতক বাহিৰত ধিতিঙালিকৈ ফুৰিবলৈ নিদিয়ে) পদ্মধৰ চলিহায়ো মনে মনে আহি তাতে বল খেদিছিলহি। মানিক ভট্টই এদিন পদ্মক "পুছ" মাৰি পেলাই দিলে। পদ্ম গোটেইটো বোকাৰে লুতুৰি-পুতুৰি হ'ল। সেই কথা চলিহা ডাঙৰীয়াই বুজ পালত লক্ষ্মী ভট্টৰ কঠীয়া-তলীত বল খেদাৰো ইতি পৰিল। তাত হে নেলাগে, চলিহাই বুজ পোৱাৰ ভয়ত সেই চুকত আৰু ক'তো ফুটবলৰ তলী উলিয়াবলৈ নহ'ল। সেই বুলি পিচলৈ যে চুবুৰীয়ে চুবুৰীয়ে বাৰীৰ চুকে-চুকে কোনো ঠাইত ফুটবল খেদা নহৈছিল এনে নহয়।

স্কুলৰ আৱেং পথাৰত ফুটবল আদি খেল-ধেমালি কৰা নাছিলোঁ যদিও, স্কুল ছুটী হ'লে বা বন্ধ নাইবা কিবা পৰ্ব্বৰ দিনত স্কুললৈ যাব নলগীয়া হৈ গুডু, টাং গুটি খেলা, দিখৌত সাঁতোৰা আৰু দলি ফৰ্মুটি মৰা আদি অভ্যাস কৰিছিলোঁ। যিজনৰ বাৰীত ঘৰ সাজি থাকি পঢ়িছিলোঁ, সেই জনৰ দুৱাৰমুখেদি এটা আলি দিখৌ মথাউৰিৰপৰা গৈ কেঞ্চাপটিত লাগিছেগৈ। আলিটো হেনো বৰতি চাহাবে (ব্ৰঙী) মাৰি দিখৌৰ ওপৰে-দিয়েই বন্ধাইছিল। সেইটো আলিতে আমি গুডু খেদিছিলোঁ। খেলাৰ দলত আছিল শৰৎ বৰকটকী, সুৰেশ্বৰ বৰকাকতী, ভিত্তেশ্বৰ বৰুৱা, মানিক বৰকটকী, বেণু বৰদলৈ, যোগধৰ ফুকন, দেবী প্ৰসাদ বৰুৱা, মাজে-সময়ে

দেৱ ফুকন, বৈকুণ্ঠ বৰুৱা, বংশীভূষণ বৰুৱা, ববালি বা পদ্ম বৰুৱা, ফটিক দত্ত আৰু মই (আৰু আছিল)। আজিকালি গুডু খেল উঠি গ'ল। তথাপি, সেই খেলত আমাৰ যি উৎসাহ আছিল, পাহৰিব নোৱাৰি। গুডু খেলত মাজতে এটা সীমা বা ঘাই কৰি লোৱা হয়। সীমাটোৰ দুফালে মুখা-মুখিকৈ দুটা দল; দুয়োটা দলতে সমান সমান খেলুৱাই। এটা দলৰ এটাই ঘাই পাৰ হৈ সিটো দলৰ সীমাৰ ভিতৰত উশাহ টানি, নিবোধ নোহোৱালৈকে

"মাগুৰ এক্ এমাগুৰ আলি
ঘোঁৰাৰ আগত দিলোঁ পামী
ঘোঁৰাই বোলে নেখাওঁ পানী।"

বুলি, নাইবা, "হৈ গুডুমালি ভগন পোৱালি
ভগন লেটিপেটি
কঁকাল ঘূৰাওঁ বেটী"

আদি কিবা একোটা গাই, হৈ দি, উশাহটো মাৰ যোৱাৰ আগেয়েই দলটোৰ এটাক ছুই আহি নিজৰ সীমাত সোমাই থাকিব পাৰিলেহিয়েই ছুই অহাটো মৰে; আৰু যদি হে ছুবলৈ যাওঁতে তাক "শত্ৰুক্ষেত্ৰতে" বেৰি ধৰি উশাহটো নাইকিয়া কৰে, সি মৰে। কিন্তু, বেৰি ধৰি থাকোঁতেও হৈ দিয়াটো যদি উশাহ নেৰাকৈ সিহঁতৰ মজিয়াৰপৰা কপ্‌জপাই এৰাই আহিব পাৰে তেন্তে শত্ৰু পক্ষৰ বেৰি ধৰা কেউটাৰ মৰণ হয়। এনেকৈ আমি গুডু খেদি থকাতে এদিন মহা বিপৰ্য্যয় ঘটিল। এটা দলত আছিল সুৰেশ বৰকাকতী আৰু ইটো দলত আছিল শৰৎ বৰকটকী। সুৰেশে "হৈ গুডু মালি, ভগন পোৱালি" বুলি হাতেৰে লেৰ-বাই বিপক্ষৰ সীমাৰ ভিতৰত সোমাবলৈ খেদা মাৰি গৈছে, এনেতে সমুখৰ পৰা শৰতে সুৰেশক খপ কৰে গৰা মাৰি ধৰিলেহি। শৰতৰ থুতৰিটো, সুৰেশৰ নাক ভেওনাত খুন্দা খাই, ফাটি গ'ল আৰু সুৰেশৰ নাক ভেওনাটোও দুফাল হ'ল। দুয়োটাৰে ওঁঠ আৰু নাক ভেওনাৰপৰা ফিঃ-ফিঃ কৰে তেজ ওলাবলৈ ধৰিলে; ইমানকৈ ওলাল যে আমাৰ গুডুতলিখন তেজেৰেই তুমুৰলি হ'ল। কোনোমতে আস্পতাললৈ নি সিহঁতৰ ঘা কিডোখৰ যেনিবা সিয়াই অনাত এমাহমানৰ মূৰত ভাল হ'লগৈ। শৰৎ-সুৰেশৰ ওঁঠ-নাকৰ ফাট জোৰা থাকে সঁচা, কিন্তু সেই ফাট খোৱা দিনাই আমাৰ গুডু খেল যি বন্ধ হ'ল হ'লেই। চমুৱাই

ক'বলৈ হ'লে, শৰৎ-সুৰেশৰ যুদ্ধত আমাৰ গুডুখেলৰ যৱনিকা পৰিল। সুৰেশ এতিয়া স্বৰ্গপুৰীত, মৰিবৰ কাললৈকে নাক ডেওনাৰ দাগে তেওঁক সেই খেললৈ মনত পেলাই আছিল। শৰৎৰ ওঠটোত সেই তাহানিখনৰ ল'ৰা-কলীয়া বীৰত্বৰ দাগটি সেৰা বাঙ্কি ৰ'ল। টাংগুটিও খেলিছিলোঁ। বৰতি চাহাবে কৰাই থৈ যোৱা আলিটোতকৈ শিৱদ'লৰ মুখৰ আলিটোত হে সেই খেলৰ পক উঠিছিল। সেইডোখৰ চাৰিআলি হোৱা বাবে গায়নৰ গাঁও, বঙালী পটি, বামুণ পটি আৰু দ'লৰ মুখৰ দৰ্জী-পোহাৰীৰ প্ৰায়বোৰ ল'ৰাই গোট খায়হি। ক্ৰিকেটতকৈয়ো টাংগুটি খেলাটো বিপদজনক। কিয়নো ক্ৰিকেট বলটো ঘূৰণীয়া, টাংগুটিটোৰ মূৰ দুটা জোঙা। কোন টলকত জোঙা গুটিটোৱে চকু ফুটাই দিবহি পাৰে ঠিক নাই। বলটোৱেও ফুটুৱাব পাৰে। কিন্তু সি অলপ দূৰৰপৰা আহে আৰু ঘূৰণীয়া। টাংগুটিৰ ব্যৱধানটো নিচেই ওচৰ। দুয়োটা খেলতে বৰ সাৱধানী চকু লাগে। গুটিটো মাৰি কিমান দূৰলৈকে ওফোৰাই পঠিওৱা হয় তাক জোখোতে এইবুলি মাতি যাব লাগে —'এক-হ', দুই-হ' তিন-হ' চাৰি মিলে চিৎ ই ·· ··· · ।'
এইদৰে মাতি মাতি শেষৰ জোখটোত যি লেখ পৰেগৈ, সেই লেখ অনুসৰি ( এক হ'লে, এটা আঙুলিৰ ওপৰত; দুই হ'লে, দুটাৰ ওপৰত ) টাংগুটিটো হাতত লৈ মাৰিভালেৰে মাৰি পঠিয়াব লাগে। গুটিটো উফৰি যাওঁতে ওপৰতে যদি কটা যায়, তেন্তে মাবোতাজন হাৰে। আমি যি ঠাইত খেলাৰ থানিকা পাতিছিলোঁ, তাৰ দাঁতিতে ছেৰা নে ছেৰাফৎ এনে নামৰ এটি দৰ্জি আছিল। তেওঁৰ ল'ৰাটিয়েও কেতিয়াবা কেতিয়াবা আমাৰ লগতে টাংগুটি খেলেহি। ল'ৰাটিৰ হাত-ভৰিবোৰ অলপ কোঙা। এদিন কেনেবাকৈ তাৰ চকুটোত গুটিটো পৰিলগৈ। চকু বুলি চকুমণিত নহয়, চেলাউৰিৰ দাঁতিয়েদি সোঁ-সোঁৱাই গ'ল। তাতেই সি—'মোক কণা কৰিলে ঔ, মই নেদেখা হলোঁ ঔ' বুলি চিঞৰি বাখৰি গোটেইখন হুলস্থুল লগাই দিলে। ল'ৰা দুটামানেৰে সৈতে ছেৰাফটো আহিল চেৰেউ-ফেৰেউকৈ টোকোন-টাকনলৈ। আমি ভয়ত ফিৰিঙতি ভগাদি ভাগিলোঁ। সেই দিনাৰপৰা টাংগুটি খেলো তাৰপৰা ফিৰিঙতি ভগা দি ভাগিল।

টাংগুটি খেলৰ কথাটো ভাতৰ লগত পানী বুলি তেতিয়াই পাহৰি পেলালোঁ। কিন্তু আলিৰ দাঁতিতে থকা দৰ্জীৰ ঘৈণীয়েকজনীৰ চপলা-পিটা চিঞৰখনৰ লগতে তাইৰ অদ্ভুত আচৰণটো হে পাহৰিব নোৱাৰিলো। তাই

শুদা-শুদি মানুহ নহয়, গোটেইজনী ৰণ-চণ্ডী। ৰণ-চণ্ডী হ'লেও, ক'বই লাগিব যে সময়মতে তাই শুৱলা সাদৰী মাত-কথাবো চানেকি। তাইলৈ খং উঠি থকা জনবো তাই মন কোমলাব পাৰিছিল। এই মন কোমলোৱা কথা এটা এইখিনিতে মনত পৰিছে।

গিৰিয়েক দৰ্জী—মানুহৰ চোলা-কাপোৰ সিয়ে; ঘৈণীয়েক পোহাৰী—কুমাৰৰ চক-কলহ, টেঙা-টোকোচা, কল-বন আৰু দুই-চাৰিপদ লাম্ লাকটু বস্তু ঠাইতে সস্তাকৈ কিনি পোহাৰ এখনি দি মৰমীয়াকৈ বেচে। পোহাৰৰ বস্তুবোৰ তাই সজাব জানে। দৰ্জীৰ ডোবাকানি বোৰকে গাঠি দি দি দীঘলকৈ লোৱা ডোল একোডালত ভীমকল, মালভোগ কল, সোন্দা কল, জাতি মনোহৰ কল, আত অনুসৰি শাৰী শাৰীকৈ ওলোমাই থয়। মোকৰ্দমা লগা গাঁৱলীয়া মানুহে পোহাৰীৰ ওচৰলৈ গৈ সোধেগৈ—

'বাই, কল কেনেকৈ দিছা?'

পোহাৰী—'পইচাৰৰ* দুটা, মইনা।'

কিনোতা—'তিনিটাকৈ দিবানে?'

পোহাৰী—'তিনিটাকৈ কল খোৱা মুখখন হে হয়! হেৰ! তই ক'ৰপৰা আহিছ? নগৰ মাটিত পইচাটোৰ তিনিটাকৈ কল খাবলৈ ক'ত পাইছ? যা যা, মোৰ ইয়াত তিনটাকৈ কল নেপাৱ।'

গ্ৰাহকজনৰ মনটো টেঙাই যায় যদিও, ওচৰত আন দোকান-পোহাৰ নথকাত সেই পোহাৰীজনীৰ কলকে কিনিব লগীয়া হয়। অলপ বেলি সেমেনা-সেমেনি কৰি থাকি কিনোতাজনে যদি সোধে, 'থাউকতে এআৰি লওঁ। অলপ কমোৱা বাই। আমিও বৰ দুখে-আগৰে আছিছোঁ। আমাৰ মুখলৈও অলপ চোৱাঁ।' পোহাৰীজনীয়ে টিকচি-বিকচি ক'ব, 'কিটো চাবি? এথোকা কল বেচিলোঁ পইচাটোৰ দুটাকৈ। এতিয়া মুঠেই দু আৰি কল আছেগৈ। তই এ আৰিতে কমাবলৈ কৈছ। দু আৰি কিনিলেও পইচাটোৰ দুটাকৈ দিওঁনে নিদিওঁ।'

গ্ৰাহক— বাৰু দুটা লগায়ে দিবা।

পোহাৰী— এইখন মুখ-চুলতি মাৰি নেথাকিবি। দুটাকৈ লব যদি ল, নহলে গুচি যা।

---

*পইচাৰৰ—আগতে উজনি অসমত সাধাৰণ মানুহে এনেকৈ কোৱা শুনা গৈছিল।

গ্ৰাহক— বাক দিয়া।

গ্ৰাহকজনে পইচাটোৰ ছুটাকৈ কল লৈ পইচা দি যাবলৈ ওলাওঁতে লাওপাত-কচুপাত পোহাৰীজনীয়ে যিহে লেকেলা সাদৰ লগায়। 'মইনা তোমাৰ ঘৰ ক'ত? বৰ দুখে-ভাগৰে আহিছাঁ দেহি; যোৱা যোৱা কল কিটাৰে তেও পেটৰ পোৰণিটো মাৰাগৈ। আকৌ আহিবা দেই।'

স্ত্ৰীমূৰ্ত্তি যে কথাত ভয়ঙ্কৰী এই পোহাৰীজনীতে প্ৰথম দেখিলোঁ। এতিয়াও সেই ফালে গ'লে, দোকানখনৰ ফালে চকু যায়। কিন্তু তাত সেই দামে-দৰে নহা গ্ৰাহকক কন্তেকতে কুকুৰে কাঁইট নোখোৱা কৰা আৰু বাহিয়ে-বাহিয়ে অহাজনৰ প্ৰতি লেকেলা সাদৰতে পমি যোৱা পোহাৰী বাইজনী নাই, তাইৰ চক-মলা কলবনৰ পোহাৰ খনৰ ওপৰত পকী দালানৰ দখল হ'ল।

খৰালি, শিৱদ'লৰ টোলত দেছুৱালী মাবোৱাৰী বিলাকে ৰামলীলা পাতে। ৰামলীলাৰ ৰামাহ' ৰামাহ' নামৰ ধ্বনি আৰু খঞ্জৰী খুটিতালৰ ঝনঝননিয়ে আৱকালিৰ মাতে নেযায় দুপুৰায়। ৰাতিটোহঁত খলক লগাই থাকে আৰু দ'লৰ ওচৰ সমীপৰ জাতি-কুল নিৰ্বিশেষে ডেকা-ডুমা প্ৰায় সকলোৱেই ৰামলীলাতে বঞ্চে। সিহঁতৰ দৰেই দেৱীপ্ৰসাদ বৰুৱাৰে সৈতে মইও কেই নিশামান বঞ্চিলোঁ। দুনিশামান ৰামলীলাতো আমি ৰাম-ৰাৱণৰ যুদ্ধ কৰিবলগীয়া হৈছিল। বিৰ-দি বাট নোপোৱা বজৰুৱা মানুহৰ গৰু ডাঙি সোমাই যাওঁতে গা গোটেইটো 'গুৱাহটীয়া' হৈ আছে। ৰজনী বৰুৱা যাক আমি 'কাণ-চপলা' বুলি জোকাইছিলোঁ, বৈকুণ্ঠ দত্ত, মহেন্দ্ৰ মজিন্দাৰ, শঙ্কৰ বৰুৱা ( যি আদহীয়া বয়সত দেশৰ এজন বিপ্লৱী নেতা ৰূপে সন্মান লাভ কৰিছিল ) আৰু জনদিয়েক। এওঁবিলাক আছিল এটা দলৰ আৰু আমোলাপটিৰ ফালৰো আছিল আন এটা দল। বহা ঠাইক লৈ দুয়োদলৰ ভিতৰত বৰ কাজিয়া লাগিল। ৰামলীলাৰ বতা-ভলতে কাজিয়াখন আৰম্ভ হয়, আৰু দ'লৰ খটখটিৰ পোনে পুখুৰী পাৰৰ পয়ৰাতে শেষ হয়। তাতো শেষ নল'লহেঁতেন যদিহে, কোনোৰ বা-বিচনী, কোনোৰ হাত, কোনোৰ ভৰি, কোনোৰ নাক খাইল নহ'লহেঁতেন। শঙ্কৰ বৰুৱাৰে সৈতে মোৰ এখন খণ্ড যুদ্ধই হৈছিল বুলিব পাৰি। তেওঁ (তেতিয়া সি) ছেৰা দৰ্জীৰ দোকানৰ আগত পৰি থকা ফলা খৰি এচটাৰে মোৰ মূৰতে মাৰ মাৰি দিলে। মূৰৰ অলপ তেজ ওলাল। খৰ্‌মৰ্ খাইছিলোঁ। যদিও,

বিভত হোৱা নাছিলোঁ। মইও গুলোটাই গোটা বাঁহ এডোখৰেৰে তেওঁৰ নাক ডেউনাতে মাৰ মাৰি দিলোঁ। শঙ্কৰ পৰি গ'ল। মহেই আকৌ আন ডুজনমানে সৈতে মূৰত পানী-ডুনি ঢালি টনটনীয়া কৰিছোঁ। (সেই ঘটনাৰ ডুকুৰি বছৰৰ মূৰত, গুৱাহাটী জেনিকুঠীৰ আমাৰ বহাত শঙ্কৰ বকৱা এদিন আলহী হৈ আছিলহি। ভাত খাওঁতে সেই পুৰণি যুদ্ধখনৰ কথাকে দোহাৰি কৈ কৈ কি যে তৃপ্তি পাইছিলোঁ, লেখি প্ৰকাশ কৰিব নোৱাৰি।) ৰামলীলা আৰু তাজিয়া চাই আমি কেবাজনেও যুঁজাৰু হ'বলৈ মন কৰিছিলোঁ। আৰু কিছুদিন তাজিয়া-খেলত ঘূৰোৱাৰ দৰে লাঠিও ঘূৰাবলৈ শিকিছিলোঁ। সেই কাজিয়াৰ কাৰণটো অকল ঠেলা-হেঁচাই নহয় আৰু এটি গূঢ় কাৰণ আছিল— যিটি অপ্ৰকাশ্য। কাৰণটি প্ৰকাশ্যই বা অপ্ৰকাশ্যই হওক সেই ৰামলীলা দৰ্শনত সামান্য কাজিয়াৰ পৰা উদ্ভৱ হোৱা মাৰ-কিলেই আমাক আৰু নিশাচৰ নোহোৱা কৰিলে।

# ষষ্ঠ অধ্যায়

**দিখৌ নৈত খৰি ধৰা ঃ** দিখৌ নামটো কছাৰীয়ে দিয়া। দিখৌ নামৰ বিষয়ে কিম্বদন্তী এটাও আছে। চুকাফা স্বৰ্গদেৱে স্বৰ্গৰপৰা নামি আহোঁতে দিখৌ সোমাওঁতেই বোলে বাটত এটা মানুহে কঠীয়া সিঁচি আছিল। তাক নৈ খনৰ নাম সুধিলত সি ক'লে দি—খৌ, দুই তোম্ধান, সেই তেতিয়াৰপৰা আমাৰ মানুহে দিখৌ বুলিবলৈ ধৰিলে— দি=দুই, খৌ=খাৱ বা তোম।

আমাৰ দেশত যিবোৰ নৈৰ নামৰ আগত 'দি' আছে সেইবোৰৰ ভিতৰত দিখৌৱেই আটাইতকৈ দ বুলি এটি প্ৰবাদ আছে। ইয়াৰ আগাৰিত বশিষ্ঠ মুনিৰ আশ্ৰম আছিল দেখি দিখৌক বশিষ্ঠ গঙ্গাও বোলে। নৈ খনৰ গড়া বৰ থিয় আৰু পিছল। পানী অনা ঘাটত উঠা-নমা কৰিবলৈ ঘাটত খোপ কাটি কাটি লোৱা হয়। এটা কথা আগৰপৰা চলন্তি হৈ আহিছে যে যেনে কি থিয় গড়া নহওক, পানীত নামি সন্ধ্যা আহ্নিক তৰ্পনাদি কৰা বামুণ হেনো উঠোঁতে-নামোঁতে কেতিয়াও পিছলি নপৰে। কিন্তু দিখৌ গড়াত তাৰ বিপৰীত। ইয়াৰ পিছল গড়াত খুঁপি খুঁপি উঠোঁতেও দুজনমান কোঢা-নখীয়া কোনোবা নৈষ্ঠিক ব্ৰাহ্মণৰ খোপনিও হেনো পিছলি গৈছিল। সেই গুণে দিখৌ গড়া যে বৰ থিয় আৰু খোপনি ৰখাব নোৱৰা তাক বুজাবলৈকে "দিখৌ-গড়া

বামুণ পৰিযৰা"

বুলি কোৱা হয়। নিতৌ গা ধুবলৈ যাওঁতে বিশেষকৈ খৰালি এই গড়াত উঠা-নমা কৰাটোও এটা ভাগৰ লগোৱা ব্যায়াম বুলিয়েই ক'ব পাৰি। সেই ব্যায়াম কৰাটো মোৰ পক্ষে ৰোপাই কাজৰ সজ যেনেই হৈছিল। বাৰিষা, পানী ওফন্দি আহি নৈৰ পাৰ বুৰাই পেলায়। ফেনে-ফোটোকাৰে বাঢ়ি অহা পানীৰ সোঁতত নল-খাগৰি ইকৰাৰ জাঁজ উভালি অহা বাঁহৰ জোপা আৰু ডাঙৰ ডাঙৰ গছ-কাঠ ইমান উটি আহে যে সেই কাঠ-বাঁহ বগায়েই নৈখন ইপাৰ সিপাৰ হ'ব পাৰি। মানুহে সাঁতুৰি

সাঁতুৰিয়েই বা হাকুঁটি লগায়েই কাঠ-বাঁহ-জঁাজবোৰ টানি আনি পাৰত দমাই থয়হি। এইদৰে নৈত ধৰা খৰিয়েই বছৰটো জোৰে। খৰিৰে ভাত-পানী ৰন্ধাটো কালত সাধুকথা হ'বগৈ যেন ভাবি খৰি ধৰা কথাটো ইয়াতে উল্লুকিয়াই থলোঁ। সোঁতৰ পকনীয়াত পৰি পাঁকিলৈ অহা ডালি খৰিৰ জঁাজবোৰ মইও হঁাকুটি লগাই টানি আনিছিলোঁ।

মোৰ অভিভাৱক ভবাম বৰকাকতী ডাঙৰীয়াৰ পুত্ৰেক, মোতকৈ পাঁচ-ছয় বছৰ মানৰ ডাঙৰ গগন আৰু ডাঙৰীয়া ৰত্নধৰ বৰুৱা ডেপুটী ইন্সপে-ক্টৰৰ পুত্ৰেক হিৰণ্য কুমাৰ, পণ্ডিত মহাদেৱ শৰ্মাৰ পুত্ৰেক চন্দ্ৰ দেৱ শৰ্মা, তহশ্যাম মৌজাদাৰৰ নাতিনীয়েক দুলাল চন্দ্ৰ বৰুৱা সাঁতোৰা আৰু খৰি ধৰাত বৰ পাকৈত আছিল। তেওঁবিলাকৰ বাটেদিয়েই বাট বুলি এদিন মইও হাঁফোলা মেলি খৰি ধৰিবলৈ গৈছিলোঁ। সাঁতুৰি যাওঁতে নৈৰ মাজতে ঢোলোকা-ঢোলোকে পানী খালোঁ, খাই কক্ বকাবলৈ ধৰিলোঁ। চন্দ্ৰদেৱেহে ধৰি অনা কাঠ এডালত লগাই দি মোৰ প্ৰাণটো ৰক্ষা কৰিলে। সেই দিনাৰপৰা খৰি-ধৰা নাম ক'লেই গাত জ্বৰ উঠিবলৈ ধৰে।

**কুঁহিয়াৰ শাল ঘূৰোৱা:** আমাৰ ঘাটৰ পাৰতে মথাউৰিটোৰ পূৱ কাষে সোমেশ্বৰ বৰুৱা মৌজাদাৰ (আগৰ তহছিলদাৰ) ডাঙৰীয়াৰ ঘৰ। তেখেতৰ ঘৰৰ পোনে পোনে দিখৌৰ সিপাৰে ডাঙৰীয়া শঙ্খধৰ বৰভণ্ডাৰ বৰুৱা উকীলৰ ঘৰ। মৌজাদাৰৰ ঘৰত বছৰি ৰাস পূজা হয়। ৰাস পূৰ্ণিমাৰ ফৰিংফুটা জোনাকত আমি ৰাতিয়েই দিখৌ নৈত সাঁতুৰি বা পাৰ হৈ ভণ্ডাৰ বৰুৱাৰ নাতি ইন্দ্ৰধৰ চলিহা আৰু প্ৰেমনাথ চলিহাৰ পুত্ৰ কনকলাল চলিহাৰ ভালৈ যাওঁ। ধেমালি কৰিবলৈ লগ বিচাৰি যোৱাটোৱেই ঘাই কাৰণ। মৌজাদাৰৰ বাৰীত থকা ডামোলনি ভৰা বৰ ডাঠ। তাৰ তলতে আমি কুঁহিয়াৰ শাল খেল পাতোঁ আৰু তামোল পাৰোঁ। শালখনি বাঁহৰ ঠিক কুঁহিয়াৰ শালৰ দৰেই। সোঁ-মাজতে কুঁহিয়াৰ শালৰ ভীমৰ দৰে বাঁহৰ ভীম এটা পুতি, দহ বাৰ হাত মান দীঘল বাঁহ এডাল মাজতে খোলনি কৰি ভীম যেন গোজটোৰ মূৰতে বাঁহদাল পথলুৱাকৈ বহুৱাই দিয়া হয়। পথালি বাঁহডাল যেনিবা কুঁহিয়াৰ শালৰ কাতৰি বাঁহডালৰ দুমূৰে বহিবপৰাকৈ এহাতমান এহাতমান ঠাই খালীকৈ থোৱা হয়। খালী থকা ঠাইডোখৰকে আহোঁন বা বহা ঠাই বোলে। আহোনৰ ঠিক লগা-লগিকৈ বাঁহ ডালত দুয়োফালে একেডাল শলা

মৰা হয়, বহা ঠাইৰ পাচ ফালেও আঁউজিবপৰাকৈ বাঁহৰ ওপৰত্তে এডাল গোঁজ থাকে। আহোন আৰু ভীম বোলা গোঁজডালৰ মাজত দুটাই মানুহে ধৰি ঘূৰাবপৰাকৈ কাঁতৰি ডালত দুয়োমূৰে দুটা বহিব আৰু দুটা মাজত ধৰি, বহি থকা কিটাক পাক ঘূৰণি খুৱাই পেলাবপৰাকৈ ঘূৰাই থাকিব। আহোনত বহা কিটা এক পক্ষ আৰু ঘূৰোৱা কিটা এক পক্ষ। ঘূৰোৱা পক্ষই বহি থকা পক্ষক কৰ্কাল খুৱাই পেলাব পাৰিলেই ঘূৰোৱা পক্ষৰ জয় আৰু নোৱাৰিলেই পৰাজয়। জয়-পৰাজয় হোৱাৰ পিচত সলনা-সলনিকৈ পক্ষ-বিপক্ষই ঠাই লয়, অৰ্থাৎ-বহা কিটাই ঘূৰোৱা আৰু ঘূৰোৱা কিটা বহা হয়। মই এনেকৈ এদিন শালৰ আহোনত বহি ফষ্টি জুৰি পাচফালৰ গোঁজডালত আঁউজি আৰু আগ ফালৰ শলাডালত দুই হাতে খামোচ্ মাৰি ধৰি আছোঁ৷ আৰু কাঁতৰি ঘূৰোৱাকিটাই মোক পেলাবলৈ জবপূৰ দি লাগিছে। ঘূৰণৰ কোবত পৰি আঁউজা খুঁটিডাল ভাগি থাকিল আৰু সেই ডালেই ছল হৈ মোৰ ভৰিৰ সৰু গাঁঠিত সোমাল। ফী ফী কৰে তেজ ওলাবলৈ ধৰিলে। ডুবৰি বন খুন্দি লগাই দিলত তেজ নোলোৱা হ'ল। ভাল হ'বলৈ বহুদিন লাগিল। তামোলনি তলৰ সেই কুঁহিয়াৰ শালৰ ধেমালি সেই দিনাই ওৰ পৰিল।

**তামোল গছত উঠা আৰু তামোল পৰা ঃ** তামোল গছত উঠি তামোল পৰা অভ্যাসো কৰিছিলোঁ আমি। ধান খেৰ কিছুমান মুৰিয়াই, তাৰে ছান্দনী এডাল কৰি ভৰি দুটা জুঁটি লৈ লাফ মাৰি মাৰি উঠি, তামোলৰ থোক পাৰি আনিব লাগে। এইদৰে এটাইবোৰে যে তামোল পাৰি আনিছিলোঁ৷ৰেই নে, তললৈ মূৰ কৰি ওপৰলৈ ঠেং মেলিও তামো-লৰ থোক ছিঙি আনিব লাগিছিল। এই প্ৰকাৰ তামোল পৰাত ভৰি দুটা ওপৰলৈ দি কাছৰ দৰে জপিয়াই জপিয়াই ওপৰলৈ উঠিব লাগে আৰু ভৰিৰে তামোল থোক চেপামাৰি ছিঙি আনিব লাগে। এই ফেৰি বিদ্যাত অমুকা শ্ৰীমই পাৰ্গত নাছিলোঁ৷ বুলিলে মিছা কোৱা হ'ব। মোৰে সৈতে আৰি মাৰি তেনেকৈয়ে এদিন দেৱী প্ৰসাদেও ওপৰলৈ ঠেং কৰি তামোল গছত উঠি কাহ লাফ দুটামান মাৰিছিল হে, এনেতে গুৰি কঠাল পৰাদি উলটি পৰিল আৰু টিকাত বৰ থেকেচা খালে। সেইদিনাৰ পৰা তামোল গছত উঠি ব্যায়াম কৰা অভ্যাসটি আৰু কোনেও নকৰা হ'ল।

**শ্যাম বাবুৰ বাৰীৰ লেচু খোৱা ঃ** আমোলাপট্টিৰ শ্যাম বাবুৰ (শ্যাম-সুন্দৰ দুৱৰা, কবি যতীন দুৱৰাৰ দেউতাক) বাৰীত লিচু পকি বঢ়া হৈ থাকে। তলতো সৰি থাকে। মানুহে খুজিলে তেখেতৰ বৰপুত্ৰেকে গছত পকা যে পাৰিব নিদিয়েই নে, তলসৰাবো গুটি বা চাৰিটিকে দিবলৈও বৰ টান পায়। কোনোবাই ৰাতি চুৰকৈ নিয়েহি বুলি গছৰ ডালত ডগা কেৰচেন তেলৰ টিন এটা বান্ধি তাতে বৰ দীঘল ডোল এডাল লগাই, সেই লোকক দিব নোৱৰা গৃহস্থ জনে শোৱাপাটীৰ পৰা টানি থাকে। চোৰে ভাবে, গৃহস্থ সাৰে আছে। কিন্তু, তেখেতৰ ডোল বা জৰীডাল টনা অভ্যাসটো এনেকুৱা হ'লগৈ যে চিলমিল টোপনিতো জৰী-ডাল টান খাই আছে। গাটো ইকাতি-সিকাতি কৰিলে যে টান খায়েই আৰু টিনৰো বাজন উঠে। দুৱৰাৰ বাৰীতে চাৰিওৰ ল'ৰা দুটামানে ঘৰ সাজি আছিল। সিহঁতৰ মুখে গম পোৱা হ'ল যে টিন বজাই সাৰে থকাটো দুৱৰা ডাঙৰীয়াৰ ভাবুকি হে। গছত টিনটোকে যে অকল বান্ধি থয় এনে নহয়, লণ্ঠন এটাও ওলোমাই থয়। সিফালে, শোৱা পালেঙৰ পৰাই তেখেতে ডোল টানি টিন বজাই চোৰ খেদি থাকে আৰু লিচু চুৰ কৰিবলৈ চান্দি থকা ল'ৰাহঁতে ইফালে ডাল বগাই পোহৰতে লিচু ছিঙি কোঁচ ভৰাই লৈ আছে। সেই কৰ্মত মইও দুদিনমান লিপ্ত আছিলোঁ। পিচদিনা ৰাতিপুৱা তেখেতৰ ঘৰৰ আগেদিয়েই আগদিনা চুৰ কৰা ল'ৰা-হঁতে এযাৰ নাম গাই সিহঁতেই যে লিচু পাৰি নিলে, সেই কথাৰ গম দি যায়। নামবাৰ লেখি ৰখা উচিত নহয় বুলি, ইয়াত দিয়া নহ'ল। ডোল টনা দুৱৰাই (শ্যাম বাবুৰ বৰ পুত্ৰেক) মোক লগ পালেই বহুত দিন-লৈকে মোৰ কাণে পেন্দোৱাকৈ চাইছিল। এখেতৰ নাম আনন্দ সাগৰ দুৱৰা। শিৱসাগৰীয়া ছাত্ৰৰ অভিভাৱক ফণীধৰ চলিহা ডাঙৰীয়াৰ কথাৰ "থুনপাক" আৰু গাৰ লগৰ-ছাঁ শ্যাম বাবুৰ লিচুবাৰীৰে সৈতে ভালেমান ঘটনা সাধুকথা ৰূপে লেট খাই আছে। সেইবাবে হে বাৰীখনৰ নামটো লেখি থ'লোঁ। ।

**তেলীয়া ঘোঁৰাত উঠা ঃ** চক বজাৰৰ ওচৰত থকা তেলীপট্টিৰ তেলীয়া ঘোঁৰাবোৰ আমি থকা ঘৰৰ পিচফালেই মথাউৰিৰ দাঁতিত চৰি থাকে। স্কুল বন্ধ হ'লে আমি ঘৰলৈ যাওঁহক। ঘৰলৈ গ'লে যোগধৰ ফুকনে সদায় তেলীয়া ঘোঁৰা এটা মুখখন গামোচা এখনেৰে বান্ধি লয়

আৰু পিঠিত খৈলা এটাও কেতিয়াবা পাৰি লয় আৰু কেতিয়াবা শুদা পিঠিতেই বহে। খৈলাটোৱেই জীন আৰু গামোচাখনেই লেকাম। খৈলা-ৰূপী জীনত উঠি, গামোচাৰূপী লেকামত ধৰি 'চোৱাৰী' যোগধৰে বেলি পৰোঁ পৰোঁ হওঁতেই ৰংপুৰৰ পৰা ঘোঁৰামেলি দিয়ে আৰু সাঁজ লগাৰ লগে লগেই চাৰিঙৰ ঘৰ পায়গৈ। যোগধৰকে দেখি মোৰো গা উঠিল। মইও এদিন ঘোঁৰা এটা ধৰি তাৰেই দৰেই পিঠিত উঠি মুখত গামোচা বান্ধি ঘোঁৰাৰ পিঠিত উঠি ঘৰমুৱা হ'লোঁ। যোগধৰে কদমত চলাই মোতকৈ বহুত আগেয়েই ঘৰ পালেগৈ। মই উঠা ঘোঁৰাটো বতুৰা, খোজ নিদিয়ে হে নিদিয়ে; দোকান দেখিলেই পদুলিত থমকি ৰয়; কোবালেও কেচেলা-কেচেল কৰে। বৰ কষ্টে-মষ্টে বলিয়াঘাটৰ ঘাট পালোঁগৈ। তাতে য'ৰ ঘোঁৰা ত'লৈ যক বুলি, ঘোঁৰাটো এৰি দিলোঁ। বলিয়াঘাটৰপৰা তিনি মাইলমান বাট পথাৰে পোনাই ঘৰ পালোঁগৈ আৰু সেইদিনাই মোৰ প্ৰথম "অশ্বাৰোহন" পৰ্বৰ একপ্ৰকাৰ সমাপ্তি ঘটালোঁ। পিচে তাৰ ফলত হ'লগৈ কি? পিচ দিনা গাটো বিষাবলৈ ধৰিলে, কৰঙনো গোট মাৰিলে, বাজহাড়ৰ সিয়নিত টোবোৰা ফুটামানো বান্ধিলে আৰু টিকাৰ ছালও ফিচিকিল। চাৰিদিন লৰচৰ কৰিব নোৱৰা হৈ ঘৰতে সোমাই থাকিলোঁ। যোগধৰে সেইদৰে ঘোঁৰাত উঠি উঠিয়েই ডেকা কালত first class rider (বৰ ভাল চোৱাৰী) বুলি চাৰ্টিফিকেট লৈ মাহে শ দিয়েক দৰমহা খোৱা কামত সোমালগৈ।

বোধকৰোঁ ১৯১২ চনত চীফ কমিচনাৰ আৰ্চডেল আৰ্ল চাহাবৰ শিৱসাগৰলৈ আগমন হয়। সেই উপলক্ষে গৱৰ্ণমেণ্ট হাইস্কুলত এখনি বৰ ডাঙৰ দৰবাৰ বহে। শিৱসাগৰ নগৰৰ গণ্য-মান্য ভদ্ৰলোক সকলৰ উপৰিও গাঁৱে ভূঞে থকা মুখিয়াল লোক সকলোকেই আমন্ত্ৰণ কৰা হৈছিল। দূৰণি-বটীয়া সকল প্ৰায়েই ঘোঁৰাত উঠি আহিছিল। সকলোৰে ঘাই উপলক্ষ আছিল চীফৰ অভ্যৰ্থনা জনোৱাতকৈ শিৱসাগৰৰ পৰা যোৰহাটলৈ সদৰ ঠাই তুলি নিয়াৰ বিৰুদ্ধে আপত্তি জনোৱা। ঘোঁৰাত অহা নিমন্ত্ৰিত সকলৰ ঘোঁৰাবোৰ স্কুলৰ কম্পাউণ্ডতে (বেৰাৰ ভিতৰত) বান্ধি থৈছিল। তেলীয়া ঘোঁৰাৰ কটঙা হাড়ছালত উঠি সিয়নিত টৈমুনা বজাই হেপাহ নপলাকে, এতিয়া আকৌ জীন-কছা ঘোঁৰাত উঠিবলৈ মন গ'ল। কাকো সোধ-পোছ নকৰাকৈয়ে জানে নৈতে বান্ধি থোৱা ঘোঁৰা এটাৰ বান্ধ

মোকলাই (যেন মোৰ নিজা ঘোঁৰাটো হে) আলিলৈ উলিয়াই আনি, ৰেকাপীত ভৰি দি, লাটৌপকৰে জীনত বহি লৈ, লেকামভাল টানি ধৰি ৰেকাপীৰেই পেটত খুঁচি দিলোঁ। ঘোঁৰা আগলৈ যাওক ছাৰি, অথালি পথালি হে কৰিবলৈ ধৰিলে। নামি পেলাই একোৱা লেকামত ধৰি টানি নিলোঁ। এনেতে বাটৰ কাষতে পৰি থকা লিৰিপনী একোৱা পালোঁ। আকৌ উঠি, তাক ছাটচেৰেক লগাই দিলোঁ। তথাপি তাৰ খোজৰ গতি লৰ নহ'ল। তাৰ ইচ্ছা মতেই গৈ দৰবাৰ ফিল্ডৰ মুৰ পালেগৈ। তাতে কিবা এটা কথা, সিকুৰৰ খোজ দিবলৈ আৰম্ভ কৰিলে। তাৰ পিচত যে চেকুৰিলে কি কম। কোঞ্চৰপুৰ পাওঁ পাওঁ হওঁতেই (ত্ৰাহিৰাম বৈৰাগীৰ কেঁকুৰি এটা ঘূৰোঁতেই কোনো জীনখন ঢিলাহৈ ঘোঁৰাৰ পেটৰ ফালে তল পোনে লুটি খাই গ'ল আৰু তাৰ আৰোহীজনো তলপেটত ওলমিলেগৈ কিন্তু ঘোঁৰাটো ইমান শিক্ষিত যে জীনখন কাতি হোৱা মাত্ৰকে, বৈ দিলে। সেই বেলিলৈ মইও জানিবা ৰক্ষা পৰিলোঁ। কিন্তু আগলৈ আৰু অচিনাকি ঘোঁৰাত আৰোহন নকৰো বুলি শপত খালোঁ।

প্ৰথমতে ঘোঁৰাটোৱে ঠোহ ধৰা আৰু পিচত কুকুৰ খোজ দি চেকুঁৰাৰ কাৰণ এটা আছে। সেই ঘোঁৰা পূৰ্বতে হেনো মাজুৰী গোঁহাই গাঁৱৰ প্ৰাণনাথ গোঁহায়ে ত্ৰাহিৰাম বৈৰাগী মৌজাদাৰৰ ঘৰৰপৰা কিনি আনিছিল। শিৱসাগৰত অনাভুৱা দেখি পোনেই তাৰ বাটৰ অলপ কেনা লাগিছিল; দৰবাৰ ফিল্ডৰ ওচৰ পালত সম্ভৱ, চিনাকি বাট পোৱা যেন লাগিল; সেইদেখি সি তাত কুকুৰ খোজ আৰম্ভ কৰিলে আৰু যেতিয়া দিখৌৰ মথাউৰিত উঠিলগৈ, আৰু তাৰ ঘৰ পালোঁহি যেন লাগিল, তেতিয়া সেই ডোখৰত চেঁকুৰি যোৱা দি গ'ল। গৰু-ঘোঁৰাই হেনো ডুবছৰলৈকে সিহঁতৰ পুৰণি ঘৰলৈ নেপাহৰে। ইপিনে সভা ভাগিল। ঘোঁৰা ক'লৈ গ'ল বিচৰা-বিচৰি লাগিল। ভাগ্যে মইও পালোঁহি। কেঞ্চ'-পটিৰ ফালে মাস্ত্ৰাচাটোৰ কাষত থকা পকী কুঁৱাটোৰ ওচৰতে লেকামে-চেকামে ঘোঁৰা এৰি মই পলাই পত্ৰং। সেই ঘোঁৰাত উঠা কথাটো মনত পৰিলে ভাবোঁ, সেইদিনা যদি মথাউৰিৰ পাকটো ঘূৰোঁতেই, পেটৰ ফ'লে লুটি খোৱা জীনত ঘোঁৰা ঠেঙৰ লাঠি পৰিলেহেঁতেন মোৰ মূৰৰ লাওখোলাটোও ভাগি ভূ-তাৎস্তত চিনাকি দিবলৈ একো নেথাকিলহেঁতেন। কপাল ভাল আছিল—ঘোঁৰাটি শিক্ষিত। ইয়াৰ পিচতো বহুত চিনাকি

ঘোঁৰাত উঠিছিলোঁ, কিন্তু আজি কুঁকুৰি পালেই সাৱধান। ছাট কৰে আগৰ কথালৈ মনত পৰে।

**বাইচাইকোল উঠিবলৈ শিকাঃ** তেতিয়া বাইচাইকোলৰ আমদানি হৈছে হে। ই সি দুই চাৰিজনে লৈছেও, কিন্তু পাতল। আজি-কালিৰ দৰে টিপিল থিলনি নাই। মোৰ মন গ'ল চাইকোল শিকিবলৈ। ভগৱতী প্ৰসাদ বৰুৱাই বাইচাইকোলৰ অসমীয়া নাম দিছিল 'হাতবাগী' ঘোঁৰা= বাগীৰ অনুৰূপ)। সেই নামটো ভাল পাইছিলোঁ আৰু আমি বাইচাইকোল নবুলি হাতবাগী বুলিয়েই কৈছিলোঁ। হাতবাগী চলাবলৈ মনত পাঙিলোঁ হে, এতিয়া তেনেকুৱা "বাগী" এখন পাওঁ ক'ত? যেয়ে সেয়ে হাত এৰিও নিদিয়ে— ক'ৰবাত পেলাই ভাঙো বুলি। গোসাঁইদেৱ ফুকন আছিল মোৰেই প্ৰাণ সমনীয়া আৰু সম বয়সীয়া বন্ধু। তেওঁৰ দেউতাক চন্দ্ৰেশ্বৰ (মাতে চণ্ডেশ্বৰ বুলি) নাওবৈচা ফুকন ডাঙৰীয়াৰ এখন বাইচাইকোল আছিল। চাইকোলখন ওখ। তেখেত মানুহজন ওখ আছিল দেখি চাই-কোলৰ সজাটো (ফ্ৰেম)ও আছিল ওখ। গোসাঁইদেৱে ময়ে ফন্দী এটা পাতি পূৰ্ণিমা নিশা সেইখনকে হাতেৰে ধৰি ধৰি গঙ্গা গোবিন্দ ফুকন চাহাবৰ ঘৰৰ আগেদি মেটেকা ঘাট পাওঁগৈ। ফুকন নগৰৰ মাজেদি যোৱা আলিটি ঘাটৰ অলপ নিলগতে দিখৌ মথাউৰিত লাগিছেগৈ। মথাউৰিৰ পৰা নমা আলিটো হেলনীয়া। তাতে আমাৰ দুয়োৰে চাইকোল শিক্ষা আৰম্ভ। প্ৰথমতে চেডোলত (জীনত) বহি হেণ্ডোল পোনাবলৈ শিকোঁ। চেডোলত উঠিবলৈ কাঠৰ মূঢ়া এটা গইনা লৈছিলোঁ। সেইটোৰপৰা চেডোলত উঠি টিকাটো থোৱা মাত্ৰকে গোসাঁইদেৱে পাচ ফালৰপৰা ঠেলি আনে। এইদৰে ঠেলি আনোতে আনোতে হেণ্ডোলৰ টিপনি বাখিবপৰা হ'লত, ঠেলিবলৈ এৰি দিয়া হ'ল। কিন্তু পোনেই চেডোলত বহোঁতেই তেওঁ এনে একোটা হেঁচা মাৰি দিয়ে যে একে কোবেই গড়া পাৰ হৈ চাইকোলে সৈতে উকীলৰ (গুণ্ডানন্দ বৰুৱা বি. এল) দুৱাৰমুখৰ খাৱৈত পৰোঁহি। পেডোল ভালো চুকি নেপাওঁগৈ। সেই খাল বা খাৱৈত এনেকৈ চাইকোল চলোৱা শিকিবলৈ গৈ দুই-চাৰি দিনৰ অন্তৰি-অন্তৰি দহ-বাৰ দিন মান কিমান যে খালত পৰিলোঁ, আৰু কিমান যে গাৰ লটি-ঘটি হ'ল সীমা নাই। তথাপি, চাইকোলত উঠিব পৰা হ'লোঁ। গোসাঁইদেৱৰ সাৰথি থকাত দেউতাক ডাঙৰীয়াই চাইকোল নিয়াৰ ভু-কে নেপালে।

ন শিকাৰুৰ যদি নিজা চাইকোল নহ'ল, তাতকৈ আৰু বিপদ নাই। আগেয়ে চাইকোল চলোৱা শিকিবলৈ যি কেৰা ধাউতি আছিল, সেয়ে পাই থৈছে, এতিয়া আকৌ যেতিয়া চাইকোল উঠিবলৰা হলোঁ, চাই-কোলত উঠি ফুৰিবলৈকে মনটো লিক্ লিকাই থকা হ'ল। কোনোৰা চাইকোল উঠা মানুহে কাৰোবাৰ ঘৰৰ নঙলামুখত বা দুৱাৰমুখত চাইকোল থোৱা দেখিলেই সাউৎকৰে লৈ গৈ দীঘলীয়া পাক এটা মাৰি আহোঁ। এইদৰে চাইকোলৰ পাক মৰাত মোৰ এটা ডাঙৰ শিক্ষা হ'ল।

সাপ দেখিলে কোনফালে সি মুখ লয় যেনেকৈ ক'ব নোৱাৰি, ন শিকাৰু কেঞা ল'ৰাই বিপৰীত ফালে চাইকোল চলাই আহিলে সি কোন ফালে কাষৰি কাটে ক'ব নোৱাৰি। কেঞা ল'ৰা চাইকোলত উঠাটোও এটা চাবলগীয়া দৃশ্য। সি চেণ্ডোলত ভপিনাটো থৈয়ে যি পেডোল মাৰিলে, আৰু নৰয়, ফোঁ-ফোঁ কৰে চিলনী উৰাদি উৰিবলৈ ধৰে। সমুখত কিবা এটা পৰিলে, হয় মহটিয়াই নিব, নহয় সিয়েই মোহাৰ খাব। ওপৰোক্ত প্ৰকাৰে এজন আচহুৱা ভদ্ৰলোকৰ হাতবাগী এখন লৈ এদিন কেঞাপটিৰ মাজেদি বাওঁতে ওপৰত উন্নুকিওৱা বিধৰ বিদ্যুৎগামী চাইকোল আৰোহীৰ লগত হ'ল খুন্দিয়া খুন্দি। মোৰ চাইকোলৰ বীমটো বেকা হ'ল আৰু সিজন কৰ্ফাল খাই নৰ্দমাত পৰিলগৈ। চাইকোল কি হ'ল, খবৰ নাই। সেইদিনা মোৰ যি দুৰ্গতি হ'ল, তাক আৰু বৰ্ণাব নোৱাৰি। চাইকোল নিয়া বাবে যি শাস্তি ভোগ কৰিলোঁ কৰিলোঁৱেই, তাৰ উপৰি আটায়ে মোক লঘু-লাঞ্ছনাও কৰিবলৈ বাকী ন'থলে।

তথাপি পৰৰ চাইকোল উঠা হেঁপাহটো থাকি গ'ল। আমাৰ গাঁৱৰ ঘৰৰ ওচৰৰে এজনে বাগিচাত মহৰী কাম কৰি চাহাবৰপৰা ওখ 'চনবীম' ( sunbeam ) চাইকোল এখন আনি থৈছিল। তেওঁ কাকো সেই চাই-কোলত উঠিবলৈ নিদিয়ে। বৰকৈ ধৰাত, মোক যেনিবা এদিন আমগুৰিলৈ যাবলৈ দিলে। এনেয়ে চাইকোলখন ওখ, পেডোল ঢুকি নেপাওঁ, তাতে আকৌ নগা আলিটো হাল বোৱা-মাটিৰ দৰে সীৰলু সীৰলু, ঠাইতে দ, ঠাইতে বাম, মাজডোখৰ উঠঙা, দাঁতিত লোৰ। হাত থিৰ নহ'লে বা হেণ্ডোল ইফাল সিফাল কৰিলে আৰোহীৰ পতন আৰু চাইকোলৰ ভগন অনিবাৰ্য্য। ধাওঁতে যেনিবা কোনোমতে গ'লোঁ। ঘূৰি আহোঁতে বাই চাই-কোলে সৈতে উফৰি গৈ জেটুলি পকা কাইটনিৰ মাজত সোমালোঁগৈ।

জানিব, হাত-ভৰিৰ একো বিঘিনি নহ'ল। চাইকোলখনৰো একো আৰ লাগিবলৈ নেপালে। মাত্ৰ চেণ্ডোল হেণ্ডেলডাল অলপ বেকাঁ হ'ল। পোনাই পাজঁৰাই দিয়ালোঁ। যদিও, সেই ফেৰা আৰ লগোৱা বাবেই টিকনিৰ আগত যি জনৰ খং উঠি থাকে সেইজন চাইকোল পিৰিহঁতৰপৰা বহুত ভুতনা কথা শুনিবলৈ পালোঁ। সেই দিনাই প্ৰতিজ্ঞা কৰিলোঁ, লোকৰ বাই চাইকোলত আৰু নুঠোঁ, ধাৰে-বান্ধে হ'লেও এখন লৈ হে এৰিম।

# সপ্তম অধ্যায়

**ডিব্ৰুক যাত্ৰা ঃ** জহৰ বন্ধত দুবাৰ ডিবুকলৈ গৈছিলোঁ। এবাৰ খোজকাঢ়ি, এবাৰ ৰেলেৰে। ৰেলেৰে যোৱা আগ, খোজকাঢ়ি যোৱা পাচ। ৰেলেৰে যাওঁতে বৰ দুৰ্গতি হৈছিল। দুৰ্গতিটো নিজে কৰি লোৱা। নাজিৰালৈকে খোজকাঢ়ি গৈ মোৰ সহপাঠী বন্ধু কেশৱ ৰাজখোৱাইতৰ ঘৰত থপিলোঁ। ৰাতি পুৱাই পুৱাই আহোঁতে ৰেল আহে। শুই উঠি, চকু-মুখ মোহাৰিয়েই ষ্টেচনলৈ লৰ দিলোঁ। টিকট ল'ব নোৱাৰিলোঁ। বিনা টিকটেৰেই তৃতীয় শ্ৰেণীৰ গাড়ী এখনত সোমাই বেঞ্চত বহি ললোঁ। এবেলি উঠোঁতেই, চুৰিয়াখন বেঞ্চৰ ফাঁট এটাত লাগি ধৰিলে। বেঞ্চৰ তলপটো দাঙি চুৰিয়াখনৰ লগা আগটো উলিয়াই দেখিলোঁ, তাৰ তলত শাৰীপাতি থোৱা দীঘলীয়া দীঘলীয়া খাঁজ কিছুমান কটা আছে। সেই-বোৰ কিহৰ খাঁজ বুলি ওচৰতে বহি থকা বুঢ়া এজনক সুধিলত ক'লে সেইবোৰত হেনো ৰণুৱা চিপাহীয়ে বন্দুক সুমাই থয়। কথাবাৰ শুনিলোঁ হে। মনৰ কথা মনতে থাকিল। অসহযোগ আন্দোলনত হে সেই কথাই উক দিলে। তজো ষ্টেছনত টিকট চেকাৰ ওলাই মোক টিকট খুজিলে; টিকট দিব নোৱৰাত ধৰি নি তেওঁ চোৰা বেচা (দোকানী) তেগুৰক গতাই দিলেগৈ "ইয়াক নেৰিব" বুলি। নাহৰকটীয়া ষ্টেছনত "তেগুৰটো" টোপনিত পৰা দেখি, সুত কৰে ওলাই ফিহিঙৰ দলঙৰ ফালে খোজ ল'লোঁ। এনেতে ৰেলেও ষ্টেচন এৰিলে। ভাবিলোঁ সাৰিলোঁ আক। কিন্তু পইন্টচ্‌মেন এটাই আগচি ধৰি মোক থৎ মৎ খুৱাই দিলে। ভদ্ৰ কেৰেণীৰ (নাহৰকটীয়া বাগিচাৰ কেৰেণী আছিল) ভতিজাক বুলি ক'লত যেনিবা একো নকৰিলে। সেইদিনা নাহৰকটীয়া বাগিচাত থাকি পিচদিনা ডিবুকলৈ টিকট কাটিলোঁ। ৰিহাবাৰী ষ্টেচনত নামি কনক চলিহাৰ ঘৰ বিচাৰি উলিয়ালোঁ। কিন্তু থাকিলোঁ প্ৰয় তছিলদাৰৰ ঘৰত। তেতিয়াৰ ডিবুকৰ আয়োজাপটি আজি ব্ৰহ্মপুত্ৰৰ গৰ্ভতেই জাহ গ'ল বুলিব পাৰি। যিবা ঢুঘৰ-এঘৰ আছে, সিও তাহানি গাঁথনী আয়োজাপটিৰ ছেৰনি হে।

তাৰপৰা উত্তৰফালে আছিল টপাপুল। আমোলাপটিত তেতিয়া দেখিছিলোঁ। চক্ৰ চেলাউৰি পকা ৰূপৰাম দত্ত, সৰু ৰাম শৰ্ম্মা মৌজাদাৰ, গুণগোবিন্দ বৰুৱা, সূৰ্য্য বৰুৱা, পূৰ্ণ বৰদলৈ, ডুমডুমাত ডাঙৰ দোকান থকা কেশৱ বৰদলৈ, দিবাকৰ দুৱৰা, গোলাপ দুৱৰা, গোপাল দুৱৰা, মণিৰাম দেৱানৰ নাতিয়েকহঁত গিৰিশ চন্দ্ৰ বৰুৱা, দুলাল চন্দ্ৰ বৰুৱা, বাছালাল বৰুৱা, নীলাম্বৰ দত্ত, শিৱৰাম বৰদলৈ, দুৰ্গানাথ চাংকাকতী, সদানন্দ দুৱৰা প্ৰভৃতি ডিবুৰুৰ ধৰণী ধৰোঁতা সকল। চাৰিঙতে লথৌধৰ ঘাৰঘৰীয়া ফুকনৰ কথা শুনিছিলোঁ। তেখেতৰ ঘৰো চাবলৈ গৈছিলোঁ। তেখেতৰ নাতিয়েক গণেশ চন্দ্ৰ ফুকনকো চাইছিলোঁ। তেখেতে বৰ কথা কৈছিল। ১৯১৮ চনত হে তেখেতৰ ভাল পৰিচয় ল'ব পৰা হ'লোঁ। ফুকন ডাঙৰীয়া বাগ্মী-বৰ ৰজনীকান্ত... [illegible]ৰ্মণি ফুকন ডাঙৰীয়াৰ ককায়েক। বাগ্মীবৰ ডাঙৰীয়াই বাগ্মীতাৰে যেনেকৈ গোটেইখন কঁপাই ফুৰে, ১৯৩৯-৪০ চন মানলৈকে ককায়েক ফুকনেও 'টাইমচ অৱ আসাম' কাকতত (বিশেষকৈ) ৰাইজৰ নানান অভাৱ অভি-যোগৰ কথা লেখি বাতৰি-কাকতৰ যোগে সকলোকে সজাগ কৰি আছিল আৰু ডিবুৰু মিউনিচিপেলিটিৰ সদস্যও আছিল বহুত দিনলৈকে।

তপাপুলৰ সৰহছোৱা কৈবৰ্ত্ত গাঁৱেই জিনি আছিল। মুছলমানে মাছৰ মহল লোৱাত, সেই গাঁৱত অসমীয়া মাছ ধৰোঁতা মানুহ যি নোহোৱাই হ'ল, মানুহবোৰো ক'ৰবাৰ, সৰহ ভাগেই মুছলমান হ'ল। তাৰ উত্তৰ-পূবলৈ নৈৰ পাৰে পাৰে, যোৰহাটৰ দিগম্বৰ চুকৰপৰা যোৱা ঠাকুৰৰ ঘৰ, যদুবাবুৰ চৰ্ভে অফিচ আৰু ঘৰ, ৰায়বাহাদুৰ পৰশুৰাম খাওণ্ডৰ ঘৰ, চবডেপুটি কলেক্টৰ গোপালপুৰী ভূঞাৰ ঘৰ আৰু মজিন্দাৰ বৰুৱা এঘৰ (বোধকৰোঁ দেশসেৱক মুক্তি যুঁজাৰু ৰজনী বৰুৱাৰ)। তপাপুলৰ সেই-ছোৱাও এতিয়া ব্ৰহ্মপুত্ৰৰ মাজত। তপাপুলৰ পৰা নৈৰ পাৰে পাৰে যাদৱ ঠাকুৰ, যদু বৰুৱা, পৰশুৰাম খাওণ্ড, গোপালপুৰী ভূঞাৰ ঘৰ।

এইবাৰতে আমোলাপটিৰ জন দিয়েক ল'ৰাৰে সৈতে চা-চিনাকি হয়। তাৰ ভিতৰত মণিৰাম দেৱানৰ নাতি গকুল বৰুৱা, গগন বৰুৱা, সত্যেন বৰুৱা, কমলেশ্বৰ চক্ৰবৰ্ত্তী, নবকুমাৰ বৰুৱা আৰু লবোৰাম দত্তৰ লগত হোৱা চিনাকিটোৱেই সিবিলাকৰ মৃত্যু হোৱাৰ আগলৈকে ডাঠ হৈ আছিল।

**ফটিকা ছোৱাৰ ভেকোলা মণ্ডল ঃ** পিচৰ বাঁৰ খোজ কাঢ়ি যাওঁতে, এদিন বেতবাৰীত, এদিন মৰাণ-খটখটীত অচিনাকি মানুহৰ ঘৰতে থাকি

গৈছিলোঁ। তাৰ পিচত মৰাণৰ ফটিকাছোৱা গাঁৱত ভেকোলা মণ্ডলৰ ঘৰত দুদিন থাকিলোঁ। ডেকা কালতে, ঘৰৰপৰা পলাই গৈ, সেউত্তাই সেই ভেকোলা মণ্ডলৰ সহায়ত ফটিকাছোৱা গাঁৱত এটা পত্যাশালি পাতি-ছিল। মাটি তিনিপুৰা লৈ তাতে থাকিম বুলিও ভাবিছিল। পিচে, থকা নহ'ল। মই যাওঁতে মণ্ডল নাই, মৰিল। মোৰ চিনাকি দিয়াত, মণ্ডলনী আৰু পুতেক বোৱাৰীয়েকইঁতে মোক যিটো হে আদৰ আপ্যায়ন কৰিলে আৰু বলেৰে দুদিনকৈ ৰাখি যি মৰম দেখুৱালে, কেতিয়াও পাহৰিব নোৱাৰোঁ। তাত মাছ ওৱাহোৱা, গাখীৰো অসমীয়া মহ'ৰ, খীৰায় ঘৰে ঘৰে; সকামে নিকামে গাখীৰ কিনিছে ব' বেচিছে বুলি কোনেও ক'ব নোৱাৰে। দৈ-গাখীৰ টেকেলি-কলহৰ সাজে সাজে ওলায়, এনখ পানী নাই। ঘকৰা জলপানত গুড় খোৱা নহয় বুলিয়েই ক'ব পাৰি— মই থকা কেইদিন মোক ৰাতিপুৱা আবেলি মালভোগ ধানৰ কোমল চাউল আৰু বকুল বৰা ধানৰ চিৰা খাবলৈ দিছিল। তাতে গুড়ৰ সলনি হাবিৰ পৰা কাটি অনা পকা মৌৰ জোল। বহু বছৰৰ পাচত ফটিকাছোৱাৰ ওচৰতে চুতীয়া সন্মিলন এখন হৈছিল। তালৈ যাওঁতে ভেকোলা মণ্ডলৰ ঘৰ বিচাৰি গৈছিলোঁ। কিন্তু তেওঁৰ পুতেক আন ঠাইলৈ উঠি যোৱাত কোনেও চিনি নেপালে। ফটিকাছোৱাৰ পৰা খোৱাংঘাট পালোঁগৈ। তাতে সোনো-ৱালসকলৰ আটাইতকৈ প্ৰতিপত্তিশালী পুৰুষ পিথুৰৰ মৌজাদাৰৰ ঘৰত আলহী থাকিলোঁ। মৌজাদাৰ ডাঙৰীয়াৰ থুলন্তৰ শৰীৰ দেখি বৰ ভক্তি উপজিছিল। মই ল'ৰা যদিও, বামুণ বুলি বৰ আন্তিকেৰে গোসাঁই-ঘৰত ভাত ৰান্ধি খাবলৈ সকলো যত্নাই দিয়াইছিল। তেখেতসকল হেনো আউনীআটী সত্ৰৰ শিষ্য আৰু তেখেত নিজেই বৰ মেধি। পুখুৰীৰপৰা মই নিজেই কলহত পানী আনি ল'ব লাগিছিল। সোণোৱাল সকলৰ কথা পিচত 'বাহী'ৰ পৰা ভালকৈ জানিব পাৰিলোঁ। খোৱাঙৰ পৰা ডিবুৰুলৈ যোল্ল মাইল বাট একে দিনাই খোজ কাঢ়ি গ'লোঁ। সেই দিনত সিমান বাট এদিনত খোজ কাঢ়ি যোৱা কথাই নহয়, আজিকালি হে 'আও' বুলি আচৰিত হ'বলগীয়া হৈছে। সেই বাট ডোখৰ বৰ হাবি। বৰবৰুৱা বাগিছাৰ ওচৰতে শিৱসাগৰৰপৰা উঠি যোৱা মোলোকা বা গঙ্গাৰামৰ ঘৰত পাতলীয়া আহাৰো কৰিলোঁ। ডিবুৰু পাই যাৰ ঘৰত থিতু ল'মগৈ বুলি ভাবিছিলোঁ। সেই ঘৰৰ পিছিইঁত আগৰ ঠাইত নাই চিকিৎ চাপৰিলৈ

উঠি গ'ল। সেই ঘৰ মানে—সেই ৰংপুৰ হাইস্কুলত একেলগে নাম লগোৱা কনকলাল চলিহা।

**কনকলাল চলিহা :** এই খিনিতে কনকলাল চলিহাৰ ঘৰৰ কথা অলপ উল্লেখ কৰা ভাল হ'ব। কনকৰ দেউতাক প্ৰেমনাথ চলিহা— মানুহে কয় মেম চলিহা বুলি। মাক লীলাৱতী গোসাঁইৰ জীয়ৰী। ফণীধৰ চলিহা ডাঙৰীয়াই 'মেম' নামটো লৈ বৰ ৰহইচ কৰিছিল। চাৰিঙৰ গাঁৱৰপৰা আহি নগৰত থাকিবলৈ লওঁতে এই কনকেই মোৰ 'ফ্ৰেণ্ড, ফিলচফাৰ আৰু গাইড", নলে-গলে লগা বন্ধু আছিল। কনকৰ দেউতাক চাৰিঙৰ পৰা উঠি অহা বহু বছৰ হ'ল। তেওঁৰ বৰ দেউতাক ডোমাই চলিহা পণ্ডিতে চাৰিঙত দেউতাক পঢ়ুৱাইছিল। সেই ডোমাই পণ্ডিতৰে পুতেক লক্ষেশ্বৰ, জীয়েক আইকণ আৰু তুলসী। আইকণক ডিব্ৰুৰ গোলাপ দুৱৰাই বিয়া কৰায়। ভৰাম বৰকাকতীৰ বাৰীৰ দাঁতিতে লগালগিকৈ আছিল কনকহঁতৰ ঘৰ। ঘিলাধাৰীৰ মৌজাদাৰ হিমকান্ত বৰুৱা ডাঙৰীয়াই নগৰ মহল মৌজালৈ অহাত মেম চলিহা তাৰপৰা উঠি গৈ দিখৌৰ সিপাৰে শঙ্খধৰ উকীলৰ ঘৰৰ ওচৰতে বাৰী এখন পাতি লৈছিলগৈ। তাৰপৰা আকৌ তেওঁ বিলাক ডিব্ৰুকলৈ গ'লগৈ। ভালেমান বছৰৰ মূৰত ডিব্ৰুকৰপৰা আহি আকৌ প্ৰেমনাথ চলিহা ডাঙৰীয়াই হিমকান্ত বৰুৱা মৌজাদাৰৰ ঘৰৰ ওচৰতে তাহানিৰ ডিষ্ট পেস্কাৰৰ বাৰীখনত ঘৰ ল'লেহি। ডিব্ৰুকৰপৰাই কনক মাৰ্ঘেৰিটা পালেগৈ আৰু ভনীয়েক লক্ষ্মীপ্ৰিয়া চলিহাই মহীশূৰত শিক্ষা লাভ কৰি গুৱাহাটীৰ বালিকা হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰী হৈ সেইকামৰ পৰাই অৱসৰ ললে। শিৱসাগৰৰ ফুলেশ্বৰী হাইস্কুল প্ৰতিষ্ঠা কৰাত লক্ষ্মী প্ৰিয়াৰ অৱদান লেখত লবলগীয়া। ৰংপুৰীয়া জীৱনৰ আদি ছোৱাত দুখীয়া স্কুলৰ পৰা বৃত্তি পোৱা পদ্মকান্ত চলিহাৰ দৰেই, বেলেগ স্বভাৱৰ হ'লেও, কনকৰ বুদ্ধি-পৰামৰ্শ আৰু সহায়-সাৱথিয়ে মোক বহুত উপকাৰ কৰিছিল। চিৰিং চাপৰিৰ ঘৰ বিচাৰি উলিয়াই ল'লোঁ। জহৰ বন্ধ। দিন দিয়েক থাকিলোঁ। পণ্ডিত শিৱনাথ ভট্টাচাৰ্য্য ডাঙৰীয়াই মোক বাল্যাশ্ৰমৰ ভাল ছাত্ৰ বুলি মাহে এটকাকৈ দুবছৰলৈ বৃত্তি দিছিল। সেই আলমতে তেখেত সকলৰ ঘৰত ব;ৰ দিনমান থাকিলোঁ।

চিৰিংচাপৰিত তেতিয়া এই কেইঘৰেই ধনাঢ্য আৰু ভাল মানুহৰ পৰিয়াল আছিল— ৰজাবাৰী আৰু খনদিয়েক বাগিচাৰ স্বত্বাধিকাৰী মাল

ভোগ বৰুৱাৰ পুতেক প্ৰসন্ন বৰুৱা; সাহিত্যিক আৰু গ্ৰন্থকাৰ পূৰ্ণকান্ত শৰ্ম্মাৰ পুতেক জীৱকান্ত, লক্ষীকান্ত আদি; সূৰ্য্যধৰ ৰাজখোৱা; মণিৰাম দেৱানৰ নাতি ৰাছালাল বৰুৱা; ৰামেশ্বৰ ৰাজগুৰু ফুকন আৰু ৰায়লৰী চাহ খেতিয়ক উদ্যোগী পুৰুষ নন্দেশ্বৰ চক্ৰৱৰ্ত্তী। শিৱনাথ ভট্টাচাৰ্য্য ভাণ্ডাৰীয়াৰ ঘৰত থকা কেইদিনতে আবেলি আবেলি আমি গুডু আৰু টাং গুটি খেলিছিলোঁ। মনত পৰাৰ ভিতৰত লগৰীয়া আছিল ভবকান্ত বৰকাকতী, কনক চলিহা, লম্বিত ফুকন, আলোক ৰাজখোৱা, নন্দকুমাৰ বৰুৱা, কমলেশ্বৰ চক্ৰবৰ্ত্তী, সাৰদা ছুবৰা, শৰৎ ছুবৰা প্ৰভৃতি।

আলোচনী ক্লাব : আমোলাপটি নামঘৰত আলোচনী সভাৰ ক্লাব বহিছিল। তাৰ সভ্যসকলৰ উদ্যোগতে ১৯১০ কি ১১ চনত 'আলোচনী' কাকতখন প্ৰকাশ হৈছিল। তাতে দুৰ্গানাথ চাংকাকতী, দুৰ্গাপ্ৰসাদ ফুকন, লক্ষ্মী প্ৰসাদ চলিহা, গঙ্গাৰাম চৌধুৰী, ৰাছালাল বৰুৱা, ডাঃ হৰেকৃষ্ণ দাস এই সকলক দেখিবলৈ পাওঁ, ডাঃ মহানন্দ বৰুৱা আৰু চৈফুদ্দিন আহমেদৰ লগত বন্ধুত্ব হয়, ডেওঁবিলাকৰ লগৰীয়া আছিল অম্বিকাচৰণ চৌধাৰী। চৌধাৰীয়ে* বৰগীতৰ আচল সুৰ ধৰি বৰগীত গোৱাত সকলোৰে চৌধাৰীক এৰিবই নোৱাৰিছিল। ভালেমান বছৰৰ পিচত এই গৰাকী চৌধাৰীয়েই কবি, গায়ক আৰু অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধাৰী বুলি সন্মান আৰু সুখ্যাতিৰ কলচীত উঠিছিলগৈ।

আজি-কালিও সেই তৰপৰ উৎসাহী দেশহিতৈষী ডেকা সম্প্ৰদায় যে নাই, এনে নহয়। আছে। কিন্তু কাৰো মতবাদ কাৰো লগত নিমিলা বাবে আগৰ দৰে দেশপ্ৰাণতাৰ সোঁতা অবিৰাম নিৰ্ব্বিবাদে বলিব নোৱৰাত পৰিছে।

মেলেং-বাহুলী পুখুৰীত ফুকহা খোৱা : হাইস্কুলত পঢ়া দিনত ডিব্ৰুগড়ৰ নিচিনা দূৰণিবটীয়া ঠাইলৈ যোৱাৰ বাহিৰেও, জহৰ বন্ধত ঘৰলৈ আহিলে, ঘৰৰপৰা চৌবিশ মাইল দূৰৈ মেলেঙলৈ খোজ কাঢ়িয়েই যাওঁ— মোমাইহঁতৰ ঘৰলৈ যোৱা মানুহ আমি দুটি মাথোন, মই আৰু মোৰ ভাই ধৰ্মেশ্বৰ। তাত থকা কেইদিন ৰৰখেলীয়া নামঘৰত ভাওনা হ'লে ভাওনা চাওঁগৈ; ৰৰসবাহ হ'লে সবাহলৈ যাওঁ। দিহিং মুখৰ আহোম পথাৰ আৰু নিজাই পুখুৰীতকৈ ইয়াৰ ভাওনা সবাহৰ পয়োভৰ বেচি। তাৰ কাৰণ

* ভেটিয়া অম্বিকাগিৰি, ৰায় চৌধাৰী আছিল।

হৈছে, সেই ঠাইৰ মানুহ বিলাকৰ মাজত আধুনিকতাৰ গোন্ধ-ভাপেই ওলোৱা নাছিল। অৱশ্যে, সেই সময়ত কোনো গাঁৱতেই আন কি নগৰতো সমাজত কেৰোণ লগোৱা নীতি নিয়ম আৰু উম্ভাগুলিয়ে ঠাই পোৱা নাছিল। যেনেগুত তেতিয়া প্ৰায় মানুহৰ ঘৰতেই অসমীয়া ম'হ দুজনী চাৰিজনী দেখিছিলোঁ।

বাহুলী পুখুৰীৰ ভঁৰলুৱা গাঁৱৰ মিছিৰৰ (মিশ্ৰ) ঘৰলৈ আমাৰ বৰ দেউতাৰ জীয়েক শুভদ্ৰা নামৰ বাইদেউ এগৰাকী পৰিছিল। ভিনীহিদেৱৰ মাক বোৰ কালৰপৰা নিলগীয়া জেঠাইও হয়। যদিও সম্বন্ধত নিলগীয়া মৰম চেনেহত আপোনৰো আপোন। জহৰ বন্ধ কেইদিন তেওঁবিলাকৰ ঘৰখন দূৰণিৰটীয়া মিতিৰ কুটুমৰ ল'ৰাৰেই ভৰি থাকে। জেঠাইদেৱে ল'ৰা-ইতক-নিজৰ ল'ৰা গোপাল-গোনাপইতকৈও বেচি আদৰ-যাত্ৰাস কৰে। সন্ধিয়া ঘৰ গোটেইখন হাঁহি কিৰীলিত উৰি যাওঁ পুৰি যাওঁ হৈ থাকে। জগ-দুৱাৰৰ দেৱেন পাঠক, কেশৱ পাঠক, লক্ষ্মী পাঠক, বামুণৰ পুখুৰীৰ চাৰি-কুৰীয়া ঘৰৰ তুলসী আৰু এটি, টীয়কৰো এটি, যোৰহাটৰ বৰী গাঁৱৰ এটি আমাৰ বৰদেউতাৰ পুতেক ভাই দামো আৰু মই, আৰু পীৰাকটা কোঞৰ পুৰৰ পৰাও কোনো কোনো বছৰি বহল পৰিয়াল মিছিৰৰ ঘৰৰ সম্বন্ধায় ল'ৰা গৈ তাতে জহৰ বন্ধটো পঠিয়ায়।

দেউনাথ মিশ্ৰঃ দেউনাথ নামে ভিনীহিদেৱ সোনাৰামৰ বৰ দেউ-তাকৰ পুতেক এটি আছিল। তেওঁ আমাৰ জাকটোৰ ভিতৰত আটাইতকৈ দীঘল। দীঘলো দীঘল, লেং পেংকৈ দীঘল। গুডু খেলোতে আমাৰ ফালে যেতিয়া হৈ দিয়েহি, আমি চাৰিটায়ো ধৰি ৰাখিব নোৱাৰোঁ। জাপ মাৰি দুটা তেওঁৰ পিঠিত উঠিলেও, বোকাচাতে দুয়োটাকে বৰটোকোলাই উকৱাই নিয়া দি উকৱাই লৈ যায়। আমি তেওঁক মাৰিবলৈ গৈ তেওঁৰ ঘাগিত পৰি আমি হে মৰোঁ গৈ। বাহৰ পেং সাজি দ'ত-বাকৰ দৰে খোজ দি পাশাত বোৱাটোও (ৰে'চদি) আমাৰ বৰ ধেমালি আছিল। কোন আগবাঢ়িব পাৰে বুলি ফেৰমাৰি যাওঁতে পেঙে সৈতে লুটি খাই পৰি আমাৰ হাত-ভৰি ঘূণীয়া হোৱাটো মনত থকা কথা। দেউনাথে কিন্তু কালোপ কালোপ খোজ দি পেংখেলত সদায় জিকামুঠীয়া হৈ গৰ্ব্ব কৰি ফুৰিছিল। সেই দলটোৰ ভিতৰত দেউনাথৰ বুদ্ধিটো বৰ চোকা আছিল। ঠাইতে কিবা এটা দেখিলেই খেলৰ পয়াৰত তাৰ বিৱৰণটো মুখে মুখেই গাই-

শুনাইছিল। অলপ দিন হৈছে, তেওঁ বোলে ইহ সংসাৰ এৰি সিপুৰী পালেগৈ। সিপুৰীলৈ যোৱাৰ আগলৈকে সভায়-সমিতিয়ে যোজনা-ককৰা, নিজে ৰচা খেমেলীয়া কৱিতা গাই সভাসদ সকলক পাৰেমানে হহুঁৱাইছিল।

**কোঞৰপুৰত :** কোঞৰপুৰত দুদিনীয়া আলহী হৈ থাকোঁগৈ যদিও, বামুণ গাঁৱৰ এটাইবোৰ ল'ৰাৰ লগতে বং খেমালি কৰি বৰৰ দৰে হৈছিলোঁ। সেইবিলাক লগৰীয়া আজি নাই। যিবা এজন পদ্ম বুলি আছে, তেওঁও বুঢ়া হ'ল, দিখৌমুখৰ ফালে পাম লৈ নাতি-জুতাই লৈছে সুখে-সন্তোষে আছে। ইয়াতে দিখৌৰ পানীত থিয় সাঁতোৰে, চিলনী সাঁতোৰ, হাফোলা হাঁফোলা-সাঁতোৰ, বুৰমৰা সাঁতোৰ, কাছকুৰুৱা সাঁতোৰ দিবলৈ শিকোঁ। চাবিওৰ ঘৰত আৰু বংপুৰ নগৰত শিকা খিনি কোঞৰপুৰতে পূৰ হয়।

স্কুল বন্ধৰ যি কেইদিন বা যি ডেড়মাহ ঘৰত বা পৰত থাকোঁ, সেই কেই দিনত গছত উঠি আম পৰা, পকা আমলৈ ফমু'টি মৰা, থিয় সাঁতোৰ দি নামদাং দিখৌ নৈ পাৰ হোৱা এইবোৰেই আছিল খেমালিও শক্তি বৃদ্ধিৰ পৰীক্ষাও।

**যোৰহাটত কৃষি প্ৰদৰ্শনী :** ১৯০৮ চনত যোৰহাটত বৰ ডাঙৰ প্ৰদৰ্শনী হৈছিল। সেইখনো, নামতি ষ্টেচনলৈকে শিৱসাগৰৰপৰা খোজকাঢ়ি, নামতিৰ পৰা মৰিয়নীলৈকে আসাম-বেঙ্গল ৰেলত উঠি, তাৰ পৰা আকৌ কপলিং ছিগা যোৰহাট প্ৰাদেশিক ৰেলত বহি, খুন্দা-খুন্দলি খাই, চাবলৈ গৈছিলোঁ। সেইবাৰেই মই যোৰহাট নগৰলৈ প্ৰথম যাওঁ। যোৰহাটখন শিৱসাগৰৰ মহকুমা আছিল যদিও, দেখাত অলপ বহল যেন লাগিছিল। এতিয়া য'ত আবেং পথাৰ (ষ্টেডিয়াম) আছে, তেতিয়া সেইডোখৰ ঠাই এটা গড়ৰ ভিতৰত আছিল। কোৱা শুনিছিলোঁ, তাতে হেনো কামেশ্বৰ সিংহ স্বৰ্গদেৱে ন-বাহৰ পাতিবলৈ লৈছিল। আজি-কালিৰ কাছাৰী ঘৰটোও তেতিয়া বিষ্ণু সাগৰ বোলা পুখুৰীটোৰ পাৰত আছিল। গড়টোৰ উত্তৰ মূৰে ঢেউৰী আলিত লাগিছিল। এতিয়াৰ কাছাৰী, স্কুল, ইন্সপেক্টৰ বঙলা, গড়টোৰ ভিতৰতে পৰিছিল। আগেয়ে বোলে পুৰণি কাছাৰী থকা বিষ্ণু সাগৰ পুখুৰীটোও ন-বাহৰৰ ভিতৰতে আছিল। প্ৰদৰ্শনীত নগা-যাঠী, বৰ-কাপোৰ, মিৰিজিম কাপোৰ, এৰিয়া কাপোৰ দেখুৱা হৈছিল। কৃষক বন্ধু নাৰায়ণ বৰুৱাই (বায় চাহাব) নিজে সৃষ্টি কৰা এবিধ ধানৰ জাত দেখুৱাই সকলোৰে প্ৰশংসা লাভ কৰিছিল*। লহোটীয়াৰ ফালৰ এটি অসমীয়া ডেকাই কাঠৰ বাইচাইকেল

---

*এইবিধ ধানকে পাছত জর্জ শালি নাম দিছিল।

—৬

এখন ভৈয়াৰ কৰি প্ৰদৰ্শনী ঘৰত সজাই থৈছিল। প্ৰদৰ্শনীত খেতি-বাতিৰ উন্নত প্ৰণালীবোৰকে বিশেষকৈ দেখুৱা হৈছিল।

সেই প্ৰদৰ্শনীতে ৰাজনীতিজ্ঞ দেশহিতৈষী পুৰুষ মাণিকচন্দ্ৰ বৰুৱাক সেই বেলিয়েই প্ৰথম দেখোঁ। তেওঁৰ লৈতে শাৰী পাতি থকা এজন দীৰ্ঘকায় পুৰুষো দেখিছিলোঁ। তেখেতৰ নাম ঘনশ্যাম বৰুৱা (তেখেতেই বৃটিছ আমোলত আমাৰ প্ৰথম স্বায়ত্ব শাসন বিভাগৰ মন্ত্ৰী আৰু দিল্লীৰ লেজিছ্‌লেটিভ কাউন্সিলৰ মেম্বাৰ হৈছিল।) আৰু এজন মানুহ দেখা মনত আছে। সেইজন হৈছে বি, এ জগন্নাথৰ পুতেক দেবেন্দ্ৰনাথ বৰুৱা। প্ৰদৰ্শনী চাই বি, এ, জগন্নাথৰ বৰপাত্ৰ কুটীৰত পান্থ পাদপ চাবলৈ গৈছিলোঁ। সেইজোপা লতাগছ বি, এ জগন্নাথে হেনো বিলাতলৈ যাওঁতে লগতে লৈ আহিছিল। গোবিন্দ বেজবৰুৱাৰ ঘৰো চাইছিলোঁ গৈ। এতিয়াৰ যোৰহাট আৰু ১৯০৮ চনৰ যোৰহাটৰ মাজত স্বৰ্গ-মৰ্ত্য প্ৰভেদ। প্ৰভেদ হ'লেও আভিজাত্যৰ গৌৰৱ প্ৰায় অটুটেই আছে।

সমনীয়া আৰু সহপাঠী ঃ ফৰ্থ ক্লাছত শৰৎ চন্দ্ৰ বৰকটকী, উমেশ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু মই এই তিনিও একেলগে বহিছিলোঁ। আমাৰ তিনিওৰে ভিতৰত শৰৎটো বৰ টেঙৰ, বুধি-সন্ধি দিয়াতও পাকৈত; খং উঠা মানুহকো খং নোহোৱা কৰিব পাৰে সি; তাৰ সদায় ভেঙুচালিকৈ কথা কোৱা স্বভাব। বুঢ়া হ'লহি' এতিয়াও তাৰ সেই স্বভাব মুৰ্গুচিল। ছাত্ৰ অৱস্থাত সমনীয়া খিলাকক সি "তুইত" বাজে "তুমি" নোবোলে। মোক "তই" বুলিয়েই মাতে। মইও তই বুলিয়েই মাতোঁ। বিষয়-বাসনা আৰু সংসাৰ চক্ৰৰ পাকত পৰি তাহানিখনেই "তই" বুলি মতা-বোলা কৰা বহুত সহপাঠীক 'তই'ৰ সলনি "আপুনি" বুলি মাতি সহপাঠীসকলৰ তেমৰ সম্মান ৰক্ষা কৰা হ'ল। কিন্তু শৰতে-মৱে হ'লে আজিলৈকে তয়াহয়া হৈয়ে থাকিলোঁ।

উমেশ ল'ৰাটি আছিল খোলোকা, গহীন আৰু চট্‌ফটাই কৃৰিবলৈ ভাল নোপোৱা। কিন্তু কেঞা মিঠাইৱালাৰ ভাৰপৰা ভুজিয়া বা চেনিত ভজা বুট আনি জেপত ভৰাই লৈ ক্লাছত বহি মুকুৰ-মুকুৰ চোবাওঁতে হাত এখুনি কাৰৰ জনৰ জেপত ভৰোৱাত সাত্তঘাটৰ চেঙেলী। উমেশ আছিল অঙ্কত চোকা। হাইস্কুলৰ শিক্ষা সাং কৰিয়েই তেওঁ চৰকাৰী কামত সোমাল আৰু যোৰহাটলৈ উঠি গ'ল। কেঞা থকত ভজা বুট মাহ আৰু ভুজিয়া খোৱাটোও তেতিয়া বামুণৰ ল'ৰাৰ নিমিত্তে জাত যোৱা কথা।

সেই গুণে হে কাকো গম নিদিয়াকৈ আমি মনে মনে ভুজিয়া আৰু ভজা বুটৰ শৰাধ কৰিছিলোঁ।

গোলাঘাটৰ মহেন্দ্ৰ বৰুৱা ঃ তৃতীয় শ্ৰেণীত আমাৰ লগত আৰু এজন ল'ৰা জাপ খালেহি। আমাৰ স্বভাৱ যেনেকুৱা চুবুং আৰু কথা চলোৱাতী, তেওঁৰো তেনেকুৱাই। গাখীৰে পানীয়ে মিলাৰ দৰে তেওঁও অতি সোনকালেই আমাৰ লগত লীন গ'ল। এওঁ হৈছে গোলাঘাটৰ ঘনশ্যাম বৰুৱাৰ পুতেক মহেন্দ্ৰনাথ বৰুৱা। আমোলাপটিৰ দাৰ্শনিক কবি আৰু সাধবী পুৰুষ ৰাজেন মাষ্টৰৰ (ৰাজেন্দ্ৰনাথ বৰুৱা) ভায়েক ব্ৰজেন্দ্ৰও (লাল) আমাৰটো 'কোম্পানী'লৈকে আকৰ্ষিত হ'ল বা আমিয়েই আকৰ্ষিত হ'লোঁ। বৰদিনৰ বন্ধত বাগিচাৰ চাহাব-মেম বিলাক আহে পুৰণি ৰং-পুৰৰ তলাতল ঘৰ, ৰংঘৰ, জয়সাগৰ আদি চাবলৈ। আমিও সেই বছৰি অৰ্থাৎ ১৯১১ চনত পুৰণি ৰংপুৰ নগৰ চাবলৈ গৈছিলোঁ। আমি বোলোঁতে, ওপৰ শ্ৰেণীৰ সকলো ছাত্ৰই।

তলাতলি ঘৰটোৰ তললৈ যোৱা একোটা খলপা আছে। ওপৰ খলপাৰপৰা তলৰ খলপালৈ অহা-যোৱা কৰা পকা খটখটি। চাহাব-মেম দুজন মান তললৈ নামি যোৱা দেখি আমি দুটামানে জাবৰ এসোপা গোটাই খট-খটিয়েদি সোমোৱা দুৱাৰ মুখতে জুই লগাই দিলোঁ। ভিতৰলৈ ধোঁৱা সোমালত চাহাবহঁতৰ উকমুকনি লাগিল আৰু এটাইবোৰে চিঞৰি-বলৈ ধৰিলে। চিঞৰ শুনি, আমি দিলোঁ লৰ বিৰাশৰদে ইকৰাণিৰ ফাললৈ। চাহাব-মেম কিজন কোনোমতে জানিবা ওলাই আহিল। আহি, ৰংঘৰৰ ফালে খোজ লৈছে। আমিও ইপিনে হাবিৰপৰা ওলাই আহি ল'ৰা-ধেমালিত পোত খালোঁ। এই ধেমালিত বৰ টাম্‌টিঙালিকৈ ফুৰা মহেন্দ্ৰ বৰুৱাৰ কথাবোৰ মাজে মাজে কেতিয়াবা মনত পৰিলে অকলৈ অকলৈয়ে হাহোঁ। ক্লাছ নাইন টেনত এই কিজন ছাত্ৰৰে সৈতে মোৰ ঘনিষ্ঠতা আছিল আৰু তাৰ ভিতৰৰ যি বিলাক এতিয়াও জীয়াই আছে, তেওঁ বিলাকৰ লগত তাহানিৰ দৰেই সৌহাৰ্দ্যভাৱ চলি আছে।

চৈয়দ মহিবুল হুচেইন : চৈয়দ মহিবুল হুচেইন খাই আলিৰ বৰ মছিদৰ মালিকৰ ঘৰৰ। মছিদটোৰ নামটো পাহৰিলোঁ। মহিবুলহঁতৰ চাৰিটা পৰিয়াল; তাৰে এটাৰ নাম কোৱালৈয়া দেৱান আৰু এটা পৰিয়াল নাজিৰালৈ উঠি গ'ল। এওঁ বিলাকক আহোম ৰজাই ভিক পথাৰৰ ওচৰত

৩০০ পুৰা মাটি দান দিছিল; সেই মাটি হেনো মহিবুলৰে পূৰ্বপুৰুষ আজান (আজাম) ফকীৰক দিয়া। মহিবুলে মোক ফাৰ্চী শিকাইছিল। কংগ্ৰেছ আন্দোলনৰ সময়ত, এওঁক এবাৰ চাৰিওৰ মহিলা সভালৈ সভাপতি কৰি নিমন্ত্ৰণকৈ আনিছিলোঁ। হিন্দু মহিলাৰ আগত থিয় হৈ দেৱান চাহাব পোন প্ৰথমেই বৰ পেপুৱা লাগিছিল। কথা ক'ব নোৱাৰে হে নোৱাৰে। পাঁচ মিনিট মানৰ মুৰত কথাৰ যেতিয়া আঁত ওলাল তেওঁক আৰু পায় কোনে? সৰ্ সৰ্ কৰে কথা ওলাবলৈ ধৰিলে। চাৰিওৰ মহিলা সকলেও তেওঁক বৰ শলাগিলে; এমাহমানলৈকে ঘৰে ঘৰে কোৱা কুই হৈ আছিল— বোলে দেৱান চাহাবে সচাঁকৈয়ে ধৰ্মৰ কথা বৰ বঢ়িয়াকৈ ক'ব পাৰে।

অসহযোগৰ পিচত এওঁ উত্তৰ লক্ষীমপুৰৰ ফালে আছিলগৈ। তাৰ পিচত শিৱসাগৰত মুক্তিয়াৰ ৰূপে ওকালতিও কৰিছিল। জীৱনৰ শেষ-ছোৱাত তেওঁ মুস্লিম লীগত যোগ দি অসমীয়া মুছলমানৰ স্বাৰ্থৰ নিমিত্তে বহুত চিন্তা কৰিছিল আৰু 'আৱাহন'ত দুটা কি এটা প্ৰবন্ধও লিখিছিল।

দেৱান চৈয়দ আহমেদ হুচেইন ৎ এওঁৰ ঘৰৰ কাকজানত; আহমদৰ নিচিনা অমায়িক, শান্ত, ধৰ্মভীৰু ছাত্ৰ আৰু আমাৰ ভিতৰত আন এজন নাছিল।

আবদুল হামিদ : হামিদৰ ঘৰ হাইস্কুলটোৰ উত্তৰে, এতিয়া ভাগৱতীৰ দোকান থকাতে আছিল। মোৰ দ্বাৰাই সম্পাদিত হাতে লিখা "জেউতি"ৰ তেওঁ আছিল এজন পৃষ্ঠাপোষক। সেইদৰে দিচাং মুখৰ আবদুল বজক আৰু তেওঁৰ ককায়েকেও মোক সহায় কৰিছিল। ককায়েক ঢুকাল। বজক বঙ্গলৈ গৈ বঙ্গে ক্ৰনিকোলৰ সম্পাদক বি জি হৰ্ণিমেনৰ লগত আছিল, পিচত বিখ্যাত সাংবাদিক হ'লগৈ। এওঁবিলাকে খীৰুদ্দীন বাবুৰ ঘৰত থাকি পঢ়িছিল, তাতে দিচাং মুখ জাহাজঘাটৰ এজেণ্টৰ পুতেকো আছিল, তেওঁৰ নাম মহম্মদ চফী। চফী আমগুৰি মাইনৰ স্কুলত বহুদিন হেড্ মাষ্টৰ হৈ আছিল।

কেদাৰ বৰুৱা, ভায়েক কেশৱ, আনন্দি বৰঠাকুৰ, ভোলা শইকীয়া, নৃপেন ঘোষ, দুৰ্গাধৰ বৰুৱা, অম্বিকাচৰণ শৰ্মা খাটনিয়াৰ, লোকনাথ শইকীয়া, দুৰ্গা গোঁহাই, ভায়েক শিৱ, শিৱ নাথ শৰ্মা, ৰাম নাথ শৰ্মা, গিৰীন্দ্ৰ নাথ দত্ত, চেবেকাপাৰৰ ৰাম গগৈৰ পুতেক নৱেন্দ্ৰ নাথ গগৈ, ককায়েকো; ৰত্নেশ্বৰ বৰপাত্ৰ গোঁহাই, চাজাহান আলি, জাঁজীৰ—ত্ৰিবেণৰ কটকী, উমেশ

ভট্টাচাৰ্য্য, ফণী ভাগৱতী; নিকুঞ্জ ভাগৱতী, কালু গাঁৱৰ বাধা শৰ্মা আৰু এজন বৰঠাকুৰ, বৈদ্যনাথ দত্ত, বাবুলা গোস্বামী, শশীধৰ শৰ্মা আগৰ কিজনৰ দৰেই এই কেইজনো আছিল মোৰ মনতপৰা লগৰীয়া আৰু একেলগে পঢ়া।

নৱৰত্ন সভা : ক্লাছ নাইনতে আমি নৱৰত্ন সভা এখনি গঠন কৰিছিলোঁ।। যি কেইটা ল'ৰাই ঘৰৰপৰা অনা এক্সাৰচাইজত কম নম্বৰ পাওঁছক আৰু মাষ্টৰৰ চকুত নপৰাকৈ পিচৰ বেঞ্চত বহি থাকোঁ সেই কেইজনৰ দ্বাৰায়েই গঠিত এই সভা। মাষ্টৰে আমাক গাধ বোলে যদিও, আমি বিক্ৰমাদিত্য ৰজাৰ নৱৰত্নৰ দৰে একোজন স্বয়ম্ভু ৰত্ন বুলি ভাবি থাকোঁ। নৱৰত্নৰ-ন জনৰ যি যি নাম, আমিও সেই নামকে লৈছিলোঁ। এই নজন পণ্ডিতেই তাৰ বিশিষ্ট সভ্য :

১। দুৰ্গাধৰ বৰুৱা (বাছা), ধনন্তৰী।
২। অম্বিকাচৰণ খাটনিয়াৰ, ক্ষপনক।
৩। ভোলা শইকীয়া, বৰাহ-মিহিৰ।
৪। শশীধৰ শৰ্মা, অমৰ সিংহ।
৫। কেদাৰ বৰুৱা, বেতাল ভট্ট।
৬। লোকনাথ দত্ত, ঘটকৰ্পৰ।
৭। বৈদ্যনাথ দত্ত, বৰৰুচি।
৮। শৰৎ বৰকটকী, শঙ্কু।
৯। মই, কালিদাস।

ঘটকৰ্পৰ লোকনাথ আমাৰে সৈতে বয়সত সমান যদিও, তেওঁৰ ডাড়ি গোঁফবোৰ ঘনাই বাঢ়ি আহিছিল। আমাৰ আকৌ ডাড়ি নাই, গোঁফহে মাথোন ঠুঁটিয়াইছিল। ডাড়িয়ে গোঁফে মুখখন ছাটি থোৱাত লোকনাথে সদায় বুঢ়া হলোঁ বুলি মন মাৰি থাকে। এদিন শৰৎ বৰকটকীয়ে হ'বলা দুখ পতিয়াই ক'লে, "তই বাৰু 'লোম নাশক চূৰ্ণ' এচিচা আনি ঘঁহি দিবিচোন, ডাড়ি গোঁফ সৰি যাব।" শৰতৰ কথামতে লোকনাথে এচিচা 'লোম নাশক চূৰ্ণ' আনি গোটেই চিচা 'চূৰ্ণ' লেপালেপে মুখত সানি দিলে। পিচদিনা ঘা লাগি মুখখন উখহি জোন যেন হ'ল। চেকচেকনি অমৃতমলিত তৎ চেষ্টা এৰিছিল যদিও, দুদিন মানৰ পিচতে ডাড়ি গোঁফ সৰি গাল-মুখ একেবাৰেই নিমজ হ'ল। কিন্তু আকৌ ঠহ্ ঠহ্ কৰে গজি আহিল। লোকনাথৰ কেবাৰ "লোক এতিয়া বুঢ়া বুলি নকহিব।"

হাইস্কুল এৰা তেইশ বছৰমানৰ মূৰত, ডিবুৰুৰ জাহাজঘাটত তেওঁ কিবা ডাঙৰ কাম এটা কৰিছে বুলি শুনি এদিন তেওঁক ঘৰতে লগ পাবলৈ গলোঁ। পোনেই তেওঁ মোক চিনি পোৱা নাছিল। মোৰ নামটো ক'লত খিটো হাউচেৰে মোক সাবট মাৰি ধৰিলেহি, কি ক'ম! তেওঁৰ ল'ৰা-ছোৱালীবোৰে দেখি বিচুৰ্ত্তি খালে। তেতিয়াৰ লোকনাথ দত্ত আগৰ সেই লোকনাথ হৈ থকা নাই। কথাই-বতৰাই গোটেইজন গুৰুগম্ভীৰ ভকত। আমি আমাৰ পুৰণি কথা কৈ কৈ বহুত ৰগৰ কৰিলোঁ। বিদায় লৈ আহিবৰ সময়ত আকৌ গৰা মাৰি ধৰি ক'লে—"ভাই বেণু, তোৰ কথা কাগজে-পত্ৰই পঢ়োঁ। তাহানিৰ কথাবোৰ মনত পৰি কেতিয়াবা কেতিয়াবা বৰ দুখ লাগে। এই কেইটা ল'ৰা-ছোৱালীক পঢ়ুৱাই শুনোৱাই এতিয়া মানুহ কৰিব পাৰিলেই হয়।" এই বুলি কৈ প্ৰত্যেকটি ল'ৰা-ছোৱালীকে মোৰ আগলৈ আনি চিনাকি কৰি দি সিহঁতক ক'লে—'এখেত কোন চিনি পাইছনে?' "এখেত তহঁতৰ তাৱৈদেৱ; নাম বেণুধৰ শৰ্মা—এসময়ত নলেগলে লগা বন্ধু আছিলোঁ।"

নৃপেন ঘোষ ঃ শিৱসাগৰলৈ ১৮৮১ চনতে কলিকতাৰপৰা অহা উকীল অক্ষয় কুমাৰ ঘোষ ডাঙৰীয়াৰ বৰ মাজু পুতেক নৃপেন নাথ ঘোষও আছিল একে বেঞ্চতে বহা আমাৰ সমনীয়া সহপাঠী। তেওঁ হাত-চোৱা বিদ্যাত পাকৈত, যাৰে-তাৰে হাত চাই ভূত-ভবিষ্যতৰ কথা ক'ব পাৰে। তেতিয়াই তেওঁ আমেৰিকাৰ পৰা অনা Palmistry & Chirognomy অৰ্থাৎ হাতচোৱা বিদ্যাৰ কিতাপ আনি আমাৰ হাতৰ তলুৱাৰ আঁকবোৰ মিলাই মিলাই চায় আৰু আগলৈ আমি কি হম কি কৰিম, ধন-বিত্ত হ'ব নে নহয়—ইত্যাদি কথা কয়। আমাৰ অস্থায়ী শিক্ষক গিৰীশচন্দ্ৰ ঘোষে মোক, ক্ষিতীশচন্দ্ৰ ঠাকুৰে কৰা 'মুখ চেনা' বুলি কিতাপ এটি দিছিল। সেইটি পঢ়িলে যেই-সেই মানুহৰ মুখ, চকু, চেলাউৰি আদি আৰ্য্যাটো চায়েই মানুহজনৰ চৰিত্ৰৰ বিষয়ে অন্ততঃ অলপ-অচৰপ আভাস পাব পাৰি। নৃপেনৰ মুখটো অলপ জোঙা; ঠিক জোঙা নহয় যদিও, মুৰে মুখে গোট খাই এটা ত্ৰিভূজ। ত্ৰিভূজাকৃতিৰ মুখৰ মানুহ কেনেকুৱা স্বভাৱৰ, সেই কিতাপ চাই মই কৈ দিলত, নৃপেনে মোৰ কিতাপটি নি—তেওঁৰ হাতৰ তলুৱাৰ আঁক, আঙুলিৰ পাব আঁক গাঁঠি আৰু হাতৰ ঠাবিৰ মণিবন্ধ পঢ়িবপৰা বৰ ভাল কিতাপ এটি মোক দিলে। সেই কিতাপ দটি মোৰ আৰু অইন কিতাপ পঢ়িবলৈকে মন নোবোৱা হ'ল। গাঁচাকৈয়ে হাতৰ আঁকে ভাগ্যৰ কথা বহুত কয়। ভাবে অঙ্কিত কিছুমান কলিজাৰ আৰু

কিছুমান নকলিয়ায়। এই হাত-চোৰা বিদ্যাটোৰ কথা উনুকিয়ালোঁ। এই-বাবেই যে এবাৰ জয়পুৰলৈ বাওঁতে হাতত পইচা নথকাত নাহৰকটীয়াৰ লং-জং গাঁৱত ঘৰে-ঘৰে হাত চায়েই ভুটকি কপ্‌ গোটাইছিলোঁ।। এতিয়াও হাত-চোৰা আৰু 'মুখ চেনা' অভ্যাসটি যে নাই এনে নহয়, আছে। সেই বুলি আগৰ দৰে ক'বপৰা লক্ষণৰ ফলবোৰ মনত নাই বেংবেঙৌৱা দিলে। নৃপেন ঘোষ যোৰহাটত কৃষি বিভাগৰ এজন উচ্চ কৰ্মচাৰী হৈ থাকোঁতে, তেওঁৰ ঘৰত বহি মাটি-কঁঠাল, আম আৰু কলৰ শ্ৰাদ্ধ কৰোঁতে আমাৰ সেই তাহানি খনৰ কৰ-কপাল, মুখ-মুৰ চোৰা সামুদ্ৰিক বিদ্যাটোৰ কথা উলিয়াই পৰম তৃপ্তি লাভ কৰিছিলোঁ।।

নৃপেনহঁতৰ ঘৰত কনকচম্পা ফুল আছিল। দেউতাকে সেইফুল কাকো ছিঙিবলৈ নিদিয়ে। আমাৰ তৃতীয় শ্ৰেণীৰ ইংৰাজী শিক্ষক জগন্নাথ দত্তক বিদায় দিবৰ দিনা অকয় উকীলৰ বাৰীৰপৰা মনে মনে ফুল ছিঙি আনি দত্ত-চাৰৰ ডিঙিত সেই ফুলৰ মালা পিন্ধাই দিছিলোঁ। মই মালা পিন্ধাবলৈ পাই মনতে বৰ ডাঙৰ হলোঁ যেন ভাবিছিলোঁ। সেই মৰমতে হ'বলা তেখেত শিলঙৰ চেক্ৰেটৰিয়েটত কাম কৰি থাকোঁতে কেইবাজনো উচ্চ কৰ্মচাৰীৰে সৈতে মোক চিনাকি কৰি দিছিল।

**ভীম কান্ত বৰকটকী ঃ** ভীমকান্ত বৰকটকী আৰু ওপৰত কৈ অহা ব্ৰজেন বৰুৱাৰে সৈতে কিবা এটি কথাতে লাগিল এদিন ঠোঁটা-মোজা। কাজিয়া লগাৰ গুৰিটো আছিল, ব্ৰজেনে ভীমকান্তৰ ছুৰী-কটাৰীখন খুজি-ছিল—পেন্সিলডাল কাটিবলৈ। ভীম কটকী বৰ একা-চেকা ল'ৰা; কটাৰী খোজা মাত্ৰেই তেওঁৰ উঠিল খং আৰু কটাৰীখনেৰে, 'তোৰ আঙুলিটোকে কাটি থওঁ' বুলি ব্ৰজেনৰ আঙুলি এটাতে খোঁচ মাৰি দিলে। সেই দিনাৰ আগ নিশা কটকী-বৰুৱাই বাল্যাশ্ৰমৰ বছেৰেকীয়া উৎসৱত ৰাতি থিয়েটাৰ কৰিছিল। কটকী হৈছিল পাৰ্থ আৰু ব্ৰজেন হৈছিল বভ্ৰুবাহন। ৰাতিটো টিপ্ নমৰাকৈয়ে চকুৰ টোপনি চকুতে লৈ আহিছিল। ব্ৰজেনে কটাৰী খোজোঁতে ভীমকান্তৰ চিল্‌মিল টোপনি। কটাৰী খুজিলত যুদ্ধতে থকা যেন ভাবি, টোপনিৰ উধা-মুখাত আগ ৰাতিৰ বভ্ৰুবাহন বুলি ভীমকান্তই দিলে মাৰি খোঁচ ব্ৰজেনৰ আঙুলিত।

এইবাবে ভীম কান্ত জগৰীয়া নহয়। আগনিশা কৰা থিয়েটাৰ হে জগৰীয়া —এই বুলি কৈ যেনিবা কাজিয়াখন থুপ-থাপকৈ মিলাই থোৱা হ'ল। তাৰ

পিচত কেতিয়াবা ক'ৰবাত (বিশেষকৈ পূজাৰ সময়ত) থিয়েটাৰ চাবলৈ গ'লে ভীমকান্তই কৰা সেই চুৰীকাঘাটলৈ সদায় মনত পৰে। কটন কলেজ এৰি আহি ভীমকান্ত জ্যোতিষ শাস্ত্রত পণ্ডিত হৈছিল আৰু জ্যোতিষৰ বিষয়ে এখন নে দুখন পুথিও লেখি গৈছে।

**শৰৎ বৰকটকী ঃ** শৰৎ বৰ কটকীয়ে মযে প্রায়েই একে লগে ফুৰা-চকা কৰোঁ আৰু শনিবাৰ দেওবাৰে প্রায় তেওঁবিলাকৰ ঘৰতেই কথা পাতি থাকোঁ আৰু কেতিয়াবা কেতিয়াবা তাতে ভাত পানীও খাওঁ। তেওঁবিলাকৰ বাৰীতে দিখো মুখৰ ফালৰ খনা-খোকোৰাৰ ছাত্র দুজনমানে ঘৰ সাজি আছিল। ছাত্র কিজন শৰৎহঁতৰ একে বংশৰে। সেই ঘৰতে স্কুল বন্ধত তাচ খেলোঁ; আবেলি হ'লে কচুৰ পুঙাৰে শৰৎহঁতৰ ৰান্ধনী ঘৰৰ দাঁতিতে থকা পুখুৰীটোত বৰশী-বাওঁ। ভাদমহীয়া টোপটোৱে পতি একোজনী পুঠী-মাছ আহে। মাছ ধৰি আমি বৰ আমোদ কৰিছিলোঁ। সিহঁতৰ ঘৰৰ আগেদি যিটো আলি বাট গৈ আমগুৰি ঘাটৰপৰা কাছাৰীলৈ যোৱা আলিত লাগিছেগৈ সেইটো ১৯১০/১১ চনলৈকে বৰ চাপৰ আছিল। বৰ বৰষুণ দিলে, বিশেষকৈ বাৰিষা বৰষুণৰ পানীয়েই আলিটো বুৰাই পেলায় নাইবা তাৰ ওপৰেদি পানী বাগৰি যায়। আলিটোৰ পশ্চিমলৈ মৰি-দিখৌৰ বিল। বাঢনী পানী আহিলেই সেই বিলত থকা কাৱৈ-মাগুৰ আৰু সেন্দুৰী পুঠী মাছৰ উজান উঠে। পিচত আলিটো ওখ কৰিবৰ পৰা পানীও নাইকিয়া হ'ল, মাছো ক'ৰবাৰ চাৰি ক'ৰবালৈ গ'ল। অইন কি, বিলৰ পৰা মাছ অহা বাটটোতো মানুহৰ ঘৰ বহিল।

দীপান্বিতাত কেঞ্চাপটিত চিঠিখেল হয়। শৰতে মযে এবাৰ চিঠিখেল পাতিছিলোঁ। পাচঁ টকাৰ মাল বাকীকৈ আনি চিঠিখেল পাতি ত্রিছ্ টকা মান লাভ কৰিছিলোঁ। কিন্তু ভাগ-বটৰা কৰোঁতে কাজিয়া লাগিল। তথাপি চিঠিখেল পতাৰ আশা এৰা নাছিলোঁ। কিন্তু, আমাৰ পোনে বিধাতা পোন নথকাত, আমি আৰু চিঠিখেল পতা হে নেলাগে, আমাৰ সত্রকে ভাঙিব লগীয়া হ'ল। শৰতৰ দদায়েক এজন আছিল। তেখেতে আমাক চকু পাৰিয়েই দেখিব নোৱাৰে। আমি আগচুলিখিনি কেঁকোৰা কৰি চেপেটা কৰা দেখিলে, নাইবা চুৰিয়াৰ শেলটো আগলৈ উলিয়াই চুৰিয়া পিন্ধা দেখিলে, আমালৈ তেখেতে যেনে পোন্দোৱাকৈ চাব যেন ওচৰত পালে এচৰ দিবই। সচাঁসচিকৈয়ে মোৰে লৈতে এদিন বিলৰ দাঁতিত

শৌচাচাৰ কৰি শৰৎ অহাত দদায়েকে তাক ঘটীটোৰেই 'এপিটন' দিলে। দেখি, মই ফিৰিঙতি ভগাদি ভাগিলোঁ। এই ঘটী-প্ৰহাৰেই সত্ৰ একৰালে। সত্ৰ হে একৰালে, আমাৰ বন্ধুত্ব কিন্তু ডাঠ হৈ আছিল। শৰতৰ দদায়েকৰ আৰু তেখেতৰ লগৰীয়া দুজনমানৰ (যি আমাক দেখিবই নোৱাৰিছিল)। অপযশ কিছুমান 'কাগজ'ত 'বেনামী' কৈ লেখি দিথৌ পাৰৰ হাবিৰ মাজত আৰি থৈছিলোঁহঁগে—শৌচাচাৰ কৰিবলৈ যোৱা মানুহৰ কোনোবাই দেখক বুলি। পিচে, সচাঁকৈয়ে এজনে দেখিলেগৈ। সেইজনে কথাটো ৰাষ্ট্ৰ কৰি দিয়াত আমাৰেই সেইটি কৰ্ম্ম বুলি শৰতৰ দদায়েকহঁতে ধৰি ল'লে। ধৰি হে ললে, আমিয়েই বুলি খাটাংকৈ ক'ব নোৱাৰিলে। আমাৰ ওপৰতে "চোভা" থকা যেন গম পাই আমিও বৰ সাৱধান হ'বলৈ ধৰিলোঁ। এই সাৱধানতাই শৰতকে মোকে জীৱনত বৰ উপকাৰ কৰিলে।

চাৰ মহয় মেডেম : জিলাৰ বৰ চাহাব থকা বঙলাটোৰ ওচৰতে চাহাববিলাকৰ কবৰখানা। তাতে কৰ্ণেল শিৱৰাম বৰাৰ পুতেক এটিৰ কবৰ আছে। উমেশ ভট্ট, ব্ৰজেন বৰুৱা, আৰু মই এই তিনিও এদিন সেই কবৰ চাবলৈ গৈছিলোঁ। ডেপুটী কমিছনাৰ বা বৰ চাহাব কৰ্ণেল প্ৰেফেয়াৰৰ বাৰীত লিচু লাগি আছিল। আমাৰ পিয়াহ লগাত, তাৰে দুটা মান চাহাবক খুজি চাওঁ বুলি চাহাবৰ বঙলা আগত থিয় হ'লোঁহঁগে। আমাক দেখি ভিতৰৰপৰা মেমচাহাব ওলাই আহিল। আমি দেখিয়েই, পোনেই মই "গুডমৰ্নিং চাৰ" বুলি চালাম দিলোঁ। প্ৰেফেয়াৰৰ মেমে আমাক ওচৰলৈ মাতি নি বুজাই দিলে, "আমি মেমচাহাব আছে। আমাকে "মেডেম" বুলি ক'ব লাগে। মতা মানুহ হ'লে চাৰ ক'ব লাগে। এতিয়া মৰ্নিং নাই আছে, বেলি ভাটী দিছে। বেলি ভাটী দিলে অচমীয়া কথাত "আবেলি" বোলে। তোমালোকে মোক এতিয়া "গুড্ আফ্টাৰনুন মেডেম' বুলি চালাম দিব লাগে।"

ইয়াৰ পিচত আমি লিচু গোটা দিয়েক খাব খুজিছোঁ বুলি ক'লত, প্ৰেফেয়াৰৰ পত্নীয়ে আমাক লিচু গছৰ তলতে বহি বহি যিমান পাৰোঁ সিমান খাবলৈ ক'লে। লিচু খোৱাৰ চেলুকে লৈ আমি প্ৰায়ে বঙলালৈ যোৱাত মেম চাহাবে আমাক ছবি থকা-নথকা ভালেমান ইংৰাজী কিতাপ পঢ়িবলৈ দিছিল। ইংৰাজীৰে কেনেকৈ কথা ক'ব লাগে তাকো আমাক শিকাইছিল। আমি যেতিয়াই যাওঁ, তেতিয়াই মেমে কৰি থকা কাম এটাৰ

পৰা হাত আজৰাই হে আমাৰ লগত কথা পাতিছিল। জিলাৰ বৰ চাহাবৰ মেম হৈ ইমান কাম কৰি থকা দেখি আমি আচৰিত হৈছিলোঁ।

**চিঠি চেঞ্চৰ আৰু গোপাল গোবিন্দ কৰ হেড মাষ্টৰ :** ৺গোপাল গোবিন্দ কৰ হেড মাষ্টৰ হৈ আহিয়েই ছাত্ৰলৈ অহা চিঠি-পত্ৰবোৰ 'চেনচ'ৰ (Censor) কৰিবলৈ ধৰিলে অৰ্থাৎ পিয়নে ছাত্ৰৰ হাতত পোনে পোনে চিঠি বিলি কৰিব নোৱৰা কৰিলে। গোটেই স্কুলৰ ছাত্ৰৰ নামত যিমান চিঠি আহে, সেই এটাইবোৰ হেড মাষ্টৰৰ ওচৰত জমা দিব লাগে। হেড মাষ্টৰে পঢ়ি চাই পৰীক্ষা কৰি হে চিঠিৰ মালিকক চিঠি দিয়া নিয়ম কৰিলে।

জাঁজীৰ পদ্মনাথ শৰ্মা বৰঠাকুৰ (পিচত ডিবৰুৰ এথেলউড বাগিচাৰ মেনেজৰ) তেতিয়া নাজিৰা হাইস্কুলত পঢ়িছিল। তেওঁ যি শ্ৰেণীত নাজিৰাত পঢ়িছিল, মইও সেই শ্ৰেণীতে শিৱসাগৰত পঢ়িছিলোঁ। নাজিৰাত গঙ্গাধৰ ৰায়বৰুৱাও (পিচত শদিয়াৰ এঃ পলিটিকেল অফিছাৰ পদৰপৰা অৱসৰ লৈ ডিবুৰুত আছিল) ছাত্ৰ আছিল। তেওঁও মোৰ বন্ধু। বৰঠাকুৰ আৰু ৰায়বৰুৱা, দুয়োজনলৈকে মই চিঠি-পত্ৰ লিখিছিলোঁ। তেওঁবিলাকেও লিখিছিল। চিঠিবোৰত আছিল প্ৰায়ে অ'লৈ-ত'লৈ যোৱাৰ বিবৰণ।

**চিঞাৰৰ কথা :** আমাৰ হেড মাষ্টৰে পোনে পোনে আমাক চিঠি পোৱাৰপৰা বঞ্চিত কৰা বাবে, তেওঁক ভালকৈ এশালি শিকাওঁ বুলি চিঠি পত্ৰ দিয়া-দিয়ি কৰা ভাবাৰ এটা ফিকিৰ উলিয়ালোঁ। আগৰ দিনত, আনে নজনাকৈ কথা কোৱা ফিকিৰ বা ফান্দ বহুত আছিল। শত্ৰুক আগত ৰাখিও ৰজা ঘৰত মন্ত্ৰী-বিষয়াসকলে এইবোৰ সঙ্কেতেৰে কথা-বতৰা হৈছিল বা লেখা-লেখি কৰিছিল নাইবা বুজা-বুজি হৈছিল। কৰপল্লৱ চিঁয়াৰ বা ঠাঁৰে-চিঞাৰে কোৱা বা অঙ্গী-ভঙ্গীৰে কোৱা, আখৰ বা শব্দবোৰ ওলোটাই কোৱা, ফুল বা আখৰটোৰে পতি চম্পা বা নাগেশ্বৰ আদি ফুলৰ নাম লগোৱা, কথা কওঁতে, কথাবোৰ ওলোটা-দোঁ'ভোটাকৈ কোৱা, অঙ্কেৰে লেখা আৰু ৰৰুকচিৰে কোৱা বা লেখা। এই শেষৰটি ফিকিৰকে অৱলম্বন কৰি চিঠি লিখাত আৰু ভতুত্তৰে মোলৈ ও সেই অনুৰূপে চিঠি অহাত পেটুৱা গণেশ-ৰূপী গোপাল গোবিন্দ কৰে এদিন মোৰ দুয়োখন হাতৰ তলুৱাত বাৰটি সোকাৰ কোব বহুৱাইছিল। বেত খোৱাৰ কাৰণ বা ঘটনাটো আছিল এই। মোলৈ এদিন এখন চিঠি আহিল : লিখিছিল নাজিৰাৰপৰা পদ্মনাথ বৰঠাকুৰে।

চিঠিখন অৱশ্যে দীঘলীয়া নহয়—এপইচীয়া ডাক পখিলী (প'ষ্টকাৰ্ড) এটি হে। হেড্মাষ্টৰে কাৰ্ডটো হাতত লৈয়ে দেখা পালে,

ফ্ৰী—ঋষি

মাভিৰা

লস লস ডেম্

পোনাব টিছি সেত্তাকি নমচো

দৰ দেকা সাখি কাৰ্ণ্ঠে

—থ্ৰীতৱন।

পঢ়ি, একো 'মাথামুণ্ড' বুজিব নোৱাৰি উঠিল খং মোৰ ওপৰত। হেড্-মাষ্টৰৰ তৰ্জ্জনি হেৰাল। হাতত বেতডাল লৈ 'অফিচ কম'ৰপৰা ওলাই আহি মোক বাঘে ধৰাদি ধৰিলেহি—"বিনু, তোমাৰ এই চিঠি লিখ:ছে কে? এস হাত দাও"। এই বুলি সোধ-পোছ নাই, মই মেলি দিয়া হাতৰ তলুৱাত ওপৰত কোৱাৰ দৰে চটপ্-চটপ্ কোব বহুৱাই দিলে। আচলতে, চিঠি-খনত বেত খাবলগীয়া কথা একো নাছিল। এনেয়ে অসমীয়া বুজে, ভাল ক'লেও বেয়া বুলি ভাবে, তাত আকৌ চিঠিখনৰ কথা হ'ল 'বৰকচি' ভাষাৰ। বুজি-শুনি মোক কোবোৱাত মইও চিঠিৰ কথাবোৰ ভাঙি দিবলৈ নহ'ল। এমাহমানৰ পিচত মোক ভাল পোৱা ইংৰাজী শিক্ষক সুৰেন্দ্ৰ বাবুৱে সোধাত ক'লো—"চাৰ, চিঠিৰ ভাষা আছিল বৰকচিৰ। তাৰ অৰ্থ আছিল এইটো— 'শ্ৰীহৰি, নাজিৰা। মৰমৰ বেণু, তোমাৰ চিঠি নেপাই মনটো বৰ বেয়া লাগি আছে—শ্ৰীপদ্ম।" সুৰেন 'চাৰে' সেই কথা হেড্মাষ্টৰক জনালেনে নজনালে ক'ব নোৱাৰোঁ। কিন্তু গোপাল গোবিন্দ ক'বৰ মোৰ প্ৰতি যি বেয়া ধাৰণা হ'ল হ'লেই। মেট্ৰিকুলেশ্যন পৰীক্ষাৰ 'টেষ্ট'ত 'এলাও' কৰোঁতে কৰ মাষ্টৰে সেই বাবেই কৈছিল—"বিনু, পাছ কৰতে পাৰলে আমি বাঁশেৰ আগে ধুতী টানিয়ে দেব।" কৈ ভাল লাগে যে, যিজন মাষ্টৰে মই পাছ কৰিলে বাঁহৰ আগত চুৰিয়া আঁৰিম বুলি কৈছিল, সেইজনেই আকৌ মোৰ পৰীক্ষাৰ খবৰ ওলালত, মই দ্বিতীয় বিভাগত পাছ হলোঁ বুলি শুনি, মোৰ পিঠিত আনন্দতে বাঘ ঢকা এটা মাৰি ঘৰলৈ মাতি নি জলপান খুৱাই বহুত বুধি-ভাৰসা দিছিল।

**দ'লৰ পূজা সেৱা :** ১৯১৪ চনলৈকে, ৰাজসিক ভাৱে শিৱসাগৰ বৰ পুখুৰীপাৰত থকা পকা দেৱী দ'লতে দুৰ্গা পূজা হৈছিল। সেই পূজাত

ভুশ তিনিশ মান পঠা ছাগলী, হাঁহ, পাৰ, কোমোৰা বলি দিয়া দেখিছিলোঁ। বলি শালত বলি কটা দা-ৰে একে ঘাপেই কটা ছাগলীৰ তেজ যেতিয়া ফীঁ ফীঁ কৰে ওলাবলৈ ধৰে, চাই থকা মানুহৰ বহুতৰে মুৰ আচন্দ্ৰাই কৰে। বলি কটা হ'লে, কটা বলিটোৰ গাঁখি ডোখৰ নিবলৈ কেতিয়াবা কেতিয়াবা ঠাকুৰ আৰু বলি আগ কৰোঁতাৰ লগত কচা-আজোৰা লাগে। বহুত অপহুতা অসুৰায়ো থাপ মাৰি বলেৰে কটা ছাগলীটোৰ গা-ডোখৰ লৈ যায়। ইয়াতে কেতিয়াবা বৰ কাজিয়া হয়। চিপাহী থাকিলেও মিছা। বলি-শালৰ কাষৰে পাঁজৰে দৰ্শকৰ হেঁচাত বিৰ দিও বাট পাবলৈ নোহোৱা হয়। একে ঠাইতে মহামায়াৰ পূজা হোৱা বাবে জাতি-ধৰ্ম নিৰ্ব্বিশেষে সকলো মানুহ গোসাঁনীত বিশ্বাস থাককেই বা নেথাককেই সমবেত হৈছিল। দুৰ্গা পূজা চাবলৈ দেৱীদ'লত দৰ্শকৰ আগমন যেনেকৈ হৈছিল, শিৱ দ'লত কৰা শিৱৰাত্ৰি আৰু বিষ্ণু দ'লৰ ৰথ যাত্ৰা উৎসৱত সেই অনুপাতে মানুহৰ সমাগম হোৱা নাছিল। ৰথ যাত্ৰাত ইন্দ্ৰেশ্বৰ বৰঠাকুৰে ৰথৰ সা-সঁজুলি সংগ্ৰহ কৰি ৰথখন তৈয়াৰ কৰাত গুৰি ধৰিছিল আৰু ৰথো টানিছিল। শিৱৰাত্ৰিৰ সময়ত স্থানীয় মহিলা সকলে শিৱ দ'লত শিৱ পূজা কৰি শিৱৰ নাম-গুণ গোৱা দেখিছিলোঁ। আমোলাপটিৰ ৰাজহুৱা নামঘৰতো এভাগী বাৎসৰিক বাৰোৱাৰী (ৰাজহুৱা) দুৰ্গা পূজা পতা হৈছিল। দুই-চাৰি ঘৰ আমোলা আৰু পুৰণি সম্ভ্ৰান্ত ভাঙৰীয়াৰ ঘৰত হয় মূৰ্ত্তি সাজি, নহয় ঘটতে দেবী পূজা কৰা হৈছিল। বেজবৰুৱা নামঘৰ আৰু চাংকাকতী নামঘৰত জন্মাষ্টমী, পাল নাম আদিৰ উৎসৱ হৈছিল। বেজবৰুৱা টোলত (ভাঙৰীয়া দীননাথ বেজবৰুৱা টোলত) বৰ পয়োভৰেৰে ফল্গুৎসৱ পূজা পতা হৈছিল। তাতে আমি ফাকু খেলি বৰ বং ধেমালি কৰিছিলোঁ। ধৰ্মকৃত্য বিলাক একে ঠাইতে সম্পাদন কৰা বাবে, মানুহৰ ধৰ্মলৈ আস্থা আছিল। চুবুৰিয়ে চুবুৰিয়ে হোৱা হেতুকে পূজা-সেৱাও ব্যৱসায়ত পৰিণত হ'বলৈ ধৰিলে। বিলৰ পাৰত সংকীৰ্ত্তন নামঘৰো এটা আছিল। তাত বঙলুৱা আৰ্হিৰে সংকীৰ্ত্তন কৰা হৈছিল।

**ৰবপুখুৰী পাৰৰ পীৰ্জ্জাঘৰ :** ধাই আলিত এটা মছিদ আৰু ঢাকাই-পটিত এটা মছিদ দেখিছিলোঁ। শিৱসাগৰ জিলা গুচি মহকুমা হোৱাৰ বছৰ দিয়েকৰ পিচত মৌলবী ফাইজুদ্দিন আহমদ যেতিয়া মহকুমাধিপতি হয়হি, তেতিয়াই শিৱ-দ'লৰ খট্খটিৰ মুখত যমুনা পাৰত (বগা বাবু দোকানৰ

দাঁতিত ) নকৈ মছিদ এটা সজা হয়। বৰ পুখুৰীৰ পূব পাৰটোত অতি সুন্দৰ গীৰ্জা ঘৰ এটি আছিল। তালৈকে দেওবাৰে দেওবাৰে যীচুৰ সেৱকসকল যায়। মইও মাজে-সময়ে তালৈ হৈছিলোঁ। কেঞ্চাপটিত ফুলচান্দ আগৰৱালাৰ ঘৰৰ আগতে ( আগৰ বালু কেঞ্চাৰ ঘৰ ) আৰু বিষ্ণু দ'লত থকা ঠাকুৰবাৰীলৈও কেতিয়াবা কেতিয়াবা গৈছিলোঁ। কেঞ্চাপটিৰখন ঘৰুৱা আৰু দ'লৰখন ৰাজহুৱা। ৰাজহুৱা খনত বহুত সন্যাসী বৈৰাগী থাকেহি। তালৈ গ'লে মুখত লগা মালপোৱা খাবলৈ দিয়ে। সেই দেখি, আবেলি পুখুৰী পাৰত ফুৰিবলৈ গ'লেই তাত সোমাই চুজি মৰদাৰ মালপোৱা এডুখৰি আৰু কল এটি খাই যাওঁ। গীৰ্জা ঘৰটোৰ উত্তৰে পুখুৰী পাৰতে ৰণুৱা পল্টন এটিৰ হাটী (barrack)। সেই হাটীত শিখ চিপাহী আছিল। ৰাতি আৰু ৰাতিপুৱা তাত বিকুল বজাই সকলোকে সজাগকৈ ৰাখে। মূৰত ৰমক জমক মথুৰা পাগ মৰা হটঙা শিখ চিপাহী বিলাকে যেতিয়া পুখুৰী পাৰেদি নামি মাৰ্চ ( থেম ) কৰে আৰু কৰ্ণেল-জৰ্ণেল বিলাক ঘোঁৰাত উঠি যায়, তেতিয়া লগত যোৱা বিকুলদাৰে বিকুল বজাই দিয়ে। সেই দৃশ্য চকুৰে চাবলৈ আৰু কাণেৰে শুনিবলৈ বৰ ভাল লাগিছিল। আজিকালি অৱশ্য সেই দিনো নাই, সেই চিপাহীৰ ৰণচালি বা থেমো নাই।

**পঞ্চম জৰ্জৰ অভিষেক উৎসৱ ঃ** পঞ্চম জৰ্জৰ অভিষেক উৎসৱৰ দিনা শিৱসাগৰৰ ফীল্ডত বৰ জাকজমককৈ দৰবাৰ পতা হৈছিল। মহাৰাণী ভিক্টোৰীয়াৰ জুবিলী উৎসৱটো পোন প্ৰথমেই সেই পথাৰখনতে পতা হৈছিল দেখি পথাৰ খনৰ নাম দৰবাৰ ফীল্ড হ'ল। তাতে আগেয়ে পুৰন্দৰ সিংহ মহাৰজা, কামেশ্বৰ সিংহ আৰু কন্দৰ্পেশ্বৰ সিংহৰ বাহৰ আছিল। জৰ্জ-অভিষেক উৎসৱৰ দিনা শিৱসাগৰ জিলাৰ সকলো চাহাব গোট খাইছিল। চাৰি সত্ৰীয়া গোসাঁই সকলো মঞ্চত বহি সভাৰ শোভা বৰ্দ্ধন কৰিছিল। নগা নাচ, নগাৰ ৰণচালি হৈছিল। ৰণচালিত দাখন ওপৰলৈ মাৰি পঠিয়ায়, তল-মূৰাকৈ আহিলেই নগাইতে ধাৰটোতে দাঁতেৰে কামোৰ মাৰি ধৰে। নগাৰ ৰণচালি দেখি মানুহবিলাকে বিচুৰ্তি খাইছিল। ভাৱনাও হৈছিল। পঞ্চম জৰ্জৰ অভিষেক উৎসৱৰ নিচিনা ৰাজানুগত্যপূৰ্ণ গহীন-গম্ভীৰ, শৃঙ্খলাপূৰ্ণ চৰকাৰী উৎসৱ সেইটো হে মি দেখিছিলোঁ। অভিষেক উপলক্ষে হাইস্কুলত ল'ৰাবিলাকক চাঁবুৱাৰপৰা শুমথিৰা টেঙা আনি খুৱাইছিল। ৰাতি স্কুল ঘৰটোত বন্তি জলোৱা হৈছিল। আগেয়ে দিখৌয়েদি

দিখৌমুখৰপৰা নাজিৰাৰ আসাম কোম্পানীলৈ মাল অনা-নিয়া জাহাজ চলিছিল—বিশেষকৈ বাৰিষা। ডুহুলীয়া লাট বা লেফ্টেনেন্ট গবৰ্ণৰ হৈ চাৰ লেঞ্চলেট হেয়াৰ চাহাব আহিছিল শিৱসাগৰ চাবলৈ। আমগুৰি ঘাটত তেওঁ জাহাজৰপৰা নামে। তাতে শিৱসাগৰীয়া ৰাইজে তেওঁক অভ্যৰ্থনা জনায়। আমগুৰি ঘাটৰপৰা বৰ পুখুৰী পাৰৰ চাৰ্কিট হাউচলৈকে আলি-বাটত কাৰ্পেট পাৰি দিয়া হৈছিল। তাৰ ওপৰেদি সাতটা কাবুলী ঘোঁৰাই টনা বাগীত উঠি চাৰ লেঞ্চলেট শিৱসাগৰ পুখুৰী পাৰত থকা চাৰ্কিট হাউচলৈ যায়। জাহাজৰপৰা নামিয়েই লাটে শিৱসাগৰৰ সবাতকৈ মানী, বৃদ্ধতম আৰু ব্যক্তিত্বশালী পুৰুষ গঙ্গাগোবিন্দ ফুকন চাহাবক হাত জোকাৰি সম্ভাষণ জনায় আৰু লাটৰ লগতে বাগীত বহুৱাই লয়। বৃটিছৰ অনুষ্টুপীয়া ৰাজসিক পয়োভৰৰ সেইটিয়েই বোধ কৰোঁ শেষ নিদৰ্শন। মোৰ সঠিককৈ মনত আছে—এই দিনা আছিল ২৫/১১/১৯০৬ চন। মই আছিলোঁ তেতিয়া ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ।

**যোৰহাটলৈ সদৰ ঠাই নিয়া :** তাৰ পিচতো ১৯১২ চনত চাৰ আৰ্চডেল আৰ্ল চীফ্ কমিছনাৰ চাহাবকো দেখিছিলোঁ। শিৱসাগৰলৈ অহা। শিৱসাগৰৰপৰা যোৰহাটলৈ সদৰ ঠাই তুলি নিয়াৰ আপত্তি শুনাটোৱেই আছিল তেখেতৰ অহাৰ ঘাই উদ্দেশ্য। শিৱসাগৰৰ নাট্য সমাজে 'ভ্ৰমৰঙ্গ' নাটৰ অভিনয় কৰি তেখেতক অভ্যৰ্থনা জনাইছিল। চীফ্ কমিছনাৰে ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু পদ্মধৰ চলিহাৰ ভাও দেখি বৰ ৰং পাইছিল। এই কথা গঙ্গাগোবিন্দ ফুকন চাহাবে এদিন আমাক কৈছিল—"এই অভিনয়ত দিয়া কালিকুমাৰ বৰুৱা, তাৰিণী প্ৰসাদ বৰুৱা আৰু দোলেশ্বৰ চাংকাকতীৰ ধেমেলীয়া ভাও কেতিয়াও পাহৰিব নোৱাৰোঁ।"

স্কুলৰ বঁটা-বিতৰণী সভাত প্ৰায়ে স্কুল-মেনেজিং কমিটিৰ সভাপতি জিলাৰ বৰ চাহাব জনেই হয়। শিক্ষকৰ ফালৰপৰা কেশৱানন্দ ভঁড়ালী আৰু ৰাধিকানাথ শৰ্মায়েই অসমীয়াৰে বক্তৃতা দিয়ে। ভঁড়ালী মাষ্টৰে ইংৰাজী 'ডেট ইজ'ৰ সলনি 'কিবা বোলেনে' বা 'কেনায় বোলে' শব্দটো ব্যৱহাৰ কৰিছিল, ৰামেশ্বৰ বৰুৱাই অসমীয়াৰে বক্তৃতা দিলেই—'কিবা বুলিছিলেনে' বুলি কয়; ৰাধিকা মাষ্টৰে ঘৰুৱা কথাৰেই সোঁ-সোঁ কৰে কৈ যায়। মুক্তা-লাল কাথৰকৰুৱাই এনে সুন্দৰভাৱে ইংৰাজী কৈছিল যে তেওঁ বক্তৃতা দিলে উপস্থিত থকা পাদুৰী চাহাব আৰু ডেপুটী কমিছনাৰ সভাপতিয়েও আচৰিত

হৈ একেথৰে চাই থাকে। উপস্থিত সমজুৱাৰ ভিতৰত প্ৰেমধৰ চলিহাই গুৱলা ইংৰাজীৰে বক্তৃতা দিছিল। স্কুলৰ 'হল'ত যি সভাকেই নেপাতক, তাত দেখিব সভা বহাৰ এঘণ্টামানৰ আগেয়ে আলি ৰুচেন নামে কেঞ্চাপটিৰ এগ ৰাকী চুটি-চাপৰ ধুনীয়া মানুহ থম্‌থম্‌কৈ ৰহি থাকে। তেওঁ বক্তৃতাও নিদিয়ে, কাৰো লগত কথা-বতৰাও নেপাতে, তথাপি চকী গুৱাই বহি থাকে। সেইদৰে বহি-বহিয়েই চাহাব বিলাকৰ দৃষ্টি আকৰ্ষণ কৰি প্ৰিয়পাত্ৰ হৈছিল বুলি শুনা যায়। ডাঙৰ মানুহ হোৱাৰ ইও যে এটা ডাঙৰ কৌশল লাহে লাহে গম পালোঁ। তেখেত বৰ ভাগ্যৱান, এটি পুত্ৰেক শিক্ষকো আছিল।

বঁটা-বিতৰণী সভাত সংস্কৃতৰ স্তোত্ৰ এটিৰে সভাৰ কাম আৰম্ভ কৰা হৈছিল। পিনাক পাণি শৰ্মা, বিদ্যাধৰ বৰুৱা, কুলনাথ শৰ্মা আৰু মই দুবাৰ নে এবাৰ এই আবৃত্তি কৰিছিলোঁ। গজল গাইছিল খলিলুল ৰহমান বুলি এজন ছাত্ৰই। তেওঁৰ ঘৰ আছিল সিংদুৱাৰত। এওঁ 'নিযতনামা' নামে এখন সৰু কিতাপো লিখিছিল।

**পাওৰুটী আৰু কাকতী ফেক্টৰী :** সেই দিনত হিন্দু মানুহৰ ঘৰত ল'ফ বা পাওৰুটী ব্যৱহাৰ কৰা নহৈছিল। লুকাই-চুৰকৈ কোনো কোনোৰ ঘৰত অৱশ্যে ব্যৱহৃত নোহোৱাকৈ নাছিল। আটাগুৰি (সেইকালৰ ময়দা-আটাৰ পাৰ্থক্য নাছিল; ময়দা হে প্ৰচলন আছিল। তাকে অসমীয়া মানুহে আটা বুলি কৈছিল আৰু লুচি-পুৰি শব্দটো বা ব্যৱহাৰটোও ৰবকৈ চলা নাছিল।) ভৰিৰে মাৰি ৰুটী কৰা হয় দেখি, সেই ৰুটীৰ নাম পাওৰুটী আৰু তাকো তৈয়াৰ কৰা হৈছিল মুছলমান ঢাকাৱলীয়া নন্দু বেপাৰীৰ দোকানত। বিস্কুট ওলাইছিল—কিন্তু হাতেৰে কৰা বৰ টান। হাণ্টলী পামাৰ্চৰ বিস্কুটৰ টিন গুপুতে গুপুতে ইংৰাজী জনা শিক্ষিত হিন্দুৰ ঘৰত চলিছিল।

কামৰূপ জিলাৰ টিহৰপৰা অহা সাধিৰাম কাকতী নামে এম,ভি পঢ়াশালিৰ এজন হেড পণ্ডিত আছিল। তেখেতে ৰামেশ্বৰ বৰুৱা হেড মাষ্টৰৰ লগ লাগি ল'ফ বিস্কুট কৰা দোকান এখন খুলিছিল। তাতে কেবাটিও হিন্দু ল'ৰাই ল'ফ বিস্কুট কৰিবলৈ শিকিছিল। এবছৰ নে দুবছৰ 'কাকতী ফেক্টৰী'ৰ বিস্কুটকে আমোলাপটিৰ বহুতে দৈনিক ব্যৱহাৰ কৰিছিল; মইও খাই চাইছিলোঁ। মুছলমানে কৰা নামটো ওলোৱাই নাই, বিস্কুটকে (হিন্দু হলেও)

নো মই বামুণৰ ল'ৰা হৈ কিয় খাম—এইকথা ঘৰত গুলালত, সেইতাই পৰাচিত্ত কৰাই হে মজিয়াত ভাত খাবলৈ দিছে।

**সাহিত্যানুৰাগী ছাত্ৰ জনচেৰেক :** ১৯১৩-১৪ চন মানত হ'ব পায়, শিৱসাগৰ হাইস্কুলৰ সপ্তম মান শ্ৰেণীটোত (ক্লাছ চেভেন) যি কেইজন ছাত্ৰ আছিল, কেয়োজনেই আছিল সাহিত্যানুৰাগী। তেওঁবিলাকক উৎসাহ দিছিল বোযেশ্বৰ শৰ্ম্মা, হৰিচৰণ বৰুৱা আৰু পণ্ডিত অনিৰুদ্ধ শাস্ত্ৰী—এই শিক্ষক তিনিজনে। শৰ্মাৰ ঘৰ যোৰহাটত আৰু বৰুৱাৰ ঘৰ গুৱালকুছিনে পলাশবাৰীত। জ্যোতিষী পণ্ডিত অনিৰুদ্ধ দেৱশৰ্মা গুৱাহাটীৰ। সেই শ্ৰেণীতে শনিবাৰে শনিবাৰে ৰচনা কৱিতা আদি পাঠ কৰা হয় আৰু বক্তৃতা দিবলৈও শিকোৱা হয়। মইও তাত মাজে মাজে যোগ দিছিলোঁ। অষ্টম শ্ৰেণীত ইন্দ্ৰনাথ কাকতী (বি,এল) আৰু বিমলাকান্ত বৰুৱাও বোধকৰোঁ আছিল। এক শ্ৰেণীমান ওপৰ হ'লেও সপ্তম মানৰ ছাত্ৰৰ লগত বৰ হলি-গলি আছিল। সপ্তম মানৰ মেধাবী কবি-পোৱালি আৰু প্ৰতিভাৰ কলি ছাত্ৰ কেইটিৰ ভিতৰত বিশেষকৈ লেখত ল'বলগীয়া আছিল এই কেইজন—ভগৱতী প্ৰসাদ বৰুৱা, ফিৰদোছ আলি, ইন্দ্ৰনাথ শৰ্মা ভট্টাচাৰ্য্য, ময়িদুৰ, ইশ্লাম বৰা, তমিজুদ্দিন আহমদ, শিৱপ্ৰসাদ বৰুৱা, যোগকান্ত বৰুৱা (১), যোগকান্ত বৰুৱা (২), ইন্দ্ৰেশ্বৰ চুতীয়া, বিমলাকান্ত বৰুৱা, প্ৰফুল্লপ্ৰাণ চাংকাকতী, ডিম্বেশ্বৰ নেওগ, কেশৱ ভট্টাচাৰ্য্য, নন্দনাথ শৰ্মা, ইন্দুনাথ ফুকন, হেমনাথ শৰ্মা, ৰাহিচুজ্জামান আৰু ধৰ্ম্মৰঞ্জন বৰুৱা। ভগৱতী আছিল মুচিতে পকা বুধি-বিবেক সম্পন্ন প্ৰতিভা শালী ছাত্ৰ, ফিৰদোছ কবি, ইন্দ্ৰ ভট্টাচাৰ্য্য সাহিত্য-আলোচনাত ভাগ লোৱা ল'ৰা, ময়িদুৰে পিচত ঢাকা ইউনিভাৰ্চিটিৰ 'ডক্টৰ' উপাধি পালে। ময়িদুৰ যে ইমান ডাঙৰ বিদ্বান হ'বগৈ আমি ভাবিবই নোৱাৰিছিলোঁ। কাৰণ, তেওঁৰ গাটো কটাৰীনলীয়া আৰু লেং পেং কৰে দীঘল দেখি আটায়ে হাকুঁটি বুলি জোকাইছিল। ময়িদুৰে "বাহাৰ ই-স্তান ঘাইবী" গ্ৰন্থ অনুবাদ কৰি ঢাকা বিশ্ববিদ্যালয়ৰপৰা ডক্‌টৰেট ডিগ্ৰী লাভ কৰে আৰু অসম সাহিত্য সভাৰ যোৰহটীয়া অধিবেশন এটাত সভাপতি আসনো লাভ কৰি শিৱসাগৰৰ মান ৰাখিলে। তমিজে শিক্ষা-সাহিত্যৰ ক্ষেত্ৰত সুনাম আৰ্জিব নোৱাৰিলে যদিও, অসমীয়া কলা-কৃষ্টিত ৰাপ নেৰিলে। শিৱপ্ৰসাদ কংগ্ৰেছ সেৱক হৈ সাহিত্যৰ পোনে আওকণীয়া হ'ল। প্ৰথমটি যোগকান্ত আছিল কবি, পিচত চাহ বাগিচাৰ মেনেজৰ হ'ল; কিন্তাপ পঢ়া হৈঁপাহ

পুৰোৱাত ব্যস্ত। দ্বিতীয়, যোগ বৰুৱা এম-এল-এ হৈ আদহীয়া বয়সতে কালপ্ৰাপ্ত হ'ল। ইন্দ্ৰেশ্বৰ চুতীয়া বুঢ়া হ'ল, তথাপি ৰাজহুৱা কামত লাগি থাকিল। ডিম্বেশ্বৰ নেওগৰ কথা সৰ্বজন বিদিত। এওঁ সাহিত্য সভাৰ সভাপতি হৈ স্বৰ্গলাভ কৰিলে। কেশৱ ভট্টাচাৰ্যাই সুৱলাকৈ গান গাব জানিছিল; তেওঁও কম বয়সতে মৰিল। নন্দনাথ এতিয়াও আছে। ইন্দু ফুকন কাছাৰীত সোমাল। আমোলা কাম কৰি অৱসৰ লোৱাৰ পিচতো অধ্যয়নৰ অভ্যাস এৰিবপৰা নাই। হেমনাথ পেঞ্চনীয়াৰ, ৰাহিতুজ্জমান পুলিচ বিভাগত সোমাল, নগালেণ্ডত পুলিচ বিভাগৰ উচ্চ কৰ্মচাৰীও হৈছিল। ধৰ্মৰঞ্জন বৰুৱা উকীল আৰু শিৱসাগৰ লোকেল বৰ্ডৰ চেয়াৰমেন আছিল। প্ৰফুল্ল প্ৰাণ চাংকাকতী এজন স্কলাৰ—দৰ্শন শাস্ত্ৰত প্ৰোজ্ঞ। বিমলাকান্ত বৰুৱা আছিল খুহুটীয়া আৰু সাহিত্যৰ ৰস চেপোতা। সংসাৰৰ চক্ৰবেহুত পৰিও ইন্দ্ৰনাথ কাকতীয়ে বুঢ়া বয়সতো সুন্দৰ সুন্দৰ ভাববোৰ সুন্দৰ সুন্দৰ ভাষাৰে লিখি থাকে।

**শিৱসাগৰৰ প্ৰথম মিঠাইৱলা**—সেইদিনত, শিৱসাগৰত মিঠাইৱলা নাছিল। সন্দেশ, ৰসগোল্লা, বুন্দিয়া, বা গুণ্ডিয়া, নিমৃকী, চিঙ্গৰাই তেতিয়া অসমীয়াৰ বৰ ঘৰত—বৰ ঘৰত হে নেলাগে, বাৰীৰ চাৰি-ঢাপৰ ভিতৰতো সোমাব নোৱাৰিছিল। শ্ৰাদ্ধ-বিবাহ উৎসৱাদিতো সেইবোৰৰ ব্যৱহাৰ নিষিদ্ধ। আনকি, এবাৰ আমোলাপটিৰ এজন বামুণৰ ল'ৰাই তেওঁৰ লগৰীয়া এজনৰ ঘৰত তেলীয়াই কৰা তেলত ভজা জেলেপী এখন মুখত দিয়া বাবে প্ৰায়চিত্ত হ'বলগীয়া হৈছিল। অৱশ্যে, একে জাত-কুলৰ ভিতৰত ঘৰতে কৰা বঙলুৱা ধৰণৰ পিঠা-পনা বা সন্দেশ-লস্কৰাৰ ব্যৱহাৰ নকৰাকৈ থকা নাছিল। মাৰো-ৱাৰীয়ে কৰা ভুজিয়া-জেলেপী-চানাৰ মিঠাই আৰু চেনিসনা ভজা বুটৰ স্বাদ লোৱাত পুৰণি সকল নিকপ্‌কপীয়া নাছিল বুলিয়েই ক'ব পাৰি। তথাপিও নৈষ্ঠিক সজ্জনৰ ঘৰত সেইবোৰ সকামে-নিকামে লগোৱা নহৈছিল। নলগালেনো হ'ব কি? আপোনপাহৰা, তৰ চেঙেলী অসমীয়া ডেকাই নিজৰ জলপান ঘিনাই পৰৰটো খাবলৈ ধৰাত অসমীয়া জলপান যাদুঘৰত সোমালগৈ। এদিন বামুণপটিৰ তাৰানাথ ভাগৱতীৰ মনত খেলালে—এই বিদেশী মিঠায়ে আমাৰ টকা চুঁচি কালত আমাক নিমুৰ-মুৰা কৰিবগৈ। এই আশঙ্কা গুচাও বুলি তেওঁ নিজেই এখনি সৰু মিঠাইৰ দোকান খুলিলে আৰু নিজে নিজেই চানাৰ খুৰমা, ভুজিয়া, জেলেপী, মোহনভোগ আৰু সন্দেশ তৈয়াৰ

কৰি মুখেৰে মালিহামৰা স্বদেশী ভেকাৰ মুখত সোপা দি থলে। তেওঁ দেখুৱাই দিলে যে বিদেশীৰ লগত প্ৰতিযোগিতা কৰি জাতীয়ত্ব ৰক্ষা কৰিবলৈ হ'লে জলপানৰ পৰা আৰম্ভ কৰি ভোজ-ভাতলৈকে সকলো আমি নিজেই তৈয়াৰ কৰিব লাগিব।

তেওঁৰ আহিঁকে লৈ যোৰহাটত নিত্য দোকানীয়ে মিঠাই দোকান খোলে। সেইখনেই যোৰহাটত অসমীয়াৰ প্ৰথম মিঠাই দোকান।

ভাগৱতীয়ে জোতা পিন্ধা নাছিল। কিন্তু ফানটি* এজোৰ সদায় পিন্ধি ফুৰিছিল। আমি দেখা কালত, তেওঁক আৰু নতুন ফানটি লোৱা নেদেখিলোঁ। যাটি গ'লেও সেইজোৰকে বাৰবুৰি টাপলি মাৰি মিঠাইকৰা আখাৰপৰা বিয়া-সবাহৰ ৰভা-তলীলৈকে নিঃসঙ্কোচে পিন্ধি ফুৰিছিল। ভাগৱতীৰ ফানটিয়ে শিৱসাগৰীয়া ফকৰাত সোমাই এটি ঐতিহ্যকে সৃষ্টি কৰি গ'ল।

লগৰ কাষৈ লগেৰে উজায়। ভাগৱতীৰ ফানটিৰ দৰেই আৰু তিনটি বস্তুৱে সকলোৰে আগত দিন-মান বিৰাজ কৰি ফুৰিছিল। সেই কেইটি হৈছে সোণাৰাম তৰণিৰ হাঁচটি, ৰত্ন অভাৰচিয়াৰৰ হেট্ আৰু ভত্ৰ উকীলৰ পেট। এই কেয়োজনৰ কেয়োটি বস্তু গোট খুৱাই ভাগৱতীৰ ফানটিৰ ফকৰাটি সম্পূৰ্ণ কৰা হৈছিল।

**ৰত্ন অভাৰচিয়াৰ**—অভাৰচিয়াৰ ডাঙৰীয়াৰ ঘৰ আছিল নাজিৰাত—পূৰ্বতে দেৰগাঁৱৰ পৰা অহা। শিৱসাগৰৰ মিউনিচিপেলিটিৰ অধীনত তেখেতে অভাৰচিয়াৰ অৰ্থাৎ নগৰৰ খাল-ডোং, আলি-পদূলি চাফ-চিকুণ কৰাই নগৰীয়া জীৱনৰ স্বাস্থ্য-সৌন্দৰ্য্য ৰক্ষা কৰা কামৰ তদাৰক কৰিছিল। কামত সোমাবৰ দিনাই তেখেতৰ মূৰত শিৰস্ত্ৰান ৰূপে যিটি 'হেট্' থিত দিছিল, সেইটিয়েই আজীৱন কাল সেই মূৰতেই থাকি গ'ল। 'বৰুণ ছত্ৰ'ৰ দৰে তাৰ হৰণ-ভগন একো নহ'ল, অৰ্থাৎ ৰ'দত খৰ্‌খৰীয়া হ'লেও টোটোৱা নপৰে, নেফাটেও। বৰষুণত তিতিলেও অলপো নজহে, নিফিকেও; বোকা পানী লাগিলেও ওপৰতে শুকাই যায়। নিতৌ দেখিব, কামৰ সময়ত সেই নজহা নপমা হেট্‌টো মূৰত লৈ খাকী হাফ্‌পেণ্ট এটা পিন্ধি ভগা বাইচাইকেল এখন চোঁচোৰাই চোঁচোৰাই ৰ'দ-বৰষুণ নগনি ৰত্ন অভাৰচিয়াৰে 'হেয়্' বুলি মিউনিচিপেলিটিৰ বস্তুৱাৰ হতুৱাই নৰ্দমা-বিল চাফ কৰোৱাই আছে। ৰত্ন বৰঠাকুৰৰ দায়িত্বশীলতাৰ চিন-চাব অভাৰচিয়াৰী কামে ৰাখক নেৰাখক,

* খৰমৰ নিচিনাকৈ কাঠেৰে সজা চেপেটা, ভৰিত পিন্ধা বস্তু, ফিটাকেইদাল মৰাপাটৰ ৰচিৰ

মূৰৰ টুপীটোৱে হ'লে ফকৰাৰ লগত সোমাই তেখেতক চিৰঞ্জীৱি কৰিলে। টুপী বা হেটৰ লগৰীয়া বাইচাইকেলখনো তাতে সাঙোৰ খাই আছে—যদিও আঁৰত।

সোণাৰাম তৰণি—আৰু এজন তৰণি আছিল। তেখেতৰ নাম সোণাৰাম। সোণাৰামৰ তামোল খোৱা হাঁচটিখন লগৰপৰা নেৰায়েই। তেখেতৰ দৰে আমোলা এগৰাকীৰো আছিল, কিন্তু পিচৰ গৰাকীয়ে হাঁচটিৰ গৌৰৱটো তৰ নিৰ দৰে ৰাখিব নোৱাৰিছিল। সেইগুণে সোণাৰাম তৰণিৰ হাঁচটিখনো ভাগৱতী বৰঠাকুৰৰ ফানটি হেটৰ লগতে উজ্বালে।

ভৱনাথ হাজৰিকা—ভৱনাথ হাজৰিকা বুলি শিৱসাগৰ কাছাৰীত যি গৰাকী থুলন্তৰ, ডাঢ়িয়ে-গোঁফে ভোৰোকাৰ দিগ্‌গজ পুৰুষ আছিল, তেখেতৰ পেটটো আছিল উঠঙ্গা, অন্তৰীপৰ দৰে আৰু চৌগা-চাপ্‌কনৰ তলৰপৰা আগীয়াই টি ওলোৱাদি ওলাই থকা ঐতিহ্য সৃষ্টি কৰা। ফানটি, হাঁচটি, হেট্‌ আৰু পেটৰ লগত শিৱসাগৰীয়া মানুহ কেইগৰাকীক অমৰ কৰাৰ অভিপ্ৰায়ে যিটি ফকৰা ৰচিত হৈছিল, তাৰ সম্পূৰ্ণ ৰূপ এই :—

তাৰা ভাগৱতীৰ<br>
ফানটি,<br>
সোণাৰাম তৰণিৰ<br>
হাঁচটি ;<br>
ৰত্ন অভাৰচিয়াৰৰ<br>
হেট্‌,<br>
ভৱ উকীলৰ<br>
পেট !

যি গৰাকী গজ্‌গজীয়া পেটুৱা উকীলৰ কথা ওপৰত উল্লুকিওৱা হৈছে, দৰিকা-পাৰত তেখেতৰ বহুত ৰূপিত মাটি আছিল। সেই মাটি চাই কেতিয়াবা কেতিয়াবা গধূলি পৰত ঘৰলৈ ওলটে। সেই সময়তে আমিও বৰপুখুৰীৰ ফালে ওলাই যাওঁ। দ'লৰ মুখৰ চাৰিআলি পালেগৈ, কেতিয়াবা পোনে পোনে নগৈ সোঁ-হাতে হওামলৰ দোকানৰ আগেদি সদৰ আলিৰ ফালে যাওঁ। বাটতে হাজৰিকা ডাঙৰীয়াৰ লগত আমাৰ সাক্ষাৎ হয়। আমিও সসম্ভ্ৰমে তেখেতৰ লগতে কথা পাতি পাতি উভতি আহোঁ। সেইকণ বাটৰ কন্তেকীয়া কথোপকথনৰ ভিতৰত তেখেতে এবাৰ কথা কৈছিল। সেইবাৰ

এতিয়াও মনত আছে। তেখেতে কৈছিল—"তইঁতে আগলৈ হেলচী-শাক খাবি। নিতৌ ইয়াৰ অলপ অলপ ৰস খাই থাকিব পাৰিলে পেট কামোৰবি আৰু পেটৰ বিকাৰে বল কৰিব নোৱাৰে।"

**ভগৱতীৰ দাৰ্শনিক ভাব :** ভগৱতী, বিমলা আৰু মই এই তিনিও আবেলি আবেলি প্ৰায়ে বৰপুখুৰী পাৰত ফুৰিবলৈ যাওঁ। যাওঁতে ইন্দিবৰ চিৰস্তাদাৰ ডাঙৰীয়াৰ ঘৰৰ আগেদি কথা পাতি গৈ থাকোঁ। চিৰস্তাদাৰৰ ঘৰৰ আগতে বুঢ়া আইঁত গছ এজোপা আছিল। সেই জোপাৰ তলতে আমি অলপ ৰ'বই লাগে, ভগৱতীৰ অনুৰোধ। গছ জোপালৈ চাই ভগৱতীয়ে এদিন স্বগতঃ মাত লগালে, "এওঁৰ (গছ জোপাৰ) লগত আমাৰ কত পুৰুষীয়া সম্বন্ধ কোনোবাই সুধি চাইছেনে?" খুহুটীয়া বিমলাই পেংলাই কৰাৰ ছলেৰে টপৰাই মুখি থলে, "কোনে নো সুধিব হেঁ? গছকনো কোনোবাই কথা সোধে নে? সোধা যদি তুমিয়েই সোধা"। ভগৱতীয়ে কোমল হাঁহি এটি মাৰি তেতিয়াই কথাষাৰি শলাগি থ'লে। তাৰ পিচদিনা "সেই আইঁত জোপা' বুলি কবিতা এটি লেখি আমাক দেখুৱালে। তাত যে মানৱীয়তাৰ কি অদ্ভুত বিশ্লেষণ (গছতো অনুভূতি আছে বুলি)। আমি অবাক।

তাৰ দুদিনমানৰ পিচত বিমলালয় সভা বহাৰ দিন। দদাইদেৱেকে হাক দিয়াত ভগৱতী সভালৈ যাব নোৱাৰিলে। বিমলাও কিবা এটি কাৰণত সভালৈ যোৱাৰ পৰা বিৰত থাকিল। সান্ধ্য ভ্ৰমণৰ আলাপত এদিন সেই কথা ওলাল। মই ক'লোঁ, "পৰহি 'বিমলালয়'ত গুৱাহাটীৰ গুৰুপ্ৰসাদ বৰুৱাই (পুলিচ বিষয়া) বৰ বঢ়িয়া বক্তৃতা এটা দি গ'ল। তোমালোকে শুনিবলৈ নেপালা। ভাগ্য হ'লে হে শুনিবা।"

ভগৱতীয়ে সন্তৰ্পনে মাত লগালে, "এৰা, আমাৰ ভাগ্য নাই, নুশুনিলো। তাতোকৈ বঢ়িয়া বক্তৃতা সমাজিকতে শুনি তোমাৰ ভাগ্যক হে নেওচা দিলোঁ।"

বিমলাই কথাৰ সুৰটো দীঘলাই তাতে হেঁচা দি সন্তোষ লাভ কৰিলে এই বুলি, "(মোলৈ চাই), তুমি বক্তৃতা শুনিলা সকৰ্ণে, তুমি (ভগৱতীলৈ চাই) শুনিলা সমাজিকতে আৰু মই শুনিলোঁ হেকান পাৰি। আও-ভাও দেখুৱাওঁতে মেজখনেই ভাগি থাকিল।"

**আমাৰ সান্ধ্য ভ্ৰমণঃ—** দ'লৰ মুখৰ চাৰি-আলি পালেই কেতিয়াবা সোঁহাতে যোৱা আলিয়েদি হগুমলৰ মদৰ দোকানৰ আগেদি গৈ গীৰ্জা

ঘৰৰ ওচৰতে বৰ পুখুৰী পাৰত উঠোঁগৈ। কিন্তু চাৰি আলিৰ পৰা অলপ উজাই গৈ বিষ্ণু দ'লৰ কাষেদি যাওঁ ইক। বাওঁহাতে যাওঁতে ডাক-ঘৰৰ কাষেদি কাছাৰী মুখৰ পাৰত উঠোঁগৈ। তাৰপৰা আকৌ বাওঁহাতে মহকুমাধিপতিৰ বঙলাৰ আগেদি গৈ কেয়োটা পাৰ পকাই আহোঁ। সোঁ ফালৰপৰাই যাওঁ বা বাওঁফালৰপৰাই যাওঁ, পুখুৰীৰ পশ্চিম পাৰে থকা চাৰ্কিত হাউচৰ সমুখতে, পানী যুঁৰলি আৰু পাৰৰ হেলনীয়া ডুৱৰি বনৰ পাটী যেন বননিতে অলপ জিৰাই-শঁতাই বহোঁ। পুখুৰীটোৰ পূব পাৰে গীৰ্জা ঘৰটোৰ ওচৰতে, কাছাৰীৰ প্ৰথম শ্ৰেণীৰ হাকিম বা ছোট চাহাব ৰজনীকান্ত দস্তীদাৰ থাকে। সন্ধ্যা লাগিল মাত্ৰক, তেখেতে এচৰাজ বা আন কিবা যন্ত্ৰেৰে ৰবীন্দ্ৰ সঙ্গীত গায় আৰু তাৰেই আবৃত্তি কৰে। দস্তীদাৰৰ সেই উদাত্ত কণ্ঠ নিসৃত মধুৰ সঙ্গীত ধ্বনি বৰ পুখুৰীটোৰ চঞ্চল-চলকটো ঢৌৰ পিঠিত বাগৰি আহি ডুৱৰি বনৰ আসনত বহি থকা আমাৰ গজলীয়া শ্ৰুতি গহ্বৰত যেতিয়া প্ৰবেশ কৰেহি, ভগৱতী গোটেই-টো ভাবত বিভোৰ হয় আৰু আমি দুটা গন্ধময় যদিও আমাৰ মনতো থৌকি-বাথৌ লাগে। ভগৱতীয়ে সঙ্গীতৰ প্ৰতিধ্বনিটো যেন গোটে-পাতে গিলিয়েই পেলাইছিল। তাৰ পিচৰপৰা ভগৱতীয়ে আমাক টানি-আজুৰি দস্তীদাৰৰ ঘৰৰ আগেদি হে লৈ গৈছিল। হাইস্কুলৰ ছাত্ৰ ভগৱতীৰ অন্তৰত দস্তীদাৰৰ গীত-ধ্বনিয়ে যি প্ৰতিক্ৰিয়া কৰিছিল, তাৰ মৰ্ম্ম কলেজীয়া জীৱনত কবি ৰত্নকান্ত বৰকাকতীয়ে হে মাত্ৰ উপলব্ধি কৰিছিল।

**ঠাকুৰদাস ঘোষ:** আমোলাপটিত ঠাকুৰদাস ঘোষৰ, পুৰণি বঙালী পৰিয়াল এটা আছিল। তেওঁৰ পৰিয়ালটো অক্ষয়কুমাৰ ঘোষতকৈও আগেয়ে অহা। দুখীয়া স্কুলৰ পণ্ডিত উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ নাতি সোমধৰ বৰুৱা ডাঙৰীয়াৰ ঘৰৰ আগতে মৰিবিলৰ পাৰত আছিল পৰিয়ালটোৰ ঘৰ। সেই পৰিয়ালৰ বংশৰে গোপাল চন্দ্ৰ, গিৰিশচন্দ্ৰ, সুৰেন্দ্ৰ, যতীন্দ্ৰ আৰু এজন। গোপাল শিক্ষক আছিল। পেঞ্চন লোৱাৰ আগতে আমাক অলপ দিন পঢ়ুৱাবলৈ পাইছিল। গিৰিশৰ পুতেক অনিল আছিল আমাৰ সহপাঠী। সুৰেন যতীন দুইটিৰ কোনটি ককায়েক কোনটি ভায়েক চিনিবৰ সাধ্য নাই। দুইজনকে যমজ বুলি ধাৰণা হৈছিল। এওঁবিলাক দুয়ো চৌডা লেমনেডৰ এখন দোকান দিছিল; সেই দোকানতে খাববাকদো বেচিছিল। দোকানখন আছিল ৰামচৰণ দত্ত ডাঙৰীয়াৰ ঘৰৰ আগতে—

নাম আছিল ঘোষ ব্ৰাদাৰ্চ। ভাল মানুহৰ ল'ৰাই বিশেষকৈ উচ্চ-শ্ৰেণীৰ বামুণ-গোসাঁইৰ ল'ৰাই বিলাতী পানীত অৰ্থাৎ চোডা পানীত মুখ দিয়াটো জাত যোৱা কথা আছি। বিস্কুত খালে যেনেকৈ জাত যায়, চোডা লেমনেড খালেও তেনেকৈ জাত যায়। তথাপি, তুপৰীয়া বিক্ৰিয়েছন পিৰিয়ডত মনে মনে আহি আমি দুটামানে তাতে "বটল ভাঙোহি।" আমি পৰাচিত হ'ব লাগে বুলি দুজনমানে বু-বু-বা-বাকৈ কৈ ফুৰিছিল। কিন্তু লাহে লাহে এটাইবোৰেই যেতিয়া এক মাহ-খোৱা বান্দৰ হ'বলৈ ধৰিলে, কাক আৰু কোনে ধৰে? পিচলৈ আৰু চোডা লেমনেড খোৱাটো ভাতৰ লগত পানী খোৱা যেনেই হ'লগৈ।

**ছাত্ৰৰ সাজপাৰ ঃ** আমাৰ লিখা-সঁজুলি আছিল লোৱৰ 'জে নিব, ৰে'ড ইঙ্ক নিব আৰু চাকৈ চকোৱাৰ পাখি-কাপ। 'জে নিব'ৰ মুখ খন বহল আৰু ৰে'ড ইঙ্ক'ৰ জোঙা। পাখি কাপেৰে লিখা আখৰ ডাঙৰ ডাঙৰ হয়। জে নিবেৰে লিখা হাতৰ আখৰত সৰহ নম্বৰ পাইছিলোঁ। ইংৰাজী আখৰ থিয় আৰু পোন হ'ব লাগে। অসমীয়া আখৰ লেপ থেপ হ'ব নালাগে। শ্ৰুতলিপিত লতা আখৰ লিখিলে নম্বৰ কম— এনেকুৱাই আছিল আখৰ লিখাৰ ধৰণ। হাইস্কুলত থাকোঁতে নিজৰি কাপ (ফাউন্টেন্ পেন) ওলোৱাই নাছিল। পিন্ধা উৰাৰো বৰ লাগ-বান্ধ নাছিল, অইন কি, সৰহ ভাগ ল'ৰাৰে ভৰিত জোতাও নাছিল। সহপাঠী নজিৰুল ইছলাম ৰৰাই কেতিয়াবা কেতিয়াবা (বিশেষকৈ পৰ্ব্বৰ দিনত) ফে'জ কেপ পিন্ধিছিল, চৈয়দ আহমদ হুচেইনে নিতৌ 'ফে'জকেপ'ৰ লগতে 'পাইজামা' পিন্ধি আহিছিল। চৈয়দ মহিবুল হুচেইনো তেনেকুৱাই। কিন্তু তেওঁৰ মূৰত 'ফে'জকেপ' না ছিল, তাৰ সলনি "আলিগড়ীয়া ফেচনৰ' টুপী পিন্ধা হে দেখিছিলোঁ। ভিল মহম্মদ মাষ্টৰৰ পুতেক ফাইজুৰেও চুৰিয়া হে পিন্ধিছিল। কি হিন্দু, কি মুছলমান বাকী ল'ৰা এটাইবোৰে গোৰোহা লেটাই যোৱাকৈ থোৰ মৰা চুৰিয়া আৰু গাত কামিজ চোলা একোটা মাত্ৰ পিন্ধি স্কুললৈ আহিছিল। অৱশ্যে ঈদ, মহৰম আদি পৰ্ব্ব হ'লে দুই-চাৰিজন ইছলাম ধৰ্মীয়ে পাইজামা আৰু ফে'জ কেপ ব্যৱহাৰ কৰিছিল। সেই কালত, হিন্দু মুছলমান নামটো ক'বলৈ হে, মিলা প্ৰীতিত হ'লে একে নলীয়ে পানী খোৱা আছিল।

**অশোকাষ্টমীত ব্ৰহ্মপুত্ৰত স্নান কৰা:** অশোকাষ্টমীৰ আগদিনাই দিচাংমুখৰ আলিয়েদি খোজকাঢ়ি দিচাংমুখ জাহাজঘাটত ব্ৰহ্মপুত্ৰত স্নান

কৰিবলৈ গৈছিলোঁ। অশোকাষ্টমীৰ দিনা ব্ৰহ্মপুত্ৰত বোলে গঙ্গা-যমুনা লগ লাগেহি। লগ-লাগে নে নেলাগে, দেখা নাই; কিন্তু সেইদিনা ব্ৰহ্মপুত্ৰ হ'লে বঢ়া দেখিছিলোঁ। অশোকাষ্টমীত গা-ধুই পবিত্ৰ হৈ পুণ্য অৰ্জ্জাওঁকৈ আমাৰ ধাউতি আছিল ব্ৰহ্মপুত্ৰত চলা জাহাজৰ উকি আৰু খালাচীইঁতৰ "ৰাম মিলে না" বোলা সুৰীয়া মাত শুনি মন জুৰাবলৈ। ব্ৰহ্মপুত্ৰৰ পাৰত বালি ভাত খাই, বালিত লৰি-ঢাপৰি ফুৰি কিমান যে ফুৰ্ত্তি কৰিছিলোঁ, ক'বলৈকে ঠাই নাই। গঙ্গা চিলনী আৰু বালিমাহী চৰাইবোৰে থপিযা থপি কৰা, মাছ ধৰোতে গঙ্গা চিলনীয়ে চী-চি কৰা, ৰিণিকি-ৰিণিকি চকুৰে দেখা জাহাজখনইঁত পানীত খদম্ দমাই অহা, পানীত মিচিং মহিলা সকলে নিৰ্ভয় মনে নাও বাই ফুৰা, দূৰ দূৰণিত কহুৱা ফুলে বালি চাপৰি-বোৰ পকামুৰাকৈ থোৱা ইত্যাদি মনোহৰ দৃশ্য দেখি আৰু চৰাইৰ সুললিত মাত শুনি মোৰ সতীৰ্থ-সৌন্দৰ্য্য উপাসক ভগবতী 'বুটৰ' 'ডেকতে' সেই পিনে তন্ময় হৈ গৈছিল। তেওঁ হেনো সেইবোৰ দেখি শুনি ভোক-পিয়াহ কাক বোলে অনুভবকে কৰিব নোৱাৰিছিল। তেওঁৰ জ্ঞাতি নাৰায়ণ ভূঞাই জগাই তুলি দিলত হে ভাত খাবলৈকে গৈছিল। সেই দিনৰ দৰে, অশোকাষ্টমীত ব্ৰহ্মপুত্ৰত স্নান কৰিবলৈ যোৱা হাউচটো আজি শিৱসাগৰত আছে নে নাই' ক'ব নোৱাৰোঁ। লুইতৰ বুকুত জাহাজৰ হো-হোৱনি, ঘৰ-ঘৰণি আজি কবিৰ কল্পনা মাথোন হ'ল। দিছাংমুখৰ সেই পয়োভৰ সেই মানুহৰ সমাগম আজি আৰু নিশ্চয় নাই। তাহানিৰ দিছাংমুখ যে আজি ব্ৰহ্মপুত্ৰৰ তলীত।

**শিৱসাগৰলৈ ডাক অনা-নিয়া কৰা বাট** • শিৱসাগৰলৈকে ডাক অনা-নিয়া কৰা হৈছিল দুটা বাটেদি। জাহাজত অহা ডাক আহিছিল দিছাং মুখৰপৰা আৰু ইবোৰ ডাক আহিছিল নাজিৰা ষ্টেচনৰপৰা মেটেকা ঘাটেদি। ৰেল হোৱাৰ আগেয়ে দিখৌমুখেই প্ৰধান জাহাজঘাট আছিল। তাৰপৰা ডাকোৱালে ভাৰ বান্ধি ডাক-মোনা কটিয়াই আনি বলিয়াঘাটতে দিখৌ পাৰ হয়; পিচত টেক্সি আলিয়েদি পোনাই শিৱসাগৰ পুখুৰীপাৰত এতিয়া য'ত চাৰ্কিট হাউচ আছে, তাতে উঠি শিৱসাগৰ ডাকঘৰত জগতখনৰ সংবাদ জমা দিছিলহি। নাজিৰাৰ ডাকও পোনেই মানুহে আনিছিল, পিচত ঘোঁৰা হ'ল। দিছাংমুখৰো সেয়ে। ডাকোৱালৰ মুখত একোটা শিঙা আছিল। সেই শিঙা বজাই দিলে ৰাজবাট এৰি দিব লাগে। ওপৰত কৈ অহা টেক্সি

আলিটো হেনো হলৰইড্ চাহাবে গাঁৱলীয়া ৰাইজৰ ওপৰত টেক্স লগাই বন্ধাইছিল। সেইবাবে তাৰ নাম হ'ল টেক্সি আলি—সঁচা-মিছা ক'ব নোৱাৰো, শুনা কথা।

**ৰৰপুখুৰীপাৰৰ চৰ্কাৰী ঘৰ :** ৰৰপুখুৰীৰ দক্ষিণ পাৰত কাছাৰী ঘৰ। তাৰ দাঁতিতে খাজনা গেৰাজ বা ট্ৰেজুৰী। ট্ৰেজুৰীৰ মুখত দিনে-ৰাতিয়ে হটঙা দেছুৱালী চিপাহীয়ে কান্ধত বন্দুক লৈ টহল দি থাকে। সন্ধ্যা লগাৰ পিচত সেইফালে কোনোবা গ'লেই 'হুকুমদাৰ' (Who comes there ?) বুলি যিটো হে গোজঁৰণি মাৰিব বাটকৰাই শুনি সেই পিনেই পেপুৱা লাগে। তাৰ বাওঁফালেই জিলাধিপতিৰ বঙলা।

দেৱী দ'লৰ কাষতে এখনি টেনিছ খেলা 'ইয়াৰ্ড' (চোতাল) আছিল। তাতে আবেলি হ'লে বৰ চাহাব, গডকাপ্তানী চাহাব, ডাক্তৰ চাহাব, পুলিচৰ চাহাব আৰু তেওঁবিলাকৰ মেমে টেনিছ খেলিছিল। আমি আঁতৰৰপৰা বৈ বৈ সেই খেল চাইছিলোঁ। তাৰ দাঁতিতে পূবলৈ ক্ৰমান্বয়ে দেৱী দ'ল, শিৱ দ'ল, বিষ্ণু দ'ল। তাতে আলিবাট এটি পাৰ হ'ব লাগে। তাৰপৰা আকৌ পাদুৰী চাহাবৰ বঙলা আৰু মিশ্যন স্কুল। উত্তৰা-দক্ষিণা পাৰটোত দক্ষিণৰপৰা উত্তৰলৈ পোনেই গীৰ্জাঘৰ চিপাহীখোলা। উত্তৰ-পশ্চিম চুকতে পিয়লী ফুকন আৰু জীউৰাম ডুলীয়া বৰুৱাক ফাঁচি দিয়া হৈছিল। তাৰ পৰা জেল ডাক্তৰ চাহাব, গডকাপ্তানী চাহাবৰ বঙলা।

**এন্ ই পেৰীয়ে নগৰখন নকৈ পাতিলে :** ১৯১২ চনত শিৱসাগৰৰ পৰা যোৰহাটলৈ সদৰ ঠাই তুলি নিয়া হয়। ডেপুটী কমিশ্যনাৰ মেজৰ প্লেফেয়াৰ চাহাবো যোৰহাটলৈ যায়। যোৰহাটৰপৰা এন, ই পেৰী নামে এজন চাহাব মহকুমাধিপতি হয়হি। এওঁ আহিয়েই শিৱসাগৰৰ আলি-পদূলি বিল, যমুনাৰ ৰূপ সলাই পেলালেহি। নগৰৰ সোঁ-মাজতে বিশেষকৈ আমোলা-পটি অঞ্চলত মৰিবিল, ডোঙা আৰু আলিবন্ধা 'ফুট' বোৰে নগৰৰ সৌন্দৰ্য্য একেবাৰে নাইকিয়া কৰি থৈছিল। শিলগুটি নেপেলোৱা বাবে আলিবাট বোৰ বাৰিষা বা বৰষুণ দিলেই বোকা হয়। দ'লৰ মুখৰফালে ইমান দ যে বছৰি অলপ বাঢনী পানী আহিলেই দ-বাম সমান হয়। নগৰৰ শোভাবৰ্দ্ধন কৰাত পেৰী চাহাবে যোৰহাটতে নাম কৰি আহিছিল। যোৰহাট বজাৰৰ আগেদি যোৱা ৰাজ-আলিটোৰ আৰু ন-আলিটোৰ এতিয়াও দুয়োকাষে থকা গছবোৰ তেওঁৱেই ৰোৱাইছিল। শিৱসাগৰলৈ আহিও তেওঁ আমগুৰি ঘাটৰ

ওচৰত থকা বৰ হোলাটো তিনিচুকীয়াকৈ খনাই এটা পুখুৰী কৰি পেলালে আৰু তাৰ পাৰত ৰেইন ট্ৰি, পাইন গছ, সৰল গছ আদি ৰোৱাই দিয়ালে। সেই দৰেই নগৰৰ ঘাই ঘাই আলিবাটতে সেইবোৰ গছ ৰোৱালে। বেজবৰুৱা স্কুলৰ ওচৰত দিখৌৰে এৰি যোৱা মৰি-সুঁতিটোৰ মাজেদি ডিবুৰুলৈ যোৱা সদৰ আলি। সেই আলিটোৰ দুয়োকাষে পিটনি আৰু হোলা। পেৰীয়ে সেইবোৰৰ পিটনি গুচাই একোখনি সৰোবৰ যেন কৰিলে। বিশেষকৈ সঙ্কীৰ্ত্তন নামঘৰৰ পোনে পোনে আমোলাপটিৰ ফালে (এতিয়া য'ত শঙ্কৰ মন্দিৰ আছে) বিলৰ দলনি-পিটনিৰ স'চ নথ'লে। তাৰ পাৰত নামঘৰৰ ফালে বহুত ধুনীয়া ধুনীয়া গছৰ পুলি লগাইছিল। খ্ৰীষ্টীয়ানপটিৰ ফালে মানুহৰ বসতি কম আছিল যদিও, সেইপিনে যোৱা আলিটো মেলাচকৰৰ (ফুকন নগৰ) মাজেদি সৰকি মেটেকা ঘাটলৈ যোৱা বাবে পথিকৰ সমাগম গম্‌গমীয়া আছিল আৰু সেইটোৰেই ডাক অনা-নিয়া কৰা আলি হোৱা বাবে নতুন মহকুমাধিপতিয়ে তাৰ সৌন্দৰ্য্য বৰ্দ্ধনত সততেই দৃষ্টিপাত কৰিছিল।

**ফুকন নগৰ আৰু মেলা চকৰ :** সততে বোলা হৈছে এই বাবেই যে সেই আলিৰ দাঁতিতে আছিল শিৱসাগৰৰ প্ৰতিপত্তিশালী সিংহ পুৰুষ গঙ্গা গোবিন্দ ফুকন চাহাবৰ বঙলা আৰু গুঞ্জনন বৰুৱা বি. এল ডাঙৰীয়াৰ ঘৰ। এসময়ত ফুকন চাহাবে সেই বাটেদিয়েই ঘোঁৰা বাগী চলাই কাছাৰীলৈ আহিছিল। আজিকালি যাক ফুকন নগৰ বোলা হয়, তাতে একালত গঙ্গা গোবিন্দ ফুকনৰ তত্বাৱধানত ঘোঁৰদৌৰ হৈছিল। সেই কাৰণেই ঠাই ডোখৰৰ নামটো বহুত দিনলৈকে মেলা চকৰ ( race course ) বুলিলেই জ্বলি আছিল। খ্ৰীষ্টীয়ানপটি এৰিয়েই ফুকনৰ বঙলালৈকে সেই ডোখৰ ঠাই আছিল বাঘৰ চোং—মাত্ৰ সোঁহাতে পশু চিকিৎসালয় এটা আছিল। কেঞাপটি আৰু হাইস্কুলৰ ওচৰত চাৰি-আলিলৈকে দ'লৰ মুখৰ দুয়ো কাষে আইত-জুৰি-বৰগছে আলিটো ঢাক খুৱাই থৈছিল, সৰাপাতবোৰে বাটটো লেতেৰা কৰে আৰু বাৰিষা ৰোকা কৰে। এশাৰী গছৰ ডাল-পাতে সিশাৰী গছৰ ডাল-পাত বোৰ ছাটি ধৰি ঠাইডোখৰ জয়ালকৈ থয়—ৰাতি বিয়লি মানুহ দুনুহ যাবলৈকে ভয় কৰে। পেৰীয়ে সেই ছাটি ধৰা ডাল পাতবোৰ কটাই, মিউনিচিপেলিটিৰ ঠাই সৰা কৰ্মচাৰী বিলাকৰ হতুৱাই সেইবোৰ সবোৱাই আঁতৰ কৰালে, দুই ফালে খাল খনাই পানী-বন্ধ যাব নোৱৰা কৰিলে। পিচত লেতেৰা জয়াল বাটটো এনেকুৱা চালে চকুৰোৱা

হ'লগৈ যে চাৰি-আলিৰপৰা দ'লৰ মুখৰ খটখটিলৈকে নয়ন-পথটো যেন উপবনৰ সুৰঙা ( এভ্‌নিউ ) এটিৰ মাজেদি হে গৈছে-এনে হেন লাগিবলৈ ধৰিলে। নাগৰিকক পৰিষ্কাৰ পৰিচ্ছন্নতা শিকিবলৈকে হে যেন পেৰী চাহাব শিৱসাগৰৰ মহকুমাধিপতি হৈ আহিছিল।

ৰৰপুখুৰীৰ পশ্চিম পাৰে চাকু´ট হাউচ আৰু কবৰখানাৰ মাজতে যি ডোখৰ ঠাইত তাহানিখনেই আনন্দৰাম বৰুৱাৰ বঙলা আছিল, তাত পেৰীয়ে এখনি ফুলনি বাৰী পাতিছিল। ভালেমান বছৰৰ পিচত এচ, ভি, অ' সত্যেন বৰকটকী আৰু তেওঁৰ লগৰীয়া সকলে তাতে টেনিছ খেলিবলৈ লৈছিল।

বৰ্ত্তমান থানা আৰু পুৰণি চক বজাৰৰ ওচৰত দিখৌৰে কিলাকুটীয়া ভাঁজ লৈছে। নৈৰ পয়ৰা আৰু মথাউৰিৰ মাজৰ সেই ভাঁজটোত "অকনোদই'ৰ দিনৰ" গীৰ্জা ঘৰ আছিল। বৰ পুখুৰী পাৰত ন-কৈ সজাত সেইটো ঘৰ এৰা পৰিল। আৰু তাতে থানা বহুৱালে। থানা থকা বাবে ঘাটটোক থানাঘাট বোলে। পেৰী চাহাবৰ দিনত কুৰ্জটো নৈয়ে খনাত মথাউৰি-টোৰ পূব পাৰলৈ থানা ঘৰ আৰু চিপাহী চাউনী তুলি অনা হ'ল। থানাৰ সমুখত থকা দৈকলডীয়া গাঁৱত বছৰি হাইজা ৰোগ ( কলেৰা ) হৈছিল। পেৰী চাহাবে গাঁওখন পৰিষ্কাৰ কৰাই আৰু খেপাখেপিকৈ থকা ঘৰবোৰ পাতল কৰাই সেই ৰোগৰপৰা ৰাইজক নিস্তাৰ কৰিলে। ৰাতিপুৱা শুই উঠিয়েই পেৰীয়ে ঘোঁৰাত উঠি নগৰৰ পৰিপাটিতা ৰক্ষা কৰা হৈছে নে নাই হোৱা চাই ফুৰিছিল। তেনেকৈ ফুৰোঁতে বাটত লগ পাই চাহাবক চেলাম দিয়া কথা মনত আছে।

## ২য় পর্ব্ব

### প্ৰথম অধ্যায়

**শিৱসাগৰৰ ভৌগোলিক ৰূপ ঃ** আমাৰ দিনত শিৱসাগৰৰ মাটিৰ ৰূপটো ( টপ্ৰগ্ৰাফী ) এনেকুৱা আছিল—পূব-পশ্চিম উত্তৰ-দক্ষিণৰ দিশ কেইটা এতিয়াৰ দৰেই আছিল। মেটেকা ঘাটৰপৰা পশ্চিম মুৱা হৈ বৈ আহি দিখৌ নৈয়ে ফণীধৰ চলিহা ডাঙৰীয়াৰ বাৰীৰ মূৰতে ঘোৰ লৈছিল। টুপ এটাৰ নিচিনা হোৱা বাবে সেইখিনি ঠাইক চলিহা টুপ বোলা হৈছিল। চলিহা টুপৰপৰা উত্তৰ মুৱাকৈ আমোলাপটি—মথাউৰিৰ আগে আগে কাঁড মৰাদি মাৰি নৈখন পানাঘাটতে কিলাকুটীয়া হৈ পশ্চিমলৈ বৈছিল আৰু এতিয়াও বৈ আছে। আহিনকাতিমহীয়া মাউথ বান্ধি লেকুলৌ পকৰা উটি আহিলেই দিখৌৱে শুকনিমুৱা ধৰে। ( পাৰ্বতি বৰুৱাইতে এই লেকুলৌ পকৰাক গীতত বান্ধি থৈছে)।

এই নৈয়েদি খৰালি দিনত দিখৌ মুখৰপৰা এশ দুশ পাঞ্চৈ নাও, বৰ নাও নাজিৰালৈকে অহা-যোৱা কৰে। ৰামদিয়া-গুৱালকুছীয়া নাৱৰীয়াই নাৱত ‘আসাম কোম্পানী’ৰ মাল-বস্তু আনে। সেইবোৰৰ লগতে, থৈলায় থৈলায় মচুৰ মাহ, বহৰ মাহ আনে, বৰ বৰ মঠীয়াত মিঠাতেল বা সৰিয়হৰ তেল আনে আৰু আনে পিৰিত পেলাই নাও ভৰা নাৰিকল। মচুৰ-বহৰৰ সেৰে দুই অনা বা দহ পইচা, মিঠাতেলৰ সেৰে ছয় অনা আৰু নাৰিকলৰ গোটে দুপইচা। চাৰিঙৰ শশীধৰ ফুকন আছিল নাৱৰ নেওগ বা হিচাপ ৰক্ষক বিষয়া। তেওঁ আমাক মাতি নি জেঁাটা-জেঁাটে নাৰিকল উপহাৰ দিছিল।

**আমগুৰি ঘাট ঃ** আমগুৰি ঘাটত মানুহে পাৰ কৰা হৈছিল মাৰ নাৱেৰে; দুই পাৰে খুটা পুতি ওপৰত তাঁৰ দিয়া হৈছিল; তাঁৰৰপৰা নাৱলৈ এডাল লোৰৰ জৰী দি নাওখন লগাই থোৱা হৈছিল। নাৱৰ জৰীডালৰ মূৰত চকা লগোৱা কপলিং আছিল। নাৱৰীয়াই গুৰি পোনাই দিলেই সোঁতে নাওখন ঘৰ ঘৰ্ কৰে টানি লৈ যায়। ঘাটত পাৰ হোৱা

বাবে কাটল বা মাচুল দিব লাগিছিল। অহাই-যোৱাই ছুপইচা। তাকে আগতে লোৱা হৈছিল। পাৰ হোৱাজন ঘূৰি আহিলে ঘাটৰ লোকচান আৰু নাহিলে লাভ। পাৰ ঘাটৰ মাচুল ক্ৰমান্বয়ে বাঢ়ি আহিল। নগৰপৰীয়া পাৰটোত মথাউৰি বাজকৈ দিখৌ গড়াতে বহুত দিনলৈকে জিৰণি ঘৰ এটা আছিল। খৰালি বাঁহৰ দলং দিয়া হৈছিল। সেই দলঙেদিয়েই মানুহ পাৰ হৈছিল, নৈয়েৰেও নামি পাৰ হৈছিল। সকটি ঘাটৈৰ বাপেক আৰেশ্বৰেই ভালেমান বছৰ ঘাট থালে। তেওঁৰ আগেয়ে ৰঙাই ঘাটৈয়ে চলাইছিল।

আবেলি বিমলা, ভগৱতী আৰু মই দলঙৰ ওপৰত টহলি 'বতাহ খাবলৈ' যাওঁতে, ভগৱতীয়ে দলঙৰ হেঁতোমাৰিতে নাইবা সঁাকোৰা খুটাতে দুই-চাৰি ফাঁকি কবিতাও লিখিছিল। আমগুৰি ঘাটৰপৰা উঠিয়েই সদৰ আলিটো ফেৰেঙনি মেলি সোঁহাতে ডিবুৰু অভিমুখে গৈছে আৰু বাওঁহাতে দলৰ মুখ কাছাৰীলৈ গৈছে। আলি কিটা এতিয়াও তেতিয়াৰ দৰেই আছে। ঘাট পাৰ হৈয়েই মঠাউৰি; মঠাউৰিটো পাৰ হৈয়ে সোঁহাতে লক্ষ্মীনাথ ভট্টাচাৰ্য্যৰ ঘৰ। সেই ডোখৰ ঠাই বৰ দ আছিল, তাৰ দাঁতিতে বাম ঠাই এডুখৰিত ভট্টাচাৰ্য্যই ঘৰ সাজি আছিল। সেইখন বাৰী হেনো আগেয়ে বাম আছিল। তাতে আনন্দৰাম বৰুৱাৰ সংস্কৃত অভিধান কিনোতা একেজন অসমীয়া বিদ্যুৎসাহী উকীল চিকৰী বাবু বা ঘনশ্যাম বেজবৰুৱাই বসতি কৰিছিল। তেখেত নগাঁৱলৈ উঠি যোৱাৰ পিচত আলিলৈ মাটি খনাত ঠাইডোখৰ দ হ'ল। তেওঁৰ সমুখতে ৰায় বাহাদুৰ কালিপ্ৰসাদ চলিহা ডাঙৰীয়াৰ ঘৰ। কাছাৰীৰ পৰা চলিহা টুপৰ চলিহা চাহাবৰ ঘৰৰ আগলৈকে যোৱা আলিটো, সদৰ আলিটো আৰু নৈ পাৰ হৈয়ে যোৱা কাছাৰী আলিটো এইখিনিতে লগলাগি ত্ৰিভুজাকৃতি হৈছে। ত্ৰিভুজৰ মাজতে পিটনি ভৰা হোলা। সেই হোলাৰ কথা ওপৰত কৈ আহিছোঁ। ঘাটৰপৰা অলপ দূৰ গৈয়ে চলিহা চাহাবৰ ঘৰলৈ যোৱা আলি। সেই আলিৰ দাঁতিতে শ্যামসুন্দৰ ডুৱৰাৰ বাৰী। নগৰৰ ভিতৰতে যদিও, তাত বাঘে হুকঁৰি ফুৰিছিল আৰু কেতিয়াবা কেতিয়াবা মানুহো ধৰি খাইছিল। অইন কি প্ৰেফেয়াৰ বৰ চাহাবৰ বঙলাৰ পিচ ফালেও বাঘ ওলাই মানুহ খাইছিল। এতিয়া আমোলাপটিৰ নামঘৰটো যত আছে, তাৰ উত্তৰ-পূৰে গোটেইখন বিল, মাজেদি সদৰ আলিটো মাত্ৰ। খ্ৰীষ্টীয়ান-পটিৰ সেই পিনে বাম যদিও, তাত বাঘৰ ভয়। গায়ন-গাঁও, বামুণপটিৰ

ফালে বাম যদিও, বানপানীয়ে বুৰায় দেখি ঘৰৰ ভেঁটিবোৰ ওখকৈ লওঁতে একোটা পুখুৰী যেন হোৱা হয়। হৈচনৰ ওচৰত এতিয়া য'ত চাৰিআলি হৈছে, সেইখন আছিল চিপাহী খোলা। কিন্তু মানুহৰ বসতি পাতল থকা গুণে ৰিঙা আছিল। যমুনাখনৰ দু পাৰে দৰিকালৈকে জলাতক পথাৰ; আন কি ধান-কল হোৱা ঠাইডোখৰ আৰু দুৰ্গা প্ৰসাদ বৰঠাকুৰৰ ঘৰ হোৱা ডোখৰো যমুনাৰে পিটনি হে আছিল। দ'লৰ মুখৰ চাৰি-আলিটোৰ ভয়োকাষে থকা ঠাইবোৰ বাৰিষা পানীত তল গৈছিল। যমুনাৰ পাৰত আৰু চাৰি-আলিলৈকে মাত্ৰ দুই-তিনিখন হে দোকান আছিল। বঙালী-পটিৰ ফালেও সেই। দৈকলঙীয়া গাঁৱকো আজিৰ তুলনাত নগৰীয়াপটি বুলি ক'বপৰা নহৈছিল।

কেঞাপটিত ৰামদেউ আগৰৱালা, বুদ্ৰ কেঞা, ফুলচান্দ আগৰৱালা, নাথুৰাম আগৰৱালা, আৰু কাউৰী কেঞাই প্ৰসিদ্ধ আছিল। সেই সময়ত নাথুৰামৰ ঘৰটো হে কেৱল দুমহলীয়া পকা আছিল আৰু বঙালীপটিৰ খীৰদ্দিন বাবুৰ ঘৰটো পকা আছিল। ওপৰখন অৱশ্যে টিনপাতৰ। গঙ্গা গোবিন্দ ফুকন চাহাবৰ বঙলাটো আছিল সৰু, কিন্তু আটক ধুনীয়া। চলিহা চাহাবৰ আৰু কালিপ্ৰসাদ উকীলৰ ঘৰৰ মুখত বাটচ'ৰা আছিল। বাটচ'ৰা ভালেমানৰ ঘৰত আছিল যদিও এখেতসকল দুজনৰ ঘৰৰ কিটা বহুত দিনলৈকে আছিল। তনুশ্যাম মৌজাদাৰৰ চ'ৰা ঘৰটো বৰ ডাঙৰ আছিল। সেই দিনৰ ঘৰবোৰ কাঠ-বাহেঁৰে আছিল, তথাপি কটকটীয়া আৰু আটোম টোকাৰি।

কাঠীকামী, বেত-সুত চৰ্চা, ঘৰ ছোৱা, বেৰৰ গাঁঠি দিয়া, ফুল চ'তি, ডাং চ'তি, ডুৱাৰ জাপ-ডুৱাৰ এইবোৰ ঘৰসজা সকলো সজুঁলি অসমীয়া মানুহেই কৰিছিল। আমোলা বিষয়া সকলেও ঘৰত লগা বস্তু-বেহানি প্ৰায় এটাইবোৰকে কৰিব বা সাজিব জানিছিল আৰু বৰ চহকী হ'লেও বা হাকিম হ'লেও কোনেও হজুৱা-কাম কৰিবলৈ কেতিয়াও তোচ নকৰিছিল।

দিখৌ মথাউৰিৰ পৰা যিটো আলি নগৰ মহল মৌজাদাৰ হিমকান্ত বকৱাৰ পুতেক সুশীলা কান্ত বকৱাৰ ঘৰৰ আগেদি গৈ কেঞাপটিৰ ফুল-চান্দ আগৰৱালাৰ দোকান পাইছেগৈ, সেইটো আলি ব্ৰডী (বৰতি) চাহাবৰ দিনতে মথাউৰি কৈ বন্ধা হৈছিল। আমি পঢ়া কালত, সেইটোত শিলগুটি পৰা নাছিল। নগৰ মহল মৌজাদাৰৰ ঘৰৰপৰা অলপ উত্তৰলৈ গ'লেই এটি পথলুৱা আলি আছে; সেইটি গৈ কাছাৰী লৈ যোৱা বাটতে লাগিছেগৈ।

**হেম বৰুৱা লেন ঃ** বাট দুটাৰ চুকতে সোঁহাতে যিখন বাৰী এতিয়া তুলসী বাবু, কমল বাবুৰ বংশধৰ অজিত বৰুৱা আৰু লক্ষ্মী বেজবৰুৱাই অধিকাৰ কৰি আছে, সেইখনেই আছিল "হেমকোষ" প্ৰণেতা হেমচন্দ্ৰ বৰুৱাৰ দদায়েক লক্ষীনাথ গজপুৰীয়া বৰুৱা ডাঙৰীয়াৰ ঘৰ। তাতে থাকি হেমচন্দ্ৰ বৰুৱাই ইনজেল চাহাব আৰু পৰমানন্দ ভঁড়ালী শিক্ষকৰ তলত শিৱসাগৰ হাই-স্কুলত পঢ়িছিল আৰু তাৰপৰাই মনে মনে গৈ পাদুৰী চাহাবৰ তাত ইংৰাজী শিকিছিল। সেইগুণে, ভগৱতী বৰুৱা, বিমলা আৰু মই আলচি বাটটোৰ নাম দিছিলোঁ 'হেমবৰুৱা লেন'। এতিয়া অজিত বৰুৱাৰ ঘৰৰ মুখ আছে পূবলৈ, আমাৰ দিনত আছিল উত্তৰলৈ। উত্তৰৰ আলি-খালটোত এটা পকা পুল আছিল। সেইটো গজপুৰীয়া বৰুৱাই কৰাইছিল। বোধকৰোঁ সেই পুল এতিয়া নাই। হেম বৰুৱা লেন নামটো ৰাখিব নোৱাৰিলোঁ।

দক্ষিণে-পশ্চিমে চলিহা চাহাবৰ ঘৰলৈ যোৱা আলি; পূবে ৰমাকান্ত গোহাঁই ডাঙৰীয়াৰ ঘৰ। উত্তৰে সদৰ আলি বা ট্ৰাঙ্ক ৰ'ড, দক্ষিণে পথাৰ এই চাৰি সীমাৰ ভিতৰতে দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ টোল। চলিহা আৰু কেশৱানন্দ ভঁড়ালীৰ ঘৰৰ আগছোৱা, আলিটোৰ কাষতে বেজবৰুৱা নাম ঘৰ। ইয়াতে বাল্যাশ্ৰম আৰু ছাত্ৰ সমাজৰ সভা বহিছিল।

**দুখীয়া স্কুল :** কেঞ্চপটিৰ মাজতে মাদ্ৰাচা এটি আছিল, এতিয়াও বোধকৰোঁ আছে। টাউন প্ৰাইমেৰীটিক দুখীয়া স্কুল বোলা হৈছিল। বোলাৰ কাৰণটো হৈছে, এই স্কুলটো হেনো ধাই আলিৰ মূৰত থাকোঁতে চৰ্কাৰৰপৰা ধন-বিত্ত একো সহায় পোৱা নাছিল। ল'ৰাবোৰে নিজে নিজেই চাউল-পাত দি শিক্ষকজনক পুহিছিল। ধাই আলিৰ মুখত দুখীয়া স্কুল থাকোতে নগৰৰ কেঞ্চাপটি, খ্ৰীষ্টীয়ানপটি সেই ফালেই আছিল। বেপটিষ্ট মিছনৰ ছপাশালটোও পকা ঘাটৰ ওচৰতে আছিল। নগৰৰ ভদ্ৰলোক সকলৰ ঘৰ-বাৰী পোনতে বৰপুখুৰী পাৰত আছিল। তাৰপৰা উঠি গৈ অৰ্জ্জুনৰ গুৰিত বহিছিল। মণিৰাম দেৱানৰ ঘৰ এখনো এই অৰ্জ্জুনৰ গুৰিতেই আছিল। সেইপিনে থকা মৰি দিখৌৰেই হেনো আগৰ দিখৌ নৈ আছিল। তাৰ পাৰতে কুমাৰ গাঁও, তাৰপৰা উজাই দিখৌ মেচটোতে থানা আৰু চক বজাৰ।

**অনাৰেৰী মেজিষ্ট্ৰেট :** পানীখোৱা ছুটীত প্ৰায়েই কাছাৰীলৈ যাওঁ আৰু বৰ চাহাব, ছোট চাহাব সকলে বিচাৰ লোৱা চাওঁগৈ। তেতিয়া

উকীল খানাৰ ঘৰটো কাছাৰীৰ গাতে লগা আছিল আৰু এতিয়াৰ দৰে তেতিয়াও তাৰ আগতে ৰজাদিনীয়া বৰটোপ গোটা দিয়েক পেলাই থোৱা আছিল, তেতিয়া আছিল মাটিত পৰি; '১৩ কি '১৪ চনত পকা ঠুকুৰা একোটাৰ ওপৰত দণ্ডাই থোৱা হ'ল। বৰটোপৰ দাঁতিতে খাজনা গেৰাজ বা ট্ৰেজুৰী আছিল। তাৰ ওচৰতে ডেপুটী কমিছনাৰ বা বৰ চাহাবৰ বঙলাটো যি আগৰ দৰেই আছে, এহেলৈ, কাছাৰী বোলক, উকীল খানা বোলক, ট্ৰেজুৰী বোলক, এটাইবোৰৰ ঘৰেই সলনি হ'ল; উকীল খানাৰ ঘৰো বেলেগ হ'ল; উকীলৰ সংখ্যাও বাঢ়িল। কিন্তু সেই ছাত্ৰাৱস্থাতে যি কিজন উকীলে আমাৰ শ্ৰদ্ধা ভক্তি আকৰ্ষণ কৰিছিল সেই কেইজনৰ ছবিটোইত এতিয়াও মনৰ ভিতৰতে উদয় হৈ থাকে। কামে-বয়সে জ্যেষ্ঠ বা চিনিয়ৰ আছিল, অক্ষয় কুমাৰ ঘোষ বি. এল, প্ৰমদা কিশোৰ ৰয় এম. এ বি এল, অক্ষয় কুমাৰ সেন বি-এল (মহকুমা হ'লত ৰয় আৰু সেন সদৰ ঠাই যোৰহাটলৈ গ'লগৈ), কামত অলপদিনীয়া আৰু বয়সেও অলপ সৰু জুনিয়ৰ উকীল হ'ল কুলধৰ চলিহা বি এল (এবছৰ মানৰ পিচতে যোৰ-হাটলৈ গ'ল), ৰাম কুমাৰ বৰুৱা, খগেন্দ্ৰ নাথ শৰ্ম্মা, আৰু ৰজনী নাথ বৰুৱা। ১৯১৮-১৯ চনৰপৰা কেবাজনো নতুন উকীল হয়হি। তাৰ ভিতৰত ভূপেন্দ্ৰ নাথ ঘোষ, ৰামচন্দ্ৰ বৰা, আৰু পৰেশ চন্দ্ৰই বিশেষ সুখ্যাতি আৰু প্ৰতিপত্তি লাভ কৰিছিল। ১৯০৬-০৭ চনত, আটাইতকৈ পুৰণি আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ শেহতীয়া আৰ্হিৰ শঙ্খধৰ চলিহা বৰ ভগুৱা কাকতীয়ে কাছাৰীতে বৰ চাহাবৰ আগত অসমীয়াৰে তৰ্ক কৰি ছিল।

তেখেতৰ আগেয়ে চলিহা কাকতীৰে সিন্ধুৰামে মুক্তিয়াৰ হৈও বৰ চাহাবৰ আদালতত দেৱানী ফৌজদাৰী মকৰ্দমাত অসমীয়া ভাষাৰেই সাক্ষী-বাদীৰ 'জবাব-চৱাল' লৈছিল আৰু তৰ্ক কৰিছিল। বৰভাগুৱাৰ কাকতী মানুহজন আছিল ঘুটমুটীয়া; ৰাজা ৰামমোহন ৰায়ৰ দৰে মূৰত গামূলা পাগুৰি, গাত চোগা চাপকন, কঁকালত চুৰিয়া পিন্ধিছিল। বি-এল উকীল গুঞ্জানন বৰুৱা আৰু ন-কৈ হোৱা কুলধৰ চলিহায়ো শিৱসাগৰত ওকালতি কৰোতে ভিভিত টাইমৰা নাছিল। 'গাওন' ওলালত সকলোৱে আদালতত 'গাওন' পিন্ধি থিয় হ'ব লাগিছিল, 'টাই' মৰাৰ ভিতৰত আছিল ৰাজকুমাৰ বৰুৱা —সিও মজামজিকৈ হে।

অনাৰেৰী মেজিষ্ট্ৰেট বা 'মানখোৱা' হাকিম আছিল এই কেইজন :—ফণীধৰ চলিহা, প্ৰিয়ৰাম দত্ত, সোণেশ্বৰ বৰুৱা (অৱসৰ প্ৰাপ্ত তহচীলদাৰ) আৰু কৃষ্ণকান্ত চাংকাকতী। স্বদেশপ্ৰাণ নেতা ভুবন চন্দ্ৰ গগৈৰ দেউতাক ফটিক চন্দ্ৰ গগৈকো সেই আদালতত বহা দেখিছিলোঁ, ফণীধৰ চলিহা আছিল মুখপাত্ৰ বা 'বেঞ্চৰ' মুখিয়াল, প্ৰিয়ৰাম বাবুৰ বান্ধোৱা পাগুৰিটো আছিল কলিকতীয়া জমিদাৰৰ আৰ্হিত, চাংকাকতীৰটো মহন্তৰ আৰ্হিৰ। তহচীলদাৰৰ মূৰত টুপী বা পাগুৰি নাছিল। তেখেতে আৰু চাংকাকতী ডাঙৰীয়াই গলধনত পেলাই বুকুফাললৈ দুই কানেদি ওলোমাই পঠিওৱা, পকোৱা দীঘল চেলেং একোখন লৈছিল। চলিহা চাহাবৰ হে কেৱল কালা-পুৰ কেপলাৰ লগোৱা কোট আৰু পটলুং (পেন্ট); এহেলৈ সকলোৰে চৌগা চাপকণ, তেখেত সকলক অনাহাৰী মেজিষ্ট্ৰেট বোলা হৈছিল। কাছাৰীত বহি তেখেতসকলে সপ্তাহত এবাৰ নে দুবাৰ গোচৰাদি সোধে, কিন্তু তাৰ বাবে 'আহাৰ' অৰ্থাৎ দৰমহা বানচ একো নেপায়। সেইদেখি 'অনাৰেৰী'টো খাৰ-খোৱা অসমীয়া মানুহৰ মুখত পৰি 'অনাহাৰী' হ'লগৈ। 'অনাহাৰী' বোলোঁতে কথাষাৰ কাষলতিৰ চুকতে ভেঁটী খোৱা কথাটিও সোমাই থকা বুজায। আমি শুনিছিলোঁ। চলিহা চাহাবে হেনো ভেঁটীৰ নামকে নুশুনে। তেখেত ইমান মানুহৰ মুখলৈ নোচোৱা আছিল যে নিজৰ সম্বন্ধীয়া মানুহ এজনকো এবাৰ এমাহলৈ ফাটেক দিছিল।

মহৰী বা তৰণিৰ ভিতৰত লেখত ল'বলগীয়া আছিল এই কেইজন—ভদ্ৰৰাম বৰকাকতী, দুৰ্গেশ্বৰ শৰ্মা, সোণাৰাম বৰা, খগেন্দ্ৰ নাথ কাকতী, নৰেনপুৰী ভূঞাৰ দেউতাক আৰু হৰকৰা ঘৰৰ ৰেণুধৰ দত্ত। ১৯১৬-১৭ চন মানৰ পৰা হে দত্ত উপাধিধাৰী মীনাৰাম ভাতৃদ্বয় আৰু হলিৰাম দত্ত আৰু সোণাৰাম বৰাৰ এজন পুত্ৰই গুচৰীয়া পদকীয়াৰ আৰ্জ্জি লেখি গোচৰ লগা মানুহৰ মাজত নামজলা হ'ব পাৰিছিল।

সেইদিনৰ উকীল-মহৰী আৰু আজিৰ দিনৰ উকীল-মহৰীৰ (আইন ব্যৱসায়ী সকলো শ্ৰেণীৰে) ভিতৰত আকাশ-পাতাল প্ৰভেদ। তেতিয়া গুচ-ৰীয়াই, মকৰ্দমাটোৰ দিন কাহানিকৈ পৰিছে, সাক্ষীবাদীনো আনিব লাগিব নে নেলাগিব, গোচৰ ভাল হ'লে কি কৰিব আৰু বেয়া হ'লে কি কৰা উচিত হ'ব—ইত্যাদি গোচৰত জিকা সংক্ৰান্ত উপদেশ আৰু দিহা-বুদ্ধিৰ নিমিত্তে কলো্ জপোকে ফুৰিব নেলাগিছিল। মক্কেল জিকিবৰ বাবে উকীলে দৰ্খাস্ত



বেণুধৰ শৰ্মা আৰু ৰত্নকান্ত বৰকাকতি



গঙ্গাগোবিন্দ ফুকন



দীননাথ বেজবৰুৱা

লেখোতাজনৰ নথি-পত্ৰ, নজিৰ-নকল যাতে লাগ বুলিলেই দাখিল কৰিব পৰা হয়, তাৰ নিমিত্তে কেৰেণী-মহৰীয়ে সঁচা কথাতে প্ৰবৃত্তি দেহা-মূৰ টাকি ঝাম কৰিছিল। কোনো উকীলে বা কোনো মহৰীয়েই বানচ লৈ মুৰকত কোনো মক্কেলকে চৌঠেঙীয়া কৰা শুনিছিলোঁ।।

## ২য় অধ্যায়

**দত্ত ব্ৰাদাৰ্চ :** অসমীয়া দোকান খুলিবলৈ তেতিয়া নাছিলেই খুলিব লাগে। ৰামচৰণ দত্ত আৰু তেখেতৰ ভায়েক মানিক চন্দ্ৰ দত্তৰ উদ্যোগত 'দত্ত প্ৰেছ' নামেৰে এটি ছপাশাল আৰু 'দত্ত ব্ৰাদাৰ্চ' নামে এখনি কিতাপৰ দোকান প্ৰতিষ্ঠা কৰা হৈছিল। সেই ছপাশাল আৰু কিতাপৰ দোকান বহুত দিনলৈকে আছিল। গোলোক চন্দ্ৰ বৰকাকতীয়েও হাইস্কুলৰ সন্মুখতে কেঞা-পট্টিৰ মাজত 'বৰকাকতী এজেঞ্চী' নাম দি এখন ভাল দোকান খুলিছিল। সেই দোকানত চেনিমবাৰ 'কমল এজেঞ্চী' আৰু ধলৰ সত্ৰৰ তীৰ্থ নাথ গোস্বামীৰ দ্বাৰাই প্ৰকাশিত ধৰ্মপুথি সমূহ, ডিবুৰুৰ শিৱনাথ ভট্টাচাৰ্য্যৰ দ্বাৰা স্থাপিত 'ভট্টাচাৰ্য্য এজেঞ্চী'-ৰ দ্বাৰাই প্ৰকাশিত নানান বিষয়ৰ কিতাপ আৰু তেজপুৰৰ পদ্মনাথ বৰুৱাৰ দ্বাৰাই স্থাপিত 'লীলা এজেঞ্চী'ৰ পদ্ম বৰুৱা গ্ৰন্থাৱলী (তেতিয়ালৈকে প্ৰকাশিত) বেচিবৰ নিমিত্তে আটোম-টোকাৰিকৈ সজাই-পৰাই থোৱা হৈছিল। তাতে লম্বদৰাম চৌধাৰীৰ 'সৰ্ব্বজান' আৰু গঙ্গাৰাম দাস তহিলদাৰৰ 'বৈদ্য অমৰ' পুথি দুখন পোন প্ৰথমেই দেখোঁ আৰু পঢ়োঁ। দত্ত ব্ৰাদাৰ্চ দোকানৰপৰাই ৰজনীকান্ত বৰদলৈৰ 'মনোমতী'খন সেই কালতে কিনি নি ঘৰত পঢ়িছিলোঁ। বেজবৰুৱাৰ 'পদুম কুঁৱৰী' আৰু 'ৰূপাবৰ বৰুৱাৰ কাকতৰ টোপোলা'ও দোকানত আছিল। সেইকিখন ঘৰত ঠেও লগাই লগাই ডাঙৰ ডাঙৰকৈ পঢ়িছিলোঁ। তাৰ বাবে ডাবিও খাইছিলোঁ। ডাবিয়েই খাওঁ বা হুকিয়েই খাওঁ, সেইদৰে পঢ়াৰ উপকাৰিতাটো উচ্চ শিক্ষাৰ ফালে ঢাল লওতে বৰটিয়াকৈ অনুভৱ কৰিছিলোঁ। দত্ত ব্ৰাদাৰ্চ আৰু বৰকাকতী এজেঞ্চীক এইবাৰে সুঁৱৰি থাকোঁ।

**ভঁড়ালী দোকান :** আমাৰ শিক্ষক কেশৱানন্দ ভঁড়ালী ডাঙৰীয়াই "মাষ্টৰ কাম এৰি নাথুৰাম আগৰৱালাৰ দোকান আৰু মাদ্ৰাচা স্কুলৰ মাজতে এখনি কাপোৰ-কানি আৰু লাহ-বিলাহৰ বস্তুৰ দোকান দিছিল। নাম কি দিছিল—পাহৰিলোঁ। সেইখনতে বছৰ দিয়েকৰ মূৰত ফণীধৰ চলিহা ডাঙৰীয়াৰ বৰ পুতেক আৰু সাংবাদিক সু-সাহিত্যিক প্ৰেমধৰ চলিহা মেনেজৰ আছিল।

তাৰ পিচত আৰু এজন আছিল, যাৰ নাম—ৰমাকান্ত বৰুৱা ; এওঁ আমাৰ সহপাঠী আছিল। কিন্তু পৰীক্ষাত অকৃতকাৰ্য্য হোৱাত পঢ়া এৰি ব্যৱসায়ত লাগিল। গোলাঘাটলৈ উঠি গৈ, উত্তৰ জীৱনত গোলাঘাটৰ এজন প্ৰধান নাগৰিক আৰু আঢ্যৱন্ত চাহ-খেতিয়ক হ'ল গৈ। জীৱনৰ আগভাগত বৰুৱাই যিহতে হাত দিছিল সেয়ে ধ্বংস হৈছিল—ক'তো কৃতকাৰ্য্যতা লাভ কৰিবপৰা নাছিল। Failure is the pillar of success, 'অকৃতকাৰ্য্যতাই হে যে কৃতকাৰ্য্যতাৰ লাই খুটা'—এই কথাফাঁকি বৰুৱাৰ জীৱনতে নিৰহ-নিপানীকৈ খাটে। অলপ দিন হৈছে, সেইজন লক্ষ্মীপুত্ৰ স্বৰ্গলৈ গতি কৰিলে। তেওঁৰ আৰ্হি অনুকৰণীয়।

**নন্দু বেপাৰীৰ দোকান :** আৰু এখন দোকান আছিল ঢাকাই-পটিৰ নন্দু বেপাৰীৰ প্ৰায় সমুখতে। এইখন সমবায় বা যুটীয়াকৈ ফণীধৰ চলিহাই পতাইছিল। তাৰ বস্তুবোৰ মৰগ নহয়, আন দোকানতকৈ যেনে হ'লেও এপইচাৰ সস্তা হ'বই। দোকানখন কিছুমান দিন জাক-জমককৈ চলিছিল। "উমৈহতীয়া শ বাহী শ" হোৱা বাবেইনে কি কেবাজনো মেনে-জৰৰ হাত বাগৰি বাগৰি উঠি অহা দোকানখনৰ দুৱাৰ হঠাতে জাপ খাই গ'ল। ঢাকাৱলীয়া বেপাৰী নন্দুৰ দোকান খনেই ঢাকাই পটিত ডাঙৰ দোকান আছিল। দ'লৰ সমুখত আন এখন প্ৰসিদ্ধ দোকান আছিল। সেই খনত ভাল ভাল বিলাতী চেম্পেন, হুইস্কী, ব্ৰাণ্ডী মদ বেচা হৈছিল। তাৰ মালিক জন বগা বাবুনে কোনোবা আছিল হ'ব পায়। আস্পতালৰ পাচ ফালে বামুণপটিলৈ যোৱা বাটৰ দাঁতিত থকা হণ্ডামল বাবুৰ বৰ নাম।

কাথপাৰ, জেঙনি কটিয়াৰ মানুহে কাছাৰী মুখত নিতৌ টিপা দৈ গাখীৰ, এচুঙা বা দুচুঙাকৈ এৰাঁ গাখীৰ আৰু এ-আখি বা দুআখি অসমীয়া মালভোগ কল বেচিকৈ আনে। টিপা টেকেলিটোৰ সাৰে সাৰেই গাখীৰ খিনি দৈ হৈ ওলায়, এনখ পানীও নেথাকে। সেইদিনত, গাখীৰৰ চালি কটা বা সৰকটা কথাটো সৰ্চত যি নাছিলেই নে মচতো নাছিল। টিপাটোইত তিনি পোৱা এসেৰ মান ধৰা ; দাম দুই অনা বা টেকেলিটোৰে সৈতে অতি বেচি তিনি অনা। এৰাঁ গাখীৰৰ চুঙাত গকৰ হ'লে ছপইচা, ম'হৰ হলে দুই অনা, গাখীৰ ধৰে এসেৰমান। আমি কুকুৰা কণীৰ ওচৰলৈকে যোৱা নাছিলোঁ। সেই দেখি তাৰ দাম কি আছিল ক'ব নোৱাৰোঁ। হাঁহ কণীৰ হ'লে এটাত এপইচা। ৰৰপুখুৰীৰ পাৰৰ অচুটুপীয়া অসমীয়া বেপাৰখনৰ কথা সিমানতে অন্ত।

থানাৰ মুখতে গধূলি চক বজাৰ বহিছিল ( সেইখন বজাৰ আজিকালি পুৰণি হাইস্কুলৰ টোললৈ তুলি অনা হ'ল )। চাউল, শাক-পাচলি, টেঙা-টেকোচা, লাও-বেঙেনা, কল-বন, পোৱাল বেঙেনা বেচা বজাৰ আৰু মাছ বেচা বজাৰ— এই দুখনি হে অসমীয়াৰ ভাগত পৰিছিল বা অসমীয়া বেপাৰী-পোহাৰীয়ে এদনীয়াকৈ ল'ব পাৰিছিল। এহেলৈ, এটাইবোৰেই অসমৰ বাহিৰৰপৰা অহা। সিইঁতেই আলু-মাহ-সৰিয়হ আদি ভাত-পানী খোৱাত জুতি লগাবপৰা সকলো বস্তুকে আমাক যোগাই দিছিল। মাছৰ বজাৰ খন অৱশ্যে অসমীয়াৰ সাত পুৰুষীয়া সম্পত্তি আছিল। তাত দৈকলঙীয়ানী বাইইঁতৰ অখণ্ড প্ৰতাপ শলাগিবলগীয়া।

**সামাজিক নিয়ম-কাৰণ :** মৰাৰ সকাম. বিহু, বিয়া, আৰু পূজা উৎসৱ আদিতে হে ইঘৰ সিঘৰ আপোন মানুহৰ তিৰোতাৰ দেখা-দেখি হৈছিল— বাকী ছোৱাত ঘৰে ঘৰে তাঁতশাল আৰু তিৰোতাবনত লাগি থাকোঁতেই দিন গৈছিল, ৰাতি পুৱাইছিল। স্কুল-কলেজত শিক্ষিতা নোহোৱা বাবে আৰু স্ত্ৰী স্বাধীনতাত বাধা থকা বাবে মহিলাসকলে যেই কোনো সময়তে লগ লাগিব বা মিতিৰ কুটুমৰ ঘৰলৈ যাব নোৱাৰিছিল। কিন্তু বিহুৱে-সংক্ৰান্তিয়ে মুছলমান আই সকলেও হিন্দুৰ বন্ধু বান্ধৱীসকলৰ ঘৰলৈ আহি বিহুৱানেৰে ওলগ জনাইছিল। সেই সময়ৰ মঙলদীয়া স্কুলৰ হেড্ পণ্ডিত মিন্নুৰ মাষ্টৰৰ পৰিবাৰক এনেকৈ ওলগ জনোৱা দেখিছিলোঁ। ধৰ্ম্মটো বেলেগ বুলি বিহু পৰ্ব্বটো বেলেগ নাছিল ; হিন্দু কি মুছলমান. অসমীয়া মাত্ৰৰেই বিহু জাতীয় পৰ্ব্ব আছিল।

সকলো তিৰোতাৰ গাত ৰিহা-মেখেলা আৰু খনীয়া কাপোৰ। ৰিহাৰ ঠাইত চাদৰ আৰু মেখেলাৰ ঠাইত গজগজীয়া দি বহা আধুনিক মাদ্ৰাজী বা কাশ্মিৰী সাজ-সজ্জা তেতিয়া স্বপ্নৰো অতীত। ওফোন্দা গালী একোগৰাকীও "ওৰণিয়ে বাৰণিয়ে" সুন্দৰী হৈ ফুৰিছিল। ধুনীয়া সকলৰ যে কথাই নাই, এনেয়ে ধুনীয়া, তাতে সেন্দুৰৰ ফোঁট। ওৰণিয়ে তেওঁবিলাকক তুলি ধৰিছিল। প্ৰায় বিলাক তিৰোতাই কাণত জাংফাই কেৰু এজোৰ আঁৰিছিলেই। যি আঁৰিব নোৱাৰিছিল, তাইক হে সকলোৱে দুখীয়াৰ শাৰীত থৈছিল। চহকী আৰু সম্ভ্ৰান্তকুলীয়া আইচু দেউতা, আই আৰু গাভৰু জেও সকলৰ কথা অৱশ্যে সুকীয়া। মুঠতে তেতিয়া সাজপাৰ, অয়-অলঙ্কাৰ খোজ কাটল আৰু কথা-বতৰাৰ দ্বাৰাই তিৰোতা সকলৰ সামাজিক মৰ্য্যাদা নিৰ্ণীত হৈছিল।

## তৃতীয় অধ্যায়

**চেমনীয়া কালৰ সুৰভি স্মৃতি :** যি সকলৰ মাজত থাকি মই ডাঙৰ-দীঘল হৈছিলোঁ আৰু যি সকলৰ সামাজিক নীতি-নিয়ম আৰু কথা-বতৰাই আজিও মোক অনুপ্ৰাণিত কৰি থৈছে, সেইসকলৰ দ্বাৰাই গঠিত পৰিবেশটোৰ কথা অলপ-অচৰপ লিখি নথলে মই অশলাগীৰ পাপত পঙ্কিল হ'ব লাগিব।

গাঁৱৰপৰা গৈ শিৱসাগৰ হাইস্কুলত নাম লগাই ভৱাম বৰকাকতী ডাঙৰীয়াৰ বাৰীত ঘৰ সাজি আছিলোঁ বুলি ওপৰত কৈ আহিছোঁ আৰু সেই প্ৰসঙ্গতে একে বাৰীতে থকা দুজনমান লগৰীয়াৰ কথাও উন্মুকিয়াই আহিছোঁ। কিন্তু সেই গৰাকী বাৰীগিৰিহঁতে আদি শিক্ষাতে ঠেলা মাৰি মোক যি শিক্ষা দিলে আৰু তেখেতৰ ঘৰখনৰপৰা মই যি অনুপ্ৰেৰণা পালোঁ, সি হে আজিকোপতি সোঁৱৰণিৰ চুক এটাত আচুতীয়াকৈ খাজ খাই আছে। শিৱসাগৰীয়া পৰিবেশৰ কথা আৰম্ভ কৰোঁতেই সেইজন অভিভাৱকৰ কথা অলপ বহলাই নেলেখিলে, মোৰ মনটো শাণ বালিৰ দৰে খচখচীয়া হৈয়ে থাকিব।

**ভৱাম বৰকাকতী :** ভৱামৰ আচল নাম ভৱৰাম, মানুহৰ মুখত পৰি হ'ল ভৱাম। সংস্কৃতৰপৰা প্ৰাকৃতলৈ বাগৰি আহোঁতে ভালেমান সংস্কৃত শব্দৰ উচ্চাৰণ কোমল আৰু চুটি যে হয়, সেইটো সকলোৰে জনা কথা। এই নিয়মৰ মান্ধাতাযুগীয়া দাসানুদাস ভৱৰামৰ নামটো ভৱাম কৰি নামৰ গিৰিহঁতজনক ওপৰলৈ নিয়া হ'ল নে তললৈ নিয়া হ'ল তাক অলপ ভাবি চাবলগীয়া। পুনাই নাম গুচাই পূৰ্ণেন্দু আৰু ভদাই নাম সলাই ভদ্ৰেশ্বৰ কৰা আমি নিজ চকুৰেই দেখিছোঁ। সেই হে, বৰকাকতী ডাঙৰীয়াৰ নামান্বয় প্ৰসঙ্গত এই কথাষাৰৰ ইঙ্গিতটি দি থলোঁ। পিচে, আমি কথা-বতৰা পতা ভাষাটোক চহা বুলি যি এডাই দেখুৱায় আৰু তলখাপৰ বুলি ভাবে তেওঁ সেই নামটোক ভৱৰাম বুলিয়েই উচ্চাৰণ

কৰে আৰু যি ভাবে যে আমি কচু-ঢেকীয়া, খাৰ-খাৰলি খোৱা মানুহ, আমাৰ সাতপুৰুষীয়া মাতখাৰ আমি এৰিব নোৱাৰোঁ, তেওঁবিলাকে আকৌ নামটো ভৰাম বুলি কৈহে ভাল পায়। ভৰামেই বোলক বা ভৰৰামেই বোলক, মানুহজন যে পুৰণি ভাল মানুহৰ ঘৰৰ তাক কোনেও নুই কৰিব নোৱাৰে। কালত পৰি কলীয়া, তেল নাইকিয়া ফপৰীয়া যদিও, ভৰাম বৰকাকতীৰ ঘৰত দহ ভকত বহিবলৈ নিতৌ আসন পৰাই থাকে। বৰকাকতী ডাঙৰীয়াৰ ছবি এইখন :

মীৰজুম্লা আহোঁতে ভৰামৰ উপৰি পুৰুষে তেওঁৰ আগত বহুত টাং বাং কথা কৈ স্বৰ্গদেৱ জয়ধ্বজ সিংহৰ মান-সম্ভ্ৰম ৰক্ষা কৰিছিল। সেইজন আজো আজো ককাকৰ নাম আছিল ম'ৰা। কোন বঙালে ক'ত কি কৰিছে তাক লেখি-বুজি লোৱাটোৱেই আছিল ম'ৰাৰ ঘাই কাম। সেই বাবে তেওঁক বঙালৰ কাকতী বোলা হৈছিল। ম'ৰা নামটোৰো আকৌ ইতিহাস আছে। ম'ৰাৰ ঘাই নাম আছিল ময়ুৰধ্বজ। ম'ৰা নাম পালে পণ ৰক্ষাৰ নিমিত্তে, মৰণক তুচ্ছ কৰোঁতে। এওঁ শিখ ধৰ্ম্ম গ্ৰহণ কৰিছিল। কোনোবা এজন স্বৰ্গদেৱৰ দিনত সাতজন শিখে হেনো ঘোঁৰা চেকুৰাই কাৰেঙৰ আগেদিয়েই অহা-যোৱা কৰি থাকে, ৰজাক কেতিয়াও সেৱা নকৰে। সিহঁতে সেৱা কৰি যাবই লাগিব বুলি পাত্ৰমন্ত্ৰীসকলে এদিন পথসুৱাকৈ ঘোঁৰাৰ সমানে ওখকৈ বাটত তৰোৱাল পাতি থলে, যাতে ঘোঁৰা মানুহ তাৰ তলেদি সৰকি যাব নোৱাৰে। মূৰ নোদোৱাওঁ বুলি ছজন শিখ ঘোঁৰাৰে সৈতে মূৰ দাঙি যোৱাত তৰোৱালৰ ধাৰৰ আগত কেউজনৰ মূৰ কটা গ'ল। ৰজাই আচৰিত হৈ বাকী থকা জনক মৰিবলৈ নিদি, স্বগতঃ মাত লগালে, "ঠিক ম'ৰা যি ম'ৰা।" সেইদিনাৰপৰা এই জন ময়ূৰৰে নাম ম'ৰা হ'ল। বঙাল-কাকতী ম'ৰাই পুখুৰী এটি খনাই তেওঁৰ নাম যুগমীয়া কৰি থৈ গৈছে। সেই পুখুৰীটো চেউনী আলিৰ দাঁতিতে, গছে-বনে ঢাক খাই এতিয়াও পাৰ খহা মাটিৰে পোত খাই আছে—ম'ৰা ৰজাৰ মৌজাৰ চেউনী আলিৰ দাঁতিত।

অসমীয়া গণিতজ্ঞ পণ্ডিত বকুল কায়স্থ ভৰামৰে পূৰ্বপুৰুষ। গায়নৰ ঘৰৰ বোন্দায়ো বোলে বাগ দিয়ে। এই বাবেই হবলা, বকুলৰ সন্ততি ভৰামৰ ঘৰত গণিতজ্ঞ নাই যদিও, কথাই কথাই মৌখিক অঙ্কৰ সাঁথৰ কোৱা-কুই হৈ থাকে। অঙ্কেৰে চিঠি লিখা কথাটো বৰকাকতীৰ মুখতেই

শুনো আৰু তেখেতৰ ঘৰতে কোনো মেলা কৰাও শুনিছিলোঁ। মণিৰাম দেৱানে হেনো কন্দৰ্পেশ্বৰ বৰুৱালৈ অক্কেৰে চিঠি দিছিল। লিখা-পঢ়াই কাকতীৰ কাম। বৰ পঢ়া-শুনা নাই যদিও বঙাল কাকতীৰ ঘৰৰ ল'ৰা-তিৰোতায়ো মুখে মুখেই ৰামায়ণ-পুৰাণৰ পদ বা কথা গাব বা ক'ব পাৰিছিল। লোকে পঢ়াশালিত যিটো কথা ভুৰছুৰত থাকি শিকিব পাৰে, বঙাল কাকতীৰ গোন্ধ পোৱা সকলে অলপ আয়াসতে ছুমাহতে শিকি পেলায়। জ্ঞান-বিদ্যা লাভ কৰিলেও পুৰণি সংস্কাৰ নথকা মানুহ কেতিয়াও একে পুৰুষতে পৈণত ভদ্ৰ হ'ব নোৱাৰে। ভদ্ৰতা অৰ্জন কৰা উজু নহয়। ঘৰখনৰ পুৰণি গৌৰব আৰু পুৰুষ পৰম্পৰাই চলি অহা অভিজ্ঞতাৰ মাজত থাকি ডাঙৰ দীঘল হৈ উঠাজন স্বভাৱতে জ্ঞানী আৰু সৎপুৰুষ হৈ উঠে। তেওঁলোকে দুখ পতিয়াব জানে; বোধ বুজে, যাক যি কথা ক'লে বেয়া পায় তাক পাৰিতপক্ষে সেই কথা নোকোৱাকৈ থাকে, যিমানৰ মানুহ সিমানতে থাকে, কাৰো আগত বৰাই কৰিবলৈ নেযায়। সিমানেই অকল নহয়, সেইজন পুৰুষে আয় চাই ব্যয় কৰে আৰু ধৰ্ম্মক সাক্ষী কৰি সকলো কথাতে হাত দিয়ে। এনেকুৱা স্বভাৱেৰেই মাৰ্জিত পুৰুষ আছিল ম'বা কাকতীৰ ঘৰৰ ভদ্ৰৰাম বঙাল বৰকাকতী।

বৰকাকতী, মানুহজনৰ গাৰ বৰণটো ক'লা, কিন্তু চিকুচিকীয়া, সোঁ চকুটো কেঁৰা আৰু চকুৰ মণি দুটা পিঙ্গল বৰণীয়া। অৰ্থাৎ ডঁহা। বাওঁ চকুটো অলপ ফুল পৰা। নাক আৰু মুখৰ আৰ্জাটো বৰ গঢ়িত। মূৰৰ আগচুলি খিনি পাহকটা— ঘোঁৰা-কাণৰ দৰে, তালুৰ মাজৰপৰা চুলি-কোছা দীঘলকৈ ৰখা, চুলিতাৰিৰ মূৰতে সৰু খোপা এটি। খোপাই নৈতে চুলিডাৰ গলধনত পৰি থাকে। গাত কামিজ চোলা আৰু চেলেং কাপোৰ, জাৰকালি খনীয়া বা বৰকাপোৰ লয়। উৰণত চুৰিয়া। জোতা পিন্ধাৰ সজ নাই।

বৰকাকতী শিৱসাগৰ কাছাৰীৰ এজন বুঢ়া আৰু পুৰণি তৰণি। তেওঁৰ ওচৰত ফাঁকি-ফুকা নাই। আন আন তৰণিয়ে গুচৰীয়াক পালেই তৰণি হেকৰাই দিয়ে— নেউলৰ দৰে মূৰ উলিয়াই ক'ৰ গুচৰীয়া কেনি আহিছে তালৈ চাই থাকে। গুচৰীয়াটি পালেই চহং-দি চহং-দি কথা কৈ-কৈ ফুচুলাই আনে আৰু তেওঁৰ দৰ্খাস্ত লিখি এসিকি বা ডেঢ় সিকি আদায় কৰে। বৰকাকতী তৰণি কিন্তু কাছাৰীলৈ গৈ নিৰ্দ্দিষ্ট বাকচটোত থম্

থম্ কৰে যি বহিল, বহিলেই— তাৰপৰা লৰচৰ নাই; তিনিমান বাজিলে হে তৰণিশালৰ পৰা উঠি আহে। তাতে যদি কোনোবাই আৰ্জী একোখন লেখোৱাবলৈগে লেখে, নহ'লে সিও নাই। আৰ্জীখন লিখি দিয়া বাবে আদমহীয়াটো (১২ ন-পইচা), সিকিটো (২৫ ন-পইচা) গুচৰীয়াই যি দিয়ে— যি পায় সেয়ে বহুত। ইবোৰ তৰণিৰ দৰে পেৰি নেথাকে, নাইবা বং দিয়া কথাও নকয়।

বৰকাকতীয়ে গজমুঠীয়াকৈ কাপটো ধৰি কাইথেলী আখৰেৰে যি খন দৰ্খাস্ত বা আৰ্জী নিকপৰুপীয়াকৈ লিখি দিব তাক মুন্সিফ ছোট চাহাব বা বৰ চাহাবে পঢ়িয়েই মনে মনে আৰ্জীৰ সপক্ষে 'এক তৰফা' ৰায় বান্ধিয়েই থয় বুলিব লাগে। ভৰাম তৰণিয়ে লিখি দিয়া দৰ্খাস্তৰ গোচৰটোইত অতি সোনকালে নিষ্পত্তি হয়। গুচৰীয়া পদকীয়াও বাৰে বাৰে কাছাৰীলৈ গৈ হাইৰাণ হ'ব নেলাগে।

কিন্তু বিধিৰ কি বিড়ম্বনা! ধৰ্ম্মিষ্ঠ ভৰাম কাকতীৰ গুণ সকলোৱে গায়, অথচ ছলাহী কথা কৈ তামোল গছত তুলি দিয়া বিধৰ তৰণিৰ উলমুলণিত পৰি জনা-বুজা সকলও বৰকাকতীৰ ওচৰলৈ নেযায়। বৰকাকতীৰ দিনটীয়া আয়লৈ চালে নকৈ নোৱাৰি যে সাধুৰ প্ৰতি লক্ষ্মীৰ কৃপাদৃষ্টি বক্ৰ।

ৰাতিপুৱা এঘাৰ বজাতে (আজিকালিৰ দহ বজাতে) ভাত দুগৰাহ-মান খাই আৰ্জী-মহৰী বৰকাকতীয়ে দিনটো উকীলখানাৰ আগচালিতে কাণি বাকচ এটাত বহি বহি দুই-চাৰিখন দৰ্খাস্ত লিখে। কাছাৰী ছুটী হোৱাৰ অলপ আগেয়েই তিনিমান বজাত কাম এৰি ঘৰমুৱা হয়। দিনটো কাপ পিহি পিহি জেপত কিমান পইচা সুমুৱালে ঠিক নাই; কেতিয়াবা দুটকালৈকে সোমায়, কেতিয়াবা আকৌ উদং হৈয়ে থাকে। পইচা পাওক-নেপাওক, কাকতী ডাঙৰীয়া ঘৰলৈ ওলটোতে গাখীৰৰ চাব এটি আৰু অসমীয়া মালভোগ বা জাহাজী কলৰ আধি-এটি ধাৰে বাকী হ'লেও আনিবই। কাকতী অলপ খোনা আছিল, দীঘলীয়া কথাত বৰকৈ নোখোনায়, সৰু সৰু চুটি চুটি কথাত হে খোনা ধৰে। সেই কালত যি ফেৰা বস্তু গ্ৰহণ নকৰিলে ডাঙৰ মানুহ বোলাব নোৱাৰি সেই ফেৰা বস্তু অৰ্থাৎ কানি একণ-মান একণমান তেখেতে মলি খাইছিল। মহাদেৱ প্ৰসাদ ভাংও ৰাতিপুৱা দুছিলিম, গধূলি তিনি চিলিম ছিঙিছিল। লগৰ লগৰীয়া আহিলে, চাৰি-পাঁচ চিলিমতো পৰিছিলগৈ।

দৈনিক বা দিনেকীয়া আয় যাৰ গড় হিচাপে বাৰ অনা মাত্ৰ, সেই-জনৰ ঘৰত গধূলি হ'লেই নাইবা আগবেলাও আমোলা-হাকিম দেউতা দুগৰাকীমানে ভুমুকি একোটা মাৰিবহিয়েই আৰু খন্তেকীয়া উপৱেশনতে ভাঙৰ চিলিমটোত হোপা একোটা মাৰি থৈ যাবহি। সমাগমটো ক্ষণিক হ'লেও, সেই সময়ৰ ভিতৰতে ৰাজহুগনৰপৰা কলথোকা বাতৰীয়ে খোৱা-লৈকে সকলো কথাৰ আলচ হয়।

কাকতীৰ বয়স তেতিয়া সত্তৰি বছৰৰো ওপৰ, গা ধুবলৈ দিখৌলৈ যাব নোৱাৰে; ঘৰতে তপত পানীৰে শাস্ত্ৰ-সমস্তকৈ স্নান কাৰ্য্যফেৰা সমাধা কৰে, বাহী গাৰে জল এটুপিও গ্ৰহণ নকৰে। সেইদেখি ৰাতিপুৱা শুই উঠিয়েই গা ধোৱে। গা ধুই চুৰিয়া—কাপোৰ সলাওঁতে সলাওঁতেই ভাগী-ৰথী গঙ্গা স্তোত্ৰটো মুখে মুখে গাই যায়, তাৰ পিচত গুৰু সেৱা কৰি কানি খোৱা বাটিটোত কানি একণ মলি কোঁটকৈ গিলি থয়; জলপানৰ শিকিয়াত থোৱা কিবাকিবি জলপমানেৰে কানিৰ তিতাটো মাৰিয়েই ভাং এচিলিম উকৱায়। গা-ধুয়েই তেখেতক এইখিনি কাম কৰিবলৈ লাগে। অকলশৰীয়া হোৱা বাবে কেতিয়াবা কেতিয়াবা বৰকাকতীয়নীয়ে পাকত ঘূৰিব নোৱাৰি পানীলোটাটোকে, ভাং-খোৱা জুইকণকে বৰকাকতীৰ ওচৰত থবলৈ পাহৰি যায। হাত দিয়েই লগা বস্তুকিটা নেপালেই বৰকাকতীৰ উঠে খং। কি কথা ক'ব নোৱাৰি, বৰকাকতীয়ে সদায় গৰ্জি থকাতো বৰকাকতীয়নীয়ে গিৰিয়েক বহাৰ ওচৰত কেউটা বস্তু পোৱাকৈ যত্নাই থবলৈ পাহৰে। বুঢ়া কাকতীয়ে যিমানেই কি কেটেৰা-কেটেৰি নকৰক, বুঢ়ী কাকতীয়নীয়ে তালৈ কেৰেপকে নকৰে। বুঢ়া হ'লে সকলোৰে এনেকুৱা ব্যৱহাৰ পাযেই হ'বলা। এদিন বৰকাকতী ডাঙৰীয়াই বৰ আক্ষেপ কৰি আমাৰ আগত ঘৈণীয়েকে শুনাকৈ কৈছিল "মো-মোৰ ওপৰতে ঘৰখন। বু-বু-বু বুঢ়া হলোঁ গুনে ত-ত-ত তইঁতে এতিয়া ভাং কুটা বা-বা-বাৰি যেন দেখিছ।" বৰকাকতীৰ মৰ্মভেদী আক্ষেপটোৱে নিতৌ 'পাহৰা-ভাত খোৱা' বৰকাকতীয়নীৰ বুকুত শেল মৰা দি মাৰিলে আৰু উনৈশত বা-বলাই ফুৰা টপ-টলৌ পুতেক তিনিটায়ো সেইদিনাৰপৰা দেউতাকক কেটেৰা-জেঙেৰা মাৰি কথা কবলৈ এৰি দিলে।

তেখেতৰ বাৰীখন দীঘলীয়া, আগেয়ে বহল আছিল। অৱস্থা পৰি অহা গুণত, এফাল বেচি ল'ৰাকিটাক পঢ়ুৱাই-শুনোৱাই নিজৰ ভৰিত থিয় হ'ব

পৰা কৰিলে। বৰটো পুতেক গোলাপেই কামত সোমাই বিয়া-বাক কৰাই ঘৰখন পাতি লৈছিল হে, এনেতে দুৰন্ত কালে মাক-বাপেকৰ বুকুত কুঠাৰ মাৰি ভৰ যৌৱনতে হৰি লৈ গ'ল। গোলাপৰ শহুৰেকৰ ঘৰো বঙাল কাকতীৰ ঘৰৰ দৰেই, পুৰণি নাম থকা তামদলৈৰ ঘৰৰ। সোমাৰেশ্বৰৰ ৰাজ্যত ভৰাম কাকতীৰ উপৰি পুৰুষে যেনেকৈ ৰাজনীতিৰ কামত সোঁহাত হৈ আছিল, তামদলৈৰ ঘৰো তেনেকৈ ৰণৰ আহিলা-পাতি যা-যোগাৰ কৰি অসম ৰক্ষা কৰাত স্বৰ্গদেৱক বৰ সহায় কৰিছিল। এই তামদলৈৰ নাতি জয়ানন্দ। চক্ৰধ্বজ সিংহৰ দিনত খাৰ-ভঁড়ালৰ খাৰঘৰীয়া বকৱা আছিল। মোগলৰ বৰ বৰ কথা শুনি অসহনি হ'লত চক্ৰধ্বজ সিংহই যেতিয়া বঙাল মাৰিবলৈ ওলায়, তেতিয়া মহাৰাজে বৰ চ'ৰাতে জয়ানন্দক সুধিলে, বোলে "আমাৰ নো খাৰ ঘৰত কি আছে?" জয়ানন্দই টপৰাই কৈ পেলালে, "সকলো আছে।"

চ'ৰাৰ মেল ভাগিলত, ৰজাই খাৰ-ঘৰলৈ গৈ চায় দেখোন খাৰৰ নামে পেটাৰি এটাও নাই, কাঁড়ৰ নামে চক এটাও নাই। মহাৰজাই দেখি খঙত জুইচাই হৈ মিছা কথা কোৱা বাবে জয়ানন্দক ডিঙিত কলহ বান্ধি নৈত উটাই দিবলৈ ক'লে। তেতিয়া জয়ানন্দই গলবস্ত্ৰ হৈ জনালে "স্বৰ্গদেৱৰ ইচ্ছাক কোনেনো বাধা দিব পাৰে? ৰাজসভাতে যদি কৈ দিলোঁ‌হেতেন অস্ত্ৰ শস্ত্ৰ নাই বুলি, ৰাইজৰ মন ভাগিলহেঁতেন; এতেকে হে কলোঁ সকলো আছে বুলি। তাকে কোৱাত হে ৰাইজৰ মন ভাঠ হৈ আছে। বঙালক আগবাঢ়ি ধৰিবলৈ এতিয়াও আমাৰ সময় আছে। খলা কৰি কাড়ী বাৰুৱতীক ৰণৰ আখৰা কৰিবলৈ দিব লাগে, খাৰঘৰীয়াক খাৰ, হিলৈদাৰীক হিলৈ, চাউল সমলীয়াক চাউল দিবলৈ কৈ, আমি ৰণলৈ সষ্টম হ'ব লাগে।"

জয়ানন্দই এইদৰে আগপিছ গুণা বিবেকী বুদ্ধিৰ সঁফুৰাটো মেলি দিলত চক্ৰধ্বজৰ আনন্দত পাৰ নাইকিয়া হ'ল- আৰু তৎক্ষণাত আগৰ আদেশ বন্ধ কৰি সকলোকে ৰণলৈ সাজু হ'বলৈ ক'লে।

এনে জনা-শুনা আগলৈ চাওঁতা জয়ানন্দৰ বংশৰে জীয়াৰী আছিল বৰকাকতীৰ বৰ বোৱাৰী গোলাপৰ ঘৈণীয়েক। এৱেঁই বিধবা হোৱাৰ পিচত মাকৰ ঘৰতে আছিল যদিও, মাজে-সময়ে আহি শহুৰেকৰ আলপৈচান ধৰেহি। বৰকাকতীৰ মনত সুখ মাত্ৰ এইকণ হে। এহেলৈ, পুত্ৰ, পৰিয়ালৰ কাৰোপৰা মনোমত শুশ্ৰূষা পোৱা নাছিল।

ববকাকতীৰ ঘৰ-বাৰী থকা মাটি ডোখৰ তেওঁখেতৰ নামে ম্যাদী পট্টা থকা বাবে হে তেওঁখেতৰ বুলি ক'ব পাৰি। ন'হলে ভোগ দখলৰ ফালে চালে সেই মাটি তেখেতৰ বুলি ক'ব নোৱাৰি। কাৰণ নিলগৰ গাঁৱৰপৰা পঢ়িবলৈ অহা ল'ৰাই থাকিবলৈ লোৱা ঘৰেৰেই বাৰীখনৰ এফাল জুৰি থাকে। সঁচা-সঁচিকৈয়ে সেই ল'ৰাবিলাকেই ভৰাম ববকাকতীৰ আচল আলপৈচান ধৰেঁতা। ল'ৰাইঁতে গাঁৱৰপৰা আহৈ চাউল, কোমল চাউল, মাটি মাহ, ক'ল-বন, টেঙা-টোকোচা, গুড-গাখীৰ যি অলপ আনে, তাৰে অলপ অলপ দি তেখেতক মান ধৰে। কোমল চাউল আৰু কুঁহী-খেকেৰা ভুফুলামান পালে ববকাকতী হে নালাগে ঘৰে-ঘৰোৱা নোপোৱাই পোৱাদি পায়। ল'ৰাইঁতৰ ঘৰৰপৰা বাপেক-ককায়েক কোনোবা আহিলে তেওঁ-বিলাককো ববকাকতীয়নীয়ে বৰা চাউল, কুঁহী খেকেৰা, তামোলৰ লগত খোৱা চুণ্ডা-ধপাত ভুপাহমান আনিবলৈ কুতুৰি থাকে। ববকাকতীয়নীয়ে কেতিয়াবা বৰ দুখ কৰে বোলে, "বাৰ বঙালৰ বস্তু খাই খাই আমাৰ আৰু চিৰী-বৃদ্ধি নোহোৱা হ'ল।"

কলম পিহি পিহি ববকাকতীয়ে দৈনিক যি বাৰ অনা পইচা পায়, তাৰেই পাঁচোটি প্ৰাণীৰ কাপোৰ-কানি কিনিব লাগে, বাজহি-ততহি মাৰিব লাগে, চাউলৰপৰা শাক-পাচলিলৈকে আটাইবোৰ বস্তু কিনিব লাগে। এইবোৰ নাটনি জোৰা মৰাৰ উপৰিও পূজা-সেৱা বিয়া-সবাহৰ দান-বৰঙণি আছেই। গুৰু-ঘৰৰ কৰো শোধাব লাগে। দুখীয়া মগনীয়া আহিলেও এমুঠি চাউল বা এটি পইচাকে হ'লেও দিব লাগে—ববকাকতী ডাঙৰীয়াৰ টাকনি (ৰাণিং) "আছে দান নাই সমিধান। মগনিয়াৰক বিমুখ কৰিব নেপায়।"

ববকাকতী ডাঙৰীয়াৰ ভাৰ্য্যা গৰাকীৰ নাম আছিল নীৰজা, মাত কথাত বৰ সাদৰী, দেখোনতো পকা খেকেৰা যেন, পিন্ধন-উৰণতো গোহাঁই-গাভৰুৰ দৰে। কপালত সেন্দুৰৰ ফোঁটটো লৈ, গাত আঁচুৰ শেল দিয়া বিহাখন মেৰাই কেচ দিয়া ফুলটো আগলৈ পেলাই গোবোহা লেটাই যোৱা খমখমীয়া মুগাৰ মেখেলা খন পিন্ধি ওপৰত লোৱা খনীয়া কাপোৰ খনেৰে একাঁচল ওৰণিকৈ লৈ ববকাকতীয়নী যেতিয়া ইঘৰ-সিঘৰলৈ (বিশেষকৈ ভনীয়েকৰ ঘৰলৈ) যায়, তেতিয়া দুই-এক বাটত দেখা বসিকে কোৱা কুই কৰে— "এই গৰাকীয়েই সেই তেল পৰি পিছলা ভৰাম কাকতী কলীয়া কাহুৰ ৰূপৱতী ভাৰ্য্যা আইচুদেউতাই নে?

পুহমহীয়া বৰকাকতীৰ বৰ কষ্ট হয়—জাৰত থক্ থক্ কৰে কঁপি থাকে। তুপৰীয়া তেও চোলা-কাপোৰেৰেই জাৰটো মাৰে; বেলি মাৰ যাবৰ হলে হে ডাঙৰীয়াৰ গাত কঁপনি উঠে। জুই নহ'লে ততকে নাহে। সেইদেখি, তেখেত কাছাৰীলৈ যাওঁতেই তেখেতৰ বাৰীত থকা ল'ৰাইতক কৈ যায়, "হে ৰ ৰ,' মইনাইঁত, ত-ত-তহঁতে সো বাঁহৰ মুঢ়াবোৰ গো-গো-গোটাই থবিহঁক, গধূলিকৈ জুই পুৱাবহি লাগিব। ন-ন-নহ'লে বুঢ়া জাৰতে মৰিব লাগিব।" তেখেতৰ বাৰীৰ চাপত মৰা বাঁহ এজোপাৰ মুঢ়াবোৰ মূৰ উলিয়াই আছিল। ঘামকালি তাৰ বাঁহ তাতে পৰি থাকে। 'বুঢ়া দেউতাই' কৈ যোৱা মতেই আমি আটায়ে বাঁহৰ মুঢ়া উঘালি দোল যেনকৈ গোটাই থওঁহঁক। এহাতে "জুটি অনা গাখীৰৰ টেকেলি আৰু কল আৰি, আৰু ইহাতে কাপ-কাকতৰ টোপোলাটো লৈ বৰকাকতী ঘৰ সোমায়হি, কাপোৰ-কানি সলাই গা-চা ধুই জুই গুৰিলৈ আহে মানেই আমিও

"কাউৰী গ'ল
গধূলি হ'ল,
আমাৰ চাউল কথা
মুকলি হ'ল।"

বুলি ধেমালি-ধুমুলা কৰি ঘৰে ঘৰে সোমাওঁগৈহঁক। বৰকাকতীৰ ঘিহে টাকনি, এইদৰে ফুট গধূলিতে সোমাই নেথাকিলে আমাক বাৰীৰপৰাই উলিয়াই দিব। কাছাৰীৰ পৰা অহা গাৰে তেখেতে পানী হে নালাগে, তামোল এখনিও মুখত নিদিয়ে। আহিয়েই পোনেই তপত পানী একলহেৰে গাটো ধিয়াব আৰু গঙ্গাস্তোত্ৰটো পাঠ কৰি সেই গোটাই থোৱা মুঢ়াৰ দ'মটোৰ ওচৰতে পাৰি থোৱা চৰা বা তামুলীপীৰা খনতে বহিব। চাৰি বা পীৰাত নৌ-বহঁোতেই আমাৰে এটাই ফুল-বছা সৰ্ব্বৰীয়া লোটাটোত পানী এলোটা, ফুলবছা কণ বাটিটোত গাখীৰ একণ, কল এটাৰে সৈতে জলপান এবাটি আৰু চৰিয়া এটা ভিতৰৰ পৰা যতাই থবহি। কানিকণ মলি খায়েই জলপানেৰে (সদায় নহয়) কানি তিতা মাৰিব। তাৰ পিচত, কোনোবা আহে কি চাহে বুলি অলপ বাট চাব। কিয়নো, ভাং-কানি, ধপাত যটিকা লগ নহ'লে খাই ভাল নেলাগে। কোনো নাহিলে অকলৈ অকলৈয়ে ভাং এচিলিম খাব। কানি-ভাং-জলপান আৰু কেতিয়াবা কেতিয়াবা চাহটোপা খাই সুস্থ হ'লেই আমাক মুঢ়া দ'মৰ গুৰিলৈকে ডাক

দিব। ইতিমধ্যে, জুই ধৰা হৈয়ে যায়। আমিও কেউফালৰ পৰা এন্দুৰ ওলোৱাদি ওলাই তেখেতৰ জুই কুৰাৰ ওচৰতে চাৰিওপিনে চটাই ঢাৰি একোখন পাৰি পাৰি বহোঁগৈহঁক। মুখত ৰূপ খটোৱা নাৰিকলৰ কলি যেন চঁচ খোঁৱা খোৱাটোত মলা ধপাত হুঁপি হুঁপি বৰকাকতী 'দেউতাই' আৰম্ভ কৰিব—

"এতিয়া আঁ আঁ আওৰাইক,
বি বি বিদ্বতঞ্চ ন্ নৃ নৃপত্বঞ্চ
নৈব তুল্যং ক ক কদাচন
স্ব স্ব স্বদেশে পূজ্যতে ৰাজা
বি বি বিদ্বান স-স-সৰ্বত্ৰ পূজ্যতে"।

এই বুলি আমাৰ মুখত নাহে মানে বৰকাকতী ডাঙৰীয়াই ঘূৰাই ঘূৰাই চোলোখটো (শ্লোকটো) আমাক গোৱাই থাকে আৰু আমিও সেইদৰে গাই থাকোঁহঁক। আমাৰ ভিতৰত যিটোৱে কপাকপ শ্লোকটো সৰ্গৰীয়াকৈ মাতি দিব পাৰে তাকে মুখখন মেলিবলৈ কয় আৰু ৰাকলি গুচোৱা কল এটা ভাঙি লৈ "এইটি কা কা কালোঁপকৈ ধ-ধ-ধৰি খোৱঁাচোন" বুলি মেলা মুখৰ ভিতৰলৈ কলটি সুমুৱাই দিয়ে। কলৰ আশাত আমি নিতৌ বাঁহৰ মূঢ়া গোটাওঁহঁক আৰু সন্ধ্যা লাগিলে মতা মাত্ৰকে ঘৰটোইঁতৰ পৰা ওলাই আহি মূঢ়া জুইৰ চৌপাশে মণ্ডলাকাৰ হৈ বহোঁগৈহঁক। এনেয়ে খোনা, তাতে সংস্কৃতৰ অনুস্বৰ বিসৰ্গবোৰ উচ্চাৰণ কৰিবলগীয়া হ'লে আৰু খোনায়। খোকখোকনিটো যদি অলপ দীঘলীয়া হয়, আমি মুখ ঢাকি খিক্‌খিককৈ হাঁহোঁহঁক। খোনা মাত্ৰেই খিংখিঙীয়া; বৰকাকতীও এই স্বভাৱৰ বাহিৰ নহয়। আমাকো হোৱাতো-নোহোৱাতো খিংখিঙায়েই থাকে। আমাৰ হ'লে খং সমূলি নুঠে।

গধূলি গধূলি এইদৰেই বৰকাকতী "দেউতাই আমাক চাণক্যৰ শ্লোক শিকায়। চাণক্যৰ উপৰিও 'হিতোপদেশ' 'পঞ্চতন্ত্ৰ' 'কথাসৰিৎ সাগৰ'ৰ সাধুবোৰ কয়। বিক্ৰমাদিত্য ৰজাৰ সাধুও কয়। 'বেতাল পঞ্চবিংশতি,' 'বত্ৰিশ পুতলাৰ সাধু'ও; সেই স-সে-মি-ৰা সাধুটো এতিয়াও মনত আছে। ভালুকে চাৰিটা চৰ মাৰি কুঁৱৰটোক পঠিওৱাৰ পিচত বৰকচিয়ে স-সে-মি-ৰাৰ যেনেকৈ অৰ্থ ভাঙিছিল তেনেকৈয়ে বৰকাকতীয়ে যেন আমাৰ আগত শ্লোকটো মাতি শুনাইছিল। আখৰকিটাৰ ব্যাখ্যা শুনি আমি বৰ

ৰং পাইছিলোঁ। বৰ মোমাইৰ মুখত শুনা সংস্কৃতৰ শ্লোকতকৈও বৰকাকতীৰ শ্লোক শুনিবলৈ ভাল লাগিছিল। ভৱৰাম বৰকাকতী ভাঙৰীয়াৰ সেই জুহাল-খনৰ কথা এতিয়াও কৃতজ্ঞতাৰে সুৱঁৰি থাকোঁ।

ৰাতি পুৱাল মাত্ৰকে বৰকাকতী শুই উঠে আৰু টোলৰ ল'ৰাইঁতক নাম ধৰি ধৰি আটাইকে জগাই দিয়েগৈ। শুই উঠিয়েই জাৰকালি হ'লেও দিখৌত গা-ধুই আহিবগৈ লাগে। পানী চেঁচা বুলি হোঁহোঁকা-পিছলা কৰি থাকিব নোৱাৰোঁ—যেনে তেনে জোবোৰাটো মাৰিব গৈ লাগিছিল। যিমানেই জাৰ নহওক, ৰ'দ বিৰিঙিয়ালেই নৈ কি পুখুৰী সকলোৰে পানী উমি উমি তপত হৈ থাকে। সেই পানীৰে চকু ধুলে চকুত চলিহাই ধৰিব নোৱাৰে; নাকে-মুখে উজালে মস্তিষ্ক শীতল হয় আৰু নাকত শেঙুণ সোপা মাৰি থাকিব নোৱাৰে। বৰকাকতী ইমান নৈষ্ঠিক আছিল যে আমি যদি ক'ৰবাত খোৱা-বোৱা নীতি-নিয়মৰ অলপো ইফাল সিফাল কৰোঁ, তেন্তে তেখেতে আমাক ডবিয়াই-হুঁকিয়াই কেটকেটাই থাকিব।

বৰকাকতীৰ ঘৰলৈ আগবেলা পাচবেলা আমোলাপটিৰ এইসকল পুৰুষৰ সমাগম হৈছিল— দুৰ্গাপ্ৰসাদ বৰুৱা, ইন্দীবৰ চিৰস্তাদাৰ, শশীধৰ বৰুৱা, ডেপুটি ইনস্পেক্টৰ ৰত্নধৰ বৰুৱা, হিমকান্ত বৰুৱা মৌজাদাৰ, তাৰানাথ শৰ্মা (বগা তাৰা), সিংহেশ্বৰ বৰুৱা খাজাঞ্চী, কীৰ্ত্তিনাথ বৰুৱা ডাৰোগা, নামতিৰ অৰুৰা বাপুটি, বেত্তবাৰীৰ মনোহৰ কাকতী, ভোল মহৰী (ভোলা নাথ বৰুৱা), বালি গোহাঁই (তীৰ্থেশ্বৰ বুঢ়া গোহাঁই নাওবৈচা ফুকন); গিৰীশ চন্দ্ৰ ঘোষ, দীনধৰ কটকীৰ ভায়েক মেৰুধৰ কটকী ইত্যাদি। ইন্দীবৰ, শশীধৰ, ৰত্নধৰ বৰকাকতীৰ জেঠেৰীয়েক, দুৰ্গাপ্ৰসাদ শালপতিয়েক। হিমকান্ত মৌজাদাৰ দুৰ্গা প্ৰসাদৰ জোঁৱায়েক; জেঠেৰীয়েক ৰত্নধৰ হিম-কান্তৰ ভিনীহিয়েক হোৱাত এসম্বন্ধে লতাপতা খুলশালীয়েকো। টানে-আপদে হিমকান্ত বৰুৱাই বৰকাকতীক বৰ সহায় কৰিছিল।

সততেই তেখেতৰ আলধৰা বাবে বৰকাকতীয়ে নিজৰ পুতেকহঁততকৈও টোলত থকা ল'ৰা বিলাকক হে বেচি মৰম কৰিছিল। বৰপুতেক গোলা-পক আমি দেখিবলৈ নেপালোঁ। বৰমাজু গোবিন্দ (গোবিন্দ দাদা) দিহিং মুখৰ আহোম পথাৰ পঢ়াশালিত কাম কৰিছিল। সৰুমাজু গোলোকে এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰি কলিকতালৈ গৈ পিট্‌মেন খৰ্টহেণ্ড পঢি আছে। তাৰ পিচত, বৰকাকতী এজেঞ্চী নাম দি কিতাপৰ দোকান

এখন খোলে। বৰকাকতীৰ ঘৰত বকুল কায়স্থই লিখা বুলি কোৱা সাঁচি-পতীয়া অক্ষৰ পুথি এখন আছিল। সেইখন ছপাব লাগে বুলি এম্-ভি স্কুলৰ হেড্পণ্ডিত সাধিৰাম কাকতীয়ে চৰকাৰলৈ লিখিছিল। সক পুতেক গগনৰ পঢ়াশুনা নহ'ল, হাইস্কুলৰ চতুৰ্থ শ্ৰেণীতে (ক্লাচ চেভেন) শিক্ষা সমাপ্ত হ'ল। এইজন ভবৰাম বৰকাকতী ডাঙৰীয়াৰ ঘৰখনেই সচাঁ-সঁচি-কৈয়ে আছিল মোৰ প্ৰকৃত আদি শিক্ষালয়।

**হিমকান্ত বৰুৱা :** ভবৰাম বৰকাকতীৰ বাৰীৰ দঁাতিতে হিম-কান্ত বৰুৱা মৌজাদাৰ ডাঙৰীয়াৰ ঘৰ। তেখেতৰ আগেয়ে, সেই মাটিতে প্ৰেমকান্ত চলিহা (মেম) আছিল। ১৯০৭ চনত গোলাঘাটৰ বৰুৱা গাঁৱৰ মৌজাদাৰ হিমকান্ত বৰুৱাই নামতিৰ মৌজাদাৰ ৰাধা বৰবৰাৰে সৈতে মৌজা সলনা-সলনি কৰে আৰু পুৰণি ঘৰ শিৱসাগৰলৈ আহি নগৰমহল মৌজাৰ মৌজাদাৰ হয়হি।

পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনৰেপৰা তেখেতৰ পূৰ্বপুৰুষসকলে পুৰুষানুক্ৰমে ৰাজবিষয় খাই আহিছিল। বুঢ়াগোহাঁইৰ দিনত মৌজাদাৰ ডাঙৰীয়াৰ আজোককাদেউতাক গুৰুদত্ত চাংকাকতী আছিল। তেখেতৰ পুত্ৰ জনাৰ্দ্দন ভঁড়ালীবৰুৱা হৈছিল। জনাৰ্দ্দনে পুৰণি ভেঁটি চাৰিঙত এটি পুখুৰী খনাই-ছিল। সেই পুখুৰীটো এতিয়াও "ভঁড়ালী বৰুৱা পুখুৰী" বুলি জনাজাত হৈ আছে—ৰাধাকান্ত ফুকন হাইস্কুলৰ সমুখতে। তেখেতৰ পুতেক শম্ভুৰামে বৰুৱা গাঁও আৰু নোগোৰা মৌজা দুটা খাইছিল। মাজতে বছৰদিয়েক, বংশৰে আন এজনে সেই মৌজা চলোৱাৰ পিচত হিমকান্তৰ হাতলৈ আহে। বৰুৱাগাঁৱত থাকিবলৈ আহকাল পাই জ্ঞাতি-কুটুম থকা পুৰণি ঠাই শিৱসাগৰলৈ মৌজা সলনি কৰি ঘূৰি আহে।

মোৰ পঁজা ঘৰটিৰে তেখেতৰ গোসাঁই ঘৰটি লগালগি। তেখেত সকলৰ ঘৰত শালগ্ৰাম আৰু বংশীবদন মূৰ্তি এখন আছিল। ৰাতিপুৱা দিখৌত সন্ধ্যা আহ্নিক কৰি আহি মই সেই গোসাঁই ধুৱাইছিলোঁ। মৌজা-দাৰ ডাঙৰীয়াৰ গোসাঁইৰ প্ৰতি অচলা ভক্তি আছিল। গোসাঁই সেৱা নকৰাকৈ তেখেতে পানী এটোপাকো নেখাইছিল (অৱশ্যে, সেই সময়ত কোনেও বাহী-গাই জল গ্ৰহণ নকৰা নিয়মেই আছিল)। ভবাম বৰ-কাকতীৰ দৰেই তেখেতেও মোক বৰ ভাল পাইছিল আৰু বৰকাকতীৰ সমানে মোৰ অভিভাৱকো আছিল।

বৰকাকতী এজেঞ্চীৰপৰা 'পদুম কুঁৱৰী' এখন আনি বৰ ডাঙৰ ডাঙৰ কৈ ঠেও ধৰি ধৰি পঢ়োতে মৌজাদাৰ ডাঙৰীয়াই খৰম জোৰৰ মাত মাৰি মনে মনে আহি মই পঢ়ি থকা পোনে খিৰিকীৰ আগতে ওলালহি আৰু মোক যেন দেখাই নাই, এনে ভাৱে দূৰৰ পৰা মতা-দি মাত মাতি পঠিয়ালে, "কি কৰিছা, নভেলিষ্ট?" 'নভেলিষ্ট" মানে যে উপন্যাস লেখক বা উপন্যাসত ৰাপ থকা মানুহ সেইদিনাই শিকিলোঁ। সৰু ল'ৰাই যে 'নভেল' পঢ়িব নেপায়, সেইটোও তেখেতৰ পৰাই শিকিছিলোঁ।

বৰুৱা ডাঙৰীয়াৰ ল'ৰা-ছোৱালী কিটাই আছিল মোৰ বাই-ভনী আৰু ভাই। তাতে কত সাধু কথা শুনিছিলোঁ, বিহুত কিমান যে অষ্টা--পচি খেদিছিলোঁ, খলিয়েই বা খেদিছিলোঁ কিমান, সেইবোৰ ৰং-ধেমালিৰ কথা ভাবিলে শোকাশ্রু হে বয়।

বৰুৱা ডাঙৰীয়াৰ বৰ পুতেক বিমলাৰ লগত মোৰ বৰ হলি-গলি আছিল। তেওঁ মোতকৈ কেই বছৰমানৰ সৰু, তথাপি, তেওঁৰ খুহুটীয়া কথা আৰু সাহিত্য অনুৰাগে আমাক একে নাৱৰে যাত্ৰী কৈ থৈছিল। ১৯২০ কি ২১ চনত বিমলাই অসহযোগৰ দিনত চৰকাৰী কলেজৰপৰা বি-এ পৰীক্ষা নিদি আলিগড়ৰ "নেছনেল ইউনিভাৰ্চিটিৰ" পৰা দি, সেই পৰীক্ষাত উত্তীর্ণ হয়। নামৰূপৰ ওচৰত চাহ-বাগিছা এখন পাতিবলৈ লওঁতে তাত বসন্ত ওলাল। সেয়েই তেওঁৰ নিমিত্তে কাল হ'ল আৰু ভৰ যৌৱনতে সেই কালেই তেওঁক বৈকুণ্ঠধামলৈ লৈ গুচি গ'ল। বিমলাৰ মৃত্যুত ঘৰখন শোকত জৰমাৰ দিলে। বৰপুতেকৰ শোকত মৌজাদাৰ ডাঙৰীয়া যি শোকে-বেজাৰে জুৰুলা হ'ল হ'লেই, আগৰ আনন্দ-উৎসাহ আৰু ঘূৰাই আনিব নোৱাৰিলে।

সেইবোৰ বাৰু যি কি নহওক, মই শিৱসাগৰ এৰালৈকে তেখেতৰপৰা সকলো প্ৰকাৰে, সকলো কথাতে যি উৎসাহ-উদগনি, মৰম-চেনেহ আৰু মাজে-সময়ে টাকনি পাইছিলোঁ, তাক আজিও পাহৰিব পৰা নাই। বৰুৱা ডাঙৰীয়াৰ পুত্ৰ-কন্যা সকলৰ লগত এতিয়াও সেই অতীতৰ আন্তৰিক মৰম চেনেহৰ একণমানো হুটুটাকৈয়ে আছে আৰু সম্বন্ধৰো হীন-ডেটি হোৱা নাই।

## ৪র্থ অধ্যায়

**প্ৰথম বেজবৰুৱা স্কুলৰ ভেঁটি ঃ** মৌজাদাৰৰ ঘৰৰ দক্ষিণে ডিস্ট্ৰিক্ট পেস্কাৰৰ বাৰী আছিল। তাতে দীননাথ বেজবৰুৱাই পোন প্ৰথমেই ইংৰাজী স্কুল পাতিছিল।

তেখেতৰ ঘৰৰ সমুখতে, আলিটোৰ ইপাৰে দীনধৰ বৰকটকী ডাঙৰীয়াৰ বাৰীতে আছিল ভূধৰ চৌধুৰী। এখেতৰ ঘৰ গুৱাহাটীৰ ৰংমহলত। শিৱসাগৰ কাছাৰীৰ চিৰস্তাদাৰ হৈ অহাত এখেত তুবছৰমান ইয়াত থাকিবলগীয়া হৈছিল। গোলাঘাটৰ ৰায় চাহাব দণ্ডধৰ বৰুৱা তহচীলদাৰ ডাঙৰীয়াৰ পুতেক গুণীন্দ্ৰনাথ বৰুৱা আৰু ৰাজেন্দ্ৰনাথ বৰুৱাও (প্ৰাক্তন ডেপুটী-স্পীকাৰ) তেখেতৰ লগতে থাকি শিৱসাগৰ হাইস্কুলত পঢ়িছিল। মোৰ সহপাঠী মহেন্দ্ৰনাথ বৰুৱাও তাতে আছিল। ১৯১১ চন মানত গোলাঘাটৰ বেজবৰুৱা হাইস্কুলটো গৱৰ্ণমেণ্টৰ হ'লত কেউজন শিৱসাগৰ এৰি গোলাঘাটলৈ গ'লগৈ। চৌধুৰী ডাঙৰীয়াৰ একে মাৰলীৰে তলতে আছিল আমাৰ শিক্ষক কামাখ্যাৰাম বৰুৱা। চৌধুৰী ডাঙৰীয়াৰে আমাৰে দেখা-দেখি হোৱাৰ বাহিৰে আন একো সম্পৰ্ক নাছিল। গুণীন্দ্ৰ-ৰাজেন্দ্ৰও ওপৰ শ্ৰেণীৰ ছাত্ৰ হোৱা বাবে তুবাৰ-চাৰিবাৰ "ভালনে," "কোনফালে যোৱা"— কথাৰ বাহিৰে আন একো কথা সুধিবৰ আৱশ্যক নাছিল। মহেন্দ্ৰৰে হে আমাৰ বন্ধুত্ব। শৰৎ বৰকটকীয়ে গুৱাহাটীৰপৰা অহা নতুন 'চাৰ' কামাখ্যা বৰুৱাক পৰীক্ষাৰ সময়ত "মোক ফেল নকৰিব" বুলি নিতৌ কৈ কৈ বৰ আমনি কৰিছিল। নিচেই সামান্য হ'লেও চৌধুৰী-বৰুৱাৰ বান্ধনি-ঠাকুৰটোৰ কথা পাহৰিব নোৱাৰোঁ। সি আছিল বৰ ধেমেলীয়া আৰু পৰগণীয়া সাধু-পটন্তৰৰ ভঁৰাল। তাৰপৰা শিকা সাধু তুটামানে পিচত মোৰ উপকাৰ সাধিলে। চৌধুৰীৰ দাঁতিতে পৰমা আমিনৰ ঘৰ, অলপ দিন মাত্ৰ আছিল।

**সহদেৱ পণ্ডিত ঃ** আমিনৰ ঘৰে ঘৰে লগা তুপুকৰীয়া বাৰীখনত যি গৰাকীৰ বসতি আছিল, তেখেতৰ নাম হৈছে, পণ্ডিত সহদেৱ শৰ্মা।

—৯

এখেতৰ দেউতাক ত্ৰিলোচন আছিল গোলাঘাটৰ কাছাৰীত নাজিৰ কাম কৰি। মণিৰাম দেৱানৰ ফাঁচীৰ সময়ত এখেত শিৱসাগৰলৈ আহে। ৰংপুৰ নগৰৰ ভিতৰত (ৰূলাতল ঘৰৰ ওচৰত) চৰকাৰে এখেতক ৫০ বিঘা মাটি নিষ্কৰকৈ দিছিল— পাণ্ডিত্যৰ বৃত্তি স্বৰূপে।

সেইজনৰে পুত্ৰ হ'ল সহদেৱ শৰ্মা। জ্যোতিষ শাস্ত্ৰত অগাধ পণ্ডিত। সকলোৱে কয় সহদেৱ পণ্ডিত বুলি। পণ্ডিত দেৱৰ ডাঢি কোছা দীঘল, সেইবুলি চাপকটা নহয়। তামোলৰ পিক পৰি কেতিয়াবা কেতিয়াবা ডাঢি খিনিয়ে হে হাঁটিৰ বোল ধৰে। ঋষি-মুনিসকলৰ বোলে বৰ আচাৰ-নাছিল। সহদেৱ পণ্ডিতৰো তেনেকুৱাই। তেখেত ইমান উদাৰ আৰু শাস্ত্ৰজ্ঞ আছিল যে মানুহে কৰা কিছুমান সামাজিক নিয়ম তেখেতে টিলিকিতে উকৱাই দিছিল। পণ্ডিত দেৱৰ ঘৰখনেই আছিল গাঁৱৰ পৰা অহা স্কুলীয়া ছাত্ৰৰ নিমিত্তে এখনি আশ্ৰম। আমোলাপটিৰ ডাঙৰ ডাঙৰ মানুহৰ ঘৰত্তে শান্তি স্বস্ত্যয়ন, উপনয়ন আৰু গ্ৰহযজ্ঞ হ'লে, সহদেৱ পণ্ডিত আচাৰ্য্য নহ'লে উপায় নাই। আলহী-অতিথিৰ নিমিত্তে তেখেতৰ গৃহদ্বাৰ সৰ্বদায় উন্মুক্ত। নামতি, চাৰিআলি, কালুগাঁও, মগৰাহাট, ভঁৰলুৱা— এইবোৰ গাঁৱৰপৰা অহা ছাত্ৰই এখেতৰ বাৰীতে ঘৰ সাজি পঢ়িবলৈ লৈছিল। বৰ 'মজাৰ' কথা এইটো হে যে যেয়ে য'ৰে পৰা যিহকে নানক, তেখেতৰ হাতত গতাই দিলেই হ'ল। ল'ৰাইতে ঘৰৰ পৰা চাউল-পাত আনি নিজে ভাত ৰান্ধি খাব নেলাগে, তেখেতৰ হাতত সেইবোৰ দিলেই, দুপৰীয়া-গধূলি, দুয়ো সাজতে চাউলখিনি অন্ন ৰূপে পৰিণত হৈ দেৱৰ মজিয়াতে দিওঁতাজনক মাতি থাকিব। সেই দিনত ব্ৰাহ্মণৰ ভাত খোৱা মজিয়াত অব্ৰাহ্মণৰ ভক্ষণ নাভূত-নাশ্ৰুত কথা। মগৰাহাটৰ কেশৱৰাম বৰদলৈয়ে এই মজিয়াতে অন্ন গ্ৰহণ কৰি মেট্ৰিক পাছ কৰি গ'ল। বৰদলৈ-মই দুয়ো একে শ্ৰেণীৰ ছাত্ৰ আছিলোঁ। 'টেষ্টত' 'এলাও' হোৱাৰ পিচত ৰাতিয়ে দিনে দুয়ো একেলগে সম্ভাব্য প্ৰশ্নবোৰৰ উত্তৰ আওৰাইছিলোঁ। পণ্ডিত দেৱে মোৰ নিমিত্তে তেখেতৰ ঘৰৰ খোটালি এটা এৰি দিছিল। পুতেক বসুদেৱ আৰু চন্দ্ৰদেৱতকৈও তেখেতে আমাক হে বেচি মৰম কৰিছিল। অইনকি, যজন-যাজন কৰি পোৱা ফল, প্ৰসাদ, গাখীৰ নাইবা লেহ্য-পেয় যেই সেই বস্তুকে আনি তেখেতে পোনেই চাউল দিওঁতে পাৰক মতা দি "আহ, আহ, ল'ৰাইত আহ" বুলি মাতি আমাক হে পোনেই বিলাই দিয়েহি।

তেখেতে গ্ৰহৰ দানো লৈছিল। আগৰ দিনত, মানুহৰ গা-মূৰ বেয়া হ'লে বা শকত নৰিয়া পৰিলে, পণ্ডিতৰ ওচৰত সোৱঁৰণীৰ ৰাশিফল চোৱায়হি। মঙ্গলৰ দশা, শনিৰ দৃষ্টি কেতিয়া পৰিছে বা পৰিব, নাইবা গ্ৰহ-নক্ষত্ৰৰ গুণ-বৈগুণ কি ৰূপ ইত্যাদি পীড়াৰ প্ৰতিষেধক গ্ৰহ-শান্তিৰ উপায় বিধানত প্ৰায়ে পঠা ছাগলী দান দিয়াৰ বিধান হয় আৰু সেই দান গ্ৰহ-যজ্ঞ কৰি দেৱেই লয়গৈ। এইদৰে যজ্ঞত উচৰ্গা বা গ্ৰহৰ দান-স্বৰূপে দিয়া ছাগলীবেই পণ্ডিত সহদেৱৰ ঘৰখন ছাগলীময়। ঘৰৰ দাঁতিৰ ছাগলী টঙিত ২০ জনী মান ছাগলী আছিল। তাত মতা-মাইকী কিমান ছাগলী থাকে দেৱৰ বুজ নাই। কিন্তু, ভাতৰ লগত গাখীৰ খাবলৈ নেপালে হে বুজ হয়। কিয়নো, সহদেৱ পণ্ডিতৰ ঘৰত গৰু-মহৰ গাখীৰ অসঙ্কাৰ। ছাগলী গাখীৰেৰেই চাহ-জলপান আৰু ভাতৰ অনুপান সকলো হয়। শ্ৰাধ-বিধিত হে গৰু-ম'হৰ গাখীৰ লাগে।

আমি পাওঁতে, সহদেৱ পণ্ডিতৰ বয়স তিনিকুৰিৰো ওপৰ। তেতিয়াও তেখেত বৰ উদ্যোগী আৰু অধ্যয়নৰত আছিল। জাৰকালি বা জহৰ দিনতো কেতিয়াবা কেতিয়াবা আমাক কাহে ধৰে। সেই আদহীয়া বয়সতো তেখেতক হ'লে এদিনো কহা শুনিলোঁ। ঘৰত ছাগলী থাকিলে, সদায় ছাগলী গাখীৰ খালে আৰু ভোবোলা ছাগলীৰ গোন্ধটো নিতৌ নাকত সোমাই থাকিলে যে কাহ-যক্ষ্মা-উদ্ ফাই আদি হৃদপিণ্ড দুৰ্বল কৰা একো ৰোগেই বাহ লব নোৱাৰে— পণ্ডিত সহদেৱেই আমাক দেখুৱালে।

মাঘৰ বিহুৰ উৰুকাত আমি দিখৌ গড়াত ভোজ খাওঁইক। সেই ভোজলৈ আমাৰ যি বিধ প্ৰধান ভোজ্য বস্তুৰ আৱশ্যক, সেই বিধ বস্তু সহদেৱ পণ্ডিতৰ টঙিৰ পৰা নিয়া অপহৃত দুটি বা এটি ছাগলীবেই অপূৰ "অৱদান"। এই অপহৃত কাৰ্য্য সংঘটিত হৈছিল সনৎ কুমাৰ বৰুৱা আৰু গগন চন্দ্ৰ বৰকাকতীৰ দ্বাৰাই। দেৱৰ দুৱাৰ মুখতে এজোপা আঁহত গছ আছিল। গছ জোপাৰ তলতে গাত ফটা কম্বল এখন মেৰিয়াই দেছুৱালী এটা দিনে ৰাতিয়ে কপাল খুন্দিয়াই খুন্দিয়াই পৰি থাকে। বাট-কৰাই কিবা কিবি দিয়েনে নিদিয়ে ক'ব নোৱাৰোঁ, পণ্ডিতদেৱে হ'লে নিতৌ কলপাততে ভাত দুটিমান দিয়াবই। তাৰ নামটো পাহৰিলোঁ। ভৱাম বৰকাকতীৰ বাৰীৰ উত্তৰ-পূৱ চুকেও এটি আঁহত পুলি আছিল। তাৰ তলতো মুহিতা নামে মানুহ এটাই প্ৰায়েই বাহ লৈছিল। মুহিতাই

আৰ-তাৰ ঘৰলৈ গৈ গৃহস্থক ক'ব "ভাত দিবিতো দিবি, নাই দিবিতো নাই দিবি।" এনে নিস্বাৰ্থভাৱে 'ভিক্ষা কৰা' যাক বোলে, তেনে ভিক্ষা সি কাকো কৰা নাছিল। তাৰ পোনপটীয়া কথাষাৰেই কঠুৱা মানুহৰ অন্তৰো গলাব পাৰিছিল। এই দুয়োটা আহত-তলীয়া ভিক্ষাৰীৰ কথাবোৰ ভাবি ভাবি "ধনী দৰিদ্ৰ" নাম দি এটি প্ৰবন্ধ লিখিছিলোঁ। ভগৱতীয়ে 'ধনী দৰিদ্ৰ-টো' কাটি 'চহকী দুখীয়া' কৰিলে আৰু সেইটোকে তেওঁ মনে মনে 'বাঁহী' লৈ পঠিয়াই দিলে।

**তনুশ্যাম বৰুৱা মৌজাদাৰৰ ঘৰ ঃ** সহদেৱ পণ্ডিতৰ চাপে চাপে লগা বাৰীখন আছিল তনুশ্যাম মৌজাদাৰ ডাঙৰীয়াৰ। মৌজাদাৰ ডাঙৰীয়া আছিল বৰ হটঙা পুৰুষ। তেখেতৰ দীৰ্ঘ অৱয়বটোৰ উত্তৰাধীকাৰী হ'ব পাৰিছিল বৰমাজু পুতেক অম্বেশ্বৰ আৰু সৰুমাজু পুতেক ৰত্নেশ্বৰ। বৰপুতেক ৰজনী শিৱসাগৰ জিলাৰ স্কুলসমূহৰ ডেপুটী ইন্‌স্পেক্টৰ আছিল। মই হাই-স্কুলত নাম লগোৱাৰ তিনিমাহ নে চাৰিমাহৰ পিচত তনুশ্যাম মৌজাদাৰ মৰিল বুলি বাইজে খৰি দিবলৈ বাহ-কাঠ আনি চোতালত দমাই পেলালেহি। তেখেত কিন্তু নমৰিল—নমৰিল যদিও, যমৰ ঘৰ দেখি আহিল। শ্মশানলৈ নিব খোজা খেল ওলোৱা ডাঙৰীয়া গৰাকীৰ আয়ুস আৰু এবছৰ বাঢ়িল। তেখেত ৭৮ বছৰ বয়সত ১৭.৯।১৯০৬ তাৰিখে ঢুকায়। এখেতৰ নাতি-পুতিবিলাকৰ লগত মোৰ বৰ আহ্লাদ আছিল। মৌজাদাৰৰ বৰ পুতেক ৰজনীকান্ত আৰু তেওঁৰ পাচৰ জনক মই নেদেখিলোঁ। তেওঁৰ নাম আছিল সোমেশ্বৰ। ৰজনৰ চাৰিজন পুতেক ১) তিলক, ২) তুলসী, ৩) লক্ষ্মীকান্ত, (মাখন), ৪) যোগকান্ত। সোমেশ্বৰৰ পুতেক দুলাল আৰু দেৱী। দেৱী মোৰ সহপাঠী। অম্বেশ্বৰৰ পুতেক ডিম্বেশ্বৰ, পদ্মকান্ত (ববালি), ধৰ্মেশ্বৰ আৰু জীৱেশ্বৰ (ৰজা)। দেৱী-ডিম্ব-ববালি (সৰু)ইতেৰে তেওঁবিলাকৰ চ'ৰা ঘৰতে ৰজা-মন্ত্ৰী খেদিছিলোঁ। ধৰ্মেশ্বৰ-জীৱেশ্বৰ সৰু। ধৰ্মই খিলঙত চৰকাৰী কাম লৈ এতিয়া গুৱাহাটীতে অৱসৰ লৈ আছে। ৰজা গুৱাহাটী আৰ্ট কলে-জৰ অধ্যক্ষ আছিল। দুখ লাগে, তেওঁৰ অকালতে মৃত্যু হ'ল। যোগ-কান্তও মোতকৈ সৰু, ভগৱতীইতৰ যুৰীয়া। তেওঁ কবি আৰু তেওঁৰ লেখা উপাদেয়, এতিয়াও গোলাঘাটৰ বাগিচা এখনত মেনেজৰী কৰি আছে।

অ', ধনপুৰীয়া কঠাল পাতৰ আঁৰতে লুকাল। তনুশ্যাম বৰুৱাৰ দুমলীয়া পুতেক কেশৱকান্ত বৰুৱাৰ কথা লিখিবলৈ পাহৰিছিলোঁৱেই। বৰুৱা

ডাঙৰীয়া পৰিয়ালটোৰ ভিতৰত তেখেতেই (বৰজনৰ পিচতে) আছিল বংশ উজ্জলকাৰী। তেখেত আছিল হাইস্কুলৰ শিক্ষক—তেজপুৰতে জীৱনৰ সৰহ-ভাগ কটালে। ধৰ্মপ্ৰাণ, নৈষ্ঠিক, সদাচাৰী, বংশ গৌৰৱত গৌৰৱান্বিত কেশৱকান্ত বৰুৱাই 'বণিয়া কাকতীৰ বংশাৱলী' খন প্ৰকাশ কৰি থৈ গৈছে। অসম বুৰঞ্জীত নথকা বহুত জানিবলগীয়া কথা তাত আছে। তাৰ উপ-ৰিও তেখেতে 'চুপহি' নামে এখনি কবিতা পুথিও লিখিছিল। আৰু কি লিখিছিল মোৰ মনত নাই। তেখেতৰ সুযোগ্য পুত্ৰ ৰোহিণীকুমাৰ বৰুৱাও (গুৱাহাটী বিশ্ববিদ্যালয় আৰু মেডিকেল কলেজৰ অধ্যাপক আছিল) কেঁচা বয়সতে মৃত্যুক আদৰি আনিলে। তুলসী (ককাইদেৱ) বৰুৱাৰ পুত্ৰ অশ্বিনীকুমাৰে চৰকাৰৰ ঘৰৰ ডাঙৰ বিষয়া (মাটি হাকিম আৰু হাকিম) থাই বংশ মৰ্যাদা আৰু স্বাধীন মতামত প্ৰকাশ কৰি ঐতিহ্য-অনুৰাগী হৈ অকালতে সংসাৰ ত্যাগ কৰিলে। তনুশ্যাম মৌজাদাৰৰ পৰিয়ালটো বুৰঞ্জীপ্ৰসিদ্ধ বণিয়া কাকতী-চান্দ সদাগৰৰ ঘৰৰ। লিখিলে, পৰিয়ালটোৰ দ্বাৰা গঠিত হোৱা এখন সামাজিক বুৰঞ্জীয়ে হ'বগৈ। 'বণিয়া কাকতীৰ বংশাৱলী' পঢ়ি এনিয়া হে বুজিছোঁ, বংশাৱলীবিলাক কিয় বুৰঞ্জীৰ আপুৰুগীয়া সমল।

এখেতসকলৰ ঘৰত বছৰি দুৰ্গা পূজা হয়। ঢোপাবৰ মৌজাৰ মৌজাদাৰ হৈও, বত্নেশ্বৰে নিজে নিজেই ঘৰতে দশভূজাৰ মূৰ্ত্তি সাজে আৰু বৰ আন্তিকেৰে গোসাঁনীৰ আগত বলি-বাহন উৎসৰ্গা কৰে। বিষয়-বাসনাৰ আহ্বানত পৰি তনুশ্যাম মৌজাদাৰৰ গপগপীয়া ঘৰখন আমি দেখোঁতে দেখোঁতেই খান্‌খান্‌ হ'ল তেখেতসকলৰ সেই 'দেখোঁতেই ভয়ঙ্কৰ' বৰ চ'ৰাঘৰটো, বৰ গোসাঁই ঘৰটো আৰু বৃহৎ পৰিয়াল থকা মাজ চোতালে সৈতে দীঘল দীঘল হাটী যেন ঘৰবোৰ, দুৱাৰ মুখত থকা জোপোহা জোপোহা আম কিজোপা, বেল-জোপা, ৰমক-জমক হৈ ফুলি থকা বাৰীখন, গছত মেৰাই থকা, লতাত ওলমি মিৰিকা টেঙা আৰু মাধৈ-মালতীৰ থুপিবোৰ এটি এটিকৈ অন্তৰ্দ্ধান হ'ল। মৌজাদাৰৰ ঘৰৰ এটি স্মৃতিয়ে আজিও মোৰ মনত ভুমুকি মাৰেহি। সেইটি হৈছে, কেশৱকান্ত বৰুৱা ডাঙৰীয়াই দুৰ্গা পূজাৰ সময়ত তেজপুৰৰপৰা আহি ঘৰত থাকোঁতে হাতত তাম-তুলসী আৰু কপৰ কোবা-অৰ্ঘাযুৰি লৈ দিখৌ ঘাটত গা ধুবলৈ যোৱা আৰু ঘাটতে সন্ধ্যা আহ্নিক কৰি তিতা তিয়নিৰেই ঘৰলৈ অহা। বৰুৱা ডাঙৰীয়াক দেখোঁতে তেতিয়া এনে হে লাগিছিল যেন পুৰণি ভাগৱতত কোৱা নৱগুণ পৰিহিত, শুভ্ৰবৰ্ণ কায়ৰ তপোনিষ্ঠ ঋষি

এগৰাকী হে যেন সভ্যস্নাত হৈ আসনৰপৰা উঠি আহিছে। এখেত তেজপুৰ হাইস্কুলত শিক্ষক আছিল। 'চুপহি' আদি ভালেখিনি পুথি লিখি থৈ গৈছে। 'বণিয়া কাকতীৰ বংশাৱলী'-খনো এখন বুৰঞ্জীয়েই।

**সোমেশ্বৰ শৰ্মা বৰুৱা মৌজাদাৰ :** তনুশ্যাম বৰুৱাৰ ঘৰৰ আগতে নৈৰ মথাউৰিটোৱে অলপ পুবলৈ ঘোৰ লৈছে। সেই ঘৰটোৰ চুকতে ডাঙৰীয়া সোমেশ্বৰ শৰ্মা বৰুৱা মৌজাদাৰৰ ঘৰ। তছীলৰ দিনত মৌজাদাৰ সোমেশ্বৰ তছীলদাৰ আছিল। আমাৰ ছাত্ৰাৱস্থাত তেখেত আছিল অনাৰেৰী মেজিষ্ট্ৰেট। তেখেতৰ ভায়েক দুজন। এজন চন্দ্ৰ—চন্দ্ৰ মাষ্টৰ বুলি সকলোৱে কৈছিল আৰু ইজন মহেশ্বৰ। মহেশ্বৰ বোলাজন ককায়েতকৈ চাপৰ, মূৰত পাগুৰি এটি মাৰি কাছাৰীত পেস্কাৰ কাম কৰিবলৈ যায়। তেখেত খ্যাত আছিল মহেশ্বৰ পেস্কাৰ বুলি। এখেতৰ পুত্ৰ শশীভূষণ মোৰ প্ৰথম অভিভাৱক গোলাপ চন্দ্ৰ শৰ্মাৰ সহপাঠী আছিল। মাজুপুতেক বংশীভূষণ মোতকৈ এশ্ৰেণী ওপৰত পঢ়িছিল বেজবৰুৱা স্কুলত। সৰুটিৰ নাম মোৰ মৈতে একে; মোতকৈ সৰু যদিও, মিতা বুলি মাতিছিলোঁ।

এখেতসকল বেজবৰুৱা পৰিয়ালৰ, পূৰ্বে দেৰগাঁৱত ঘৰ আছিল। নীতি-নিয়ম আৰু ধৰ্মাচৰণ বৰ নৈষ্ঠিক আৰু ৰক্ষণশীল। এখেতসকলৰ দুৱাৰ মুখতে মথাউৰিটো পাৰ হৈয়ে দিখৌৰ পানী খোৱা ঘাট। সেই ঘাটটো অকল তেখেতসকলৰ ঘৰৰ মানুহে হে ব্যৱহাৰ কৰে। আমি গা ধুবলৈ যাওঁতে সদায় পেস্কাৰ ডাঙৰীয়াক পানী যুৱলিতে বহি সন্ধ্যা কৰা দেখিছিলোঁ। এতিয়াও সেই পবিত্ৰ ঘাটটি থাকিব পায়। থাকিলেও তাহানিখনৰ দৰে স্তৱ-স্তোত্ৰৰ ধ্বনি-প্ৰতিধ্বনি শুনিবলৈ পোৱা নেযায় চাগৈ।

**দুৰ্গাপ্ৰসাদ বৰুৱা তছীলদাৰ :** সোমেশ্বৰ মৌজাদাৰৰ ঘৰ এৰিয়েই আমগুৰি ঘাটলৈকে লানি লাগি থকা তিনিঘৰি নামজ্বলা ডাঙৰীয়াৰ ঘৰ। তাৰে পোনৰ ঘৰ দুৰ্গাপ্ৰসাদ বৰুৱা তছীলদাৰ ডাঙৰীয়াৰ। তেখেতক দুৰছৰ কি আঢৈ বছৰ মান হে দেখিছিলোঁ। বৰুৱা ডাঙৰীয়াৰ বৰণটো অলপ ক'লা আছিল যদিও, উজ্জ্বল চকুৰে-মুখে থূলন্তৰ গায়ে-গাঁৰিয়ে দেখিবলৈ বৰ সভাশুৱনি পুৰুষ আছিল। তেখেত অভয়পুৰ মৌজাৰ মৌজাদাৰ। সেই সময়ত সেইটোৱেই শিৱসাগৰ জিলাৰ ভিতৰত আটাইতকৈ ডাঙৰ মৌজা। আগৰ দিনত যি মৌজাৰ খাজনা এক লাখ টকা, সেই মৌজা একেজন মানুহকে দিয়া নহৈছিল, কিন্তু পূৰ্বৰ মেথী, ব্ৰডী, আৰু জেন্‌কিনছ্ চাহাব অধিকাৰীসকলৰ

দ্বাৰা প্ৰশংসিত প্ৰথম অসমীয়া-বঙলা অভিধান ৰচোঁতা যাদুৰাম (জাদুৰাম) ডেকাবৰুৱা (লেখেলী ডেকাবৰুৱা) সদৰামিনৰ পুত্ৰ বুলি দুৰ্গাপ্ৰসাদক সেই মৌজা দিয়া হৈছিল।

তেখেত ইমান ধৰ্মপ্ৰাণ আছিল যে ঘৰত ঘটতে দুৰ্গা পূজা কৰাইছিল যদিও, হিন্দুধৰ্মৰ অন্তৰ্গত যতবোৰ কৃত-কৰ্ম, নিত্য-নৈমিত্তিক তিথি, পৰ্ব্ব আছে সকলো বৰ আন্তিকেৰে বিধিবৎ পালন কৰিছিল। তেখেততকৈ তেখেতৰ ভাৰ্য্যা, কৃষ্ণানন্দ বৰুৱাৰ মুমলীয়া জীয়াৰী ললিতী আইদেউৰ ধৰ্মাচৰণৰ প্ৰতি ৰতিটো হে চিৰস্মৰণীয়। সেইকালত মাইকী মানুহে লিখিব নোৱাৰিছিল, কিন্তু পঢ়িব পাৰিছিল। ভবাম বৰকাকতীৰ অৰ্দ্ধাঙ্গিনী নীৰজা আৰু ললিতী বায়েক-ভনীয়েক হয়। দুয়ো ৰামায়ণ-মহাভাৰত, কীৰ্ত্তন-দশম আদি পঢ়িব পাৰিছিল। গোপিনী সবাহত প্ৰায়ে ললিতী বৰুৱানীয়ে হে আইনাম, গোসাঁইনাম, শীতলা নাম পোন প্ৰথমেই লগাই দিয়ে। তেখেতৰ 'নামঘোষা' খন মুখস্থ আছিল বুলি ক'লেও বঢ়াই কোৱা নহয়। যেহুআলি নৌ দিওঁতেই আইদেউতাই যেতিয়া—

"মুক্তিত নিস্পৃহ যিটো,
সেই ভকতক নমো"

বোলা 'নামঘোষাৰ' প্ৰথম ফাঁকি পদ (ঘোষা) শোৱাপাটিতে গাব, তেতিয়া জাৰকালি ৰাতি পুৱাৰৰ বেলিকা নিহালিৰ তলত মূৰ সুমুৱাই থকা নাতি নাতিনীহঁতে ভকতি ভাৱতে সেই পিনেই আকৌ টোপনি যায়।

এদিনাখন 'প্ৰবাসী'খনত ৰবি ঠাকুৰৰ কবিতা পঢ়ি থাকোঁতে, কথাৰ ছলতে বৰ নাতিয়েক 'ভগৱতী মইনা'ই এই বুলি কোৱা মোৰ মনত আছে।

"আইদেউতাই নিশা এপৰমান থাকোঁতেই "মুক্তিত নিস্পৃহ" ঘোষাটো গায়, আমাৰ শুনি শুনি ইমান ভাল লাগে যে, নিহালিৰ তল এৰিবৰ মন নেযায়। আকৌ আমি শুই থাকোঁ। আমাৰ 'নামঘোষা'তকৈ 'গীতাঞ্জলী'খন তল নে ওপৰ, বেজবৰুৱাই কিবা এটা কোৱা হ'লে ভাল লাগিলহেঁতেন।" (সেই সময়ত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ বাঁহী'ত কীৰ্ত্তন নামঘোষাৰ কোবাল আলোচনা চলি আছিল।) বুঢ়ীমাকৰ এইখিনি সুৰাগী সুৰদি গুণ বহু বছৰৰ মূৰত বৰমাজু নাতিয়েক সুধালতাৰ কবিতা-গান আৰু গল্পৰ কোনো কোনো ঠাইত প্ৰকাশ পাইছিল।

দুৰ্গাপ্ৰসাদৰ পুতেক ৰাধিকাপ্ৰসাদ, ভৱানীপ্ৰসাদ আৰু তাৰিণীপ্ৰসাদ। ৰাধিকাপ্ৰসাদ প্ৰায়েই মৌজাত থাকে, মাহেকে-পষেকে আহি সাত দিন-দহদিন থাকে। তেখেত অনাৰেৰী মেজিষ্ট্ৰেটো হৈছিল আৰু অসম কাউ-ন্সিলৰ সদস্যও আছিল। হাতত লাখুটিডাল লৈ মূৰত তামৰজীয়া পাগুৰি মাৰি, কেপ কলাৰৰ কোট পটলুং (পেণ্ট) পিন্ধি বেঙাটোহঁত মিলিটেৰী খোজৰ দৰে সমানে সমানে দি যেতিয়া কাছাৰীলৈ বা সভা-সমিতিলৈ খোজ কাঢ়ি যায়, তেতিয়া তেখেতৰ খোজ-কাটল আৰু সুগোল গৌৰবৰ্ণ মুখশ্ৰীয়ে ককাদেউতাক ডেকাবৰুৱা জাদুৰামৰ গৰিষ্ঠ গাম্ভীৰ্য্যকে প্ৰকাশ কৰি গৈছিল বুলি দেখা লোকে কোৱা-কুই কৰিছিল। বৰুৱা ডাঙৰীয়াই ডেকা কালতে, জেঠায়েকৰ পুতেক গোলাপ বৰকাকতীৰে যুটীয়াকৈ, সেই সময়ত চলা বিয়া নাম বিলাক সংগ্ৰহ কৰি ছপাবপৰাকৈ এখনি পুথি যুগুত কৰি থৈছিল। তেখেতে লিখা কবিতাও এটা নে দুটা 'জোনাকী'ত প্ৰকাশ হৈছিল আৰু তেখেতৰ বৰ পুতেক ভগৱতীয়ে কৈছিল, "দেউতাই কবিতাৰ পুথি এখনিও লিখিছিল।" ভায়েক ভৱানীপ্ৰসাদ কোনোবা এখন বাগিচাত মেনেজাৰ আছিল। তেখেতে বিশেষভাৱে সাহিত্য চৰ্চ্চা কৰা নাছিল যদিও, 'জোনাকী', 'বিজুলী'ৰ এজেণ্ট হৈ, আলোচনী কাকতৰ প্ৰতি অসমীয়া ভাষানুৰাগী সকলৰ ধাউতি বঢ়াইছিল। তেখেতৰ বৰণো আছিল তেজগোৰা— মুখখনৰ গঢ়টো ককায়েকৰ দৰে নহয়— অলপ দীঘলীয়া। তাৰিণীপ্ৰসাদ আছিল ধেমেলীয়া অভিনেতা। ৰাধিকাপ্ৰসাদ বৰুৱাৰ পত্নী ভগৱতীৰ 'আইতা'ক (মাক) হিমলা বৰুৱানীৰ অন্তৰৰো অন্তৰৰ নিভৃত কোণত সুকুমাৰ কলাৰ স্পৃহা থুপ খাই আছিল। (ভগৱতীৰ সলিল-সমাধি মৃত্যুৱে বুকুত কুঠাৰ মাৰি থৈ যোৱা শোকত বিহ্বলা হৈ লিখা 'বিননি'ৰ কবিতা সমূহেই তাৰ সাক্ষী।) নহ'লেনো পুতেক ভগৱতী, পাৰ্ব্বতী, লাহৰি (মোক্ষদা), 'মিলিটেন্ট' সোণ (কামাক্ষা) আৰু হুমলীয়া জীয়েক সুধালতাৰ অন্তৰত কিয় সেই স্পৃহাৰ উত্তৰাধিকাৰীত্ব শতমুখী হৈ পূৰ্ণ পৰিস্ফুট নহ'ব ? সেই গুণেই "কণ্ঠে কলাপী ভোগে বিলাপী" আই সৰস্বতীৰ টোপ টোপকৈ পৰি থকা আশীৰ্ব্বাদৰ পৰশ পাবলৈকে ৰাধিকা প্ৰসাদৰ ঘৰলৈ মোৰ সততে গমনাগমন হৈছিল আৰু বয়সত কনিষ্ঠ হ'লেও, জ্ঞানত বৃদ্ধ ভগৱতীৰে সৈতে চ'ৰাঘৰৰ কোঠা এটাতে বহি "ৰাজভগ-নৰপৰা কলথোকা বাদুলিয়ে খোৱালৈকে" লেল্-পেল্ নিছিগা কথাৰ

ওৰা পাতিছিলোঁ। ওৰা পতা কথাত কত কল্পনাকে নেপাঙিছিলোঁ। কিন্তু কি হ'ব ভাবিলে আমঠু ক'লা পৰি যায়, সেইবোৰৰ এটাও যে ফুলাবলৈ নেপালোঁ। হকণ দেৱতাই মৰমতেই হওক বা খিয়ালতেই হওক, কল্পনাৰ মুলকলি ভগৱতীটোক দিচাঙৰ হতুৱাই থাপ মৰাই দেৱলোকলৈ লৈ গুছি গ'ল।

কোঠাটোত কথা পতা লগৰীয়া আছিল নাৰায়ণ ভূঞা। তেওঁ আমাৰ কথাত হৰিভৰ দি থাকে। কেতিয়াবা বাপুও (বিমলা) অসময়ত হে ওলায়হি। তেওঁ আহিলে ৰগৰ উঠে। তাতে চাহ-তাহ খাই ফুৰিবলৈ ওলাওঁহঁক।

কোঠাটোৰ বেৰখনৰ সিফালেই আহল-বহল চ'ৰাৰ বহা-খোটালি। মৌজাদাৰ ডাঙৰীয়া ঘৰত থাকিলে, নিতৌ ফণীধৰ চলিহা ডাঙৰীয়া 'ৰাধি-বোপাৰ' ( চলিহাই ৰাধিকাক মতা নাম ) ঘৰলৈ আহিবই, আৰু আহি দুঘণ্টামান তাতে বহি সমসাময়িক দেশৰ পৰিস্থিতি আৰু হিন্দু সমাজৰ উত্থান-পতনৰ বিষয়ে কথোপকথন কৰিব। আমাৰ কাণতো সেইবোৰ পৰেহি। কিন্তু, শহাকণীয়া নাৰায়ণ ভূঞাৰ কাণ দুখন হ'লে সেইফালে সদায় থিয় হৈ থাকে। তেখেতসকলে কি কি কথা পাতিছিল পিচত ভূঞাই আমাক সবিশেষ কয়হি। হকৰা আছিল পুৰণি পন্থী আৰু চলিহা নতুন পন্থী। ৰাধিকা বৰুৱাই নামৰ মাধুৰী পিব জানিছিল। সেয়ে হে তেখেতৰ বৰজনী ছোৱালী কমলা আইদেউৰ নাম দিছিল কমলেন্দু নিভাননা (কমল+ইন্দু +নিভ+আননা ) আৰু সৰুজনীয়াটিৰ দিছিল সুধালতা। ল'ৰা কেইটিৰ নামো ঐতিহ্য প্ৰবাহক।

ৰাধিকা মৌজাদাৰৰ ঘৰখনেই আছিল পুৰণি ভাল মানুহৰ পৰিয়ালৰ। সেইবাবেই বাহিৰে-ভিতৰে আচৰণ-বিচৰণ সকলো আছিল ডা-ডাঙৰীয়াৰ আহিৰ। পাকশালত দুটি বামুণে নিতৌ পাক কৰিবই লাগিছিল। পাগ-মাৰিডাল হে নোছোৱে, এনেহেলৈ কি বস্তু কেনেকৈ ৰান্ধিব বা সিজাব লাগে বৰুৱানীয়ে ওচৰতে থাকি সকলো দেখুৱাই-শুনাই দি থাকে। আখাত জুই দি নিজে ৰন্ধা-বঢ়া নকৰিছিল যদিও তেখেত ৰন্ধা-বঢ়াত ইমান পাকৈত আছিল যে ঘৰ চলোৱাত সুলক্ষণী লখিমী তিৰোতা বুলি ধৰ্মপ্ৰাণা শাহুৱেকৰপৰাও নিছিগা-ধাৰে আশীৰ্বাদ পাইছিল।

**ৰামকুমাৰ বৰুৱা :** দুৰ্গাপ্ৰসাদৰ চালে চালে লগা ৰাম কুমাৰ বৰুৱা উকীলৰ ঘৰ। এখেত নামতিয়াল কাকতীৰ সু-প্ৰসিদ্ধ পুৰুষ দামোদৰ

বৰুৱা তছীলদাৰৰ ৰৰমাজু পুতেক। তছীলদাৰ দিহিং সত্ৰৰ বৰ সাজ-তোলা আছিল। সেই সত্ৰৰে শিষ্য মজিন্দাৰ বৰুৱাৰ ঘৰৰ আনন্দৰাম যেতিয়া শিৱসাগৰত হাকিম হৈ আছিল, তেতিয়া জিলাধিপতি আছিল কেম্পবেল চাহাব। আনন্দৰামৰ তালৈ বৰ সাজতোলা প্ৰায়ে আহি গৈ থাকে। এদিন দামোদৰ বৰুৱাই চিভিলিয়ান বৰুৱাৰে সৈতে বঙলাত বহি কথা পাতি থাকোঁতেই বৰচাহাব ভটং কৰে ওলালহি। আলহী বৰুৱাই তধা-মধা খালে, অলপ ইতস্তত: কৰি গা-ভাঙিব খোজোঁতেই হাকিম বৰুৱাই নিজৰ আসনকে চাহাবক বহিবলৈ এৰি দি নিজে থিয় হৈ থাকিল। এই আচৰণৰ দ্বাৰা এপিনে চিভিলিয়ান বৰুৱাৰ জাতীয়তাৰ মান-সম্ভ্ৰমটো যেনেকৈ প্ৰকাশ পালে, তছীলদাৰ ডাঙৰীয়াৰ সন্মানো তেনেকৈ চাহাব মহলত বৃদ্ধি পালে। বৰুৱা ডাঙৰীয়া দোপদৰ ম'ৰাবজাৰ মৌজাৰ তছীলদাৰ আছিল আৰু আমগুৰিৰ ওচৰতে মেকৰাহোলা বুলি চাহ-বাৰী পাতিব পৰা এটি গ্ৰাণ্ট আছিল। আমগুৰি কোম্পানীৰ চুপাৰিণ্টেণ্ডেণ্ট আৰু স্বত্বাধিকাৰী জে আৰ বাকিংহাম (পিচত চাৰ) ঘোঁৰাত উঠি যাওঁতে তছীলদাৰো সমানে ঘোঁৰাত উঠি গৈছিল। চাহাবৰ আগত 'নেটিভ' মানুহ ঘোঁৰাত উঠাটো তেতিয়া জগৰৰ কথা। সেইদেখি বাকিংহামে ডাবি দি বৰ অপমান কৰিলে। নামতিয়াল বৰুৱাৰ বংশধৰ দামোদৰে সহ্য কৰিব নোৱাৰি ওলোটাই বেতডালেৰে চাহাবকো ছাটৌপ ছাটৌপ কোবাই দিলে। সেইদিনাৰপৰা বাকিংহাম-বৰুৱা দুয়ো বন্ধু হৈ পৰিল। এনেজন আত্মসন্মান বুজোতা দামোদৰ বৰুৱাৰে ৰৰমাজু পুতেক ৰামকুমাৰ। বৰ পুতেক নৱকুমাৰ বৰুৱা গুৱাহাটী সোণাৰাম হাইস্কুলৰ হেড মাষ্টৰ। সৰুমাজুজন কৃষ্ণকুমাৰে পুলিচ বিভাগত কাম কৰোঁতে চৰকাৰৰ পৰা শলাগ পাইছিল। সৰুজন দিবা বা প্ৰসন্ন কুমাৰ। দিবা ককাইদেৱে গান গাব জানিছিল, মাতটোও আছিল বৰ মিঠা। ভাগিনীয়েক পদ্ম চলিহাই তেওঁৰপৰাই গান গোৱাৰ অনুপ্ৰেৰণা পায়; মোমায়েকতকৈও ভাগিনীয়েক এখোপ চৰিল; অকল গোৱাতে নহয়, নিজে গান ৰচনা কৰাতও।

**হাতেলিখা "পুৱা" কাকত:** ৰামকুমাৰ বৰুৱাক সম্পাদক পাতি পদ্ম চলিহাই "পুৱা" নামে এখনি হাতেলিখা আলোচনী (লিথ' কৰা) কাকত উলিয়াইছিল। বাল্যাশ্ৰম আৰু ছাত্ৰ সমাজত বৰুৱাদেৱে পাঠ কৰা ৰচনা দুখনমান সেই 'পুৱা'তে প্ৰথম প্ৰকাশ পাইছিল। তেখেতৰ 'সভা

সমিতি' নাম দি লেখা প্ৰবন্ধটি 'আলোচনী' কাকতত ছপা হৈ ওলাইছিল। পদ্ম চলিহাৰ "বড়ীচিয়া" কবিতাকে ধৰি ভালেমান প্ৰবন্ধ 'পুৰা'ৰ জুই-শালত গঢ়িহে 'আলোচনী' আৰু 'উষা'ৰ কমাৰ শাসত দিয়া হৈছিল। আমি সেইবোৰ বৰ আগ্ৰহেৰে পঢ়িছিলোঁ। ভগৱতীয়ে কৈছিল, "সোণ্টি ককাইদেৱৰ 'ডিক্‌চন' (ৰচনা প্ৰণালী আৰু শব্দ বাছনি) বৰ ভাল।" ৰাম কুমাৰ বৰুৱা ভাল অভিনেতাও আছিল। 'বাল্যাশ্ৰম'ত বক্তৃতাও দিছিল। কিছুদিন হাইস্কুলৰ শিক্ষকো আছিল। তেখেতে কৈছিল, ওকালতি কৰিবলৈ হ'লে মানুহে কোষ্ঠী-কপাল আদি চোৱা সামুদ্ৰিক বিদ্যা নেজানিলেও মুখ চাই চৰিত্ৰ অধ্যয়ন কৰিবপৰা অভিজ্ঞতাটি অন্ততঃ থাকিব লাগে।

ৰামকুমাৰৰ মাক লম্বিতী আইদেউতা মণিৰাম দেৱানৰ এগৰাকী ভাৰ্য্যাৰ নিচেই মুমলীয়া জীয়েক। তেখেতৰ গুণ বৰ্ণাই পদ্ম চলিহাই এটি সুন্দৰ কবিতা প্ৰকাশ কৰি গৈছে। তেখেত সকলৰ বাৰীত থাকিয়েই মোৰ বৰ দেউতা মহোদৰে (মণি) ইংৰাজী পঢ়িছিল। সেই সূত্ৰে, মই তেখেতৰ মাতৃ-স্নেহৰ এক অংশ লাভ কৰিছিলোঁ।

তেখেতসকলৰ আৰু বাধিকা মৌজাদাৰৰ উমৈহতীয়া মানুহ এঘৰ আছিল। ঘৰৰ গিৰিহঁতজনৰ নাম সোণবৰ। তেওঁৰে পৰিবাৰ জানকী। জানকীৰ মুখত অসমীয়া যোজনা-পটন্তৰ আথৈ ফুটাদি ফুটি থাকে। বেজ-বৰুৱাৰ 'ধনবৰ ৰতনী' নাম দুটা যেনেকুৱা আমি ল'ৰা কালত ধেমালি ধুমুলা কৰোঁতে লগ পোৱা 'সোণবৰ জানকী'ও তেনেকুৱা। ভগৱতীৰ ভায়েক পাৰ্বতীয়ে হে বয়স হ'লত জানকীৰ কথাৰ ৰস চুহিব পাৰিলে।

ৰামকুমাৰ 'চাৰ'ৰ বাৰীতে বেঙা বুলিবৰ মানুহ এটিয়ে সুকীয়া ঘৰ কৰি কলৰ দোকান এখন দি আছিল। কলৰ লগতে পূজা-পাৰ্ব্বন, নাম-গুণ, সবাহ-শ্ৰাদ্ধ আদিত লগা উপকৰণো বেচিছিল। মানুহটিৰ ঘৰ আছিল গুৱাহাটীৰ ৰামদিয়াৰ ফালে; নাৱৰীয়াৰ লগত আহি ইয়াতে থাকি গ'ল। আমি কেতিয়াবা তাৰ তালৈ গৈ কল খুজি খাওঁহঁক। খোজাতেই অন্ত নপৰে, মাজে-সময়ে আমাৰ হাতত ওপৰঞ্চিকৈ এটি-দুটি হাততে লাগিও আছে। দোকানীয়ে নজনাকৈ কিনোতাৰ হাতত কল লাগি আছে যেতিয়া, "আনো বুলি নানো" বুলি ক'লে কোনোবাই পতিয়াব জানো? সিও এটা চেমনীয়া জীৱনৰ তৃপ্তি; সুঁৱৰি যে কিমান ভাল লাগে।

বেঙাই মলাধপাত খাইছিল। চাধা বা চাদা ধপাত, মান চাদাও বেচি-ছিল। নাৰিকল, বুটমাহ, মগুমাহ অলপ অলপ ৰাখিছিল। তাৰ দোকান-লৈ গৈ ধপাত কল-নাৰিকলৰ বিষয়ে ইমানবোৰ কথা শিকিছিলে। যে 'বাল্যাশ্ৰম আৰু ছাত্ৰ সমাজ'ত সেই বস্তুবোৰৰ উপকাৰিতা অপকাৰিতা সম্বন্ধে ৰচনা লেখি বা বক্তৃতা দি নাইবা তৰ্ক কৰি ৰাধিকা মাষ্টৰৰপৰা শলাগ পাইছিলোঁ।

ভগৱতীহঁতৰ ঘাটতে মাঘমহীয়া বিহুত তুবছৰমান বুকলি খেৰেৰে মেজি পুৰিছিলোঁ, ঘাটতে কণ্ঠকৰাৰ চালি কৰি মেজি ভোজো খাইছিলোঁ। সোণবৰ ককায়ে আমাক খৰি-খেৰ যোগাই দিছিল, পানী-তুনিও আনি দিছিল। সোণবৰৰ ঘৈণীয়েক জানকী, ৰামৰ ভাৰ্য্যা জানকী যেনেই আছিল। আমি যেতিয়া দিখৌ পাৰ এৰি গঙ্গাৰ পাৰ পালোঁগৈ অৰ্থাৎ শিৱসাগৰ এৰি উচ্চ শিক্ষাৰ নিমিত্তে কলিকতা পালোঁগৈ, তেতিয়া এদিন অগীল্‌ভি হোষ্টেলত কথা পাতি থাকোতে কথাৰ মূৰতে জানকী বাইৰ কথা ওলাইছিল। বাইয়ে গোৱা বিয়ানাম, কথাই কথাই দিয়া যোজনা-ফকৰা, ইজনীয়ে-সিজনীয়ে দন লাগিলে কৰা চুপতা চুপতি, মুখ জোকৰা-জুকৰি আৰু ভেঙুচালিবোৰ মনত পৰি ভগৱতীয়ে হুমুনিয়াহ ছাৰি কৈছিল, 'জানকী বাইজনী আছিল হাঁহি-ধেমালিৰ ৰহঘৰা, মেটেকাতলীয়া জোনাকী পকৱা—উপন্যাসত আঁকিবপৰা এটি ধুনীয়া চৰিত্ৰ।"

## ৫ম অধ্যায়

**ৰায়বাহাদুৰ কালিপ্ৰসাদ চলিহা ঃ** ৰামকুমাৰ বৰুৱাৰ ঘৰৰ দক্ষিণে সদৰ আলি আৰু মথাউৰিৰ চুকতে ৰায় বাহাদুৰ কালিপ্ৰসাদ চলিহা উকীল ডাঙৰীয়াৰ ঘৰ। দিলীহ নৈৰপৰা ধনশিৰী নৈলৈকে এনেকুৱা এঘৰ গাঁৱলীয়া মানুহো প্ৰায় নাছিলেই যি কালিপ্ৰসাদ চলিহাৰ নাম শুনা নাছিল, নাইবা তেখেতৰ শবদতে মো-নিপিয়াকৈ আছিল। শিক্ষিত সমাজৰ কথা ক'বই নেলাগে, ইংৰাজী ফুটত উঠি, প্ৰথম উকীল হোৱা বাবে তেখেতৰ সুখ্যাতি ঘৰে ঘৰে। তেখেতৰ ঘৰত বছৰি দুৰ্গা পূজা হৈছিল— বলি নিৰামিষ— কোমোৰা।

চলিহা ডাঙৰীয়া দক্ষিণপাট সত্ৰৰ এগৰাকী মুখ্যতম আপ্ত শিষ্য আছিল। তাৰ চিন তেখেতৰ যি দুখন বাগিছা আছিল— বোধকৰোঁ এতিয়াও আছে— তাৰ নামকৰণ কৰাতে ওলাই আছে। এখনৰ নাম বনমালী আৰু ইখনৰ নাম গোসাঁইবাৰী। বনমালীখন উৎসৰ্গা কৰিছিল দক্ষিণপাট সত্ৰৰ প্ৰতিষ্ঠাপক ৺শ্ৰীশ্ৰী বনমালীদেৱৰ নামে। ইখনো সেইদৰে তেখেতে যিজনৰ ওচৰত শৰণ লৈছিল সেইজনৰ নামতে দিয়া। ৺যাদৱ ৰায়ৰ নামটো স্মৰণ কৰি থাকিবৰ অৰ্থে বৰমাজু পুতেক বাপৰ নাম দিছিল যাদৱপ্ৰসাদ। বৰজন পুতেক তাৰাপ্ৰসাদ চলিহা হাইস্কুলৰ প্ৰথম শ্ৰেণীত পঢ়ি থকালৈকে এওঁৰে সৈতে মোৰ অলপ-অচৰপ ঘনিষ্ঠতা আছিল। ভায়েক যাদৱে মযে সহপাঠী হোৱা গুণেই এই ঘন চিনাকি। তাৰা ককাইদেৱে (তেওঁক ককাইদেৱ বুলি মাতিছিলোঁ।) ইমান কিতাপ পঢ়িছিল যে কিতাপ হাতৰ পৰা নুগুচিছিলেই। ৰামকুমাৰ বৰুৱাৰ সেই হাতে লিখা 'পুৱা' কাকতত তেওঁ 'সাৰনাথ' আৰু গোটাদিয়েক প্ৰবন্ধ লেখিছিল। মই কাকত-প্ৰবন্ধত লাগি থাকোঁ বুলি শুনি এদিন তেওঁ এই বুলি কৈ মোক সতৰ্ক কৰি দিছিল, "তুমি লিখিছা, লিখি থাকা, তোমাৰ শত্ৰু বহুত হ'ব। (তেতিয়া

---

* যাদৱৰায় দক্ষিণপাট সত্ৰৰ অধিষ্ঠাতা দেৱতা :

মই হাতে লিখা 'জেউতি'ত প্ৰবন্ধ আৰু দুটা কি এটা কবিতা লিখিছিলোঁ, তাতে এই কথা)। চলিহাদেৱে যি বছৰত বি-এ পাচ কৰে, সেই বছৰতে, একেলগে চাৰিটি শিৱসাগৰীয়া ল'ৰা গ্ৰেজুৱেট হয়। সেই কিজনৰ এজন তাৰাপ্ৰসাদেই, ই তিনিজন ক্ৰমান্বয়ে ভৰত চন্দ্ৰ চলিহা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু দুৰ্গা নাৰায়ণ বৰুৱা। চাৰিওজনৰ (প্ৰেফেয়াৰ চাহাবে কোৱামতে) Stalwart Figures অৰ্থাৎ হৃষ্ট-পুষ্ট, ওখ-পাথ (তাৰাপ্ৰসাদ অলপ চাপৰ) ডেকা; সকলোৱে দেখি মান কৰিছিল। দুৰ্গাই বিয়া কৰায়েই ইহজগতৰ পৰা বিদায় ল'লে। ভৰত চলিহা আৰু ইন্দ্ৰেশ্বৰ বৰঠাকুৰ শিক্ষক হ'ল। বৰঠাকুৰ নলবাৰীৰ গৰ্ডন হাইস্কুলৰ প্ৰথম হেড্‌মাষ্টৰ হৈ, সেই অঞ্চলত নাট, সঙ্গীত, সাহিত্য আৰু অন্যান্য সুকুমাৰ কলাৰ নতুন আদৰ্শ দেখুৱালে গৈ। তাৰাপ্ৰসাদ বিলাতলৈ গ'ল, বেৰিষ্টাৰী পঢ়িবলৈ। দক্ষতাৰে পৰীক্ষা পাছও কৰিলে। তেওঁ বিলাতত থাকোঁতেই ১৯১৪ চনৰ এপ্ৰিলত দেউতাকৰ মৃত্যু হ'ল। সেই মৃত্যুত মই এটি শোকৰ কবিতা ৰচিছিলোঁ। ভগৱতীয়েও এটা লিখিছিল। দুয়োটা 'জেউতি'ত উলিয়াইছিলোঁ। ভগৱতীৰটো যে মোৰটোতকৈ বহুগুণে শ্ৰেষ্ঠ আছিল ক'বই নালাগে। তথাপি ৰামকুমাৰ ককাই মোক এদিন বাটতে লগ পাই 'ভাল হৈছে" বুলি শলাগি গ'ল।

যাদব আৰু যাদবৰ জেঠায়েকৰ পুতেক অচ্যুত মোৰ সমনীয়া আৰু সহপাঠী। চন্দ্ৰকান্ত বৰপুজাৰী তেওঁবিলাকৰ ঘৰুৱা শিক্ষক। তাত মইও কেতিয়াবা বহোঁগৈ। উকীল চলিহা ডাঙৰীয়া বহুত বঙলা কিতাপ-পত্ৰৰ গ্ৰাহক আছিল আৰু বহু আলোচনী কাকত তেখেতে এনেযেও পাইছিল। সেইবোৰ তেখেতৰ কোঠালীটোতে পৰি-পৰি থাকে। যাদৱইতে সিফালে পঢ়ি থাকে, মই ইফালে সেই কাকতবোৰকে লুটিয়াই বগৰাই মেলি চাওঁ। কাকত কিথনৰ নাম আছিল 'হিন্দু পত্ৰিকা', 'ব্ৰহ্মবাদী', 'নব্যভাৰত', 'বঙ্গবাসী', 'হিতবাদী'। অসমীয়া কাকত 'আসাম বন্তি' আৰু গুৱাহাটীৰপৰা ওলোৱা এখন নে দুখন 'জোনাকী'ও দেখিছিলোঁ-চুই চাবলৈ নহ'ল। যেজত পৰা মাত্ৰকে বোধকৰোঁ৷ ভিতৰ পায়গৈ। 'টাইমচ অৱ আসাম', 'চিটিজেন', 'অমৃত বাজাৰ পত্ৰিকাও' তেখেতে লৈছিল।

চলিহা ডাঙৰীয়াৰ সহধৰ্ম্মিনী নিকুঞ্জলতা চলিহানী দামোদৰ বৰুৱা তহীলদাৰৰে দুহিতা ল-নী, শিক্ষিতা আৰু বৰ সাদৰী। সেই অনুৰূপেই তেখেতৰ

ভৰ্তা গৰাকীও শান্ত, সৌম্য, ধীৰ, ধৰ্মষ্ঠী (ধৰ্মিষ্ঠ)। উকীল ডাঙৰীয়াৰ ভায়েক বৰদাপ্ৰসাদৰ গাত ভাৰ আছিল বাগিছা চলোৱাৰ। তেখেতে ঘৰলৈ অহা যোৱা কৰিছিল কাবুলী ঘোঁৰা এটাত উঠি আৰু নগৰখনো ইফালে সিফালে গ'লে সেই ঘোঁৰাতে উঠি ফুৰিছিল। তেখেতৰ বাহিৰে শিৱসাগৰত আন কাৰো কাবুলী ঘোঁৰা নাছিল (গঙ্গাগোবিন্দ ফুকনৰ আছিল বুলি শুনিছিলোঁ, আমি দেখিবলৈ নেপালোঁ)। সেই কাৰণে বৰদা চলিহাক ঘোঁৰাটোৰ পৰাই সকলোৱে চিনি পাইছিল চলিহা উকীলৰ ভায়েক বুলি।

**শশীধৰ বৰুৱা:** সদৰ আলিটো, চলিহা ডাঙৰীয়াৰ দুৱাৰ মুখতে ফেৰেঙনি মেলি বাওঁহাতৰ ফালে অলপ ঘোৰ লৈ কাছাৰীমুৱা হৈছে আৰু সোঁ হাতৰ পোনে পোনে ডিবুৰুমুৱা হৈ গতি কৰিছে। বাওঁ হাতে তেখেতৰ ঘৰৰ দাঁতিতে শশীধৰ বাবু'ৰ (শশীধৰ বৰুৱা ডাঙৰীয়া) ঘৰ। এখেত দামোদৰ তহচীলদাৰৰ ভায়েক। হাড়শকত, ওখ ডাঙৰ মানুহ। নগাঁৱত বহুত দিন গডকাপ্তানী বিভাগত কেৰেণী কাম কৰিছিল। তাতে হে 'বাবু' মানটো লাগি আছিল। শিৱসাগৰ বা যোৰহাটত হোৱা হ'লে নিশ্চয় 'দেউতা' হ'লহেঁতেন। তথাপি শিৱসাগৰলৈ ঘূৰি আহিবৰপৰা তেখেতক আটায়ে নগাঁৱা দেউতা বুলি ক'বলৈ ধৰিছে। বৰুৱা ডাঙৰীয়াৰ বিদ্যাধৰ নামৰ বৰ পুতেকটি বিয়া কৰোৱাৰ পিচতেই মৃত্যু হ'ল, ছোৱালী এটি থাকিল। তেওঁৰ পাচৰজন সকলোৱে 'মাজুদাদা' আছিল। তেওঁৰ পাচত যিজন, তেখেতৰ নাম আছিল চম্পকধৰ। এখেত বহুত দিন তেজপুৰতে আছিল। শিৱসাগৰলৈ আহিয়েই এখেতে শুই থকা শিৱসাগৰখন জগাই দিলেহি, সভা-সমিতি পাতি, থিয়েটৰ কৰি, বাল্যাশ্ৰমখনক পুনৰ জীৱন দি আমেলোপটিৰ ডেকা-ডুমাইতক নতুন প্ৰেৰণাৰে উদ্দীপিত কৰিলেহি। তেখেতৰ ভায়েক মাণিক এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈয়েই ডিবুৰু-সদিয়া ৰেলত কাম কৰিবলৈ গ'ল। বৰুৱা ডাঙৰীয়াৰ বিষয়ে আমি এটি সঁচা কথা সাধুৰ দৰে শুনিছিলোঁ। ডেকাকালত শশীধৰ বৰুৱাই হেনো বৰ বলী বুলি মট্‌মটাই ফুৰিছিল। তেখেততকৈ জ্যেষ্ঠ বা বয়সে ডাঙৰ ডাঙৰীয়া দীননাথ বেজবৰুৱাই কথাটো গম পাই কুঁহিয়াৰ শালৰ কাতৰি ঘূৰাই কোন বলী চাওঁ বুলি ডেকা বৰুৱাক আহ্বান কৰিলে। দুয়ো কাতৰি ঘূৰাবলৈ ধৰিলে। বুঢ়া বেজবৰুৱাৰ হাতত চেঙেলীয়া ডেকা বৰুৱা ধৰা পৰিল, মানে বুঢ়াই ডেকাৰ মট্‌মটনি ভাঙি পেলালে। শশীধৰ বৰুৱা কাতৰিত টিপা বাখিৰ

নোৱাৰি কৰ্ফাল খাই পৰিল, বেজবৰুৱা যেনে আছিল তেনেই থাকিল।
তাতে কোনো কোনোৱে কৈছিল বেজবৰুৱাই বোলে দৰবৰ মহত্ব দেখুৱালে।
এইটো সাধুকে শুনিয়েই আমিও সোমেশ্বৰ মৌজাদাৰৰ বাৰীত কুঁহিয়াৰ
শালত আখৰা কৰিছিলোঁ।

শশীধৰ বৰুৱা ডাঙৰীয়াই পুহমহীয়া কি জেঠমহীয়াও গুণাৰ ফুলৰ খনীয়া
কাপোৰ এখন ডুচলীয়াকৈ গাঁতি মাৰি লৈ মূৰত ভোজপুৰীয়া পাগুৰিৰে
সৈতে হে অ'লৈ ত'লৈ ওলাই গৈছিল। কৃষ্ণানন্দৰ পুতেক পাচোঁজনৰ
ভিতৰত এখেতেই বেচি বগা আৰু হৃষ্টপুষ্ট আছিল। পুতেক মাণিক, দদাইটি
গোলাপ চন্দ্ৰ শৰ্মাৰ লগৰীয়া থকা বাবে মোকো তেওঁবিলাকৰ ঘৰৰে এটা
বুলি মৰম কৰিছিল।

**ইন্দীবৰ বৰুৱা চিৰস্তাদাৰ:** বৰুৱা ডাঙৰীয়াৰে লগালগি একে
বাৰীকে বুলিব লাগে—বৰ ককায়েক ইন্দীবৰ বৰুৱাৰ ঘৰ। এখেতে চিৰ-
স্তাদাৰ কাম কৰি অৱসৰ লোৱা বাবে মানুহে উকা ইন্দীবৰ বৰুৱা নুবুলি
চিৰস্তাদাৰ বুলি কৈছিল। ইন্দীবৰে ডুকুৰি বছৰতকৈও ওপৰ কাল পেঞ্চন
খাই থকা বাবে চৰকাৰৰ ঘৰৰপৰা কৈফিয়ৎ খোজা হৈছিল—এখেতনো
সঁচাকৈয়ে জীয়াই আছেনে নাই বুলি। শিৱসাগৰৰ জলবায়ু ইমান স্বাস্থ্যকৰ
যে গোটেই অসমতকৈ শিৱসাগৰতেই সৰহদিনীয়া পেঞ্চন খোৱা বিষয়াৰ
সংখ্যা বেচি। তেখেতৰ বাৰীত দহ-বাৰ জোপামান বেলগছ আছিল। পৰশু-
ৰাম কুণ্ডলৈ যোৱা ফকীৰ-ফকৰাবেই বেলতলখন ভৰি থাকে। পৰশুৰাম
যাত্ৰীৰ বাহিৰেও সেই বেলৰ তলত এজন নহয় এজন সন্যাসীক ধুনি জ্বলাই
ভাঙৰ ছাট মাৰি বম্ ভোলা হৈ থকা দেখিবই। এনেয়ে কাছাৰীৰ চিৰস্তা-
দাৰ, তাতে মণিৰাম দেৱানৰ জোঁৱায়েক, তেখেতৰ গুৱাই নো নহ'ব
কেলেই। ফকীৰ-সন্যাসীক টোপোলা-টোপোলে ভাং আৰু ভাঙৰ লগৰ
সজুলি উপচাৰ দিওঁতে দিওঁতেই ইন্দীবৰ চিৰস্তাদাৰ দিগম্বৰ হ'লগৈ।
তথাপি, ডাঙৰীয়া ইন্দীবৰ চিৰস্তাদাৰক 'বেলতলীয়া ককাদেউতা বুলি
সকলোৱে হাত উবাৰি সহায় কৰিছিল। বৰপুতেক উপেন বৰুৱাই-যি
যোৰহাটত শঙ্কৰদেৱ চেমিনেৰী স্থাপন কৰি গ'ল—তেখেতৰ সৰু জীৱনী
এডোখৰ লেখিছিল। 'জীৱনাদৰ্শ' নামে তেখেতে লিখা এখনি পুথি আছে।
সেই পুথিত পূৰ্ণানন্দ বুঢ়াগোহাঁই, মোমাই তামুলী বৰবৰুৱা, পিয়লি ফুকন,
মণিৰাম দেৱান, দেউতাক কৃষ্ণানন্দ বৰুৱা প্ৰভৃতি ভালেমান ডাঙৰ ডাঙৰ

মানুহৰ চমু জীৱনী আছে। চিৰস্তাদাৰে ৮৫ বছৰ বয়সতো মুখৰপৰা হোঁকা চিলিম নেৰিছিলেই। যোৰহাটৰ কেন্দুগুৰিলৈ তেখেতৰ নাতিনীয়েক এটি পৰিছিল। লগত লগুৱা এটি লৈ তেখেত খোজ কাঢ়ি খোজ কাঢ়িয়েই প্ৰায়েই মাহেক-দুমাহে তালৈকে গৈছিল। বাট প্ৰায় ত্ৰিশ মাইল। সেই ত্ৰিশ মাইল বাট তেখেতে ধপাত হুপিয়েই গৈছিল। বৈনায়েক ভৱাম কাকতীৰ ঘৰত তেখেত হয় আগবেলা, নহয় পাচবেলা ভুমুকি একোটা মাৰিবইগৈয়ে আৰু ক্ষন্তেক পৰ বহি ভাং একো চিলিম ছিঙিব। সেইখিনি সময়তে, বৰমেল একোখনৰ দৰে অনেক কথাৰ কথন-মথন হয়। সেইবোৰ কথা প্ৰায়েই শুনিছিলোঁ।

তদুপৰি 'বেলতলীয়া ককাদেউতাৰ' নাতিয়েক বাবা (ৰামমোহন) আৰু নানা (কৃষ্ণমোহন) যদিও বেজবৰুৱা স্কুলত পঢ়িছিল, আমাৰ সমনীয়া হোৱা বাবে সচৰাচৰ লগে-সঙ্গেই ফুৰা-চকা নাইবা বাৰীৰ ভিতৰতে ৰং-ধেমালি কৰিছিলোঁ।

চিৰস্তাদাৰৰ ঘৰৰ মুখতে তিনিকুণীয়া হোলা এটা; হোলাৰ সিপাৰে আলি। সেইটো আলিয়েই সদৰ আলি পাৰ হৈ দক্ষিণমুৱা হৈ ফণীধৰ চলিহা, কেশৱানন্দ ভঁড়ালীৰ ঘৰৰ আগত ওলাইছিলগৈ। এতিয়া মুৰৰ ছোৱা নৈয়ে নিলে।

**তুলসীৰাম বৰুৱা আৰু কমলচন্দ্ৰ বৰুৱা ঃ** হোলাটোৰ উত্তৰ চুকে চিৰস্তাদাৰৰ ঘৰৰ গাতে লগা কমল বাবু, তুলসী বাবুৰ ঘৰ। এখেতসকল দুজনক বিধাতাই ওখ-পাখই, ঠেগে-গঢ়ে, মুখে-আৰ্জাই এনে ভাৱে চৰ্জিছিল যে কোনজন কোন একে পলকতে বা চকুৰ পচাৰতে ধৰিবৰ সাধ্য নাই। বাটে-পথে লগ পোৱা বহুত মানুহেই তুলসী বাবুক কমল বাবু নাইবা কমল বাবুকো তুলসী বাবু বুলি ভ্ৰমত পৰা উদাহৰণ অনেক আছে। তেখেত সকলৰ ঘৰতো বহুৰি ৰামেৎসৱ হয়। দুয়ো গৰাকী 'বাবু'য়েই ইমান নৈষ্ঠিক যে দিখৌত গা-ধুই কান্ধত তামৰ পানী কলহ তুলি লৈ আহোঁতে বাটটোৰ বহুত ঠাই ডেই ডেই গৈছিল।

দুয়ো গৰাকীয়েই 'হেমকোষ' ৰচোঁতা হেমচন্দ্ৰ বৰুৱাৰ ভায়েক। তুলসীৰাম বৰুৱা শিৱসাগৰ মজলীয়া পঢ়াশালিৰ (এম. ভি) হেড্‌ পণ্ডিত আছিল। সেইগুণে তেখেতক ডাঙৰীয়া সুবুলি 'বাবু' বোলা হৈছিল। তুলসী বাবুৱে হেমচন্দ্ৰ বৰুৱাৰ 'পঢ়াশলীয়া অভিধান'খন ছপাই উলিয়াইছিল। 'হেমকোষ'

ওলোৱাৰ আগেয়ে সেইখনৰ বৰ্ণ বিন্যাসকে হে সকলোৱে অনুকৰণ কৰিছিল। হেম বৰুৱাৰ 'আদিপাঠ', 'কানীয়াৰ কীৰ্ত্তন', 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী', 'অসমীয়া ব্যাকৰণ', 'Marriage system in Assam', (মেৰেজ চিষ্টেম ইন আসাম)ৰ দ্বিতীয় সংস্কৰণ তেখেতেই প্ৰকাশ কৰিছিল। 'স্বপ্ন-চৰিত', অসমীয়া ব্যাকৰণ আৰু কিবা-কিবি দুখনমান কিতাপ নিজে ৰচনা কৰি ছপাই উলিয়াইছিল। পুতেক আনন্দৰাম বৰুৱা তেতিয়া ডেকা। এখেতেই বহু বছৰৰ মূৰত ছৰকাৰৰ পৰা টকা ধাৰে লৈ আগেয়ে নথকা ভালেমান শব্দ ভেজনি দি 'হেমকোষ'ৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰে। 'তুলসী বাবু'ৰ ঘৰত থকা পুথি-পাঁজিবোৰ তেখেতৰ এজন পুতেক বসন্তৰ সহায়ত চাবলৈ পাইছিলোঁ।।

'কমল বাবু'য়ে বেজবৰুৱাৰ ঘৰৰ বেজালি ব্যৱসায়টো জীয়াই ৰখাত প্ৰাণ-পৰিশ্ৰমে পৰিযত্ন কৰিছিল। তেখেতৰ পুতেক দুলালচন্দ্ৰই দেউতাকৰ পৰা শিকা বিদ্যাৰ বলতেই আমোলা হোৱাৰ উপৰিও সু-বিখ্যাত চিকিৎ-সক হ'ব পাৰিছিল। তেখেতৰ ভায়েক গোপাল চন্দ্ৰ বেজবৰুৱা, এওঁ কেইবছৰমান মোৰ সহপাঠী আছিল। তেখেত সকলৰ ঘৰখনো হাইস্কুলত পঢ়া ভালেমান দূৰণিবটীয়া ছাত্ৰৰ আশ্ৰমৰ দৰেই আছিল। তাতে, তলৰ শ্ৰেণীত মোৰ লৈতে একেলগে পঢ়া ছাত্ৰ কুঁজিবালিৰ হাঁহচৰা মৌজাদাৰৰ ঘৰৰ কালিপ্ৰসাদ বৰঠাকুৰো আছিল। এওঁৰ ৰসিকতা আৰু মিঠাঁজ কথা কোৱা ঠাঁচটো আজিও মনত আছে।

**বালি গোহাঁই বা তীৰ্থেশ্বৰ বুঢ়াগোহাঁই নাওবৈচা ফুকন ঃ** এখেত সকলৰ বাৰীৰ উত্তৰ ঢাপতে পথলুৱা হেম বৰুৱা লেন, আলিটোৰ দাঁতিতে পচিমফালে নাওবৈচা ফুকনৰ ঘৰ। এখেতসকলৰ ঘৰ এসময়ত ২ৰ প্ৰতাপী আছিল। বুঢ়াগোঁহাই ডাঙৰীয়া -পূৰ্ণানন্দৰ ভায়েক শিৱনাথ আছিল দোলা-ষৰীয়া বৰুৱা আৰু নাওবৈচা ফুকন। শিৱনাথৰ পুতেক ভুৱনেশ্বৰ আৰু এওঁৰে পুতেক পদ্মেশ্বৰ ( পদ গোহাঁই ) আৰু তীৰ্থেশ্বৰ ( বালি গোহাঁই ) বুঢ়াগোহাঁই ডাঙৰীয়াদ্বয়। শিৱসাগৰলৈ আহিলেই কমিশ্বনাৰ বা চীফ কমিশ্বনাৰে পদ গোহাঁইকে পোন প্ৰথমেই চাৰ্কিট হাউচলৈ মাতি পঠায়। চাহাবক দেখা কৰিবলৈ যাওঁতে পদ গোহাঁইৰ চোগা-চাপকনে ফেৰ মেলি আলিবাটটো জুৰি যায়। কোনোবা, এজন চীফ কমিশ্বনাৰৰ আগত পদ গোহাঁয়ে এই বুলি নিজকে চিনাকি দিছিল, "I am the Scion of

the late Purnanada Buragohain" (পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মম্বে বংশধৰ)। তেতিয়াৰপৰা পদ্মেশ্বৰ তীৰ্থেশ্বৰ দুয়োগৰাকী ভায়েক-ককায়েক গেইট-গৰ্ডন আদি অসমীয়া মানুহক হাডলৈকে চিনি পোৱা চাহাববিলাকৰ সন্মানৰ পাত্ৰ হ'বলৈ ধৰিলে। সমাজতো তেখেতসকলৰ স্থান অতি উচ্চ আছিল। গেইট চাহাবৰ অনুৰোধ অনুসৰি পদ্মেশ্বৰ ফুকন ডাঙৰীয়াই অসমৰ বুৰঞ্জী এখন যুগুত কৰিছিল। মই যিমান দূৰ জানো, গুৱাহাটীত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ স্থাপিত হোৱাৰ পিচত অধ্যাপক (ডঃ) সূৰ্য্যকুমাৰ ভূঞাই লাগি-ভাগি অনৰেৰী ডাইৰেক্টৰ বেন্টিঙ্ক চাহাবৰ হতুৱাই মুঠেই ত্ৰিশ টকা দ্ৰূপত সেই বুৰঞ্জীখন কিনাই নিয়ায়। আৰু এতিয়াও সেই বিভাগতে সংৰক্ষিত হৈ আছে বুলি বোধে ধৰে। পদ্ম গোহাঁইক মই নেদেখিলোঁ, কিন্তু তেখেতৰ তুমলীয়া ভায্যা ধৰ্ম্মেশ্বৰ আৰু চন্দ্ৰেশ্বৰ ফুকনৰ মাকক লগ পাইছিলোঁ। ফুকননী গৰাকীও মৌখিক বুৰঞ্জীৰ ভঁড়াল আছিল। গদাধৰ সিংহই নিতৌ চাংমাই কটা, পিজো গাভৰুৰ কথা, চন্দ্ৰকান্ত সিংহৰ কথা, বৰতি চাহাবৰ কথা, তেখেতে সাধুকথাৰ দৰে আমাক কৈছিল। চন্দ্ৰেশ্বৰ ফুকনৰ বৰপুতেক গোহাঁইদেৱ মোৰ এজন প্ৰধান লগৰীয়া। তেওঁৰ কথা ওপৰত কৈ আহিছোঁ।

অশোকাষ্টমীৰ দিনা ব্ৰহ্মপুত্ৰৰ বালিত ওপোজা বাবে ভুৱনেশ্বৰ ফুকনৰ দ্বিতীয় পুত্ৰৰ নাম বালিগোহাঁই হ'ল আৰু তীৰ্থৰ নাম ৰজিতা থুৱাই সোঁৱৰণীৰ তুলা ৰাশিটো মিলাই তীৰ্থেশ্বৰ ৰখা হ'ল। এখেত ডাঙৰীয়াৰে সৈতে মোৰ বৰ ঘনিষ্ঠতা আছিল। এসময়ত আমোলাপটিৰ ঘৰ দিয়েক মাহহে শিৱসাগৰ নগৰৰ পৰা মোক খেদি পঠিয়াৰ খোজাত এখেতেই মোক আকোৱালি ধৰিছিল আৰু মোক বিপদ ৰূপী ধুমুহা ববযুণৰপৰা ৰক্ষা কৰিছিল। (সেই বিষয়ে তেখেতৰ জীৱনাৱলীত লেখা হৈছে)। অভিধানিক হেমচন্দ্ৰ বৰুৱাই বালি গোহাঁইক কোলাত বহুৱাই অসমীয়া ভাষা শিকাইছিল। ডাঙৰীয়াৰ বহুত দিনলৈকে সতি-সন্তান নাছিল, তেখেতসকলৰ গুৰু পৰ্ব্বতীয়া গোসাঁইৰ আশীৰ্ব্বাদত এটি ল'ৰা আৰু এটি ছোৱালী জন্ম হ'ল। সেই দেখি ল'ৰাটিৰ নাম থলে গুৰুপ্ৰসাদ আৰু ছোৱালীটিৰ, আইদেও। গুৰুৰ প্ৰসাদত হোৱা গুৰুপ্ৰসাদৰ ল'ৰা পাঁচটিৰ পৰাই পঞ্চ-পাণ্ডৱৰ দৰে নাও-বৈচা-ফুকনৰ ঘৰখন এতিয়া দপদপীয়া হৈ আছে।

সাহিত্যিক পেঞ্চনাৰ পদ্মনাথ বৰুৱাই বালি গোহাঁইৰপৰা অনুমতি লৈহে গোহাঞি বৰুৱা উপাধিটো লেখিবলৈ লয়। চি, এচ গণিং চাহাব

ছিলঙত আগুৰ চেক্রেটাৰী হৈ থাকোঁতে আহোম সভাৰ সভাপতি তীৰ্থে-শ্বৰ বুঢ়াগোহাঁই নাওবৈচা ফুকনলৈ চিঠিৰ বিয়োগত "ডাঙৰীয়া শ্ৰীযুত তীৰ্থেশ্বৰ নাওবৈচা ফুকন" বুলি লিখিছিল। "বাঁহৰ এফাল, মানুহৰ একাল" বুলি যে কোৱা কথা এষাৰ আছে, তাৰ প্ৰমাণ চকুৰ আগতে দেখিলোঁ।—ফুকনৰ ঘৰৰ মানুহ আছিল কেনেকুৱা প্ৰতাপী, আৰু এতিয়া হ'লহি কি?

**গোলাপ চন্দ্ৰ ভট্টাচাৰ্য্য ঃ** বালি গোহাঁয়ে বাৰীতে শিৱনাথ ভট্টা-চাৰ্য্যৰ ভায়েক গোলাপক মাটি এডুখৰি দি পাতি থৈছিল। ভট্টাচাৰ্য্য আছিল মজলীয়া পঢ়াশালিৰ শিক্ষক। কেতিয়া ক'লৈ বদলি হয় তাৰ একো ঠিক নাই দেখি বাৰীতে ভট্টাচাৰ্য্যই অস্থায়ীকৈ ঘৰ পাতি আছিল। তেখেতৰ পুতেক কেশৱে বৰ ভাল গান গাব পাৰিছিল, আৰু ঘৈণীয়েক গৰাকীও বেজবৰুৱাৰ বংশৰ প্ৰখ্যাত প্ৰাণনাথৰ জীয়ৰী হোৱা বাবে মানে-মৰ্য্যাদায়, নামে গুণে, আচাৰে-বিচাৰে, নীতিয়ে-নিয়মে, কথাই-বতৰাই সম্ভ্ৰান্ত বংশীয় তিৰোতাৰ আৰ্হিয়েই আছিল। মাজিউ পুতেক গোবিন্দ চন্দ্ৰ ভট্টাচাৰ্য্যৰ লগতে জীৱনৰ বিয়লি বেলিকাও সুখেসন্তোষে থাকি, ডুবছৰমান হ'ল, নব্বৈ বছৰ পাৰ হৈ এশৰ দশকৰ ভিতৰ সোমাই গুৱাহাটীৰ উজান বজাৰত (পুতেকৰ ঘৰতে) তেখেত স্বৰ্গলোকলৈ প্ৰয়াণ কৰিলে।

**দীনধৰ বৰকটকী ঃ** গোলাপ ভট্টৰ বাৰীতে লগা ঘৰ দীনধৰ বৰকটকী ডাঙৰীয়াৰ। এখেত পূৰ্বে ডিবুৰুৰ গড়কাপ্তানী অফিচত কেৰেণী কাম কৰিছিল। পেঞ্চন লৈ শিৱসাগৰত বসতি কৰিবলৈ লয়হি। এখেতৰ প্ৰখ্যাত নাম দীনধৰ কেৰেণী— চণ্ডী কটকীৰ ঘৰৰ। আগেয়ে ঘৰ আছিল চিন্তামণি গড়ৰ কাষত। তাৰপৰা ডিবুৰুত কাম কৰিবলৈ গৈছিল। এখেতৰ পুত্ৰ কেবা-জনে—দুৰ্গাধৰ, বংশীধৰ, বেণুধৰ, শৈলধৰ আৰু ৰত্নধৰ। বংশীধৰ পুলিচ ইনস্পেক্টৰ আছিল, সেইবাবে বংশী ডাৰোগা, বেণুধৰ মাষ্টৰ আছিল, সেইবাবে বেণু মাষ্টৰ; শৈলধৰ ছিলঙত চৰকাৰী বিষয়া আছিল; ৰত্নধৰ ঠিকাদাৰ—মহলদাৰ আছিল। বংশী ডাৰোগাৰ পুতেক বাপ, প্ৰখ্যাত নাম শৰৎ। এওঁৱেই মোৰ প্ৰিয় বন্ধু। দেউতাকে এদিন কৈছিল, "পুলিচৰ ইউনিফৰ্মটোৰ মহিমা কি ক'বা। গাত পিন্ধিলেই বাপকো (নিজৰ বৰ পুতেককো) এৰেষ্ট কৰিম যেন লাগে।" বেণু মাষ্টৰ বৰ সাহিত্যানুৰাগী, তেখেত 'টাইম্‌চ্ অব্ আসাম' খনৰ গ্ৰাহক হৈ নিয়মিত ভাবে পঢ়িছিল আৰু তাৰ শিৱসাগৰীয়া বাতৰি যোগনিয়াৰো আছিল। তেখেতৰ পুতেক গোপাল মোতকৈ বহুত সৰু,

তেওঁ দেউতাকৰ ফুটতে উঠিছিল, কিন্তু অৱস্থাই পাক মাৰি আন ফাললৈ লৈ গ'ল। কটকীৰ পৰিয়ালো আছিল এখন বৃহৎ সংসাৰ।

**ৰত্নধৰ বৰুৱা ডেপুটী ইন্‌স্পেক্টৰ ঃ** কটকী ঘৰৰপৰা ৰৰতি চাহাবে বন্ধোৱা মথাউৰিটো পাৰ হৈয়েই দক্ষিণ-পশ্চিমলৈ অৱসৰপ্ৰাপ্ত ডেপুটী ইন্‌স্পেক্টৰ ৰত্নধৰ বৰুৱা ডাঙৰীয়াৰ ঘৰ। আজিকালি ডেপুটীৰ পৰিধি কেৱল মহকুমাৰ টোৰ ভিতৰতে; ৰত্নধৰ বৰুৱা ডেপুটী ইন্‌স্পেক্টৰ আছিল সদিয়াৰ পৰা নগাঁৱৰ আগীলৈকে। আগীৰপৰা ভাটীছোৱাত ধুবুৰীলৈকে, তেখেতৰে বংশৰ কনকলাল বৰুৱা ডাঙৰীয়াৰ বৰ দেউতাক প্ৰিয়লাল বৰুৱা আছিল ডেপুটী ইন্‌স্পেক্টৰ। এখেতৰ ঘৰ ভৰাম কাকতীৰ ঘৰৰ দাঁতিতে— মাথোন সৰু আলি এটাৰ ইপাৰ-সিপাৰ। বৰুৱা ডাঙৰীয়া দিহিং সত্ৰৰ বৰ সাতোলাও আছিল। সেই হেতুকে বেতবাৰী, মেটেক', গৰগাঁও, কালুগাঁও, নামতি, চাৰিং, চাৰিআলিত থকা গায়ে-গাৰিয়ে 'ভব্য গব্য' মেধি সাতোলাসকলৰ সমাগম হয় বৰসাতোলাৰ ঘৰলৈ। সেই সকলোৰে সৈতে চা-চিনাকি হোৱাৰ কিবা এটা ছেগ ওলালেই তৎক্ষণাত তাৰ সদ্ব্যৱহাৰ কৰিছিলোঁ।

ভৰাম বৰকাকতীৰ ঘৰৰপৰা ওপৰত দিয়া আমোলা বিষয়া কেইঘৰে আগুৰি থকা মেৰটোৱেই আমোলাপটিৰ এটি কুছি বা চুবা নাইবা আউটি।

**তাৰানাথ শৰ্ম্মা ( বগা তাৰা ) ঃ** আমগুৰি ঘাটৰ দক্ষিণ-পূবলৈ লক্ষীনাথ ভট্টাচাৰ্য্যৰ ঘৰ পাৰ হৈয়ে মীনা দোকানী আৰু কৌটি মহৰীৰ ঘৰ। তাৰ পিচতে তাৰানাথ শৰ্মা, এখেতক বগা তাৰা বুলি কোৱা হয়। কাৰণ, তামুলী ফুকনৰ ঘৰৰো এজন তাৰা আছিল— বৰণটো মটীয়া। সেই মটীয়া জনৰ পৰা পৃথক বুজাবলৈ এই গৰাকী তাৰাক বগা বোলা হৈছিল। বগা তাৰাৰ পুতেক শিৱ শৰ্মা আৰু ৰাম শৰ্মা মোৰ সহপাঠী আছিল। এখেতৰ পুৰা নাম তাৰানাথ শৰ্মা; মিউনিচিপেল টেক্স কলেক্টৰ আছিল; কেতিয়াবা কেতিয়াবা ভৰাম বৰকাকতীৰ ঘৰত বহেহি। তাতে কোনে ক'ত কি কৰিছে, কোন ক'লৈ গৈছে, কোনে কি খাইছে ইত্যাদি কথাৰ টোপোলা মেলে। তেখেতৰ সমীপতে লালবৰুৱা নামে এজন টিকটিক্ কৰে ৰঙা বৰুৱাৰ ঘৰৰ ভংভঙীয়া ব্ৰাহ্মণ আছিল। সেই জনৰ কাষতে মোহন কৃষ্ণ বৰুৱাৰ ঘৰ। ইয়াতে নবেন বুলি এজন উদ্যোগী, ৰসৰ ৰহ-ঘৰা আছিল। শিৱসাগৰত দেখা প্ৰায়বোৰ থিয়েটাৰতে এখেতে ধেমে-লীয়া ভাও লৈছিল। নবেন বৰুৱা, তাৰিণী বৰুৱা কালিনাথ বৰুৱা—

এই ত্ৰিমূৰ্ত্তিৰ যিদিনা শিৱসাগৰ ষ্টেজত স্থিতি হয়, সেইদিনা তেখেতসকলৰ ধেমেলীয়া ভাও দেখি দৰ্শকসকলৰ মাজত ইমান হাঁহি-কিৰিলিৰ কোঢাল হয় যে নাটঘৰ উৰি যাওঁ উৰি যাওঁ কৰে।

**ইন্দ্ৰেশ্বৰ ৰাজখোৱা ডাঙৰীয়া :** তাৰে দক্ষিণলৈ অসমৰ বিখ্যাত ৰসেন্দ্ৰ বৰুৱাৰ ঘৰৰ ইন্দ্ৰেশ্বৰ ৰাজখোৱা ডাঙৰীয়াৰ ঘৰ। আমি দেখা সময়ত এখেতৰ বয়স ৭০ মান হ'ব। তেতিয়াও তেখেতক পূৰ্ণ যৌৱনৰ বল-বীৰ্য জলন্ত প্ৰতীক ৰূপে ফুৰা দেখিছিলোঁ। ঐতিহাসিক পুৰুষ শূলপাণি ভঁড়ালী বৰুৱাৰ এখেতেই শেহতীয়া নিদৰ্শন আছিল বুলি ক'ব পাৰি। ৰাজখোৱা ডাঙৰীয়াৰ আয়ুৰ্ব্বেদ শাস্ত্ৰত যথেষ্ট ব্যুৎপত্তি আছিল। 'ৰাজখোৱা ঔষধালয়' নাম দি তেখেতে ঘৰতে এখনি ঔষধালয় পাতিছিল। ৰাজখোৱা ঔধষালয়ৰ 'মদনানন্দ মোদক' আৰু "পানীয় ভক্ত" বৰি এনে নিভাঁজ আৰু আশুফলপ্ৰদক আছিল যে ভাল ভাল বঙালী ডাক্তৰ কবিৰাজেও ৰাজ-খোৱাৰ মোদক নি হে তেওঁবিলাকৰ সদনাম ৰক্ষা কৰিব পাৰিছিল। ৮৫ বছৰ মান বয়সতে ঢুকালত হৰেশ চন্দ্ৰ (ৰায়চাহাব) গনেশ চন্দ্ৰ আদি পুতেক সকলে সেই ঔষধৰ বিশুদ্ধতা ৰক্ষা কৰি 'ৰাজখোৱা ঔষধালয়'ৰ সৰবৰহিতা আৰু সুখ্যাতি অটুট ৰাখিছিল।

**হৰেশ চন্দ্ৰ ৰাজখোৱা :** ৰাজখোৱা ডাঙৰীয়াৰ বৰ পুতেক হৰেশ চন্দ্ৰ ৰাজখোৱা আছিল শিৱসাগৰীয়া অভিজাত্যৰ এটি হুবহু চানেকি। পিন্ধনে-উৰণে, কথায়-বতৰায়, ৰক্ষণশীল নীতি-নিয়মে, আচাৰে-বিচাৰে তেখেতৰ নিচিনা পুৰণি আদৰ্শবাদী পুৰুষ আৰু আন এজন দেখা নাছিলোঁ। তেখেত ইমান স্পষ্টবাদী আছিল যে মানুহে ভাল পোৱা বেয়া পোৱালৈ নেচাই কেতিয়াবা যি ক'ব লাগে, তেতিয়াই টপৰাই তাকে কৈ পেলাইছিল— তেহেলৈ তাৰ ফল ভালেই হওক বা বেযাই হওক। ৰাজখোৱাৰ মূৰত পাগুৰি সুগুচিছিলেই। পাগুৰিৰ উপকাৰীতা সম্বন্ধে তেখেতে প্ৰবন্ধও লিখিছিল। শিৱসাগৰ নাট্য সমাজৰ তেখেত এগৰাকী নিপুণ অভিনেতা আৰু ছোঁ ঘৰ, নাটঘৰ পৰিচালনাৰ প্ৰধান উপদেষ্টা আছিল। ফুটংগিৰী মানুহক তেখেতে চকু পাৰি দেখিব নোৱাৰিছিল, অথচ, নিজে ৰক্ষণশীল হৈও সুসংযত প্ৰগতিবাদীক সাদৰ সম্ভাষন নকৰাকৈ নাছিল। আটক ধুনমৰা ল'ৰাই অৱশ্যে সম্ভাষণৰ সলনি তিৰস্কাৰ আৰু ডাবিৰ হে পুৰস্কাৰ পাইছিল।

**আনন্দসাগৰ দুৱৰা ঃ** ৰাজখোৱাৰ ঘৰৰ পদূলি এৰিয়েই আনন্দ সাগৰ দুৱৰাৰ ঘৰ। আনন্দসাগৰ দুৱৰাৰ দেউতাক শ্যামসুন্দৰ দুৱৰা, ভায়েক "বনফুল"ৰ কবি আৰু জয়েজয়ে সাহিত্য একাডেমী পুৰস্কাৰ পাওঁতা যতীন্দ্ৰ নাথ দুৱৰা আৰু আৰু দুজন ভায়েক। সেই আউটিত শ্যামসুন্দৰ দুৱৰায়েই পোন প্ৰথম ঘৰবাৰী লওঁতা। সেইগুণে এখেতৰ বাৰীখন বৰ আহল-বহল। শ্যামসুন্দৰে কাছাৰীত পেস্কাৰ নে চিৰস্তাদাৰ কিবা কাম কৰিছিল। তেখেতক সেইদেখি, ইজনে সিজনে কোৱাকুই কৰোতে, শ্যাম বাবু বুলিয়েই অভিহিত কৰিছিল। শ্যাম বাবুক দেখিবলৈ নাপালোঁ। শুনিছিলোঁ। তেখেত বোলে বৰ ধুনীয়া আছিল। কলিকতা হাইকৰ্টৰ অসমীয়া অনুবাদক ৰমাকান্ত বৰকাকতী ডাঙৰীয়া আৰু শ্যাম বাবুৰ পৰিয়ালৰ ঠাল একেটা। সেই গুণেই, চাৰিওত থকা তেখেতৰ ভাল বংশ-পৰিয়ালৰ ল'ৰাই তেখেতৰ বাৰীত থাকি পঢ়িবলৈ সুবিধা পাইছিল। আনন্দসাগৰ দুৱৰা মানুহজন চুটি-চাপৰ, ঔটেঙাটো যেন, কিন্তু বৰ গহীন। যেইজন চাহাবেই ন-কৈ জিলাৰ শাসন ভাৰ লয়হি, সেই জনাকে জয়েজয়ে বঙলালৈ গৈ দেখা-সাক্ষাৎ কৰা স্থানীয় ভদ্ৰলোকৰ ভিতৰত কোনোবা যদি প্ৰথম আছিল, সেইজন আনন্দসাগৰ দুৱৰা। তেখেতে কোন ঘৰ মানুহ কেনেকুৱা, নগৰৰ আলি-পদূলি, বন্ধাওঁতে কোনে কিমান টকা খৰচ কৰি গ'ল—ইত্যাদি নতুন জিলাধিপতিক জান দি আহে। চাহাবেও শুনি ভাল পায় আৰু সেইবাবে দুৱৰাক পুৰস্কাৰো দিয়ে। পুৰস্কাৰ ধন-বিত্ত নহয়—তেখেতক খাটনি ধৰা কোনোবা একোজনক কামটো দিয়াৰ পৰা-টোৱেই পুৰস্কাৰ। তেখেতৰ বাৰীখন লিচু গছেৰেই ভৰা। পকিৰৰ দিনত আমোলাপটিৰ ল'ৰাই পকা লিচু চুৰকৈ খায় আৰু আনন্দসাগৰে চোৰ খেদাৰ যি ভেৰাকুটীয়া উপায় অৱলম্বন কৰে ওপৰত কৈ অহা হৈছে। চুৰ কৰিবলৈ বাওঁতে দুটামান ভিতৰত সোমায় আৰু দুটামান বাহিৰত থাকে। ভিতৰত সোমোৱা কিটাই মাত লগায়—

"ৰেপেট ঐ চেপেট
নিৰ্ম্মল ঐ নিজান।

গিৰিইঁতে অৰ্থাৎ দুৱৰাই যদি মানুহ অহাৰ গম পাই অলপ কুকংকাৰাং কৰে, ভিতৰ সোমোৱাটোৱে বাহিৰতে থকা কিটাক 'চেপেট' বুলি চেপেটা লাগি বহি থাকিবলৈ কয়। আৰু যদি গৃহস্থজন এ:কে বাৰেই নিসাৰ-সাৰ হৈ পৰি থাকে তেন্তে 'নিজান' বুলি লিচু পাৰিবলৈ কুট দিয়ে।

শ্যামবাবুৰ ঘৰৰ দুৱাৰমুখ থন ইকেইঘৰ মানুহৰ দৰেই দিখৌৰ ফালে। পাচফালথন হাবি বাঘৰ চোং বুলি ক'লেও বঢাই কোৱা নহয়।

দুৰ্গাচৰণ খাটনিয়াৰ : তেখেতৰ ঘৰৰপৰা এঘৰ মানুহ এৰিয়েই মথাউৰিৰ পৰা নামি যোৱা এটি চুটি কিন্তু বহল আলি আছে। তাতে দিখৌৱেও মেছ লৈছে। সেইখিনিতে স্কুল সমূহৰ ডেপুটী ইন্‌স্পেক্টৰ অফিচৰ কেৰেণী দুৰ্গাচৰণ শৰ্ম্মা খাটনিয়াৰৰ ঘৰ। তেখেতৰ বৰ পুতেক 'বৰ অন্নদা আক মাজু পুতেক অম্বিকা। অম্বিকা আমাৰ লগৰ, একে শ্ৰেণীতে পঢা। খাটনিয়াৰৰ ঘৰ মৰিজাঁজীৰ ওচৰৰপৰা উঠি অহা। তেখেতৰ বংশ পৰিয়াল ডিবুক, জাঁজী, যোৰহাট গোটেইখনতে জুৰি আছে।

## ষষ্ঠ অধ্যায়

**ফণীধৰ চলিহা ঃ** খাটনিয়াৰৰ শাৰীতে উত্তৰলৈ শিৱসাগৰৰ বাৰ ফণীধৰ চলিহা চোট চাহাবৰ ঘৰ। চলিহা ডাঙৰীয়াই ঘৰতে বাত্তিপুৱা বাত্তিপুৱা ল'ৰা পঢ়ুৱায়। আমোলাপটিৰ ভালেমান ল'ৰাই তাত পঢ়েগৈ। 'বৰে' (অন্নদাচৰণ খাটনিয়াৰ) ল'ৰাবিলাকৰ পৰীক্ষা লয়। মইও দুদিনমান তাত পঢ়িছিলোঁ। চলিহাৰ চ'ৰাত বিশেষকৈ শিকোৱা হৈছিল শ্ৰুতলিপি (ডিক্‌টেছন), পঢ়া (ৰিডিং) আৰু নকল বা অনুলিপিকৰণ (কপীয়িং)। প্ৰত্যেকটো বিষয়ত যদি কেনেবাকৈ পাঁচোটা ভুল হ'ল তুমি আৰু বিচ খালা। দুটা তিনিটা হ'লে বৰ ডাঙৰ শাস্তি নিদিয়ে, হয় বেঞ্চৰ ওপৰত তোলে, নহয় আঁঠু কঢ়ায়। পাঁচোটা হ'লে যিটো হে উগ্ৰ শাস্তি, আজি-কালি হোৱা হ'লে শাস্তিদাতা জনেই দণ্ডবিধি আইনমতে শাস্তি খাব লাগিলহেঁতেন। শাস্তিৰ ৰূপ এনেকুৱাটো—সোঁহাতখন সোঁভৰিটোৰ আঁঠু-ঘিলাৰ তলে সৰকাই সোঁ কাণখন ধৰি থিয় হৈ থাকিব লাগে। পাঁচোটা-তকৈ বেচি হ'লে, চলিহা টুপৰ বাৰীত কলপুলি কৰ লাগে আৰু কৰি থোৱা দিনত কৰি পুলি কৰ লাগে। শাকনিতো পানী দিব লাগে। এনেকুৱা শাস্তি দুদিন ভুগিয়েই মই পলাই পত্ৰং।

চলিহাৰ ঘৰত যোৰহাটৰ গুৰুপ্ৰসাদ চলিহা আৰু চাৰিআলিৰ তিলক চন্দ্ৰ চলিহাও থাকি পঢ়িছিল। পুত্ৰেক পুণ্যধৰক (বাপু) সকলো ঘৰুৱা কাম চম্ভালিবপৰাকৈ তেখেতৰ ফুটতে তুলিছিল। ডাঙৰীয়া ফণীধৰ চলিহাৰ নিচিনা সম্পূৰ্ণাঙ্গ তৎকালিক বুদ্ধিসম্পন্ন আহি পুৰুষ আজিলৈকে শিৱসাগৰত ওলোৱা নাই বুলি ক'লেও অত্যুক্তি কৰা নহয়। তেখেতৰ ডায়েৰী সমূহেই সমকালিক অসময (বিশেষকৈ শিৱসাগৰৰ) এখনি ফটফটীয়া দাপোণ। আমাকো ডায়েৰী লিখিবলৈ কৈছিল। চলিহা চাহাবৰ ধৰ্ম আছিল—'সময়ক আগচুলিত ধৰি ৰখা।' তেখেতে ঘৰতো পৰতো কৈয়ে ফুৰিছিল, "Time and tide wait for none" সময় আৰু ঢৌ কালৈকো ৰৈ নেথাকে। "Make hay while the sun shines". যেতিয়াৰ যিটো কাম, তেতিয়াই কৰিবা

এই কিবাৰি মণি-মুকুতা হেন ফণীধৰ চলিহাৰ বানীয়ে এতিয়াও মোৰ স্মৃতি পটত তিৰবিৰাই আছে।

**কেশৱানন্দ ভঁৰালী ঃ** চলিহাৰ পূবলৈ কেশৱানন্দ ভঁড়ালীৰ ঘৰ। ভঁড়ালীৰ দেউতাক পৰমানন্দ ভঁড়ালীৰ ঘৰ পূৰ্বতে যোৰহাটৰ চাওখাট মৌজাত তিনিকুড়ীয়া ভঁড়ালী গাঁৱত আছিল। তাবপৰা আহি শিৱসাগৰ হাই ইংলিচ স্কুলত এচিটেণ্ট হেড্মাষ্টৰ পৰ্য্যন্ত হৈছিল। তেওঁেতে অসমীয়া পটন্তৰৰ পুথি এখনিও লেখিছিল। তেখেতৰ ওচৰতে হেমচন্দ্ৰ বৰুৱাই ইংৰাজী শিকিছিল। বৰপুতেক ঈশানন্দ ভঁড়ালীয়ে কলিকতাত উচ্চ শিক্ষা লাভ কৰি থকা অৱস্থাতে 'প্ৰাকৃতিক ভূগোল' নাম দি এখনি ভূগোলৰ পুথি প্ৰকাশ কৰিছিল। 'মৌচুমীয়া' শব্দটো অসমীয়া ভাষাত পোনেই সেই পুথিত হে ব্যৱহাৰ কৰা হয়। ঈশানন্দৰ একেটি মাত্ৰ পুতেক শ্ৰদ্ধাস্পদ দেৱানন্দ ভঁড়ালী ডাঙৰীয়া। পৰমানন্দৰ সৰু পুতেক কেশৱানন্দ ভঁড়ালী; এখেত আমাৰ শিক্ষক আছিল, একাধিকবাৰ কৈ আহিছোঁ। ভঁড়ালীৰ বাৰীতে চাৰিওৰ হৰকান্ত দুৱৰা (ভঁড়ালী মাষ্টৰৰ মোমায়েকৰ পুতেক), হেমকান্ত বৰকাকতী, মালভোগ দত্ত আৰু ভায়েক কালিৰাম আৰু ভালেমান ছাত্ৰই ঘৰ সাজি থাকি পঢ়িছিল। শুভ্ৰবৰ্ণ, সুঠাম সুদীৰ্ঘ অৱয়ব, সুগোল মুখমণ্ডল, বিস্ফাৰিত গুম্ফ-পুচ্ছ, ভদ্ৰ আচৰণ, দয়াৰ্দ্ৰ অন্তৰ—এই আটাইবোৰ ৰূপ-গুণৰে অধিকাৰী আছিল কেশৱানন্দ ভঁড়ালী। তেখেতৰ সংস্পৰ্শত ঘনাই আহিবলৈ পোৱাটো মোৰ নিমিত্তে সৌভাগ্যৰ কথা বুলি স্মৰণ কৰি থাকোঁ।

**গৌৰাঙ্গ চন্দ্ৰ গোহাঁই ঃ** ভঁড়ালীৰ সমুখতে, আলিটো পাৰ হৈয়েই গৌৰাঙ্গ গোহাঁই ডাঙৰীয়াৰ ঘৰ। তেখেতৰ বৰ আৰু মাজু দুয়োজন পুতেকেই মোৰ সহপাঠী। বৰজনৰ নাম দুৰ্গা আৰু মাজু জনৰ নাম শিৱ। দুয়ো ফুটবল খেলাত পাকৈত। শিৱ গোহাঁইৰে মোৰে ইটো অলপ বেচি থকাত মাজে-সময়ে তেওঁবিলাকৰ ঘৰলৈ গৈছিলোঁ। আৰু দেউতাকৰ মুখত কেতিয়াবা কেতিয়াবা মাদুৰী-মেচাখৰৰ পুৰণি কথা শুনিছিলোঁ।

**দুৰ্গেশ্বৰ শৰ্মা :** তেখেতৰ সিদাঁতিয়েই পূব পোনে দুৰ্গেশ্বৰ শৰ্মাৰ ঘৰ। এখেতৰ দেউতাক আছিল যজ্ঞেশ্বৰ শৰ্মা—শিৱসাগৰৰ পুৰণি মুক্তিয়াৰ। মুক্তিয়াৰৰ আমলগুৰি নামে চাহ বাগিচা এখনো আছিল। কিন্তু, নানান বিপৰ্য্যয় হোৱাত, বাগিচাখন ১৪০০ টকা নীলামত গ'ল। শুনা যায় সেই

বাগিচাৰ মকৰ্দমা সংক্রান্তত তেখেতেই শিৱসাগৰলৈ অক্ষয়কুমাৰ ঘোষ উকীলক আনে আৰু গুৰুচৰণ চাটাৰ্জী বুলিও এজনক আনে। যজ্ঞেশ্বৰৰ ঘৰত বছৰি দুৰ্গা পূজা হৈছিল। দেৱগঞা নাচ দেখুৱা হৈছিল। তাৰে নাচনী ছোৱালী এজনী বিয়া কৰাই চাটাৰ্জী অসমীয়া হ'ল।

দুৰ্গেশ্বৰৰ ভায়েক গোপাল। গোপালৰ পুতেক শিৱ আৰু এজন। এওঁবিলাক পিচত সংকীৰ্তন নামঘৰৰ ওচৰলৈ উঠি যায়। শিৱ ডেপুটী ইন্‌স্পেক্টৰ অৱ স্কুলছ হৈ কামৰূপত বহুত দিন আছিল। তাৰপৰা তেওঁ ডিব্রুগড়ৰ পূৰ্ণানন্দ ৰ'ডৰ কাষত ঘৰ লয়গৈ।

সূৰ্য্য, নন্দ, কনক, চন্দ্র, উপেন এই পাঁচজন দুৰ্গেশ্বৰৰ পুতেক। সূৰ্য্যৰ পুতেক পৰেশ আমাৰ লগৰ। কনক বেজবৰুৱা স্কুলৰ মাষ্টৰ, বাটে-পথে ইংৰাজী ফৰফৰাই ফুৰে। উপেন বা উপেন্দ্রনাথ এসময়ত 'জোনাকী' কাকতৰ প্ৰকাশক আছিল আৰু কেইবাখনো অসমীয়া কিতাপ লিখিছিল। তাৰে এখনত হেমচন্দ্র বৰুৱাৰ জীৱনীটো পোন প্রথমেই কিতাপ আকাৰত ওলায়। শিৱসাগৰৰ এইঘৰ পুৰণি মানুহ যোৰহাটৰ সৰ্বাইবন্ধাৰ পৰা আহে বুলি কোৱা শুনিছিলোঁ।

**ভোলানাথ বৰুৱা :** এখেতৰ ঘৰৰ ওচৰতে দিখৌৰে ঘোৰ লৈছে। ইয়াৰপৰা উজাই উত্তৰলৈ ভোলানাথ বৰুৱা (ভোলা মহৰী) ডাঙৰীয়াৰ ঘৰ। এখেতৰ ককাইদেৱৰ লোকনাথ বৰুৱা (চিৰস্তাদাৰ) ডিব্রুগড়ৰপৰা আহি ইয়াতে বসতি কৰে। ভোলানাথ বৰুৱাৰ পুতেক কেশৱা আৰু কেদাৰ মোৰ সহপাঠী। ভোলাবৰুৱা ভদ্র আচৰণৰ এগৰাকী মাৰ্জিত পুৰুষ আছিল। কেদাৰৰ পৰিচয় দিয়াই হৈছে। কেশৱো ফটবল খেলোৱাৰ আছিল।

**শ্ৰীনাথ বৰুৱা :** লোকনাথ বৰুৱাৰ পুতেক শ্ৰীনাথ, এখেত আছিল শিৱসাগৰ খাজনা গেৰাজৰ খাজাঞ্চী; আৰু বৰ সাহিত্যানুৰাগী। এখেত, আসাম কোম্পানীৰ দেৱান চাৰিঙৰ হৰিপ্ৰসাদ দুৱৰা ডাঙৰীয়াৰ জোঁৱায়েক হোৱা বাবে, এখেতসকলৰ লগত মোৰ আত্মীয়তা অলপ ভাঠ আছিল। বৰুৱা ডাঙৰীয়াৰ ঘৰত ভালেমান পুৰণি কিতাপ, বাতৰি আৰু আলোচনী-কাকত আলমাৰি ভৰি ভৰি আছিল। ছেগ পালেই তেখেতসকলৰ ঘৰলৈ গৈ, বৰুৱানীৰ অনুগ্ৰহত সেইবোৰ খুচৰি খুচৰি চাওঁ আৰু পঢ়োঁও। ৰুচ-জাপানৰ যুদ্ধৰ বিৱৰণ, গ্লেডষ্টনৰ জীৱনী, ৰেণল্ডচ্‌ৰ লণ্ডন ৰহস্য Mysteries of the Court of London অৰ (বঙলা তাঙনি) হিউম, সুৰেন

বানাৰ্জী, দাদাভাই নৌৰজী আদি কংগ্ৰেছ সভাপতিৰ জীৱনী আৰু অসংখ্য বঙলা কিতাপ তাতেই হে পোন প্ৰথমেই পঢ়িবলৈ পাওঁ। শ্ৰীনাথ বৰুৱাৰ সহোদৰ ভৈৰৱ বৰুৱাকো দেখিছিলোঁ।—যদিও তেখেত কাৰ্য্যোপলক্ষে তেজপুৰ-ছিলঙত থাকিবলগীয়া হৈছিল।

দদায়েক ভোলাবৰুৱা আৰু দেউতাক লোকনাথ বৰুৱা অসম বুৰঞ্জী বিখ্যাত তামুলী দলৈৰ সন্ততি। বংশৰ জাতিগুৰি বিচাৰোতে বিচাৰোতে ভালেমান বছৰৰ মূৰত হে এখেতসকলৰ ঘৰৰ আদ্যোপান্ত বিৱৰণ পোৱা গৈছে।

আমোলাপটিৰ ঘাই চকৰটো শ্ৰীনাথ বৰুৱাৰ বাৰীতে অন্ত। এখেতৰ ঘৰত চাৰিওৰ দেবেন্দ্ৰ নাথ ডুবৰা থাকি পঢ়িছিল।

ফণীধৰ চলিহাৰ ঘৰৰ মুখে মুখে যিটো আলি পোনে পোনে কাছাৰীলৈ গৈছে, সেইটোৰ দাঁতিত পোনেই গৌৰাং গোহাঁইৰ ঘৰ পায়। তাৰ পাচত তামুলী ফুকনৰ টোল।

**তাৰানাথ ফুকন :** দাৰ্শনিক পণ্ডিত ৰাধানাথ ফুকন ইয়াতে থাকি হাই স্কুলত পঢ়িছিল। এওঁবিলাকৰ ঘৰৰ কনক ফুকন, ইন্দু ফুকনক চেমনীয়া কালতে দেখিছিলোঁ। এখেতসকলৰ ঘৰতে তাৰানাথ ফুকনকো দেখিছিলোঁ, তেখেতৰ বৰণটো ক'লা আছিল দেখি ক'লা তাৰা বুলিছিল। আমোলাপটিতে তাৰা নামৰ দুজন মানুহ থকা বাবে বগাজনক বগা আৰু ক'লাজনক ক'লা তাৰা বুলি দুয়োজনৰ প্ৰভেদটো বুজোৱা হৈছিল। ক'লা তাৰাৰ পুতেক মুক্তিনাথক পাইছিলোঁ। তেওঁ বিলাক পিচত নাজিৰালৈ উঠি গ'ল।

**বিদ্যাধৰ চিৰস্তাদাৰ :** ফুকনৰ ঘৰৰ আগতে বিদ্যাধৰ চিৰস্তাদাৰৰ ঘৰ। আমি চিৰস্তাদাৰক দেখা নাছিলোঁ, কিন্তু তেখেতৰ পুতেক অজধৰ বৰুৱাই জাঁজী আৰু আমগুৰিত মাইনৰ স্কুল খোলাত সেই অঞ্চলৰ মানুহে দেউতাকৰ নামটোৰে তেখেতৰ পৰিচয় দিছিল। বিদ্যাধৰ, ডাঙৰীয়া দীন নাথ বেজবৰুৱাৰ বৰ জোঁৱায়েক। তেখেতৰ সৰু পুতেক অজধৰ জাঁজীতেই থাকে ; বৰপুতেক লোকধৰৰ হে ঘৰখনত নিগাজী বসতি। লোকধৰ বৰুৱাৰ বাৰীত বহুত ঔটেঙা গছ আছিল। সেই ঔটেঙাৰ এজোটি এজোটি সাধু আছে। বাৰিষা অফিচত কাম থকাত দিখৌৰ পশ্চিম ফালৰ মণ্ডল কাননগু কিছুমান বিদ্যাধৰ চিৰস্তাদাৰৰ বাৰীতে ঘৰ সাজি থাকে। এখেত সকলৰ ঘৰ পূৰ্ব্বত যোৰহাটৰ বালিগাঁৱত আছিল—বৈচুঙীয়া বৰুৱাৰ ঘৰ বোলে।

লোকধৰ বৰুৱা ভাঙৰীয়াৰ দুই পুত্ৰ মুক্তি আৰু শিৱ। মুক্তিয়ে বেচি বয়স নেপালে। শিৱপ্ৰসাদ এতিয়াও কৰ্ম্মঠ হৈ আছে।

**বেজবৰুৱা টোল :** দৈচুতীয়া বৰুৱাৰ মুখে মুখে ভাঙৰীয়া দীননাথ বেজবৰুৱাই পাতি থৈ যোৱা গছে-গছনিয়ে, খালে-পুখুৰীয়ে, ঘৰে-বাৰীয়ে লগুৱা-লিকচৌৰে গোসাঁইঘৰ, নামঘৰে সুবিস্তীৰ্ণ বেজবৰুৱা টোল। মিউ-নিচিপেলটিৰ চেয়াৰমেন আৰু পেঞ্চনাৰ জগন্নাথ বেজবৰুৱা, চিকিৎসাবিদ বিষ্ণুনাথ বেজবৰুৱা সেই টোলৰ অধিকাৰী। সু-চিকিৎসক বুলি বিষ্ণু বেজ-বৰুৱাৰ নাম সেই সময়ত কেউপিনে বৈ বৈ গৈছিল। তেখেতৰ পুতেক বসন্ত আমাৰ সমনীয়া। ফাকুৱা পূজাত আমি তেওঁবিলাকৰ টোলত বৰ ৰঙ-ৰহস্যে বোকা-ভাওনা পাতিছিলোঁ আৰু ফাকু খেলিছিলোঁ।

পদূলিমূৰতে বেজবৰুৱা নামঘৰ। নামঘৰ যদিও তাত তিথিয়ে-পৰ্ব্বইহে নাম-প্ৰসঙ্গ হৈছিল; দৈনিক হোৱা নাছিল। কিন্তু ঘৰত থকা গোসাঁইঘৰত বৰ নিষ্ঠাৰে পূজা-সেৱা, নাম-কীৰ্তন চলি থাকে। নামঘৰটোত দেওবাৰে দেওবাৰে 'বাল্যাশ্ৰম' আৰু 'ছাত্ৰ সমাজৰ সভা' বহিছিল। শিৱসাগৰৰ ল'ৰাৰ নৈতিক, মানসিক আৰু আধ্যাত্মিক ভাবৰ উৎকৰ্ষ সাধন কৰাত এই বাল্যা-শ্ৰমেই এসময়ত সৰুসুৰা বিশ্ববিদ্যালয়ৰ দৰেই সহায় কৰিছিল। সেই টোলৰ পূব-উত্তৰ পিনলৈ বেজবৰুৱা হাইস্কুল। এই স্কুলটো আগেয়ে হিমকান্ত মৌজাদাৰ ভাঙৰীয়াৰ ঘৰৰ কাষতে সহদেৱ পণ্ডিতৰ ঘৰৰ দুৱাৰ মুখতে আছিল।

**শিৱদেৱ গোস্বামী :** সেইখিনিতেই নগাঁৱৰপৰা অহা জখলা বন্ধা সত্ৰৰ গোস্বামী শিৱদেৱৰ ঘৰ। শিৱদেৱৰ মাজুপুতেক বামদেৱ গোস্বামী এজন হৃষ্ট-পুষ্ট গদাধৰ পুতেক, তেখেতে নিতৌ চেণ্ডৰ ভৰেল একচাৰচাইজ কৰিছিল দেখি বৰ বলী আৰু মোটোহা হ'ব পাৰিছিল। অভিনয় শেষ হ'লে তেখেতে প্ৰধান বীৰনায়কৰ ভাও লৈ ৰঙ্গমঞ্চ কঁপাই থাকে। বামদেৱৰ সৰু ভায়েক বাপচন্ বা চন্দ্ৰকুমাৰ ক্লাচ টেনত মোৰ সহপাঠী আছিল। বামদেৱৰ বসন্ত নামে এজন ককায়েক আছিল। আমি দেখিবলৈ নেপালোঁ। বিয়া কৰোৱা কেইবছৰ মানৰ পিচত ঢুকাল। গুণাফুলীয়া কাপোৰ এখন ডুচলীয়াকৈ লৈ মূৰত মথুৰা পাগ মাৰি ৰাজহংস গতিৰে শিৱদেৱ গোস্বামী 'বাল্যাশ্ৰম' সভালৈ আহি সদায় আমাক ভাগৱত পাঠ কৰি শুনাইছিল আৰু নীতি-নিয়ম, সদাচাৰৰ বিষয়ে অন্তৰত বহি যোৱাকৈ উপদেশ দিছিল।

**ৰমাকান্ত গোহাঁই :** ৰমাকান্ত গোহাঁয়ে নাজীৰ কাম কৰিছিল দেখি সকলোৱে ৰমানাজীৰ বোলে। তেখেতৰ ঘৰ মৰিদিখোৰ পাৰতে। শিৱদেৱ গোস্বামীৰ গাতে লগা। তেখেতৰ আগৰ ঘৰ আছিল নামদাং গোহাঁই গাঁৱত। ম'ৰাবজাৰ মৌজাৰ মৌজাদাৰ মুক্তানাথ গোহাঁই তেখেতৰ ভায়েক হয়। ডাঙৰীয়া ৰমাকান্ত গোহাঁইৰ পুতেক কেয়োজন সুশিক্ষিত। তেখেতৰ সৰু পুতেকজন আমাৰ লগৰীয়া আছিল। সৰু মাজিউ পুতেক অনন্ত গোহাঁই দেখিবলৈ থোলোকা আৰু তেজাল আছিল। তেওঁ নাট্য সমাজৰ এজন প্ৰধান সভ্য ৰূপে ৰঙ্গমঞ্চত ছোঁ-ঘৰৰ সকলো কামতে আগভাগ লৈছিল। ম'ৰা-বজাৰ মৌজাৰ জৰাধৰা গাঁৱৰ আৰু নামদাং গোহাঁই গাঁৱৰ কেবাজনো ল'ৰা তাত থাকি পঢ়িছিল। গোলাঘাটৰ ৰায়বাহাদুৰ যাদৱ চন্দ্ৰ বৰুৱাৰে একেলগে থাকি ৰমা গোহাঁইয়ে কহিমাৰ কাছাৰীত কাম কৰিছিল। গঙ্গা-গোবিন্দ ফুকন চাহাবৰো এখেত সমসাময়িক। এই তিনিগৰাকী পুৰুষ বৰ বলী আছিল বুলি শুনিছিলোঁ। নাজীৰৰ বৰপুতেক পৰমা গোহাঁই স্কুল সমূহৰ ডেপুটী ইন্স্পেক্টৰ আছিল। মই বৃত্তি পৰীক্ষা দিবলৈ যাওঁতে নাজীৰ ডাঙৰীয়াই শুভঙ্কৰীৰ আৰ্য্যা আৰু কাইথেলী অঙ্কৰ পৰীক্ষা লৈছিল।

ৰমা নাজীৰৰ সমুখতে, আলিটোৰ সিপাৰে, সিংহেশ্বৰ বৰুৱা খাজাঞ্চীৰ ঘৰ। তেখেতৰ বৰপুতেক মহেন্দ্ৰ, আমাৰে খেলৰ লগৰীয়া।

**ভোলানাথ বৰুৱা ( মজিন্দাৰ বৰুৱাৰ ঘৰৰ) :** খাজাঞ্চীৰ দাঁতিতে ভোলানাথ বৰুৱা পেস্কাৰৰ বাৰী। বৰুৱা ডাঙৰীয়াৰ পুতেক ৰাজেন্দ্ৰ (চুইট), ব্ৰজেন্দ্ৰ (লাল), আৰু এটি। ৰাজেন্দ্ৰ শিক্ষক আৰু ব্ৰজেন্দ্ৰ মোৰ সহপাঠী বন্ধু আছিল। এখেতসকল বিখ্যাত মজিন্দাৰ বৰুৱাৰ বংশৰ। ৰাজেন্দ্ৰ বৰ অমায়িক আৰু কবি আছিল।

**লক্ষেশ্বৰ ভূঞা :** এখেতৰ ঘৰৰ আগফালেই লক্ষেশ্বৰ ভূঞা চিৰস্তা-দাৰৰ ঘৰ। ভূঞা ডাঙৰীয়াই চাৰিঙৰ পৃথুৰৰ কাকতী ৰাইজঙীয়াৰ ফুকনৰ জীয়েকক বিয়া কৰাইছিল। সেই সম্পৰ্কেতে, বাৰীতে থাকি জেঠেৰীয়েক ৰাধাকান্ত ফুকনৰ পুতেকহঁত পঢ়িছিল। গায়ে-গাৰিয়ে, ওখই-পাখই, ডাঢ়িয়ে-গোফে, দেখনে শোভনে হোবোসাপেটীয়া লক্ষেশ্বৰ ভুঞা ৰজাদিনীয়া ডাঙৰীয়া সকলৰ দৰেই এখৰাকী প্ৰথম শ্ৰেণীৰ ভব্যগব্য ভদ্ৰলোক আছিল।

ভূঞা ডাঙৰীয়া শিৱসাগৰৰ এজন প্ৰাচীন বাসিন্দা। তেখেতৰ দেউতাক বলোৰামে আমিন, মহৰী কাম কৰি পথালিপাম আৰু বেত্তবাৰীৰ দিলীহৰ

কানত দুখন বাগিছা খুলিছিল। ১৮৬৯ চনত সেই বাগিচা লোকৰ হাতলৈ গ'ল।

১৮৭২ চনত এখেতক কেম্পবেল চাহাবে জুডিছিয়েল কমিশ্যনাৰ অফিচত কেৰেণী সুমাই লয়। তাৰপৰাই শিৱসাগৰ, যোৰহাট, গোলাঘাটত কাম কৰি কৰি ১৯০৯ চনত চিৰস্তাদাৰ পদৰপৰা অৱসৰ লয়। সেউতাকৰ দিনত ফনীধৰ চলিহা ডাঙৰীয়াৰ বাৰীখনেই তেখেতসকলৰ আছিল। এখেতৰ পুতেক ত্ৰৈলোকেশ্বৰ ভূঞা আমাতকৈ বয়সে-বিদ্যায় জ্যেষ্ঠ, ভায়েক গগণৰ লগত আমাৰ আং-বাহ। ভূঞা ডাঙৰীয়া বৰ ধৰ্ম্মপৰায়ণ আৰু উপদেশক হোৱা বাবে, তেখেতৰ মুখৰপৰা ৰামায়ণ মহাভাৰতৰ ভাল ভাল সাধুকথা শুনিবলৈ পাইছিলোঁ। এখেতৰ এটি পুতেক আছিল—গগেশ্বৰ নামৰ। এওঁ প্ৰথম জাৰ্ম্মান যুদ্ধত সামৰিক বিভাগৰ ডাক্তৰ হৈ গৈছিল, তাৰপৰা উভতি অহাৰ পিচত ঘৰতে মৃত্যু হ'ল।

**দিবাকৰ শৰ্মা ঃ** এখেতৰ আগৰ ঘৰ যোৰহাটৰ ভোগদৈ-পাৰত আছিল। তাৰপৰা আহি শিৱসাগৰতে থিতাপি লয়হি। ভূঞাৰ ঘৰ চেৰাই গৈয়েই এখেতৰ ঘৰ পায়। মই হাইস্কুলত নাম-লগোৱা বছৰতে তেখেতৰ মৃত্যু হয়। তেখেতক দেখিছিলোঁ মাত্ৰ এদিন, সিয়ো ছয়াময়াকৈ। শৰ্ম্মা ডাঙৰীয়াৰ পুত্ৰ— ৰাধিকা নাথ, খগেন্দ্ৰ নাথ, হৰিহৰ, পিনাক-পাণি আৰু চেনি। ৰাধিকা শৰ্ম্মা আমাৰ মাষ্টৰ আছিল। এখেতৰ কথা আন প্ৰসঙ্গত ওলাব। খগেন্দ্ৰ নাথ, উকীল; এখেতৰ লগত মোৰ ঘনিষ্ঠতা হয় ভালেমান বছৰৰ পিচত। অভিনেতা হৰিহৰ শৰ্ম্মা, এখেত যোৰহাটলৈ গ'ল। পিণাকপাণি বা পিণাকি হাইস্কুলীয়া জীৱনৰপৰা সমনীয়া, লগৰীয়া আৰু সহাধ্যায়ী। দিবাকৰ শৰ্ম্মা লোকান্তৰ হোৱাৰ ভালেমান বছৰলৈকে তেখেতৰ ঘৰখনক দিবাকৰ শৰ্ম্মাৰ ঘৰ বুলি হে কোৱা হৈছিল। এখেতে 'বেজালি' পুথি এখন, 'অশোকাষ্টমী' এখন, 'খোবা খুবুনী' এখন আৰু খনদিয়েক পুথি নিজে লিখি বা গোটাই প্ৰকাশ কৰিছিল। 'লক্ষহীৰা' নাম দি তেখেতে যিখন পুথিত লাখটকীয়া ভাটৌৰ সাধুটো পয়াৰত লেখিছিল, সেইখন হে আমি ৰবকৈ পঢ়িছিলোঁ। সেইগুণে দিবাকৰ শৰ্ম্মাক প্ৰায়ে মনত পেলাওঁ। তেখেত যে এজন সেই কালৰ লেখত লবলগীয়া সাহিত্যিক আছিল, এতিয়া শেষ বয়সত হে গম পাইছোঁ।

এখেতৰ সমুখতে কীৰ্ত্তিনাথ বৰুৱা ডাবোগাৰ ঘৰ। তেখেতৰ পুতেক

হৰনাথ, ত্ৰৈলোক্য আৰু নাৰায়ণ। ত্ৰৈলোক্য মোৰ সহপাঠী। হৰনাথ জ্যেষ্ঠ। কীৰ্ত্তিনাথৰ কীৰ্ত্তি কলিকতাৰপৰা প্ৰকাশিত 'চাহাবৰ অতপালি' নামে এখন কিতাপত আছে।

তেখেতৰ পদূলি পাৰ হৈ আহিয়েই আলিটোৰ উত্তৰ পাৰে মুক্তিয়াৰৰ পুতেক জয়কৃষ্ণ আৰু ঈশান আমাৰ লগৰ সমনীয়া। বুঢ় মুক্তিয়াৰৰ ঘৰ আগেয়ে কমলাবাৰীত আছিল, কালীপ্ৰসাদ চলিহা উকীলৰ তৰণি হৈ মুক্তিয়াৰ হয়।

মুক্তিয়াৰৰ পাচ ফালে পোনাই উত্তৰমূৱা হ'লেই শুকৰাম হৰকৰাৰ বাৰী পায়। হৰকৰাৰ (আগৰ দিনত ডাকঘৰীয়া চিঠি বিলোৱা বা অনা-নিয়া কৰোঁতাক— পিয়নক— হৰকৰা বোলা হৈছিল) পুতেক তিনিজন, বেণীধৰ, ৰজনীকান্ত আৰু মাণিক। পঞ্চম শ্ৰেণীত নে ষষ্ঠ শ্ৰেণীত মাণিক চন্দ্ৰই-ময়ে একেলগে পঢ়া লগৰীয়া আছিলোঁ।

হৰকৰাৰ বিপৰীতে হেমবৰুৱা লেনৰ উত্তৰে চুকটোতে তুলসী বাবুৰ পদূলি মুৰত ভদ্ৰক কটকীৰ ঘৰ। সেই সময়ত ভদ্ৰক নামৰ মানুহ দুজন আছিল। ইজন আছিল বামুণ-পণ্ডিত, তেখেত ঠাকুৰ, এখেত কটকী। কটকী ভালেমান দিন গৌৰীসাগৰ ডাকঘৰত পোষ্ট মাষ্টৰ আছিল। তাৰ পৰা আহি শিৱসাগৰত বাস কৰেহি। পুতেক ভোলা দেখা-শুনায়, চেহেৰা-পানীয়ে, শিক্ষাই-দিক্ষাই দেউতাকতকৈ বহুগুণে উন্নত আৰু পৃথক। সেই হে দুৱাৰমুখৰে বালি গোঁহাই ডাঙৰীয়াই এদিন কৈছিল, "আগলৈ ভোলাৰ বংশই নাম জলাব।"

**কীৰ্ত্তিধৰ শিৱসাগৰীয়া বৰুৱা :** এইখিনিতে কাছাৰীলৈ যোৱা বাটৰ দাঁতিতে পণ্ডিত উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ বংশধৰ কীৰ্ত্তিধৰ, মহীধৰ, আৰু বিদ্যাধৰৰ ঘৰ। কীৰ্ত্তিধৰ জ্যোতিষ শাস্ত্ৰত অগাধ পণ্ডিত। তেখেতক সকলোৱে কীৰিতি পণ্ডিত বুলিয়েই সন্মান কৰিছিল। পণ্ডিতদেৱৰ সৎ-পুত্ৰ অম্বিকা কুমাৰ উদ্যোগৰ স্ফুলিঙ্গ। এওঁৰে সৈতে বহুত কামত মইও সহযোগী আছিলোঁ। বৰপুত্ৰ কালি-কুমাৰ ৰসৰ ৰহঘৰা; ৰঙ্গমঞ্চত উঠিলেই দৰ্শক সকলৰ হাঁহিত পেটুনাড়ি ছিগে।

**মহীধৰৰ পুত্ৰ সোমধৰ বৰুৱা :** এখেত চিকিৎসাবিদ আৰু দুখীয়া স্কুলৰ (মিউনিচিপেলিটিৰ প্ৰাইমেৰী স্কুল) বহুকলীয়া পণ্ডিত। এখেত আছিল বৰ গোমোঠা আৰু খঙাল, নিয়ম-নিষ্ঠাত নিকপকপীয়া আৰু শাসনত

বৰ কঠোৰ। এদিন নঙলাভাল মেলি, নমবাকৈ এখেতৰ ঘৰলৈ সোমোৱা বাবে এখেতৰ হাতৰ কাণতলীয়া চৰ এটা খোৱা আজিও মনত আছে। বৰপুতেক হিমধৰ, মাজু যজ্ঞধৰ (চিকন) আৰু সৰুমাজু এজন; তাৰ পিচত মুমলীয়া জন দুৰ্গাধৰ (বাছা)। দুৰ্গাধৰক দৃঢ় প্ৰতিজ্ঞা আৰু আত্ম-বিশ্বাসৰ এজন জাগ্ৰত প্ৰতিমূৰ্ত্তি বুলি ক'ব পাৰি। সেই স্কুলীয়া জীৱনৰ পৰা আজিলৈকে এওঁৰ সম্পৰ্কটো মোৰ লগত অবিছিন্ন ভাৱেই লাগি আছে বুলি ক'ব পাৰোঁ। এওঁৰ চিন্তাৰাশি বৰ গধুৰ।

**চম্পক সেনাপতি :** ইয়াৰপৰা অলপ গৈয়ে চম্পক সেনাপতি, কৃষ্ণৰাম সেনাপতিৰ ঘৰ পায়। মাজতে মুক্তানাথ দাসৰ ঘৰ থাকি যায়। চম্পক দাসৰ (সেনাপতি) আৰু তেখেতৰ পুতেক সদা আৰু লগতে মুক্তা দাস মাষ্টৰৰ ধুনীয়া চেহেৰা আৰু নিভাঁজ অসমীয়া পিন্ধন-উৰণ, কথা-বাৰ্ত্তা বোধকৰোঁ তেওঁবিলাকৰ লগতেই গ'ল। সদানন্দ এতিয়াও ক'ৰ-বাত থাকিব পায়— সেই পুৰণি শিৱসাগৰত নিশ্চয় নাই।

**টেপু চিৰস্তাদাৰ আৰু কালীপ্ৰসাদ কটকী অভাৰ্চিয়েৰ :** সেনাপতিৰ ঘৰৰ দাঁতিয়েই বিলৰ কাণে কাণে সঙ্কীৰ্তন নামধৰৰ দাঁতিয়েদি এটি আলি গৈ সদৰ আলিত লাগিছেগৈ। সেইটিৰ মুখতে ক্ৰমান্বয়ে নবেন পুৰী আৰু গোলাপ শৰ্মাৰ ঘৰ। এই কিঘৰিৰ বিপৰীতে লোকনাথ শৰ্মা চিৰস্তাদাৰ বা টেপু চিৰস্তাদাৰ (সকলোৱে কোৱা নাম), কৈলাস ভট্টাচাৰ্য্য আৰু কালীপ্ৰসাদ কটকী অভাৰ্চিয়েৰৰ ঘৰ। নবেন পুৰী আমাৰে সৈতে একেলগে মেট্ৰিকুলেছন পৰীক্ষা দিয়া। গোলাপ শৰ্মাৰ পুতেক শিৱ নাথ শৰ্মা আমাতকৈ ওপৰত পঢ়িছিল। টেপু চিৰস্তাদাৰ আগেয়ে মাষ্টৰ আছিল—তেখেতৰ নামেই আছিল 'বেত্ৰদণ্ডধাৰী টেপু মাষ্টৰ'। তাৰ পিচত কাছাৰীলৈ গ'ল। কৈলাস ভট্টাচাৰ্য্যই কাছাৰীত নাম কৰিছিল। তেখেতৰ দেউতাক দুৰ্গে-শ্বৰ, তেখেতে শিৱসাগৰ দ'ললৈ উঠা ইটাৰ খটখটিটো কৰাই দিছিল। ককায়েক দ্বাৰিকেশ্বৰ শৰ্মা "জোনাকী" যুগৰ এজন বিখ্যাত সাহিত্যানুৰাগী। তেওঁ নিচেই কম বয়সতেই ঢুকাল।

কালী কটকী কলীয়া কটকী ঘৰৰ। তেখেতো গড়কাপ্তানী বিভাগৰ অভাৰ্চিয়েৰ আছিল। খালৈঘোগোৱা মৌজাত চাহাব এটা মৰিয়াই অসমীয়া গৌৰৱ ৰক্ষা কৰাত কামটো এবিৰলগীয়া হ'ল। কালী অভাৰ্চিয়েৰ শিৱসাগৰৰ এজন প্ৰতাপী, প্ৰতিপত্তিশালী, গণ্যমান্য পুৰুষ আছিল। তেখেতৰ

দুজন ভায়েক। দুয়ো শিৱসাগৰ এৰি যায়। অভাৰ্চিয়েৰ ডাঙৰীয়া হে পুৰণি ভেঁটিৰখীয়া হৈ থাকে।

এনৃক্ৰজ্জ গল্ডস্মিথ্, এমঞ্জ, ডেনীয়েল : ওপৰত দিয়া উপাধিৰ ৰি কেইঘৰ মানুহ আছিল খৃষ্টানপটিত, তাৰ ভিতৰত ডেনীয়েল বোধকৰোঁ তাৰপৰা পিচত উঠি গ'ল। ৰেভাৰেণ্ড এনৃক্ৰজে নগাপাহাৰত খৃষ্টান ধৰ্ম প্ৰচাৰ কৰিছিল। সেই সূত্ৰতে তেখেতে 'গদাপাণি সংবাদ' নামে এটি সুন্দৰ প্ৰবন্ধ লেখি নগাবিলাকৰ ৰীতি-গুৰি, ধৰ্ম্মবিশ্বাস আৰু সামাজিক আচাৰ-ব্যৱহাৰৰ এখনি ছবি দাঙি ধৰিছিল।

খ্ৰীষ্টানপটি এৰিয়েই মেটেকা ঘাটৰ আলি; তাৰ দাঁতিতে গুঞ্জানন বৰুৱা বি-এল ডাঙৰীয়া আৰু গঙ্গা গোবিন্দ ফুকন চাহাবৰ ঘৰ। ফুকন চাহাবৰ বঙলাটি সৰু কিন্তু বৰ পৰিপাটি। ফুকনৰ জীৱনীত সকলো কথা লেখা আছে। বৰুৱা ডাঙৰীয়াৰ বিষয়েও কেবাবাৰো কৈ আহিছোঁ। তেখেত 'ভ্ৰমৰঙ্গ' নাটকৰ এজন অনুবাদক আৰু বহুত দিন টেক্সট্ বুক কমিতিৰ সভাপতি আছিল।

খ্ৰীষ্টানপটিৰ পৰা উত্তৰ-পশ্চিমলৈ শিৱদলৰ মুখলৈকে গোটেইখন গায়ন গাঁও। দ'ললৈ যোৱা পোনে বাটতে দুখীয়া স্কুল, হাইস্কুলৰ বৰ্ডিং আৰু খেলপথাৰ। কেঞাপটিলৈ যোৱা বাট আৰু খ্ৰীষ্টানপটিৰ পৰা যোৱা বাট লগ লাগি যি ডোখৰ চাৰি আলি, তাৰ চুকতে পশ্চিমলৈ হাইস্কুল।

ৰামচৰণ দত্ত : হাইস্কুলৰ প্ৰায় সমুখতে ৰামচৰণ দত্তৰ ঘৰ। এখেতসকলৰ আগৰ ঘৰ যোৰহাটৰ চাৰিগাঁৱত আছিল। লম্বোদৰ দত্তই বি এল পাচ কৰি শিৱসাগৰত ওকালতি আৰম্ভ কৰাত তেখেতৰ ভায়েক ককায়েক সকলো শিৱসাগৰলৈ উঠি আহিল। লম্বোদৰৰ পুতেক গোবিন্দ আৰু ভায়েক প্ৰিয়ৰাম বাবুৰ পুতেক বৈদ্য আৰু সৰু ভায়েক ৰামচৰণৰ পুতেক গিৰীন্দ্ৰ হাইস্কুলত থাকোতে কোনো কোনো একে শ্ৰেণীতে আছিলে। গোবিন্দ মিচেই ওপৰৰ শ্ৰেণীত; গিৰীন ক্লাচ নাইনত আৰু বৈদ্য ক্লাছ নাইন আৰু টেনত মোৰ সহপাঠী আছিল। ৰামচৰণ দত্ত ডাঙৰীয়া আছিল ষ্টীল এণ্ড হেড' কোম্পানীৰ এটনী বা মুক্তিয়াৰ। তেখেতৰ ভায়েক মানিক দত্তই খেতি-পথাৰ, ব্যৱসায়, দোকান আৰু প্ৰেছৰ তদাৰক কৰিছিল। পুতেক সোণাৰাম দত্ত আছিল এজন মেধাবী প্ৰতিভাশালী পুৰুষ। ভাগ্যাই ফুজুৰিলে, তেওঁ হ'লে তেওঁও দ্বিতীয় আই-চি-এচ হ'ব পাৰিলেহেঁতেন। ডৰ ডেকাতে মৃত্যুৱে তেওঁক কাঢ়ি নিলে।

**লক্ষ্মীনাথ বৰুৱা অভ্যাৰ্চিয়েৰ :** শ্ৰীষ্টানপটিৰ দক্ষিণে লক্ষ্মীনাথ বৰুৱা অভ্যাৰ্চিয়েৰৰ ঘৰ ; দেৱগাঁৱৰপৰা অহা। এখেত সাধাৰণতে বেকেট চাহাব বুলি জনাজাত। এসময়ত লক্ষ্মীনাথ বৰ চাহাব আছিল, সেই বাবেই এই নাম। তেখেতৰ একেটি মাথোন পুতেক—দুৰ্গা নাৰায়ণ ; বি-এ পাছ কৰিয়েই দেউতাকৰ বুকুত শেল মাৰি ইহসংসাৰৰ পৰা বিদায় ল'লে। সেই বেজাৰতে লক্ষ্মীনাথ মৃতপ্ৰায় হ'ল আৰু তেখেতৰ অয়-জয় মহ-মহ হৈ উঠি অহা ঘৰখন জঁই পৰিল। বৰুৱা ডাঙৰীয়াৰ বাৰীতে মাটিৰ তলত এখনি কালীমূৰ্ত্তি আছিল। স্বপ্নাদিষ্ট হোৱাত সেই মূৰ্ত্তি তেখেতে উদ্ধাৰ কৰিলে আৰু এভাগি কালীনাম পাতি মূৰ্ত্তিখন প্ৰতিষ্ঠা কৰি গ'ল। মূৰ্ত্তিখনৰ কাৰিকৰী বিষয়ে সেই সময়ৰ কাকত-পত্ৰত ভালেমান আলোচনা, গৱেষণা চলিছিল।

পকা থেকেৰা যেন বঙা তেজে ফুটি যাওঁ-ফুটি যাওঁ ডটীয়া যোগেশ্বৰ ফুকন ডাঙৰীয়াক দেখিছিলোঁ। প্ৰায়ে তপস্বী বেশেৰে থকা। লক্ষ্মীনাথ বৰুৱা আৰু যোগেশ্বৰ ফুকনৰ সম্পৰ্ক শহুৰেক - জোৱাঁয়েক। ফুকন এসময়ত বৰ উদ্যোগী আৰু সময়ৰ লগত উজোৱা লোক আছিল। তেখেতৰ বৰ পুতেক কলিকতাত থাকি মটৰ ব্যৱসায় কৰিছিল, মাজু আৰু সৰু পুতেক অন্নদা, ভৱানী সেই আহিতে উঠি আহিছে।

সঙ্কীৰ্ত্তন নামঘৰৰ কাষীতে কালুগাঁৱৰ বেণুধৰ দত্ত আমাৰ ভূগোলৰ শিক্ষক আছিল। একেলগে পঢ়া বন্ধু খগেন্দ্ৰনাথ ভূঞা তেখেতৰ লগতে আছিল।

**ৰামেশ্বৰ বৰুৱা আৰু বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য্য :** দত্তৰ ওচৰতে, হেড্‌মাষ্টৰ ৰামেশ্বৰ বৰুৱা আৰু ডেপুটী কমিশ্যনাৰৰ হেড্‌ক্লাৰ্ক বুদ্ধীন্দ্ৰনাথ ভট্টাচাৰ্য্য মেছ কৰি আছিল। তাতে চাৰিগাঁৱৰ শ্ৰীনাথ বৰদলৈ, মাজুলীৰ পাণীন্দ্ৰ হাজৰিকা, হেড্‌মাষ্টৰৰ ভায়েক লক্ষেশ্বৰ বৰুৱা, ভট্টাচাৰ্য্যৰ পুতেক যোগীন্দ্ৰ, দেবেন্দ্ৰও আছিল ; মইও কিছুদিন আছিলোঁ।

সেই সময়ত গোপাল কৃষ্ণ গোখ্‌লেই 'বাধ্যতামূলক প্ৰাইমেৰী শিক্ষা'ৰ বিলখন ভাৰতীয় ব্যৱস্থাপক সভাত উথাপন কৰিবলৈ লয় আৰু সেই বিষয়ে ৰাইজৰ মতামত বিচাৰে। ৰাধিকাপ্ৰসাদ বৰুৱা, ৰামেশ্বৰ বৰুৱা আৰু বুদ্ধীন্দ্ৰ ভট্টাচাৰ্য্যই সেই বিল সমৰ্থন কৰা নাছিল।

**ৰামচন্দ্ৰ বৰা বি-এল :** ৰামচৰণ দত্তৰ ঘৰৰপৰা দ'লৰ মুখৰ ফাললৈ গ'লেই প্ৰায়ে অস্থায়ী মানুহৰ ঘৰ কেইটামান পোৱা যায়। বোৰ্ডৰ অ'ভাৰ্ছিয়েৰ

এজন আৰু চাহ হুচেইন বুলি আমাৰ লগৰীয়া ছাত্ৰ এজনৰ ঘৰ। এনেহৈ লেখত ল'বলগীয়া মানুহৰ ঘৰ সেইখিনিত নাছিল। হাইস্কুলৰ চুকটোৰপৰা উত্তৰলৈ গায়নৰ ঘৰ। মাজতে আস্পতাল। গায়ন গাঁৱতে ৰামচন্দ্ৰ বৰা বি-এল উকীলৰ ঘৰ আৰু দেৱী দ'লৰ ঠাকুৰৰ ঘৰ। এওঁৰেই দেউতাক— বিখ্যাত সোণাৰাম তৰণি।

দ'লৰ মুখৰপৰা যিটো আলি গৈ ঘাই আলিত লাগিছেগৈ, সেইটো আলিৰ দাঁতিতে ভৱনাথ হাজৰিকা উকীল ডাঙৰীয়াৰ ঘৰ। এখেতো যোৰহাটৰ ফালৰপৰা অহা; স্থানীয় বেজবৰুৱা স্কুলত কাম কৰি ঠাইতে আইনৰ পৰীক্ষা দি উত্তীৰ্ণ হ'ল আৰু ওকালতিত ধৰি সদৰ ঠাই শিৱসাগৰতে থাকি গ'ল। অসমীয়া উকীলৰ ভিতৰত কালীপ্ৰসাদ চলিহাৰ পিচতে, সকলোৱে তেখেতৰ নামকে লৈছিল। হাজৰিকা ডাঙৰীয়াৰ পুতেক কেইবাজনো। বৰজনেই বুদ্ধ হাজৰিকা বি-এল। এওঁ আমাতকৈ তলৰ শ্ৰেণীত আছিল যদিও কাণসমনীয়া হোৱা বাবে ঘনিষ্ঠতা আছিল।

**দুৰ্গাপ্ৰসাদ দত্তমজিন্দাৰ ঃ** হাজৰিকা উকীলৰ সিফালেই দুৰ্গাপ্ৰসাদ মজিন্দাৰৰ ঘৰ। এখেতৰ ককায়েক মণিৰাম,—চিংলো কোম্পানীৰ ডাক্তৰ আছিল। মাটি-বাৰী, সম্পত্তি বহুত। শুকানপুখুৰী, বেতবাৰীত মণি ডাক্তৰেই আটাইতকৈ সৰহ খাজনা দিছিল। ভায়েক দুৰ্গাপ্ৰসাদ ভালেমান দিন কলিকতাত আছিল, বিদ্যাৰ্থী আৰু ব্যৱসায়ী হিচাপে। তেখেতেই কলিকতাত তামুলী ফুকনৰ ঘৰৰ একেনামে যোৱা দুৰ্গানাথ ফুকনৰ সৈতে গোট খাই ফুকন-মজিন্দাৰ নাম দি এখনি ভাল দোকান খুলিছিল। সু-সাহিত্যিক বুলিও দুৰ্গাপ্ৰসাদৰ সুখ্যাতি আছিল। তেখেতৰ কৱিতা-পুথি 'উজু কবিতা' আমি তলৰ শ্ৰেণীত পাঠ্যৰূপে পঢ়িছিলোঁ। নাটও লেখিছিল তেখেতে; তাৰ ভিতৰত 'মহৰী' আৰু 'নিগ্ৰো' দুখন নাটেই (ধেমেলীয়া) দুৰ্গাপ্ৰসাদক কীৰ্ত্তিমন্ত কৰি ৰাখিছে। আমি শুনিছিলোঁ দুয়োখন নাটৰ সজাটো সঁচা ঘটনা দুটা দেখি আৰু শুনিয়েই নিৰ্মান কৰা, বুৰঞ্জীত সুমুৱাবপৰা নোহোৱা গুণে 'নিগ্ৰো', 'মহৰী'ৰ সঁচাসঁচি চৰিত্ৰকিটা উল্লেখ কৰাৰ পৰা বিৰত থাকিলোঁ। কমলালয়া কাকতী আৰু তাৰাপ্ৰসাদ চলিহাৰ পত্নী দুয়ো গোটখাই শিৱ-সাগৰৰ পৰা 'ঘৰ জেউতি' নামে অসমীয়া ভাষাত পোন প্ৰথম মাহেকীয়া মহিলা কাকত এখন উলিয়াইছিল। সেই খনতে দুৰ্গাপ্ৰসাদ প্ৰধান লেখক, আঁৰে আঁৰে থকা সম্পাদক আৰু পৃষ্ঠপোষক আছিল।

মণি ডাক্তৰৰে পুতেক উপেন আমাতকৈ বয়সে ডাঙৰ যদিও, পঢ়া-শুনাত লগৰে বুলিব লাগে। উপেন বৰ সাহিয়াল আৰু উফৰিফুৰা বিধৰ আছিল। তেওঁৰ লগত সঙ্গ কৰি বহুত কথাত মই উপকৃত হৈছিলোঁ।

**খীৰুদ্দীন বাবু** ঃ মণি ডাক্তৰৰ ঘৰৰপৰা পছিমলৈ অলপ গৈয়েই খীৰুদ্দীন বাবুৰ ঘৰ। এখেতৰ ঘৰত প্ৰায় আছিল হবিবুৰ ৰহমান, মহম্মদ চফী, আবদুৰ ৰজক, ফিৰ্দোচ আলি আৰু তমিজুদ্দিন আহমদ। সেই সময়ত দিচাং মুখৰ ফালৰপৰা অহা মুছলমান ছাত্ৰ প্ৰায় বিলাকৰেই নগৰত থকা ঠাই আছিল খীৰুদ্দীন বাবুৰ ঘৰ। হবিব, ৰজক আৰু চফী—আমি একে শ্ৰেণীৰে ছাত্ৰ। ফিৰ্দোচ আৰু তমিজ সৰু। তথাপি কেউটি ছাত্ৰৰে সাহিত্যত ৰাপ থকা বাবে খীৰুদ্দীন বাবুৰ ঘৰত কেতিয়াবা কেতিয়াবা সাহিত্যৰ বিষয়ে আলচ কৰিছিলোঁ।

**অক্ষয় কুমাৰ ঘোষ বি-এল** : অক্ষয় বাবুৰ ঘৰ খীৰুদ্দীন বাবুৰ ঘৰৰ সমুখতে। তেখেত ইমান দানী আছিল যে কোনোবা দুখীয়া পঢ়া ল'ৰাই পইচা বিচাৰি আহিলে, হাতনি পেৰাটো মেলি পেৰাটোত যি থাকে চুচি-বাছি উদংকৈ দি দিয়ে। এইদৰে দিব পাৰিলে হে তেওঁৰ সন্তোষ। এনেকৈ দিওঁতে দিওঁতেই তেখেত লাও-টোকাৰী ল'বলগীয়া হ'লগৈ। অৱশেষত আপোন আৰ্জিত বাৰী-ঘৰখন এৰি একেবাৰেই আমোলাপটিৰ সঙ্কীৰ্ণন নাম ঘৰৰ মূৰত তেখেতৰ পুৰণি বাৰীত অস্থায়ীকৈ ঘৰ ল'বলগীয়া হ'লগৈ। বৰপুতেক ভূপেন্দ্ৰ আৰু দ্বিতীয় পুতেক নৃপেন্দ্ৰ। গোপেশ ভট্টাচাৰ্য্য আৰু প্ৰমদাকিশোৰ ৰায়ৰ পুতেক আৰু এচৰৰ দুজনমান গোট খাই তিনিমাহমান তেখেতৰ ঘৰতে সাহিত্যৰ চ'ৰা বহুৱাইছিলোঁ।

**ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ ঘৰ** : ঘোষৰ ঘৰৰপৰা একেবাৰে পূবলৈ আলিৰ দাঁতিত আছিল বামুণপটি। তাত আছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, বুমুদেশ্বৰ বৰঠাকুৰ, ফণী ভাগৱতী, নিকুঞ্জ ভাগৱতী, শশীধৰ, শ্যামসুন্দৰ আদি সমবয়স্কৰ সহপাঠী সকলৰ ঘৰ। এওঁবিলাকৰ ভিতৰত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ হে আমাৰ ৰবককাই-তুল্য আছিল।

শশীধৰ—শ্যাম সুন্দৰৰ ফটিক নামে যিটি ককায়েক আছিল, তেওঁ টেলিগ্ৰাফ মাষ্টৰ হৈছিল। এদিন টেলিগ্ৰাফ কৰি থাকোতেই কোনোবা বাগিছাৰ গঞুৰী চাহাব এটা অফিচলৈ সোমাই গৈছিল। ফটিকে দেখি তেওঁক খেদিয়াই বাহিৰলৈ উলিয়াই পঠিয়ালে। তাতে শিৱসাগৰত বৰ হৈ-চৈ

লাগিছিল। ফটিকৰ ভায়েক নে ককায়েক সৰ্বানন্দই যোৰহাটৰ পৰা জঁাজীলৈ 'বাছ' চলাই পঞ্জাবী প্ৰতিদ্বন্দ্বীৰ গওপ ভাঙিছিল।

**কৃষ্ণপ্ৰাণ চাংকাকতী :** এওঁবিলাকৰ ওচৰতে শিৱসাগৰৰ বিখ্যাত কৃষ্ণপ্ৰাণ চাংকাকতীৰ ঘৰ। সেইডোখৰকে মানুহে পুৰণি আমোলাপটিও বোলে, গণকপটিও বোলে। চাংকাকতী ডাঙৰীয়াৰ সৰু পুতেক লক্ষ্মীপ্ৰাণ চাংকাকতী মোতকৈ চিনিয়ৰ বা ওপৰ শ্ৰেণীত থকা, তথাপি চা-চিনাকি আছিল। কিন্তু কলেজ পালত, সেই ছুঁয়া-ময়া চিনাকি ঘনিষ্ঠতাত পৰিণত হ'ল। অসম ছাত্ৰ সন্মিলন পাতিবৰ সময়ত আৰু কলিকাতত থকা সেই সময়ৰ ছাত্ৰ-অনুষ্ঠান বিলাকত চাংকাকতীদেৱে যি উৎসাহ উদ্দীপনাৰে সহযোগ কৰিছিল আজিও মনত আছে। সেই চুকতে নৰনাথ চাংকাকতী, বংশীধৰ বৰুৱা, মুক্তানাথ বৰুৱা (মুক্তাবাবু) প্ৰমুখ্যে কেৰাজনো পুৰণি চামৰ অসমীয়া আমোলাৰ দৰ্শন লাভ কৰিছিলোঁ।

**ফটিক চন্দ্ৰ গগৈ :** দিখৌপৰীয়া আমোলাপটিত ব্ৰজেনইন্তৰ (ভোলা-বৰুৱাৰ মাজিউ পুতেক) ঘৰৰ পাচফালেই আছিল অনাৰেৰী মেজিষ্ট্ৰেট ফটিক চন্দ্ৰ গগৈ ডাৰোগা। তেখেতৰ পুত্ৰ স্বদেশৰ ভৱিষ্যত চিন্তোতা, সংগঠন আৰু গঠনমূলক কাম কৰোতা, শিৱসাগৰৰ পলিটেকনিক স্কুলৰ স্থাপনকৰ্তা, কংগ্ৰেছ সেৱক ভুবনচন্দ্ৰ গগৈ। গগৈদেৱৰ লৈতে আদিছোৱাত দেখা দেখি হে আছিল যদিও অসহযোগ আন্দোলনৰ সময়ত পৰস্পৰ ভালকৈ জনা-জনি হওঁ।

**ৰজনীনাথ বৰুৱা উকীল :** কীৰ্ত্তিনাথ ডাৰোগাৰ পুত্ৰ ৰজনী নাথ বৰুৱা ডাঙৰীয়াৰ ঘৰ ৰত্নেশ্বৰ বৰুৱা মৌজাদাৰৰ নতুন ঘৰৰপৰা অলপ উত্তৰলৈ। তেখেত উকীল আছিল। উকীলো অলপ অদ্ভুত উকীল। মোক্কেলে বিমান টকা দিয়ে লেখি নাচায়। গাঁৱে-ভূঞে কোৱা শুনিছিলোঁ, মকৰ্দ্দমা এটা জিকাই দিয়া বাবে মোক্কেল দুজনমানে পাঁচ টকা বুলি পাঁচোটা তামৰ ডবল পইচাকে তেখেতৰ জেপত সুমুৱাই দিছিল। এনেকুৱা সৰল প্ৰকৃতিৰ আছিল ৰজনী উকীল। মণিৰাম দেৱানৰ নাতিনীয়েকক তেখেতে বিয়া কৰাইছিল।

আঢ়ৈ কুৰি বছৰৰ আগেয়ে শিৱসাগৰ জিলিকাই থকা লাই খুটা হেন মানুহ কেইঘৰমানৰ নামটোইত উল্লেখ কৰিলোঁ। সচাঁ কথা ক'বলৈ হ'লে, শিৱসাগৰ জিলা পাতি শিৱসাগৰতে সদৰ ঠাই কৰা দিন ধৰি যিবিলাক

বাছকবনীয়া পৰিয়ালে শিৱসাগৰত গোঁজ পুতি স্থায়ী থানিকা পাতি, কবি বন্ধু ৰত্নকান্ত বৰকাকতীয়ে ক'বৰ দৰে, শিৱসাগৰকে অসমৰ 'কাঞ্চনজঙ্ঘা' কৰিলে, সেইবিলাকৰ নাম নক'লে, মোৰ জীৱনাদৰ্শটোৱেই কুহম নোহোৱা হাঁহ কণীৰ দৰে হ'ব। এতিয়াও, এই বয়সতো জীৱনৰ বান্ধনী বেলি মাৰ যাওঁ যাওঁ হোৱা বয়সতো, অসমৰ ইমূৰৰ পৰা সিমূৰ লৈকেষ'লৈকে যাওঁ ত'তে সেই তাহানিথনৰ শিৱসাগৰীয়া ৰক্তবীজৰ বা-ৰন্তাহ বলি থকা দেখিবলৈ পাওঁ। এই ফেৰাই মোৰ স্মৃতিৰ মাধুৰী।

## তৃতীয় পৰ্ব্ব

### প্ৰথম অধ্যায়

**বাল্যাশ্ৰম আৰু ছাত্ৰ সভা ঃ** জীৱনৰ বিয়লি বেলা পাৰ হ'লেই বুলিব লাগে, তথাপি অ'ত ত'ত সিচঁৰতি হৈ থকা শিৱসাগৰীয়া ৰক্তবীজ দেখিলে যেনেকৈ ৰং লাগে, হাতত নিজৰি কাপটো তুলি লৈ কিবা এটা লিখিবলৈ ললেও সেই তাহানিখনৰ ল'ৰাকলীয়া ক্ৰিয়াভূমিত নলে-গলে লাগি থকা আৰু সদায় হাক-বচন দি থাকোতা বয়সীয়া বৃদ্ধসকলৰ স্বাস্থ্য মস্ত মূৰ্ত্তিটোহঁতো তেনেকৈ চকুৰ আগত থিয় হৈ থাকেহি। আজিকালি ৰচু-ঠাৰি হেন দেহাৰে কিবা কাম এটা কৰিলেই ঢেৰাই-মেৰাই পৰিবহি লাগে। এইদৰে পৰি থাকোঁতেই কেতিয়াবা কেতিয়াবা নামতিয়াল বৰুৱাৰ চাৰি উজন মিঘূণী নিপোটল ককাযেকে-ভায়েকে ( ইন্দীবৰ-শশীধৰ-ৰত্নধৰ-চন্দ্ৰধৰ) ছয়ামৰাকৈ দেখা দি কয়হি—"দিখৌৰ পানী খাই ডাঙৰ কেলেই উজুটিত পৰি মৰা হলিইক ?"

সেইসকলক দেখোঁ—শাৰীৰিক অৱসাদত ; আৰু এটা দেখোঁ—মানসিক অৱসাদত। আগৰটো দেহাৰ, পাচৰটো মনৰ। মনৰ বুলি কৈছোঁ হে, আচলতে সি এটি তনু-মন-বুদ্ধি অনুৰাগৰ ধৰাল উৎস। সেই উৎসটি পদাৰ্থ নহয়—ক্ৰমাৎ ফেৰ মেলি দেশখনকে ছাটি ধৰা মহীৰূহ সদৃশ এটি (আজিকালিৰ ভাষাত) সাংস্কৃতিক অনুষ্ঠান। তয়াময়া সাংসাৰিক যুদ্ধত কিংকৰ্ত্তব্যবিমূঢ় হৈ শ্ৰুতিবুদ্ধি হেৰুৱালত, কুৰুক্ষেত্ৰৰ যুদ্ধত বীৰ ধনঞ্জয়ক শ্ৰীকৃষ্ণই যেনেকৈ "উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্নিবোধত" বুলি কৰ্ত্তব্য সম্পাদন কৰিবলৈ উদ্গাই দিছিল, মোৰ মনলৈ হতাশ ভাব আহিলেই এই অনুষ্ঠানৰ স্মৃতিয়েও তেনেকৈ মোক উৎসাহ উদগনি দি থাকে। অনুষ্ঠানটোৰ নাম হ'ল 'বাল্যাশ্ৰম আৰু ছাত্ৰসভা' বা চমুতে 'বাল্যাশ্ৰম', যাৰ কথা দোহাৰি আহিছোঁ।

বাল্যাশ্ৰমৰ সভা বহিছিল, দেওবাৰে-দেওবাৰে, বেজবৰুৱা নামঘৰত ; এতিয়াও য'ত আনন্দ বেজবৰুৱা 'ৰ ওকৰ ঘৰ আছে, তাৰ ঠিক দক্ষিণফালে)।

সেইটো ঘৰতে এসময়ত লক্ষ্মীনাথ বেজবৰুৱাই মনে মনে সোমাই এন্ট্ৰেন্স 'ইন্টাহান'ৰ (পৰীক্ষা) নিমিত্তে, নিবোকা চামোন হৈ সম্ভাব্য প্ৰশ্নৰ উত্তৰ মুখস্থ কৰাইছিল। এতিয়া সেই ঘৰ আছে নে নাই ক'ব নোৱাৰো, কিন্তু এসময়ত যে সেই ঘৰত আশ্ৰয় লৈ কেইবাচামো শিৱসাগৰীয়া ছাত্ৰই নিজা নিজা জীৱন গঢ়িছিল, সেইকথা হ'লে কব পাৰোঁ। আশ্ৰমৰ সভ্যবিলাকে সভাৰ দিনা প্ৰত্যুষতে উঠি গা-ধুই মূৰ-চুৰ আঁচুৰি চিকুণ হৈ কলঠকৰুৱাৰ কঠ একোখন লৈ সভালৈ যাব লাগে আৰু নামঘৰত দীঘলীয়াকৈ শাৰী পাতি দুশাৰী হৈ বহিব লাগে। শাৰী দুটাৰ মূৰতে ওখ তামুলীপীৰা এখন আগত লৈ মেৰ চৰা এখনিতে আচাৰ্য্য বা উপদেষ্টা নাইবা স্থায়ী সভাপতি গৰাকী বহা নিয়ম। পীৰাখনত থাকে ঠগা এখন আৰু তাতে ভাগৱত এখন, কেতিয়াবা কেতিয়াবা ৰামায়ণ-মহাভাৰতো থাকে। সভা আৰম্ভ কৰা হয় সংস্কৃত ভাষাৰে গোৱা এটি মঙ্গলাচৰণেৰে। তাৰ পিচত ভাগৱত পাঠ, নাইবা ৰামায়ণ-মহাভাৰতৰ একোটি আখ্যানৰ ব্যাখ্যান। এই দুটা ক্ৰমৰ পিচত পাল পৰে ৰচনা পাঠ, বক্তৃতা, আলোচনা, তৰ্ক আদিৰ। এই বিলাকৰ অন্তত বয়সিয়াল সভ্য বা সমজুৱা সকলৰ উপদেশ, উৎসাহ আৰু মন্তব্য।

সভাৰ উদ্দেশ্য আছিল "যেনে-তেনে প্ৰকাৰে অসমীয়া ভাষাৰ উন্নতি কৰা আৰু সভাৰ সমজুৱা সকলৰ চৰিত্ৰ উন্নত কৰা, ধৰ্ম-সদাচাৰ-সজনীতি বিষয়ক আলোচনাৰ দ্বাৰাই মন পৱিত্ৰ কৰি ৰখা, সমজুৱা সকলৰ মাজত যাতে স্থায়ীভাৱে মিলা-প্ৰীতি, মৰম-চেনেহৰ ভাব জন্মে, তাৰ নিমিত্তে যৎ-পৰোনাস্তি চেষ্টা কৰা আৰু আটাইতকৈ ডাঙৰ কথা, দহজনৰ আগত বুকু ফিন্দাই দুষাৰ কথা ফুটাই কবলৈ সমজুৱা সকলক সাহিয়াল কৰা।"

চালুকীয়া মনৰ ছাত্ৰবিলাকৰ অন্তৰত আৰু এটি বিশেষ উপদেশ বীজ-মন্ত্ৰৰ দৰে সুমাই দিয়া হৈছিল। সেইটি হৈছে, শিৱসাগৰীয়া ছাত্ৰৰ জন্মভূমি শিৱসাগৰৰ গৌৰবোজ্জ্বল ঐতিহ্য আৰু মাহাত্ম্যত কোনেও যেন কলঙ্ক সানিব নোৱাৰে তাৰ নিমিত্তে বাল্যাশ্ৰমৰ ন-পুৰণি সকলো সভ্যকে সততে সচেষ্ট কৰি ৰখা। এই উদ্দীপনাময়ী মন্ত্ৰৰ উদ্গানিৰেই অনুপ্ৰাণিত হৈ এনে অমৃতময়ী বাণীৰে মৰ্ম স্মৰণ কৰি বাল্যাশ্ৰমৰ পুৰণি সভ্য লক্ষ্মীনাথ বেজবৰুৱাই লেখিছিল :

"অসম দেশখন গোটেই ভাৰতবৰ্ষৰ আন আন দেশবোৰেৰে সৈতে বিজাই কোনো কোনোৱে জকাই-চুক বুলি উপলুঙা বিজনিকে দি যদি নামনি অসমৰে সৈতে উজনিৰ শিৱসাগৰক চোৱা যায়, তেনেহলে শিৱসাগৰকো অসমৰ

জকাই-চুক বুলিলে বুলিব পাৰি। অন্ততঃ প্ৰাকৃতিক নহ'লেও প্ৰকৃতিত। কিন্তু জকাইৰ চুকটোক অগ্ৰাহ্য আৰু অমান্য কৰি চলিলে যেনেকৈ জকাই-খনৰ একো মূল্য নেথাকে, শিৱসাগৰকো সেইদৰে অগ্ৰাহ্য-অমান্য কৰিলে অসমৰ মূল্য নেথাকে।"

এনেকুৱা প্ৰেৰণামৃতকে পান কৰি সু-সাহিত্যিক, সু-বক্তা, সু-সাংবাদিক, সু-অভিনেতা, সঙ্গীত, ৰসিক, সৰবৰহী দেশ প্ৰেমিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি পদ্মধৰ চলিহাই ইহ সংসাৰৰপৰা বিদায় লোৱা দিনলৈকে (১৯৬৯ চনৰ ১২ জুনলৈকে) শিৱসাগৰক হে নেলাগে গোটেই অসমক বাল্যাশ্ৰমৰ আদৰ্শেৰে টলমলাই থৈছিল।

**উপদেষ্টা ৰাধিকানাথ শৰ্মা** ঃ আমাৰ দিনত বাল্যাশ্ৰমৰ এগৰাকী বিশিষ্ট উপদেষ্টা আছিল—যাৰ নাম সেই সভাৰ জীয়াই থকা কোনো সভ্যয়েই জনমতো পাহৰিব নোৱাৰে। তেখেত অকল যে বাল্যাশ্ৰম ছাত্ৰ সভাৰেই উপদেষ্টা আছিল এনে নহয়, শিৱসাগৰৰ সকলো ৰাজহুৱা অনুষ্ঠানৰ উৎসাহী গুৰি ধৰোতাও আছিল। হিন্দু সমাজ সংস্কাৰ— বিশেষকৈ সেই সময়ৰ অত্যন্ত প্ৰয়োজনীয় বিধৱা-বিবাহ প্ৰৱৰ্তন কৰাত, বাইজৰ প্ৰতিকূলে যোৱা চৰকাৰী আইন-কানুন নিয়ম তান্ত্ৰিকভাৱে প্ৰতিবাদ কৰাত, স্ত্ৰীশিক্ষাৰ প্ৰচলন কৰাত এই গৰাকী পুৰুষেই উদ্যোগ উনমূলাই দিয়াত আৰু কৰ্ম-পদ্ধতিৰ আঁচনি তৈয়াৰ কৰাত আৰু আঁচনিমতে কাম কৰাত আটাইতকৈ আগবঢ়ুৱা আছিল। এখেতৰ নামেই ৰাধিকা নাথ শৰ্মা—ফুলেশ্বৰী স্কুলৰ প্ৰতিষ্ঠাতা আৰু এই লেখকৰ লগৰ এচাম ছাত্ৰক মানুহ হ'বলৈ শিকোৱা শিক্ষাগুৰু। হাইস্কুলৰ শিক্ষক স্বৰূপে কৰা তাড়না-শাস্তিতকৈয়ো বাল্যাশ্ৰমত কৰা শাস্তি-দণ্ড হে কঠোৰতকৈও কঠোৰ আছিল। বাল্যাশ্ৰমৰ কথা মনত পৰিলেই ৰাধিকা শৰ্মাৰ ছাঁটোও লগতে লাগি আছে।

বাল্যাশ্ৰমৰ দ্বাৰা আমি কেনেকৈ উপকৃত হলোঁক—তাৰ এটি ঘটনা মনত পৰিছে। সভাৰ অধিবেশন এটাত তৰ্কালোচনাৰ বিষয় আছিল 'ধপাত খোৱাৰ অপকাৰিতা আৰু উপকাৰিতা।' এজনে ধপাত খোৱাৰ অপকাৰিতা বিষয়ে যিমান পাৰে ক'ব আৰু ইজনে উপকাৰিতাৰ সম্বন্ধেও সেইদৰে ক'ব। এই লেখকৰ গাত ভাৰ পৰিছিল, যুক্তি-কাৰণ দেখুৱাই ধপাত খোৱাৰ অপকাৰিতা প্ৰতিপন্ন কৰা আৰু লেখকৰ সহপাঠী বন্ধু যাদৱপ্ৰসাদ চলিহাৰ গাত পৰিছিল—উপকাৰিতা দেখুৱা। যাদৱে জনমত ধপাত মুখত দি পোৱা

নাই—যদিও দেউতাকে ঘূৰ-ঘূৰি বা ধোঁৱা-খোৱাত ধুমপান কৰিয়েই থাকে। তথাপি, সভাৰ নিৰ্দেশত পৰি উপকাৰিতা কথাটো তহ্‌তহীয়া কৰিবলগীয়া হোৱাত আক-তাক সুধি ধপাতৰ গুণসমূহ সংগ্ৰহ কৰিলে। সভাৰ দিনা এই লেখকেই তৰ্কটো অৱতাৰণা কৰিবলগীয়া হ'ল। ধপাত খোৱাৰ অপকাৰিতা দেখুৱাই—কি কম, কি নকম ভাবি-চিন্তি বিমোৰ হলোঁ। বুকুখন খিপ্‌খিপাবলৈ ধৰিলে, গাটোৰো ঘাম ওলালে। খৰ লাগি থিয় হৈ আছোঁ, এনেতে ৰাধিকা মাষ্টৰে 'নকৰ কেলেই' বুলি পেটটোতে চিকুট মাৰি দিলে। চিকুট খাই উচাল মাৰি উঠিলোঁ। আৰু টপকৰে মুখৰপৰা ওলাল—'ধপাত খোৱা বৰ বেয়া।' এইবুলি কৈয়ে থমকা খাই আছোঁ, এনেতে তৰ্কৰ চুপাৰিছ' কৰোতা সেই 'কণা' ৰাধিকাই (ৰাধিকানাথ শৰ্মাক ল'ৰাবোৰে আঁৰত 'কণা ৰাধিকা' বুলি খং সাৰিছিল) আকৌ গলধনৰ চেলাউৰি কিডাল আজুৰি ভাবি দি ক'লে—'ক, মনে-মনে থাকিলে নহ'ব, কপৌ চেলোৱা দিয় প্ৰতিয়া।' এপিনে কথা কোৱাৰ ভয়, সিপিনে ৰাধিকা শৰ্মাৰ টাকনি। তুই নাও, তুই ভৰিত পৰি খোকা-থুকিকৈয়ে ক'লোঁ।—'ধপাত খালে কাহ হয়, মুখ গোন্ধায়।' আৰু কব নোৱাৰিলোঁ। সিমানতে মোৰ বক্তব্য সামৰি বহি থাকিলোঁ।

যাদৱ চলিহা আছিল অতি শান্ত, অতি ধীৰ আৰু অতি শিষ্ট। মোৰ কথাৰ প্ৰতিবাদ কৰিবলৈ উঠোতেই তেওঁ মোৰ দৰে ঠক্‌ঠক্‌কৈ কঁপিছিল। কিন্তু ৰাধিকা মাষ্টৰে ভৰিয়াই-হুকিয়াই মাত উলিয়ালে। মাতত ওলাল—'ধপাত খালে শৌচ কৰিব লাগে, মুখখন ফৰ্কীয়া লাগে, ভোক মৰে। কেঁচা ধপাতৰ ৰস সানিলে খৰ ভাল হয়, খজুৰতিও মৰে।' সিমানতে চলিহাৰ মুখত ধপাতৰ গুণাৱলী শেষ। চাণ্ডাণ্ডৰূপী শৰ্মা মাষ্টৰে বৰকৈ টানি ধৰিও যাদৱৰ মুখৰপৰা কথা উলিয়াব নোৱাৰিলে। সভাৰপৰা ওলাই আহিলত বুজ পালোঁ তেওঁৰ গাটোও হেনো মোৰ দৰে জৰ-ঘামে ঘামিছিল। আচৰিত হৈ সুধিলোঁ।—'ইবোৰ বাৰু পাইছোঁ, ধপাত খালে শৌচ কৰিব লাগে বুলি কেনেকৈ জানিলা? তুমি দেখোন ধপাতৰ ধোঁৱা-ছাটকে সহিব নোৱাৰা?' 'কালি বেঙাই (মোমায়েক ৰাজকুমাৰ উকীলৰ বাৰীত থকা সেই কল বেচা দোকানীটো) শিকাই দিছিল।'

চাবলৈ গ'লে তৰ্কটোত একো নাই, সকলোৱে জনা কথা। কিন্তু তাকে সভাত কেনেকৈ ক'ব লাগে, বিষয়টোৰ আঁতি-গুৰি মাৰি কেনেকৈ সকলো কথা যুগুতাব লাগে আৰু যুগুতোৱা কথাবোৰ কেনেকৈ বুজিয়াই সভাৰ

লাগে—তৰ্কত নিপুণতা লাভ কৰিবপৰা এনেবোৰ উপায় বিচৰা বিদ্যাটি আয়ত্ব কৰা হে বিশেষকৈ ভাবি চাবলগীয়া। আজিকালি এনেকুৱা সভাও নাই আৰু সভা চলাওঁতা উপদেষ্টাও নাই, সভাৰ গুৰি ধৰোতা মানুহও নাই।

যাদৱপ্ৰসাদে সভাত বেচি কথা ক'ব নোৱাৰিলে যদিও, গাত ভাৰ পৰাৰ দিনৰে পৰা ধপাতৰ উপকাৰিতাৰ বিষয়ে মানুহক সুধি-পুছি ফুৰোঁতে ফুৰোঁতে হায়ৰাণ নোহোৱাকৈ নাছিল। এনেকুৱা জ্ঞানান্বেষণৰ প্ৰবৃত্তি ওপজাই দিবলৈকে 'বাল্যাশ্ৰম আৰু ছাত্ৰ সমাজক' জন্ম দিয়া হৈছিল।

আন এটা অধিবেশনত, গুৱাহাটীৰপৰা নকৈ অহা শিক্ষক কামাখ্যাৰাম বৰুৱা বি-এ ডাঙৰীয়াও উপস্থিত আছিল। তেখেতে সময়ৰ ফালৰপৰা বক্তৃতা দিওঁতে কৈছিল—তেখেতৰ দেউতাকে (গুৱাহাটীৰ পৰা প্ৰকাশিত স্তাহানি খনৰ 'আসাম কাকত'ৰ সম্পাদক কালীৰাম বৰুৱা) জীৱনতে চাহ খোৱা নাছিল; চাহ পানী কাক বোলে তাকো নাজানিছিল। (সেই-দিনা সভাত আলোচ্য বিষয় আছিল চাহ খোৱাৰ অপকাৰিতা) কিন্তু নিতৌ ৰাতিপুৱা ৰাতিপুৱা সন্ধ্যা-পূজা কৰিয়েই হাতীখুজীয়া বাটিৰে এবাটি চিৰা জলপান খাইছিল। সেই জলপানেই আছিল তেখেতৰ ব্ৰেকফাষ্ট বা পুৱাৰ জলপান। সেই দেখিয়েই দেউতাকৰ স্বাস্থ্য নিপোটল নিৰোগী আছিল বুলি বৰুৱা ডাঙৰীয়াই বৰ গৰ্ব্ব কৰিছিল। তেখেতে আৰু এষাৰ কথা কৈছিল, যি ষাৰ মোৰ মনত এতিয়াও নিতৌ ওলোৱা বেলিটো যেন হৈয়ে আছে। সেই আষাৰ হৈছে, "আমি যিমানেই সভ্য হৈ আহিছোঁ, সিমানেই নিজৰ ধৰ্মৰপৰা আঁতৰি আহিবলৈ শিকিছোঁহঁক।

কেতিয়াবা সাংস্কৃতিক অনুষ্ঠান বিলাকৰ ইতিবৃত্ত একোটা আৱশ্যক হ'ব পাৰে সেইগুণে যিটো অনুষ্ঠানে আমাৰ- দিনৰ শিৱসাগৰক নতুন গঢ দিলে তাৰ আঁতিগুৰি আৰু সভ্যসকলৰ নিষ্ঠা সম্বন্ধে অলপ কৈ থোৱা ভাল হ'ব।

১৮৮১ চনত, ৰামকুমাৰ বিদ্যাৰত্ন নামে ব্ৰাহ্মধৰ্ম্মী এজনে আমোলাপটিত থকা গিৰীশচন্দ্ৰ ঘোষৰ ঘৰত ব্ৰাহ্ম ধৰ্মৰ বিষয়ে তৰ্জন-গৰ্জন কৰি মুৰ এফালি আছিল। কমলাবাৰী সত্ৰৰ নিষ্ঠাবান সেৱক ধৰ্ম্মপ্ৰাণ ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ শ্ৰীনাথ নামৰ পুতেক এজনে আলিবাটেদি যাওঁতে বক্তৃতাৰ গোজৰণি শুনি অলপ বৈ শুনিছিল। সেই বতৰাটোকো কোনোবা খলে বৌটোকে ঢোল-টো যেনকৈ বেজবৰুৱা ডাঙৰীয়াৰ কাণত পেলালে গৈ বোলে "দেউতাৰ পুতেক শ্ৰীনাথ বোপাই ব্ৰাহ্ম ধৰ্মৰ বক্তৃতা শুনিছে।" বেজবৰুৱাই

ধৰাই অনাই পুতেকক পাৰে মানে শাস্তি দিলে। সকলো কথাৰ আগ-পাচ গুণোতা বেজবৰুৱাই পুতেকক শাস্তি দিয়াৰ লগে লগে হিন্দু ধৰ্ম্মৰ বিষয়ে আলোচনা কৰি থাকিবপৰা এখন সভাৰ কথা মনতে পাঙিবলৈ ধৰিলে।

এই ঘটনাৰ বছৰদিয়েকৰ মূৰতে কিবা এটা পাকত শিৱসাগৰত ওলালহি বঙ্গদেশৰ বিখ্যাত পৰিব্ৰাজক শশধৰ তৰ্ক চূড়ামণি। ধৰ্ম্ম আৰু সমাজৰ অৱনতি সম্পৰ্কে ক'বলৈ আমন্ত্ৰিত হোৱাত তেওঁ তালেমান ভদ্ৰ-লোকৰ ঘৰত আৰু ৰাজহুৱা নামঘৰ আদিত শুৱলা ভাষাৰে বক্তৃতা দি শিৱসাগৰীয়া ৰাইজৰ মন মুহি পেলালে।

ল'ৰাবিলাকৰ মনত হিন্দুধৰ্ম্মৰ ভাব-চিন্তা ৰোপণ কৰিবৰ অৰ্থে তেওঁৰ পৰাই বুদ্ধি ভৰসা লৈ দীননাথ বেজবৰুৱা আৰু পৰমানন্দ ভঁড়ালী ডাঙৰীয়াদ্বয়ে গুৰি ধৰি 'শিৱসাগৰ বাল্যাশ্ৰম'ৰ জন্ম দিলে, শক ১৮১১, মাহ চ'ত। তাৰ পিচত সভাই কি কি কৰিলে তাৰ এটি চমু কাৰ্য্য বিৱৰণী ডাঙি ধৰিছিল সম্পাদক শূলধৰ বৰকটকী নথকাত ভাৰপ্ৰাপ্ত সম্পাদক, শশধৰ বৰুৱা ডাঙৰীয়াৰ পুতেক চম্পকধৰ বৰুৱাই। সেই কালৰ কাৰ্য্য বিৱৰণী লেখা আৰ্হিটোও চাওক বুলি, তাৰপৰা এইখিনি কথা তুলি দিয়া হ'ল।

"চাৰি পাঁচ বছৰ মানলৈকে এই সভা ওপৰত কোৱা ডাঙৰীয়া সকলৰ কৃপাত উত্তম ৰূপে চলি আছিল। কিন্তু ডাঙৰীয়া দীননাথ বেজবৰুৱা আৰু পৰমানন্দ ভঁড়ালী মহাত্মা দুজনা স্বৰ্গী হ'লত আৰু কোনো কোনো স্থানীয় ভদ্ৰলোকে এই সভালৈ তেনেকৈ চকু নিদিয়াত সভাই দিনে দিনে তেল নাইকিয়া চাকিৰ দৰে টিমিক-টামাক কৰিবলৈ ধৰিলে। যদিও মান্যাস্পদ শ্ৰীযুক্ত শিৱদেৱ গোস্বামী (গুৱাহাটী উচ্চ ন্যায়ালয়ৰ প্ৰাক্তন মুখ্য ন্যায়ধীশ শ্ৰীযুত পাৰ্ব্বতীকুমাৰ গোস্বামীদেৱৰ ককা দেউতাক) শ্ৰীযুত দিবাকৰ গোস্বামী বিদ্যাৰত্ন আৰু শ্ৰীযুত তাৰনাথ শৰ্ম্মা ফুকন ডাঙৰীয়া, এইকেইজনে যথাসাধ্য সভাৰ উন্নতিৰ অৰ্থে চেষ্টা কৰিছিল, তেও তেওঁবিলাকৰ চেষ্টা তেল নথকা চাকিত শলাকানি বঢ়োৱাৰ দৰে বৃথা হৈছিল। শেহত সভাৰ এনে দুৰৱস্থা আৰু উক্ত মহাত্মা দুজনাৰ লগে লগে সভাৰো অস্ত হোৱা যেন দেখি, জনদিয়েক উদ্যোগী ছাত্ৰে তেওঁবিলাকৰ সুমাৰ খোজা 'ছাত্ৰ সভা'ৰ নাম জলাবৰ নিমিত্তে আৰু অস্তপ্ৰায় 'বাল্যাশ্ৰম'ৰ হিতচিন্তা কৰি এই দুইও সভা একেলগ কৰিলে, আৰু 'ছাত্ৰসভা আৰু বাল্যাশ্ৰম' নাম দি যোৱা

১৮১৮ শকৰ ফাগুণৰ পাঁচদিন যাওঁতে সভাৰ বুকুত উৎসাহ তেজ দি সভাক জীৱন দিয়ে।

'এই বছৰ সভাগনৰ প্ৰতি মানুহ আৰু দেৱতা সকলোৱে হিংসা কৰিছিল। যোৱা ভাদ্ৰ মাহত দিখৌ নৈৰ বানত সভামন্দিৰটি ভগ যোৱা বাবে সভাই প্ৰায় তিনিমাহ মান একো কাম কৰিব নোৱাৰিলে, পুথি ভঁড়ালটিও ভগ যোৱা বাবে বহুত পুথি নষ্ট পালে। এইখিনিতে আমি মান্যাস্পদ শ্ৰীব্ৰজনাথ বেজবৰুৱা (দীননাথ বেজবৰুৱাৰ বৰ পুত্ৰ), শ্ৰীযুত ফণীধৰ চলিহা, শ্ৰীযুত ভৱনাথ হাজৰিকা, শ্ৰীযুত ভগৰুধৰ বৰুৱা (চিৰস্তদাৰ), শ্ৰীযুত দুৰ্গাপ্ৰসাদ দত্ত (নিগ্ৰো', 'মহৰী', 'উজুকৰিতা' আদিৰ গ্ৰন্থকাৰ), শ্ৰীযুত তাৰানাথ ফুকন—এই ভাণ্ডৰীয়া কেইজনৰ নাম উল্লেখ নকৰি নোৱাৰিলোঁ হঁক। কেৱল তেওঁবিলাকৰ সাহতেই সাহিয়াল আৰু উৎসাহতেই উৎসাহী হৈ সকলো বিপদ কাটি কৰি উন্নতিৰ বাটত আগুৱাইছোঁহক। যোৱা ৯ জেঠৰ দিনা শ্ৰীযুত শ্যামসুন্দৰ দুৱৰাক (কবি যতীন দুৱৰাৰ দেউতাক) সভাপতি পাতে আৰু শ্ৰীযুত ভৱনাথ হাজৰিকাক পৰিদৰ্শক ৰূপে মনোনীত কৰে।

'১৮১৯ শকৰ চ'তৰ ১৪ দিন যাওঁতে সভাৰ ৮ম বাৰ্ষিক উৎসৱ হয়। শ্ৰীযুত ফণীধৰ চলিহা ডাঙৰীযাই সভাপতি আসন গ্ৰহণ কৰিছিল। উক্ত সভাত যিসকল সভাসদে বক্তৃতা দিছিল সেইসকলৰ নাম আৰু বক্তৃতাৰ কিছু অংশৰ সংক্ষেপ টোকা তলত দিয়া হ'ল:

তুলসীৰাম শৰ্ম্মা বৰুৱা: সভাৰ কাৰ্য্যকাৰক সকলক ধন্যবাদ দি ধৰ্মত ভক্তি ৰাখিবৰ নিমিত্তে উপদেশ দিয়ে আৰু কয় যে ল'ৰাবিলাকে ঈশ্বৰৰ উদ্দেশ্যে মঙ্গলময়, পৰম কাৰুণিক, অনাদিনিদান, পৰমপিতা ইত্যাদি শব্দ ব্যৱহাৰ কৰা অযুগুত। কিয়নো, এই শব্দবিলাকত ব্ৰহ্মভাব মিহলি আছে। ল'ৰাবিলাকৰ পক্ষে ৰাম, কৃষ্ণ, গোপাল, ইত্যাদি ঈশ্বৰবাচক শব্দ।

গোলাপ চন্দ্ৰ ভট্টাচাৰ্য্য: এখেতে কয় যে আজিকালি ল'ৰাবিলাকৰ বাইবেল আদি বিজাতীয় ধৰ্মপুস্তক পঢ়ি হিন্দু ধৰ্মলৈ আস্থা নাইকিয়া হৈছে। বিদেশীৰ আচাৰ-ব্যৱহাৰ অনুকৰণ কৰা বাবে দেশত নানা ৰকমৰ অচিন ৰোগৰ উদ্ভৱ হৈছে;

দুৰ্গা প্ৰসাদ দত্ত: ১ম আৰু ২য় বক্তা দুজনৰ প্ৰতিবাদ কৰে;

ৰাধিকা প্ৰসাদ বৰুৱা: 'ছাত্ৰসভা আৰু বাল্যাশ্ৰম'ৰ নিয়ম-প্ৰণালী প্ৰতিবাদ কৰোঁতে কয় যে সভ্য সকলে বাল্যাশ্ৰমৰ নিয়মমতে আচৰণ কৰা

নাই। তেওঁবিলাকে পাশ্চাত্য সভ্যতাৰ অনুকৰণ কৰি সভাৰ নিয়ম প্ৰণালী গঢ়ি লৈছে,

**দিবাকৰ শৰ্মা গোস্বামী সাহিত্যৰত্ন ঃ** সংস্কৃত ভাষাৰে সভ্যসকলক উৎসাহ দিয়ে ;

**দিবাকৰ শৰ্মা :** সভ্যসকলক উৎসাহ দিয়ে।

'তাৰ পিচত সভাপতিয়ে ১ম, ২য় আৰু ৪ৰ্থ বক্তা কেইজনৰ প্ৰতিবাদ কৰি তেওঁলোকৰ কথাৰ অযৌক্তিকতা ভালকৈ বুজাই দিয়ে আৰু ইয়াকো কয় যে ল'ৰাবিলাকে মাজে-সময়ে অভিনয় কৰা একো বেয়া নহয়। গবৰ্ণমেণ্ট স্কুলৰ হেড্ মাষ্টৰ মহাশয়ে, যোৱা বছৰত অভিনয় কৰা বাবে ছাত্ৰক বেত্ৰাঘাট কৰিছিল, কিন্তু তেওঁৰ পক্ষে সেইটো ভাল বিবেচনাৰ কাম নহ'ল। আজি 'নিগ্ৰো' নামে যিখনি নাটক ল'ৰাবিলাকে অভিনয় কৰিব খুজিছে, সেইখনি অভিনয় কৰাৰ যোগ্য নাটক। তাৰ পিচত ল'ৰা বিলাকক উৎসাহ দি বক্তৃতা সামৰে।

'এই বছৰত আলোচনা কৰা বিষয় আছিল—(১) জীৱনৰ লক্ষ্য কি? (২) সময়, (৩) কৰ্ত্তব্য, (৪) বাধ্যতা, (৫) অনুকৰণ, (৬) সৎ উদাহৰণৰ ক্ষমতা, (৭) মাঘৰ বিহু, (৮) চন্দ্ৰ বংশৰ উৎপত্তি, (৯) সৎ সাহস, (১০) সমাজ, (১১) একাগ্ৰতা, (১২) প্ৰণয়, (১৩) নিজ ইচ্ছাৰ ক্ষমতা, (১৪) মাদক বস্তুৰ গুণাগুণ, (১৫) মানুহৰ মহত্ব, (১৬) জন্তুৰ প্ৰতি ব্যৱহাৰ।

'এইবাৰ তলত লেখা চাৰিজন সভ্যক সভাই লেখা আৰু কোৱাত বিশেষ উন্নতি কৰিছে বুলি অনুভৱ কৰিছে। তেওঁবিলাকৰ গুণানুসৰি নাম দিয়া হল। ১ম—কুলদানন্দ বৰুৱা (সোমেশ্বৰ বৰুৱা তহচীলদাৰৰ পুতেক, ভৰ যৌৱনতে মৃত্যু হ'ল।), ২য়—যোগেশ্বৰ গোস্বামী, ৩য়—উমানাথ গোহাঞি (ই. এচ. চি হৈছিল আৰু Assam Under the Ahoms' পুথিৰ গ্ৰন্থকাৰ), ৪ৰ্থ—শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা (এখেতক নজনা কোনো নাই)।

'নিয়মাৱলীৰ ২য় দফা মতে—"প্ৰধান সভ্য বিলাকত অনুপস্থিত থাকিলে অন্যূন ৬ পাই দায় ভৰিব লাগিব আৰু বাতৰি নিদিয়াকৈ ক্ৰমান্বয়ে এমাহ অনুপস্থিত হ'লে তেওঁবিলাকৰ নাম সাধাৰণ সভ্যৰ লগত থোৱা হ'ব।"

'৫ম দফাত আছিল, "আলচ হোৱা কোনো বিষয় কাৰ্য্য-বিৱৰণীত নেলেখিলে বা আলচ নোহোৱা কোনো বিষয় উক্ত বহীত লেখিলে সম্পাদক দায়ী থাকিব।"

'শ্ৰীযুত উপেন্দ্ৰনাথ শৰ্মাই তেওঁ লিখা 'কবিতা লতা' আৰু 'গদ্য প্ৰকাশ' নামে (এইজন গ্ৰন্থকাৰৰ নাম অসমীয়া সাহিত্য-বুৰঞ্জীত নাই) পুথি দুখনি, আৰু কৃষ্ণ কুমাৰ বৰুৱাই ইংলণ্ডৰ 'ইতিহাস' এখনি, 'প্ৰথম খণ্ড ৰাজস্থান' এখনি দান কৰিছে।

'বাতৰি কাকত দান দিছে এই সকলে :—১। শশীধৰ বৰুৱা—'আসাম' আৰু 'টাইমচ্ অব আসাম'; ২। ফণীধৰ চলিহা—অমৃত বজাৰ পত্ৰিকা (ইংৰাজী), ৩। ডম্বৰুধৰ বৰুৱা—'ইষ্টাৰ্ণ হেৰাল্ড', ৪। কৈলাশ চন্দ্ৰ শৰ্মা—'ইষ্টাৰ্ণ হেৰাল্ড', ৫। ৰাধিকা প্ৰসাদ বৰুৱা 'হিন্দু পত্ৰিকা' আৰু 'জোনাকী' ৬। কালীপ্ৰসাদ চলিহা—'নব্য ভাৰত', ৭। দুৰ্গাপ্ৰসাদ দত্ত—'ইণ্ডিয়ান এম্পায়াৰ' ৮ কৃষ্ণকুমাৰ বৰুৱা—'বসুমতী'।

'শ্ৰীযুত শ্যামসুন্দৰ দুৱৰাক সভাপতি আৰু শ্ৰীযুত কেশৱানন্দ ভঁৰালীক সহকাৰী সভাপতি নিযুক্ত কৰা হ'ল। শ্ৰীযুত ৰাধানাথ ফুকন এম,এ,বি,এল মহাশয়ে অতি আগ্ৰহেৰে আহি আমাৰ সভাত উপস্থিত হৈ অতি সুৱলাকৈ বুজাই দিছিল যে এই সভাৰপৰা তেওঁ বিশেষ উপকাৰ লভিছিল।"

শিৱসাগৰত ই, এ, চি হৈ থকা কালত গুৱালপাৰাৰ উত্তম চন্দ্ৰ দাস বি,এল, কামৰূপৰপৰা অহা শিক্ষক বিদ্যাধৰ বুজৰবৰুৱা, মৰাণ বৰুৱাৰ ঘৰৰ চন্দ্ৰশেখৰ বৰুৱা, গিৰীশ চন্দ্ৰ ঘোষ, লম্বোদৰ দত্ত বি, এল আৰু মহবন্ধা চাহ কোম্পানীৰ জেনেৰেল মেনেজৰ সোমেশ্বৰ শৰ্মাই সভাৰ নিমিত্তে মাহেকে-মাহেকে বৰঙণি দিছিল। শেষৰজনে একোবাৰত ৫ টকাকৈ দিছিল। এই সকলৰ উপৰিও বৰঙণি দি সভাৰ পুঁজি টনকিয়াল কৰিছিল ভালেমানেই। তেখেতসকলৰ নাম কিমান দিম। তথাপি এই সভাৰদ্বাৰা উপকৃত হোৱা জনদিয়েক কৃতকৰ্মা, অসমৰ কৃতী সন্তানৰ নাম উল্লেখ কৰিলোঁ: লক্ষ্মীনাথ বেজবৰুৱা, যোগকান্ত বেজবৰুৱা, 'অসমীয়া চেণ্ড' বামদেৱ গোস্বামী, দেৱানন্দ ভঁড়ালী, কুলধৰ চলিহা, পদ্মধৰ চলিহা, নবকুমাৰ বৰুৱা (সোণাৰাম হাইস্কুলৰ হেড্‌মাষ্টৰ), যতীন্দ্ৰ নাথ দুৱৰা, ৰামকুমাৰ বৰুৱা, তাৰাপ্ৰসাদ চলিহা, উমানাথ গোহাঞি, হৰেশচন্দ্ৰ ৰাজখোৱা, অভিনেতা নৰেন্দ্ৰ নাথ ফুকন, কেশৱ কান্ত বৰুৱা, ৰমেশ চন্দ্ৰ ৰাজখোৱা, ৰজনী কান্ত বসু, বসন্ত কুমাৰ গোস্বামী, খগেশ্বৰ বিদ্যাৰত্ন, হৰিনাথ বেজবৰুৱা, কন্দ্ৰকান্ত বেজবৰুৱা, ৰমাকান্ত বৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা, দুৰ্য্যোধন বৰুৱা, কমলেশ্বৰ বৰুৱা, অন্নদা প্ৰসাদ চলিহা, কেদাৰ নাথ শৰ্মা, হৰিপ্ৰসাদ কটকী, গুনধৰ শৰ্মা বৰকটকী, গোলাপ চন্দ্ৰ শৰ্মা, চম্পকধৰ বৰুৱা প্ৰভৃতি।



১৯০৯ চনৰ শিৱসাগৰত

চকীত বহি বাওঁফালৰ পৰা : অক্ষয়কুমাৰ ঘোষ, ফণীধৰ চলিহা, ৰেভ পেট্রিক বধাম চাহাবৰ মেম, বধাম চাহাব, পেট্রিক বধামৰ মাজত পাচফালে শশধৰ বৰুৱা, গুণদাস গোস্বামী (মূৰত টুপীৰে)।

সোঁহাতৰ পৰা : মহেন্দ্ৰ দে, উত্তম চন্দ্ৰ বৰুৱা। বাওঁহাতে একেবাৰে পিচত ঠিয় হৈ থকা তিনিজনৰ ভিতৰত ১ম শৰৎ বৰকটকী, ৩য় জন বেণুধৰ শৰ্মা।

পূজনীয় গোৰীদত্ত মিশ্ৰ আছিল শিৱসাগৰ হাইস্কুলৰ সংস্কৃত শিক্ষক। ঐতি-হাসিক পদ্মনাথ বিদ্যাবিনোদৰ তেখেত সমসাময়িক। বাল্যাশ্ৰমৰ সভা একো-খনলৈ আহি তেখেতেও আমাক সৰ্‌সৰীয়া ভাষাৰে বিবিধ উপদেশ দিছিল। কি স্কুলৰ বঁটা-বিতৰণী সভাত বক্তৃতা দিওঁতে, কি ডেপুটী কমিশ্বনাৰ, চীফ-কমিশ্বনাৰক ফুলৰ মালা পিন্ধাই সংস্কৃতেৰে প্ৰশস্তি বচন মাতোঁতে, তেখেতৰ মুখত আমি ফুটাব নোৱৰা সংস্কৃত ভাষা আখৈ ফুটাদি ফুটিছিল। বাল্যাশ্ৰমত অৱশ্যে, তেখেতে অসমীয়াৰেই কৈছিল। মিশ্ৰদেৱৰ বক্তৃতা আৰু সাধাৰণ কথা-বতৰা শুনি আমাৰ মনত এনে এটা ধাৰণাই বাহ লৈছিল যে তাক এতিয়াও মচি পেলাবপৰা নাই। সেই ধাৰণাটো হৈছে, ভাষা ভাবৰ হে দোলাভাৰী। তেখেত সংস্কৃত পণ্ডিত সঁচা। ইংৰাজীত পণ্ডিত বুলি কৈ তেখেতৰ কণ্ঠত মালা পিন্ধালে মালাই কিন্তু ডেওপাৰি থাকিব। সেই বুলি তেখেতৰ ভাব আৰু বক্ত-ব্যই যেতিয়া ভুলে-চুকে হেনা-স্থচা ইংৰাজী উচ্চাৰণেৰে সংস্কৃত অসমীয়াৰ মাজত মুক্ত ভাৱে বাট বুলে, তেতিয়া কাৰো সাধ্য নাই যে মিশ্ৰদেৱে ইংৰাজী নেজানে বুলি ক'ব পাৰে। তেখেতে ইমান খৰকৈ কথা ক'ব পাৰে যে কথাৰ মাজত ছুই-এটা ইংৰাজী শব্দৰ বিকৃত উচ্চাৰণ হ'লেও সেই মুহূৰ্তলৈ নিঃপালি দিয়ে। বাল্যাশ্ৰমত দিয়া গুৰুদেৱৰ বক্তৃতাই আমাক শিকালে জ্যেষ্ঠজনক মান্য কৰিবলৈ।

হৰেশচন্দ্ৰ ৰাজখোৱা ডাঙৰীয়াৰ('পাগুৰিৰ উপকাৰিতা' সম্বন্ধে এখেতে যি খন ৰচনা এবাৰ সভাত পাঠ কৰিছিল আৰু যি খনৰ বিষয়ে সমজুৱা সকলে আলো-চনা কৰিছিল, সেইখন 'আলোচনী' কাকতত প্ৰকাশ হৈছিল) বাল্যাশ্ৰমত দিয়া বক্তৃতা শুনিয়েই আমিও বৰ পাগুৰি-ভক্ত হৈছিলোঁ।। সঁচাসঁচিকৈয়ে সেই প্ৰভাৱত পৰিয়েই ১৯১৯ চনত তেজপুৰত বহা সদৌ অসম ছাত্ৰ সন্মিলনীত সকলো ছাত্ৰই পাগুৰি মাৰি অসমীয়া জাতীয়ত্বৰ খদম্‌দম্ লগাই আছিল, (ৰাজখোৱা ডাঙৰীয়াৰ ভায়েক গণেশচন্দ্ৰ ৰাজখোৱা দেৱৰ মূৰত মৰা পাগুৰিটো দেখি ল কলেজৰ প্ৰিন্সিপেল জে বৰুৱাই গণেশক কৈছিল—"হেৰা, পাগুৰি-এক্সপাৰ্ট, সভালৈ যাওঁ, মোকো পাগুৰিটো মাৰি দিয়াহি।" বাল্যাশ্ৰমৰে সৈতে সকৰেপৰা হৰেশ ৰাজখোৱা যেনেকৈ কঠালএঠা লগা দি লাগি আছিল, পিচৰ জীৱনত, বাল্যাশ্ৰমৰ সভ্য আমিও তেনেকৈ সভায়ে-সমিতিয়ে পাগুৰি মাৰি ৰাজখোৱা পাগুৰিৰ চানেকিকে দেখুৱাই অসমীয়া বুলি পৰিচয় দিছিলোঁ।। অসমীয়া ছাত্ৰ সন্মিলনীৰ গুৱাহাটীত বহা ১ম অধিবেশনতো সকলো ছাত্ৰয়েই পাগুৰি মাৰিছিল।

ৰামকুমাৰ বৰুৱাৰ এবাৰ ৰচনা আছিল 'সভা-সমিতি'। সেইটোও প্ৰবন্ধাকাৰত প্ৰকাশ হৈছিল 'আলোচনীত'। তেখেতৰ দ্বাৰা সম্পাদিত হাতে লিখা 'পুৰা'তো ৰচনাখন ওলাইছিল।

জন্ম হ'বৰ দিন ধৰি বছৰে বছৰে সভাখন সুচাৰুৰূপে সুসম্পন্ন হৈ ১৯১২ চনলৈকে জীয়াই থাকিল। সেই চনৰ বছেৰেকীয়া উৎসৱেই বাল্যা-শ্ৰমৰ "মৃত্যু কান্দোন" অৰ্থাৎ সেই চনতে সম্পাদক অম্বিকা কুমাৰ বৰুৱাৰ বিপুল উৎসাহেৰে অনুষ্ঠিত আৰু উদযাপিত বছেৰেকীয়া উৎসৱটি পালন কৰাৰ পাচতেই শিৱসাগৰৰ সেই ঐতিহ্যপূৰ্ণ 'বাল্যাশ্ৰম আৰু ছাত্ৰ সমাজ'খনি সমাধিপ্ৰাপ্ত হ'ল।

১৯১২ চনৰ শেহত পতা বাল্যাশ্ৰমৰ উক্ত বছেৰেকীয়া অধিবেশনত শিৱসাগৰ আমোলাপটিৰ সকলো ছাত্ৰই যোগ দিছিল। ৰাধিকানাথ শৰ্ম্মা সদায় আছেই। ৰাতিলৈ আমি দুৰ্গেশ্বৰ শৰ্ম্মাৰ 'পাৰ্থ পৰাজয়' নাটৰ ভাও কৰিছিলোঁ। সেইবাৰেই মই প্ৰথম থিয়েটাৰৰ পাৰ্ট লওঁ। তাৰ আগৰ বছৰত আমি চাৰিঙতে নামঘৰ এটাত 'মেঘনাদ বধৰ' অভিনয় কৰোঁতে মই 'প্ৰমীলা' হৈ ওলাইছিলোঁ। 'পাৰ্থ পৰাজয়'ত ভীমকান্ত কটকীয়ে ভাও লৈছিল আৰু ব্ৰজেন্দ্ৰ বৰুৱাইও লৈছিল। পিচদিনা ক্লাচত বহি থাকোঁতেই দুইৰো কাজিয়া লাগিল। আগৰাতি কৰা থিয়েটৰৰ জাল লাগি আছিল হ'ব পায়—কটকীয়ে পোনেই চুৰী কটাৰীখন ব্ৰজেনৰ গালৈকে মাৰি পঠিয়ালে। ব্ৰজেনে হাত পাতি ধৰাত, আঙুলি এটা কাটিলে। ভীম কটকী আছিল বৰ খঙাল আৰু ব্ৰজেন আছিল অতি শান্ত। সিহঁতৰ যুদ্ধখন দেখি আমাক পঢ়ুৱাই থকা পণ্ডিত গোৰীদত্ত মিশ্ৰ ক্লাচৰ পৰাই উঠি গুচি গ'ল।

ৰাধিকা মাইৰে (ৰাধিকানাথ শৰ্ম্মা) আমাক ৰাতি থিয়েটৰ কৰিবলৈ হাক দিছিল। তেওঁ মত দিছিল দিনত কৰিবলৈ। অম্বিকা কুমাৰে কিন্তু ৰাতিলৈ থলে। সেই থিয়েটৰতে মই গান গাবলৈ শিকিছিলোঁ।

সেইদিনা বছেৰেকীয়া উৎসৱত আমাৰ কি আনন্দ! দুপৰীয়া ভাত নোখো-ৱাকৈয়ে গ'ল। ডাঙৰটো সজোৱা বেজবৰুৱা নামঘৰটোৰ (য'ত বাল্যাশ্ৰম বহে আৰু য'ত বছেৰেকীয়া উৎসৱ হৈছিল) চাৰিওপিনে নাহৰপাত, খেজুৰ-পাত আঁৰা, তগৰ ফুল, খৰিকাজাইৰ মালা গাঁথোতেই লাগি আছিলোঁ। ইয়াৰ পিচত বাল্যাশ্ৰম ভাগি ঠানবান হ'ল।

## দ্বিতীয় অধ্যায়

**মোৰ সাহিত্য অনুৰাগ ঃ** সাহিত্যলৈ কেতিয়া কেনেকৈ অনুৰাগ উপজিল সঠিককৈ ক'ব নোৱাৰি। মোৰ ৫/৬ বছৰমান বয়সৰপৰা আমাৰ ঘৰত বৌৱে সদায় শেহনিশা (আবকালি) নামঘোষা গায় আৰু গীত-পদো মাতে, দেওবৰীয়া সবাহত আইনাম গায়, শীতলা পূজাত শীতলা নাম গায়। ককাই গোসাঁই ঘৰত গধূলি-গধূলি কীৰ্ত্তনৰ পদ গায়। দেউতাহ ফটকাছোৱাৰ পৰা আহি (তাত পণ্ডিত কাম কৰিছিল) কেতিয়াবা কেতিয়াবা গা-ধুই উঠি গঙ্গাস্তোত্র গোৱা শুনো। মেলেঙৰপৰা বৰ মোমাই (কমলচন্দ্ৰ) আহিলে, তেওঁও চাণক্য শ্লোক, বিষ্ণুসহস্রনাম, গীতা, মহিম্নস্তোত্র, শঙ্কৰাচাৰ্য্য কৃত শিৱস্তোত্র প্রভৃতি বামুণীয়া স্তোত্র-মন্ত্র গাই শুনায়। মোমাই বৰ নিকপ্‌কপীয়া আছিল। তেওঁৰ সন্ধ্যা-আহ্নিক পূজা-পাটল কৰাত ইমান নিষ্ঠা আছিল যে ওচৰচুবুৰীয়া মানুহ আহি তেওঁক তেওঁবিলাকৰ ঘৰলৈ বিষ্ণুসহস্রনাম গাবলৈ বা তুলসী দিয়াবলৈ মাতি লৈ যায়। শ্ৰীৰাম ভূঞা, ঢুৰৰাপাৰৰ হৰিপ্রসাদ দেৱান, চলিহাপাৰৰ বৰুৱা—এই সকলে মাতি নিয়া দেখিছিলোঁ। বৌ-দেউতা-ককা আৰু মোমাইদেৱৰ পৰা গীত-মাত, পদ-পয়াৰ, স্তোত্রমন্ত্র শুনি, সেইবোৰ শুনি থাকিবলৈ স্বভাৱতে ধাউতি ওপজে।

পাঠশালাত পঢ়োতে ভীমকলৰ পাতত আঁচৰ তলে তলে আখৰ লেখি লেখি, আখৰবোৰ যেতিয়া পোনাই লেখিবপৰা হলোঁ, তেতিয়া সাঁচিপতীয়া পুথি নকল কৰোঁ। এইবোৰ পুথিৰ ভিতৰত আছিল জৈমিনী গীতা, বিষ্ণুসহস্র নাম, শ্ৰীমদ্ভাগৱত গীতা, শ্রাদ্ধ-বিধি, মঙ্গল চোৱা পুথি আৰু জ্যোতিষৰ বিবিধ পুথি। সেইবোৰ নকল কৰাৰ লগে লগে, নকল কৰা কথাৰ বহুখিনি মুখস্থ হৈ গৈছিল। মঙ্গল চোৱা পুথি লেখা বাবে, কাউৰীয়ে খালে বা জেঠীয়ে টিকটিকালে কি ফল হয় তাক গনণা কৰিবলৈ শিকোঁ, পঞ্জিকা চাবলৈ শিকোঁ। পৰাচিত্তৰ মন্ত্র শিকোঁ। আমাৰ ঘৰৰ দাঁতিতে হৰমিয়াল কটকীৰ লক্ষ্মী কটকীৰ ঘৰ। তেওঁৰে দদায়েকৰ সঞ্জয়

নামে এজন পুতেক শিৱসাগৰত দুৰ্গাচৰণ খাটনিয়াৰৰ ঘৰত থাকি পঢ়িছিল। সজয়ে বাল্যাশ্ৰম ছাত্ৰ সমাজৰপৰা কেতিয়াবা কেতিয়াবা 'জোনাকী' 'বিজুলী' আদি ঘৰলৈ পঢ়িবলৈ আনে। মইও তাৰ প্ৰবন্ধ বিলাকৰ কথা নুবুজোঁ। যদিও পঢ়ি ভাল পাইছিলোঁ। ১৯০২/৩ চনৰ পৰা "আসাম বন্তিও" নিয়মমতে পঢ়িছিলোঁ। সেইখন দেউতাই বৰঙণি দি লৈছিল। গৌৰী সাগৰ ডাকঘৰৰপৰা সপ্তাহত এবাৰকৈ আমাৰ গাঁৱলৈ পিয়ন আহে; অহাৰ নিয়মটো হে, লোকৰ হাতত চিঠি দি পঠিয়ায়। কিন্তু 'বন্তি'খন থকা বাবে সপ্তাহটোত পিয়ন আমাৰ ঘৰলৈ আহিবই। কাগজখন পোৱা মাত্ৰকে মই খুটিয়াই-খুটিয়াই পঢ়োঁ। আৰু গাঁৱৰে লক্ষেশ্বৰ কাকতী, চমুৱা খনিকৰৰ মধু ওজা, তেলীয়াল কাটনী গাঁৱৰ ভদী মেধিয়ে তাকে বৰ মন দি শুনে। লক্ষেশ্বৰ ডেকা, ই কেইজন বুঢ়া। ডেকা হ'লেও লক্ষে ককাইদেৱৰ বুধিটো চোকা আছিল, শুনিলেই মনত থাকে আৰু গাঁৱলৈ গৈ, গৰু চৰোৱা পথাৰত ক'ত কি হৈছে কয়গৈ। এওঁবিলাকৰ আগত পঢ়া বাবে ভালকৈ ফুটাই মাতিবলৈ শিকিলোঁ। এনেয়ে লেবা-লেতেৰা হয়। মানুহৰ আগত পঢ়িলে উচ্চাৰণে আপোনা আপুনি বাট লয়। ৰৰকানীয়া বুলি খনিকৰ গাঁৱত এঘৰ মানুহ আছিল। সিঁহতক হালোৱা-ঘৰ বুলি কয়। হালোৱা-ঘৰত বৰ সবাহ হয়। আৰু গাঁৱত প্ৰায়ে ৰাজহুৱা ভাৱনা হয়। সেই বোৰলৈও যাওঁ। তাতো পুথি পঢ়া, নাম দিয়া—ভাৱনাৰ সূত্ৰধাৰী বচন আৰু ভাৱৰীয়াৰ ভাও-বচন শুনো। পাঠশালা স্কুলৰপৰা বৃত্তি পাই ঘৰ এৰি শিৱসাগৰলৈ যোৱালৈকে এনেবোৰ গঞালি গীত-মাতৰ সাঁচ এটা মোৰ মনত ৰহি যায়। অ' আবেলি দুবৈত ম'হ গুৱালবিলাকে গৰখীয়া নাম বা বনঘোষা গোৱাও শুনো। মেহু আৰু গাঠিয়ে ম'হৰ ওপৰত উঠি 'কৃষ্ণ এক দেৱ দুখহাৰী' লেচাৰী পদটি যিটো সুৰত গাইছিল সেই সুৰ বহুত দিনৰ মূৰত লেবাক গাঁৱৰ (বাৰীচোৱা গাঁওবুঢ়া) ৰুদ্ৰাই বলিয়াৰ মুখতহে শুনিছিলোঁ। পথাৰ ঝন্‌ঝনাই যোৱা বিলাপৰ মাত আৰু ক'ত শুনিম? সেই ভদৰাম গুফীয়াই কীৰ্ত্তন পঢ়া মাতটো আজিও কাণত লাগি আছে। হঁচৰিত মিহিৰাম পাঠেক আৰু খহুৱা মেধিয়ে নাম দিয়াও মনত আছে।

চমাৰ গাঁও পাঠশালাৰপৰা বৃত্তি ধৰি ৰংপুৰত নাম লগোৱাৰ পিচত আৰু এইবোৰ গীত-মাত শুনিবলৈ নোপোৱা হলোঁ। পানীয়ে এপিনে ভেটা পালে আনপিনে বাবলৈ হনা লোৱাৰ দৰে মোৰ মনটোৱেও নগৰীয়া ৰঙবলৈ হনা

লগে। শিৱসাগৰত সপ্তম শ্ৰেণীত পঢোতেই সৰু সৰু কৱিতা বিলাক মুখস্থ কৰিবলৈ ধৰোঁ। উজুপাঠ, নীতি-শিক্ষা আছিল আমাৰ পাঠ্যপুথি। লম্বোদৰ বৰাৰ 'জ্ঞানোদয়' আৰু ৰজনীকান্ত বৰদলৈৰ কৃষি শিক্ষা বিষয়ে কিতাপ পঢাও মনত পৰে। ভৱৰাম বৰকাকতীৰ সৰু মাজিউপুতেক গোঁলোক বৰকাকতীৰ সাহিত্যৰ প্ৰতি ৰাপ আছিল। তেওঁ পদ্ম বৰুৱাৰ 'জয়মতী' নাটখন হাতেলিখা অৱস্থাত ঘৰত পঢ়িবলৈ নৈছিল, 'গদাধৰো' সেইদৰে। 'লাহৰী', 'ভানুমতী' উপন্যাসেও পঢা কোঠাৰ মেজ অধিকাৰ কৰিছিল—কিন্তু প্ৰায়ে গাৰুৰ তলত থাকে। তেওঁক তেতিয়াই আচৰিত হৈ সুধিছিলোঁ।—'ককাইদেৱ, পদ্মনাথ বৰুৱা, বলদেৱ মহন্তই এই পদ্যবোৰ কেনেকৈ লেখে? কোনোবাই কৈ দিয়ে নেকি?' বৰকাকতীয়ে কৈছিল—'তয়ো বাৰু সদায় কিতাপ পঢি থাকিবিচোন, তয়ো সেইদৰে লেখিবপৰা হবি।'

তেওঁৰ কথামতেই দুদিনমান পদ্য লেখিবলৈ চালোঁ। শেষৰ আখৰ দুটা কোনোমতেই মিলাব নোৱাৰোঁ। পাচে আমনি লাগি পদ্য লেখা অভ্যাসটি এৰিয়েই পেলালোঁ। সন্ধ্যা লাগিলেই ভাণ্ডৰ ভাণ্ডৰকৈ পদুম কুঁৱৰী, ভানুমতী মনোমতী এইবোৰ উপন্যাসৰ কিতাপ পঢ়োঁ। কোনোবা অহা যেন গম পালেই কিতাপ লুকাই থওঁ। দেওবাৰে ৰাতিপুৱা-ৰাতিপুৱা বাল্যাশ্ৰম ছাত্ৰ সমাজলৈ যাব লাগে। সমাজত পদ্য আৰু ৰচনা লেখি, পঢি শুনাব লাগে। আৰু বাদ-প্ৰতিবাদ অৰ্থাৎ তৰ্কও কৰিব লাগে। ষষ্ঠ শ্ৰেণীৰপৰা আকৌ পদ্য লেখিবলৈ অভ্যাস কৰোঁ। তাৰে দুটা কি এটা বহুদিনৰ পিচত 'উষা' আৰু 'আলোচনী'ত ওলাইছিল। 'সন্ধ্যা'টো 'উষা'ত ওলাইছিল। বাল্যাশ্ৰমতেই মাথোন ৰচনা-পদ্য লেখিবলৈ ধৰোঁ। ৰাধিকা নাথ শৰ্মাই শুধৰাই দিয়ে। ভালকৈ পঢ়িব নোৱাৰিলে বা লেখাত বানান ভুল হলে তেওঁ বাংপিটা আৰু কপৌ চেলোৱা দিয়ে। অথলাবন্ধা সত্ৰাধিকাৰ শিৱদেৱ গোস্বামীয়ে নিতৌ গীতা-ভাগৱত পাঠ কৰে আৰু তাৰ অৰ্থ বুজাই দিয়ে—চম্পকধৰ বৰুৱা, জগন্নাথ বেজবৰুৱা, লক্ষেশ্বৰ ভূঞা, দুৰ্গাচৰণ খাটনিয়াৰ প্ৰভৃতি স্থানীয় ভদ্ৰ লোক সকলে সভাত উপস্থিত থাকি নীতি-নিয়ম পালন কৰাৰ উপদেশ দিয়ে। কিতাপ নপঢ়াকৈ বাল্যাশ্ৰমত শুনা বহুত কথাই মনত সাহিত্যৰ প্ৰতি দ ছাপ বহুৱায়। উপেন্দ্ৰনাথ দুৱৰা, কুলধৰ চলিহা, ৰাজকুমাৰ বৰুৱা, ভৱানী প্ৰসাদ বৰুৱা, বেণুধৰ ৰৰকটকী সভাৰ সভ্য। এখেতসকলেও বাওৰি-কাকত, আলোচনী কাকত, আৰু অন্যান্য ধৰ্মপুথি, সাহিত্যৰ পুথি পঢ়িবলৈ সততে উদগাই আছিল।

সাহিত্যানুৰাগ এনেয়ে পাবত নগজে—পাৰিপাৰ্শ্বিক অৱস্থা আৰু পৰিবেশে হে মানুহৰ মনত কলা-কৃষ্টিৰ প্ৰতি আগ্ৰহ ওপজায়। সেয়ে হে, বাল্যাশ্ৰম আৰু সমসাময়িক উদ্যোগী সাহিত্যিকসকলৰ কথা উল্লেখ কৰা হ'ল।

আমোলাপটিত ৰায়বাহাদুৰ কালীপ্ৰসাদ চলিহাৰ দ্বিতীয় পুতেক যাদৱ প্ৰসাদ চলিহাঁইতৰ ঘৰলৈ প্ৰায়ে যাওঁ। তেওঁৰ ককাইদেৱাক তাৰাপ্ৰসাদ চলিহা বৰ গহীন আছিল যদিও আমাৰ লৈতে সাহিত্যৰ বিষয়ে প্ৰায়ে কথা-বতৰা পাতে। সেই সময়তে ৰামকুমাৰ বৰুৱা আৰু পদ্মধৰ চলিহাই হাতেলিখা 'পুৱা' নামে এখন আলোচনী কাৰ্বন পেপাৰত দি লেখি উলিয়াইছিল। যাদৱহঁতৰ ঘৰত দেউতাকে লোৱা 'হিন্দু পত্ৰিকা', 'নব্য ভাৰত' 'সাহিত্য সংবাদ' আদি ধৰ্ম সম্পৰ্কীয় গধূৰ আলোচনাৰ কাকতসমূহ পঢ়িবলৈ পাওঁ। ৰাধিকাপ্ৰসাদ বৰুৱাৰ ঘৰত নাৰায়ণ ভূঞা বুলি এজন ল'ৰা আছিল। তেওঁও মোৰ সহপাঠী আছিল। তেওঁৰ তালৈ প্ৰায়ে যাওঁ। তাতে ৰাধিকা বৰুৱাৰ পুতেক ভগৱতীপ্ৰসাদৰ লগত অসমীয়া ভাষাৰ বিষয়ে কথা-বতৰা পাতোঁ। ভগৱতী মোতকৈ কেবা বছৰো সৰু। তথাপি জ্ঞানৰ তুলনাত জুখিলে, তেওঁ মোতকৈ বহুত গধূৰ হ'ব। তেওঁবিলাকৰ ঘৰত 'প্ৰবাসী' আৰু 'ভাৰতবৰ্ষ' লৈছিল। এই দুখন বঙ্গলা-কাকত।

'প্ৰবাসী' পুৰণি, দেউতাকে কলেজ এৰা দিনৰেপৰা লৈ আছিল। তদুপৰি ভগৱতীহঁতৰ ঘৰত 'জোনাকী' 'বিজুলী' আদি পুৰণি অসমীয়া কাকত আৰু সেই সময়ত প্ৰকাশিত হোৱা সকলো অসমীয়া কিতাপৰ এটি পুথি ভঁৰাল আছিল। ভগৱতীয়ে তলে-তলে পঞ্চম শ্ৰেণী পোৱাৰ আগতে সেইবোৰ অন্তৰস্থ কৰিলে। মই ক্লাছ নাইনত পঢ়োতেই তেওঁ সেইবোৰত পণ্ডিত; অকল সেয়েই নহয়, ৰবি ঠাকুৰৰ প্ৰায়বিলাক কিতাপ, 'সঞ্জীৱনী' 'প্ৰবাসী' আদিৰ কবিতা-প্ৰবন্ধ তেওঁৰ কণ্ঠস্থই বুলিব লাগে। সৰু হ'লেও, এনেজন সুধী, সোদৰোপম বন্ধু পাই বৰ ভাল লাগিল। শেষলৈ আমাৰ বন্ধুতা ইমান হ'লগৈ যে কোনেও কাকো নেদেখাকৈ থাকিব নোৱৰা হলোঁ। ভগৱতীৰ জেঠেহাক হৰিকান্ত মৌজাদাৰ ডাঙৰীয়াৰ পুতেক বিমলা ভগৱতীৰে সমনীয়া, কিন্তু ভগৱতীতকৈ এবছৰ কি দুবছৰ ডাঙৰ। বিমলা বৰ ৰসিক, চেটকুটীয়া, অলপ কথাৰেই বৰ হঁহুৱাব পাৰে। নাৰায়ণ ভূঞাৰ তালৈ যাওঁতে ভগৱতীৰে লৈতে কবিতা, বেজবৰুৱা, 'জোনাকী', 'উষা', 'বাঁহী' এইবোৰৰ কথা পাতোঁ। লদায়েক তাৰিণীপ্ৰসাদ বৰুৱাই আমাক বাহিৰা

কথা পাতি থকা দেখিবই নোৱাৰে। সেইদেখি ভগৱতী বিমলাইতৰ ঘৰলৈ আহে আৰু মইও বিমলাইতৰ ঘৰলৈ যাওঁ। শনিবাৰে প্ৰায় তিনি বজাৰপৰা আৰু দেওবাৰে ৰাতিপুৱা আবেলি দুয়ো বেলা—আমি তিনি "দিদ্ধ"ই হিমকান্ত মৌজাদাৰৰ ঘৰতে শাকখোৱা-ভাতখোৱা কথাৰপৰা আৰম্ভ কৰি "বাঁহী" 'আলোচনী'ত ওলোৱা প্ৰবন্ধৰ সমালোচনালৈকে সকলো কথা আলচ কৰোঁ। এনেতে এদিন তাৰিণী বৰুৱাই দেখি আমাক বৰ ডাবি দিলে আৰু ভগৱতীক চৰ এটা মাৰিলে। সেইদিনাৰপৰা আমাৰ সেই মেল ভাগিল, ভাগিল হে ভাগিল, আমি আন পিনে আকৌ সেইমেল পাতিবলৈ ধৰিলোঁ।

ভগৱতীয়ে মন্ত্ৰ ঠিক কৰিলোঁ, হাতে লিখি কাগজ এখন উলিয়াওঁ। এই বুলি 'জেউতি' নাম দি মাহে মাহে কাকত এখন উলিয়ালোঁ। সেই সময়তে শিৱসাগৰ হাইস্কুলৰপৰা 'ভুমুকি' নামে কাকত এখনো উলিয়াছিল। সেইখন উলিয়াইছিল পূৰ্ণ চন্দ্ৰ দত্ত আৰু ধানেশ্বৰ হাজৰিকাই প্ৰথমতে, পাচত দত্ত গুচি গ'লত অম্বিকাকুমাৰ বৰুৱা' সম্পাদক হ'ল। হাজৰিক-বৰুৱাৰ যুটীয়া সম্পাদনাত 'ভুমুকি' চলিল। তাৰ পিচত ডিম্বেশ্বৰ নেওগৰ হাতত সম্পাদনাৰ ভাৰ পৰে। আমাৰ 'জেউতি' কিন্তু আমাৰ দুজনৰ নিজা সম্পত্তি-তাত ভগৱতীৰে মোৰে বাহিৰে কাৰো ভাগ নাই। অৰ্থাৎ মই আৰু ভগৱতীয়েই লেখিম। আমিয়েই সাল-সলনিকৈ মাহে মাহে কাকত লেখোঁ আৰু প্ৰচাৰ কৰোঁ। পঢ়োতা-লেখোতা যোগাবলৈ মই লোকৰ নামতে প্ৰবন্ধ লেখি দিওঁ। যোৰহাটৰ দুৰ্গেশ্বৰ শৰ্মাৰ 'কবিতা'ও প্ৰকাশ কৰিছিলোঁ। আমাৰ 'জেউতি'খন গুৱাহাটীৰ গণেশ চন্দ্ৰ হাজৰিকা সম্পাদিত একতা সভাৰ মুখপাত্ৰ 'জেউতি'ৰ সৈতে সলাইছিলোঁ। অম্বিকা কুমাৰ বৰুৱা, দুৰ্গাধৰ বৰুৱাই কবিতা-প্ৰবন্ধ লেখি আমাৰ 'জেউতিৰ' জেউতি চৰাইছিল।

ঘৰত দেখা-দেখিকৈ ভাবৰ আদান-প্ৰদান কৰিবলৈ বাধা পাইছিলোঁ যদিও 'জেউতি'ৰ পাতত আমাৰ কথা পতা সুবিধা হ'ল। বৰং তাৰিণী প্ৰসাদে আমাক গোৰ-মাৰি গঙ্গাত হে পেলালে।

মুখে মুখে কথা পাতিলে, কথাৰ একো লাগ-বান্ধ নাথাকে, লিখিলে আঁত লাগে। 'জেউতি'ত পতা কথাবোৰ, সেইদেখি বৰ সংযত হৈছিল। 'জেউতি'তে মই 'হৃদয়ৰাজ্য' বোলা সক ৰচনা এখনি লেখিছিলোঁ। পিচত 'আলোচনী'ত ওলায়। সেই সময়ত মনৰ ভাব বিলাক বৰ উচ্চ আছিল। আৰু ঘৰুৱা কথাবোৰ বৰ পাতল যেন লাগিছিল। লেখিলেই যেন ভাষা

সংস্কৃতীয়া আৰু ভাব গধুৰ হ'ব লাগে—এই ধাৰণাটোৱেই বদ্ধমূল হৈ আছিল। 'জেউতি'তে মোৰ আৰু ভগৱতীৰ প্ৰথম সাহিত্য আখৰা বা সাধনা। ভগৱতীয়ে কবিতা বৰ ভাল পাইছিল। 'জেউতি'ৰ বেটুপাতত দিবলৈ ছবি এটা আঁকিবলৈ কোৱাত ভগৱতীয়ে লেখিছিল—

"তুমি মোক ছবি আঁকিবলৈ ক'লা,
তুলি পাম ক'ত ভাবিও নেচালা
তুমি যে মোৰ·· ··· ।

বাল্যাশ্ৰম ছাত্ৰসভা উঠি গলত পদ্ম চলিহাৰ দ্বাৰা বিমলালয় সভা স্থাপিত হয়। সেই সভাতো আমি ৰচনা-কবিতা পাঠ কৰিছিলোঁ। ভগৱতীয়ে তিনি খনমান হে ৰচনা লিখিছিল। 'মহাপুৰুষ', 'আনন্দৰাম বৰুৱা আৰু 'চৰিত্ৰ'। কিন্তু চুটি যদিও সেই প্ৰবন্ধ কেইটা সচাঁকৈয়ে অতি আপুৰুগীয়া আৰু দাৰ্শনিক তথ্যপূৰ্ণ। প্ৰকাশ-ভঙ্গিমাই বেলেগ। ৪ৰ্থ শ্ৰেণী বা সপ্তম মানৰ ল'ৰা এটিয়ে তেনে প্ৰবন্ধ লেখা বুলি নেদেখা জনে প্ৰত্যয়েই নেযাব। প্ৰবন্ধ কেইটি পঢ়ি দাৰ্শনিক কবি শিক্ষক ৰাজেন্দ্ৰ নাথ বৰুৱা বিমুগ্ধ হৈছিল। বিমলাৰো এজন ঘৰুৱা শিক্ষক হ'ল, তেওঁ বিমলাক আমাৰ লগ একৰাই নিজেই "মালতী" নামে এখন হাতে লিখা কাকত উলিয়ালে। বিমলাই লিখিব লাগে। 'মালতী' আৰু 'জেউতি'ৰ লগত বৰ ফেৰিয়া-ফেৰি চলিল। অৱশেষত 'মালতী' মৰিল। মই মেট্ৰিকুলেচন পাছ কৰি যোৰহাটলৈ অহাত 'জেউতি'ও মৰি থাকিল। এই 'জেউতি'তেই মোৰ সাহিত্যিক জীৱনৰ কঠিয়া সিচোঁ বা ইয়াতেই মোৰ সাহিত্যিক জীৱনৰ জেউতি বিৰিলে। 'জেউতি' লেখি লগৰীয়াবিলাকক পঢ়িবলৈ দিওঁ। বৈকুণ্ঠ বৰুৱা, শিৱপ্ৰসাদ বৰুৱা, শিৱপ্ৰসাদ গোহাঁই, আবুহুল হামিদ, ফিংদোছ আলি, অহিদুজ্জামান, মফিজুল ইশ্লাম বৰা—এই বিলাকেও 'জেউতি'ত প্ৰবন্ধ লেখিছিল। তেতিয়া মোক আঁটায়ে কালিদাস কালিদাস বুলি জোকাইছিল আৰু ইমান বিদ্ৰূপ কৰিছিল যে বাটে-পথে যাবই নোৱাৰিছিলোঁ। ভগৱতীৰো সেই দশা।

ফিথৌ পাৰত সন্ধিয়া ফুৰোঁতে ফুৰোঁতে, মনত কিবা এটা ওলালত "সন্ধিয়া" বুলি কবিতা এটা বহুত দিনৰ আগতে লেখি থোৱা আছিল। তাকে কাটি-কুটি 'জেউতি'ত উলিয়ালোঁ। ডুজনমানে ভাল বোলাত "উষা"লৈ পঠিয়ালোঁ। 'উষা'ৰ সম্পাদকে পাই তাক ইমান ধুনীয়াকৈ হাত ফুৰাই পেলালে যে ছপা হৈ ওলালত মইয়ে লেখা বুলি নেকি সন্দেহেই হৈছিল।

১৯১২ চনৰপৰা সাহিত্য চৰ্চাৰ প্ৰতি প্ৰবল ধাউতি হয়। 'আলোচনী' 'বাঁহী'—'উষা' (অন্তিম সময়)—'আসাম বান্ধৱ'—'আসাম বান্তৰ'—এই কেয়োখন কাগজ আমি লৈ পঢ়িছিলোঁ। আমাৰ শ্ৰেণীত (Class IX) কেবাজনো আলোচনীৰ গ্ৰাহকো কৰিলোঁ। তাৰ ভিতৰত হৰিনাথ গগৈ, আব্দুল হামিদ বাবুলা গোস্বামী আৰু দুজনমান। বামেশ্বৰ বৰুৱা হেড্ মাষ্টৰে সৰস্বতী পূজাত আৰু শঙ্কৰদেৱ—মাধৱদেৱৰ তিথিত আমাক ৰচনা লিখিবলৈ দিছিল। সৰস্বতী পূজাত মই দ্বিতীয় হলোঁ। প্ৰথম হ'ল থানেশ্বৰ হাজৰিকা, কবিতা লেখি। বোধকৰোঁ থানেশ্বৰ তেতিয়া সপ্তম মানত কি অষ্টম মানত পঢ়িছিল। সেই সৰস্বতী পূজাত পোৱা অনুপ্ৰেৰণায়েই পাচত থানেশ্বৰক এজন সুন্দৰ কবি, নিষ্ঠাবান, সাহিত্যিক আৰু সাহিত্যিকৰ প্ৰতি সহানুভূতিসূচক হৃদয়ৰ অধিকাৰী কৰিলে।

১৯১১ চনত তৃতীয় শ্ৰেণীত 3rd class ত থাকোতে জগন্নাথ দত্তই আমাক ইংৰাজী পঢ়ুৱাইছিল। আমাৰ পাঠ্য আছিল ৰবিঞ্চন ক্ৰুচ'। তেওঁ পঢ়ুৱাই যোৱাৰ পাচত সেই কিতাপৰ সাৰাংশটো অসমীয়াৰে লেখিছিলোঁ। অসমীয়া গদ্যত তেতিয়াই হাত দিওঁ। সেইখনকে কলেজত নাম লগোৱাৰ পিছত গিৰীন্দ্ৰ নাথেৰে সৈতে লগলাগি ছপাওঁ। ১৯১৮ চনত যদিও ই ছপা হৈ ওলাইছিল, ইয়াক পিচে ১৯১১ চনতে লেখা।

১৮১২-১৩-১৪ চনতে মোৰ সাহিত্য চৰ্চা পূৰ্ণ উদ্যমে চলে। 'বাঁহী' 'আলোচনী'লৈ প্ৰবন্ধও পঠাওঁ। 'চহকী দুখীয়া,' 'হে মানব চিনি লোৱা জীৱনৰ পথ'—এনেকুৱা প্ৰবন্ধকে তেতিয়া লেখিছিলোঁ। কবিতাৰ ভিতৰত 'বাসনা' 'প্ৰভু', 'কি দিম কি থম' আদি। লাগবান্ধ নোহোৱা কবিতা আৰু গভীৰ ভাবৰ প্ৰবন্ধ বহুত লিখিছিলোঁ। অ'ৰপৰা তলৈ ঠাই লৰাওঁতে লৰাওঁতে সেইবোৰ হেৰাই থাকিল।

## তৃতীয় অধ্যায়

**বিমলালয় সভা :** নল মৰিল, গজালি উঠিল। 'বাল্যাশ্ৰম' মৰিল, 'বিমলালয় সভা'ৰ জন্ম হ'ল। বাল্যাশ্ৰমৰ আৰ্হিয়েই 'বিমলালয়বো' আৰ্হি। ই ও দেওবাৰে দেওবাৰে ৰাতিপুৱা-ৰাতিপুৱা প্ৰায় আঠ বজাত বহে আৰু ১১ মান বজাত ভাগি যায়। এই সভাৰ গুৰিধৰোঁতা হ'ল উৎসাহ উদ্যোগৰ স্ফুলিঙ্গ পদ্মধৰ চলিহা। ৰাধিকানাথ শৰ্মাও গাৰ লগৰ ছাঁ আছিলেই। 'বাল্যাশ্ৰম' আৰু 'বিমলালয়ৰ'ৰ মাজত নীতিগত অলপ পাৰ্থক্য থকা হেতুকে দৈনিক সভাৰ কাৰ্য্যানুক্ৰমো অলপ স্বকীয়া আছিল।

বাল্যাশ্ৰমে সভ্যসকলৰ অন্তৰত পৌৰাণিক ঋষি-মুনি সকলৰ আদৰ্শ বপন কৰিছিল আৰু সেই বপনৰ পদ্ধতিও আছিল প্ৰাচীন সংস্কৃত-ভাগৱত পাঠ, ৰামায়ণ-মহাভাৰতৰ আখ্যান, উপাখ্যান, ব্যাখ্যান। একোদিনা সেই সভা আৰম্ভ কৰা হৈছিল এটি মঙ্গলাচৰণেৰে।

বিমলালয়ৰ আদৰ্শ আছিল সভ্যসকলক ব্ৰাহ্ম সমাজৰ আৰ্হিৰে সমসাময়িক চিন্তাধাৰাৰ দ্বাৰাই অনুপ্ৰাণিত কৰা। সেইবাবে, সেই সময়ত, কলিকতা আদি উন্নত ঠাইত পৰিচালনা কৰা নিয়ম অনুসৰিয়েই সভাৰ কাৰ্য্য চলোৱা হৈছিল। পদ্মধৰ চলিহা ৰচিত—

> 'আমি ভকতি আঁজলি
> যাচিছোঁ প্ৰভু
> বন্দনা গানে

এইটি ঈশ-বন্দনা গীতেৰে সভা মুকলি কৰা হৈছিল। চলিহাই নিজে হাৰ্মনিয়াম বজাই গীতটি জুৰি দিয়ে আৰু সভ্যসকলে গায়। এই গীতটিয়ে 'বিমলালয়'ৰ পৰিবেশটি বিমল কৰি পেলাইছিল আৰু বাটেদি যোৱা মানুহেও ভক্তিভাৱে সেই গীত শুনিছিল। সদায় যে একেটা গীতকে গোৱা হৈছিল এনে নহয়, প্ৰতিটো দেওবাৰতে প্ৰায়েই তেওঁ হয় ৰবি ঠাকুৰৰ 'গীতাঞ্জলি'ৰ সুৰত, নহয় দ্বিজেন্দ্ৰলাল ৰায়ৰ জাতীয় চৈতন্য উদ্দীপক গানৰ সুৰত একোটি

গান লেখি আনিছিল। 'ভকতি আঁজলি'ৰ সলনি আন আন গানো সভাত গোৱা হৈছিল। সেইবোৰৰ ভিতৰত—

"কি সাহেনো যাওঁ প্ৰভু
আন্ধাৰে মুধাৰে"

গানটি সকলো ছাত্ৰৰ মুখে মুখে শুনিবলৈ পোৱা গৈছিল। গানটোৱে ইমান সমাদৰ পাইছিল যে পণ্ডিত সহদেৱ শৰ্মাৰ শিৱ বুলি যিটো এটা আধা পগলা, অহোবাং ল'ৰা আছিল, সিও বাটে-ঘাটে "কি সাহেনো যাওঁ প্ৰভু"কেই গাই ফুৰিছিল। প্ৰথমতে চলিহায়ে হাৰ্মনিয়াম বজাই নিজে গান গাইছিল যদিও পিচলৈ লক্ষ্মীপ্ৰসাদ সিং, কেশৱ চন্দ্ৰ ভটাচাৰ্যাইও হাৰ্মনিয়ামত সুৰ ধৰি গান গাবপৰা হ'ল আৰু তেওঁবিলাকেই চলিহা ৰচিত গানকে গাই সভা উদ্বোধনো কৰিছিল। চলিহা অহা পলম হ'লে, সৰ্ব্বেশ্বৰ বৰুৱায়েই চলিহা-ৰচিত গীত এটি গাই সভা আৰম্ভ কৰে।

সেই কালত, শোক সভাই বোলক বা আন কিবা ৰাজহুৱা সভাই বোলক, সকলোতে আৰম্ভ কৰা হৈছিল সেই সভাৰ লগত খাপ খোৱাকৈ ৰচনা কৰা এটি গীতেৰে। সঙ্গীতৰ ওজা লক্ষ্মীৰাম বৰুৱা, মহামতি গোপাল-কৃষ্ণ গোখ্‌লে প্ৰভৃতি মনীষি সকলৰ মৃত্যু উপলক্ষে পতা সভাত পদ্ম চলিহায়েই আৰম্ভ-কৰা গীতটি ৰচনা কৰি নিজেই গাইছিল। চলিহাৰ উতগনিতে কেশৱ ভট্টাচাৰ্য্য, ইন্দ্ৰ শৰ্ম্মা, গুণীন বৰুৱা আদি কেবাজন ল'ৰায়ো গান গাবলৈ শিকিছিল। প্ৰথম তাঙৰণৰ 'ফুলনি'ত যিকেইটা গীত প্ৰকাশিত হৈছিল সেই কেইটিৰ সৰহ ভাগেই 'বিমলালয়' সভা আৰু অন্যান্য সভা-সমিতি উপলক্ষে ৰচনা কৰা হৈছিল। দ্বিতীয় তাঙৰণত ভালেমান ওপৰঞ্চি গীতও সন্নিবিষ্ট কৰা হ'ল। তাৰে এটা গান আছিল যিটোৰ নাম ৰচনা কৰাৰ পিচত দিয়া হৈছিল 'অসম কামাভুমি'। গানটোৰ জনপ্ৰিয়তাই শিৱসাগৰৰ গাঁও-ভূঁই ভেদি গৈছিল। তাৰ সুৰটো আছিল দ্বিজেন্দ্ৰলাল ৰায়ৰ সেই বিশ্ববিখ্যাত ধন-ধান্যে, পুষ্পে ভৰা, আমাদেৰ এই বসুন্ধৰা" গীতটিৰ। সচাঁকৈয়ে 'বিমলালয় সভা'ৰ প্ৰতিষ্ঠাতা পদ্মধৰ চলিহা নহৈ আন এজন হোৱা হ'লে, সেই সময়ত কি, পৰৱৰ্ত্তী কালতো শিৱসাগৰৰ গজলীয়া ডেকাৰ অন্তৰধনইতো কেতিয়াও কবিতা-সঙ্গীতেৰে বক বক কৰে উতলাই থাকিব নোৱাৰিলেহেঁতেন।

"কাম্যভূমি" গীতটিৰ শেষৰ কলিটো আছিল—

"সন্তোষীয়া সবল চহাৰ
নিজা নিজা প্ৰাণৰ পথাৰ
হেৰাৰাৰক লুপ্ত কৰে
শিঙা-পেপাৰ বোলে,"

সূৰ্য্য কুমাৰ ভূঞাই 'উষা'ত 'ফুলনি'ৰ এটি সমালোচনা কৰোঁতে "হেৰাৰাৰক লুপ্ত কৰে" শব্দ কিটাত আসোঁৱাহ ধৰিছিল। যেয়ে যিমানেই কি আসোঁৱাহ নধৰক, চলিহাদেৱে তালৈ কেৰেপ কৰা নাছিল, বৰং দুগুণ উৎসাহেৰে গান গোৱাই ফুৰিছিল। বিমলালয়ৰ গীতেই পদ্মধৰ চলিহাক যশস্যাৰ কলচীত তুলিলে। 'ফুলনি'য়েই তাৰ প্ৰথম প্ৰমাণ।

সমজুৱা বক্তাৰ ভিতৰত বাধিকা মাষ্টৰ আছিলেই, তেখেতৰ কথা ক'বই নেলাগে। চলিহায়ো দুআষাৰ কয়েই। তেখেতসকলৰ উপৰিও, এইসকল অভিভাৱক স্বৰূপ উপদেষ্টাই সততেই উপস্থিত থাকি আমাক বহুত ন ন কথাৰ ভঁড়াল পাতি দিছিল ঃ গ্ৰেজুৱেট হৈয়ে জয়ে জয়ে হাইস্কুলৰ মাষ্টৰী কামত সোমোৱা দাৰ্শনিক কবি ৰাজেন্দ্ৰ নাথ বৰুৱা, গুৱালকুছিৰ পৰা অহা শিক্ষক হৰিচৰণ বৰুৱা, কামৰূপৰ জ্যোতিষী পণ্ডিত আৰু সংস্কৃত পণ্ডিত অনিৰুদ্ধ দেৱশৰ্ম্মা, পুৰণি সাহিত্যিক-শিক্ষক যোৰহাটৰ বোধেশ্বৰ শৰ্ম্মা, কাশীত পঢ়ি সংস্কৃত প্ৰোক্ত হৈ অহা পণ্ডিত নাজিৰাৰ জ্ঞানানন্দ বৰুৱা, হাইস্কুলৰ শিক্ষক মুক্তালাল দাস (সেনাপতি), শুৱলা বক্তৃতা দিব পৰা দোলেশ্বৰ চাংকাকতী, হেডমাষ্টৰ ৰামেশ্বৰ বৰুৱা (এদিন কি দুদিনহে) ভূপেন্দ্ৰ নাথ ঘোষ আৰু ৰফিউদ্দিন আহমদ।

বক্তৃতা দিওঁতে ৰাজেন্দ্ৰ নাথ বৰুৱাৰ অমায়িকতা, ভদ্ৰ আচৰণ আৰু মজিন্দাৰবৰুৱা-সুলভ গাম্ভীৰ্য্যই শ্ৰোতাসকলৰ মন অলক্ষিতে তেখেতৰ প্ৰতি টানি নিছিল। তেখেতৰ সহৃদয়তাই থানেশ্বৰ হাজৰিকা, ফিৰদোছ আলি, ভিবেশ্বৰ নেওগ আৰু ভালেমান অ-কবিক কবি আৰু অ-সাহিত্যিকক সাহিত্যিক কবি পেলাইছিল। বৰুৱাদেৱৰ অনুপম কবিতা গোটাদিয়েক 'উষা' আৰু 'আলোচনী'ত ছপা হৈ ওলাইছিল। তেখেতৰ 'চুপহি' বোলা কবিতাটি মোৰ মনত এতিয়াও সোণৰ সোলেং হৈয়েই আছে। সেইটি পিচত 'উষা'তে ওলাইছিল হ'ব পাৰে। হৰিচৰণ বৰুৱাই বছা-বছা বচনা কবিতাৰ বৰ্ণাণ্ডম্বৰিবোৰ চাই দিছিল।

'বিমলালয়'ৰ সাধাৰণ সভ্য সকলোবেই ছাত্ৰ। সেইবিলাকৰ ভিতৰত ৰচনা-কবিতা পঢ়ি আৰু বক্তৃতা দি এই কেইজন ছাত্ৰয়েই উচ্চ শিক্ষা লাভ কৰি সাহিত্য জগতত মুৰ দিলিকা হ'লগৈ। তাৰ ভিতৰত প্ৰথম আছিল ভগৱতীপ্ৰসাদ বৰুৱা, এওঁক যদিও ঢোপাকলিতে যমে কাঢ়ি নিলে। 'বিমলালয়'ত পঢ়া 'মহাপুৰুষ' আৰু 'আনন্দৰাম বৰুৱা'ৰ ৰচনাই আৰু হাতে লিখাত এৰি যোৱা 'কবি,' 'কবিতাৰ সৌন্দৰ্য্য' আদি গোটা-দিয়েক কবিতাই তেওঁক উচ্চ আসনত বহুৱাই থৈ গ'ল। তেওঁৰ শিক্ষক আৰু 'বিমলালয়'ৰ হিতাকাংক্ষী ৰাজেন বৰুৱাই এদিন কথাৰ চলতে ভগৱতীৰ বুদ্ধি প্ৰতিভাটি সূচিতে পকা বুলি কৈছিল,— Bhagavati is a precocious talent.

পাতকটা ভঁাৰ যেন লেং পে' কৰে দীঘল (ওখ) মফিজুল ইশ্লাম ৰবাই 'ৱাহাৰ-ই স্তান খাইৰী' গ্ৰন্থ অনুবাদ কৰি ঢাকা বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট উপাধি পাবপৰা প্ৰতিভাটিৰ কেঁও ফুটিছিল এই 'বিমলালয় নামৰ অনুষ্ঠুপীয়া সভাখনতেই। ফিৰদোছ (ফিৰ্দৌচ) আলিক কবিতাৰ পকে ধৰিছিল, কিন্তু সেৰ-সেৰীয়া দিলে। তথাপি, তেওঁ অসমীয়া বৰ যত্নকৈ শিকিছিল। 'গোসাঁই গাভৰু' কবিতাটিতেই খানেশ্বৰ হাজৰিকাৰ কবি প্ৰাণটো সোমাই আছে বুলি স্বীকৃতি পাইছিল।

'বিমলালয়'ৰ উৎপত্তি আৰু ভিদেশ্বৰ নেওগৰ বিষয়ে ৩১।১২।১৯৬৬ তাৰিখে পদ্মধৰ চলিহাদেৱে মোৰ ইয়াতে থৈ যোৱা টোকা এটিত এইদৰে লেখি গৈছিল—

'১৯১৩-১৪ চনত ৰাধিকানাথ শৰ্মাৰ যত্নত স্থাপিত ফুলেশ্বৰী ইনষ্টিটিউচন নামৰ সহশিক্ষা দিয়া হাইস্কুলৰ প্ৰধান শিক্ষক আছিল প্ৰথমতে ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু পিচত মই। তাতে প্ৰতি দেওবাৰে সাহিত্য - সংস্কৃতি আদি আলোচনাৰ কাৰণে 'বিমলালয়' সভা প্ৰতিষ্ঠিত হয়। প্ৰতি দেওবাৰে বিবিধ বিষয়ৰ আলোচনা নিয়মিতৰূপে হ'বলৈ ধৰে। ৰেভাৰেণ্ড ফক্স (Rev. Fox), ৰাধিকানাথ শৰ্মা, পদ্মধৰ চলিহা, বেণুধৰ শৰ্মা, ৰাজেন্দ্ৰনাথ বৰুৱা, ফিৰদোছ আলি, ভিদেশ্বৰ নেওগ আদিয়ে সক্ৰিয় অংশ গ্ৰহণ কৰে। নেওগ তেতিয়া স্কুলীয়া ছাত্ৰ আছিল। কথা কওঁতে আৰু পঢ়োঁতে বৰ খোনাই দেখি, অতি কষ্ট পাইছিল। তেওঁ একোটা কবিতা কমাৰকদীয়াৰ পৰা লিখি আনে। মই তেওঁক থিয় কৰাই থৈ সভাত পঢ়ি দিওঁ আৰু তেতিয়াই তেওঁক নথৈ উদগনি দিওঁ। এইফাঁকি কবিতা বৰ ভাল লাগিছিল :—

"থুপিতৰা বাহে মিচিকি
হাঁহিলে
মিচিকি হাঁহিলে জোনে
নিৰ্ম্মল ধৰণী মিচিকি
হাঁহিলে
নেহাঁহি থাকিব কোনে ?"

এবাৰ গুৱাহাটীৰপৰা পুলিচ বিষয়া গুৰুপ্ৰসাদ বৰুৱা (জন) শহুৰেক জখলাবন্ধীয়া গোসাঁইৰ তাত আলহী হৈ আছিলহি। চলিহাই শুনি তেখেতক আমন্ত্ৰণ কৰি আনি 'বিমলালয়'ত এটি বক্তৃতা দিওৱালে। পুলিচৰ মানুহে বক্তৃতা দিব বুলি শুনি আমিও বৰ আগ্ৰহেৰে গৈ আগশাৰীত ঠাই লৈছিলোঁগৈ। বক্তৃতাৰ বিষয় আছিল 'ভদ্ৰতা'। বৰুৱাই বক্তৃতাটো ইংৰাজীৰেহে দিলে। তথাপি তেখেতৰ কথা শুনি আমি বৰ ৰং পালোঁ, শুদ্ধ ইংৰাজী উচ্চাৰণৰ এটি আভাস পালোঁ। গুৰুপ্ৰসাদ বৰুৱাৰ নিচিনা আটোম-টোকাৰিকৈ সাজপাৰ পিন্ধা, গম্ভীৰ প্ৰকৃতি আৰু মুখাকৃতিৰ ফলিক পুৰুষজনক দেখিবলৈ পাইছিলোঁ 'বিমলালয়'ৰ যহতেই।

ওপৰত কৈ অহা 'চুপহি' কবিতাৰ লেখক ৰাজেন্দ্ৰনাথ বৰুৱাই গজা-কুশৰ (লাং চিং) দৰে থুচি থুচি, মূৰত কুঠাৰ মাৰিলেও কবিতা নোলোৱা মোৰ নিৰস কণ্ঠৰ প্ৰাণৰপৰাও কলি কলি দুটামান চোহোঙা কবিতা উলিয়াইছিল। এগৰাকী কবিতা অঙ্কনিয়াৰৰ 'চুপহি'ত সোমাই থকা মানৱ-প্ৰকৃতিৰ স্বৰূপটোৱেই শয়নে-সপনে এতিয়াও মোৰ আগত দেখা দি উটঙাই থাকেহি:

"আহে যায় দিন মোৰ
বহাগী বিহুৰ,
ওলাই লুকাই সেই
জপোৱালি জোন;
ফুলে আৰু জঁয় পৰে
নাহৰৰ ঢোপাকলি ফুল
—মৰো হওঁ ল'ৰালিৰ ল'ৰা
কিন্তু, ক'ত মোৰ.........
ল'ৰালিৰ লগৰীয়াবোৰ ?"

## চতুৰ্থ অধ্যায়

**মেট্ৰিকুলেছন পৰীক্ষা দিবলৈ যোৱা :** টেষ্ট পৰীক্ষা হৈ গলত হেডমাষ্টৰ গোপাল গোবিন্দ কৰে মোক কোনোমতে 'এলাও' নকৰে। কিন্তু সুৰেন্দ্ৰ মোহন দত্তই টানি ধৰিলে বোলে বেণুক 'এলাও' কৰিবই লাগিব। তেওঁৰ বিশ্বাস আছিল মই ইংৰাজীত সৰহ নম্বৰ পাই থকা বাবে পৰীক্ষাত নিশ্চয় "পাছ" হ'ম। হেড্‌মাষ্টৰৰ কথা হ'ল—টেষ্ট এগ্‌জামিনেছনত অঙ্কত শূন্য পোৱা বাবে মই কেতিয়াও 'পাছ' কৰিব নোৱাৰোঁ। দুইৰো তৰ্কা-তৰ্কিৰ মূৰত মোক জানিবা 'এলাও' কৰা হ'ল।

'এলাও' হলোঁ হয়; পাচে যোৰহাটলৈ যাব লাগিব পৰীক্ষা দিবলৈ। অৰ্থাৎ তেতিয়া মেট্ৰিক পৰীক্ষাৰ কেন্দ্ৰ আছিল যোৰহাটত। যোৰহাটলৈ যাবলৈ ভাল কাপোৰ-কানি পিন্ধি ফিটফাট হৈ গলে হে হ'ব। এই বুলি ভাবি, যুতকীয়া গাঁৱৰ মোহাৰ পৰা (যোগেশ্বৰ শৰ্মা) ৯ টকা আৰু মেছাঘৰৰ সৰু জেঠপাৰ পৰা ৪ টকা ধাৰ আনিলোঁগৈ। তাৰে কোট এটা, চুৰীয়া এখন আৰু ৰনিয়ন এটা কিনিলোঁ। এতিয়া জোতা কিনি-বলৈ পইচা নাই (তেতিয়ালৈকে জোতা পিন্ধা নাছিলোঁ)। তিনিচুকীয়াত গোলাপ চন্দ্ৰ শৰ্মা দদাইটি আছিল— এক্সাইজ ডিপাৰ্টমেণ্টত কাম কৰি। তেখেতৰ ওচৰলৈ গৈ জোতা এজোৰ লাগে বুলি কোৱাত ৩।৷০ (তিনি টকা আঠ অনা) দি কাণপুৰ টেনাৰীৰ ফুটুকাফুটুকী ক'লা ৰৰণীয়া জোতা এজোৰ কিনি দিলে। পৰীক্ষা দিবলৈ যোৱা পোছাকটো সম্পূৰ্ণ কৰি, যোৰহাটলৈ ওলালোঁ।

যোৰহাটত তৰুণি চন্দ্ৰ বৰুৱাৰ ঘৰতে থাকিলোঁগৈ। পৰীক্ষা হৈছিল যোৰহাটৰ পুৰণি হাইস্কুল ঘৰত। গাৰ্ড (Invigilator) আছিল বহুত। তাৰ ভিতৰত চন্দ্ৰধৰ বৰুৱাই (লেটেকুজান বাগিচা চলাওঁতা আৰু সাহিত্য ৰথী) প্ৰধান। মোৰ জোতাজোৰ নতুন হোৱা গুণে, খোজ কাঢ়ি যাওঁতে কেৰেক্-কেৰেক কৰি যায় আৰু ন জোতাই ভৰিও অলপ কাটিছিল। সেই বাবে লেকেচিয়াই লেকেচিয়াই খাবলগীয়া হৈছিল। পৰীক্ষা হলতৈ

সোমাওঁতে আৰু ওলাওঁতে এটাইবোৰ পৰীক্ষাৰ্থী আৰু গাৰ্ডে মোলৈ আচৰিত হৈ চাইছিল। ইংৰাজী পৰীক্ষাৰ দিনা, বাৰ বজাতে মোৰ উত্তৰৰ বহীখন ইনভিজিলেটৰৰ হাতত শোধাই দিলোঁ। ১১ বজাত (আজিকালিৰ ১০ বজাত) দিয়া প্ৰশ্নোত্তৰ ১২ বজাত শোধাই দিয়াত চন্দ্ৰধৰ বৰুৱাই আচৰিত হৈ মোৰ নামটো সুধি লৈছিল। বহুত দিনৰ মূৰত ১৯২১ চনত, একেলগে পৰীক্ষা দিয়া চাৰিগাঁৱৰ গুণনাথ দত্তই ছিলঙত মোক কৈছিল, "সেইদিনা নতুন জোতা পিন্ধি কেবেক্ কেবেককৈ যোৱা ছাত্ৰটিয়ে ১২ বজাতে উত্তৰৰ কাগজ দিয়া দেখি আমি দুজন মানে কোৱাকুই কৰিছিলোঁ।—

—"এওঁৰ ফালে হ'লেই।" এৰিথমেটিক, এলজেব্ৰা, জিয়মেট্ৰি প্ৰশ্নকাকতৰ ভিতৰত কেবল এৰিথমেটিক প্ৰশ্নৰ উত্তৰকিটা লেখিলোঁ।— বাকী কিটা বিষয়ত মই গাধ আছিলোঁ বুলি ক'লেও বঢাই কোৱা নহয়। ১০০ নম্বৰ ভিতৰত ৩০ নম্বৰ পালেই পাছ হয়— সেইদেখি অঙ্কৰ ৩০ নম্বৰ পোৱাকৈ প্ৰশ্নোত্তৰ কৰিলোঁ।

পৰীক্ষাৰ খবৰ ওলাবৰ সময়ত এটাইবোৰৰ মন উগুল-থুগুল। মই কিন্তু অচল, কাৰণ ফেল হম বুলি ধৰিয়েই থৈছিলোঁ। তাতে আকৌ গোপাল গোবিন্দ কৰে কৈ থৈছিল, "বিণু তুই পাছ কৰিলে, আমি বাঁশৰ আগত ধুতি টাঙ্গাম।" এনেকৈ নিৰাশাই বুৰাই থোৱাত 'পাছ' কৰিম বুলি ভবাই নাছিলোঁ। যিহওক খবৰ ওলাল, 'দ্বিতীয় বিভাগ'ত পাছ কৰিলোঁ। যিদিনাখন পৰীক্ষাৰ খবৰ আহে আৰু সেই খবৰ বাছা (দুৰ্গাধৰ বৰুৱা) আৰু অম্বিকাচৰণ শৰ্ম্মাই লৈ আহে, মইও ডাকঘৰলৈ গৈছিলোঁ। পিচে অলপ আহিয়েই বাছা বৰুৱাই মোক ক'লে, "তই চেকেণ্ড ডিভিজনত পাছ হলি পায়।" মই যে সৰকিম, স্বপ্নৰ অগোচৰ দেখি 'ঠাট্টা কৰিছ কেলেই' বুলি বাছাক চৰ এটা মাৰিবলৈ খেদি গলোঁ। অম্বিকাই হাতত ধৰি কোনোমতে ৰাখিলে। ডাকঘৰৰ পৰা আহি ৰায় বৰাইতৰ (ৰামবৰা উকীল) ঘৰৰ আগ পাইছোঁহি। এনেতে হেড্মাষ্টৰ গোপাল-গোবিন্দ কৰে আমাক লগ পালে আৰু আমাৰ খবৰ শুনি ৰং পাই, "বিণু, তুই পাছ কৰিলি" বুলি মোৰ পিঠিত এনেকুৱা এটা ৰাপ চকা মাৰিলে যে মই সকপানী ছুই গলোঁ। সুৰেন্দ্ৰ মোহন দত্তৰ যে আনন্দৰ পাৰ নাই। সেইদিনাই ঘৰলৈ আহি দেউতাক পাছ হ'লোঁ বুলি কোৱাত দেউতাই বিষ্ণুসহস্ৰ নামৰ পূজা এতাপি পতালে।

**কলেজলৈ যাব নোৱৰাত দুখ ঃ** পাছ কৰাৰ পাচত এতিয়া কলেজলৈ যাব লাগে। নাই নাই বুলিও হাতত ১০০ টকা নহ'লে সেই-ফালে মু কৰিব নোৱাৰি। দেউতাৰো ১০০ টকা দিয়া যোত্ৰ নাই। কি কৰোঁ, কি নকৰোঁ, ভাবি নিৰুপায় হলোঁ। যুতকীয়া গাঁৱলৈ গৈ মোহাক কলোঁ, কলেজত নাম লগাওঁগৈ অলপ সহায় কৰক। তেখেতে ৩০ টকা জোৰা মাৰি দিলে। দেউতায়ো ৩০ টকা মান জোৰা মাৰিলে। মাটি এহালিছাও বন্ধক দিব খুজিছিল। কিন্তু নিয়মমতে খৰচ যোগাব পৰা সামৰ্থ্য নোহোৱা যেন দেখি মাটি বন্ধক দিবলৈ নহ'ল। তিনি মাহেও ধনৰ যোগাৰ কৰিব নোৱাৰি, কলেজলৈ যোৱাৰ আশা পৰিত্যাগ কৰিলোঁ। প্ৰবেশিকা পৰীক্ষা দি আশা-নিৰাশাৰ দোমোজাত থাকোঁতেই এদিন আমাৰ শিক্ষক সংস্কৃতৰ পণ্ডিত গৌৰী দত্ত মিশ্ৰ বিদ্যাভূষণ, এম. আৰ. এ এচ. (মেম্বাৰ অৱ দি এচিয়াটিক চচাইটি) গুৰুদেৱে মাতি নি ক'লে, "বেণু বোপা, বেজবৰুৱা স্কুলতে সোমোৱা। ইয়াত সংস্কৃতৰ পণ্ডিত এজন লাগে। বেজবৰুৱাই (মিঃ জি, বেজবৰুৱাই) মোক পণ্ডিত এজন যোগাৰ কৰিবলৈ কৈছে। মই তোমাৰ কথা তেখেতক কৈছোঁ।" গুৰুদেৱৰ কথামতেই বেজবৰুৱাই মোক বেজবৰুৱা হাইস্কুলত (শিৱসাগৰৰ) সংস্কৃত পণ্ডিতৰ কামটো দিলে। নিযুক্তি-পত্ৰও পালোঁ। এনেতে কি কুগ্ৰহ সোমাল ক'ব নোৱাৰোঁ। নিয়োগ-পত্ৰ পোৱাৰ পিচতে মোৰ মনত খেলালে—মইনো বেজবৰুৱা স্কুলত পণ্ডিত কাম কৰিম নে? মেট্ৰিকুলেশ্বন পৰীক্ষা দি সংস্কৃত পঢ়ুৱাবলৈ লোৱাটো কিমান লাজৰ কথা! নকল গপত ওফন্দি মইও দিলোঁ লেখি চিঠি এখন বেজবৰুৱালৈ। তাকো ডাক-পখিলীত। লেখিলোঁ Mr. Bezbaruah, Regret could not accept your appointment. (বেজবৰুৱা ডাঙৰীয়া, আপোনাৰ কাম ল'ব নোৱাৰোঁ)। তাৰ পৰা সকলো নিমাত। পূজনীয় ৰাধিকানাথ শৰ্ম্মা মাষ্টৰে তেতিয়া ফুলেশ্বৰী কুঁৱৰীৰ নামত এটি মাইনৰ স্কুল পাতিছে। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, পদ্মধৰ চলিহা, ৰাম-চৰিত গোঁহাই প্ৰভৃতি তাৰ শিক্ষক। দৰ্মহাৰ একো ঠিক নাই। ছাত্ৰৰ ফিজ গোট থালেই দৰ্ম্মহা হয়, নহ'লেই নাই। তেও এদিন ববকৈ লাগিলহি বোলে মই বেজবৰুৱা স্কুলত কাম কৰাতকৈ তেওঁৰ স্কুলত কাম কৰা সাতগুণে প্ৰশংসনীয়। ফুলেশ্বৰী স্কুলৰ ভৱিষ্যত বৰ উজ্জ্বল। এইদৰে কোৱাত ১৫ টকা দৰ্ম্মহাতে ফুলেশ্বৰী স্কুলত মাষ্টৰ সোমালোঁ। সেই

স্কুলটো প্ৰথমতে ৰামচৰণ দত্তৰ দোকানৰ ওচৰতে পাতিছিল। তাৰ পিচত বৰ্ডিং ফিল্ডৰ উত্তৰলৈ নিলে। ১৯১৫ চনৰ জুনৰ পৰা ১০ চেপ্তেম্বৰলৈকে তাত কাম কৰিলোঁ। ৰাধিকা মাষ্টৰৰ লগত দৰ্মহা নিদিয়া বাবে কাজিয়া লাগিল। তাত কাম এৰি নাজিৰা হাইস্কুললৈ কাম বিচাৰি গলোঁ। তাতো তাৰ হেড্ মাষ্টৰ মিঃ লভদে কাম খালী নাই বুলি ক'লে।

# চতুৰ্থ পৰ্ব্ব

## প্ৰথম অধ্যায়

গোবিন্দ বেজবৰুৱাৰে সাক্ষাৎ আৰু যোৰহাট বেজবৰুৱা হাইস্কুলৰ মাষ্টৰ ঃ মাহমানৰ মূৰত যোৰহাটৰপৰা পূজনীয় পূৰ্ণানন্দ শৰ্ম্মা পাঠক উকীলে মোলৈ লেখি পঠালে, "মই সোনকালে আহি বেজবৰুৱা স্কুলতে সোমাহি।" চিঠি পাই, যাওঁ নে নেযাওঁকৈ কৈ, বৰ ভয়ে ভয়ে যোৰহাটৰ বেজবৰুৱা-বঙলা পালোঁগৈ। বঙলাৰ ছিৰিংত (কাঠৰ পাটৰ খটখটি) উঠোঁতে বুকুৱে ধান বানিবলৈ ধৰিলে। পাচে, মনটো অলপ ডাঠ কৈ বাৰাণ্ডাত থকা বেঞ্চ এখনত বহিলত হে ধপধপনিটো অলপ মাৰ গৈছে। ছিৰিৰ ওচৰত মোৰ "পদব্ৰজৰ" বাজন শুনি ভিতৰৰ পৰা ধুনীয়া লেচাপিচীয়া চেমনীয়া ল'ৰা এটা ওলাই আহিল। তেওঁ মোৰ নামটো সুধি ভিতৰলৈ যোৱাৰ এক মিনিটমানৰ পিচতেই, যাৰ কথা ভাবি পেপুৱা লাগি আছিলোঁ, সেই গৰাকী পুৰুষেই ভটং কৰে ওলালহি। দেখিলোঁ— মাজে সময়ে ৰংপুৰত দেখা সেইজন ইওৰোপীয় চাহাব বেজবৰুৱা নহয় দেখোন। কবি মাইকেল মধুসূদন দত্ত মাৰ্কাৰ দাড়ি কেইডালৰ বাহিৰে তেওঁৰ গাত চাহাবৰ চিন একোটো নাই। আজি দেখোন চাদা-পাৰি চুৰিয়াৰে সুশোভিত নৈষ্ঠিক ব্ৰাহ্মণ এগৰাকীহে। দেখি, মোৰ অজ্ঞাত-সাৰে মিচিকিয়া হাঁহি এটি ওলাল। মোক দেখিয়েই তেওঁ মাত এষাৰ মাতিলে আৰু মাতষাৰ ওপৰৰপৰা পকা আম সৰাদি ঠন্নৰ কৰে এইদৰে সৰি পৰিল:—

"বোলোঁ, সেয়া বেণুধৰ শৰ্ম্মানে? তুমিয়েই লেখিছিলা হ'বলা, 'মিঃ বেজবৰুৱা বিগ্ৰেট কুড্ নট্ একচেপ্ত ইয়ৰ এপইন্টমেন্ট।' কথাষাৰ শুনি মোৰ মুখ ক'লা পৰি গ'ল। মোৰ আস্পৰ্দ্ধা আৰু অভদ্ৰতাৰ বাবে মনতে বৰ ধিক্কাৰ লাগিল। কুট এটা যোৱাৰ মান সময় বৈ, মোৰ ফালে চাই তেওঁ মৃদুভাৱে কলে, "বেৱীয়ে (তেখেতৰ বৰপুতেক দেবেন্দ্ৰ নাথ বেজবৰুৱা) তোমাৰ কথা কৈছিল। কাইলৈৰ পৰা কাম কৰিবাহি।"

বেজবৰুৱা ডাঙৰীয়াই মোক ২০ টকা দৰমহাত সহকাৰী কাম এটা দিলে। লগতে এইটোও আশ্বাস দিলে যে মই যদি তাত তিনি বছৰ কাম কৰি থাকোঁ, মোক তেওঁ আই-এ পৰীক্ষা দিবৰ সকলো স্থবিধা কৰি দিব।

হক তেওঁ ৰক্ষা পৰিলোঁ। কিন্তু কি আচৰিত, দুখোজমান গৈয়ে তেওঁ আকৌ ভাঁৱৰী-পাক মাৰি সুধিলেহি, "ৰবাচোন, দেখি হাঁহিছিলা কেলেই ?" প্ৰশ্নটো শুনি পেটতে হাত ভৰি লুকাল। ভাবিলোঁ— ভাল কথা হ'ল, মাৰে-কি চাবে হে। চুচুক চামাককৈ উত্তৰ দিলোঁ :—

"চাৰ আপোনাক কোনো কাহানিও চুৰিয়া পিন্ধা দেখা নাই। আজি চুৰিয়া দেখিলত হাঁহি এটি ওলাইছিল হয় চাৰ।"

বেজবৰুৱা : ( উৰ্দ্ধবাহু হৈ ) "চুৰিয়া পিন্ধিলেও মই চাহাব। দেখা দেখিকৈ মুছলমানে কৰা পাওৰুটি খাওঁ মই, কুকুৰা-কণী খাওঁ মই, ব্ৰাণ্ডী হুইস্কীও খাওঁ মই। মোৰ লুকঢাক নাই। মই সৰ্ব্বভক্ষ হুতাশন। টুপী-ঠেঙাও পিন্ধো মই। মই চাহাব নহয় কোন চাহাব হে ? মোৰ ঘৰলৈ কোনো অসমীয়া মানুহ নাহে। মইও প্ৰায় কাৰো ঘৰলৈ নেযাওঁ। কাইলৈ মোৰ পিতৃ-শ্ৰাদ্ধ ( অপকষ )। সেইগুণে আজি উপবাসে থাকি জপ'-গৰকা চুৰিয়া পিন্ধি ধুতি হৈ আছোঁ। বুইছা, চাহাব হ'লেও মই অহিন্দু নহয়।"

তাৰ পিচত ক্ষন্তেকমান ৰৈ আকৌ শীতলাই ক'লে, "মই চুৰিয়া নিপিন্ধাৰ কাৰণ আৰু এটা আছে। মোৰ ঘৰলৈ আলহী-দুলহী নাহেই। কেতিয়াবা কমলাবাৰী সত্ৰৰ পৰা দুজন চাৰিজন ভকত আহে। তেখেত সকলে ধুতি কাপোৰ সলাবলৈ সদায় মোক ধুতি খোজেহি। মই কওঁ, "তোমালোকৰ হাতী-খৰেই আছে নে, দবা-খৰেই আছে নে, চুক-খৰেই আছে কোনে জানে ? তোমালোকক এদিনলৈ ধুতি এখন দি চিৰদিনলৈ মোৰ ঘৰত খৰৰ খজুৰতিখন মেলিব নোৱাৰোঁ দেও। কোৰে কাটি গ্ৰহণী নচপাওঁ। মই চাহাব মানুহ, মোৰ ঘৰত ধুতি-ফুতি নাই। এই বুলি কৈ দিয়াৰ পৰা জানিবা চুৰিয়া খৰচটোৰ পৰা ৰক্ষা পাই আছোঁ। নোকোৱা হ'লে কমলাবাৰী সত্ৰ দেউতাৰ যি হে শ্ৰদ্ধাৰ থলী, তাৰ ভকতক ধুতি দিয়েই হৰিলোঁহেঁতেন। সেই বুলি ভকতসকলক অশ্ৰদ্ধা যে কৰোঁ তেনেও নহয়। আহিলেই সিধা অৰিহণা দি শুশ্ৰূষা নকৰাকৈ নেথাকোঁ।"

মূৰত "চ'লা-হেট" আৰু গাত ধো-ধো কৰে বগা ছাটিন্ জিন কাপোৰৰ কোট-পটলুং পিন্ধি ডিঙিত টিকৃটিক্ কৰে ৰঙা 'টাই' ডাল মাৰি, মুখত বোম্বাই চুৰত এটা হুপি নাইবা 'পাইপ' এটা লগাই, বাইভাংহেন সোকা এডালতে গাটো ভিৰ দি, ফেৰেক-ফেৰেক খোজেৰে ভলৈ চাই, বুঢা ভালুক নমা দি যেই বেজবৰুৱাই বঙলাৰ খটখটিত ভৰি দিয়ে স্কুলত সোমাই থকা শিক্ষকসকলৰ গাত, সেই থৰথৰ বৰবৰ লাগে—এটাইবিলাক গুছিয়াৰ হয়। বহী কাগজৰ টোপোলাটো লৈ পাচে পাচে চকীদাৰটো আৰু আগে আগে বেজবৰুৱা আহি স্কুল ঘৰটোৰ দুৱাৰ মুখত ৰলহি, সোমাল কি, কোহাল লাগি থকা স্কুল ঘৰটো কাঁহ পৰি জীণ গ'ল কি। শিক্ষক সকলোৱেও বেজবৰুৱাই দেখক-নেদেখক, কপালত চেলাম থপৰিয়াবলৈ ধৰিব, ল'ৰাবোৰো থিয় হ'ব। যেতিয়ালৈকে দুৱাৰ ডলি পাৰ হৈ, মূৰৰ টুপী খুলি বেজবৰুৱাই "চিট ডাউন" (বহাঁইক) বুলি নকয়, তেতিয়া লৈকে শিক্ষক-ছাত্ৰ সকলো থিয় হৈয়ে থাকিব। বেজবৰুৱা আহিছে বুলিলে, ল'ৰাৰ যে কঁপনি উঠিবই নে, শিক্ষক সকলো ৰঙেমুতা গৰুৰ দৰে কঁপি থাকিব।

আলি এটিৰ পছিমপাৰে বেজবৰুৱা বঙলা আৰু পূব পাৰে স্কুল ঘৰটি। বঙলাৰ পৰা স্কুল ঘৰৰ ভিতৰতো কোনে কি কৰিছে—কি নাই কৰা চাই থাকিব পাৰি। ঘৰটোৰ উত্তৰ মূৰে বেজবৰুৱাৰ অফিছ খোঁটালি। খোঁটালিটোৰ দক্ষিণে ঘৰটোৰ মাজখন মুকলি। সেইটোৱেই "হল"। 'হল'টোৰ দুয়ো দাঁতিয়ে আৰু দক্ষিণ মূৰলৈ জপাবপৰা কাপোৰৰ বেৰ দিয়া একোটা কোঠা। কোঠাবোৰত সুকীয়া সুকীয়া ক্লাছ বহে। কোনটো কোঠাত কোন মাষ্টৰে কি কৰিছে, ল'ৰায়েই বা কি কৰিছে, বেজবৰুৱাই অফিচৰ খিৰিকীয়েদি জুমি-জুমি চাই থাকে। অফিচৰ বিপৰীতে 'হল'টোৱো মূৰত এদিন ল'ৰা পঢ়ুৱাই আছোঁ। ল'ৰাৰ মন বুলিলেই উঁইচিৰিঙাৰ দৰে পাতল; তাতে সেই দিনৰ বেজবৰুৱা স্কুলৰ ল'ৰা উদণ্ড, কালৈকো "পৰোৱায়" নকৰে। একেবাৰে পাচৰ বেঞ্চত থকা ল'ৰাবোৰৰ ভিতৰত লাগিল চুপতাচুপতি এখন; উঠিল হাই-উকমিৰ বোল। হাই শুনি হাতত সোকাডাল লৈ বেজবৰুৱা আহিল চোঁচামাৰি আৰু বাঘে ধৰাদি ধৰিলেহি মোক "আই চে, বেণুধৰ, হোৱাটচ্ দেট্ হৰিবোল নইজ ফৰ?" (বেণুধৰ ইমান গণ্ডগোল কিহৰ?) মোৰ হাতত বাঁহৰ চেকনী এডাল আছিল।

চেকনীভালক চেকনী সুবুলি চিৰিপণি এছাৰি বুলি ক'লেই ভাল। তেওঁ যিমান খণ্ডেৰে কথাবাৰ সুধিছিল, মইও সিমান খণ্ডেৰে চেকনীভাল মেজত কোবাই কৈ দিলোঁ, "দেয়াৰ ইজ ন' নইজ ইন্ মাই ক্লাছ চাৰ" (মোৰ শ্ৰেণীত একো গণ্ডগোল হোৱা নাই চাৰ)।

বেজবকৰা :— "ইউ আৰ নট ৰেস্পেকটফুল টু মি" (তুমি মোক অপমান কৰিছা), তুমি মাষ্টৰৰ লায়ক নোহোৱাঁ, এতিয়াই কাম ইস্তফা দি গুচি যোৱা।"

মোক ধমক দিয়েই তেওঁ ভোঁ-ভোঁ কৰে "হল"ৰ মাজত বহি থকা শ্ৰেণীটোত সোমালেগৈ। তাতে তেওঁৰ পৰম বিশ্বস্ত আৰু অনুগত বিনন্দি মাষ্টৰে ল'ৰা পঢ়ুৱাই আছিল। বেজবকৰাৰ হুকুম—কোনো মাষ্টৰে শ্ৰেণীলৈ যাওঁতে, জেপত ফটা-ছিটা কাগজ এডুখৰিও নিব নোৱাৰে। মই কিন্তু জেপত সদায়ে একোখিলা শুদা কাগজ লৈ যাওঁ। কাম ইস্তফা দিবলৈ কলত, সেই কাগজৰে এছিটাত ইস্তফা পত্ৰ লেখি বিনন্দি মাষ্টৰৰ সাক্ষাতে বেজবকৰাৰ হাতত দি দিলোঁগৈ। তৎক্ষণাত বেজবকৰাই বিনন্দি মাষ্টৰলৈ চাই ভেঙুচালিকৈ ক'লে, "এজ ইফ্ হি ইজ্ এ গ্ৰেজুৱেট। হি ৱান্টচ টু ৰিজাইন হিজ পষ্ট" (ইঃ এওঁ জানিবা গ্ৰেজুৱেট হে যাওঁ বুলিয়েই যাব পাৰে?)" তাৰ পিচত, মোৰ ফালে চকু পোন্দাই সুধিলে, "কাগজ ক'ত পালা? ল'ৰাইতৰ কোনোটোৱে ভীমকল বেচি পইচা আনিছে, কোনোটোৱে নামঘৰৰ থাপনাৰ পৰা আগ কৰি থোৱা পইচাকে আনিছে, কোনোটোৱে আকৌ বাপেকৰ চুঙাৰ ফোপত মনে মনে হাত ভৰায়েই আনিছে; তাৰে কাগজ কিনি দুটামান এ বি চি ডি শিকিম বুলি। তোমাৰ দৰখাস্ত লেখিবলৈ মোৰ ল'ৰাই কাগজ কিনা নাই। খালা, খালা, তুমি ভাল মোৰ ল'ৰাইতৰ মূৰ খালা?"

"মোৰ জেপত সদায় কাগজ এখিলা থাকে।" মোৰ কথাকিটাকে আকৌ তেওঁ সিঞাৰি সিঞাৰি কৈ ইস্তফা পত্ৰখন গ্ৰহণ নকৰোঁ বুলি মাটিত পেলাই দিলে।

মইও গোঁ-গোঁ কৰে 'হল'ৰ পৰা ওলাই আহিলোঁ। আহি, পানীপোতা চেৰাই চোতালত ভৰি দিছোঁ, এনেতে বেজবকৰাই দেখোন পাচ ফালৰ পৰা মাত লগাইছে, "হিয়েৰ মি বেণুধৰ, ইউ উইল লুজ ইয়ৰ টুডেইজ পে' (হেৰা, বেণুধৰ, শুনাচোন শুনা, তুমি গুচি গ'লে আজিৰ দৰ্মহা আৰু

নে'পোৱঁা।" মই পিচে আওকণীয়া ভাও জুৰি যি ওলাই আহিলোঁ। আহিলোঁৱেই। আহি তেতিয়াৰ যোৰহাটৰ একেখন প্ৰথম অসমীয়া চাহ-জলপানৰ দোকানত (নিত্যানন্দ শৰ্মা ঠাকুৰৰ) সোমাই থাকিলোঁহি। বিনন্দি মাষ্টৰে মোক বেজবৰুৱাই মাতিছে বুলি তাৰপৰা লৈ আহিলগৈ। বেজবৰুৱা তেতিয়া অফিচত—পাইপ হুঁপি-হুঁপি প্ৰশান্ত মনেৰে কিবাকিবি ভাবি আছে। মই গ'লত তেওঁ মোক ওচৰতে বহুৱাই লৈ বুজনি দিছে:—

"বেণু বোপা, বুঢাৰ কথাত নেলাগিবা। "ডিচিপ্লিন" (নিয়মৰ বান্ধনি বা নিয়মানুবৰ্ত্তিতা) বোলা কথাষাৰ বৰ ডাঙৰ কথা। যি জাতিৰ ডিচিপ্লিন নাই সেই জাতি কেতিয়াও উধাব নোৱাৰে। অতবোৰ ছাত্ৰক ডিচিপ্লিন শিকোৱাৰ ভাৰ তোমালোকৰ ওপৰতেই। মই তোমাৰ ওপৰৱালা। মোৰ হুকুমকে যদি তুমি নামানা, ল'ৰাই আৰু তোমাক কি মানিব? ডিচিপ্লিনৰে বা শিক্ষা দিবা কি? যি হ'ল হ'ল বাৰু, কাইলৈ স্কুললৈ আহিবা।"

নকলেও হ'ব যে, তেওঁৰ আদেশ মতে হে পিচদিনা স্কুললৈ গলোঁ। আকৌ পৰ্ব্ব এটি আৰম্ভ হ'ল। বেজবৰুৱা স্কুলত ঘন্টা মৰা কাঁহ নাছিল, গছৰ ডিভিত দিয়া টিলিঙা এটাকে টিলিলিংকৈ বজায়েই কাঁহত ঘন্টকোবৰ কাম কৰা হৈছিল। তাৰ মাতটো শুনিলেই শিক্ষকসকলে এটা 'পিৰিয়দ' অন্ত হ'ল বুলি জানিব লাগে; পানীখোৱা ছুটীত আভিধানিক জাদুৰাম ডেকাবৰুৱাৰ আজোনাতি আৰু মোৰ বন্ধু কুলকমল বৰুৱাৰ ঘৰলৈ যোৱা মোৰ অভ্যাস আছিল। বৰুৱাৰ ঘৰলৈ মাছৰ হাট পাৰ হৈ যাব লাগে। বৰুৱাৰ ঘৰৰ পৰা ওলটোতে কেতিয়াবা কেতিয়াবা এক মিনিট-মান পলম হয়। আদবাটৰপৰা লৰালৰি কৰিবলৈও টিলিঙাৰ মাতটো স্কুলৰ চাৰিবেৰৰ ভিতৰতে থাকে—বাহিৰলৈ নেযায়। টিলিঙা বাজনৰ অন্তত মোক নেদেখিলেই, সেই পিৰিয়ডত মোৰ যিটো শ্ৰেণীত পঢ়ুৱাৰ পাল থাকে, তাতে আগেয়েই গৈ বেজবৰুৱা হেডমাষ্টৰ থমথমকৈ বহি থাকেগৈ। এদিন মই অহা দুই মিনিটমান পলম হ'ল। খৰধৰকৈ শ্ৰেণীত সোমাবলৈ গৈ, চাওঁ দেখোন, স্বয়ং বেজবৰুৱা মোৰ চকীখনতে বহি আছে। মোক দেখিয়েই তেওঁ মোৰ ফালে টেকৰাকৈ চাই মাত লগালে, "হু ইজ দেয়াৰ? নক্ এত্ দি দ'ৰ এণ্ড চে "মে আই কাম ইন্ চাৰ।" (কোন সেয়া? দুৱাৰত টুকুৰিয়াই সোধা ভিতৰলৈ সোমাব পাৰিমনে?)

সেইদৰে মই সুধিলত তেওঁ হুকুম দিলে, "ইয়েছ, কাম ইন্ (বাক, সোমাই আহঁা)"

তাৰ পিচত, চিনি নোপোৱা যেন ভাও ধৰি মোক কথাৰে খেঁতালি পেলালে—"অ, তুমি! তুমি বেণুধৰ! তোমাক মাষ্টৰ ৰাখিছোঁ ল'ৰা পঢ়ুৱাবলৈ। ফিৰফিৰীয়া চুৰিয়া পিন্ধি মাছৰ হাটত গা ঘেলাবলৈ নহয়! বুইছা বেণুধৰ।"

সেইদিনাও, স্কুল ছুটী হোৱাৰ পাচত, মোক অকলে-অকলে বহুৱাই লৈ তেওঁ কৈছে, "আমাৰ মানুহে সময়ৰ মোল নুবুজে। ইংৰাজে এক চেকেণ্ড সময় এনেয়ে যাবলৈ নিদিয়ে। তোমালোক উঠি অহা ল'ৰা। সময়ৰ মোল এতিয়াই নুবুজিলে কেতিয়াকৈ বুজিবা? এক মিনিটৰ হেৰফেৰতে ইওৰপীয় বুৰঞ্জীৰ অধ্যায় একোটা নতুন হৈ গৈছিল।"

ভায়েক লক্ষ্মীনাথ অসমীয়া সাহিত্যৰ দিগ্‌গজ ওস্তা আছিল যদিও, ককায়েক গোবিন্দ বেজবৰুৱা সাহিত্য ৰচনাৰ দীকচৌ বাটৰ অন্তৰত আছিল তথাপি একে ঐতিহ্যৰ ৰবঘৰতে ডাঙৰ-দীঘল হোৱা বাবেই, ককায়েকজন সাহিত্যত নহয় যদিও ভাষাৰ মৰ্মগ্ৰাহী আছিল। অসমীয়া ৰচনাত ক'ৰবাত খুঁত এটা পালেই বা কথা কোৱাতো কাৰোবাৰ মুখত তেনে এটি শুনিলেই গোবিন্দই লক্ষ্মীনাথ পত্ৰিকাকে চাইছিল আৰু আনকো চাবলৈ কৈছিল। ৰৰপুতেক দেবেন্দ্ৰনাথে ভদ্ৰতা ৰক্ষা কৰি মোক "আপুনি" বুলি সম্বোধন কৰিছিল এদিন ডেকা বেজবৰুৱাই কথা প্ৰসঙ্গতে মোলৈ আঙুলিয়াই দেউতাকৰ আগতে মোক "এওঁ" বুলি ক'লে। তাতে উভঁহা ধৰি বুঢ়া গৰাকীয়ে কপালৰ সিৰ কোঁচাই ডেকাজনক সুধিলে.—"হেৰা, বেবি, তুমি 'অসমীয়া ভাষাৰ বুৰঞ্জী' লেখিছাঁ নহয়? 'আপুনি'ৰ, "চাৱৰ্ষ্টেনটিভ প্ৰনাউন" (তৃতীয় পুৰুষৰ সৰ্ব্বনাম পদ) 'এওঁ' ক'ত পালা হে? তুমি বেণুক, 'আপুনি' বুলি মাত্ৰ নহয়, আপুনি বুলিলে তৃতীয় পুৰুষত 'এখেত' বুলি হে ক'ব লাগে 'তুমি'ৰ 'এওঁ', 'তই'ৰ 'ই' যেনেকৈ চাৱৰ্ষ্টেনটিভ প্ৰনাউন 'এখেতো' তেনেকৈ 'আপুনি'ৰ প্ৰনাউন। তুমি আকৌ এখেতৰ ঠাইত 'এওঁ' ক'ৰপৰা উলিয়ালা? আনৰ জাত মাৰিলেও, ভাষাৰ জাতটো নেমাৰিবাচোন।"

ডেকা:—সৰু বা সমনীয়া হ'লে "এওঁ" বুলি কব পাৰি

বুঢ়া:—থোৱাঁ, থোৱাঁ। তুমি ক'লেই মই নেমানো। বাৰু আমাৰ লক্ষ্মীনাথে কি কয়

একালত, বেজবৰুৱা স্কুলৰ ল'ৰা অতি অঘাইটং আছিল—নোজোকালেও সিহঁতে আটাইকে জোকাই ফুৰে'; জোকোৱাবোৰবো কোনো শুদাই নেসাৰে। সাত শিয়ালৰ বাগি-দি ফুৰাতো বৰ টেঙৰ। পঢ়াশুনাৰ পোনেও একে শ্ৰেণীতে তিনিবছৰ থাকে। মাষ্টৰ সকলো প্ৰায়ে "বাটতে পালে"। কমাৰ, দা-গচি দিয়া আমাৰ" বিধৰ। দুই-এজন বেজবৰুৱাৰ বিশ্বস্ত, দায়িত্ব বুজেঁাতা শিক্ষকৰ বাহিৰে সৰহ ভাগেই খন্দুৱামৰা—বিশ্ববিদ্যালয়ৰ পৰীক্ষা দি ফলাফলৰ বাট চাই থকা। সেইবুলি, দেৰগাঁও, গোলাঘাট, শিৱসাগৰ, চাৰিগাঁও স্কুল কেইখনত প্ৰতিষ্ঠা কৰা দিনৰেপৰা জনচাৰেক ত্যাগী, উচ্চমনা, আজীৱন শিক্ষাব্ৰতী অসমীয়া-বঙালী শিক্ষক থকা দৰে যোৰহাটৰ খনতো যে নাছিল, এনে নহয়, আছিল। কিন্তু, সৰহভাগ শিক্ষকেই অস্থায়ী হোৱা বাবে ল'ৰাৰ ল'ৰালি স্বভাৱ প্ৰকাশ হ'বলৈ সুবিধা পাইছিল। সৰহ ভাগ দুষ্ট ল'ৰাৰ মাজৰপৰাই একো-একোজন সাধু ছাত্ৰও ওলাই আহি স্বদেশৰ মুখ উজ্জ্বল কৰিছিল। তথাপি, গৱৰ্ণমেণ্ট স্কুলৰ কিছুমান দুৰ্জন ছাত্ৰই "প্ৰাইভেট স্কুল" বুলি বেজবৰুৱা স্কুলৰ শিক্ষক-ছাত্ৰক প্ৰায়েই ইতিকিং কৰিছিল আৰু বাটে-পথে বেজবৰুৱা স্কুলৰ ছাত্ৰ বা শিক্ষকক লগ পালেই এই বুলি পেংলাই কৰিছিল:—

"বেজবৰুৱা কলেজ  
হেজ্ ন' নলেজ  
বইজ আৰ মঙকী  
মাষ্টাৰ্চ আৰ ডঙকী"

এনেভাৱে "তিৰস্কৃত" ছাত্ৰ আৰু শিক্ষকক প্ৰকৃত মানুহ কৰিবলৈকে বেজবৰুৱাৰ নিতৌ ঘোৰ-মূৰ্ত্তি পৰিধাৰণ আৰু স্কুলত সদাই "কৰধৃত কম্পিত বা ঘূৰ্ণীত বেত্ৰ-দণ্ডেৰে সুশোভিতঃ।" ওপৰত দিয়া বচন আষাৰ মাতি বেজবৰুৱাৰ ছাত্ৰক কোনোবাই জোকালে আৰু বেজবৰুৱাই সেইকথা শুনিলে (আগত ক'বৰ কাৰো সাধ্য নাই), হাতৰ ঠাৰি মেলি গৌৰৱত আপ্লুত হৈ ক্লাছত কবহি—

"মই বান্দৰক মানুহ কৰোঁ। গাধক মানুহ কৰোঁ। গৱৰ্ণমেণ্ট স্কুলত ডিগ্ৰেদ্ হৈ একোটা ল'ৰাই মিশ্যন স্কুলত নাম লগায়গৈ, মিশ্যনত প্ৰমোচন নেপালে উপেন বৰুৱাৰ স্কুললৈ ট্ৰেনচফাৰ লয়। ঠেলি-হেঁচি প্ৰমোচন দিলেও তাতো আকৌ প্ৰমোচন নেপাই মোৰ ইয়ালৈ আহিব। মই তাক

বেত্তেৰে কোবাই, মৰিয়াই মানুহ কৰোঁ। নেবেত্তালে ল'ৰা ঠিক নহয়। চেকনীৰ আগত হে বিদ্যা। মই গাধক মানুহ নকৰোঁ কি? চা-ইকচোন মোৰ অমুক ছাত্ৰ উকীল হৈছে। অমুকটো মুন্সিপ হৈছে। মোৰ ছাত্ৰ-শিক্ষকে নাট-গ্ৰন্থ লেখিছে। মই চাহাব। চাহাবৰ দৰেই ছাত্ৰক শাসন কৰিম। চাহাবৰ দৰেই ছাত্ৰক ডাঙৰ মনৰ কৰিম—কাৰো ওচৰত লেউ-সেউ হ'বলৈ নিদিওঁ, চাহাবৰ দৰেই বান্দৰ কিলাই আচল মানুহ কৰিম। সেইবোৰ চেলবেলিয়াৰ হাঁহিয়ে মোৰ কি মাখিছাল ছিঙিব? ছাগলীয়ে নেখায় কি, পগলাই নবকে কি?"

বেজবৰুৱা স্কুলত সাধাৰণতে শিক্ষকৰ মৰ্য্যদা কম। সেইগুণে বিশ্ব-বিদ্যালয়ৰ ডিগ্ৰীধাৰীয়ো তাত শিক্ষক হ'বলৈ নেযায়। তাতে আকৌ, সেই দিনত অসমীয়া গ্ৰেজুৱেট বৰ কম। যদিওবা এজন ওলায়, তেওঁক চৰ্কাৰে লৈ যায়। গতিকে, বেজবৰুৱাৰ স্কুললৈ প্ৰায়েই কলিকতাৰপৰা গ্ৰেজুৱেট আমদানি কৰিব লগীয়া হয়। যোৰহাটৰ স্কুলত এনেকৈ ভাটীৰপৰা অনা শিক্ষক জনদিয়েক আছিল। তাৰে এজনে এদিন বেজবৰুৱাৰ নিজা সোকা-ভাল (যিড'ল অইন মাষ্টৰে ছুবলৈ মানাহি দিয়া আছে) তেওঁৰ (বেজ-বৰুৱাৰ) অফিছৰ মেজৰপৰা বেজবৰুৱাক নোকোৱাকৈ লৈ আহি ল'ৰা এটাক উধামুধা'ক কোবালে। ল'ৰাটোৱে কোব খাই উচুপি উচুপি কান্দি বেজবৰুৱাক গুজৰ দিলেগৈ, "চাৰ, নতুন 'চাৰে' মোক পাৰে মানে কোবালে আপোনাৰ, আপোনাৰ বেত ডালেৰেই কোবালে চাৰ।"

"মোৰ মেজৰপৰা বেত লৈ যায়, ইমান সাহ? নতুন চাৰক ধুম দেখুৱাম গৈ। মই গৈছোঁ বাৰু। তই ব'ল।" এই বুলি কৈয়েই, বেজবৰুৱাই সেই বিনা অনুমতিৰে হেড্‌মাষ্টৰৰ বেত স্পৰ্শকৰা শিক্ষকজনক, স্বয়ং হেড-মাষ্টৰ বেজবৰুৱাই তিৰস্কাৰেৰে ঘালি পেলালে। অৱশেষত, সহিব নোৱাৰি শিক্ষকজনে খঙেৰে মনৰ ভাব প্ৰকাশ কৰি পেলালে, "থকৃথক্, আপোনাৰ নিচিনা জঙ্গলী আচাৰী (অসমীয়া) হেডমাষ্টৰ বহুত দেখিছোঁ।" শিক্ষকজনে কথাষাৰ কৈ শেষ কৰোঁতে নো-কৰোঁতেই বেজবৰুৱাই ল'ৰাইঁতলৈ চাই দপ দপাই উঠিল, "চা-ইঁকচোন, বাতুলকোৱা এটাৰ ইমান সাহ।" বেজবৰুৱাৰ মুখৰপৰা কথাষাৰ ওলাবলৈ হে পালে বৰলৰ দৰে ল'ৰাবোৰে লাগিয়েই গ'ল। এক শিক্ষক-মাহৰ মাৰ দেখি ইবিলাকৰ তিন শিক্ষক বেত মেলি ব'ল। দহোটা স্কুল বাগৰা ডুইৰ শিৰোমণি, সাতঘাটৰ চেঙেলী বুলি

সঁচাই মিছাই লোকে ৰটিলেও, সেই ছাত্ৰয়েই কিন্তু বেজবৰুৱাৰ চৰণত পৰি শিকিছিল—গুৰুভক্তি আৰু জাতীয় সন্মান।

সপ্তাহী পৰীক্ষাত নকল কৰোঁতে হবিবৰ ৰহমান নামে ল'ৰা এটা এদিন হাতে লোতে ধৰা পৰে। তাক ধৰি আনি চিৎ খুৱাই পেলাই লৈ বেজবৰুৱাই লেখি-লেখি সোকাবেত ডালেৰে দহোটা কোব মাৰিলে। হবিবৰৰ চুৰিয়া ফিচিকি গ'ল, গাত সেৰা বান্ধিলে, সেৰটোৱে পতি তেজো বিৰিঙিবলৈ ধৰিলে। সি ইমান "নাছোৰবান্দা" যে সিমানতো সৈ কটা নাই। আকৌ তাৰ হাত দুখন বান্ধি,টিকাত যেতিয়া ছাটচেৰেক দিবলৈ ধৰিলে তেতিয়া হে "আজিপৰা নকল নকৰোঁ।" বুলি সৈ লৈছে, এনেকুৱা উগ্ৰ শাস্তি দিয়া শুনিও ল'ৰাটোৰ অভিভাৱকে কাহ এটাকে নেমাৰিলে। জি. বেজবৰুৱাৰ কঠোৰ শাসনে তাক 'চিধা' কৰিলে। হবিবৰৰ দৰে বেজবৰুৱাৰ মাৰ খোৱা ছাত্ৰ বহুত আছিল। তথাপি, সিহঁতে প্ৰতিবাদৰ টুং শব্দ এটাও কৰা নাছিল; বৰং গোবৎসৰ দৰেই বেজবৰুৱাৰ পাচে পাচে লৰিছিল।

মোৰ কথামতেই, মই পঢ়ুউৱা ছাত্ৰ দুটামানে নিতৌ মোলৈ তুলাপাত এখনেৰে মেৰিয়াই দুখনমান—দুখনমান খুৰিয়াতামোল, ভোগতামোল লৈ আহে। ক্লাছত, সুকণ্ডা পালেই মুখত একোখন সুমাই লৈ চোবাই থাকোঁ। বেজবৰুৱাই আকৌ কেতিয়াবা পাইপটো হুঁপি-হুঁপি, বাহিৰ-ফালৰ পৰা মাষ্টৰে পঢ়ুৱাইছে নে বহি আছে আলেঙে-আলেঙে চাই ফুৰে। এদিন মোৰ ক্লাছৰ পোনে থকা খিৰিকীৰ দাঁতিতে তেওঁ ঘপ্ কৰে ওলালহি। ওলায়েই, "ৱেল, বেণুধৰ, ইউ আৰ চ্যুয়িং বিটেলনট্" (তুমি দেখোন তামোল খাই আছা, বেণুধৰ) বুলি মাত লগাই দিলে। মই উচাপ খাই উঠিলোঁ। "ইয়েচ, চাৰ, এজ্ আই ডু নট্ স্ম'ক, আই কেন্নট বট্ চ্যু বিটেল্ নট" (হয় চাৰ, চুৰত-তুৰত্ নেখাওঁ দেখি, তামোল নেখাই নোৱাৰোঁ।)। মোৰ টপৰাই দিয়া "জবাব" শুনি, মোৰ কথাকিটাকে অকাই-পকাই তেওঁ খেনি কৰিলে, "আই কেন্নট্ বট্ চ্যু বিটেল নট্।" তাৰ পিচত, অলপ বেলি বৈ মোৰ বুকুৰে সৰকি যোৱাকৈ বিশ্লেষৰ কাঁড এডাল মাৰি পঠিয়ালে. "অ', ইউ, ইউ আৰ এ' গ্ৰেট মেন" (তুমি বৰ মানুহ)। সৌ আলিবাটে-আলিবাটে তুমি ঘোঁৰাবাগী চলাই ফুৰিবাঁ, মই বুঢ়া ইয়াতে পৰি থাকিম।" এই পাট কাঁডেই মোক সেইদিনাৰপৰা বেজবৰুৱাৰ আগত লেটুসেটু হ'বলৈ শিকালে। ধাৰেৰে নেকাটি গাদিৰে মাৰি মানুহৰ

স্বভাৱ-চৰিত্ৰ সংশোধন কৰাত গোবিন্দ বেজবৰুৱা হে নেলাগে, বেজবৰুৱা ঘৰেই সিদ্ধহস্ত।

জহৰ বন্ধৰ বাবে সেইদিনা ৰাতিপুৱা স্কুল। শিক্ষকতকৈও ছাত্ৰইঁতে আগেয়েই আহি শ্ৰেণীত গোলমাল কৰি আছেহি। স্কুল ঘৰটোৰ বেৰবোৰ ইকৰাৰ, তাৰ ওপৰতে গোবৰ-মাটি দি চূণ লগাই থোৱা। বেৰবোৰৰ বান্ধ-ছাট ইমান ঢিলা যে খোঁচ মাৰি দিলেই গাঁঠি ছিগি বিন্ধা ওলাই যায়। তীখৰচি' ল'ৰাইঁতে ধানখেৰেৰে মেকুৰী-জুমুঠি এটা বান্ধি বেৰেদি বিন্ধা এটা কৰি, ভিতৰৰপৰা দুটামানে 'হেইটি ঔ কেট' (সেইটিঔ মেকুৰী) বুলি জুমুঠিটো বাহিৰলৈ সৰকাই দিয়ে। আকৌ বাহিৰত থকা দুটামানে সেইটো জুমুঠিকে 'হেইটি উ কেট' বুলি ভিতৰলৈ সুমুৱাই দিয়ে। এনেকৈ মেকুৰী-জুমুঠিটো বেৰৰ বিন্ধাইদি মাকোটোৰ দৰে উলিয়াই সুমুৱাই আছে। সেই ল'ৰা ধেমালি কৰি ল'ৰাইঁতে যি ভূমানন্দ লাভ কৰিছিল তাত মই মাত এষাৰকে মতা নাছিলোঁ। বৰং ফস্তিজুৰি, চকীত বহি, চকুমুদি, মাজে-মাজে আকৌ চকু পিৰিকিয়াই সিইঁতৰ দৰেই ভূমানন্দ উপভোগ কৰিছিলোঁ।

গুণাভি নামেৰে মোৰ এজন সগোত্ৰী, সহকৰ্মী বা 'কলীগ' আছিল। ইতিপূৰ্বে, তেওঁ দেৰগাঁও বেজবৰুৱা স্কুলৰ শিক্ষক আছিল। গুণাভিয়ে মাদক দ্ৰব্যৰ কেউবিধৰে অলপ অলপ জুতি লৈছিল। তাৰে অলপ গলাধঃকৰণ কৰি বা ধুম্ৰৰূপে পান কৰিহে তেওঁ স্কুললৈ যাব পাৰিছিল। সেইবাবে বেজবৰুৱাই তেওঁক দেৰগাঁৱৰপৰা আনি নিজ চকুৰ আগতে যোৰহাটত ৰাখিছিলহি। সগোত্ৰীজনৰ পিন্ধন-উৰণ, স্বভাৱ-চৰিত্ৰ, চলন-ফুৰণ সকলো 'মেজাজী'। দিনে-নিশাই তেওঁৰ গাত খাকী কাপোৰৰ কোট-পেণ্টজোৰ থাকিবই, অইন কি শোওঁতেও সলোৱা নহয়। গুণাভিৰ গাত থিত দিবৰ পৰা গাৰ পানী কাক বোলে দেখি পোৱা নাই। ভৰিত 'ডওচন' কোম্পানীৰ গেৰেহা বুট জোতা, তাকো শোওঁতে-খাওঁতে লগৰপৰা নেৰে অৰ্থাৎ ভৰিৰপৰা নোসোলোকায়। ল'ৰাই তেওঁক নাম দিছিল 'ডাবোগা মাষ্টৰ'।

শ্ৰেণী সলোৱা টিলিঙাৰ মাত শুনি মই গাটো দাঙি ওলাইছোঁহে, এনেতে 'চুকস্' কৰে 'ডাবোগা মাষ্টৰ' আহি শ্ৰেণীকোঠাৰ দুৱাৰ মুখতে পৰিলহি। খোটালিটোৰ দুৱাৰদলি পাৰ হওঁতে নৌহওঁতেই ল'ৰা এটাই 'হেইটি ঔ কেট' বুলি চিঞৰ মাৰি দিলে। 'ডাবোগা' চক খাই উঠিল; খণ্ডত একোনাই হৈ ল'ৰাবোৰক ইংৰাজীৰেই ডবিয়াই সুধিলে—"তইঁতে এইবোৰ কি কৰিছইক?"

খটাসুৰ এটাই সমিধান দিলে—“মেকুৰীপৰ্ব ভাৱনা পাতিছোঁ ছাৰ।” ডাৰোগাই চকু চেলাই ‘ননচেঞ্জ’ বুলি ক্লাছৰ গোটেইবোৰ ল’ৰাকে বেঞ্চৰ ওপৰত উঠিবলৈ ক’লে। ল’ৰাইতে জিকজিকাই উঠিল বোলে, “আমি বেণু মাষ্টৰৰ পালৰপৰাই কৰি আছোঁ। বেণুচাৰে দেখিয়েই গৈছে। বেঞ্চৰ ওপৰত মুঠো চাৰ।” গুণাভি মাষ্টৰে ক্লাচত কেতিয়াও অসমীয়াৰে কথা নকয়; তৃতীয়-চতুৰ্থ মানতো সদায় প্ৰশ্নৰ বাণ ইংৰাজীৰ হে। ল’ৰাই বুজক নুবুজক ইংৰাজীৰেই ডাবি-ধমকি দি একো কৰিব নোৱাৰি, গুণাভিয়ে তৎক্ষণাৎ সেই ‘মেকুৰীপৰ্ব ভাৱনাৰ’ কথা বেজবৰুৱাক লগালেগৈ বোলে,—“চকহিচোন, চক-হি, বেণুৱে কিথন কৰিলে ?”

ইস্কুল ছুটী হ’লত, বেজবৰুৱাই বৰবৰা মাষ্টৰক (বেজবৰুৱাৰ আন এজন বিশ্বস্ত শিক্ষক বিষ্ণুচন্দ্ৰ বৰবৰা) কৈ দিলে, “বেণুৰ দৰ্মহা বন্ধ। মই ভাল শনিটো চপাই ললেহি, কুটা কটিৱাদি কটিয়াই কটিয়াই ইস্কুল ঘৰটো সাজিছোঁ, হেজাৰ-দুহেজাৰ টকা খৰচ কৰিছোঁ, গৱৰ্ণমেণ্ট স্কুলত ঠাই নোপোৱা ল’ৰাই পঢ়ক বুলি—এইটো আহিল শনাহীটো মোৰ ঘৰ ভাঙিবলৈ। বুজিছোঁ, মোৰ এটাইবোৰ শত্ৰু। আজি বাহ ল’ৰা লগাই দি খেৰ-খোৰ ভঙাই সি ইস্কুল ঘৰ ভাঙিছিলেই, গুণাভি বোপাই দেখিলে দেখি হে। নেদেখা হ’লে স্কুল কৰাৰ ভিকাছনেই ভাগিছিল। বৰবৰা, বেণুৰ দৰ্মহাটো গুণাভিক দি দিবা।” মই দৰ্মহা আনিবলৈ গ’লত, মোক দৰ্মহা নিদিলে।

পাচত ‘ডাৰোগা মাষ্টৰ’ আহক বহীত চহী দি মোৰ দৰ্মহা নিবলৈ। তেওঁ কলমটো তিয়াই চহীটো মাৰেঁা-মাৰেঁা হৈছে, এনেতে বেজবৰুৱা খিঙ খিঙাই উঠিল—“গুণাভিক দৰ্মহা নিদিবা, এওঁক (গুণাভিক) মই জানো। ভাং খাই-খাই মোৰ ডেৰগাঁৱৰ স্কুল ভাঙি থৈ আহিছে। আকৌ ইয়াতো ভাঙিবলৈ ওলাইছে। মই অ’ৰ-ত’ৰপৰা বুটলি বুটলি মাষ্টৰ আনিমগৈ। আৰু ইহঁতে ‘চুকলি’ কৰি সিহঁতক ভঙাব। ইহঁতৰ তাপত মাষ্টৰ এটাও ৰখাব নোৱৰা হলোঁ। (আকৌ গুণাভিৰ ফালে মু কৰি) হেৰা, গুণাভি বোপা তুমিনো কেনে হেঁ? তুমিয়ে বেণুৱে ‘কলীগ’ নোহোৱা জানো? তোমালোকৰ ভিতৰত কিবা এটা বেয়া দেখিলে, তোমালোকে হে শুধৰাব লাগে, মোক আকৌ লগাবহি লাগে কিয়? ল’ৰাৰ দুষ্টালি কথা তুমি বেণুক হে ক’ব লাগিছিল। তোমালোকৰ ওপৰতে মোৰ সৰ্ব্বভৰসা। তাকে নকৰি, মোক লগাইছাহি। অ’, তুমি ভাল নহয়। তুমি টুটকীয়া, লগনীয়া,

কু শাল। নোপোৱা, নোপোৱা, তোমাৰ দৰ্মহা নোপোৱা। ৰৰবৰা, এওঁক দৰ্মহা নিদিবা।" দাৰোগালি খং উঠিলত, গুণাভি মাষ্টৰে তেৎ মুহূৰ্ত্তেই অফিচৰপৰা ওলাই গ'ল। বেজবৰুৱাই আকৌ মতাই অনাই তেওঁকে মোকে আগতে বহুৱাই লৈ বৰ বেজাৰ মনেৰে কৈছে, "বোপাইঁত, মই আৰু সৰহ দিন নিজীওঁ। বহুমূত্ৰ ৰোগে বৰকৈ চেপিছে। তোমালোকে মোৰ ইস্কুললৈ মৰম নেৰিবাইক। ইংৰাজ জাতি সভ্য হ'লেও গুণ্ডাৰ জাতি। দিইতক 'বইছ' (বশ্য) কৰিবলৈ সভ্যও হ'ব লাগিব, গুণ্ডাও হ'ব লাগিব। গুণীৰ গুণ বুজিবাইক, আমাৰ মানুহ চৰু-চৰহ'—কৰো ভাল এটা হোৱা দেখিব নোৱাৰে। সেউত্তাই ইংৰাজী পঢ়া বাবে মোক ভিতৰ সোমাবলৈকে নিদিছিল। আজি ইংৰাজী নেজানিলে মানুহেই নহয়। মই ছয় ঠাইত ছটা ইংৰাজী স্কুল পাতি দিলোঁ।* ইংৰাজৰ ডিচিপ্লিন, ইংৰাজৰ পাংচুৱেলিটি, ইংৰাজৰ সাহ, ইংৰাজৰ একতা, ইংৰাজৰ ভাষাপ্ৰেম, ইংৰাজৰ দেশপ্ৰেম আমাক লাগে। মই গাধক মানুহ কৰিবলৈ লৈছিলোঁ। কৰিব পৰা আশা নাই; তথাপি চেষ্টা কৰি চালোঁ। ল'ৰাৰ মগজু কেঁচা সোণ। ঘঁহিলে-পিহিলে চিকচিকাই থাকিব।"

কথাকিষাৰি কৈয়ে আমাৰ নিজৰ নিজৰ দৰ্মহা লৈ যাবলৈ ক'লে। আমিও দৰ্মহা লৈ ঘৰ পালোঁগৈ।

---

* (১) দেৰগাঁৱৰ মাইনৰ স্কুল, ২টা ছাত্ৰৰে সৈতে ১৮৮৫ চনত; পাচত ২৩টা ল'ৰাৰে নেমেৰিটিঙত হাইস্কুল পাতে।
(২) জাঁজীত ১৮৮৪ চনত
(৩) গোলাঘাটত ১৮৮৬ চনত; ১৯১১ চনৰ ২১ নৱেম্বৰ তাৰিখে চৰ্কাৰৰ হাতত শোধাই দিয়া হয়।
(৪) যোৰহাটত ১৮৯৩ চনত হাইস্কুল।
(৫) শিৱসাগৰত ১৮৮৮ চনত হাইস্কুল।
(৬) চাৰিগাঁৱত ১৯০২ চনত মাইনৰ স্কুল।

## দ্বিতীয় অধ্যায়

মই বেজবৰুৱা স্কুলত কামত সোমাওঁতে শ্ৰীযুত পূৰ্ণ পাঠকে ওকালতি আৰম্ভ কৰিছে মাত্ৰ আৰু মোমায়েকৰ পৰা মাটি এডোখৰ লৈ তেৰাজানত ঘৰ সজাইছে—প্ৰায়েই জগদুৱাৰৰ পৰা অহা যোৱা কৰি কাছাৰী কৰে। তাত থাকিবলৈ অসুবিধা দেখি মোমায়েক ৰাধা চক্ৰৱৰ্তীৰ ঘৰতে থাকিবলৈ লওঁ। ২০৲ টকা দৰ্মহাৰে একো নহয় বাবে, দেৱীচৰণ বৰুৱা ডাঙৰীয়াৰ পুতেক পূৰ্ণেন্দু (কণ মইনা)ক ঘৰতে পঢ়ুৱাবলৈ লওঁ। ডাঙৰীয়াই সেই বাবে ১৫ টকা দিছিল। পূজাৰ বন্ধত যোৰহাটৰ নাট মন্দিৰত যি থিয়েটৰ হৈছিল, তাতো মই অভিনয় কৰিছিলোঁ। সেই সময়ত ভাল অভিনেতা আছিল গোলাপ চন্দ্ৰ গোস্বামী, তীৰ্থনাথ ফুকন, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, মিত্ৰদেৱ মহন্ত, কুলকমল বৰুৱা, হৰিৰ চন্দ্ৰনাথ শৰ্ম্মা, দীননাথ শৰ্ম্মা, মথুৰ বৰুৱা, গোপাল গোস্বামী, মথুৰা মোহন বৰুৱা, দেৱেশ্বৰ শৰ্মা, কেশৱচন্দ্ৰ বৰুৱা, দেবেন্দ্ৰনাথ বেজবৰুৱা, মথুৰা চন্দ্ৰ বৰুৱা, তৰণি বৰুৱা প্ৰভৃতি। দেবেন বৰুৱাই অৱশ্যে বচন মাতোতে আবৃত্তি পাঠ কৰা যেন হৈছিল। লোকনাথ ফুকনে তিৰোতাৰ ভাও লৈছিল। কুলকমল, কেশৱ বৰুৱাই ভাল গান গাব পাৰিছিল। জেহিৰুদ্দিন আহমদেও কিবা-কিবি ভাও লৈছিল। আৰু বহুত আছিল।

আবেলি হ'লেই হৰিৰ কোম্পানীত বহোঁ। কোম্পানী আছিল চক বজাৰৰ সমুখতে; মেনেজৰ চন্দ্ৰনাথ শৰ্মা। সেই দোকানত সৰহ মাল নেথাকে; কিন্তু যি ৰখা হয় সেয়া বাছক-বনীয়া। চন্দ্ৰ শৰ্মাই গ্ৰাহকৰ মনোমতকৈ কলিকতাৰপৰা নিজে বাছি বাছি বস্তু কিনি আনে। যোৰহাটৰ সকলো ভদ্ৰলোকে তাৰপৰা কাপোৰ কানি কিনে বা তাতে অৰ্ডাৰ দিয়ে। আৰু এখন আছিল মান্না কোম্পানী। মেনেজাৰ আশুতোষ মান্না। বিক্ৰীদাৰ তৰণি চন্দ্ৰ বৰুৱা। কোম্পানীটোৰ অংশীদাৰ আছিল ৰায়বাহাদুৰ কৃষ্ণ কুমাৰ বৰুৱাকে আদি কৰি কেবাজনো ভদ্ৰলোক।

ইয়াৰ কোম্পানীত আমি প্ৰায়ে আবেলি আবেলি বহিছিলোঁ। শিক্ষিত, উৎসাহী, ডেকা যোৰহটীয়াৰ এইটোৱেই এটা ক্লাবৰ দৰে। সৰ্বাইবৰুৱাৰপৰা কুলকমল বৰুৱাও সদায় আছে। সৰ্বাইবৰুৱালৈ দোকানৰপৰা ডুমাইল বা ডেৰ মাইলৰ কম নহয়। এই ডোখৰ বাটেই জগন্নাথ বৰুৱা আলি। আলিটোত বৰ ধূলি আৰু বাৰিষা বা বৰষুণ দিলেই বৰ বোকা হয়। কুলকমল ইমান আটোমটোকাৰি আৰু সাৱধান যে গোটেই বাটছোৱা বোকা হ'লেও, জোতাজোৰ চিক্‌চিকীয়া হৈয়ে থাকে আৰু চুৰিয়াৰ ভাঁজ লগোৱা থোৰটিৰো অলপো ইফাল-সিফাল নহয়। ঘৰত ৰহি থকা যেন হৈয়ে থাকে। তেওঁৰ মুখত ৰবি ঠাকুৰৰ "আজি প্ৰণামি তোমাৰে চলিব নাথ" বোলা গানটো যেনে মিঠাকৈ শুনিছিলো আজি পৰ্যন্ত তেনে সুৱদি সুৰ কাৰো মুখত শুনা নাই। ইয়াৰ কোম্পানী আগিলত 'প্ৰভাত কোম্পানী' হ'ল।

মান্না কোম্পানীত থকা তৰণি বৰুৱাৰ মুখে মুখে শুনা কথা এষাৰো লেখি থওঁ। আশুতোষ মান্নাই ভাত খাই উঠি গাৰোক-গাৰোক তিনিটামান ঊগাৰ মাৰি তৰণি বৰুৱাক কয়হি, "শুনছ তৰণী বাবু। আমাদের দেশে এত বর বর পুকুর তোমৰা দেখতে যি পাও নাই, শুনতেও পাও নাই। বর বর পুকুর, রুই, কাতলা, বোৱাল মাছ—তোমরা দেখতে যি পাও নাই শুনতেও পাও নাই। আমাদের দেশে এক একটা বিয়েতে শ যোন ৰসগোল্লা—শ মোন সন্দেশ, আর যে কত কি খাওয়ান হয়—তোমরা দেখতে যি পাও নাই, শুনতেও পাও নাই। দুধ যে কত মোন হিচাপই নাই—তোমৰা দেখতে যি পাও নাই শুনতেও পাও নাই।" —এইদৰে মান্নাই নিতৌ তেওঁক পেট মোহাৰি মোহাৰি তেওঁৰ দেশৰ নাভূত-নাশ্ৰুত কথাবোৰ শুনাই থাকে। শুনি শুনি তেওঁৰ কাণ ঘোলা হ'ল। এদিন হেনো ভাল পায়, বেয়া পায় একোকে নেচাই কেৰবেঁহাই কেৰবেঁহাই কৈ পেলালে—"হাঁ মান্না বাবু, আপনাৰ দেশে পায়খানাই যে জল ব্যৱহাৰ কৰা হয়, তাও বোধহয়, দুধ দিয়েই হয়।" চুৰা চাই সোপা পাই, সেইদিনাৰ পৰা আৰু আশুতোষ মান্নাৰ ওফাইডাং মৰা কথাৰ অন্ত পৰিল। এই তৰণি বৰুৱা সুন্দৰ ৰসিক ভাৱৰীয়া আছিল। আগৰ ছোৱাত যোৰহাটৰ প্ৰত্যেকটি অভিনয়তে এওঁ আৰু মথুৰ বৰুৱা (ছিলঙত থকা জন) নহ'লে, কবচ নোহোৱাকৈ কংস বধ কৰাৰ নিচিনা ভাৱনা বা থিয়েটৰ হে হৈছিল।

শনিবাৰে-দেওবাৰে আৰু স্কুল বন্ধ থাকিলে, চাৰিগাঁও, কেন্দুগুৰি, বালিগাঁৱলৈ যাওঁ। মেলেঙত আমাৰ মোমাইৰ ঘৰ, তালৈকো যাওঁ। এইদৰে ফুৰিচাকি বহুতৰ লগত চিনাকি হওঁ। তেতিয়া কৈশোৰ পাৰ হৈ যৌৱনৰ দুৱাৰদলিত ভৰি দিছোঁ— জগতখনেই মোৰ নিমিত্তে সুন্দৰতকৈও সুন্দৰ। য'লৈকে যাওঁ ত'তেই অপাৰ বন্ধু-বান্ধৱ হয়। অৱশ্যে সকলো ঠাইলৈকে গোৰু কাটিয়েই গৈছিলোঁ। শিৱসাগৰৰ গাঁৱৰ লগত, এই বিলাক গাঁৱৰ দুটি এটি কথাত পাৰ্থক্য আছিল। যেনে শিৱসাগৰত কয় 'তেওঁবিলাক', তোমালোক ইত্যাদি। ইয়াত শুনিলো তেওঁলোক বা সিবিলাক আৰু তোমালোকৰ সলনি 'তোমোলাক'। মোৰ মনেৰে তেওঁলোক'টো শুদ্ধ নহয়। "তোমাৰ" পৰা অপভ্ৰংশ হৈ "তোমালোক হোৱাটো সম্ভৱ। 'ভাত খাবলৈ যাওঁ' বুলি কওঁতে চাৰিগাঁও মেলেঙত 'যাওঁ' শব্দটো 'যওঁ' বুলি কোৱা হয়। দেৰগাঁৱতো তথৈবচ। বোধকৰো এইবাবেই কামৰূপৰ ফালে প্ৰচলিত আছে "সোমাৰেচ অকা ৰকা" অৰ্থাৎ আকাৰ লগা শব্দ দুট একে লগে থাকিলে এটাৰ আকাৰ লোপ পায় আৰু ভালেমান ক্ৰিয়াবাধক শব্দৰ আকাৰটো উচ্চাৰণ কৰা নহয়। যেনে— আকাৰি = অকাৰি, নাযাওঁ=নযাওঁ বা নেযাওঁ ইত্যাদি। চাৰিগাঁৱত মানুহ বৰ ঘন। নগৰৰ তৰাজানৰ ফালে হিন্দু ধৰ্মাবলম্বী, বালিবাটত ইস্লাম-ধৰ্মী মানুহেই সৰহ। আজিকালি হে হিন্দু মুছলমান বুলি ভেদভাৱৰ সৃষ্টি হৈছে। আগৰ ইমান মিল আছিল যে, হিন্দু কোন, মুছলমান কোন বিচাৰেই নাছিল। সমাজত যাৰ যি ঠাই তেওঁ আপোনা আপুনি সেই ঠাই লৈছিল।

যোৰহাটৰ মানুহ শিৱসাগৰতকৈ ধনী। কাৰণ ইয়াত যি কেইঘৰ মানুহ আছে ধনী। আৰু ওচৰ চুবুৰীয়া গাঁৱতো যি কেইঘৰ পুৰণি ভদ্ৰলোক, সেই সকলোৰে একো ডুখৰি নহয় একো ডুখৰি চাহ বাগিছা আছে। নেথাকিলে সেই বাগিছা থকা সকলৰ যহতে মিতিৰ কুটুম সকলোৰে একে নাৱতে পাৰি দিয়ে। আৰু বাগিছাৱালাৰ শবদতে ইবিলাকেও মো পিয়ে।

বিষ্ণুৰাম বৰুৱা (ৰায়বাহাদুৰ), সোমেশ্বৰ শৰ্মা, জগন্নাথ বৰুৱা (ৰায়-বাহাদুৰ), কৃষ্ণকুমাৰ বৰুৱা, দেৱীচৰণ বৰুৱা, ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈ, নাৰায়ণ বেজবৰুৱা, চন্দ্ৰ কমল বেজবৰুৱা, মতিজানৰ প্ৰপাইটৰ ফাইজুদ্দিন আহমদ, জীৱেশ্বৰ বৰুৱা, চন্দ্ৰকেতু গগৈ সৰ্ব্বানন্দ কাকতি

—১৪

প্রমুখ্যে চাহ বাগিচাৰ মালিকসকল আৰু সিসকলৰ ভাই-ভাগীয়েই যোৰহটীয়া সমাজৰ গুৰিয়াল। তেখেতসকলৰ আহিঁয়েই মজলীয়া থাপৰো আহিঁ। সেইগুণে যোৰহাটৰ বাইজ ধনী আৰু সম্ভ্ৰান্ত আচৰণৰ কৰ্ণধাৰ। শিৱসাগৰত বংশ গৌৰৱ কৰোতা মানুহ যেনেকৈ আছে, ইয়াতো আছে। কিন্তু শিৱসাগৰীয়া বাইজ দুখীয়া। আগৰ ডোখৰত মহকুমা হৈ থকা বাবেই হওক বা আৱশ্যকতা অনুভৱ নকৰা বাবেই হওক, শিৱসাগৰত যেনেকৈ ৰাজহুৱা আন্দোলনৰ এটা স্ফুৰণ আছে ইয়াত তেনেকৈ নাই। সাৰ্ব্বজনিক সভা আছিল— জগন্নাথ বৰুৱাই পতা। পাচত কাজিয়া লাগি সেই সভাও ভাগি থাকিল। তেতিয়া যোৰহাটত মটৰ গাড়ী নাছিল। চামাৰ্চ চাহাবৰ মাথোন এখন আছিল। ফণীধৰ শৰ্ম্মাই সেইখন কিনি আনে। অসমীয়া মানুহৰ ভিতৰত তেৱেঁই পোন প্ৰথম মটৰ লওঁতা। ৰায় বাহাদুৰ শিৱ প্ৰসাদ বৰুৱাই তাৰ পাচতে। সকলোৱে ঘোঁৰাবাগী ব্যৱহাৰ কৰিছিল। দূৰলৈ বাব লাগিলে ঘোঁৰা ডাক দিয়ে অৰ্থাৎ এটা ঘোঁৰা ১০-১২ মাইল বাটত জিৰাই থাকিবলৈ আগতে পঠিয়াই দিয়ে। অসমীয়া মানুহৰ দোকান কেবাখনো আছিল। বিদেশীৰ দোকানৰ সংখ্যা নাই বুলিলেই হয়। ঢাকা-পটিত ঢাকাৱলীয়া বেপাৰী এখৰ আৰু কেঞ্চাপটিত বৰগোলাই প্ৰধান দোকান। ইয়াৰ এজন মানুহৰ কথা আজিও মনত আছে। সেইজন হৈছে পীতাম্বৰ চলিহা—ডাক্তৰ লক্ষ্মীপ্ৰসাদ চলিহাৰ দদায়েক। তেখেত বৰ ধনী। ডবল সুতত সকলোকে ধন ধাৰলৈ দিয়ে। ধৰুৱাজনে যদি কবুল মতে দিনেবাৰে ধাৰ পৰিশোধ কৰে, তেন্তে তেওঁ সেই টকাৰ মূল আৰু সুত দুভাগ কৰে। মূল মূল ভাগে, সুত সুত ভাগে। ভাগ কৰিয়েই, হাত দুখনেৰে দবা-কন্নাক একে লগে দুইফালৰ পৰা সাৱট মাৰি চুমা খোৱাৰ দৰে দুইফালে টকাৰ দ'মৰ ওপৰত দুইখন হাত (এফালে এখন, ইফালে এখন) ওপৰে ওপৰে বুলাই আনি জপোৱা হাত দুখন মুখত থৈ কয় "আয়ৈ দেহি মাইকী-পোৱালী। এয়া মাইকী এয়া পোৱালী আয়ৈ দেহি কিমান মৰম লাগে।" —এই বুলি অলপমান পৰ বৈ থাকি সুতৰ ভাগৰ পৰা একাঁজলি ধন তুলি ধৰুৱাজনৰ হাতত দি কয় আপুনি ভাল মানুহ দিনেবাৰে ধাৰটো মাৰিলেহি; এই কিটকি লৈ যক ঘৰলৈ মাছ এফেৰা লৈ যাব।" লগত যদি কোনোবা যায় তেওঁক বা তেওঁবিলাককো সেইদৰে একাঁজলি একাঁজলি কপ দিয়ে। বাকী যি থাকে সামৰি থয়গৈ।

কিন্তু তাগাদা কৰি আদায় কৰিবলগীয়া জনৰ টকা পালে সেইদৰে দিয়া দূৰৰ কথা, সুদেমূলে সোপাকে সুমাই পেৰাত জমা কৰেগৈ।

সৰহকৈ টকা গোট খালেই চলিহা নিজগুৰু দক্ষিণপাট সত্ৰলৈ যায় আৰু সেই সত্ৰত ৺যাদৱৰায় মহাপ্ৰভুক ডাঙৰ পূজা-এভাগ দিয়ে, গুৰুকো থাল ভৰাই দক্ষিণা সেৱা কৰে, ভকত সকলকো তুষ্ট কৰে। সুদখোৰা পাপৰ ভাগটো সত্ৰতে তেওঁ থৈ আহেগৈ।

**গিৰীশ চন্দ্ৰ বেজবৰুৱা :** গিৰীশ চন্দ্ৰ বেজবৰুৱা আৰু গোপাল ভূঞা এই দুজনে সেই সময়ত যোৰহাটত বিখ্যাত আছিল। দুইজনেই আছিল তৰণি। কিন্তু তৰণি হ'লেও হাকিমৰ সন্মান পাইছিল। বেজবৰুৱা বৰ দুৰন্ত সাহসী পুৰুষ। এসময়ত ভোটান বৰুৱা দেৱান আছিল। যোৰহাটৰ প্ৰায়বোৰ মহকুমাধিপতি চাহাবকে তেওঁ অসমীয়া শিকাইছিল। উকীলে যি কাম কৰিব নোৱাৰে, তেওঁ তৰণি হৈও ইংৰাজীৰে লেখা দৰ্খাস্ত দি চাহাবৰ হতুৱাই সেই কাম কৰাই লৈছিল। গোপাল ভূঞাও তৰণি আছিল। বেজবৰুৱা-ভূঞা সদ্বংশজাত হোৱাত তৰণি হ'লেও সকলোৱে মান কৰিছিল। ভূঞাই অসমীয়াৰে হে আৰ্জ্জি লেখিছিল। তথাপি চাহাবক বুজাই-বৰাই দৰ্খাস্তকাৰীৰৰ প্ৰাৰ্থনা মঞ্জুৰ কৰাইছিল। গিৰিশ বেজবৰুৱাৰ গুণ বহুত। সুৰাপান কৰিছিল যদিও, ভদ্ৰ ব্যৱহাৰ আৰু আচৰণত আটায়ে সন্তুষ্ট হৈছিল আৰু তেওঁক ভক্তি কৰিছিল।

**মোৰ বিয়া :** শ্ৰীমান নবীন চন্দ্ৰ শৰ্ম্মা নামৰ ল'ৰা এটাক এদিন বাটতে লগ পাওঁ। এওঁ শিৱসাগৰত মোমায়েক ৰাধিকা শৰ্ম্মাৰ ঘৰত থাকি পঢ়িছিল। ল'ৰাটি ধুনীয়া, গানে-বাজনাই প্ৰকোপিত। তৰাজানৰ দাঁতিতে (এতিয়া য'ত বিশ্ব শৰ্ম্মাৰ ঘৰ) তেওঁবিলাকৰ মাটি আছিল। তাতে দেউতাকে ঘৰ এটা সজোৱাই নবীনক থাকিবলৈ দিছিল। তেওঁ মতাত, মইও তাতে থাকিবলৈ ললোঁ। তেওঁৰ দেউতাক প্ৰেমনাথ শৰ্ম্মা "জোনাকী দিনীয়া" মানুহ আৰু লোকৰ বোৰ বুজা। প্ৰেমনাথৰ দেউতাকৰ নাম ভোলানাথ সোমেশ্বৰ শৰ্ম্মাৰ ভায়েক। সোমেশ্বৰ শৰ্ম্মা মেনেজৰ বৰ বিখ্যাত মানুহ। তেখেত মহৰদ্ধা কোম্পানীৰ বৰমহৰী কামত যোগ দি সেই কোম্পানীৰ ডিভিজনেল চুপাৰিন্টেণ্ডেণ্ট হৈছিল গৈ। তেখেতৰ অধীনত আধা দজন চাহাবে কাম কৰিছিল। এক চাহাবে তেখেতক ধপাতো লগাই দিছিল। কিন্তু মানুহে সোমেশ্বৰ বৰ মহৰী বুলি হে কয়। ১৯১৭ চনত

তেওঁ ঢুকাল। তেওঁ ঔৰাটি, বালিজান আৰু মধুপুৰ বাগিছাৰ মালিক। সোমেশ্বৰ মেনেজৰৰ ঘৈণীয়েক তিনি গৰাকী। বৰ গৰাকী বেজবৰুৱা ঘৰৰ আৰু তেওঁৰ দুজন পুতেক, লক্ষ্মীনাথ আৰু পদ্মনাথ; মাজুগৰাকী হেৰম্ব কটকীৰ ভাগিনীয়েক আৰু সৰু গৰাকী তামুলী ফুকনৰ ঘৰৰ। মাজু গৰাকীৰ ল'ৰা ফণী, শৰৎ আৰু মোহন, সৰু গৰাকীৰ ৰামেশ্বৰ, বিশ্ব আৰু মাণিক। পুৰণি বাৰীৰপৰা বৰ গৰাকী বেলেগ হৈ যায় আৰু সৰু দুপৰিয়াল চাৰিজনীয়া গাঁৱৰ (টিলিকি আম) পুৰণি ঘৰতে থাকে। সেই ঘৰৰ অলপ নিলগতে ভায়েক সোণাৰামৰ ঘৰ। দেউতাকে লক্ষ্মীনাথক সান্দহগোৱা বাগিছাখন দিছিল। পদ্মনাথৰ নামত আছিল চেনিজান

সোমেশ্বৰ মেনেজৰৰ সৰু ছোৱালীজনী দিবলৈ দৰা বিচাৰি ফুৰিছে। ফণী শৰ্ম্মা দৰ বিচাৰি হাইৰান। নবীনৰ ঘৰলৈও দেউতাক প্ৰায়ে আহি থাকে। তেখেতে কথাই কথাই এদিন মই বিয়া কৰাবলৈ কথা উলিয়ালে। পোনেই মই মান্তি নহ'লোঁ। এদিন ফণী শৰ্ম্মা আৰু ডিব্ৰুগড়ৰ পৰা আসাম এডুকেচনৰ সভা চাই আহি নবীনৰ ঘৰতে সোমাই চাহ-জলপান খালে আৰু মোৰ লগত প্ৰথম পৰিচয় হ'ল। তেতিয়াই বিশ্ব শৰ্ম্মাৰ ওপৰত মোৰ এটা বন্ধুভাৱৰ প্ৰীতি জন্মিল। তাৰ পিচত তেওঁৰ বালিজানৰ পৰা আহোঁতে-যাওঁতে আমাৰ ঘৰত সোমাই ছোৱালীৰ কথা উলিয়ালে। প্ৰেম শৰ্ম্মাই যে মোক লাগিছে আছিল। তেওঁ আশ্বাস দিলে যে ছোৱালীজনী বিয়া কৰাই মই আৰু এ, বি-এ যিমান পঢ়োঁ, পঢ়িবলৈ সকলো খৰচ তেওঁবিলাকে যোগাব। মোৰ কিন্তু সিমানতো মন গলা নাই। কাৰণ, কম বয়সত বিয়া কৰিলে কি হয়, দুৰ্গানাথ চাংকাকতীৰ "বিয়া নহয় বিহ" বোলা আলোচনীৰ প্ৰবন্ধটো পঢ়ি মন দুভাগীয়া হৈ আছিল। ভাবিলোঁ — বেজবৰুৱা তাত তিনিবছৰ মাষ্টৰী কৰিয়েই আই-এ টো দিওঁ; তাৰ পিচত কি হয় দেখা যাব। আকৌ আছিল কেশৱ বেজবৰুৱাৰ সৈতে ফণীধৰ শৰ্ম্মা। মোলৈ দিব খোজা ছোৱালীৰ ভিনিহীয়েক কেশৱ বেজবৰুৱা। বেজবৰুৱাৰ লগত মোৰ ঘনিষ্ঠতাও আছে— থিয়েটাৰ কৰি। ফণী শৰ্ম্মাৰ দেউতাকৰ শ্ৰাদ্ধ হৈছিল। সেইদিনাই ফণী শৰ্ম্মাই মোক বাগীত তুলি লৈ প্ৰেম শৰ্ম্মাৰ ঘৰত নমুৱাই দিলে। তাতে জলপান খাওঁতে ফণী শৰ্ম্মাইতৰ ঘৰৰ তিৰোতাসকলে মোক জুমি জুমি চাইছিলহি। সেইদিনাই ভোলা শৰ্ম্মা, প্ৰেম শৰ্ম্মা, ফণী শৰ্ম্মাই মোক বিয়া

কৰাবৰ নিমিত্তে টানি ধৰিলে। মইও চাৰিঙলৈ গৈ দেউতাৰ মতামত আনি হে কব পাৰিম বুলি কলোঁ। তৎক্ষণাত মোক থি স্পিডৰ বাইচাইকেল এখন দি ক'লে তাৰ পিচদিনাই চাৰিঙলৈ যাবলৈ।

চাৰিঙলৈ আহি দেউতাক বৌৰ হতুৱাই কোৱালোঁ:— মই সোমেশ্বৰ মেনেজৰৰ জীয়েকক বিয়া কৰাব খুজিছোঁ বুলি। দেউতা একেবাৰে দম্‌-দমাই উঠিল। চহকী হ'লেই, মানুহ ভাল যাব নেলাগে, গুৰি গোষ্ঠীও চাব লাগে। সোমেশ্বৰ বৰ মহৰীৰ ঘৰৰ মানুহ চাহাব, ধৰ্ম-কৰ্ম বোলে একো নাই। দেউতাই ইতিমধ্যে নাজিৰাৰ ধৰ্মেশ্বৰ বাবুৰ নাতিনীয়েক এজনী বিয়া কৰাম বুলি কৈ আহিছিল। এতেকে মই যদি এইজনী ছোৱালী বিয়া কৰাওঁ দেউতাৰ মুখ আৰু নেথাকে— নাজিৰালৈ যোৱাবো ভিকাছন লাগিব। দেউতা মান্তি নহ'ল।

মোৰ ভাই ধৰ্মেশ্বৰ আছিল শিৱসাগৰত পঢ়া। সক ভাই প্ৰহ্লাদো পঢ়া অৱস্থাতে। বৌকে সকলো কথা বুজাই কলোঁ —কলেজত পঢ়াৰ পৰা শক্তি মোৰ নাই দেউতাই ক'ৰ পৰা মাহে মাহে ৩০/৪০ টকা কৰ্জ দিব। নাম কটাবলৈকে লাগিব প্ৰায় ৮০ টকা। শহুৰেকৰ পইচা লৈ আজি কালি দোকানে টেক্সাট-হাকিম হৈছে। মই কলেনো কি জগৰ লাগিল— ইত্যাদি অনেক প্ৰকাৰ কথা কৈ বৌক মান্তি কৰালোঁ।

ঘূৰি আহি চেইবাৰৰ পৰা প্ৰেম শম্মাক কলোঁহি। তেওঁও বুজালে, দেউতাই হঠাতে কৈছে, সেইবোৰ কথা বয়া হৈ গ'লে পাচত আৰু একো নকয়। এতিয়া বিয়া-দিন এটা ঠিক কৰি, মোৰ ঘৰলৈ পাৰে যদি এখন পাতিব লাগে। তোমাৰ ঘৰৰ পৰা আৰু মিতিৰ কুটুম যি আছে আহক। তেওঁলোকেই ইয়াতে বিয়াখন পাতি পেলাব লাগে।' কেশৱ বেজবৰুৱা, আৰু তেওঁৰ ককায়েক গোপাল বেজবৰুৱাই যে নগকে নেৰা হ'ল। অৱশেষত মান্তি হলোঁ আৰু কৃষ্ণ গোকাইদেৱ দ্বাৰা মৌজদাৰণী চোৱাই বিয়াৰ দিন-বাৰ ঠিক কৰা হ'ল। জোৰা হ'ল গুৰু পঞ্চক-মধ্যম।

১৯১৫ চনৰ ২৫ আঘোণৰ ডিচেম্বৰৰ দিনা মোৰ বিয়া ঠিক হ'ল। বিয়ালৈ বৌ, ভনী আইকণ ( তৰাৱতী ), ভৈনাই ধৰ্মেশ্বৰ, বৰ মোমাই কমলেশ্বৰ, বৰদেউতাৰ ল'ৰা দামো আৰু সৰ্ব্বেশ্বৰ, নকুলমোমাইৰ ল'ৰা এটা, পুৰোহিত হিমকান্ত ( চেনি বাপু ) শৰ্ম্মা আহিল। দেউতা নাহিল, ঘৰ ৰখীয়া হ'ল। পূৰ্ণ পাঠক ককাইদেৱ, কেশৱ পাঠক, শৰৎ বৰকটকী

গোবিন্দ খাওণ্ড, হৰিপ্ৰসাদ খাওণ্ড—এই সকল হ'ল মোক সহায় কৰোঁতা। গোবিন্দ বেজবৰুৱাই ৰভা-পৰলা দিবলৈ তেওঁৰ ছাত্ৰ বিলাকক লগাই দিলে। যদিও তেওঁ বিয়ালৈ মাতিবলৈ যোৱাত কেশৱ পাঠকক কৈছিল, "মোৰ মাষ্টৰটো ফণীয়ে—পূৰ্ণ পাঠকে লাগি ভণ্ডালে" বুলি, তথাপি তেখেতে বিয়ালি গাৰেই দুদিন আহি মোৰ বিয়াৰ কাৰবাৰ কৰাইছিল। গাখীৰ-পানী, জা-জলপান সকলো চাবিঙীয়াৰ পৰাই দিছিল। বৰযাত্ৰী পূৰ্ণ পাঠক, হৰিপ্ৰসাদ খাওণ্ড আৰু বহুত হৈছিল। হৰিপ্ৰসাদে "চাৰিঙৰ বেণুধৰ ঐৰাম, চাৰিঙীয়াৰ বৰদা ঐৰাম, দুয়োৰে বিয়াহে" বুলি নাম লগাইছিল আৰু হোমৰ ওচৰত তেৱেঁই পাৰেমানে জোৰানাম দিছিল।

বিয়াৰ পাচত গোবিন্দ খাউণ্ড, গোলোক চাংকাকতী, উপেন্দ্ৰ চাংকাকতী উপেন্দ্ৰ চক্ৰবৰ্ত্তী, কেশৱ পাঠকে দুটা পঠা ছাগলী মাৰি ভোজ খালে। বিয়াৰ কাৰবাৰ কৰা আটাইবিলাকেই ভোজ খাবলৈ আহিছিল। আমি থকা ঘৰটোৰ পূবে কুলধৰ চলিহা আছিল। তৰাজানৰ উত্তৰ চুকলৈ হাবি আৰু দক্ষিণফালে গোটেইখন ফুটুকলাৰে ভৰা আছিল। চলিহা ডাঙৰীয়াৰ ঘৰটো আছিল সোমেশ্বৰ শৰ্ম্মাৰ বঙলা। ফণী শৰ্মাইতে ১৯৩০ চনত ঘৰ সজাত চলিহা তাৰপৰা ন-আলিৰ দাঁতিলৈ গ'ল। ১৯৩২/৩৩ চনত ৰামেশ্বৰ শৰ্ম্মাই দক্ষিণ ফালে বঙলা সাজিলে আৰু আমি থকা ঘৰৰ ঠাইত বিশ্ব শৰ্মাই '৩৪-'৩৫ চনত ঘৰ সাজিবলৈ ধৰে।

বাৰীখনৰ পশ্চিমে তৰাজানৰ পছিমপাৰে ৰায়বাহাদুৰ দেৱীচৰণ বৰুৱাৰ ঘৰ, দক্ষিণে ৰায়বাহাদুৰ কৃষ্ণকুমাৰ বৰুৱা আৰু পূবে ৰাধানাথ ফুকন জজৰ ঘৰ। উত্তৰে সদৰ আলি পাৰ হৈয়েই উপেন্দ্ৰ নাথ বৰুৱাৰ ঘৰ। এখেতৰ ঘৰৰ পূব চুকতে চোলাধৰা আলিটো লাগিছেহি। দেৱীচৰণ বৰুৱাৰ উত্তৰে সদৰ আলি। সেই আলিৰ কাষতে উত্তৰে হৰনাথ পৰ্ব্বতীয়া বৰুৱাৰ পুতেক নাতিয়েকহঁতৰ ঘৰ। ইয়াৰ অলপ ভটিয়াই বুঢ়া গোহাঁই পুখুৰী , পুখুৰীৰ দক্ষিণে আলিটো পাৰ হৈয়েই কৃষ্ণকান্ত ভট্টাচাৰ্য্য পেস্কাৰৰ ঘৰ। এখেতসকলৰ ঘৰক মনি মিশ্ৰৰ ঘৰ বোলে, পূৰ্ব্বতে দেৱগাঁৱৰপৰা উঠি অহা।

বিয়া কৰোৱাৰ পিচত, ফণীধৰ শৰ্ম্মাই ঔৱাটিং বাগিছাৰপৰা শনিবাৰে-শনিবাৰে আহিলেই তেওঁবিলাকৰ চাৰিঙীয়াৰ ঘৰলৈ মোক লৈ যায়। মইও ন-দৰা ৰূপে পেথম ধৰি যাওঁ। অৰ্থাৎ বেঙুনীয়া বৰণৰ আলপকা চোলা

এটা আৰু বেঙুনীয়া বৰণৰ পম্পচু এজোৰ পিন্ধো। কেতিয়াবা চাৰিঙ্গীয়াত একোৰাতি থাকি আহোঁগে। সেইদিনত শহুৰৰ ঘৰলৈ যোৱা আটক ধুনটোৰ কথা মনত পৰিলে মোৰ নিজে নিজেই হাঁহি উঠে। শাহু আয়ে বৰ উলহ-মালহকৈ চিৰা, আখৈ-গুৰি, আখৈ প্ৰায়ে দৈ গাখীৰেৰে খাবলৈ দিয়ে। বৰ ধনী বুলিও তেওঁবিলাকৰ ঘৰত অসমীয়া জলপান হে বৰকৈ চলিছিল। ৰাতিপুৱাই গা-ধুই হে জা-জলপান খোৱাৰো নিয়ম আছিল।

মোৰ শাহু-আইৰ জা-ক (শহুৰৰ সৰু খৈণীয়েক) থাকে শহুৰৰ বিৰাট টোলটোৰ দক্ষিণৰ লুটিত। মই সৰুআইৰ লগত কথা পাতি ভাল পাইছিলোঁ। তেখেত তামুলী ফুকনৰ জীয়াৰী যদিও, ঘৰুৱা বন-বাৰী এখনো কৰিবলৈ বাকী নথয়। চাকৰ-চাকৰণী বহুত থকা সত্ত্বেও তেখেতে নিজেই ঠাই সাৰে, পানী আনে, অইন কি ধানো শুকুৱায়। এনেকুৱা লখিমী তিৰোতা অসমীয়া সমাজত আজিকালি নাই বুলিলেই হয়। তেখেতে পুৰাণ-ভাগৱতো পঢ়ে আৰু জুহালৰ গুৰিত বহি বহি বহুত সাধুকথা কৈছিল। তেখেতে কোৱা ফুলমতী কুঁৱৰীৰ সাধুটো 'বাংগতা'ত দিছোঁ। অৱশ্যে বালি গোহাঁইৰপৰা শুনা এডোখৰ আখ্যানো লগাই দিছোঁ।

শহুৰক মই দেখিবলৈ নেপালোঁ। চাৰিঙ্গীয়া ঘৰখনৰ প্লেন বা চিত্ৰটো বৰ ধুনীয়া। বৰ্গক্ষেত্ৰৰ দৰে চাৰিওপিনে ঘৰ, পূবে চ'ৰাঘৰ, পৰ্টিক ই সৈতে। পছিমে 'সৰু খৈণী'ৰ পৰিয়াল, উত্তৰে 'মাজু খৈণী'ৰ পৰিয়াল, আৰু মাজতে গোসাঁই ঘৰ। দুইগৰাকী পৰিবাৰে দুয়োফালৰপৰা পূজা-সেৱা কৰিব পাৰে। পাচফালে তামোল-পাণৰ বাৰী, আগফালে পুখুৰী। সন্মুখত চোতাল, পুৰুষে শৌচাচাৰ কৰিব লাগে আগফালে বাৰীৰ বাহিৰত থকা ফুটুকানি হাবি এখনত। গাঁৱত থকা বাবেই হওক বা পুৰণি নীতি-নিয়ম মনা বাবেই হওক বৰধনী আৰু সকলো বাহ্যিক কামত পছিমীয়া যদিও, সোমেশ্বৰ শৰ্মাৰ ঘৰৰ ভিতৰখন তেনেই প্ৰাচীন হিন্দুত্বৰেই ভৰা।

পকামুৰাৰ চন্দ্ৰধৰ ফুকন, ভৱনাথ ফুকন, যোৰহাটৰ কেদাৰ ফুকন, ৰাধিকা ফুকন, ভুবনচন্দ্ৰ বৰঠাকুৰ—এই সকলৰ লগত বৰ ঘনিষ্ঠতা হয়। জি, বেজবৰুৱা স্কুলত কাম কৰোঁতে হোৱা ঘটনা আগতে লেখাই হৈছে। উপেন্দ্ৰ বৰুৱাই স্কুল পাতিছিল নৌভেল চাহাবৰ কবৰ থকা ঠাইত। দেৱালৰ নন্দ বৰুৱাই মরে কেতিয়াবা কেতিয়াবা চাৰিঙ্গীয়ালৈ যাওঁতে বাটত কল খাইছিলোঁ। বৰ জেঠেৰী লক্ষ্মীৰ জোঁৱায়েক গুণাভিৰাম কটকীৰে সৈতে চাৰিঙ্গীয়াৰ

গাঁও ফুৰিছিলোঁ। শহৰৰ ঘৰত পুহাই, বজক, অকণ, বলো লগুৱা আছিল। সিইত বজাদিনীয়া লগুৱাৰ দৰেই আছিল। বলো বহুত দিনলৈকে আছিল।

কাকডোঙ্গাৰপৰা অহা মানুহ এটাই বদন বৰফুকনৰ গীত এটি ন-জোৱাই হৈ থাকোঁতেই গাই শুনাইছিল। তাক অলপ দক্ষিণা (১্টকা) দি সেই গীতটি লেখি ৰাখোঁ।

এদিন বাইচাইকেলেৰে ফাঁচী আলিৰ ফালে যাওঁতে দেৱালৰ ওচৰত টোকো-লাই নৈ পাৰ হ'বলগীয়া হৈছিল। নৈত, মাজ ডোখৰত ওখ বাঁহৰ দলং এখন আছিল। মই পছিম ফালৰপৰা গৈ, দলঙৰ কুঁজটোত উঠোঁতেই পূৱ ফালৰপৰাও এখন বাইচাইকেল আহি সেইখিনিতে যুজ লাগে। মই বাওঁ ফালে পানীত পৰিলোঁগৈ, জোৰা উফৰি ক'ৰবাত পৰিলগৈ আৰু পানীত কবৃবকাবলৈ ধৰিলোঁ। পানী কম আছিল, বালিত থেকেচা খাই কেবা-দিনলৈও জৰালোঁ, সেই কেইদিন বাধা বেণুৱৰ ঘৰতে পৰি আছিলোঁ। তেওঁবিলাকৰ ঘৰৰ মানুহে বৰ শুশ্ৰূষা কৰিলে।

সকচৰাইটৈ। যোগা আলিৰ মূৰতে হাচিম বুলিবৰ দোকানী এজন আছিল। তেওঁৰ বাপেক হিন্দু আছিল, সেইখিনিত আৰু মুছলমানৰ ঘৰ নাছিল। কটকী পুখুৰীৰ উত্তৰে হিতেশ্বৰ বৰবৰুৱাৰ ঘৰ, মহেশচন্দ্ৰ কটকীৰো ঘৰ। হিতেশ্বৰ বৰবৰুৱা চৰকাৰীত থাকে। তেওঁৰ তাত আলহী আছিলোঁ। আহোমৰ লিখন দেখুৱাই কৈছিল—'ইয়াত বহুত মানুহৰ গোৰ ওলাব খান্দিলে নহয়, ক'ব পৰা নাই।' তেখেতৰ চুলিবোৰ বৰ খিচ আছিল। বৰবৰুৱা দক্ষিণপাট সত্ৰৰ সেৱক; তেওঁ কৈছিল তেওঁবিলাকৰ ঘৰৰ মানুহে এনো সত্ৰত বহুত ধন-সম্পত্তি দিছিল।

ট্ৰাংক ৰ'ড.টোৱে সদৰ আলি। বৰষুণ দিলে বৰ বোকা হয়, ঘোঁৰাগাড়ীও কেতিয়াবা লাগি থাকি যায়, মটৰৰ যে কথাই নাই। পুৰণি মাটি ...ৰ ওচৰত পকা ডাঙৰ গাঁওখন অতি পেটেৰা। সত্ৰৰ অধিকাৰ উৎসৱানন্দ গোস্বামী এগৰাকী ভাল জনাশুনা গোসাঁই, অনেক শাস্ত্ৰও পঢ়িছে। যোৰহাটলৈ গলে এখেত বৰ দন্তাল হাতী এটাৰ ওপৰত উঠি যায়। লগত গায়ন-বায়নো যায়।

সকচৰাইৰ ওচৰত লোকেশ্বৰ বুঢ়াগোহাঁই আছিল। তেখেতক দেখা নেপালোঁ। মই নাম শুনাৰ অলপ পিচতে মৃত্যু হয়। তেখেতৰ পুতেক

সুৰেন্দ্ৰ বুঢ়াগোহাঁই—সুৰেন্দ্ৰ ল'ৰাটি ভাল, দেখাত বুধিয়ক, থগুাল যেন নেদেখি। শশী বৰবৰুৱা, হিতেশ্বৰ বৰবৰুৱাৰ ভতিজাক, বৰ ৰসিক ছাত্ৰ।

তৰাজানত কৃষ্ণকান্ত ভট্টাচাৰ্য্য পেস্কাৰ থাকে। আউনীআটী সত্ৰৰপৰা তেখেতে ধৰ্ম্মপ্ৰকাশ প্ৰেছটো আনি, তাৰপৰা 'আসাম বিলাসিনী' কাকত উলিয়ায। ১৮৭৪ কি '৭৫ চনত আউনীআটী সত্ৰৰ অধিকাৰ পুৰুষ ৺দত্তদেৱ গোস্বামী প্ৰভুৱে আউনীআটী সত্ৰৰপৰা কাকতখন প্ৰকাশ কৰিছিল। পেস্কাৰে সেই কাকতৰে দ্বিতীয় পৰ্য্যায় এতিয়া উলিয়ালে। ভায়েক ঘনকান্ত ভট্টাচাৰ্য্য সম্পাদক আৰু বিদ্যাধৰ শৰ্ম্মা আহিকাকত চাওঁতা। পেস্কাৰ ডাঙৰীয়া চৰকাৰী কামত থকা বাবে নিজে সম্পাদকৰ বাব ল'ব পৰা নাছিল। তেজপুৰৰ ডেকা স্বেচ্ছাসেৱক চন্দ্ৰনাথ শৰ্ম্মাই প্ৰায়েই চোকা চোকা সম্পা-দকীয় লিখিছিল। বিলাসিনী যেই সেই সময়ত অসমৰ একমাত্ৰ অসমীয়া বাতৰি কাকত।

দাস কোম্পানীয়ে (Doss & Co.) অসমীয়া কিতাপ প্ৰকাশ কৰি বেচিছিল। পদ্মকুমাৰ ভূঞাৰ গোখেল' আৰু নকুলচন্দ্ৰ ভূঞাৰ 'বাৰেভূঞা চৰিত' আৰু গল্পৰ কিতাপ ইয়াত পোৱা গৈছিল।

যোৰহাটত লেখৰ মানুহ আছিল—জি, বেজবৰুৱা, দেৱীচৰণ বৰুৱা, উপেন্দ্ৰনাথ বৰুৱা, কৃষ্ণকুমাৰ বৰুৱা, ৰাধাকান্ত সান্দিকৈ, দেৱাজুদ্দিন আহমদ উকীল, দেৱাজুদ্দিন সৰ্দাৰ, বিষ্ণুৰাম বৰুৱা তহচিলদাৰ, চন্দ্ৰকমল বেজবৰুৱা, বৰদা মুকন, ভুবন বৰঠাকুৰ, ভিদ্বেশ্বৰ বৰুৱা (দেওৱান), চন্দ্ৰধৰ বৰুৱা, দুৰ্গা মৌজাদাৰ, দেৱেশ্বৰ বৰুৱা, গঙ্গাধৰ বৰকটকী, প্ৰমদা কিশোৰ বসু, অক্ষয় কুমাৰ সেন, চন্দ্ৰনাৰায়ণ সিংহ, প্ৰভৃতি। কোলোকাতাজাৰ চন্দ্ৰ বিদ্যাভূষণ আৰু যোৰহাটৰ খগেশ্বৰ বিদ্যাৰত্ন পণ্ডিত বৰ বিখ্যাত আছিল। গোপীনাথ বৰদলৈ চিনিয়াৰ উকীল।

## তৃতীয় অধ্যায়

গুৱাহাটীৰ কটন কলেজত নাম লগাবলৈ ঠাই নাই দেখি ১৯১৬ চনৰ জুন মাহত কলিকতাৰ কলেজ এটাত আই-এ শ্ৰেণীত নাম লগাবলৈ গলোঁ। যাওঁতে কোনটো কলেজত নাম লগাম, কোনটোত নলগাম, গুৱে বাটে ভাবিয়েই গৈছিলোঁ। কলিকতীয়া কলেজত নাম লগাব নোৱাৰি কেনেবাকৈ যদি উলটিব লগীয়া হয় তেন্তে বৰ লাজৰ কথা হ'ব। "তাতো নাহিলোঁ। খাই, ইয়াতো পাবলৈ নাই" যদি এয়েই হয়, মোৰ আৰু এবছৰলৈ পঢ়া-শুনা বন্ধ হৈয়ে যাব ; তাৰ পাচত বা আকৌ কি ? শিয়ালদহ ষ্টেচনত নামিয়েই ৪৩নং আমহাষ্ট ষ্ট্ৰীট পালোঁ গৈ। তাতে আগৰপৰা থকা মেডিকেল কলেজৰ ছাত্ৰ আৰু যোৰহাটতে চিনাকি বংশীধৰ বৰুৱাই ( যোৰহাট, কেন্দুগুৰিৰ ) নাম লগোৱা বিষয়ত আগ-গুৰি ধৰি মোক যথেষ্ট সহায় কৰি দিলে। কলিকতা কলেজত নাম লগোৱাত এটা বিবুধিগড় ভেদ কৰা কাম আছিল।

সেইখিনি পায়েই মোৰ যাবৰ মন গ'ল প্ৰেচিডেন্সি কলেজলৈ। কিন্তু মোৰ নিচিনা দ্বিতীয় বিভাগত মেট্ৰিকুলেচন পাচ কৰা ছাত্ৰ এটিৰ পক্ষে ন-চহকীৰ ওচৰত ধন থাৰে বিচৰা যেনে সেই কলেজৰ আই এ শ্ৰেণীত নাম লগাবলৈ যোৱাও তেনে। মেধাবী আৰু সম্ৰান্তকুলীয়া ল'ৰাৰ নিমিত্তে হে সেইটি কলেজ। মই আকৌ দুয়োটা গুণৰ পৰা বঞ্চিত। গতিকে প্ৰেচিডেন্সিত মোৰ ফালে টেকেলি কাতি। ইবোৰ কলেজৰ ভিতৰত নাম আছিল স্কটিছ চাৰ্চ্চৰ। তাৰ প্ৰিন্সিপাল জন পাত্ৰুৰী চাহাব, আৰু কলেজৰ শিক্ষা পদ্ধতিও আছিল বৃটিছ আৰ্হিৰ। তাতে আকৌ কলেজৰ হোষ্টেল এটাৰ চুপাৰিন্টেণ্ডেণ্ট আছিল আমাৰ কবি দুৰ্বাদেৱ (যতীন্দ্ৰ নাথ দুৱৰা)। এই তিনিটা বিশেষত্বই মোৰ মনটো স্কটিছৰ ফালে বৰকৈ টানি নিলে। কিন্তু কি হ'ব ? দৰিদ্ৰ লঙ্কালৈ যায়, সাগৰো শুকায় মাণিকো লুকায় ; তাতো মোলৈ ঠাই নোলাল। বৰুৱাই আছি-

মীৰ্জ্জাপুৰ ষ্ট্ৰীটত থকা চিটী কলেজত বুজ ললেহি। তাত আছিল হেৰম্ব মৈত্ৰ প্ৰিন্সিপেল। মৈত্ৰৰ সদৃশ বজ্ৰৰূপী নীতিজ্ঞ অধ্যক্ষ আৰু কঠোৰ শাসনকাৰী অধ্যাপক আৰু আন এজন সেই সময়ত কলিকতাত নাছিল। তেওঁৰ শাসনৰ তলত থাকি শিক্ষা লাভ কৰিবলৈ পোৱা হ'লে অন্ততঃ আন নহ'লেও ধৰ্ম্মতত্ত্বৰে অলপ আঁতি-গুৰি পোৱা হ'লহেতেন। অসমৰপৰা অসমীয়া হৈ যোৱা গুণে তাতো মোৰ বাবে কলেজ প্ৰৱেশৰ দুৱাৰ মুকলি নহ'ল। সেইদেখি তাৰপৰাও হুহকি আহিব লগা হ'ল। মেট্ৰপলিটান বা বিদ্যাসাগৰ কলেজত ৰক্ষণশীলতাৰ বোল। তাৰ অধ্যক্ষ এচ বয় বা সাৰদা ৰয় সংস্কৃতত অগাধ পণ্ডিত। পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ স্মৃতি ৰক্ষাৰ্থে সেই কলেজ প্ৰতিষ্ঠিত। তাত সোমাবলৈ মনেই নগ'ল। ইয়াৰ পিচত চকুত পৰিল ৰিপন কলেজলৈ। সেইটো কলেজো বেয়া নাছিল। কলেজটো পাতিছিল স্বৰ্গীয় চাৰ সুৰেন্দ্ৰ নাথ বন্দোপাধ্যায়ে। যি তিনিজন স্বদেশ বৎসল স্বাধীনতাকাঙ্ক্ষী মহানুভৱ মহাপুৰুষে ভাৰতৰ জাতীয় মহা-সভা ৰূপ (কংগ্ৰেছ) প্ৰতিষ্ঠা কৰি গ'ল তাৰ ভিতৰত বন্দোপাধ্যায় প্ৰধান। এওঁ এড্‌মণ্ড বাৰ্কৰ দৰেই ৰাজনীতিত পণ্ডিত আৰু বাগ্মিতাত অদ্বিতীয়। বিখ্যাত মনীষী ৰমেন্দ্ৰ সুন্দৰ ত্ৰিবেদী ৰিপন কলেজৰ অধ্যক্ষ আছিল; সুৰেন্দ্ৰ নাথ বন্দোপাধ্যায়ে ক্লাছ লৈছিল। তাৰ ছাত্ৰ হ'বলৈ পালে মহা-পণ্ডিত ত্ৰিবেদী আৰু বাগ্মীপ্ৰবৰ বন্দোপাধ্যায়ৰ মুখ দৰ্শন, সঙ্গলাভ আৰু সন্মোহিনী বক্তৃতা শ্ৰৱণ এই কেয়োটাই হ'ব বুলি, বৰ আশা কৰি নাম লগোৱা অফিচত ভুমুকি মাৰিলোঁগৈ। অফিচ সোমোৱাৰ আগতে দেখিলোঁ। আই-এ, শ্ৰেণীত নাম লগাবলৈ আৰু ঠায়েই নাই। নাম ভৰ্ত্তি পুৰা হৈ হুজুগপ্ৰিয় চঞ্চল বঙালী ছাত্ৰেৰেই কলেজ ঠাহ খালে। তাত আৰু ন-স্থানং তিলধাৰণং। গতিকেই আন এটা কলেজৰ ফালে মুখ কৰিবলগীয়া হ'ল।

বঙ্গবাসী কলেজ আৰু গিৰীশচন্দ্ৰ বসু: এই বেলি ভাবিলোঁ।—যি হ'ল হ'ল, বঙ্গবাসীতে সুধি চাওঁ। তাত পালে পাম, নেপালে আৰু গৃহাভিমুখে প্ৰত্যাবৰ্ত্তন। কলেজটোৰ কথা-বতৰাবোৰ শুনি বৰ বেয়া নেপালোঁ। তাত বোলে ইংৰাজী আৰু "বটেনী" (উদ্ভিদতত্ত্ব) বৰ ভাল পঢ়োৱা হয়। ২৬ নং স্কটীচ্ লেনৰ ঘৰটোত কলেজ আছিল। সেইঘৰটোতে ১৮৭৪ চনত আমাৰ ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱা কিছুদিন বাস কৰিছিল আৰু তাতে জ্ঞানদাভিৰাম বৰুৱাৰ মাতৃ বিয়োগ হয়। বঙ্গবাসী কলেজটো স্থাপন

কৰিছিল গিৰীশচন্দ্ৰ বসুৱে। বসু বিলাত ফেৰং, চাৰ প্ৰফুল্ল চন্দ্ৰ ৰায়ৰ সহপাঠী। বসু গোটেইগৰাকী স্বদেশীয়ানা বা স্বদেশীয়ত্বৰ প্ৰতিমূৰ্ত্তি। তেতিয়া ভাৰতবাসীৰ বিশেষকৈ বঙালীৰ ধাৰণা আছিল ইংৰাজী জানিলেই 'চাৰ' অৰ্থাৎ ভদ্ৰলোক হয় আৰু নেজানিলেই "মহাশয়"। কলিকতা বিশ্ববিদ্যালয়ৰ গোহালীতে ছদতীয়া হৈ ডিগ্ৰী ধাৰণ কৰিব পাৰিলেই; গাৰ বৰণটো বাহিৰে, আটাইবোৰৰ মোট সলনি হৈ যায়, অৰ্থাৎ, কথা-বতৰা, ফুৰা-চকা, ধুন-পেঁচ, খোৱা-বোৱা সকলোটি গচ লয় ইংৰাজৰ চাকত। ভাৰতত থাকি বিলাতী গোন্ধ পোৱা "বুটীসকল" এনেয়ে নাচনী, তাতে যদি তেওঁবিলাক বিলাতলৈ গৈ কোনোবাকৈ "নাতিনী" লৈ আহেগৈ, তেন্তে আৰু কথাই নাই, সেই সকলক লগ পায় কোনে? অক্সফৰ্ড বা কেম্ব্ৰিজত ডিগ্ৰী লৈ আহিলেই, প্ৰত্যেকৰ একোজনৰ চুলিত এলবাৰ্ট ফেশ্চন; গাত "ক্ৰীজ" নভগা অৰ্থাৎ শোটমোচ নোহোৱা ঠৰঙা কোট-পেন্টৰ (চুট) সাজ-পাৰ, ডিঙিত ব'-টাই, জেপত দেখ-দেখকৈ উলিয়াই লোৱা "কাৰ্চিফ" (উৰ্মাল বা মুকচা) আৰু মাজে মাজে মুখটো আঁচুৰি সেওঁটাটো ঠিককৈ ৰাখিবলৈ থোৱা একোখন ফণি, চিক্চিকীয়া জোতা আৰু জোতা কোবাই থাকিবলৈ একোডোখৰ ফটাকানি। দেশী বিলাতী গ্ৰেজুৱেটৰ "তফাৎ" এইখিনিতে যে, দেশীজনৰ পোছাকটো চাহাবী হ'লেও কোট পটলুং-জোৰ তেনেই জলহ *১। পটলুং বা পেণ্টটো লোলা—তল ফালেদি এটা মেকুৰী-পোৱালি সৰকি যাব পাৰে। চোলাটোৰ জেপত লাংখালিংখি বস্তু এসোপা থোজ কাটি যাওঁতে জলম-জলমকৈ ওমলি যায়। ডিঙিত লম্বা টাইডালো ডিঙিৰ সোঁ মাজত নেথাকি "কলাৰ" টোৰ দাঁতিয়ে কাষৰে বতাহত উৰি লিংলিঙাই ফুৰে। খোজটো দিওঁতেও "বাবু" চাহাবজনৰ পাওটো য'ত পাৰব লাগে, ত'ত নপৰে—ফেৰেকাফেৰেককৈ অহাৰ ঢেওটো দেখিলেই দূৰৈতে এইজন বৰভেকোলাৰূপী বিলাতী 'বাবু' চাহাব বুলি ধৰিব পাৰি। বিলাৎ-ফেৰং চাহাব জন (বাবু) হ'লে ঠিক তাৰ ওলোটা। এওঁ সাজপাৰত গোটেইজন তুখ্ৰং। মুখৰ চুলিকোচা আৰু মুখৰ আৰ্ধ্যাটোলৈ নেচালে কথা-বতৰা, সাজপাৰ আৰু—খোজ-কাটলত তেওঁক বঙালী বা ভাৰতবৰ্ষৰ মানুহ বুলি ধৰিবলৈ সাধ্য নাই।

---

১* আজকালি তেনেকুৱা জলহ কোট পেণ্ট অৱশ্যে নাই।

বঙ্গবাসী কলেজৰ[২] প্ৰতিষ্ঠাতা আৰু তাৰে অধ্যক্ষ বসুৱে এনে বান্দৰালি বা চুলুঙালি সমূলিকে সহ্য কৰিব নোৱাৰিছিল। যেওঁ ১৫ বছৰ বিলাতত আছিল; তথাপি তেওঁৰ সাজপাৰ আৰু নিত্যনৈমিত্তিক আচাৰ ব্যৱহাৰ দেখি তেওঁক বিলাতত থকা বুলি কাৰো কবৰ সাধ্য নাছিল। অধ্যক্ষৰ গাত সদায় এটা ফ্লেনেল কাপোৰৰ কামিজ আৰু গাত এখন খালকাপোৰ, সেয়ে অৱশ্যে দামী আৰু তাকো লৈছিল যাগৰিগতীয়াকৈ। চুৰিয়াখনো খোৰ মাৰিয়েই পিন্ধিছিল। আমি থকা দিনত তেওঁক আমি ঘৰে পৰে কেতিয়া বিলাতী সাজ পিন্ধা নেদেখিছিলোঁ।[৩]

প্ৰিন্সিপেল বসুয়ে এনেয়ে 'ক'লা চাহাব' দেখিব নোৱাৰিছিল, তাতে যদি সেই 'চাহাব'জন কেনেবাকৈ পান চোবোৱা হয় তেন্তে তেওঁৰ খং আৰু দুগুণে ওপৰলৈ উধায়। মনত আছে, এদিন তেওঁৰ ওচৰলৈ এজন দেশী চাহাব আহিছিল। চাহাবজনৰ গাটোত ইউৰোপীয় পৰিধান। মুখত এমোকোৰা তামোল (চাঁচপাণৰ দুখনি মান খিলিপাণ), গালখন ওফন্দি টেমুনা যেন হৈ গৈছে, ওঁঠ দুটাও পিকেৰে সেলেঙি বৈ যোৱা, কোটটোৰ বুকুচোৱা পিকেৰে তৰা-বহা, জোতাজোৰো ধূলি-মাকতিৰে ফুটুকাফুটুকি। "চাহাব"ক দেখিয়েই অধ্যক্ষ বসুৱে "Please get out" (ওলাই যক, বুইছেনে) বুলি বৰ নম্ৰ ভাৱে কৈ তেওঁক উলিয়াই পঠিয়ালে।

"ভাল নহ'ল হ'বলা" বুলি তেওঁৰ কাষতে বহি থকা এজনে ইংৰাজীৰে বসুৰ কাণ ছোৱালত বসুৱে খঙতে জ্বলি-পকি উঠিল। বোলে, "চাহাব হ'লে ভালকৈ হ'ব লাগে। এই বহুৱালি কেলেই?"

ওপৰৰ ঘটনা আৰু কথা-বাৰ্তা চলি থাকোঁতেই মই 'এড মিছন' বিচাৰি বাহিৰৰ আওলাত খিৰিকীৰ দাঁতিতে খাপ দি আছিলোঁ। ভিতৰলৈ কাৰ্ডটো পঠিয়াই দিয়া মাত্ৰকেই অধ্যক্ষদেৱ ওলাই আহিল আৰু মই ক'ৰ পৰা গৈছোঁ, কি লাগে বুলি সুধিলেহি। কলোঁ, "অসমৰ পৰা আহিছোঁ আপোনাৰ কলেজত আই-এ শ্ৰেণীত নাম লগাবলৈ।" বসুৱে সুধিছিল বঙলাৰে আৰু মই উত্তৰ দিছিলোঁ ইংৰাজীৰে। মই ইংৰাজী কোৱা দেখি

---

২। ১৮৮৬ খৃঃত এই কলেজ পোনেই বঙ্গভাষী স্কুল হৈ আছিল। ১৮৮৭ খৃঃ জুনত কালকতা বিশ্ববিদ্যালয়ে এফ্ এ শ্ৰেণীলৈকে মঞ্জুৰ কৰে। ১৮৯৬ চনৰ মাৰ্চৰ পৰা বি-এ (আৰ্টছ) আৰু বি-এললৈ মঞ্জুৰী পায়।

৩। বিলাতত থাকোতে তেওঁলোকেও বিলাতী সাজপাৰ নিপিন্ধিছিল। আন ভাৰতীয় লবাই ইংৰাজী পোচাক পিন্ধা দেখিলে তেওঁ হাঁহিছিল হেঃ—

তেওঁ অলপ আচৰিত হৈ নিজে নিজেই কলে "অসমীয়াই অৱশ্যে বাংলা বুজিবলৈ টান পায়।" কথাবাৰ কৈয়েই মোক কলেজৰ কেৰেণী বিনোদ বাবুৰ ওচৰলৈ পাঁচিলে। মই কলোঁ বোলো সেইকালে টেকেলি কাতি হ'লত হে আপোনাৰ ওচৰলৈ আহিছোঁ—অৰ্থাৎ তেওঁ "চীট" নাই বুলি কোৱাত হে আপোনাৰ ওচৰলৈ আহিছোঁ। তেতিয়া তেওঁ আকৌ সুধিলে, "তুমি বাৰু যোগেন্দ্ৰ বৰুৱাক চিনি পোৱানে?" মোৰ লাগিল দোধোৰ মোধোৰ। অসমত আছে দুজন যোগেন বৰুৱা। এজন গুৱাহাটীৰ উকীল আৰু ইজন ই এ চি গোলাঘাটৰ। কৈ থলোঁ চিনি পাওঁ বুলি। (ই এ চি হোৱা যোগেন বৰুৱাই বঙ্গবাসী কলেজৰ পৰা সুখ্যাতিৰে 'ৰটেনী' বিষয়ত কৃতিত্ব লাভ কৰি বি-এচ-চি পাচ কৰি গৈছিল।) বস্তুৰে দ্বিধা-বোধ নকৰি তৎক্ষণাৎ মোৰ নাম লগাব লাগে বুলি কেৰেণীলৈ লিখি পঠিয়ালে।

সেই মতেই গৈ বঙ্গবাসী কলেজৰ আই এ শ্ৰেণীত নাম লগালোঁগৈ। বিষয় ললোঁ— ইংৰাজীৰ বাহিৰে লজিক, সংস্কৃত আৰু 'ৰটেনী'। কিন্তু বঙ্গবাসীত নাম নলগালোঁ যেনিবা বিহ হে খালোঁ। এটাইবোৰে মোক বিদ্ৰূপ কৰিবলৈ ধৰিলে "নেদেখিছাহে, এই গৰাকী গুণ্ডা কলেজৰ" ছাত্ৰ। যোৰহাট শিৱসাগৰত যিদৰে বেজবৰুৱা—উপেন বৰুৱাৰ প্ৰাইভেট স্কুলক (সেই সময়ত) "কলেজ" বুলি চৰকাৰী স্কুলৰ ল'ৰাই ইতিকিং কৰিছিল সেইদৰে বঙ্গবাসী কলেজটোকো সৰহভাগ বঙালীয়েই নিকৃষ্ট কলেজ বুলি খিচলিং কৰিছিল। তথাপি ১৯২০ চনৰ আধাখিনীয়াকৈ বি এ পৰীক্ষাটো দিয়ালৈকে তাৰে ছাত্ৰ আছিলোঁ। তেতিয়া কলেজৰ হোষ্টেল নাছিল। লোহিত চন্দ্ৰ ভূঞাৰ "আসাম ফ্ৰেণ্ডচ এজেন্সী" থকা ৪৩ নং আমহাষ্ট ষ্ট্ৰীট—লৈ গৈ প্ৰায় ডেড় বছৰ থাকিলোঁ। বঙ্গবাসীত পঢ়োঁতে ১৯১৮-১৯২০ দুবছৰ ৫/১ এ আমহাৰ্ট ষ্ট্ৰিটত থকা কলেজৰ হোষ্টেলত আছিলোঁ।

## চতুৰ্থ অধ্যায়

**মোৰ জীৱনৰ পট পৰিবৰ্ত্তন :** বঙ্গবাসী কলেজটো গুণ্ডা বুলিলে বৰকৈ যে বঢ়িভা লেখায় এনে নহয়। গুণ্ডা বোলাৰ কাৰণ আছে। তাত দেখিলোঁ। "ডিচিপ্লিনৰ" একো ধৰাবন্ধা নিয়ম নাই*। সেই সময়ত; বঙ্গদেশৰ প্ৰায়বোৰ উন্নত ঠাইতেই একোটা একোটা কলেজ। সেই কলেজবোৰত 'প্ৰমোচন' নেপাই নাইবা অসৎ চৰিত্ৰৰ বাবে নাইবা পৰীক্ষাত নকল কৰি খেদা খাই অহা প্ৰায় ভাগ ছাত্ৰেৰেই এই কলেজ ভৰ্ত্তি। কলেজৰ বাহিৰত যিমান চিঞৰ বাখৰৰ খলকনি, ক্লাছৰ ভিতৰতে কোনো কোনো অধ্যাপকে পঢ়ুৱাই থাকোতেও সিমান খাঁখিয়নি। ল'ৰাই একোজন অধ্যাপকক গণিতাকে নকৰে। সংস্কৃতৰ অধ্যাপকজন ক্লাছত সোমালে যে ইমান কোঢ়াল হয়, ঘৰটোয়েই কেতিয়াবা উৰি যাওঁ উৰি যাওঁ কৰে। অধ্যাপকজনক ছাত্ৰবিলাকে "পণ্ডিত মশাই" (মহাশয়) বুলি সম্বোধন কৰে। 'পণ্ডিত মশাই' সোমালেই ক্লাছত যি হাঁহি-খিকিন্দালি আৰম্ভ হ'বলৈ ধৰে তাক আমাৰ দৰা-কন্যাই (পুৰণি কালত) তামোল কটাৰী সলাওঁতে হোৱা খিকিন্দালিৰ লগত হে বিজাব পাৰি। শ্ৰেণী বহা খোটালীটোও তদ্ৰূপ মড়লৰ ঘৰৰ মজিয়া খনেই। ক্লাছত প্ৰৱেশ কৰাৰপৰা অন্তৰ্দ্ধান হোৱালৈকে এই ৪৫ মিনিটত অধ্যাপক দেৱৰ ৰূপ তিনিটা দেখিবলৈ পোৱা যায়। প্ৰথমটো দেখা যায় প্ৰৱেশ কৰোঁতে; দ্বিতীয়টো "ৰ'ল কল", কৰোঁতে (ছাত্ৰৰ নাম মাতোতে) আৰু তৃতীয়টো আমি পঢ়া "কুমাৰ সম্ভৱ" ব্যাখ্যা কৰোঁতে। ক্লাছত সোমাওঁতেই ল'ৰাবোৰে একে বেলিয়েই গিৰ্জ্জনি মাৰি মাত লগাৰ—"আসুন।" আসুন পণ্ডিত মশায় আসুন, শীঘ্ৰে আসুন।" লগে লগে গণ্ডগোলৰ প্ৰথম খলকনি আৰম্ভ হৈ গ'লেই। তাৰ পিচত বেদীত থিয় হৈ যেতিয়া অধ্যাপকজনে কাছ ডিঙৌয়া ভিডিটো ডুবাকাছৰ দৰে "ৰ'ল নম্বৰ" মতা মাতটোৰে পতি এবাৰ উলিয়াই এবাৰ সুমুৱাই,

---

* অৱশ্যে, আজি সেইবোৰ বদনামৰ নামশ্ৰুতি নিশ্চয় নাই।

ল'ৰাৰ নামবোৰ একালৰপৰা মাতি যাব, তেতিয়া ল'ৰাইতৰ যে ঠেওকালিখন কি নেচাব। পণ্ডিত মশায়ে মাতিব "Roll Number One, Present?" ৰ'ল নম্বৰ এক, আছে নে?" এটাই মাত দিব "Yes sir" (আছোঁ চাৰ)। আকৌ মাতিব "Roll Number two, Piesent? ৰ'ল নম্বৰ দুই আছেনে?"—উত্তৰ আহিব "Yes sir, (আছেঁ। চাৰ)" সেই উত্তৰৰ মাতষাৰ কোন চুকৰপৰা আহিল 'পণ্ডিত মশায়'ৰ ভ্ৰুৰেই নাই। একেটা ল'ৰায়েই কেতিয়াবা কেতিযাবা পাচোঁটা-ছট, ল'ৰাবো 'প্ৰক্সি' দি যায় অৰ্থাৎ নহা ল'ৰাৰ নাম মাতিলেও কোনোবা এটায়েই 'Present sir, আছোঁ চাৰ' বুলি কৈ যায়, তথাপি কোনো ল'ৰাটো ইমান অঘাইটং যে 'স পাঁচোটা ল'ৰাৰ হৈ পাঁচ বেলি আছোঁ চাৰ বুলি কওঁতে বেলিয়ে পতি মাতটো সলাই সলাই কৈ যায়। 'হোলাৰ ভাই মোল।" অধ্যাপক 'পণ্ডিতে' ভাবে "ৰ'ল নম্বৰৰ ল'ৰটোৱেই সঁচাসঁচকৈয়ে মাতিছে হবলা। পিছে সিপিনে যে ল'ৰা নায়েই তাতে আকৌ আন এটা ল'ৰাই লগাই দিয়ে "পণ্ডিত মশাই ৰ'ল মম্বৰ অমুক আজ অহাই নাই।" তেতিয়া "পণ্ডিত মশায়ে' গৰ্জ্জি উঠি 'প্ৰক্সি" দিয়া ল'ৰাটোক সুধব, "তুই বেটা মিথ্যা বলচিস কেন?" ল'ৰাটোৱে ধৰ্ম্ম যুধিষ্ঠিৰৰ ভাও ধৰি টপৰাই কৈ পেলায়, 'সত্যি সে এব্‌চেন্ট, আমাকে 'প্ৰক্সি' দিতে বলচিল বলেই দিচ্ছি। আপনি ত পণ্ডিত মশায় ক্ষমাৰ প্ৰতিমূৰ্ত্তি, আমাৰ যদি ভুল হয়ে থাকে, নিশ্চয় আপনি ক্ষমা কৰবেন।" এই কথাষাৰ কৈয়েই সি "মাৰ্চেণ্ট অব্ ভেনিচৰ" পঢ়িয়াই কোৱাৰ ক্ষমাৰ সূত্ৰটো ঠেও লগাই লগাই শুনাব। (সিপিনে যে তত 'পণ্ডিত মহাশয়ে' প্ৰেজেণ্ট মাৰ্ক দি বহী জপালেই। "আৰে বাপু, এ সব কৰিস্ না" বুলি সেইদিনাৰ কথা তাতে অন্ত পেলালে। ফিৰিকা দিনা আকৌ সেইদৰেই, প্ৰক্সি চলি থৈ থাকে। আকৌ যদি মহাশয়ে ধৰে, ল'ৰাটোৱে হাতযোৰ কৰি কয় 'আজ্ঞে মাফ্ কৰবেন। আমাৰ ভুল হ'ল।" "আচ্ছা, তোমাকে ক্ষমা কৰলুম, আৰ এ ৰকম ছেলেমানুষী কৰ না।" এইখিনতে ৰ'ল কল পৰ্ব শেষ।

'কুমাৰ সম্ভৱ'খন পঢ়ুৱাবলৈ হাতত লৈয়েই মহাশয়ে যেই পাত লুটিয়াবলৈ ধৰিলে সেই ল'ৰাবোৰেও কেউফালৰপৰা হুই মাৰিবলৈ আৰম্ভ কৰিলে। মহাশয়ে টেলেকাটেলেক কৈ নয়ন দুটি ঘুৰাবলৈ ধৰোঁতেই ল'ৰাইতে কয় "আপুনিয়েই দেখোন স্বয়ং ইউনিভাৰচিটিৰ সংস্কৃত একজামিনাৰ; আপোনাৰে

ছাত্ৰবুলি মাৰ্ক দুটামান দি আমাক জানো মৰম নকৰিব?" তোৰামোদত তুষ্ট হোৱা যেন দেখিলেই আকৌ খটাসুৰইতে জোকাব, "আচ্ছা পণ্ডিত মশায়, বলুন ত পাৰ্ব্বতীৰ ৰূপটা কি ৰকম ছিল?" তাৰ উত্তৰত পূজনীয় অধ্যাপক বিদ্যাভূষণদেৱে ইাহি এটি মাৰি যি ৰূপ ধৰে তাক আমাৰ ভাষাত ক'বলৈ হ'লে এনেকুৱা হ'ব :—

"তোমালোকে আক এতিয়া তৰচেঙেলী চেঙেলীয়া ল'ৰা হৈ থকা নাই, ঘৰত চাগৈ একো একোজনী প্ৰিয়তমা প্ৰেয়সীক এৰি থৈয়ে আহিছঁা (বহুত ছাত্ৰ বিবাহিত আছিল)। ইমানতো তোমালোকক বুজাই দিব লাগিব নেকি কালিদাসে পাৰ্ব্বতীৰ ৰূপটো বৰ্ণাইছে কেনেকৈ? কালিদাসৰ কবিতাৰ মৰ্ম্মই হ'ল,

"কথাৰ নেভাঙিবা থোৰ
আদখিনি তোৰ আদখিনি মোৰ"।

**অধ্যাপক যোগেন্দ্ৰ নাথ বিদ্যাভূষণ :** আমাক সংস্কৃত পঢ়ুৱা এই অধ্যাপক গৰাকীৰ নাম আছিল "শ্ৰীযোগেন্দ্ৰ নাথ বিদ্যাভূষণ, এম্-এ।" এখেতৰ সংস্কৃত ভাষাত থকা জ্ঞানতকৈও ইংৰাজী ভাষাত থকা জ্ঞানৰ পৰিসৰটো হে বহল আছিল। তথাপি, সংস্কৃতজ্ঞক সংস্কৃত ভাষাৰ মৌলিক সংস্কৃতিয়ে যেনেকৈ গ্ৰাস কৰি পেলায়, ইংৰাজী ভাষাত ব্যুৎপত্তি থকা সত্বেও বিদ্যাভূষণদেৱক সংস্কৃতৰ সূক্ষ্মাৰ্থজ্ঞানে তেনেকৈ সম্পূৰ্ণ সংস্কৃতময় কৰি পেলাইছিল। শৌচ-সংযম, দয়া-ক্ষমা, শম-দম, তপ-ধৃতি, বিদ্যা— এই নৱগুণেৰে অলংকৃত আছিল পূজনীয় যোগেন্দ্ৰ নাথ বিদ্যাভূষণ।

এদিন তেওঁ মোক "আসামীৰা অসভ্য" বুলি কৈছিল। সেই কথাষাৰে মোক "গোৰ মাৰি গঙ্গাত হে যেনিবা পেলাই দিলে।" (কেনেকৈ পেলালে আন এঠাইত লেখিছোঁ)। বঙালীৰ জাতীয় অভিমানৰ এই কণ কলঙ্ক আছিল যদিও মই তেওঁক বেয়া পোৱা নাছিলোঁ।। জহৰ বন্ধত ঘৰৰপৰা ঘূৰি যাওঁপতি তেওঁলৈ একোখন একোখন ফুলাম অসমীয়া গামোচা আক এক পাউণ্ড চাহপাত লৈ গৈছিলোঁ। আক তাকে ঘৰত দি তেওঁক গুৰু ভক্তিৰ ওলগ জনাইছিলোঁ।।

অধ্যাপক মৃত্যুঞ্জয় চাটাৰ্জ্জীয়ে প্ৰথম বাৰ্ষিকত লজিক, তৃতীয় বাৰ্ষিকত ৰাজনীতি পঢ়ুৱাইছিল। পণ্ডিত ভৱভূতি ভট্টাচাৰ্য্যয়ো সংস্কৃত লৈছিল। দক্ষিণাৰঞ্জন বানাৰ্জ্জী আক হৰেন্দ্ৰ নাথ মিত্ৰই "বটেনী", এচ চৌধুৰী বি-এ

(কেন্টাৰ) আৰু ললিত কুমাৰ বানাৰ্জ্জীয়ে ইংৰাজী পঢ়ুৱাইছিল। 'বুৰঞ্জী' পঢ়ুৱা অধ্যাপক প্ৰায়েই সালসলনি হৈ আছিল। অসমৰ অভয় শঙ্কৰ গুহৰ পুত্তেক বিৰজা গুহয়ো দুদিনমান অধ্যাপনা কৰিছিল। এই সকলৰ ভিতৰত অধ্যাপক যোগেন্দ্ৰ বিদ্যাভূষণ, অধ্যাপক ললিত কুমাৰ বানাৰ্জ্জী আৰু অধ্যাপক হৰেন্দ্ৰ নাথ মিত্ৰৰ পাণ্ডিত্য, ব্যক্তিত্ব আৰু শিক্ষা পদ্ধতিটোহঁত বোধকৰোঁ, মৃত্যু পৰ্য্যন্ত মনত থাকিব।

**অধ্যাপক ললিত কুমাৰ বন্দোপাধ্যায়ঃ** ইংৰাজী অধ্যাপক ললিত কুমাৰ বন্দোপাধ্যায় এম-এ, বিদ্যাৰত্ন আছিল। আমাৰ দ্বিতীয় বেৰিষ্টাৰ (প্ৰথম ৰাধিকা ৰাম ফুকন), কলিকতা হাইকৰ্টৰ একটিং জজ আবদুল মজিদৰ সহপাঠী আৰু সহপৰীক্ষাৰ্থী, আৰু তেওঁৰে সৈতে একে বছৰতে একে সময়তে বৰ সুখ্যাতিৰে বি-এ পাছ কৰিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ ১৮৮৭ চনৰ বি-এ পৰীক্ষাত তেওঁৱেই ইংৰাজীৰ প্ৰথম বিভাগত অষ্টম স্থান অধিকাৰ কৰে আৰু সংস্কৃতত প্ৰথম বিভাগত প্ৰথম হৈ সোণৰ মেডেল পাইছিল। প্ৰথম বিভাগ বা শ্ৰেণীৰ দ্বিতীয় স্থান অধিকাৰ কৰিছিল বিদ্যাসাগৰ কলেজৰ অধ্যাপক জ্ঞানৰঞ্জন বানাৰ্জ্জীয়ে আৰু সেই বিভাগৰ মনোবিজ্ঞান আৰু নীতি বিজ্ঞানত তৃতীয় স্থান পাইছিল যোৰহাটৰ আবদুল মজিদে। সেই কালত বিলাতত পঢ়িবলৈ যাব খোজা প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা ছাত্ৰক গিলক্ৰাইষ্ট স্কলাৰছিপ বঁটা দিয়া হৈছিল। ললিত কুমাৰ প্ৰথম হোৱা বাবে সেই বৃত্তিটো তেওঁৱেই প্ৰাপ্য আছিল। কিন্তু তেওঁ আছিল নৈষ্ঠিক 'গোড়া' ব্ৰাহ্মণ। সেইদেখি, বিলাতত পঢ়িবলৈ মনকে নেমেলিলে। গতিকেই, জ্ঞানৰঞ্জনৰ ভাগতে বৃত্তিটো পৰিল। জ্ঞানৰঞ্জনৰ পিতৃ-মাতৃও আকৌ নিকপকপীয়া ব্ৰাহ্মণ। বিলাতলৈ যাবৰ প্ৰবল ইচ্ছা থকাতও তেওঁ বাপেক-মাকৰ পৰাই যাব নোৱাৰিলে। বিলাতলৈ যাবলৈ নেপাই ধিক্কাৰ লাগি খঙে-বেজাৰে তেওঁ হিন্দু ধৰ্ম্মকে পৰিত্যাগ কৰি পেলালে। বৃত্তি পোৱা আৰু ধৰ্ম্মত্যাগ কৰা কালৰ ব্যৱধানে 'জ্ঞানবাবুক' বিলাতলৈ যোৱাত বাধা জন্মোৱাত বৃত্তিটো আবদুল মজিদৰ ভাগ্যত পৰিল। ললিত বাবু পাচত এম-এ পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ এটি উজ্জ্বল ৰত্ন হৈ পৰিল। আবদুল মজিদেও বেৰিষ্টাৰী পাছ কৰি আহি কলিকতা হাইকৰ্টৰ একটিং জজ হৈ অসমীয়া বুদ্ধি-যোগ্যতাৰ পৰিচয় দিছিল। ললিত বাবু ইংৰাজী-সংস্কৃত-বঙ্গলা কেয়োটা ভাষাত সমানে চৌকস্ পণ্ডিত। তেওঁ অকল বঙ্গবাসী কলেজৰেই গৌৰৱ নহয়, কলিকতীয়া

কলেজ সমূহৰ ইংৰাজী পঢ়া ছাত্ৰবিলাকৰো শ্ৰদ্ধা-ভক্তিৰ পাত্ৰ আছিল। ললিত বাবুৰ ইংৰাজী অধ্যাপনা শুনিবলৈ প্ৰেচিডেন্সি কলেজৰ ছাত্ৰ আহিও শ্ৰেণীৰ খোঁটালী ভৰি পৰিছিল। তেওঁ পঢ়ুৱা নিয়মটো আজিকালি দিনত পৰ্ব্বতৰ কাছকণী বুলিব পাৰি। শব্দ একোটাৰ অৰ্থ খৰচি মাৰি বুজাওঁতেই তেওঁৰ ঘণ্টাটো (পিৰিয়দ) শেষেই হয়। সেই শব্দৰ গূঢ় ভাব আৰু অৰ্থৰ লগত বজিতা খোৱা জগদ্বিখ্যাত গ্ৰন্থকাৰৰ বাক্য বা বচন মুখতে মাতি শুনাব। ৰবি ঠাকুৰ, নবীন সেন, বঙ্কিম চাটাৰ্জ্জী, চেক্সপীয়েৰ, ৱৰ্ডচৱৰ্থ, মেক্সমূলাৰ, গেটে, মেটাৰলিঙ্ক আৰু এডুমণ্ড গছৰ গ্ৰন্থ আৰু সমালোচনা মূলক সাহিত্য ৰাজি তেওঁৰ কণ্ঠস্থ আছিল বুলিলেও বঢ়াই কোৱা নহয়। এই বিলাকৰ উপৰিও, কালিদাস, ভৱভূতি, কহ্লান, বল্লভাচাৰ্য্য, শঙ্কৰাচাৰ্য্যৰ উক্তি একোটা উদ্ধৃত নকৰাকৈ তেওঁ অধ্যাপনৰ বক্তৃতা আৰম্ভকে নকৰিছিল। শব্দ ব্ৰহ্মৰ কালিকা আৰু সাহিত্য মাধুৰীৰ পৌৰুষ ললিত কুমাৰ বন্দোপাধ্যায়ৰ অধ্যাপনাতেই ব্যক্ত হৈছিল। সংস্কৃতৰ প্ৰতি অনুৰাগী হোৱা বীজটো ললিত বাবুৰ বক্তৃতাৰ পৰাই মোৰ অন্তৰত গাজ উঠে।

অধ্যাপক বন্দোপাধ্যায়ৰ বৰণটো ক'লা আছিল; মুখখন চকলা টেঙা যেন চকচকিটা অমৰাগুটীয়া, ওখই ৫ ফুট ৭ ইঞ্চিমান হ'ব। গাটো শকত, পেটটো ঠিক টেকেলিটোৰ দৰে নহলেও বৰ্ত্তুলাকাৰ। পিন্ধে চোগা-চাপকণ, চুৰিয়া পিন্ধি কানত চেলেঙৰ থোৰ পেলাই নাহে। ক্লাচলৈ সোমোৱাৰ লগে লগেই তেওঁৰ শ্যাম বৰণীয়া মুখমণ্ডলৰ পৰা বিম্বফলাকৃতি বা বেলিপকাটোৰ দৰে তাম্বুল ৰাগৰঞ্জিত ওষ্ঠাৱয়ৱৰ চকমকনিটো ক্লাছত বিস্ফোৰিত হয়হি, তেতিয়া হাঁহি-কিৰীলিত উৰি যাওঁ পুৰি-যাওঁ হৈ থকা শ্ৰেণীটোৰ খোঁটালীটো কাঁহ পৰি জীণ যায়। "ক কাৰেৰ, অহঙ্কাৰ" "আহ্লাদে আটখানা" আদি টেটবুটীয়া গ্ৰন্থ লেখি ললিত বন্দোপাধ্যায়ে বঙলা সাহিত্যৰ এটি স্বকীয়া ৰহঘৰা সাজি থৈ গৈছে। ইয়াৰ বাহিৰেও, তেওঁ সমসাময়িক আলোচনী কাকতত অজস্ৰ সুচিন্তিত পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ লেখিছিল। তেওঁ বঙ্গসাহিত্য পৰিষদৰ সভাপতিও হৈছিল। সংস্কৃত ভাষা সাহিত্যৰ গৱেষণামূলক পুথিও খন দিয়েক লেখিছিল। ললিত কুমাৰৰ ললিত সাহিত্য সমালোচনাৰ পদ্ধতিটোৱে এই লেখকৰ মনত এনেভাৱে অন্তৰৰ তলিলৈকে সাঁচ বহুৱাই দি গ'ল যে সেই পদ্ধতিকে এতিয়াও কোনো কোনো ক্ষেত্ৰত প্ৰয়োগ কৰি ললিত বাবুৰ সান্নিধ্য স্মৃতি সুৱঁৰি থাকোঁ।

অধ্যাপক হৰেন্দ্ৰনাথ মিত্ৰই পঢ়ুৱাইছিল "বটেনী" (উদ্ভিদ বিদ্যা), গছ-গছনি, লতাফুল, আলু-গুটি-কচুগুটিৰ গাৰ আকাৰ প্ৰকাৰ, আৰু গঠনৰ গঢ়গতি প্ৰত্যেকটো কথাকেই একোটা জৰ্বজং লেটিন জাৰ্মান মিশ্ৰিত শব্দেৰে ফঁহিয়াই দেখুৱাইছিল। অধ্যাপক মিত্ৰৰ মুখত 'বটেনীৰ' বৈজ্ঞানিক আছু-তীয়া শব্দবোৰ "লাওপাত-কচুপাত" যেন আছিল। তেওঁ গছৰ ছাল এছটা লৈ 'মৰফলজি' (আকৃতি বিজ্ঞান) সম্বন্ধে বক্তৃতা আৰম্ভ কৰি মাখিছাল (এপিডাৰ্মিছ), ভিতৰছাল (এণ্ডাৰ্মিছ) বা বকটুৰ আভাসটো দিয়ে। তাৰ পিচত, অলপ বৈয়ে একেবাৰেই এণ্ড'প্লেজোম, প্ৰটোপ্লেজম, (জীৱ সঞ্চাৰ হোৱা বীজলুৱা পদাৰ্থ) মেটাবলিজোম (মতা-মাইকী হোৱা, মাইকী মতা হোৱাৰ নিচিনাকৈ ৰূপান্তৰ হোৱা), ইত্যাদি শব্দবোৰ ইমান খৰকৈ আৰু সৰসৰী-য়াকৈ কৈ যায় যে আমি দেখি তধা লাগোঁইক। মুঠতে, উদ্ভিদ বিদ্যাৰ শাস্ত্ৰধন তেওঁৰ নিমিত্তে ভাত মাছ যেন আছিল সঁচা, আমাৰ নিমিত্তে হ'লে কলগ্ৰহ হৈছিল। 'প্ৰফেছৰ' বুলিলে, বিষয়টোইত নিজে নিৰহ নিপানীকৈ বুজিব লাগে আৰু ছাত্ৰ-ছাত্ৰীক বুজাব জানিব লাগে। হৰেণ মিত্ৰ অধ্যাপকৰ দৰে বুজোঁতা আৰু বুজাওঁতা অধ্যাপক আজিকালি বিৰল।

## পঞ্চম অধ্যায়

**অনা-বঙালী ছাত্ৰ ঃ** অধ্যাপকসকলৰ সমুখৰ বেঞ্চবোৰত বঙালী ছাত্ৰৰ ঠাই। আমি অনাবঙালী ছাত্ৰ কেইজন পাচৰো পাচ অন্তি পাচত থকা বেঞ্চত বহোঁ। আমাৰ লগতে, অৱশ্যে দুজনমান "গাধা" মোহৰ পোৱা সাত বিহৰ সৈয়া কণী, দুৰ্জ্জন বঙালী ছাত্ৰয়ো শাৰী পুৰাইছিল। সিপিনে, অধ্যাপকে (প্ৰিন্সিপেল বসু, প্ৰঃ ললিত বাবু আৰু প্ৰঃ হৰেন মিত্ৰত বাদে) অধ্যাপনাৰ বক্তৃতা দি থাকিব আৰু ইপিনে আমাৰ বঙালী বেঞ্চ লগৰীয়া কিজনৰ মুখত প্ৰেমৰ গান চলিব। বিলাত ফেৰত ইংৰাজী অধ্যাপকে পঢ়িব, ।

"Sweetest songs are those that tell us of saddest thoughts" আৰু আমাৰ সহ আসনস্থিত বন্ধু কিজনে ধৰিব "মাঝী, তৰী হেথা বান্ধবী না ক' ঐ ঘাটেতে " ইত্যাদি। ললিত বাবু নহালৈকে সিইঁতৰ গান মুক্ত স্বৰেৰে চলিয়েই থাকে।

আমি সাতখন প্ৰদেশৰ সাতজন ছাত্ৰ দুখন বেঞ্চত একে শাৰীকৈ বহিছিলোঁ। চীলনৰ (লঙ্কাদ্বীপৰ) ১ জন, মহীশূৰৰ ১ জন, বেহাৰৰ ১ জন, কুৰ্গৰ ১ জন, মাদ্ৰাজৰ ১ জন, উৰিষ্যাৰ ১ জন আৰু আমাৰ মই। এই সাতোজন যেনিবা তাহানি সাধুকথাত শুনা সাত ভাই-ককাই আছিলোঁ ইঁক। বঙালী কেইজনে আমাৰ শাৰী পুৰাইছিল যদিও, আমাৰ জাকত লীণ যাব নোৱাৰিছিল। শনিবৰীয়া তৰ্ক সভাত আমি অ-বঙালী কিজন সদায় একে গোট হৈ আছিলোঁ। উৰীয়া আৰু বেহাৰী ছাত্ৰ দুজনে বঙালীৰ লগত বঙলাৰেই কথা-বাৰ্তা পাতিছিল। ই কেইজনে অৱশ্যে ইংৰাজীৰে, মইও। মোৰ মুখৰ গঢ় (আৰ্জা) দেহৰ জালী-পান, পিন্ধা-উৰা কাপোৰ-কানি বঙালীৰে সৈতে একেই আছিল। প্ৰভেদ আছিল মাত্ৰ মোৰ চুৰিয়াৰ থোৰ আৰু পোন্ধটোত। থোবটো মাৰি পোন্ধ-টোৰে সৈতে আটি-আটি মালকোছা (ডবল লেংটি) মাৰি ফুৰিছিলোঁ। (মোৰ সহপাঠী বন্ধু আৰু একে কোঠা নিবাসী গিৰীন নাথেও মালকোছা মাৰি-ছিল) আৰু সেইদৰেই ক্লাছলৈ গৈছিলোঁ। কিবা এটা কথাত ভূপেন

মিত্র বোলা এজন ছাত্রই এদিন মোক এনেকৈ কিয় "পোছাক কৰ" বুলি সোধাত মই কৈছিলোঁ। (ইংৰাজীৰে) "তোমালোকৰ দৰে আমাৰ অসমীয়া মানুহে চুৰিয়া-খোৰেৰে আলিবাট সাৰি নেযায়, চুৰিয়াৰ খোৰটো "ঝাড়ু" (শোটা বা বাঢনী) নহয়। তোমালোকৰ চুৰিয়াৰ পোন্ধটো ইমান ঢিলা যে তাৰ মাজেদি মেকুৰি পোৱালী এটাও সৰকি যাব পাৰে।* অসমীয়া মানুহৰ পোন্ধটো তোমালোকৰ দৰে খোজ কাঢি যাওঁতে কেতিয়াও লৰক-ফৰক নকৰে; নাইবা ফিৰফিৰীয়া বতাহ পালে সাপৰ দৰে কেৰমেৰ নকৰে। আমাৰ পোন্ধ হৈছে "ধৰ জৰী, মাৰ টাঙোন" (মাল যুদ্ধৰ জন্য প্ৰস্তুত)।" অন্য বঙালী বন্ধু কিজনেও মোকো প্ৰথমতে বঙালী বুলিয়েই ভাবিছিল। পিচে, মই যেতিয়া বঙালী ছাত্ৰৰ লগত বঙলাৰে কথা নেপাতি ইংৰাজীৰে পাতোঁ তেতিয়া তেওঁবিলাকৰো সন্দেহ লাগি মোক সুধিলে, "আপুনি বঙালী নহয় নেকি" ? মই "নহওঁ" বুলি যে কলোঁ ৰেইনে, তাতে আকৌ ভিৰ দি ভুআষাৰমান নাল লগোৱা কথা লগাই ন-দি কলোঁ। বোলোঁ, "মই অসমীয়া। অসমীয়াই বঙলা বুবুজে, নকয়ও।" অসমীয়া', বুলিলত তেওঁবিলাক কেউজন আচৰিত হৈ আৰু পাচত মোক কৌতুহল পূৰ্ণভাৱে ঘনাই-ঘনাই অসমীয়া মানুহৰ কথা সুধিছিল।

চীনন-মাদ্ৰাজৰ কথা এৰিছোঁৱেই, নোৱাখালী চাটগাঁৱৰ ল'ৰায়ো যে "অসম দেশখন ক'ত", "ঢাকাৰেই এটা চুবা নেকি ?" বুলি সোধে তাতে হে আচৰিত। বঙালীৰ লগত বঙলাৰে কথা নোকোৱাত সিহঁতে প্ৰায়েই মোক ঠাট্টা কৰিছিল, "এ বাৰ্ম্মা থেকে এসেছে", কোনোৱাটোৱে আকৌ "খোট্টা" (দেহুৱালী), বা "মৰঅ-মৰঅ মাদ্ৰাজী" (মাদ্ৰাজী বিলাকে কথা কওঁতে মৰমৰাই থাকে, সেই দেখি মৰঅ মৰঅ) কৰি উপলুঙা কৰিয়েই বৰ ৰহইচ কৰিছিল। মইযে বঙলা নকৈছিলোঁ তেনে নহয়। কৈছিলোঁ, দুই চাৰি আষাৰ। সেয়ে পিচে সিহঁতৰ মৌখিক ভাষাত নহয় দেই। পুথিত লিখা ভাষাৰেহে। যেনে, ক'ব লাগিছিল "আমাৰ বাড়ী আসামে," কৈছিলোঁ, আমি আসাম হইতে আসিয়াছি," আকৌ যদি ক'ব লাগে, "একটা পাণ খেয়ে আসি", কওঁ— "আমি এক খানা তাম্বুল খাইয়া আসি." মোৰ মুখৰ "মিষ্টি" বঙলা শুনি খো-খোকৰে হাঁহে। ভাত ৰন্ধা ঠাকুৰক কৈছিলোঁ "ও হে ঠাকুৰ, আমাৰ জন্য একখণ্ড মৎস্য লইয়া আইস।"

*এইবোৰ এতিয়া সাধুকথা হ'ল।

'বৰ-পণ্ডিত' খটাসুৰ বঙ্গজ বন্ধু কিজনে মোক পেঘেনিয়াই পেঘেনিয়াই সুধিছিল "তোমাদেৰ দেশে ৰবি বাবুৰ মত কবি কি আছে?" আৰু সুধিছিল, "আচ্ছা, তোমাদেৰ একটা গান শুনাও ত।" প্ৰথমটো প্ৰশ্নৰ উত্তৰত কৈছিলোঁ, "আমাৰ দেশত ৰবি ঠাকুৰৰ দৰে উপনিষদৰ শ্লোক ভাঙিবপৰা মানুহ নাই সচা, কিন্তু আমাৰ দেশৰ মতা-মাইকী এটাইবোৰেই কবি"। দ্বিতীয়টোৰ উত্তৰত কৈছিলোঁ "হা'বিৰে-বননিয়ে আমি গানতেই উটি বুৰি ফুৰোঁহঁক"। `

এদিন সিহঁতে বেৰি ধৰিলে বোলে মই অসমীয়া গান এটা গাই শুনাবই লাগে। মোৰ গান গোৱা সজ নায়েই। কেতিয়াও গানত এঁকে কৰা নাই। এতিয়া কেনেকৈ গাওঁ? ইপিনে মই ওফাইডাং মাৰি কোৱা কথাষাৰ নৰজালেও নহয়। দিলোঁ গাই, জনায়-নজনায় ডুফাঁকিমান বিহু নামকেঃ—

"আগলি বাঁহৰে
লাহৰী গগণা
বহি তাঁতৰ পাটত বাওঁ।
আহে কি নাহে ঐ
মোৰ জানো লাহৰী
চিৰী পাতি মঙ্গলখন চাওঁ।।"

এই নামটোৰ (গানটোৰ) অৰ্থ কেইটা ফঁহিয়াই দেখুৱাওঁতে যেতিয়া কলোঁ, তোমালোকৰ দেশত গগণা যেতিয়া নাই, তাঁত যেতিয়া নাই, মঙ্গল চাব যেতিয়া নেজানা, আমাৰ বিহু 'গান'ৰ সোৱাদ কি বুজিবা? আমাৰ দেশৰ মাইকী মানুহে এহাতে তাঁত বৈ থাকিব আৰু ইহাতে প্ৰেমিকাৰ কথা ভাবিব। তোমালোকৰ দৰে প্ৰেমত পৰি 'গলায় ফাঁচী' লবলৈ নেযায়। আমাৰ শিল্প, প্ৰেম সমানে চলে।

তাৰ পিচত এদিন সুধিলে বোলে তেনেকুৱা 'গান' থকা কিতাপ নাই নে? মই "আছে তোন" বুলি বেজবৰুৱাৰ "বাঁহী" এখন নি তাঁত লগাই গাই শুনালোঁগৈ :—

'গধূলিৰ মলয়া উৰি যা উৰি যা
বাটত নিজিৰাবি তই,
দূৰণি বাটতে চকুলো টুকিছে
চেনেহী বিয়াকুল হৈ।

তুফাঁকি কবিতা এফাঁকি সম্বিধান
এটুপি চকুৰে লো ;
লৈ যা মলয়া মোৰে মূৰ খাব্
ভগা বুকুখনি হোঁ"।

গীত কিফাঁকিৰ মজাটো উলিয়াই, ফেনেকি দিলত, সিহঁতে গমটো পাই, সাহিত্য কবিতাৰ মোল বুজোঁতা ( জাতীয় অভিমান থাকিলেও ) বন্ধু কেই-জনে টপৰাই কৈ পেলালে, "চণ্ডীদাস, বিদ্যাপতিতকৈও এইবোৰ সঁচাকৈয়ে অৰ্থপূৰ্ণ"। বঙালী বন্ধুকিজন টটাটিঙা আছিল যদিও ধৰ্ম্মপ্ৰাণতাবিহীন নাছিল। স্বভাৱতে সিবিলাক ধৰ্মভীৰু আৰু তীৰ্থাদিৰ প্ৰতি শ্ৰদ্ধাবান। মোক এদিন সুধিলে, "তোমালোকৰ তাত কামাখ্যাৰ বাহিৰে আৰু কিবা তীৰ্থ আছে নে ?" তীৰ্থপ্ৰাণ লগৰীয়া কিজনে তীৰ্থৰ নাম শুনিবলৈ ৰৰকৈ হাউচ কৰা দেখি, মোৰ ওপজা ঠাই চাৰিঙতে হলৌ ককায়ে কোৱা কথা এটালৈ মনত পৰিল। সেই হলৌৱে শিৱসাগৰৰ বিল, খাবৈ, খাল, জান, গড়খাবৈত মাছমাৰি ফুৰিছিল। এদিন হৰিদ্বাৰৰ পৰা অহা গাত ভস্মসনা সন্ন্যাসী দুজনমানে লগ পাই হলৌক সুধিলে, "আৰে হলৌ, তুমি হৰিদ্বাৰ, কাশী, বৃন্দাবন তীৰথ্ দেখিছে ?" হলৌৱে ক'লে, "নাই দেখা"।

"তবে তুমি আৰ কি তীৰথ্ দেখিলে" ? হলৌ মানুহটি দেখিবলৈ হে ভেটগুটি, পেটত হ'লে কথা ভেডকুৰি। যাকে তাকে চুঙা চাই সোপা দিয়াতো নেগুৰ কটা বাঘ। তেওঁ যেতিয়া দেখিলে, দেছুৱালী ফকিৰে তেওঁক তীৰ্থ নেদেখা বুলি মানুহ যেনকে নেদেখিলে, তেতিয়া হলৌৱে টানি মাত লগাই ওলোটাই সুধিলে "তোমালোকে অমুক তমুক তীৰ্থ দেখিছা ?" ফকিৰে নাই দেখা বুলি ক'লত হলৌৱে সিহঁতক ভেচভেচীয়া কৰি পেলালে; বোলে নেজানাই যদি বৰ কথা মাতা কিয় ?" সেই হলৌৰ কথাকে সুৱঁৰি হলৌৱে সন্ন্যাসীৰ আগত গাই শুনোৱা মাছ মৰা বিল কিথনৰ নাম কিটাকে অসমৰ পুণ্য তীৰ্থ বুলি গাই দিলোঁ।

"চামগুৰি, ঘেলঘেলি,
গৰীয়াজান, ৰৰবিল,
খৰ্গৰী, মিতংজান,
টেঙাপানী, টাওকাক,
নামদাং, দেওবিল"।

এইবোৰেই আমাৰ গয়া-গঙ্গা-কাশী-বৃন্দাবন আৰু কালীঘাট দক্ষিণেশ্বৰ। অসমত তীৰ্থ নাই, ধৰ্ম নাই বুলি ফট্‌ফটাই থকা বন্ধু কিজনৰ মুখত এই-কেষাৰ কথাই জোকৰ মুখত চুণ হে যেন হ'ল। তেতিয়াৰপৰা আৰু সিইতে মোক জোকাবলৈ এৰি দিলে।

তেতিয়াৰ কলেজত দেখিলোঁ। প্ৰথম বাৰ্ষিকৰ ছাত্ৰ হৈয়ো অসমখন যে ভাৰতৰে এখন প্ৰদেশ তাক নেজানে। ছাত্ৰৰ কথা নো কি ক'ম, ভাল ভাল শিক্ষিত বঙালীও সেই বিষয়ে অজ্ঞ। তেতিয়াও তেওঁবিলাকৰ অন্ধবিশ্বাস আছিল, কামৰূপলৈ গ'লে মানুহ হেনো ভেড়া হয়। এওঁবিলাকে তেতিয়া ভাবিছিল, বাংলা ভাষাতকৈ চহকী ভাষা নাই। এনেবিলাক বঙালী ছাত্ৰৰ লগতেই বঙ্গবাসী কলেজত পাঁচ বছৰ পঢ়িয়ালোঁ। যেয়ে যিহকে নকওক, বঙালী "মানুহ ও, দেৱতা ও"। এতিয়া মোৰ ধাৰণা হৈছে বঙালী জাতিটো নথকা হ'লে বোধহয় ভাৰতৰ ধৰ্ম-কৃষ্টি-সভ্যতাই কাহানিবাই মোট সলাব লাগিলহেঁতেন।

# পঞ্চম পৰ্ব্ব

## প্ৰথম অধ্যায়

**বঙ্গবাসী কলেজৰ মেছ ৩/১ এ আমহাৰ্ষ্ট ষ্ট্ৰীটত :** প্ৰথম বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোতে ১৯১৬ চনটোত ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত অসম মেছত আছিলোঁ, ২য় বাৰ্ষিকৰ পাচৰ থাপত ৩/১ এ আমহাৰ্ষ্ট ষ্ট্ৰিটলৈ আহিলোঁ।

১৯১৭/১৮ চনত, ৩/১ এ, আমহাষ্ট ষ্ট্ৰীটৰ তিনি মহলীয়া ঘৰটোত বঙ্গবাসী কলেজৰ ছাত্ৰাবাস (মেছ) আছিল। তেতিয়া কলেজৰ নিজা হোষ্টেল নাছিল। অ'ত-ত'ত ঘৰ একোটা ভেৰোনীয়াকৈ তাতে ছাত্ৰবিলাকক থাকিবলৈ সুবিধাকৈ দিয়া হৈছিল। ১৭/১৮ চনত, আমি এই কেইজন অসমৰ অসমীয়া ল'ৰা এই মেছত আছিলোঁইক: গুৱালপাৰৰ গিৰীন্দ্ৰ নাথ—দেশহিতৈষী পুৰুষ আৰু আনন্দৰাম বৰুৱাৰ সহপাঠী হৰিপ্ৰসাদ নাথৰ পুতেক, হৰেন্দ্ৰ নাৰায়ণ সিংহ—বিজনী অভয়াপুৰীৰ দেৱান মেঘনাথ সিংহৰ পুতেক, ডিব্ৰুগড়ৰ বিখ্যাত চাহ খেতিয়ক মালভোগ বৰুৱাৰ সুমলীয়া পুতেক দেৱকুমাৰ বৰুৱা আৰু ডিব্ৰুৰে গোৰীকান্ত দাস, লগতে শিৱসাগৰ চাৰিঙৰ এই লেখক। ছাত্ৰাবাসত সৰ্বমুঠ ৬৫ জন মান ছাত্ৰ আছিল (কেতিয়াবা, কেতিয়াবা সৰহো হয়)। আমাৰ বাহিৰে এটাইবোৰেই বঙালী অৰ্থাৎ কলিকতীয়া বঙালী ছাত্ৰৰ ভাষাৰে ক'বলৈ গলে "বাঙ্গাল"— ঢাকা, চাটগাঁও, বৰিশাল নোৱাখালীৰপৰা অহা। মৈমনসিঙীয়া দুজন মানো আছিল। এই কিজনৰ লগত আমাৰ প্ৰীতি ভাব আছিল, পুৰণি কামৰূপীয়া বুলি। তেওঁবিলাকেও সেইকথা স্বীকাৰ কৰিছিল।

তলৰপৰা ওপৰলৈ অৰ্থাৎ ১ম তলালৈ উঠি যাওঁতেই পোনেই চিৰীৰ (খটখটীৰ) দক্ষিণে আমাৰ কোঠাটোকে পায়। কোঠাটোত নাথ, সিংহ আৰু মই একেলগে আছিলোঁ। বৰুৱা আৰু দাস আছিল দ্বিতীয় তলাত বা মহলাত। আমাৰ কোঠাটোৰ সমুখতে পুৱলৈ পায়খানাটো। সেই তলা নিবাসী ২৫ জন ছাত্ৰৰ সেইটিয়েই কেৱল শৌচাচাৰ কৰা মহংঘৰ।

তালৈকে বাতিপুৱা চাৰি বজাৰপৰা দুপৰীয়া ১১ বজালৈকে ছেদ-ভেদ নোহোৱাকৈ সকলো ছাত্ৰৰে গমানাগমন হৈ থাকে।

কোঠাটোলৈ সোমোৱা দুৱাৰখনৰ চুকতে মোৰ খন বিছনা। তাৰ সিফালে দক্ষিণ-পশ্চিম চুকলৈ গিৰীন নাথৰ, আৰু দক্ষিণ-পূব চুকত হৰেন সিংহৰ। তিনিওৰো মাজত উমৈহতীয়া ঘূৰণীয়া মেজ এখনি। বিছনাতে পেট পেলাই পঢ়োঁহক। শিতানৰ পোনে খাটখনৰ মূৰে মূৰে একোখন একোখন সৰু সৰু মেজ। সেই মেজেই কিতাপ কাগজৰ আলমাৰি। হৰেন সিংহ হটঙা, কিন্তু কটাৰীনলীয়া। ওখই ৫ ফুট ১১ ইঞ্চি, ধৰ বুলিয়েই যাকে তাকে ঘাৰ মোচোৰা দিয়া মানুহ। গিৰীন নাথ পথালি-কোমোৰাটো যেন ওখই ৫ ফুট ৫½ ইঞ্চি, মেচ্‌মেচ্ কৰে ক'লা বুকুখন ৩৬½ ইঞ্চি বহল— গাৰ বলত "চেণ্ড"ৰ নাতিয়েক বুলি ক'ব পাৰি। সদায় মুদগৰ ঘূৰায়—হৰেনে সৈতে। মানুহৰ লগত বৰ হলি-গলি নাই ; দেখাত বলী হয়, কিন্তু প্ৰকৃতি নিচেই শান্ত। তেওঁৰ নিমিত্তে বিছনাখনেই কলেজ। কলেজলৈ প্ৰায়ে নেযায়েই—প্ৰক্সিৰ ওপৰতে চলে। জহৰ দিনত, ঘামৰ তাপত তৎ নেপাই যেতিয়া আন আন ল'ৰাই বিচনী মাৰি ছটফটাই থাকে তেতিয়াও দেখিব, পাহৰুৱাল ডেকা গিৰীন্দ্ৰ চন্দ্ৰ নাথে নিহালিখন মূৰে-গায়ে ঘুম মাৰি লৈ টোপনিত লালকাল দি ফোঁচ ফোঁচাই আছে। এনে কুম্ভকৰ্ণৰূপী শয়ন কাৰ্য্যটো তেওঁ ক্লাছ বহাৰ সময়ত অৰ্থাৎ ভৰদুপৰীয়া আৰু পুনৰপি নিশা হে কৰে। বিয়লি বেলি পৰাৰপৰা দেখিব (৫-৬ মান বজাতে) নিশা বাৰ বজালৈকে তেওঁ ছেটাৰ বা এছৰাজ নাইবা কৰ্ণেট নতুবা ক্লেৰনেট এটাকে বজাই একচিত্ত মনে দীপক ৰাগিনীত গান একোটা গায়েই আছে। গান বুলিলে গিৰীন মৰিব পাৰে। ছাত্ৰাবাসৰ এটাইবোৰ ল'ৰা শুই নিঃপালি দিলেও আমাৰ কোঠাত কিবা এটা গান বা বাজনা চলিয়েই থাকে।

সুৰেন্দ্ৰ নাথ বানাৰ্জীৰ দ্বাৰাই সম্পাদিত "বেঙ্গলী" আৰু এজন ফিৰিঙ্গীয়ে সম্পাদন কৰা "ইণ্ডিয়ান ডেইলী নিউজ"—এই দুখন দৈনিক ইংৰাজী কাক-তকে আমি লৈছিলোঁ। সেই দুখনেই তেতিয়া ছাত্ৰ সমাজত বৰকৈ চলিছিল। 'অমৃত বাজাৰ পত্ৰিকা' যদিও দৈনিক, উগ্ৰপন্থী হোৱা বাবে ছাত্ৰৰ 'মেছত' দেখা দেখিকৈ লবলৈ ভয় কৰিছিল। পিচলৈ, অৱশ্যে সকলোৰে হাতত "অমৃত বাজাৰ" হে হ'লগৈ। আমি মাজে সময়ে

"ষ্টেটছমেনো" লৈছিলোঁ। 'বেঙ্গলী'ৰ দাম খনে ৯ পাই বা তিনি পইচা। 'নিউজ'ৰ দুপইচা; 'পত্ৰিকা আৰু 'ষ্টেটছমেন' এক অনাকৈ। তথাপি আজি কালিতকৈ তেতিয়া কাগজৰ খিলা, বা বাতৰি আৰু আলোচনাৰ বস্তু সৰহ আৰু গহীন আছিল। বঙালী ছাত্ৰয়ো কাগজ পঢ়ে, কিন্তু প্ৰায়েই পৰৰ মূৰত কঠাল ভাঙি। কাগজ কিনি পঢ়া ল'ৰা বৰ কমেই আছিল বুলিব লাগে।

পায়খানালৈ আহোঁতে প্ৰায়েই বঙালী ল'ৰাবিলাকে মোৰ বিছনাত পৰি থকা কাগজখন লৈ যায় আৰু কেতিয়াবা মই নহ'লেও, থাপতে মোৰ তাৰপৰা স্থানান্তৰ কৰে। নিজে বিচাৰি নানোগৈ মানে সেই কাগজ আৰু আমাৰ ওচৰ নেপায়হি। অথচ, সিহঁতে নিতৌ আমাক হাঁহিব চলেৰেই 'আচামীবা পাহাৰী' "আচামী ভাষা বাংলাৰ অপভ্ৰংশ" ইত্যাদি কথা কৈ আমাৰ কাণত 'সুত' লগোৱা বতাহ এছাটি মাৰি যায়। কাগজ নিয়া উৎপাতেই আমাক এনেয়ে নাকনি-কাণনি শিকাই থৈছে, তাতে আকৌ দুটামান 'বঙালৰ' যে দৌৰাত্ম্য। এই কেইজন হ'ল গিৰীন বাবুৰ গুৱালপাৰ প্ৰবাসী 'পাৰাবাসী'।

আবেলি হ'লেই মিঠাইৱালাই আমাক কোঠাতে 'খাবাৰ' অৰ্থাৎ জলপান দি থৈ যায়হি। সাধাৰণতে চাৰি বাজিলেই জলপান খোৱাৰ সময় হয়। ঘড়ীত টং টং চাৰিৰ কোব পৰিল কি, গুৱালপাৰ প্ৰবাসী বঙালী কিজনে মাত দিলেহি কি! 'কি গিৰীন বাবু' বুলি কুজঁৰ মূৰতে কিলটো পেলা-লেহি। মিঠাইৱালাও আহি সেই মুহূৰ্ত্তে হাজিৰ। সিহঁতক থৈ আমি আৰু অকলে খামনে? গতিকে, বন্ধু দুজনৰ নিমিত্তেও 'খাবাৰ' ল'ব লগীয়া হয়। এইদৰে এযোৰ আলহীক খুৱাওতে দিনে বাৰ অনাৰ কম খৰছ নহয়। সিহঁতো নটা পাই সদায় ঠিক চাৰি বজাতেই হাজিৰ হয়হি। এই দানহকিটাৰ 'পাল্লাত' পৰি হাত ধৰি চলিবলৈ আমাৰ আৰু উপায় বুদ্ধি নোহোৱা হ'ল।

এদিন তিনিও গোটখাই ঠিক কৰিলোঁ—কাইলৈ বাতিপুৱা কাগজ নিবলৈ অহা কমলক এসেকা দিব লাগিব। গিৰীন্দ্ৰই ক'লে, 'শৰ্ম্মা, চুটিমুটি মানুহ। মুখ খনেৰে যি পাৰে সিহঁতক খেঁতালি পেলাব। তাতো যদি হুঁহকি নেযায়, হবেনে 'গলাচ্ছেক' অৰ্থাৎ গলত ধৰি গঁতিয়াই উলিয়াব; সিমানতো যদি বঢ়া-আজোৱা নেৰে, তেন্তে ই-বোৰ সি-বোৰ নাই, পোনেই মোৰ মুদ্‌গৰেৰে 'এই' 'এই' বুলি" মুদ্গৰ ভাল মাৰ মৰাৰ ছেওত ভাঙি থৰিব।

আলচা মতেই পিচদিনা ঘটনাটোৰে ওৰা পাতি লৈছিল। কিন্তু 'প্ৰহাৰেন ধনঞ্জয়" হ'বলৈ নেপালে। গিৰীনে নিহালিখন পেলাই উঠি আহোঁতেই কাগজ আঁজোৰা বঙ্গভাষাজন ঠাইতে অন্তৰ্দ্ধান হ'ল। সেইদিনাৰপৰা আৰু এটি বঙালো আমাৰ কোঁদো বাহত টোকটোকাবলৈ নহা হ'ল। এদিন ভাষা লৈ এখন যুদ্ধকে হৈছিল। তাক আৰু পুনৰুল্লেখ নকৰাই ভাল।

**বন্ধু গিৰীন্দ্ৰ নাথ :** গিৰীন নাথ অসমীয়া যদিও, প্ৰবেশিকা পৰীক্ষাত 'ভাৰ্ণেকুলাৰ' বঙলা ল'ব লগা হৈছিল। পাচত অসমীয়া লৈ যেনেতেনে মতে 'পাছ' কৰি এবছৰ কটন কলেজত পঢ়ি কলিকতাৰ কলেজলৈ আহিল। লগৰ সমনীয়া প্ৰায়বোৰেই বঙালী হোৱা বাবে তেওঁও প্ৰায়েই বঙলাৰে কথা বতৰা পাতিবলগীয়া হৈছিল। আৰু ঘৰলৈকো বঙলাৰেই চিঠিপত্ৰ লেখিছিল। নাথৰ পিতাদেৱে বৰ অসমীয়া ভাষা প্ৰেমিক আছিল; ১৮৭২-৭৩ চনত অসমীয়া পুথিও এখন নে দুখন প্ৰকাশ কৰিছিল। তাৰে এখন 'কাণ খোৱা'। পুতেকহঁতে গুৱালপৰীয়া ল'ৰা হৈ অসমীয়া হৈয়ো 'ভাৰ্ণেকুলাৰ' বঙলা ল'ব লগীয়াত বৰ বেজাৰ কৰিছিল। এদিন এটা ঘটনা হ'ল।

গিৰীনৰ 'কলিক পেইন" (পিত্ত-উজাৰ বা পিত্তশূল খোৱা ৰোগ) আছিল। সেই কাৰণে, ডাক্তৰে তেওঁক ব্ৰাণ্ডী বা হুইস্কী খাবলৈ পৰামৰ্শ দিছিল। পিচত তেওঁৰ অৱস্থা এনেকুৱা হ'লগৈ যে সুস্থ অৱস্থাতো অলপ অচৰপ 'দৰপ' ধৰা হ'ল। এদিন ডাৱৰীয়া, তেওঁৰ 'বটল' এটা কিনিবৰ মন গ'ল। মোক ক'লে—'লক্ষ্মা, টকা তিনিটা দিয়কচোন, বটল এটা আনো'। মই কলোঁ, 'দিম বাৰু। আপুনি যদি এতিয়াই দেউতাকলৈ অসমীয়াৰে চিঠি এখন লেখে।' মই কোৱা মতেই দেউতাকলৈ চিঠি লেখিলে; দেউতাকেও পুতেকৰ চিঠিখন মাতৃভাষা অসমীয়াৰে লেখা পাই হৰিষত পাৰ নোপোৱা হ'ল। তেতিয়াৰপৰা গিৰীনে দেউতাকহঁতলৈ অসমীয়াৰে চিঠি লেখিবলৈ ধৰিলে।

হাইস্কুলৰ তৃতীয় শ্ৰেণীত পঢ়োতেই "ৰবিন্সন ক্ৰুচ'ৰ" সাৰাংশ এটা আমাৰ শিক্ষক জগন্নাথ দত্ত ভুঞাই বুজোৱামতে লিখি থৈছিলোঁ। তাকে উলিয়াই নাথক কলোঁ। "নাথ, আহক, আমি দুয়ো এই পুথিখনকে উলিয়াওঁ। আপুনি বুজিব নোৱৰা উজনীয়া শব্দৰ ঠাইত দুই চাৰিটা নামনি ফালৰ-পৰা শব্দ সুমাই দিলেই হ'ব আৰু আপুনি নিজেও দুটামান অধ্যায়

অসমীয়ালৈ চমু তৰ্জ্জমা কৰি দিয়ক। পুথিখনত তুইৰো নাম থাকিব। কিন্তু স্বত্বটো যেয়ে প্ৰকাশ কৰে তাৰে থাকিব।' সেই কথা পিতাদেৱেকলৈ লিখা মাত্ৰেই হৰিপ্ৰসাদ নাথে ২০০্ টকা ৰূপ মণিঅৰ্ডাৰকৈ পঠিয়াই দিলে। ইপিনে কলিকতাৰ সাম্য প্ৰেছত পুথি ছপা কৰিবলৈ দিয়াৰ মাহদিয়েকৰ ভিতৰতে গুৱালপাৰাত ফণীধৰ চলিহা ডাঙৰীয়াৰ সভাপতিত্বত আসাম এছ'চিয়েছন বহিল। ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালা, প্ৰমথনাথ চক্ৰৱৰ্ত্তী, বিপিন চন্দ্ৰ ঘোষ আদিয়ে অসমীয়া সাহিত্যলৈ দানৰ তালিকা তৈয়াৰ কৰিলে। নাথক কৈ কৈ গুৱালপাৰৰ বিষয়ে কেইবাটাও প্ৰবন্ধ 'অসমীয়া' কাকতলৈ লেখোৱালোঁ। "ৰবিঞ্চন ক্ৰুচ" খন লেখা শুনি সঙ্গীতজ্ঞ সাহিত্যিক কীৰ্ত্তিনাথ বৰদলৈদেৱে গিৰীন্দ্ৰ নাথক নথৈ আশীৰ্ব্বাদ দিছিল। সেই আশীৰ্ব্বাদ-পত্ৰখনি পুথিৰ লগতে ছপাই দিয়া হৈছিল। প্ৰকাশ হ'লত, কিতাপখনে ৰাইজৰপৰা বৰ সমাদৰ লাভ কৰিলে। ৰায় বাহাদুৰ আনন্দ চন্দ্ৰ আগৰৱালাই কিতাপৰ বেচ চৈধ্য অনাৰ ঠাইত ১০ দহ টকা মণি-অৰ্ডাৰ কৰি পঠাইছিল। পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াই 'আসাম বন্তিত' উৎসাহ বাণীৰে নাথক বুৰাই পেলাইছিল। 'ৰবিঞ্চন ক্ৰুচ' লেখি সাহিত্যিক হোৱাৰ লগে লগে মাতৃভাষা কাটি নিব খোজা অসমীয়া বিদ্বেষী সকলৰ প্ৰতিও নাথ খড়্গহস্ত হ'ল। ক্ৰুচ' ওলোৱাৰপৰাই গিৰীন্দ্ৰ অসমীয়া ভাষাৰ কেৰুণীয়া সেৱক হ'ল। তেওঁৰ ওচৰলৈ নিতৌ চাৰি বজাত অহা অসম প্ৰবাসী বঙালী 'বান্ধৈ' কিজনক তেওঁৰ তালৈ আহিবলৈ হাক দিলে আৰু সিহঁতৰে সৈতে বঙলা কথা নেপাতে বুলিও কৈ দিলে। আগেয়ে ঘৰলৈ চিঠি দিছিল বঙলাৰে, এতিয়া আৰু অসমীয়াৰ বাহিৰে আন একো ভাষাৰেই চিঠি পত্ৰ নিদিয়া হ'ল। পুথি ছপা হোৱাৰ দুমাহ মানৰ আগৰপৰাই সেই বঙালী বন্ধু কিজনৰ সমাগম-দুৱাৰ জাপ খায়েই আহিছিল। অলপ দিনৰ পাচত অৰ্থাৎ কিতাপ প্ৰকাশ হ'লত একেবাৰেই জানিবা 'হোকাপানী বন্ধ' হ'ল।

মেছৰ মেনেজৰ ঃ দুপৰীয়া গধুলি আমি মজিয়াত ভাত খাবলৈ বহিলেই বঙালী ল'ৰাবিলাকে আমাৰপৰা অলপ আঁতৰলৈ সিহঁতৰ থাল বা কাঁহীখনইত হোঁহোঁকাই নিয়ে। ভালেমান দিনলৈকে ইয়াৰ কাৰণটো জনা নাছিলোঁ। এদিন চট্টোপাধ্যায় উপাধিধাৰী এজনে মোক কাণে কাণে ফুচফুচাই সুধিলে 'গিৰীন বাবু নাথ মানুহ নে কি?' মই কলোঁ, হয়।

নাথ মানুহৰ লগত পূব বঙ্গৰ চট্টোপাধ্যায় বিলাকে একে শাৰীতে বহি হেনো ভাত-পানী খোৱা নিষেধ। নাথ উপাধিটো যে অসমীয়া হিন্দু সমাজৰ শিৱভক্ত সকলেহে লগাইছিল সেইকথা বুজাই দিলতো তেওঁৰ আৰু তেওঁৰ লগৰীয়া কিজনৰ আশঙ্কাটো গুচিছিল। সদায়, বঙালী ল'ৰায়েই মেনেজৰ। সিইঁতে বজাৰৰ পৰা যিহকে আনে তাকে খাব লাগে। বুট-বহৰ মাহ ( ডাইল ) বঙালীয়ে ক্বাচিৎ হে খায়। নিতৌ সোণামুগৰ জোল। কেতিয়াবা কেতিয়াবা মচুৰ মাহৰ 'ঢেংঢেঙীয়া' পানী এটোপা। বঙালাও-মৰিছাৰ ভজা অকণমান, আলুৰ নামটো হে। মাছৰ আঞ্জাখন জলাৰ কোবত মুখত দিব নোৱাৰি। সপ্তাহত দুদিন মাংস খুউৱাৰ নিয়ম আছে। মাংসতকৈ জলকীয়াৰ জালে মঙহ খোৱাৰ পোটক তোলে। এদিন খং উঠি গিৰীনে থালে-চালে উৰীয়া ঠাকুৰৰ মুখলৈকে খাবলৈ লোৱা ভাত খিনি মাৰি পঠিয়ালে, হৰেন সিঙেও 'ডাইল'ৰ জোলখিনি ঠাকুৰৰ মূৰত ঢালিলে। মেছত লাগিল হুলস্থুল। ঠাকুৰেও কাম নকৰোঁ বুলি আওখটি ধৰিলে। ঠাকুৰ, মেনেজৰ দুয়ো গোট খাই চুপাৰিন্টেণ্ডেন্টৰ ওচৰত আমাৰ বিৰুদ্ধে গোচৰ দিলেগৈ।

চুপাৰিন্টেণ্ডেন্ট আছিল অধ্যাপক দক্ষিণাৰঞ্জন চাটাৰ্জী। তেওঁ আমাৰ কৈফিয়ত খুজিলত, লেখি দিলোঁ যে 'আমি অসমীয়া মানুহ। আমাৰ খাৱন বঙালীৰ দৰে নহয়। আমাক মাজে সময়ে খাৰ আৰু টেঙা লাগে। সদায় পনীয়া মগুমাহৰ জোল খাব নোৱাৰোঁ। শেহাই শেহাই থাকিব লগীয়া মাছৰ জোলো জলকীয়াৰ পোৰণিত খাব নোৱাৰোঁ। আমাৰ পাঁচ-জনৰ নিমিত্তে অন্ততঃ খোৱা ব্যৱস্থা সুকীয়া কৰিব লাগে'। আমাৰ কৈফিয়ৎটো চাটাৰ্জীয়ে গাপ দি থলে। এনেতে বুধবাৰ আহিল। বুধবাৰে বুধবাৰে মঙহ ভোজন কৰিবই লাগে। মাংস ভাত খাবৰ দিনা বঙালী ছাত্ৰৰ পায়খানালৈ যোৱা ঘন হয়। এটাইবোৰৰে অশান্তি পেটটো কামুৰিছে। ডাক্তৰ মাতি চাইবাণ। আমাৰ তিনিওটি প্ৰাণীৰ কিন্তু একোৱেই নাই। মাংস খালে আমাক অপকাৰ নকৰে নে কি বুলি চুপাৰিন্টেণ্ডেন্টে এদিন মোক মাতি নি সুধিলে। মই কলোঁ, "আমাৰ হাতত কুঁজী থেকেৰা থাকে। তাৰে বড়ি দুটামান খাই দিওঁ। তাকে খালেই যিমানেই কি মাংস নেখাওঁ, আমাক একো অপকাৰ নকৰে। আৰু কিন্তু এবিধ বস্তু আমাৰ হাতত থাকে—যাৰ নাম "কামৰূপী গুলি"। চুপাৰিন্টেণ্ডেন্টে থেকেৰা অলপমান এদিন খাই চাব খুজিলে। তেওঁৰো পেটৰ গোলমাল আছিল। মোৰ হাতত

থকা থেকেৰা তুফলামান তেওঁক দি কলোঁ, বোলোঁ ইয়াকে তেলত ভাজি তপতে তপতে খাব। আপোনাৰ পেটৰ ভোৰভোৰণি, কামোৰণি, আহুকাল সকলো নাশ হ'ব। চাৰিদিনমান এইদৰে থেকেৰা খোৱাত চুপাৰিন্টেণ্ডেন্টৰ পেটৰ বিকাৰ নোহোৱা হ'ল। তেতিয়াৰ পৰাই আমাৰ পাঁচোটাৰ ভিতৰৰ এটাক "মেছ-মেনেজৰ" পাতিবলৈ হুকুম হ'ল। আমি মেনেজৰ হৈ আমাৰ ৰুচিমতে বজাৰ-সমাৰ কৰিবলৈ লোৱাত আমি ভাত পানী খোৱাৰ সুবিধা হ'ল। পিচলৈ, বঙালী মেনেজৰ হ'লেও, আমাৰ অভিৰুচিমতেই খোৱা বস্তু কিনা হ'ল।

মেছবাসী বন্ধুবিলাকক অসমীয়া ভেম এটা দেখুৱাওঁ বুলি বুধি এটা সাজিলোঁ। পূজাৰ বন্ধত ঘৰৰ পৰা ঘূৰি যাওঁতে গিৰীনে বৰকাঁহী এখন, হাতীখুজীয়া কাঁহৰ বাটি এটা আৰু দুটা সৰু বান-বাটি লৈ গ'ল। তাৰ উপৰিও, এটি ঘুৰ-ঘুৰীও নিলে। ঘুৰ-ঘুৰীটোৰ চিলিমত সাঁফৰ থকা; সাঁফৰখনৰ চাৰিউপিনে সোণপানী চৰোৱা লটকন বা বৰৈ। নাথৰ ঘুৰ-ঘুৰীটোত নলী লগোৱা বিন্ধা এটা আছিলেই। কমাৰ শাললৈ নি, তাতে আৰু দুটা বিন্ধা কৰাই ললোঁ। নলিচা দুডালো বেলেগে কিনি অনালোঁ। আমাৰ তিনিউৰো মাজত থকা মেজখনতে ঘুৰ-ঘুৰীটো বহুৱাই লৈ "বাহাদুৰ" বোলা নেপালী চাকৰটোক হুকুম দিওঁ "বাহাদুৰ তামাক চাজাও"। সিও তুৰন্তে একছটাকমান মলা ধপাত চিলিমটোত ভৰাই টিকিয়া দুটামান পেলাই থব। টিকিয়া ৰঙা হয় মানে, পেট ঢিলা বঙালী "বন্ধুগণবো" 'পায়খানাৰ' পৰা বহিৰ্গত হ'বৰ সময় হয়। একজন বহিৰ্গত হ'লেই আনজন অন্তৰ্গত হয়েই। এনেকৈ আমাৰ দুৱাৰৰ আগেদি যেতিয়া সিহঁত পায়খানাৰ পৰা ওলোৱা সোমোৱা কৰে, তেতিয়াই আমিও ঘুৰ-ঘুৰীটোৰ নলিচা তিনিডাল তিনিফালৰ পৰা হুপিবলৈ ধৰোঁ। আৰু হোপাটোৱেপতি সাঁফৰৰ লটকনবোৰ তিৰবিৰাবলৈ ধৰে। মুখত নলিচা লগাই, বিছনাত পেট পেলাই সিহঁতক দেখুৱাই আমি নিশ্চিত মনে কিতাপতে মুৰ পুতি থাকোঁ আৰু হাতত ঘটিটো লৈ সিহঁতে আহোঁতে-যাওঁতে কেৰাহি-কেৰাহিকৈ আমাৰ ফাললৈ চাই যায়। কেতিয়াবা চিলিমৰ ঢাকনিত ওলমি থকা লটকনবোৰ ধোঁৱা পাই নাচি থকা দেখি ৰ-লাগি থাকে। দুজনমানে যে এদিন আচৰিত হৈ স্বীকাৰেই কৰিছিল—"আসামীৰা জমিদাৰেৰ ছেলে বটে"। সিহঁতে যেনেকৈ টিংখোপ মৰা কথা কয় আমিও

তেনেকৈ ওফাইডাং মাৰি শুনাই দিওঁ—আমাৰ দেশত ঘৰে ঘৰে চাহবাণী, আমি প্ৰত্যেকেই জমিদাৰ। আমাৰ ওপৰত জমিদাৰী কৰিবলৈ আন মানুহ নাই।

ভাত খাবলৈ যাওঁতেও গিৰীন নাথে সেই কাঁহী-বাটি যেতিয়া মজিয়াত পাৰি লয়হি তেতিয়া বঙালী খাবৈয়াবিলাকৰ চকু থিৰ দিয়ে। এটাই সুধিলে "এই থাল বাটি কি ধাতুৰ দ্বাৰা নিৰ্ম্মিত"? উত্তৰত কলোঁ, "ইয়াকে বোলে কাঁহ। এই ধাতু আজিকালি অসমৰ বাহিৰে ক'তো পোৱা নেযায়। আমাৰ দেশত ডাঙৰীয়া, জমিদাৰ হে নেলাগে চহা মানুহেও ইয়াত হে ভাত খায়। তোমালোকৰ দৰে কহ উঠা পিত্তলৰ থাল-বাটিত অসমীয়াই ভোজন নকৰে।' সেই ছলতে, ঘূৰ-ঘূৰীৰ কথাটো উদ্ধকিয়াই পাকে প্ৰকাৰে বুজাই দিলোঁ যে গিৰীন বাবু "বৰলোকেৰ ছেলে", তাৰ জমিদাৰী আছে। সেইদিনাৰপৰা, ভাত খাবলৈ ঘণ্টা পৰিলেই ওপৰৰ আৰু তলৰ ল'ৰা-বোৰে গিৰগিৰ কৰে ওলাই আহি "আসুন আসুন গিৰীন বাবু, খেতে যায়" বুলি গিৰীন বাবুক মাত দিহে মজিয়ালৈ যোৱা হ'ল। "অ'শাত ভজে, ভয়ত ভজে' কথাষাৰ এনেহে ওলোৱা নাই। কাঁহী-বাটি আৰু ঘূৰঘূৰী দেখিবৰপৰা বঙালী বডাৰ বিলাকৰ মানত গিৰীন্দ্ৰ নাথ তুহুই হৈ-তুই মই হে মই হ'বলে ধৰিলে।

এদিন নিশা এধাৰমান বাতিছে। গিৰীনে মনৰ সুখেৰে 'সন্ধ্যা সমীৰে, কাঁপে থৰে-থৰে, কে দিছে মধুৰ বাস—" বোলা গানটো জুৰিছে। গিৰীনৰ গলাৰ "মধুৰ আৱাজ" শুনি আমাৰ কোঠাটোৰ দুৱাৰমুখখনত ওপৰ তলাৰ পৰা ল'ৰাবিলাক হুৰ-হুৰ কৰে নামি আহি গোট খালেহি। সেইদিনাৰ পৰা বঙালী বন্ধুবিলাকে আমাক বৰ মান সৎকাৰ কৰিবলৈ ধৰিলে।

ইটোৰ পিচত সিটোকৈ আমিও তিনিওটাই ছাত্ৰাবাসৰ "ফুড মেনেজৰ" হৈ তিনি মাহ কাল ৩/১ এ, আমহাৰ্ষ্ট ষ্ট্ৰিটত টিঘিলঘিলাই আছিলোঁ ইক।

**হমকলৰ আতঙ্ক :** তেতিয়া 'হমকলৰ' দিন। ৰাজনৈতিক আকাশত এনী বেছান্টেই ধ্ৰুৱতৰা। ভাৰতীয় ডেকাক বৃটিছ শাসনৰ বিৰুদ্ধে অনুপ্ৰাণিত কৰি থকা বাবে বেছান্ট বৃটিছ কৰ্তৃপক্ষসকলৰ চকুৰ-কুটা-দাঁতৰ শূল হৈ পৰিছিল। ১৯১৭ চনৰ ১৬ জুনৰ দিনা তেওঁক মাদ্ৰাজৰ গৱৰ্ণৰ লৰ্ড পেণ্টলেণ্ডে মাতি নি তেওঁৰ ওপৰত "নজৰ বন্দীৰ" আদেশ জাৰি কৰে। আগডে, সেইকথাৰ ফুট পাই ১৫ জুনৰ

—১৬

দিনাই বেছান্টে "মোৰ ভাইভনীহঁতলৈ" বুলি শেষ বাণী এটি লেখি পেলায়। বাণীটি পুস্তিকাকাৰে ছপাই সেই দিনা ৰাতিয়েই মাদ্ৰাজৰ পৰা সদৌ ভাৰতৰ কলেজ সমূহলৈ পঠিয়াই দিয়ে। ১৬ তাৰিখে পুথি আহি কলিকতা পালেহি। কলিকতীয়া ছাত্ৰৰ মাজত পুস্তিকাখন লবলৈ হেতাওপৰা লাগিল। আমি তিনিজনেও তিনিখন পুথি কোনোমতে সৰকালোঁ। পুস্তিকাখন প্ৰচাৰ হোৱাৰ লগে লগে তাক 'বাজেয়াপ্ত' কৰাৰ আদেশো ওলালহি। সেই সময়ত বেছান্টৰ বক্তৃতা আৰু তেওঁৰ দ্বাৰাই সম্পাদিত "নিউইণ্ডিয়া"ৰ প্ৰৱন্ধবোৰে জাতীয়তাৰ জুই বৰবিছিল। আমি পোৱা বাণীটোতো শব্দটোৱে পতি পকা আঙঠাৰ ফিৰিঙতি উফৰি আছিল। এতিয়া বৃটিছ-জাতিৰ লগত মৈত্ৰীভাৱ আছে যদিও বৃটিছৰ শাসন আৰু নাইকিয়া হ'ল। তথাপি, আমি স্বাধীন হোৱাৰ পিচতো কোনো কোনো ক্ষেত্ৰত বেছান্টৰ সেই বাণী প্ৰযোজ্য নোহোৱাকৈ নেথাকে। এনী বেছান্টৰ জ্বলন্ত দেশপ্ৰেম আৰু উদ্দীপনাময়ী, ওজস্বী বাণীৰ চোকটো পাঠকসকলে চেকি চক বুলি সেই পুস্তিকাখনৰ পৰা ইংৰাজীত যেনে আছিল, তেনেকৈয়ে দুফাঁকি-মান তলত তুলি দিলোঁ।—

"If it be said that I have carried on a "campaign of calumny" which I utterly deny, the fault is with Lord Pentland, who, could, once again, have forfeited my security and confiscated my press…"

Such men, to protect themselves, defend silencing their victims, proceed to blacken them before the world. How else can they justify themselves? When the dry facts as to proverty are stated, they are "calumny". My little book "India a Nation" was stopped because it stated them, It was "calumny".

To say that the average life period in India is 23.05, that in England it is 40, in Newzealand 60, is "Calumny" To publish a table of literacy in England, Japan, Russia and British India is "Calumny". To show by these and many other facts that the autocracy in India is not even efficient is "Calumny". To quote ancient books to show the state of the Country in the Pre-British days is "Calumny"— if it showed widespread prosperity and wealth. If

it tells of raids and wars, then it is history. Will Lord Pentland's conscience be as clear as mine?

Life does not consist in money and clothes, in motor cars, and invitations to Government Houses; life consists in liberty, in self respects, in honour, in right ambition, in patriotism and in noble living. In the absence of all these, it is not the life of man in the image of God, but of a brute well fed by his owner.

"অৰ্থাৎ চৰকাৰৰ মতে মই হেনো "কুৎসাৰ" যুদ্ধহে চলাই ফুৰিছোঁ। চৰকাৰৰ দোষত প্ৰজাৰ অৱস্থা নাঙ্গং নবঙ্গং হৈছে বুলিলে, মানুহবোৰে লঘোনে-ভোকে লালকাল দি আছে বুলিলে, সিবিলাক কৰ-কাটলৰ হেঁচাত মূৰ দাঙিব নোৱৰা হৈ আছে বুলিলে, লেখা-পঢ়া শিকিবলৈ নেপাই অধা-মূৰ্খ হৈ আছে বুলিলে "কুৎসা" ৰটনা কৰা হয়। মই যে "ভাৰত এটা জাতি" বুলি গ্ৰন্থ এখন লিখিছিলোঁ, তাত এইবোৰ কথাকে ডালিভালিকৈ দেখুৱাইছিলোঁ। সেইগুণে, সেই গ্ৰন্থখন চৰকাৰৰ ঘৰত চুৰা হ'ল, আৰু সেই বাবেই তাৰ প্ৰচাৰ বন্ধ কৰি দিয়া হ'ল। ভাৰতবৰ্ষৰ মানুহ গড় হিচাবে ২৩ বছৰ জীয়াই থাকে আৰু সিপিনে ইংলণ্ডৰ মানুহ ৪০ বছৰ আৰু নিউজিলেণ্ডৰ ৬০ বছৰ জীয়াই থাকে বুলিলেই জগৰ লাগে। বৃটিছ ভাৰতৰ লগত ইংলণ্ড, জাপান আৰু ৰুচিয়াৰ শিক্ষিতৰ সংখ্যা বিজাই দেখুৱালে চৰকাৰৰ গালৈ অপযশ আহে। ভাৰতত চলা স্বেচ্ছাচাৰী শাসন প্ৰণালীক যদি অপদাৰ্থ বুলি কোৱা হয় তেনেহ'লেও লাগে জগৰ—সি হয় "কুৎসা" ৰটনা। পুথি-পাঁজি চাই কোনোবাই যদি লিখে বৃটিছ অহাৰ পূৰ্ব্বে ভাৰতৰ অৱস্থা অৰ্থ-সম্পদে ৰবৈয়া হৈ আছিল— তেনে হ'লেও সি হ'ল 'কুৎসা"। আৰু যদি কেনেবাকৈ কোৱা হয়, বোলে তেতিয়াৰ ভাৰ-তত কেৱল যুদ্ধ-বিগ্ৰহ, কলি-কন্দলেই আছিল তেনেহ'লে অৱশ্যে সি হ'ল বুৰঞ্জী।

"ধনৱন্ত হ'লেই জীৱন ধন্য নহয়। মটৰ গাড়ী হ'লে নাইবা লাটচাহাবৰ ভৱনত ভোজ-নিমন্ত্ৰণ খাবলৈ গলেও জীৱন ধৰাৰ সাৰ্থক হ'ব নোৱাৰে। জীৱনৰ সাৰ্থকতা থাকে মুক্ত অৱস্থাত; জীৱন থাকে আত্মসন্মানত; মহৎ আকাঙ্খা, দেশপ্ৰেম আৰু সন্মানে সংসাৰ নিৰ্ব্বাহত হে প্ৰকৃত জীৱন থাকে। যি জীৱনত এই বিলাকৰ নাম গোন্ধ নাই, সেই জীৱন নিৰৰ্থক,

সেই জীৱনৰ নিমিত্তে সংসাৰ অসাৰ। নাৰায়ণৰূপী নৰৰ নিমিত্তে এই নিৰ-র্থক জীৱন কেতিয়াও সুস্থ হ'ব নোৱাৰে, হ'ব পাৰে কেৱল গিৰিহঁতৰ দ্বাৰাই লালিত পালিত পোহনীয়া চাৰিঠেঙীয়াৰ হে।"

পুস্তিকাখনি আনি এৰাতিহে থৈছোঁহি, ১৮ তাৰিখৰ দিনা দোকমো-কতে পুলিছ পালেহিয়েই। ওলাই চাওঁ দেখোন (মেছটোৰ) চাৰিওপিনে 'সশস্ত্র পুলিছে' ঘেৰি আছে। ক'ৰবাত কিবা এটা ৰাজদ্ৰোহৰ কথাই ঘিটিং কৰিলেই বঙ্গবাসী কলেজৰ ছাত্ৰৰ ওপৰতে গোনেই পুলিছৰ চপলীয়া খুন্দটো পৰেহি— যেন বঙ্গবাসী কলেজেই ৰাজদ্ৰোহৰ 'আড্ডা' বা কোঠ। ভাবিলোঁ; কোনোবা এটিয়ে ক'ৰবাত চাগৈ কিব এটা 'লেঠা' লগালে। এনেকৈ আমিও তিনিউ কথনমথন কৰি থাকোঁতেই দেখিলোঁ, ওপৰ মহলাৰ পৰা দুটি ছাত্ৰক সাঙুৰি আনিছেহি। আমাৰ ডুৱাৰ মুখেৰে পাৰ হওঁতে "যোৱা এজনে ফুচফুচাই কৈ গ'ল বোলে পুলিছে এনৌ বেছান্টৰ বাণীটো লুকাই ফুৰিছে (চাৰ্চ্চ কৰিছে) কথাষাৰ শুনি মোৰ গা চেৰালে। ধৰণী ধৰিবলৈ ঠাই নাই যেন দেখিলোঁ, গিৰীন-দুবেলৰ ৰক্ষণাৰ্থে পুস্তিকাখন আন্তাইজ্ঞাই বেলিক নদাৰ পেলাই দিলোঁ, ... গাৰুৰ মীনমি ছিঙি তুলাৰ ভিতৰত সুমুৱাই থলোঁ। পাছ মিনিটমানৰ পিছতে কিৰিঙ্গী পুলিছ ছাৰ্জেণ্ট এটা আহি আমাৰ দুৱাৰমুখত ঠেকা টোকাসেহি আৰু দুৱা-ডলিৰ ভিতৰপিনে থকা মোলৈ পোন্দোৱাকৈ চাই ভেকাহি মাৰি সুধিলে— "তোমালোক কোন জিল্লা পৰ আছিছ" ? বুকুৰে চিৰিং চিৰিং কৰি আছিল যদিও শেতেলীখনতে সেপেটা কাটি বহি, কিলপাটি দুটাৰে গাৰুটো হেঁচা মাৰি ধৰি মই যেন একো নেজানোৱেই এনে নিৰ্ব্বিকাৰ ভাও দেখু-ৱাই মাত লগালোঁ, "আমি কোনো জিলাৰ পৰা অহা নাই। আহিছোঁ এখন প্ৰদেশৰপৰা। প্ৰদেশৰ নাম আসাম আৰু আমি অসমীয়া (আচামীজ)"। মোৰ থামিভাঠ উত্তৰ পাই চাৰ্জেণ্টজন টঁক লাগিল আৰু উলটি বৰা গাহৰিটোৰ দৰে পোনবাট ধৰিলে। সেইদিনা আমি যিটো ভয় খালোঁ, কি কম ? একেবাৰে এমাহ মানলৈকে আমাৰ খালি সেই কথাটো হে হৈছিল। আপদীয়া হুজুগ প্ৰিয় বঙালীখনৰ লগত থাকিলে আমাকো কাহানিবা উলুৰ লগত বগৰী পোৰা দি পুৰি পেলাবগৈ পাৰে। এনে ঘোৰ আপদ চোঁচৰোৱা কথাকে ভাবি-চিন্তি আমি আৰু কাৰো লগত বঙলাৰে একেবাৰেই কথা নপতা হলোঁ।

কলেজ স্কোৱাৰ, কর্ণৱালিছ স্কোৱাৰ, বীডন স্কোৱাৰত প্ৰায়েই 'হম-কলৰ" (Home Rule) সভা হয়। বেৰিষ্টাৰ বোমকেশ চক্ৰৱৰ্তী, টেট-কুটীয়া পাঁচকড়ি বন্দোপাধ্যায়, দার্শনিক পণ্ডিত হীৰেন্দ্ৰ নাথ দত্ত, চিত্তৰঞ্জন দাস (চি আৰ দাস), আবদুল ৰচুল, অধ্যাপক জিতেন্দ্ৰ লাল বন্দোপাধ্যায়, বেৰিষ্টাৰ যতীন্দ্ৰ মোহন সেনগুপ্ত, মোঃ ফাজলুল হক, ডাক্তৰ সুন্দৰীমোহন দাস প্ৰমুখ্যে কলিকতীয়া উগ্ৰপন্থী বা প্ৰগতিবাদী ৰাজনীতিক মাত্ৰেই এই সভাৰ আগভাগ লওঁতা। সেই সভাবিলাকত বক্তাৰ শিৰোমণি বিপিন চন্দ্ৰ পালে প্ৰায়েই বক্তৃতা দিয়ে। সেই স্বদেশী আন্দোলনৰ সময়ত ভাৰত বৰ্ষত যি তিনিজন সিংহপুৰুষে বৃটিছ সিংহৰ কেশৰ জোকাৰি নিৰ্বাসনদণ্ড ভোগ কৰিছিল, সেই তিনজনকে বোলা হৈছিল 'লাল বাল-পাল' অর্থাৎ পাঞ্জাবৰ পঞ্জাব কেশৰী লালা লাজপট ৰায়, মহাৰাষ্ট্ৰ প্ৰদীপ বাল গঙ্গাধৰ তিলক আৰু বঙ্গদেশৰ (শ্ৰীহট্টৰ) পাল বিপিন চন্দ্ৰ। ভাৰতীয় ৰাইজৰ ওপৰত "লাল-বাল-পাল"ৰ আছিল অসীম প্ৰভাৱ। বিপিন পালৰ বক্তৃতা গোজৰণিয়ে শ্ৰোতা মণ্ডলীৰ গাত নোম শিয়ঁৰাই পঠিয়ায়। সেই সময়ত দুজন বাগ্মী পুৰুষৰ নাম ভাৰত জুৰি ৰাষ্ট্ৰ হৈ আছিল। তাৰ প্ৰথম জন হ'ল ভাৰতৰ ডিমাষ্টিনিচ সুৰেন্দ্ৰ নাথ বানাৰ্জ্জী আৰু দ্বিতীয়জন হ'ল বিপিন চন্দ্ৰ পাল। সুৰেন বানাৰ্জ্জীৰ বক্তৃতাত অদ্বিতীয় সম্মোহিনী শক্তি বিদ্যমান; তেওঁৰ বাগ্মীতাই ঘৰ ভাঙে যেন ভাঙে যেন কৰে। সাহিত্য অলঙ্কাৰ বুৰঞ্জীৰেই ভৰা বক্তৃতাৰ শাৰী শাৰী বাক্য। ভাষাৰ ঝঙ্কাৰ আৰু সুশ্ৰাব্য বাক্য উঠানমা ঢেঁও থমকে শ্ৰোতা সকলক 'মন্ত্ৰমুগ্ধ সৰ্পবৎ" কৰি ৰাখে। বক্তৃতাও যে এটা পৰিশ্ৰম কৰি শিকিবলগীয়া কলা-বিদ্যা (Oratory as an art), তাক সুৰেন্দ্ৰ বানাৰ্জ্জীৰ বক্তৃতা শুনিলেহে সুন্দৰকৈ উপলব্ধি কৰিব পাৰি। সভা-সমিতিত কথা কোৱা মানুহৰ অন্ত নাই। কিন্তু শুৱলা বাক্যেৰে অনৰ্গল বক্তৃতা দি থাকিবপৰা বক্তা পাবলৈ বৰ টান। বক্তৃতা দি থাকোঁতে, ভাবৰ আবেগত সুৰেন বানাৰ্জ্জীয়ে যেতিয়া আৰোহণ—অৱতাৰণ কৰে অৰ্থাৎ কোনত কোৱে চৰি গৈ একেবেলিয়েই চৰম সীমা পাই, আকৌ খপ্ কৰে মৃদুভাৱে যেতিয়া তললৈ নামি আহে, তেতিয়া যে তেওঁৰ বক্তৃতা কি চমৎকাৰ হৈ উঠে লিখি বুজাবৰ সাধ্য নাই। সুৰেন বানাৰ্জীক বিলাতৰ কি সদৌ ইউৰোপৰ বাতৰি-কাকত বিলাকে "Edmund' Burke of India" আখ্যা দিছিল। 'হমকলৰ' সভালৈ তেওঁ নাহে, ইণ্ডিয়ান এছছিয়েচনৰ সভাত

নাইবা ডাঙৰ ডাঙৰ সৰ্ব্বভাৰতীয় ৰাজহুৱা সভাত হে তেওঁক দেখিবলৈ পোৱা যায়। বিপিন পালে শব্দবোৰ এটা-এটাকৈ, লাহে-লাহে কয়। সেয়ে কিন্তু সিংহ গৰ্জ্জনৰ দৰে। তেওঁৰ বক্তৃতা ইমান তেজী আৰু গাজত লগা যে শুনিলে মৰা মানুহৰ গাও দাং খাই আহে। ডেকা ল'ৰাৰ মনত স্বদেশ প্ৰাণতাৰ ফিৰিঙতি জলাই দিয়াত বিপিন পালৰ বক্তৃতা অতুলনীয়। তেওঁ বক্তৃতা দি থাকোঁতে শব্দ একোটাত এনে হেঁচা দিয়ে যে শুনোতাজন তাৰ লগে লগে যেন লাগিয়েই যাব। পালৰ বক্তৃতাৰ আৰু এটা বিশেষত্ব এই যে তেওঁ চৰকাৰক ইমান চোকাকৈ সমালোচনা আৰু আক্ৰমণ কৰে, অথচ বক্তৃতাৰ শব্দবোৰ দ্ব্যৰ্থবোধক হোৱা বাবে চৰ্কাৰী আইনৰ গৰাহত পেলাই তেওঁক দোষী সাব্যস্ত কৰা বৰ কঠিন হৈ পৰে। দ্ব্যৰ্থবোধক বুলি কোৱা হৈছে এই বাবেই যে তেওঁ একোটা বাক্য প্ৰবচন এনেভাৱে ব্যৱহাৰ কৰে যে শ্ৰোতাবৃন্দই বুজোঁতে তাক ঠিক ঠাক বুজে কিন্তু দণ্ডবিধি আইনৰ ধাৰাত পেলাই অনুবাদ-বিশ্লেষণ কৰিলে, তাৰ অৰ্থটোহঁত একেবাৰে দণ্ডবিধি আইনে ধৰিব নোৱৰা হৈ পৰে। বিপিন পালে বক্তৃতা দিয়াৰ পাল থাকিলে, 'হমকলৰ' প্ৰতি আস্থা থাককেই বা নাথাককেই, কলেজৰ ছাত্ৰই কলিকতীয়া আলি-পদুলি আৰু বাট-পথত পৰুৱাৰ দৰে লা-নি বান্ধিবলৈ ধৰে আৰু সেই লা-নিৰ চিৰচিৰনিটো সভা হোৱা ঠাইত হে মাৰ যায়গৈ। আমাৰ শ্ৰোতা সকলৰ ভিতৰত ভালেমানে বিপিন পালৰ দৰে বক্তৃতা দিবলৈ আখৰা কৰিছিল। সেই সময়ত, কলিকতাত থকা লক্ষীনাথ ফুকনৰ এটা 'হবি' (Hobby) য়েই অৰ্থাৎ স্বভাৱেই হৈছিল বিপিন পালৰ বক্তৃতা অনুকৰণ কৰা।

কলেজ স্কোৱাৰত প্ৰায়েই আবেলি সভা বহা। সেই সভাত ভাৰতীয় অ-ভাৰতীয় মনীষীসকলৰ বক্তৃতাও শুনিবলৈ পোৱা যায়। সৰোজনী নাইডু, চাৰুতৱালা, চন্দ্ৰাৱৰকৰ, ডাঃ মুঞ্জে, লালা হৰকিষণ লাল প্ৰভৃতি সমসাময়িক ৰাজনৈতিক নেতাসকলক তাতেই সম্বৰ্দ্ধনা জনোৱা হৈছিল। স্কোৱাৰৰ চুক এটাত গধূলি-গধুলি ৰামায়ণ মহাভাৰতৰ কথাবাৰ্ত্তা আৰু শ্ৰীমদ্ভাগৱতৰ ব্যাখ্যাও হয়।

সেই সভাবিলাকৰ কোনো এখনকে পাৰিতপক্ষে আমি বাদ দিয়া নাছিলোঁ। হৰেন সিংহও যায়, ম'ইও যাওঁ। হৰেন ওখ দেখি, পাচৰপৰাই থিয় হৈ বক্তৃতা শুনে। মই চাপৰ দেখি জুলফালৰ পৰা দৰ্শকৰ জুম ফালি কুৰুকি

কুকৰি সোমাই আগত বহোঁগৈ। মেছলৈ আহি হৃষেনক কওঁহি। বহুৰ দিনত দুপৰীয়া আবেলি আমি সেই বক্তৃতাবিলাকৰ পুনৰাবৃত্তি কৰোঁহঁক। মোৰ ভাল লাগিছিল হীৰেন দত্তৰ বক্তৃতা শুনি। তেওঁৰ বিশ্লেষণ শক্তি অতি চোকা আছিল আৰু প্ৰত্যেকটো বিষয়ক ওলোটা শুভোটা দুয়োটা দিশকে দাৰ্শনিক দৃষ্টিৰে লক্ষ্য কৰিছিল। দত্ত, "সাহিত্য" নামৰ আলোচনী কাকত এখনৰ সম্পাদক। সেই 'সাহিত্য' এখন উচ্চ পৰ্য্যায়ৰ সমালোচনী বুলি বঙ্গীয় সাহিত্যিক মণ্ডলীৰ ভিতৰত সুখ্যাতি লাভ কৰিছিল। তেওঁ বক্তৃতা দিছিল বঙ্গলাৰে, অধ্যাপক জীতেন্দ্ৰ বানাৰ্জীয়ে ইংৰাজীৰে এনেভাৱে অনৰ্গল খৰকৈ বক্তৃতা দিব পাৰিছিল আৰু কথাবোৰো ইমান সৰগৰকৈ ওলাই গৈছিল যে চৰকাৰৰ ফলীয়া চোৰাংচোৱাৰ "ছৰ্ট হেণ্ড" ভোতা হৈ পৰিছিল। তেওঁৰ জলপ্ৰপাতৰ গতি হেন বক্তৃতা লিপিবদ্ধ কৰিবলৈ কেতিয়াবা কেতিয়াবা চৰকাৰে দুজনকৈয়ো ৰিপৰ্টাৰ পঠিয়াব লগা হৈছিল।

এনী বেছান্টক অন্তৰীণত আটক কৈ ৰখাত বিক্ষোভ প্ৰকাশ কৰিবলৈ কলিকতাৰ টাউন হলত এখন বিৰাট সভা হৈছিল। সেই সভাত ডক্টৰ ৰাসবিহাৰী ঘোষে সভাপতিৰ আসন অলঙ্কৃত কৰিছিল। সভালৈ প্ৰাচীন পন্থী, উগ্ৰপন্থী আৰু ধীৰপন্থী সকলো আহিছিল। "বেঙ্গলী" কাকতৰ সম্পাদক বাগ্মীপ্ৰবৰ বঙ্গসিংহ ধীৰপন্থী সুৰেন্দ্ৰ নাথ বন্দোপাধ্যায় আৰু 'অমৃত বাজাৰ পত্ৰিকাৰ' নিৰ্ভীক উগ্ৰপন্থী সম্পাদক বাবু মতিলাল ঘোষ দুয়োজনা তেতিয়া 'অহি নকুল হেন।' কাকতত "কাকো পালে কেৰে নেৰে", "দুইকো দুই নাহি তুষ্টি। হানে বজ্ৰ সম মুষ্টি।" কিন্তু, সেই সভাৰ দিনা, দুয়ো উপস্থিত হৈ, দুয়ো দুয়োকো সাবট মাৰি ধৰি আলিঙ্গন কৰিছিল। আলিঙ্গনৰ দৃশ্যই সকলোৰে চকুপানী বোৱাই পঠিয়াইছিল। (সঁচা কথা—Public calamity is a mighty leveller—Edmund Burke) তাত বহিবলৈ ঠাই নেপাওঁ বুলি, সভা বহাৰ আগেয়েই ভুবনেশ্বৰ বৰুৱা (ডাক্তৰ) আৰু মই দুয়ো গৈ টাউন হলটোৰ মাজতে ঠাই এডোখৰ অধিকাৰ কৰি বহিলোঁগৈ। কিন্তু ক্ৰমাৎ মানুহৰ ইমান ঠেলা-ঠেলি, হেঁচা-হেঁচি হ'বলৈ ধৰিলে যে আমি বহা ঠাইতে টিকা-ঘঁহনা খাই চক্ৰাকাৰকৈ ঘূৰিবলৈ ধৰিলোঁ। ঘঁহনাত চুৰিয়া ফিচিকি গ'লগৈ। বহি থাকোতে উকমুকনি লাগি থিয় হলোঁ। তাতো একোপধ্যে ৰক্ষা নেপালোঁ। পাচফালৰ পৰা এনে একোটা হিলদল ভঙা হেঁচা পৰিবলৈ ধৰিলে যে তাৰ কোবত আকৌ মাটিত হেৰেপা খাই

পৰিলোঁগৈ। এই বেলি বকৰাই নেওচা কেওচা দি গোজ-গোজাই উঠিল, 'কোন আছে এইবোৰ উশৃঙ্খল বঙালীৰ সভালৈ?' এই বুলি কৈয়েই তেওঁ জানিবা কোনোমতে প্রকাৰে সভাৰপৰা সৰকি প্ৰাণটো ৰক্ষা কৰিলে। সেই দিনাৰপৰা বকৰাদেৱক আৰু কোনো বঙালী ৰাজহুৱা সভাত নেদেখা হলোঁ।

১৯১৭ চনৰ ২৬ ডিচেম্বৰ তাৰিখে কলিকতাৰ ৱেলিংটন স্কোৱাৰত ভাৰতৰ জাতীয় মহাসভা (কংগ্রেছ) বহিব। সভাপতি নিৰ্ব্বাচিত হৈছে এনী বেছাণ্ট। ভাৰতৰ প্রত্যেক প্রদেশৰপৰা "ভলণ্টিয়াৰ ক'ৰ" বা স্বেচ্ছা-সেৱক বাহিনী গঠন কৰা হৈছে। আমিও এটা অসমীয়া ঠাঁট বা পল্টন গঠন কৰিবলৈ ঠিক কৰিলোঁ। ডিব্রুগড়ৰ ছাত্র ভৱকান্ত বৰকাকতী আগ-ৰণুৱা হৈ ওলাল। ৩নং হেৰিছন ৰ'ড ৪৫ নং হেৰিছন ৰ'ড, চি এম এছ হোষ্টেল, ৱাই, এম চি, এ হোষ্টেল, মেডিকেল কলেজ হোষ্টেল, বঙ্গবাসী কলেজৰ মেছ, বিদ্যাসাগৰ, চিটি কলেজৰ মেছ, বেলগেছিয়া ভেটাৰনেৰী কলেজ হোষ্টেল—এই বিলাকৰ উপৰিও য'ত যেনেকৈ অসমীয়া ল'ৰা আছিল, সকলোৰেই পল্টনত ভুক্ত হ'ল।

মহাৰাষ্ট্ৰী, ভাটিয়া, বেহাৰী, পঞ্জাবী আৰু বঙালীবো এইদৰেই একোটা একোটা পল্টন হৈছিল। চিত্তৰঞ্জন দাসৰ পুতেক চিৰৰঞ্জন দাসক সমস্ত বাহিনীটোৰ বৰ সেনাপতি বা কেপ্টেন বাব দিয়া হ'ল। চিৰৰঞ্জন ল'ৰাটি আছিল নিচেই লাহী—গাত মঙহৰ সঁচেই নাই, মাতটোও সৰু, টানি ফুটাই কথা কবাৰকে কব নোৱাৰে। চিত্তৰঞ্জন দাসৰ পুতেক—এইটোৱেই কেৱল শব্দৰ মৌপিয়া গুণ। অসমীয়া স্বয়ংসেৱক বিলাকৰ আটাইৰে মূৰত পাগুৰি, কঁকালত টঙালি আৰু পল ছায়াত চুৰিয়াৰ "মালকোঁছা"। এই প্রত্যেকটো পল্টনৰ নায়ক বা সেনাপতি বিলাকেৰে এটা অশ্বাৰোহী ফৌজ গঠন কৰা হৈছিল। ২৪ তাৰিখে নিৰ্বাচিত সভানেত্ৰী হাওৰা ষ্টেছন পাবৰ কথা। সেইদিনা কংগ্রেছৰ স্বয়ংসেৱক বাহিনীটো গৈছে সভানেত্ৰীক আগুৱাই আনিবলৈ। বাহিনীটো গৈ হেৰিছন ৰ'ডৰ মূৰ ষ্ট্ৰেণ্ড ৰ'ড পাইছেগৈ। এনেতে কোনোবা এটা টলকত বৰসেনাপতি চিৰৰঞ্জনৰ ঘোঁৰাটো ধৰি ৰাখিব নোৱৰাত ছঁয়া কাটি শাৰী ভাঙি গ'ল। তেতিয়া আমাৰ লেফ্টেনেণ্ট (ডুৱলীয়া সেনাপতি) মেজৰ সুৰেন্দ্ৰ নাথ দত্তই আগবাঢ়ি ঠাই পুৰালেগৈ। চিৰৰঞ্জনে 'মেজাজ' দেখুৱাই দত্তক পাচলৈ যাবলৈ হুকুম দিছিল,

কিন্তু দত্তই একেষাৰ ভেকাহিতে এই বুলি অসমীয়া ভমকৰ তাল দেখুৱাই দিলে। "Well, you better get back, dont you know I am leading the Assamese battalion—the Scion of Lachit Barphukan? (হেৰা, ভালে ভালে হুইঁকি যোৱা, আমি লাচিত বৰফুকনৰ বংশধৰ বুলি নেজানা নে?") চিৰৰঞ্জন মনে মনে থাকিল। স্বৰেন দত্তৰ গৰ্জনত চিৰ-ৰঞ্জনৰ 'মেজাজ' তেনেই 'চেচা ৰঞ্জন' হৈ প'ল।

# দ্বিতীয় অধ্যায়

**৪৫ নং হেৰিছন ৰ'ডৰ বাসিন্দা ঃ** আমি ৩/১ এ, আমহাষ্ট ষ্ট্ৰীটত থাকোঁতে ৪৬ নং হেৰিছন ৰ'ডত কেইবাজনো ছাত্ৰ আছিল, যি আজি নতুন অসমৰ ভাগ্য নিৰ্ণয় কৰা বিভিন্ন বিভাগৰ গুৰিয়াল হৈ অসমীয়া'ৰ মুখ উজলাই আছে। এই প্ৰসঙ্গত এই কেইজনৰ নামেই ঘনাই মনত পৰে। কৃষ্ণকান্ত সন্দিকৈ, অমিয়কুমাৰ দাস, দেৱেশ্বৰ শৰ্মা, ধীৰেন্দ্ৰনাথ আগৰৱালা, ৰাজেন্দ্ৰ নাথ বৰুৱা, লক্ষ্মীপ্ৰাণ চাংকাকতি, ভগীৰাম বৰুৱা আৰু হেমকান্ত মহন্ত। সন্দিকৈদেৱৰ উদ্যোগত 'আসাম ছাত্ৰ সন্মিলনী'ৰ প্ৰবন্ধ প্ৰকাশ হৈছিল। লক্ষ্মীনাথ ফুকনে সেই প্ৰবন্ধাৱলীৰ আহিঁ কাকত চাইছিল আৰু সকলো মুদ্ৰন কাৰ্য্যৰ তদ্বিৰ কৰিছিল। সন্মিলনীৰ প্ৰস্তাৱ অনুসৰি সন্দিকৈৰ বাঁচনিমতেই ভাৰতৰ প্ৰতিভাশালী পুৰুষ সকলৰ চমু জীৱনী একোখনি, আৰ্থৰ কনেন্ডইল, মোপাশা আৰু ৰেগনাৰৰ গল্প সমূহ, আৰব্য উপন্যাস আৰু অন্যান্য ইংৰাজী ভাষাত লেখা মূল্যৱান গ্ৰন্থ কিছুমান অসমীয়ালৈ ভাঙিবলৈ হাতত লোৱা হৈছিল। লেখকৰ বাপ চাই সেই কাম ভগাই দিয়া হৈছিল। আৰু তাৰে দুখনমান প্ৰকাশ হৈ ওলাই-ছিলোঁ। কলিকতা বিশ্ববিদ্যালয়ত আনন্দৰাম বৰুৱাৰ পট-প্ৰতিষ্ঠা, কাশী বিশ্ববিদ্যালয়ত আনন্দৰাম বৰুৱাৰ নামত বৃত্তিদান, ছাত্ৰ সন্মিলনৰ দ্বাৰাই 'হেমকোষ'ৰ পৰিশিষ্ট ৰচনা কৰা, কলিকতাত আনন্দৰাম বৰুৱাৰ সোঁৱৰণী তিথি পতা, পূৰ্ব্বৰ দৰে অ. ভা. উ. সা সভাৰ নিয়মিত অধিবেশন পতা, অসমৰপৰা কোনো বিদ্বান বা সম্ভ্ৰান্ত লোক কলিকতালৈ আহিলে ৰাজহুৱা সভা পাতি তেওঁক অভ্যৰ্থনা জনোৱা, সদৌ অসমৰ স্কুল কলেজসমূহৰ ছাত্ৰলৈ চিঠি পত্ৰ লেখি ছাত্ৰ শক্তিটো সবল আৰু সংগঠিত কৰা, এই বোৰেই আছিল ৪৫ নং হেৰিছন ৰ'ডত থকা মুখ্য মুখ্য ছাত্ৰ কেইজনৰ কাম। সকলো কামতে অম্বিকানাথ বৰাৰ (তেতিয়া কলিকতা বিশ্ব-বিদ্যালয়ৰ অসমীয়া অধ্যাপক) বুদ্ধি পৰামৰ্শ আৰু সহায়-সাৰথি লোৱা হৈছিল। কলিকতাত থকা পুৰণি ডেকা প্ৰবাসী সকলৰ ভিতৰত বৰা

ভাঙৰীয়াও এজন। আমাৰ সকলো অনুষ্ঠানেই বৰাদেৱৰ নেতৃত্বত চলিছিল বুলিলেও বঢ়াই কোৱা নহয়। তেখেতে থকা বাবেই কলিকতীয়া অসমীয়া ল'ৰাৰ মনটো সদায় ডাঠ আৰু গজ-গজীয়া হৈ আছিল। বৰাৰ আহি আছিল পণ্ডিত মদন মোহন মালবীয়।

**ভগীৰাম বৰুৱা ঃ** দৰং ৰাজবংশৰ বুৰঞ্জী প্ৰণেতা সূৰ্য্যদাবিৰ বংশধৰ মনভাল শৰ্মা মণ্ডল। এখেতৰ পুত্ৰ ভগীৰাম বৰুৱা। জনচাৰেক বুঢ়িছ আধ্যাত্মবাদীৰ মতে পূৰ্ব্ব-পুৰুষৰ প্ৰতিভা হেনো পৰবৰ্ত্তী পুৰুষ এ:কাজনৰ গাত প্ৰতিফলিত হয়হি। সেই প্ৰতিভা বা শক্তি হঠাতে পাৰত গজি উঠে। এই নিমিত্তেই ঐতিহ্য লৈ মানুহে গৌৰব কৰে। ভগীৰাম বৰুৱাদেৱৰ প্ৰখৰ স্মৃতি শক্তি আৰু উপস্থিত বুদ্ধি-বৃত্তি বিলাক উপৰি পুৰুষৰ লগত বিজাই চালে সেই দিব্যদৰ্শী সকলৰ অভিমতটোত সহজেই প্ৰত্যয় যাব পাৰি। কৃষ্ণকান্ত সন্দিকৈৰে সৈতে বৰুৱাদেৱে প্ৰায়ে ষ্টাৰ বা মিনাৰ্ভাত থিয়েটাৰ চায়গৈ। সেইকালত আজি-কালিৰ দৰে গলিয়ে গলিয়ে বোলছবি ঘৰ নাছিল। সপ্তাহত এদিন বা দুদিন থিয়েটৰ চায়েই অভিনয়ানুৰাগী সকলে মনৰ হেপাহ পলুৱাইছিল। সঁচাকৈয়ে ক'বলৈ গ'লে, ষ্টাৰ-মিনাৰ্ভাত থিয়েটৰ চাই দৰ্শকে সসম্মানে মনৰ তৃপ্তি সাধন কৰিব পাৰিছিল। ভগী বৰুৱাই থিয়েটৰ চাই আহি পিচ দিনা তাৰ অভিনেতা বিলাকৰ বচন-ভঙ্গীৰ ঠাৰ, নাচোনৰ ঠেও-থমক, অঙ্গী-ভঙ্গীৰে সকলো অবিকলকৈ যেতিয়া মেছত আবৃত্তি কৰেহি তেতিয়া তেওঁৰ স্মৰণ-শক্তি দেখি সকলোটি স্তম্ভিত হয়। সেই অদ্ভূত গুণটিৰ বাবেই তেওঁ আছিল সকলোৰে মৰমৰ।

ৰসিক বঙালী বেলৰ গাৰ্ড এজন তেওঁৰ আবৃত্তিত কেনেকৈ মুগ্ধ বা স্তম্ভিত হৈছিল, তাৰ ৰহস্যটিও এইখিনিতে মনত পৰিছে।

পূজাৰ বন্ধত আমি ঘৰলৈ আহিছোঁ। আমাৰ টিকটৰ ভাড়া আধা। মাল-বস্তু, টোপোলা-টাপলিৰ ভাড়া পূৰা। শিয়ালদহত মাল-বস্তু নোজোখা-কৈয়ে সৰকাই আনিলোঁ। ৰাণাঘাটত চাহ-জলপান খাই আমি টনৃটনীয়া হলোঁহক। বৰুৱাৰ টোপোলা আটাইতকৈ সৰহ। টিকটটোৰে পোন্ধৰ সেৰকৈ বিনা মাচুলে আনিব পাৰি; তাতকৈ বেচি হ'লে ৰেহাই নাই। পূৰা ভাড়া ভৰিব লাগে। কোঠাটোৰ এমূৰৰ মাল থোৱা হেন্দালিৰ ওপৰত বস্তুবোৰ দমাই থৈ সিমূৰৰ বেঞ্চত বৰুৱা বহি গৈছে আৰু আমিও তেওঁৰ ওচৰতে। ৰাণাঘাট এৰাৰ পিচতে, বৰুৱাক কলোঁ।—'এতিয়া বৰুৱা অলপ

অভিনয় চলক।' বকৰাই মিনাৰ্ভাত দেখি অহা 'চন্দ্ৰগুপ্ত' নাটকেই আৰম্ভ কৰি দিলে। এটামান অঙ্কৰ বচন গাই শেষ কৰোতেই হঠাতে ভ্ৰাম্যমান টিকট চেকাৰ এজন আমাৰ কোঠাত ধুপুহ কৰে সোমালহি। সোমায়েই তেওঁ টোপোলাৰ গাঁঠৰিবোৰত এফালৰপৰা জোখ-কাঁটা বহুৱাবলৈ ধৰিলে। বকৰাৰ মালতো 'চেকাৰ কাটা' লাগেগৈ কি-চাগেগৈ বুলি বকৰা সংশয়াপন্ন হৈ অলপ দৰক ধৰিছে। এনেতে আমাৰ এজনে গা-উঠুৱাই মাত লগালে—'গ' অন বকৰা, ৰৈছে কিয় ?"

বকৰাই আৰম্ভ কৰিলে : 'স্থান—সিন্ধু নদীৰ পাৰ।'

কাল—সন্ধ্যা বেলিমাৰ যাওঁ যাওঁ।

' সম্রাট চেকেগুৰ—সত্য চেলুকচ্। কি বিচিত্র এই দেশ। দিনে প্রচণ্ড সূর্য্য, এৰ গাঢ় নীল আকাশ পুড়িয়ে দিয়ে জোৎস্না স্নান কৰিয়ে দেয় ···। এৰ মৰুভূমি স্বেচ্ছাচাৰেৰ মত তপ্ত বালুৰাশি নিয়ে খেলা কৰ্চ্চে।

চেলুকচ—সত্য সম্রাট।

চেকেণ্ডৰ—কোথাও দোৰ্দ্দণ্ড তালবন গৰ্ব্বভাৰে মাথা উচু কৰে দাঁড়িয়ে আছে : কোথাও বিৰাট বট স্নেহচ্ছায়াৰ চাৰ দিকে ছড়িয়ে পৰেছে। কোথাও মদমত্ত মাতাল জঙ্গম পথ সম মন্থৰ গমনে চলেছে। মহাভুজঙ্গম অথচ হিংসাৰ মত বক্ৰ ৰেখায় পৰে আছে ···· ··· ।

আৰ সবাৰ উপৰে এক সৌম্য, গৌৰ দীৰ্ঘকান্তি জ্যোতি এই দেশ শাসন কৰ্চ্চে। তাদেৰ মুখে শিশুৰ সাৰল্য, দেহে বজ্রেৰ শক্তি, সূৰ্য্যেৰ দীপ্তি, বক্ষে বাত্যাৰ সাহস। এ শৌৰ্য্য পৰাজয় কৰে আনন্দ আছে।

পুৰুকে বন্দী কৰে যখন আনা হ'ল সে কি বল্লে জান ?

চেলক—কি সম্রাট ?

চেকেণ্ডৰ—আমি জিজ্ঞাস কৰ্ল্লাম, 'আমাৰ কাছে কিৰূপ আচৰণ প্ৰত্যাশা কৰ ?' সে নিৰ্ভীক নিষ্কম্প স্বৰে উত্তৰ দিল, 'ৰাজাৰ প্ৰতি ৰাজাৰ আচৰণ। চমকিত হলাম। ভাবলাম—এ একটা জাতি বটে।'

টিকেট চেকাৰজনেও এই খিনিতে 'এ একটি লোক বটে।'—বুলি আমাৰ লগতে শাৰী পূৰালে। ভগী বকৰাৰ ভয় আৰু ক'ৰবালৈ গ'ল।

বকৰাদেৱৰ হাঁহিটিও মনত ৰাখিবলগীয়া। ভগী বকৰা তামুলী বুলি সকলোৱে জানে। তেখেতে উৰীয়া 'পাণৱালা'ৰ জৰ্দ্দা (ধপাত) দিয়া 'খিলি-পাণ' খন খাই, ওঁঠত সেলেঙি ৰোৱাই যেতিয়া হাঁহিটো মাৰি পঠিয়াৰ

তেতিয়া তেওঁৰ সাত শত্ৰুৰেও থাপৰপৰা উলিয়াই লোৱা দাখন আকৌ ঘুৰমুৰাই নোৱাৰে। এনে হে গুণ ভগী বৰুৱাৰ তামুলী হাঁহিটিৰ। বৰুৱাৰ সেই হাঁহি, সেই অকৃপণতীয়া কথন-মথন, সেই হৃদয়ৱীয়া মাত আৰু সেই ছন্দ অনুসৰি ঠেও ধৰি কোৱা কথাৰ সুৰ আজিও মোৰ মনত দুৰ্বাপত্ৰৰ দৰে শ্যাম বৰণীয়া হৈয়ে আছে।

**হেমকান্ত মহন্ত :** হেমকান্ত মহন্তও আছিল নাটকীয় চাৰত্ৰৰ এটি আমোদজনক নিদৰ্শন—তেওঁ ছাত্ৰ আছিল ফাষ্ট ইয়েৰৰ (প্ৰথম বাৰ্ষিক)। কিন্তু তেওঁৰ ফুৰা-চকা, গতি-গোত্ৰ, কথা-বতৰা, কাপোৰ-কানি পিন্ধাৰ কাচন-পাৰণ সকলো আছিল স্পষ্ট গ্ৰেজুৱেট ছাত্ৰতকৈও এখোপ চৰা। 'চিঙ্গোল চিটেড' কমটোত তেওঁৱেই হে অকলে থাকে—কোনো বন্ধু-বান্ধৱ ৰখাৰ নিয়ম নাই। কোঠাটোত দামী দামী চকী-মেজ পৰিপাটিকৈ পাৰি থোৱা থাকে। পুথিৰ ঠগাত থাকে (ৰেক্ ডালত) থাক্ থাক্ পুথিৰ দ'ম। ইংৰাজী সাহিত্যৰ বিয়াগোম বিয়াগোম গ্ৰন্থৰাজি সজাই থোৱা থাকে। দেখিলেই এনেহে লাগে যেন সেই গ্ৰন্থৰাজিৰ অধিকাৰীজন কোনোবা গৱেষণাগাৰৰ বিদগ্ধ পণ্ডিত এজন হে। লোকে একোটা কোট চোল, ১০/১১ টকাত কিনি আনি পিন্ধে। মহন্তই কিন্তু ৫০/৬০ টকীয়া কোটেৰে হে গা-শুৱনি কৰে। অ'লৈ ত'লৈ ওলাই গলে তেওঁৰ ফিৰ্ফিৰীয়া চুৰিয়াখন গোখোৱা লেটাই 'মাল-কোছা' মাৰি, হাতত লাখুটি এডাল লৈ যাবহ। তেওঁৰ পঢ়া-শুনা, 'পুস্তকস্থ বিদ্যা পৰহস্তং গতং ধনম্'ৰ নিচিনা। ধোবা, নাপিত, মুচী, গুৱাল, দপ্তৰীক দিবলগীয়া ধাৰত তেওঁ পোত খোৱা। কিন্তু মহন্তৰ তেম দেখি আৰু ওফাইদাং মৰা কথা শুনি কোনো ধকৱাই ধাৰ সাধিবলৈ সাহকে নকৰে। কলিকতাত থকা দিন কেইটাত মহন্তই ডাঙ্কোপ মাৰিয়েই খ্যাতি এটা আৰ্জ্জি গ'ল।

১৯১৭ চনত, মণ্টেগু-চেম্‌চ্‌-ফৰ্ডৰ (Montague-Gnelmsford) আগত সাক্ষ্য দিবলৈ অসমৰপৰা গঙ্গাগোবিন্দ ফুকন, ধনশ্যাম বৰুৱা, পদ্মনাথ গোহাঞী বৰুৱা, চন্দ্ৰধৰ বৰুৱা, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আৰু প্ৰসন্নকুমাৰ বৰুৱা আহে কলিকতালৈ। বঙ্গবাসী কলেজৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোঁতেই এই সকল ব্যক্তিত্বশীল পুৰুষৰ লগত সাক্ষাৎ কৰিবলৈ পোৱা হৈছিল। গঙ্গাগোবিন্দ ফুকন চাহাবে, তেতিয়া শিয়ালদহৰ 'আৰ্য্যনিবাস' বৰ্ডিঙত অৱস্থান কৰিছিল। এদিন ট্ৰামৰপৰা নামোতে তেখেতে ভৰিত

বৰ দুখ পালে। মই কেবাদিনো তেখেতৰ লগত থাকি তবিপিটিকি দিছিলোঁ। আৰু সেই ছেগতে অসমৰ বহুত পুৰণি কথাও তেখেতৰ পৰা শুনিবলৈ পাইছিলোঁ। গঙ্গাগোবিন্দ ফুকনৰ চমুজীৱন চৰিতত লিখা আছে।

৪৩ নং আমৰ্হাষ্ট ষ্ট্ৰীট : ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ ঘৰটো আমহাৰ্ষ্ট ষ্ট্ৰীট যাই আলিটোৰপৰা ভিতৰলৈ সোমোৱা। যেয়ে সেয়ে সহজে উলিয়াব নোৱাৰে। ঘৰটো এমহলীয়া। খৃষ্টীয় কুৰি শতিকাৰ দ্বিতীয় দশকৰ ভিতৰত এই অকণমান ঘৰটিতেই অসম দেশত সি চিৰলৈ সাহিত্যৰ সোণ বৰণীয়া সঁচ বা বিধানৰ অন্তষ্টুপীয়া ভঁৰাল এটি বান্ধি থোৱা হৈছিল। ভঁড়ালটিৰ নাম আছিল "আসাম ফ্ৰেণ্ড্‌ছ্ এজেঞ্চী" আৰু তাক চলোৱাৰ ভাৰ লৈছিল লোহিত চন্দ্ৰ ভূঞাই। এজেঞ্চীৰ কাম আছিল কলিকতাৰপৰা অসমীয়া দোকানীবিলাকলৈ সস্তাতে কলিকতীয়া মাল যোগোৱা। কলিকতাৰ কোন ষ্ট্ৰীটৰ কোন দোকানত অসমলৈ পঠিয়াবলগীয়া মাল পোৱা যায়, কোন বস্তুৰ দৰ-ভাও কিমানলৈকে উঠিছে বা পৰিছে তাৰ ভূ বা খবৰ লৈ তত্তালিকে ভূঞাই অসমৰ গ্ৰাহক বিলাকলৈ বিজুলী ডাকত বাতৰি পঠিয়াই থাকে। কলিকতাখন তেওঁৰ হাতৰ তলুৱাত যদিও, কেতিয়াবা পচলাতে দাঁত ভাঙিব লগা হয়। কেতিয়াবা কিবা বস্তু একোটা বিচাৰি য'লৈ যাব লাগে ত'লৈ নগৈ অইন কোনোবা এঠাইত হে ওলাই গৈ। তেতিয়া চীন দেশীয় পাট-সূতাৰ দাম অসমৰ মাৰোৱাৰী দোকানত সেৰে ১৬৲ টকা আছিল; কিন্তু কলিকতাৰ বজাৰত আছিল ৮৲ টকা। অসমৰ পৰা যোৱা পাট-সূতাৰ অৰ্ডাৰ এটা 'হাচিল' কৰিবলগীয়া হোৱাত তেওঁ খোংৰা আৰ্ম্মেনীয়ান-ষ্ট্ৰীটৰপৰা আৰম্ভ কৰি, বাগবজাৰলৈকে উত্তৰ কলিকতাৰ গোটেইখন চলাথ কৰিলে, তথাপি সূতাৰ দোকানী উলিয়াব নোৱাৰিলে। ঘোঁৰা গাড়ীত উঠি এইদৰে ফুৰোঁতে-ফুৰোঁতেই অৰ্ডাৰত থকা সূতাৰ দামৰ সমানেই খৰচ হ'লগৈ। ঘৰলৈ উলটি আহোঁতে আমৰ্হাষ্ট ষ্ট্ৰীটৰ ওচৰৰ দোকান এখনতে সূতা পাই আচৰিত হৈ এজেঞ্চীৰ অফিচতে ক'লেহি, "ভালেতো হে মাৰোৱাৰীয়ে কলিকতাত একোজন একোজন জনাশুনা দালাল ৰাখে।" কথাষাৰ শুনি আমাৰে এজনে মাত লগালে "ইয়াকে কয় কৰ্কাঁলতে কাঁচি, দুটী ফুৰে নাচি। আপুনি কি কাৰবাৰ কৰিব? কাৰবাৰ অসমীয়াৰ নহয়, কেঞা-মাৰোৱাৰীৰ হে"। তেতিয়াই তেওঁ বৰেৰ পৰা আহি থকা বঙালী এজনক দালাল ধৰিলে আৰু বৰপেটা-সৰুপেটাৰ পৰা ঘিঁউ নি কলিকতাত পাইকাৰী

নৰত বেচিবলৈ ধৰিলে সেইদিনত 'ভেজিটেবোল' ঘিঁউ ওলোৱা নাছিল। কলিকতাত গেলামালৰ কাৰবাৰ কৰোঁতা, বোধকৰোঁ বৰপেটাৰ লোহিত চন্দ্ৰ ভূঞাই প্ৰথম হ'ব।

**"অৰুণ" প্ৰকাশ :** "আসাম ক্ৰেণ্ডছ এজেন্সী"য়ে অসমীয়া সাহিত্যৰ নিমিত্তেও পোন প্ৰথমেই মহৎ কাম এটা কৰি গ'ল। তেতিয়ালৈকে অসমীয়া ভাষাত সৰু সৰু ল'ৰাছোৱালীয়ে পঢ়িবপৰা কোনো ছবি থকা কাকত ওলোৱা নাছিল। লোহিত চন্দ্ৰ ভূঞাৰ আশ্বাসত পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে সম্পাদনা কৰি দিয়াত 'অৰুণ' কাকতখন মাহে মাহে নিয়মিত সময়ত ওলাই আছিল। আদহীয়া বা বয়সীয়া পাঠকৰ নিমিত্তে প্ৰবন্ধ লেখা যিমান উজু, চেমনীয়া বিলাকৰ নিমিত্তে কবিতা বা প্ৰবন্ধ লেখা সিমান টান। কিন্তু, হাত অহা পৈনত লেখকসকলৰ লেখনীৰপৰা ওলোৱা দেখি "অৰুণ"ৰ প্ৰবন্ধসমূহ যিমানেই কি টান বিষয়ৰ নহওক লাগে—ল'ৰা-ছোৱালীৰ নিমিত্তে ভাত-মাছ হোৱাদি হৈছিল। তাত বঢ়িয়া বঢ়িয়া সাধু, মনত বৈ যোৱা পদ্য, চৰাই চিৰিকতিৰ বিৱৰণ, আউল ভাঙি দিয়া বৈজ্ঞানিক বিষয়, বাৰ বিলাতৰ বাৰ বৰণীয়া কথাৰ টোপোলা আৰু বাৰবুৰি সাথঁৰ আছিল। এটাইবোৰ প্ৰবন্ধ সম্পাদকে আটোম-টোকাৰিকৈ সজাই পঠিয়াইছিল। লোহিত ভূঞাই এহাতে "হেমকোষ" আন হাতে ছপাখানাৰ আহিঁ কাকত লৈ শুদ্ধ-অশুদ্ধ মিলাই চাইছিল। একোটা 'প্ৰুফকে' (আহিঁ কাকত) তিনিবাৰ চাই হে নিবাৰ বুলি অৰ্থাৎ ছপাবলৈ আদেশ দিছিল। "অৰুণ"ত মাহে মাহে দুই-তিনিখনকৈ ছবি আছিল। বেটুপাতৰ ছবি ৰহন লগোৱা, ভিতৰৰ কেইটা অৱশ্যে উকা-চিঞাহিৰ। ল'ৰাই পঢ়ি বৰ ভাল পাইছিল আৰু তাতকৈও ৰং পাইছিল সাঁথৰৰ উত্তৰৰ তালিকাত সিইতৰ নামবোৰ ছপা হৈ ওলোৱা দেখি। (আগৰ "জোনাকী" কাকততো সাঁথৰৰ উত্তৰ দিওঁতাৰ নাম প্ৰকাশ কৰি ল'ৰা-ছোৱালীৰ সাহিত্য অনুৰাগ বঢ়োৱা হৈছিল।)

ভূঞা সাহিত্যিক নাছিল, সঁচা; কিন্তু, 'অৰুণ'ৰ লগত ব্যৱসায়ী হিচাপে সদায় লাগি থাকিব লগীয়া হোৱাত সাধাৰণ চিঠি এখনতো বৰ্ণাশুদ্ধি হ'বলৈ নিদিছিল আৰু লোকক ভুলকৈ লিখা দেখিলেও শুধৰাই দিছিল। তিনি মাহৰ আগৰেপৰা প্ৰকাশক "আসাম এজেন্সী"য়ে 'অৰুণৰ প্ৰবন্ধ যুগুতাই ৰাখিছিল। লক্ষ্মীনাথ বেজবৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা, সোণাৰাম

চৌধুৰী, সৰ্ব্বেশ্বৰ কটকী, লক্ষ্মীকান্ত বৰুৱা, বিষয়চন্দ্ৰ বিশ্বাসী, পদ্মনাথ গোহাঞী বৰুৱা, কামাখ্যা ৰাম বৰুৱা, বেণুধৰ ৰাজখোৱা, দণ্ডিনাথ কলিতা, বাণীকান্ত কাকতি, সূৰ্য্য কুমাৰ ভূঞা, ৰত্নকান্ত বৰকাকতী, মহীচন্দ্ৰ বৰা, পদ্মধৰ চলিহা, ডাঃ মহানন্দ বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ প্ৰমুখ্যে সকলো পুৰণি-নতুন প্ৰথিতযশা সাহিত্যিকৰ লালন-পালনত 'অৰুণ'খন আটকধুনীয়া হৈ লহপহকৈ বাঢ়ি আহিছিল। সম্পাদক হেম গোস্বামীয়ে সুন্দৰ সুন্দৰ প্ৰবন্ধেৰে কাকতৰ গুৰি ধৰি আছিল। আকস্মিক দুৰ্ঘটনা এটাত পৰি গোসাঁইদেৱে হাত এৰি দিবলগীয়া হোৱাত কামাখ্যাৰাম বৰুৱা ডাঙৰীয়াৰ হাতত সম্পাদনাৰ ভাৰ পৰে। ভূঞায়ো অইন ক'ৰবালৈ মন মেলিলে। আচল ঠাইৰ পৰা এহাতুধীয়া উদ্যোগটো পিছলি পৰাত 'অৰুণ'ৰ অকাল মৃত্যু হ'ল। 'অৰুণ'খন অলপদিন হে জীয়াই আছিল। কিন্তু বাছকবনীয়া প্ৰবন্ধেৰে প্ৰকাশ কৰা পোন প্ৰথম অসমীয়া শিশু আলোচনী বুলি তাৰ নাম সাহিত্য বুৰঞ্জী পাতত চিৰকাললৈকে জিলিকি থাকিব।

**এজেন্সীৰ সাহিত্য প্ৰকাশঃ** ক্ৰেণ্ডছ এজেন্সীয়ে পত্ৰৰ বাহিৰেও ভালেমান ভাল ভাল গ্ৰন্থকাৰৰ কিতাপ প্ৰকাশ কৰিছিল। লোহিত ভূঞাৰ তত্বাৱধানত প্ৰকাশিত হোৱা কিতাপবিলাকৰ মনমোহা বেটুপাত, ফটফটীয়া গোট গোট আখৰেৰে হাতোদঁতীয়া—হাত দিলেই পিছলি যোৱা—কাগজ, সজোৱাৰ ক্ৰম আৰু বিষয় বাছনিৰ পৰিপাটিতা দেখি নামজ্বলা সাহিত্যিক-সকলে সেই এজেন্সীকে সিবিলাকৰ প্ৰায় পুথিকে প্ৰকাশ কৰিবলৈ দিছিল। স্বৰ্গীয় চন্দ্ৰনাথ শৰ্ম্মাই "ট্ৰেন্সলেছনৰ" পুথিখন আৰু "বছাফুলৰ কৰণি", সৰ্ব্বেশ্বৰ কটকীয়ে "ট্ৰেন্সলেছনৰ" পুথি এখন, সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াই "ভাগ্য পৰীক্ষা," দণ্ডিনাথ কলিতাই 'বহঘৰা", মহীচন্দ্ৰ বৰা, কুমুদেশ্বৰ বৰঠাকুৰ, সোনাপতি দেৱশৰ্ম্মাৰ দ্বাৰাই সংগৃহীত আৰু সম্পাদিত মাণিক চন্দ্ৰ বৰুৱাৰ জীৱনী 'মাণিক'খন ইয়াৰ পৰাই প্ৰকাশ হৈ ওলাইছিল। এই বিলাকৰ উপৰিও আৰু ভালেমান কিতাপ এই এজেন্সীৰ হতুৱাযেই প্ৰকাশ কৰোৱা হৈছিল। কিন্তু, কিছুমানে গছত তুলি গুৰি-জখলা কাটি দিয়াত ভূঞাৰ ব্যৱসায় দেন পৰি আহিল, অৰ্থাৎ কিতাপ ছপাবলৈ দি কালিয়ন কৰাত। তেতিয়ালৈকে অসমীয়া মানুহৰ কাৰবাৰ তেনেকুৱাই আছিল। তথাপি দিনৰ দিনটো টলো-টলোকৈ ঘুৰিফুৰা দেখি সেই যৰ-নিবাসী পণ্ডিত, আমাৰ সকলোতকৈ বয়সে ডাঙৰ শিৰীশচন্দ্ৰ বৰুৱাই

প্ৰায়েই দুখ পাইছিয়াই কৈছিল—"হেৰ লোহিত! তুই এনেকৈ কেলেই শাস্তি খাই মৰিছ? আসামত দালান বান্ধিবিগৈ নে কি?

দুখ লাগে, এইজন আত্মবিশ্বাসী, উদ্যোগী অসম-প্ৰেমিক লোহিত চন্দ্ৰ ভূঞাই জীৱনৰ ভৰ দুপৰতে ইহ সংসাৰ ত্যাগ কৰিলে।

"আসাম মেছ" ঃ ৪৩ নম্বৰৰ ঘৰটোত থাকিবলৈ লওঁতে তাত বাস কৰোঁতাসকলৰ গাই গাই খোৱা খৰচ যিটো পৰিছিল, ভূঞাৰ হাতত সকলোৱে দিব লাগিছিল। তাতো ভূঞাই দুপইচা অৱশ্যে চলোৱা খৰচ লবলগীয়া হৈছিল। বজাৰলৈ গৈ, বস্তু কিনা চাকৰে দোকানীৰপৰা এক অনাত এপাইকৈ 'কমিচন' পাইছিল। ভূঞাই বজাৰ কৰি সেই কমিচনটো বাহি কৰিছিল। কিছুদিনৰ মূৰত অসমৰপৰা খোৱা অনলৈ বাখিবপৰাকৈ "আসাম ফ্ৰেণ্ডছ্ এজেন্সী" নামটো গুচাই "আসাম মেছ" দিলে। তেতিয়া ভূঞাই মেছ চলোৱাৰ ভাৰ এৰি দিলে। হাত খৰচ বাদ দি, এনেই অকল খোৱা আৰু "চিট ৰেন্টৰ" বাবে (শোৱা চাঙ্গপীৰা বা তক্তাপোছখন পাৰিবপৰা ঠাই ডোখৰৰ ভাড়া) মাহে ১৭/১৮ টকা মান লাগিছিল। কলেজৰ ফীজ আছিল অতি বেচি মাহে ৭ টকা। কাপোৰ-কানি ধোবা-নাপিত-মুচী আৰু জলপানৰ নিমিত্তে অতি কম ১০্ টকা মানৰ আৱশ্যক হৈছিল। সকলো খৰচ মিলাই ৪৩ নং আমৰ্হাষ্ট ষ্ট্ৰীটত থকা একোজনে ৩৫ টকা ৰূপেৰে টানি মানি চলিব পাৰিছিল। বিজ্ঞান আৰু মেডিকেল পঢ়া ছাত্ৰ কেইজনৰ ফীজ অৱশ্যে অলপ বেচি আছিল।

সেই কালত, গুৱাহাটীৰ কটন কলেজত সকলো বিষয়ৰ শিক্ষা দিয়া ব্যৱস্থা নাছিল আৰু দ্বিতীয় বিভাগত "পাছ" কৰা ল'ৰায়ো সততাই "এড্‌মিছন" নেপাইছিল। অইন কি প্ৰথম বিভাগত 'পাছ' হৈ বৃত্তি পোৱা ছাত্ৰৰ কপালতো "তাহ কৰ্ণত কুহুম নোহোৱা" হৈছিল। লক্ষীধৰ শৰ্ম্মাৰ নিচিনা মেধাবী বৃত্তিধাৰী ছাত্ৰকো চন্দ্ৰনাথ শৰ্ম্মাই বহুত লেখালেখি যুঁজ-বাগৰ কৰি হে কটন কলেজত নাম লগোৱাব পাৰিছিল। সেইকাৰণে প্ৰায় বিলাক ল'ৰাই কলিকতাৰ কলেজত পঢ়িব লগীয়া হৈছিল। তাৰ কলেজ বিলাকতো তেতিয়া ছাত্ৰ চাই হোষ্টেল নাছিল।

কলিকতাত ছাত্ৰাবাস ঃ ৰায় বাহাদুৰ ফণীধৰ চলিহা ডাঙৰীয়াই বৰকৈ টানি ধৰাত অসম গৱৰ্ণমেণ্টে কলিকতাত থাকি পঢ়িবলৈ অসমীয়া

ছাত্ৰৰ নিমিত্তে আবাস ভৱন এটি সজাই বা ভেৰোণীয়াকৈ লৈ দিবলৈ মান্তি হৈছিল। সেইগুণে, সৰ্ব্বসাধাৰণ ছাত্ৰৰ খৰচ কলিকতাত মাহে কিমান লাগে তাৰ এটি সঠিক হিচাব ল'বলৈ অসম উপত্যকাৰ কমিশ্যনৰ কৰ্ণেল পি আৰ টি গৰ্ডন নিজে কলিকতালৈ যায়। তেওঁ মেছলৈ গৈ মাহে নিচেই কম কিমান খৰছ হ'লে চলিব পাৰি, প্ৰত্যেক জন ছাত্ৰকে সুধি ফুৰিছিল। কলেজৰ ফীজ, চিট্ ৰেণ্ট, ধোৱা-নাপিত আদিৰ সকলো আৱশ্যকীয় খৰচ মুঠ কৰি, ছাত্ৰৰ মুখৰপৰা মাহে নিচেই কম ৪৫ টকা নহ'লে নহ'ব বুলি তেওঁ জানিবলৈ পালে। সেই হিচাবটোকে তেওঁ বহীত টুকি লৈ 'আসাম মেছৰ' খিয় খটখটীয়েদি নামি আহিছে, এনেতে তলৰ খাপৰপৰা প্ৰায় ৬ ফুট ২ ইঞ্চিমান ওখ্ গৰ্ডন চাহাব ওপৰলৈ মুখখন ঘূৰাই চাহাবী ঠেওৰে অসমীয়াৰ মাতেৰে স্বগতঃ মাত লগালে, 'অ' তোমালোকক জলপান খাবলৈও পইচা লাগিব ন-হয়? তাতো ধৰা পাঁচ টকি। তেনেহ'লে, মাহে মাহে ৫০ টকাকৈ লাগিব।" কথাষাৰে ছাত্ৰকিজনৰ মন ভাল লগাবলৈকে ক'লে নে, কলিকতাত সঁচাসচিকৈয়ে অসমীয়া ছাত্ৰাবাস পাতিবলৈ প্ৰকৃত হিচাপ টোকে ললে, কোনেও বুজিব নোৱাৰিলে। কিয়নো, সেই কালৰ কোনো ছাত্ৰই আৰু কলিকতাত চৰকাৰী অসমীয়া ছাত্ৰাবাস হোৱা দেখিবলৈ নেপালে। বছৰ দিয়েকৰ মূৰত শুনা গৈছিল বোলে ৪৩ নং আমহাষ্ট ষ্ট্ৰীটতে অসমীয়া ছাত্ৰ সুখেৰে আছে বুলি চাহাবে ৰিপোৰ্ট দিছিল। ইতিমধ্যে গুৱাহাটীত পঢ়াৰো সুবিধা ওলাল।

৪৩ নম্বৰী ঘৰটো যদিও সাত ঘোঁকটত, তথাপি, দক্ষিণ-পূবে অলপ খোলা থকাত বতাহ পোৱা গৈছিল। দক্ষিণে, চেণ্ট পল্ছ কলেজৰ মুকলি ময়দান; মাত্ৰ মাজতে পকা দেৱাল এখন। সেই কলেজৰ হোষ্টেলতো অসমীয়া ছাত্ৰ আছিল। কলেজটোৰ মুকলি চোতালখন দেখি বেৰিষ্টাৰ জ্ঞানদাভিৰাম বৰুৱাই লণ্ডনৰ ডাউনিং কলেজৰ হাউলীৰ দৰে কেম্ব্ৰিজ বিশ্ব-বিদ্যালয়ৰ এডোখৰ ঠাইৰ নিচিনা বুলি কৈছিল। ঘোঁৰাগাড়ীৰ ঘেৰঘেৰণি, ট্ৰাম গাড়ীৰ চৰ্চৰণি, ফেৰীৱালাৰ সুৰীয়া মাত আৰু চিঞৰ-বাখৰৰ মাজৰত থকাত ঘৰটোৰ ভিতৰখন আছিল নিজলাল আৰু পঢ়া শুনা কৰিবলৈ বৰ ভাল। এনেই কলিকতা হেন চহৰত নিজলাল ঠাইত থাকিবলৈ পোৱাটো বৰ ভাগ্য বুলিব লাগে। কলিকতাৰ কলেজ হোষ্টেল আৰু অন্যান্য মেছ আদিত থকা ছাত্ৰতকৈ ৪৩নং আমহৰ্ষ্ট ষ্ট্ৰীটৰ 'আসাম মেছত' থকা অসমীয়া

ছাত্ৰৰ সংখ্যা সৰহ আছিল, আৰু ইয়াতেই অসমৰ পৰা যোৱা সকলো আলহীয়ে পোন প্ৰথমেই থিত দিছিলগৈ। সেইগুণে, ছেদেলী-ভেদেলী হৈ থকা ছাত্ৰ সমূহৰ নিমিত্তে এই 'অসম মেছেই' আছিল সকলোৰে যোগসূত্ৰ।

**মেছৰ আলহী ঃ** ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত অসমৰ পৰা যি সকল সাহিত্যিক, ৰাজনীতিবিদ, পণ্ডিত আৰু আঢ্যৱন্তৰ পদাৰ্পণ আৰু স্থিতি হৈছিল, সেই সকলৰ ভিতৰত (মই থকা কালত) পণ্ডিত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য, চন্দ্ৰ নাথ শৰ্ম্মা, সৰ্ব্বেশ্বৰ কটকী, ফণীধৰ চলিহা আৰু নবীন চন্দ্ৰ বৰদলৈৰ নামেই বিশেষ ভাৱে উল্লেখ যোগ্য। মজামজিকৈ নগাঁৱৰ বৃন্দাবন চন্দ্ৰ গোস্বামী, গুৱাহাটীৰ মোহিনী কুমাৰ চৌধুৰী, বৰ্ম্মা খোৱাঙৰ পৰ্য্যটক পূৰ্ণকান্ত গোসাঁই, ভ্ৰমৰ চন্দ্ৰ শইকীয়া আৰু বহুত আছিল।

মহামহোপাধ্যায় গৈছিল শৰীৰ চোৱাবলৈ। সেই সময়তে ভাৰতীয় সংস্কৃত সন্মিলনীৰ অধিবেশন এখন কলিকতাত বহিছিল। মহামহোপাধ্যায় সংস্কৃতত ইমান বিদগ্ধ পণ্ডিত আছিল যে সেই সভাত অনৰ্গল সংস্কৃতেৰে পাণ্ডিত্যপূৰ্ণ বক্তৃতা দিব পাৰিছিল ; আৰু সাধাৰণ তৰ্কও গুৱলা কাব্যময় সংস্কৃত ভাষাৰে কৰিব পাৰিছিল। সংস্কৃত ভাষাত তেওঁৰ অগাঢ জ্ঞান দেখি ভাৰতীয় পণ্ডিত সকল আচৰিত হৈছিল। সেই বক্তৃতা শুনি কলিকতাৰ সুপ্ৰসিদ্ধ কবিৰাজ মহোপধ্যায় শ্যামাদাস বাচস্পতি ইমান মুগ্ধ হৈছিল যে তেওঁ মহামহোপাধ্যায়দেৱক বিনা খৰচতে চিকিৎসা কৰিবলৈ সভাতে প্ৰতিশ্ৰুতি দিছিল। সেই অনুসৰি উক্ত কবিৰাজে নিজৰ ঔষধালয়ৰপৰা গৰু গাখীৰ আনি নিজে দৰৱ মাৰি পণ্ডিতদেৱক খুৱাইছিলহি। সঁচাকৈয়ে ৰতনে হে ৰতন চিনে। বঙ্গৰ এজন ৰত্ন শ্যামাদাসে হে অসমৰ একেজন মাথোন (তেতিয়া) সংস্কৃত পণ্ডিত ধীৰেশ্বৰাচাৰ্য্যদেৱ ৰত্নক চিনিব পাৰিছিল। ডুমাহমানৰ মূৰত আচাৰ্য্যদেৱ আৰোগ্য লাভ কৰি কামৰূপৰ পণ্ডিত কামৰূপলৈ প্ৰত্যাৱৰ্তন কৰিলে।

**বেজবৰুৱা আৰু বি বৰুৱাৰ সৈতে চন্দ্ৰ নাথ শৰ্মাৰ সাক্ষাত ঃ** তেজপুৰ বিহগুৰিৰ চন্দ্ৰনাথ শৰ্ম্মাও কলিকতালৈ গ'লে ইয়াত থাকেগৈ। তেওঁ 'ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ 'বছাফুল' আৰু 'বছাফুলৰ কৰণি" চপাবলৈ গৈছিল ১৯১৬ চনত। সেই চনতে, হাওৰাত থকা অসমীয়া সাউদ, ভোলানাথ বৰুৱাক দেখা কৰি কথা-বতৰা হৈ অসমত এখন দৈনিক বাতৰি কাকত উলিয়াবলৈ টকাৰ বন্দবস্ত কৰে। চন্দ্ৰ শৰ্ম্মাই গাৰ ওপৰ ছোৱাত এটা পঞ্জাৱী কামিজ,

তলৰ ছোৱাত চুৰিয়া আৰু ভৰিত ছটিজোতা (শ্লীপাৰ) পিন্ধি গৈছিল। তেওঁক দেখি বি. বৰুৱাই প্ৰথমতে কথা পাতিবলৈকে অলপ সংকোচ কৰিছিল। পাচত শৰ্ম্মাই ধীৰে ধীৰে কোৱা কথাৰ মহিমাই বৰুৱাৰ মন ঘূৰাই আনিলে। তাৰ ফলতে, বৰুৱাৰ পৰা শৰ্ম্মাই কাকত উলিয়াবৰ নিমিত্তে ২০০০৲ (দুহেজাৰ) টকাৰ এটি প্ৰতিশ্ৰুতি পালে। দুখৰ বিষয় সেই প্ৰতিশ্ৰুতি আৰু কাৰ্য্যত পৰিণত কৰিবলৈ কাল মহাকালে অলপো সুবিধা নিদিলে। মাহচেৰেকৰ পাচতে চন্দ্ৰনাথৰ অকাল মৃত্যু হ'ল।

সেইবাৰেই তেওঁ লক্ষ্মীনাথ বেজবৰুৱাকো দেখা কৰে। চন্দ্ৰনাথ শৰ্ম্মাই 'উষাত' বেজবৰুৱাৰ লেখাত বহুত ভুল ধৰি সমালোচনা কৰিছিল। সেই সমালোচনাৰ উত্তৰত বেজবৰুৱাই 'বাঁহীত' চন্দ্ৰ শৰ্ম্মাক ডাটি গোফ স্থুঠুটিৰা পিট বুলি কৈছিল। অৰ্থাৎ কটন কলেজৰ ছাত্ৰ চন্দ্ৰ শৰ্ম্মাক বৃটিছ পাৰ্লিয়ামেণ্টৰ সদস্য ২১ বছৰীয়া উইলিয়াম পিটৰ লগত তুলনা কৰি ঠাট্টা কৰিছিল। চন্দ্ৰ শৰ্ম্মাক সেই কথা সোঁৱৰাই দি কৈছিলোঁ, "আপুনি নো এতিয়া বেজবৰুৱাক কোন সাহসেৰে দেখা কৰেগৈ?" চন্দ্ৰ শৰ্ম্মাই হাঁহি এটি মাৰি ক'লে, "সাহিত্য ক্ষেত্ৰত যুদ্ধ লাগিল বুলিয়েই যে সামাজিক ক্ষেত্ৰতো যুদ্ধ কৰিব লাগে, এনে কথ কেতিয়াও হ'ব নোৱাৰে। বেজবৰুৱাক ভক্তি নকৰা কোন আছে? তেওঁৰ লগত যুঁজ কৰি আমোদ আছে—তিক্ততা নাই ইত্যাদি"। বেজবৰুৱাৰ কাষ পালত বেজ-বৰুৱাই চন্দ্ৰনাথক যিটো হে সম্ভাষণ কৰিলে দেখি বিচুৰ্ত্তি খালোঁ। আলহ-তুলহকৈ চন্দ্ৰনাথক বহুৱালে আৰু তৎক্ষণাৎ চাহ মিঠাই খুৱাই ক'লে, "তোমাৰ সাহত সন্তুষ্ট।"

কলিকতালৈ যাওঁতে-আহোঁতে ১৯১৬ চনৰ পৰা ১৯১৯ চনলৈকে গুৱা-হাটীত চন্দ্ৰনাথ শৰ্ম্মাৰ ঘৰতে থাকি গৈছিলোঁ। তেওঁলৈ এবাৰ ঘৰৰপৰ ফুলাম গামোচা এখন আৰু চাহপাত দুসেৰমান লৈ গৈছিলোঁ। তেওঁ প্ৰথমতে উজান বজাৰৰ শিশিৰ বৰুৱাৰ ঘৰত আছিল। তাৰ পাচতে শুক্লেশ্বৰলৈ গ'ল। তাতে তেজপুৰৰ গুণাভি শৰ্ম্মা আৰু বহুৱৰ শৰ্ম্মাক লগ পাওঁ। এওঁবিলাক তেতিয়া হাইস্কুলৰ ছাত্ৰ আছিল আৰু "আৰব্য উপন্যাসৰ" অসমীয়া ভাঙনি কৰি ছাত্ৰ সম্মিলনৰপৰা পুৰস্কাৰ লাভ কৰিছিল।

সৰ্ব্বেশ্বৰ কটকীৰ অহা-যোৱা আছিল কলিকতাত কিতাপ ছপাবলৈ হে। ১৯১৫ চনত তেওঁ, বহুকান্ত বৰকাকতী আৰু হেমচন্দ্ৰ গোস্বামী গৈছিল

বৰ্দ্ধমানত বহা বঙ্গীয় সাহিত্য পৰিষদ সন্মিলনলৈ। তাতে ছাত্ৰ সন্মিলনীৰ নিচিনা এটা অনুষ্ঠান পতাৰ বিষয়ে কটকীয়ে পোনেই শুনি আছে। বোধকৰোঁ তালৈ অম্বিকা নাথ বৰাও গৈছিল।

ৰায় বাহাদুৰ ফণীধৰ চলিহা গৈছিল চিকিৎসাৰ নিমিত্তে। ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ ওচৰতে এজন চকুৰোগৰ বিশেষজ্ঞৰ তত্বাৱধানত তেখেতক থোৱা হৈছিল। আৰু নিতৌ ভাগিনীয়েক ডাক্তৰ ভুবনেশ্বৰ বৰুৱাই চলিহা ডাঙৰীয়াক পৰিচৰ্য্যা কৰিছিলগৈ।

নবীন চন্দ্ৰ বৰদলৈ ডাঙৰীয়া আছিল তেনে হেৰিছন ৰ'ডত। তাৰ আগেয়ে তেখেত বৈঠকখানা লেনত আছিল। কলিকতা এৰি অহাৰ পাচত তেখেতে মাজে সময়ে কলিকতালৈ যাওঁতে হেৰিছন ৰ'ডতে থাকেগৈ আৰু ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ "আসাম ফ্ৰেণ্ডছ এজেঞ্চী এণ্ড মেছ" পৰিদৰ্শন কৰি আমাক বুদ্ধি-পৰামৰ্শ দি আছে।

## ৩য় অধ্যায়

মেছ-মেম্বৰ কিজনৰ চকুত লগা চিন দ্রষ্টামান :   "আসাম মেছত তেতিয়া (১৯১৬ চনত) এই কেইজন স্থায়ী মেম্বৰ বা বাসিন্দা আছিল— মেডিকেল কলেজত পঢ়া ছাত্র সুৰেন দত্ত, ভুবনেশ্বৰ বৰুৱা, আনন্দ বৰদলৈ, বংশী বৰুৱা। আৰু পাচত ডম্বৰু ভূঞা আছিল।

মেনেজৰ বা পৰিচালক লোহিত চন্দ্র ভূঞা (বৰপেটা), বংশীধৰ বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ ( যোৰহাট ), ভুবনেশ্বৰ বৰুৱা ( ডিব্রুগড ), গিৰীশ চন্দ্র বৰুৱা (গোলাঘাট), বৈদ্যনাথ কাকতি, পদ্মধৰ চলিহা, ৰাধানাথ বুজৰবৰুৱা (গুৱাহাটী), কামেশ্বৰ দাস (বৰপেটা), ধৰ্ম্মেশ্বৰ দাস ( গুৱালপাৰ ), টঙ্কেশ্বৰ শৰ্ম্মা (তেজপুৰ), ৰত্নকান্ত বৰকাকতী (নগাওঁ) আৰু এই লেখক (শিৱসাগৰ)।

কৃষ্ণকান্ত সন্দিকৈ ঃ  ৪৩ নম্বৰী ঘৰটো সৰু; এমহলীয়া। উত্তৰে এটি কোঠা, ওপৰলৈ উঠা খট্‌খটীৰ সোঁহাতেই সেই কোঠাটো। তাতে অকল-শৰীয়াকৈ (চিঙ্গল চিটেড) সন্দিকৈ থাকে। তেখেতে বাহিৰা মানুহৰ জঞ্জাল ৰবকৈ সহিব নোৱাৰে, সেই কাৰণে মাথোন অকলে থাকিব পৰাকৈ কোঠাটো লৈছিল। সন্দিকৈদেৱক যেই সেই মানুহে সততাই লগ নেপায়। স্কটিছ চাৰ্চ্চ কলেজৰ হোষ্টেলত থকা যতীন্দ্র নাথ দুৱৰা, বাণীকান্ত কাকতি আৰু মহীচন্দ্র বৰাই হে মাথোন কেতিয়াবা কেতিয়াবা তেখেতৰ ওচৰলৈ আহিছিল। ই দুজনতকৈ বাণীবাবুৰ সমাগম বেচি। ভাত খোৱা আৰু শৌচাচাৰ কৰিবৰ সময়ত হে মাত্র তেখেতৰ কোঠাৰ দুৱাৰ মেলা থাকে। গোপাল নামৰ উৰীয়া লগুৱাটো আৰু উৰীয়া বান্ধনি ঠাকুৰটোৰ কিন্তু তাত অবাধ প্রবেশ। সন্দিকৈয়ে তামোল খায়, ঘনাই নহয় ; যিখন খায় সেলেঙী বোৱাই খায়।

সন্দিকৈ সদায় পঢ়াতে নিমগ্ন থাকে। প্রত্যেক বুধবাৰে শনিবাৰে ষ্টাৰ বা মিনার্ভাত ( বিশেষকৈ আগৰটোত ) থিয়েটৰ চাবলৈ যায়। সংস্কৃত কলেজৰ ক্লাছলৈ যোৱাৰ বাহিৰে তেখেত সততেই ট্রেণ্ড ৰ'ডৰ দাঁতিত থকা মেটকফ হলৰ ইম্পীৰিয়েল লাইব্রেৰীলৈ হে ( যাক আজিকালি

নেশ্বনেল লাইব্ৰেৰী বোলা হয় ) মাথোন গৈছিল। অধ্যয়নৰত বুলি তেনেই কুফ্-ৰাও নহয়, ওচৰ সমীপতে অলপ ফুৰাচকা কৰে। কলেজ স্কোয়াৰৰ ওচৰত থকা পুৰণি কিতাপ বেচা দোকানতো তেওঁক কেতিয়াবা কেতিয়াবা দেখা পোৱা হৈছিল। তেনেকুৱা কিতাপৰ দোকান এখনতে সন্দিকৈয়ে আনন্দৰাম বৰুৱাৰ সহপাঠী আৰু বন্ধু ৰমেশ চন্দ্ৰ দত্তই লেখা প্ৰাচীন ভাৰতীয় সভ্যতা বোলা কিতাপ এখন পায় আৰু কিতাপটো লিৰিকি বিদাৰি চাওঁতে ৰমেশ দত্তই আনন্দৰাম বৰুৱালৈ সমালোচনাৰ নিমিত্তে পঠিওৱা বাক্য এষাৰ দত্তৰ নিজা চহীৰে সৈতে লেখা থকা দেখিবলৈ পালে। তুয়োজন সৰস্বতীৰ বৰ পুত্ৰৰ বন্ধুত্বৰ নিদৰ্শন পাই সন্দিকৈয়ে চকুৰ এটা নিমিষমানলৈকো অপেক্ষা নকৰি কিতাপ বেচোঁতাই যি দামকে ক'লে তাকে তৎক্ষণাৎ দি কিতাপখন কিনি পেলালে। কিতাপৰ আচল দাম দুটকা কি তিনি টকাহে, কিন্তু সন্দিকৈয়ে অকুণ্ঠিত ভাবে তাক দহ টকা দিলে ( সি কোৱা দামকে )। বৰকৈ ফুৰা চকা নকৰিছিল যদিও আৰু সকলোৰে লগত হলি গলি নাছিল যদিও কৃষ্ণকান্ত সন্দিকৈয়ে শ্বাৰ্লক হ'মছৰ দৰে, সেই নিজম কোঠাটিৰ পৰাই সকলো অসমীয়া ছাত্ৰৰ ভূ-ভা পাই আছিল আৰু লৈয়ো আছিল। কিন্তু আচৰিত কথা এইটো হে যে তেওঁতে কলিকতাৰ 'জু-গাৰ্ডেন' বা চিৰিয়াখানাটোলৈ যোৱা বাটটো চিনি নেপাইছিল। এদিন দিল্লীৰপৰা উভতি আহি দুদিনমানলৈ কলিকতাত থকা ভ্ৰমৰ চন্দ্ৰ শইকীয়াই কাকো লগ ধৰিব নোৱাৰি সন্দিকৈকে জু-গাৰ্ডেনখন দেখুৱাই আনিবলৈ লগ ধৰিলে। সৰল সন্দিকৈয়ে সৰল শইকীয়াৰ অনুৰোধ এৰাব নোৱাৰি শইকীয়াক নি চৌৰঙ্গীত থকা যাদুঘৰৰ ( মিউজিয়াম ) আগত মেলি দিলেগৈ। শইকীয়াই সুধিলে, 'এয়াই নেকি চিৰিয়াখানা ?" সন্দিকৈয়ে প্ৰবোধ দিয়াৰ চলেৰে ক'লে 'আজি-লৈ বাৰু ইয়াকে চকচোন।' ত'ত যে সন্দিকৈয়ে বাট চিনি নেপাই চিৰিয়া-খানা বুলি যাদুঘৰতে ওলালগৈ, সেইকথাৰ গম নিদিলে। পাচত হে ৰহস্যটো প্ৰকাশ পাইছে।

ভুবনেশ্বৰ বৰুৱা আছিল বৰ ভজবজীয়া, খৰ্ব্ব-নিখৰ্ব্ব। ছাত্ৰ আছিল মেডিকেল কলেজৰ। ডাক্তৰী পঢ়িবলৈ যোৱাৰ আগেয়ে বৰুৱাদেৱে কিছুমান দিন গুৱাহাটীত স্কুল চব্-ইনস্পেক্টৰ আছিল। তেতিয়া গুৱাহাটীত ডেপুটী ইনস্পেক্টৰ আছিল চিলেটৰ পৰা অহা নদীয়া বিহাৰী দাস। মেছৰ মজিয়াত ভাত খাবলৈ বহোঁতে বৰুৱাদেৱে সেই নদীয়া বিহাৰী বাবুৰ

ধেমেলীয়া কথা দুটামান কৈ সকলোৰে হাঁহিত পেটু-নাড়ী ছিঙাইছিল। নদীয়া বিহাৰী বাবুয়ে হেনো পকা অমিতা খাবলৈ বৰ ভাল পাইছিল। মফচললৈ যাওঁতে বাটে-পথে দোকানত পকা অমিতা দেখিলেই বাবু নদীয়া বিহাৰী দাসে কেচুৱা ল'ৰাই মাকৰ কোলাত থাকোঁতে কল দেখিলে যেনেকৈ হেন্দোল-বান্দোল কৰে তেনেকৈয়ে উত্ৰাৱল হৈ হেঁপাহ-ফেঁপাহ মাত দিয়ে, 'অ' ভুবনেশ্বৰ, অ' ভুবনেশ্বৰ, ঐ পেপেঁটা (পেঁপেটা = অমিতা) নিয়ে আয়।"

কটন কলেজৰ প্ৰিন্সিপেল চুড মাৰ্চন চাহাব বৰ গম্ভীৰ পুৰুষ আছিল। উলামুলা মানুহে তেওঁৰ কাষ চাপিবলৈ বৰ ভয় কৰিছিল। আনকি কাষ চাপিবপৰা জনেও তেওঁক টানি কথা এষাৰকে কব নোৱাৰিছিল। সেই সময়ত কটন কলেজত ল'ৰাৰ নাম লগোৱা এটা 'বিৰাট ব্যাপাৰ'। শিৱসাগৰীয়া ছাত্ৰ এজনৰ নাম লগোৱা বিষয়ে ৰায়বাহাদুৰ ফণীধৰ চলিহা ডাঙৰীয়াই এখন চিঠি দিছিল চুড মাৰ্চন চাহাবলৈ। চুড মাৰ্চনে ল'ৰাটোৰ নাম লগোৱা আছোক-ছাৰি চিঠিখনৰ প্ৰাপ্তি স্বীকাৰকে নকৰিলে। তেতিয়া চলিহা ডাঙৰীয়া আছিল অসম ব্যৱস্থাপক সভাৰ সদস্য। ছিলঙলৈ যাওঁতে তেখেতে চুড মাৰ্চনৰ বঙলাত সোমাই জেক্-জেক্ কৰে ধৰিলেহি, 'মিষ্টাৰ চুড মাৰ্চন, চিঠিৰ উত্তৰ নিদিয়াতো হ'বৰাতো টিকেট নেকি?' সেইখিনি পৰত তাতে আকৌ ডেপুটি ইনস্পেকটৰ নদীয়া বিহাৰী বাবুও আছিল। চাহাবক এনেকৈ টানি কথা কোৱা অসমীয়া মানুহ তেওঁ জীৱনতে দেখা নাছিল। চলিহা ডাঙৰীয়াই কোৱা শুনাটো তেওঁৰ স্বপ্ন যেন হে লাগিছিল। চলিহাৰ মূৰ্ত্তি দেখি তেওঁৰ প্ৰাণ বুদ্বুৱেই হেৰাল। থৰমৰ নেপাই অফিচলৈ আহি সেমেকাই-ফোঁপাই, কঁপি কঁপি চিঞৰীয়া ঠেওৰে ভুবনেশ্বৰ বৰুৱাক কৈছেহি, 'অ' ভুবনেশ্বৰ অ' ভুবনেশ্বৰ তোমাদেৰ দেশে নাকি বৰলোক আছে?' নদীয়া বাবুৱে ভাবিছিল—অসমত কথ ক'বপৰা মানুহ নায়েই। সেই দিনাৰপৰা খাওঁতে-শোওঁতে কংসই শ্ৰীকৃষ্ণক দেখা দি নদীয়া বিহাৰী বাবুৱে ফণীধৰ চলিহাৰ অপৰূপকে হে দেখি থাকিবলৈ ধৰিলে। চলিহা ডাঙৰীয়ালৈ তেওঁৰ ইমান ভয় হৈছিল যে ফণীধৰ চলিহা আহিছে বুলিলেই তেওঁ চক্ খাই উঠে। এনেকুৱা কথাকে ভুবনেশ্বৰ বৰুৱাই ভাতৰ পাতত বহি কৈ মেছৰবৃন্দক নিতৌ হঁহুৱাইছিল।

**গৰীশ চন্দ্ৰ বৰুৱা:** গিৰীশ চন্দ্ৰ বৰুৱা আছিল সংস্কৃত কলেজৰ এম, এ শ্ৰেণীৰ ছাত্ৰ। তেখেতকেই দেখাত মেছবাসীৰ সকলোতকৈ ডাঙৰ

যেন লাগিছিল। ওখয়ো পাঁচ ফুট দহ ইঞ্চি মান হ'ব। বৰণটোও বগা। বৰুৱাদেৱে নিচেই নিয়মিতভাৱে জীৱন-যাপন কৰিছিল। তেখেতে কাকো জেঙা লগোৱা কথা এবাৰকো নকৈছিল। ৰাতিপুৱাই শুই উঠি, চাহ-জলপান খোৱাৰ আগতে গা-পা ধুই এঘণ্টাক গোঁসাই সেৱা বা ঈশ্বৰ আৰাধনা কৰিছিল। গিৰীশ বৰুৱাক সকলোৱে গুৰুদেৱ বুলি সম্বোধন কৰিছিল। প্ৰাচীন ঋষি মুনি সকলৰ আচৰণেই আছিল তেখেতৰ আদৰ্শ। কলিকতাত থাকিবলৈ হ'লে, মানুহ অলপ টেঙৰ-ভেঙৰ হ'ব লাগে। আৰু কথা বতৰাও অলপ টক-টকীয়া হোৱা উচিত। বৰুৱাদেৱ কিন্তু ধীৰ স্থিৰ। তেখেতৰ হোজা, শান্ত মূৰ্ত্তি দেখি কোনো কোনো ৰসিক কাণ সমনীয়া লগৰীয়াই পাচ ফালৰ পৰা "ধৰ্ম্মৰাজ যুধিষ্ঠিৰ" বুলি অলপ ৰসিকতাও কৰিছিল। কলিকতা মহানগৰীত খোজ কাঢ়ি যোৱা মানুহ আৰু অন্যান্য যান-বাহন সদায় বাওঁহাতে যাব লাগে। ইয়াৰ ব্যতিক্ৰম কৰি কোনোজনে যদি কিবা অৎঘটন ঘটায়, তেন্তে আহত হোৱা জনৰহে দণ্ড হয়—আহত কৰোজন সাৰি যায়। গৰুগাড়ীৰ আকৌ নিয়মটো ওলোটা। বাটত যাওঁতে কাৰোবাক যদি গৰুগাড়ীয়ে খুন্দিয়াই চকাৰ তলত পেলাই আধামৰাও কৰে, সেই গাড়ীৰ গাৰোৱানৰ জৰিমনা বা দণ্ড নহয়—হয় চকাৰ তলত পৰি আধামৰা হোৱা জনৰহে। কাৰণ যি মানুহক গৰু গাড়ীয়েও খুন্দি-য়াই, সেই মানুহ দিনে-নিশাই যান বাহনেৰে খদমদম লাগি থকা কলিকতা চহৰত খোজ কাঢ়ি ফুৰিবৰ যোগ্য নহয়। ৪৩ নং আমহাষ্ট ষ্ট্ৰীটৰ—"আসাম মেছত" থকা শিষ্ট-শান্ত "গুৰুদেৱে" কলিকতা মহানগৰীৰ এই আইনখন ঠিকতে হে নেলাগে সমাজিকতো ভঙ্গ হ'বলৈ নিদিছিল। সেই দেখি, খোজকাঢ়ি যাওঁতে তেখেতে সচকিতভাৱে সদায় বাওঁহাতৰ খোজ কঢ়া বাটেদি গৈছিল আৰু লগত যোৱা কোনোজন লগৰীয়াই কেতিয়াবা ছুঁয়াকাটি আঁতৰ হৈ গ'লেই বৰুৱাই আজোৰ মাৰি আনি সতৰ্ককৈ দিছিল, "তুমি গৰুগাড়ীৰ খুন্দা খাই, কলিকতাৰ পৰা খেদা খাব খুজিছা নে? কেনেবাকৈ গাড়ীয়ে খুন্দিয়ালে থৰে থৰে তোমাৰ ৫ টকা জৰিমনা হ'ব। তেতিয়া তোমাক অকৰ্ম্মণ্য বুলি সকলোৱে হাঁহিব।" বৰুৱাৰ কাপোৰৰ সাজ ইবোৰ ল'বাৰ দৰেই ডুসাজতকৈ বেচি নাছিল। আৰু ৰাখিবৰো আৱশ্যক নাছিল। এসাজ যদি ধোবাৰ ঘৰলৈ দিয়ে, ই সাজেৰেই পিন্ধা উৰা কাম হয়। টুইলৰ কামিজ এটা, চেকেং এখন, চুৰিয়া এখন হ'লেই

কলেজলৈ যোৱা ফুৰা-চকা সকলো কাম হয়। সংস্কৃত কলেজৰ ছাত্ৰৰ এনেয়ে ধুনপেঁচ নাই—। তাতে বৰুৱাও আকৌ থাকে নিচেই সাধাৰণভাৱে। এনেকৈ মুৰে মুৰে জোৰাই সাজপাৰ পিন্ধি থকা সত্ত্বেও, এদিন কিবা এটা মন উকৰিল, বৰুৱাই দেখোন ধৰমতলাৰ চাদ্‌নী চকৰ পৰা একেলগে ছটা কামিজ জোটা পাতি ওলোমাই আনি মেছৰ বন্ধুবৰ্গকইতক দেখুৱাইছেহি। "আজি মই বৰ চহকী হে। মই আজি হাফ-এ-ডজন ছাৰ্টৰ মালিক হলোঁ, খবৰ আছেনে?" গিৰীশ বৰুৱাৰ এইবোৰ অজলা অকপট কথা তেতিয়া সকলোৰে মুখে মুখে হৈছিল।

কলেজলৈ যাবলগীয়া হ'লে বা দেওবাৰে নাইবা বন্ধৰ দিনত, দুপৰীয়া সকলোৱে ষ্টভ জলাই চাহ খায়। তিনিজন চাৰিজনৰ ভিতৰত একোটা ষ্টভ্। দুপৰীয়া ঠাকুৰ চাকৰে অলপ জিৰণি লয়গৈ। সেইবাবেই, নিজে নিজেই ষ্টভ্ জলাই পানী তপতাই, চাহপাত দি, গাখীৰ চেনি মিহলাই চাহটোপা খাবলগীয়া হয়। আমাৰ ষ্টভটোত চাহ তপতাই খোৱা কেইজনৰ ভিতৰত এই লেখকেই লক আছিল। এবেঁই পোনেই স্পিৰিট দি ষ্টভটো জলাবগৈ। কেট্‌লীটোৰ পানীয়ে বকবক্ কৰা শুনিলেই 'গুৰুদেৱ' বৰুৱাই লৰ মাৰি গৈ "বেণুধৰ, ৰবা ৰবা, ষ্টভ্‌টো মই হুমুৱাই দিওঁ, পাচত ক'বা নহয় বোলে, গুৰুদেৱে একোটাকে নকৰিলে, বহি বহিয়েই খালে" এইবুলি কৈয়েই তেখেতে পিটিককৈ ষ্টভটো হুমাই দিয়ে। 'গুৰুদেৱৰ' এই ফেৰা কাম দেখাত ল'ৰালি হ'লেও, তেখেতৰ সেই ল'ৰামতীয়া স্বভাৱটি এই লেখকৰ আজিও স্মৃতি পটত মধুৰ হৈয়েই আছে।

দুমাহমান তেখেত মেছৰ চুপাৰিন্টেণ্ডেণ্ট আছিল। এদিন এই লেখক সুন্দৰবনৰ এজন বন্ধু ভূপেন চেটাৰ্জীৰ ঘৰলৈ গৈছিল। ৰাতিতে কাকো কৈ নগ'ল। ৰাতি এওঁক মেছত নেদেখি চুপাৰিন্টেণ্ডেণ্টে "বেণুধৰটো" ক'লৈ গ'ল বুলি হুৱাদুৱা লগাই দিলে। পিচদিনা পুলিচত সংবাদ দিবলৈ ওলাওঁতেই মই আহি উপস্থিত। তেতিয়া বৰুৱাদেৱে চুই-ঘি নিকিলালে।

**পদ্মধৰ চলিহা :** পদ্মধৰ চলিহাই এম, এৰ শেষ পৰীক্ষা দিবলৈ তাতে থাকিবলৈ লৈছিল। বৈদ্যনাথ কাকতীয়ে ৰিপন্ কলেজত 'ল' (আইন) পঢ়িছিল। চলিহাৰ পঢ়াশুনা নাছিলেই বুলিব লাগে। খালি থিয়েটৰ, বায়স্কোপ আৰু সভাসমিতি দৰ্শন। তেখেতৰ মেধাশক্তি ইমান চোকা আছিল যে কোনো কিতাপ দুবাৰ পঢ়িব নেলাগিছিল। ইংৰাজী

ভাষাটো তেখেতৰ কাপৰ আগতে আছিল। ইংৰাজীৰে কিবা এটা লিখি-বলৈ হ'লে কাপ ধৰিবহে লাগে, সৰসৰ কৰে ওলাই যায়। অসমীয়া ভাষাত যে কথাই নাই। ফুৰিবলৈ গলেই চাহৰ দোকান দেখা মাত্ৰকে চলিহা ভাত সোমাবই আৰু হেপাহঁ পলুৱাই চাহ মিঠাই খাব; নিজে খোৱাতেই সন্তুষ্ট নেথাকে, লগত যোৱা কেইজনকো টানি নি জেপৰ পইচাই দি "ভুৰি ভোজন" কৰোৱাব। পদ্মধৰ চলিহাৰ অমায়িকতা আৰু অকপটতা সৰ্ব্বজন বিদিত।

বৈদ্যনাথ কাকতী আছিল পৰৰ দুখত দুখী আৰু মনোবিজ্ঞানবিদ্ পণ্ডিত। তেখেতে দৈৱক বৰ বিশ্বাস কৰিছিল। দাৰ্শনিক ভাৱাপন্ন হোৱা গুণে কাকতী দেৱক লাহ-বিলাহে বৰকৈ আকৰ্ষণ কৰিব নোৱাৰিছিল। কিন্তু মাজে-সময়ে বায়স্কোপ চাই আনন্দ উপভোগ কৰিছিল। আৰু স্বাস্থ্য-ৰক্ষাৰ নিমিত্তে বৰ যত্ন লৈছিল। মুঠতে বৈদ্যনাথ কাকতি আছিল ৰাগজাল নোহোৱা অতি শান্ত প্ৰকৃতিৰ লোক।

ৰাধানাথ বুজৰবৰুৱাই মেডিকেল কলেজৰ প্ৰথম বাৰ্ষিকত নাম লগাই-ছিল। কামৰূপৰ জয়ন্তীপুৰত তেওঁবিলাকৰ ঘৰ। তেওঁৰ পূৰ্বপুৰুষ বিদ্যানন্দ বুজৰবৰুৱা আহোম ৰজাৰ দিনত বৰ প্ৰতাপী পুৰুষ আছিল। ৰাধা মানুহটি ঘুটমুটীয়া আৰু বৰ খৰতকীয়া। আয়ুৰ্ব্বেদ শাস্ত্ৰ অধ্যয়নতকৈ ইংৰাজী, অসমীয়া, সংস্কৃত কবিতা-উপন্যাস অধ্যয়নতে তেওঁ সৰহভাগ সময় পঠিয়াই-ছিল। এৰেঁ ময়ে একেটা কমতে আছিলোঁ।

ধৰ্ম্মেশ্বৰ দাস বৰ তাৰ্কিক আছিল। দৰ্শন শাস্ত্ৰ আছিল তেখেতৰ এম, এৰ পাঠ্য। ছাত্ৰজন দেখাত জলোজপো কিন্তু মানসিক চিন্তাত অতি পৰিস্কাৰ। বংশীধৰ বৰুৱাও মেডিকেল কলেজৰ ছাত্ৰ আছিল। এওঁ এনে সৰবৰহী আছিল যে কোনো সমনীয়াই এওঁক কোনো কথাতে বেয়া পোৱা নাছিল। জনসেৱাই আছিল এওঁৰ জীৱনৰ ব্ৰত।

কামেশ্বৰ দাস গোমোঠা আৰু নিৰ্জনতাপ্ৰিয় আছিল। বিজ্ঞানৰ ছাত্ৰ বুলিয়েই বা অধ্যয়নত লাগি থকা বাবেই ৰাজহুৱা কামত গা-ঢালি দিবলৈ বৰ ইচ্ছুক যেন দেখা নগৈছিল।

ৰত্নকান্ত বৰকাকতী : ৰত্নকান্ত বৰকাকতী কবি আৰু আহাৰ-বিহাৰ, চলন-ফুৰণো কৰিব দৰেই। বিপন কলেজৰ অধ্যাপকৰ লৈতে প্ৰায়েই তৰ্ক লাগে। এওঁ ৰবি ঠাকুৰৰ একান্ত ভক্ত আৰু কথাই বতৰাই ঠাকুৰৰ কবিতা

এঙ্কাকি চুৰ্কাকিমান নেমাত্তিলে এওঁৰ কথোপকথন পূৰ্ণ ই নহয়। বৰকাকতীয়ে বৰ চুৰট খায়। চুৰট হুপি হুপি যাওঁতে কেতিয়াবা যলৈ যাব লাগে তলৈ যোৱা বাট এৰি কোনোবাখিনি পায়গৈ। বৰকাকতীৰ মনটো বৰ কোমল। ৪৩ নম্বৰ আমহাষ্ট ষ্ট্ৰীটত থকা কেইমাহ তেওঁৰে মযে একেলগে ঘূৰিছিলোঁ। সঁচাকৈ ক'বলৈ গ'লে বৰকাকতীৰ বালসুলভ সৰলতা আৰু উচ্চ চিন্তাশীলতাই মোৰ মনটো একপ্ৰকাৰ গ্ৰাস কৰি থৈছিল।

বসুকান্ত বৰকাকতী মোৰ অকৃত্ৰিম বন্ধু আছিল। তেওঁৰ অসাধাৰণ প্ৰতিভা আৰু স্মৰণ শক্তি। গুৱাহাটী কটন কলেজৰ পৰা প্ৰমোচন নেপাই পোনেই ১৯১৬ চনত ৰিপন কলেজত নাম লগায়হি। তাত অধ্যাপক ৰমেন্দ্ৰ সুন্দৰ ত্ৰিবেদীয়ে বৰকাকতীৰ দাৰ্শনিক জ্ঞান দেখি তবধ মানে। কিন্তু ইয়াতো তেওঁ প্ৰমোচন নেপালে। দুবছৰমানৰ পাচত আকৌ হুগলী কলেজত নাম লগায়গৈ। হুগলীৰ পৰা সপ্তাহত দুবাৰকৈ মোৰ তালৈ আহে। বৰকাকতী মানুহটি কাপোৰ কানি পিন্ধাত জধলা আৰু সদায় চিন্তাত মগ্ন হৈ থাকে। বৰকাকতীৰ চিন্তাধাৰা দাৰ্শনিক আৰু বৰ গভীৰ। কলেজ স্কোয়াৰত ঘূৰোঁতে কেতিয়াবা কৈছিল "মই কিমান ডাঙৰ। মোৰ এই ক্ষুদ্ৰ মূৰটোত বিৰাট বিশ্ব ব্ৰহ্মাণ্ডখন কেনেকৈ সুমুৱাই থৈছোঁ।"

চিটি কলেজত যোতয়া মণিৰাম দেৱানৰ স্মৃতিসভা পাতি মই ৰচনা এখন পঢ়োঁ, তেতিয়া বৰকাকতীয়ে মোক কৈছিল, "আপোনাৰ ৰচনাখন বৰ ভাল হৈছিল, কিন্তু পঢ়িব নজনা দোষত, কোনেও একোকে নুবুজিলে।" বৰকাকতীৰ এই খোলা মন্তব্যাৰে মোক বৰ উপকাৰ কৰিলে। সেই সভাত জীৱকান্ত শইকীয়াও (মেডিকেল কলেজৰ ছাত্ৰ) আছিল। সভাত সভাপতি আছিল এম-এ পঢ়া ছাত্ৰ উমাকান্ত গোস্বামী।

ইয়াত থাকোঁতে বুদ্ধৰবৰুৱা, বংশী বৰুৱা, পদ্ম চলিহা, বৈদ্য কাকতী, মাজে সময়ে ভূঞা, আৰু এই সৌৰবণী লিখকে প্ৰায়ে কলিকতাত হৈ থকা ডাঙৰ সভা-সমিতিবোৰ বাদ দিয়া নাছিল। দেওবাৰে দেওবাৰে ব্ৰাহ্মণ সমাজৰ সভালৈ গৈছিলোঁইক। সেই সময়ত মহাত্মা গান্ধী, চিত্তৰঞ্জন দাস, তুলসী প্ৰসাদ গোস্বামী প্ৰভৃতি নেতাসকলে বাল-সূৰ্য্যৰ দৰে ভাৰতৰ ৰাজনৈতিক গগণত উদয় হৈছিল মাত্ৰ। তেওঁবিলাকৰ ৰশ্মিত জিলিকিছিল "হ'মৰুল আৰু নন-ক'অপাৰেশন"। সুৰেন বেনাৰ্জী সেই আগৰ দৰেই ধীৰপন্থী কংগ্ৰেছ সেৱক আছিল। জোতা দলিওৱা উগ্ৰপন্থীৰ অনুবৰ্ত্তী

নাছিল যদিও মেনাজীৰ বক্তৃতা শুনিবলৈ যোৱা মানুহে কলিকতাৰ আলি-বাট ছানি পেলাইছিল।

**অসমীয়া ছাত্রৰ স্পর্টিং ক্লাব :** সেই সময়তে অসমীয়া ছাত্রৰ স্পর্টিং ক্লাব নামদি কলিকতাত এটা ফুটবল খেলা ক্লাব খোলা হৈছিল। এই স্পর্টিং ক্লাবে ভৱানীপুৰ, শ্রীৰামপুৰ, বেলগছীয়া আৰু কলিকতাৰ ময়-দানত ফুটবল খেল দেখুৱাইছিল। ফুটবলৰ টীমটোত, বেলগছীয়াত পঢ়া, ভেটেৰনাৰী ছাত্ৰ শশীধৰ শৰ্মা, কেদাৰ নাথ বৰুৱা, সূৰ্য্যলাল দাস, চি এম এছত পঢ়া লালমোহন চৌধুৰী, যতীন্দ্ৰ নাথ চৌধুৰী (দুয়ো তেজপুৰৰ), প্ৰাণেশ্বৰ দাস (বৰপেটাৰ), অধ্যাপক অন্নদা কুমাৰ পদ্মপতি (চি এম এছৰ প্ৰফেছৰ), মেডিকেল কলেজৰ ছাত্ৰ সুৰেন্দ্ৰ নাথ দত্ত, ৰাধানাথ বুজৰবৰুৱা, কামেশ্বৰ দাস, ধৰ্ম্মেশ্বৰ দাস, ভদ্ৰকান্ত কাকতীয়ে সদায় আগবণুৱা হৈ ওলাইছিল। তেওঁবিলাকে ফুটবলত যি সুনাম অৰ্জিছিল সেইবোৰ অমৃত বাজাৰ পত্ৰিকাত প্ৰকাশ হৈছিল।

আজি আৰু সেই কলিকতা নাই। সেইদৰে তই-থাক-মই যাওঁকৈ থকা অসমীয়া ল'ৰাও নাই। ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ ঘৰটো আছে, অসমীয়া আত্মা কাহানিবাই তাৰপৰা অন্তৰ্দ্ধান হ'ল। বৰপেটাৰ সেই খোলোকা লোহিত ভূঞাই বৰপেটাতে চকু মুদিলে। বাদ গ'ল—ভৰা যৌৱনতে। বংশী বৰুৱাইও এম-বি পাছ কৰি কেইবছৰমান এচিষ্টেণ্ট চাৰ্জ্জন হৈ থকাৰ পিচত গাভৰু পত্নী আৰু ল'ৰা-ছোৱালী এহালক অনাথ কৰি ইহ সংসাৰৰ পৰা বিদায় ললে। সন্দিকৈ অক্সফৰ্ডৰ এম-এ, "নৈষধ চৰিত" আৰু যশস্তিলক সংস্কৃত গ্ৰন্থৰ নিপুণ অনুবাদক আৰু ভাষ্যকাৰ, গুৱাহাটী বিশ্ববিদ্যা-লয়ৰ ভাইচ চেন্সেলৰ আৰু ভাৰতীয় বিদ্বান-পণ্ডিতসকলৰ ভিতৰত গণ্য-মান্য প্ৰতিভাশালী পুৰুষ। ভুবনেশ্বৰ বৰুৱা চিকিৎসা শাস্ত্ৰত অশ্বিনী সদৃশ পাৰ্গত এম-বি ডাক্তৰ। আডম্বৰ হীন, তংভঙ্গীয়, স্পষ্টবাদী ডাক্তৰ বৰুৱা অসম দেশৰ এগৰাকী প্ৰধান মুখপাত্ৰ। গিৰীশ চন্দ্ৰ বৰুৱা এম এ, হাই স্কুলৰ হেড্‌মাষ্টৰ, কামৰপৰা অৱসৰ গ্ৰহণ কৰি গোলাঘাটৰ পুৰণি ঘৰতে জিৰণি লৈ ধৰ্ম্মশাস্ত্ৰৰ গভীৰ তত্বালোচনা কৰি আত্মতুষ্টিতে আপ্লুত।

বৈদ্যনাথ কাকতীয়ে ডিব্ৰুগড়তে ওকালতি কৰিছে। মাজে-সময়ে স্থানীয় ইংৰাজী বাতৰি-কাকতত দুই এখন চিঠি লেখি তাহানিখনৰ চিন্তাধাৰা জীয়াই থকাৰ চানেকি দেখুৱাইছে।

পদ্মধৰ চলিহা এম-এ শিৱসাগৰ কলেজৰ অধ্যক্ষ। আগৰ দৰে সাহিত্য চৰ্চ্চা কৰি আছে। ৰাজহুৱা সভাসমিতিতো তেওঁ ডেকাকালৰ দৰেই বুঢ়া বয়সলৈকে প্ৰাণঢালি বুদ্ধি পৰামৰ্শ দি থাকে। এম-এচ্‌ চি-বি-এল কামেশ্বৰ দাসে পাব্লিক চাৰ্ভিছ কমিছনাৰৰ ছেয়ামেন পদ লাভ কৰি অৱসৰ গ্ৰহণ কৰিলে। ধৰ্ম্মেশ্বৰ দাস এম-এ, দেৱে ধৰ্ম্মতত্ত্বৰ গুহাত সোমাই সত্য-শান্তি বিচাৰি ফুৰিছে। ৰত্নকান্ত বৰকাকতীয়ে বিপনৰ পৰা গৈ হুগলী কলেজত নাম লগালেগৈ। তাতো তথাকথিত শিক্ষালাভ কৰিব নোৱাৰি নগাঁৱৰ ৰাপতি সাহোন লাহৰীঘাট মৌজাটোকে চলাই লকৰ-পকৰ হৈ চলি তাৰ মাজতে শেৱালী কবি বুলি অসমীয়া সাহিত্য জগতত প্ৰতিষ্ঠাও লাভ কৰিলে।*

*উল্লিখিত ৪০ নং আৰ্মহাষ্ট ষ্ট্ৰীটৰ বাসীন্দাসকলৰ কোনো এজনেই বৰ্ত্তমান ইহ সংসাৰত নাই।

# চতুৰ্থ অধ্যায়

**মহানগৰৰ বাউলী বতাহ :** ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত থাকোঁতে পঢ়াৰ নামটো হে হ'ল। বাৰকুৰি বাহিৰা কাম আৰু খিতিঙালি কাৰ ফুৰোঁতেই আই-এৰ বছৰ দুটা কেতিয়ানো পাৰ হৈ গ'ল কবই নোৱাৰিলোঁ। সপ্তাহত ২৩ দিনকৈ ইম্পীৰিয়েল লাইব্ৰেৰীত পঢ়িবলৈ যোৱা, প্ৰায়েই মাধব বাবুৰ বজাৰ আৰু মানিক তলাৰ বজাৰত বজাৰ কৰিবলৈ যোৱা, আবেলি সভা-সমিতিত বক্তৃতা শুনিবলৈ গোলদীঘি-লালদীঘি, হুড়ু বাৰ ফালে যোৱা, নিশা 'অৰুণ' অন্যান্য পুথিৰ আহিকাকত চোৱা, কেতিয়াবা কেতিয়াবা এলফিনষ্টন হাউচত বায়স্কোপ চোৱা, এইবোৰেই আছিল দৈনিক কৰিবলগীয়া কামৰ তালিকা।

শিৱসাগৰত পঢ়োঁতেই শুনি থৈছিলোঁ :—

"প্ৰথমে ধৰিবা লণ্ডন নগৰী
পেৰিছ চহৰ পাচে।
তৃতীয়ত নিউইয়ৰ্ক
চতুৰ্থত কাইৰ'
পঞ্চমত পিকিন
ষষ্ঠত কলিকতা আছে।"

পৃথিবীৰ এই ষষ্ঠ মহানগৰী কলিকতা পায়েই গাত বাউলী বতাহ লাগিবলৈ ধৰিলে। শালত বন্দী হৈ থকা ঘোঁৰাই মুকলি হ'লেই যেনেকৈ কেউফালে চেকুৰিবলৈ ধৰে, মইও কলিকতা পাই তেনেকৈ ক'ত কি আছে, চাইচিতি পিংপিঙাই ফুৰিবলৈ ধৰিলোঁ। এনেকৈ ফুৰি ফুৰোঁতেই এদিন অনাতুৰা হৈ ল'ৰাৰ চিৎপুৰ ৰ'ডত ওলালোঁগৈ। তাতে শুনিলো এখন দোকানত কিছুমান বস্তু নীলাম হৈছে। ওচৰলৈ গৈ চালত দেখিলোঁ, সোণৰ ঘড়ী এটা নীলামত ডকা হৈছে। এটকা দুটকাকৈ তাৰ দাম দহ টকালৈকে উঠিলগৈ। তাৰ পাচত আৰু কোনেও ডাক দিয়া নাই। এনেতে নীলামৰ ঠাইত থকা মানুহবোৰৰ ভিতৰৰে দুটামানে মোক শুনাই

শুনাই কোৱাকুই কৰিছে—"ইস, ইস, এই ৫০০্ টকীয়া ঘড়ীটো যায় এতিয়া দহ টকা কপতে। বেচাৰা জমিদাৰৰ ল'ৰাই কি কৰব? মাত্-লামী কৰি টকা উৰাই এতিয়া ১০্ টকাতে এই হেন সোণৰ ঘড়ীটো বেচিবলৈ ওলাইছে" তাৰ পিচত, তাৰে এটাই মোৰ ফাললৈ চাই মাত লগালে, "পাৰে যদি লৈ থক ডাক এটা দি। ৫০্ টকা চকুমুদি দিব পাৰে। ঘড়ীটোৰ দাম নাই নাই বুলিও ৫০০/৬০০্ টকা হব। সৌ যে ধুনীয়া ল'ৰাটি দেখিছে সেইটিয়েই ঘড়ীটো নীলামত বেচিবলৈ দিছে। জমিদাৰৰ ল'ৰা, বেচাৰা মদ খাই টকাৰ শ্ৰাদ্ধ কৰি এতিয়া হাতৰ বহু-মূলীয়া ঘড়ীটোকে বেচিবলৈ আনিছে।" জমিদাৰৰ ল'ৰাৰ দুখ পতিয়াই গদ্গদ্ ভাৱে কোৱা কথাখিনি শুনি মোৰ মন পালটি গ'ল। দিলোঁ ডাক ১২, টকা। তাৰ পিচ মুহূৰ্ত্তত আন এজনৰ ডাক পৰিল—১৫্ টকা। মই মাৰি পঠিয়ালো ২০্ টকা। নাই—নাই—কোনেও ডকাৰ সাহসৰ নাই। অন্তত, ডাকোতাজনে এক, দুই, তিনি বুলি ডাক খতমকৈ পেলালে। টকা লবৰ সময় পৰিল। দুটা মানুহ মোৰ ওচৰলৈ আহি টকা দিয়কৈ বুলি অন্ধকূপ ঘৰ এটালৈ লৈ গ'ল। তেতিয়াই মোৰ খুহুৰনি লাগিছে দেই—কথা কিবা হে। খৰধৰকৈ টকা কেইটা দি হাতত ঘড়ীটো লৈ ভৰানৰা ছিড়ি মেছৰ পিনে বেগাবেগিকৈ (এক প্ৰকাৰ সকস্বৰা লৰত) খোজ ললোঁ। বাটৰ ভু হেৰোৱাত, মেছ পোৱাতো বহুত পলম হ'ল। ঘৰ পায়েই কুৰি টকা দি কি নো আনিলোঁ চাওঁচোন বুলি মোৰ কোঠাৰ লগৰীয়া বুজৰবকৰাৰে সৈতে বৰ আনন্দকৈ "সোণৰ" ঘড়ীটো খুলিমোল চাওঁ দেখোন সোণৰ নহয়—চকা পিতলৰ হে। মূৰে কপালে হাত দি ভাবিবলৈ ধৰিলোঁ, "অঃ অঃ, ভাল টকাকিটা পানীত পেলালোঁ গৈ। ল'ৰাৰ চিৎপুৰ ৰ'ডৰ সেই ঠাইডোখৰ যে গুণ্ডাৰ আড্ডা আৰু কলিকতীয়া ফাঁকিৰ চোং। পিচত শুনিবলৈ পালোঁ, সেই জমিদাৰৰ ল'ৰা, ডাকোতা, ডাক বঢ়াওঁতা, টকা লওঁতা—এটাইবোৰ ভাওজোৰা গুণ্ডা আৰু ডকাইতৰ দল। আচহুৱা মানুহ যেন দেখিলেই সিহঁতে চহ্ দিয়া কথা কৈ কৈ ভুলাই পেলায় আৰু চল চাই তেওঁৰ যথা সৰ্ব্বস্ব লুটি নিয়ে। কলিকতীয়া ফাঁকিৰ ইও এটি সৰু নমুনা।

কলিকতা সোমালেই তাৰ চৰণ চোৱা কেৰামহলীয়া ঘৰবোৰ দেখি, যান-বাহন আৰু মানুহ দুহুহৰ আহ-যাহ দেখি, পিৰালি আৰু পিৰালি-কাঁইটলৈকে·

লাট লগাই তৰঙাই থোৱা নাম্-লাকটু বস্তুৰ মনমোহা পোহাৰ দেখি, আচহুৱা মানুহ মাত্ৰেই ভোল যায়। সাতঘাটৰ চেঙেলী কলিকতীয়া গুণ্ডাই তেতিয়াই তেওঁক "চিকাৰৰ সুপাত্ৰ" বুলি জেপ লুকুকিবলগীয়া অভ্যাগত সকলৰ তালিকাত তেওঁৰ নাম ভুক্ত কৰে। তেলেঙা অচিনাকী "সাধু" পুৰুষজনে তম্মান খাই ইফালে-সিফালে চকু ফুৰাওঁতেই জেপলুককাই তেওঁৰ জেপৰপৰা ধনবিত্ত সুপিকে লৈ পলাই পত্ৰং দিয়ে। কলিকতাৰ আওভাও নোপোৱা অসমীয়া ছাত্ৰ কেইবাজনো এনে লটিঘটি হৈছিল। জেপলোৱোকাইতে এইদৰে চকুত ধূলি মাৰে :—বিজন সিইতৰ চিকাৰ হ'ব অৰ্থাৎ যাক লুকুকিব তেওঁৰ পাচে পাচে দুটা গুণ্ডা গৈ থাকিব। মানুহজন মানুহৰ জুমত সোমাসেগৈয়ে গুণ্ডা এটাই গুলিটো থোৱা দি চোঁচা-মাৰি গৈ তেওঁৰ চোলাৰ জেপটো কেঁচিৰে গম নোপোৱাকৈ কাটি পেলাই আগ-ফাললৈ কোবাকুবিকৈ গুচি যাব। পাচৰ লগৰীয়াটোৱে জেপ লুণ্ঠিত হোৱা জনৰ জেপৰপৰা সৰকিপৰা বস্তুলৈ চাই থাকে। যেই কটা জেপৰ বস্তু সৰি মাটিত পৰিল সেই সি সেইবোৰ বুটলি লৈ পলায়ুব্ধং—তাক আৰু ক'ত পায়। এইবিধ ডকাইত বা চোৰে সাধাৰণতে ট্ৰামগাড়ী, ডাকঘৰ, ৰেলৰ টিকট কিনাৰ খিৰিকীমুখ আৰু ঘোঁৰা-দৌৰৰ "কাউণ্টাৰত", কাৰোবাৰ হাতৰপৰাই ঘড়ী, জেপৰপৰাই নিজৰি কাপ লৈ লৰ মাৰে। কোন টলকত নো নিয়ে, কোনেনো নিয়ে মনিবহ নোৱাৰি। 'ফুটপাথ' বোৰত যে জেপলোৱোকা কাণ্ড কিমান হয়, হিচাপেই নাই। অসমৰপৰা থোৱা এজন ডাঙৰ মানুহৰ ঘড়ী এটা ট্ৰাম গাড়ীত বহি যাওঁতেই হাতৰপৰাই থিতাতে নাইকিয়া হ'ল। কিন্তু তেওঁৰ ঘড়ী নিয়া খবৰটো শুনি দুখ লাগক ছাৰি বং হে পাইছিলোঁ। কিয়নো, তেওঁ সেই যোৰহাটৰ বৰ বঙলাটোৰ আগচালিত বহা ভেমটোকে আনি কলিকতাৰ চৌৰাঙ্গীৰপৰা কালিঘাটলৈ যোৱা ট্ৰাম গাড়ীত জুৰি দেখুৱাইছিলহি। ৩৬ বছৰৰ মূৰত অলপতে লগ পাই সেই ঘড়ী অপহৰণৰ কথা সোঁৱৰাই দিলত তেওঁ হাঁহি হাঁহি কৈছিল—"হয় দেও ভেম আমাৰ দেশত হে। সেই ঘড়ীটো হেৰাবৰ পৰাই মই বৰ সজাগ হ'বলৈ ধৰিলোঁ।" থলুৱা থল গিৰীকো এই দুৰ্দ্দান্ত মানুহশ্ৰেণীয়ে কেতিয়াবা কেতিয়াবা ঠোঁট-মুখ চেলেকাই পঠিয়ায়। ইহঁতৰ হাতৰপৰা গা-সাৰিবলৈ মই সততে গা-চাই ফুৰিছিলোঁ।

চহুৱাই নে আচহুৱাই কোনেও তৎ ধৰিব নোৱৰাকৈ গাত শুদা কামিজ এটা পিন্ধিয়েই কলিকতাৰ পূবে-পছিমে, উত্তৰে-দক্ষিণে টহলি ফুৰোঁ। এনেকৈ ফুৰা বাবে আমৰ্হাষ্ট ষ্ট্ৰীটৰ ৮৩ নম্বৰী ঘৰটোতে আছিলোঁ। যদিও সকলো "পাণৱালায়েই" ('ল' আখৰটোৰ আকাৰ ভাল শুচাই ঈকাৰটো বহুৱাই লৈ পঢ়িলেহে সেই কালৰ ব্যৱসায়ে মানুহে বজিতা খাব) নিসংশয়ে মোক একোখন খিলিপাণ, একোবটল চৌডা বা লিমনেড্ নতুবা একোটা চুৰট কালিয়নে দিবলৈ থেঁৰো-গেৰো নকৰিছিল। সিহঁতে চাগৈ ভাবিছিল বাবুজননো ক'ৰ, ওচৰৰে হ'ব পায়। নহলেনো শুদা কামিজ চোলাটোৰেই ওলাই হি নে? আঁতৰৰ হোৱা হ'লে নিশ্চয় কাপোৰ-কানিয়ে ফিটফাট হৈ আহিলহেঁতেন। তদুপৰি, সেইদৰে বাটৰ দাঁতিত থকা চাহৰ দোকান-বোৰেও মোক 'পাশেৰ ঘৰেৰ" অৰ্থাৎ ওচৰৰে বুলি নিসন্দেহে চাহ জলপান বাকীকৈ খাবলৈ দিছিল।

ভুৱা জাননী ঃ বহুবজাৰ, মেছুৱাবজাৰ, মানিকতলা, চিৎপুৰ ৰ'ড, কালিঘাট ইত্যাদি ঠাইত যে দেখাদেখিকৈয়ে এইবোৰ দিন ডকাইত আছিলেই নে, ভালেমান ঠাইত আকৌ তাৰ একোটা অফিচ আছিল—যাক ফাঁকিৰ অনুষ্ঠান বুলি ক'লে নামে-গাঁৱে বজিতা খাই যাব। এইবোৰ অনুষ্ঠানে "ধন ঘটিবৰ সহজ উপায়" বুলি স্থানীয় বাতৰি-কাকতত বৰ ডাঙৰ ডাঙৰ আখৰেৰে একোখন জাননী দিয়ে। সেই জাননীত লিখা থাকে—অত্যাশ্চৰ্য্য দেৱদত্ত ঔষধ। নাইবা স্বপ্ন প্ৰদত্ত মাদুলী। ইয়াক ব্যৱহাৰ বা পৰিধান কৰিলে বুঢ়াও ডেকা হয়। বিফলে মূল্য ফেৰৎ। জাননীৰ তলত আচল ঠিকনাটো দিয়া নহয়। দিয়া হয় বাকছ নং এটা—যিটো কলিকতাখন বিচাৰি চ'লাথ কৰিলেও ক'তো পোৱা নেযায়। এনে জাননী মকৰাজালত আমাৰ কিমান যে অজলা- অসমীয়া গ্ৰাহক পোক পৰাদি পৰি লাগি ধৰিছিল, ভাবিলে এতিয়াও লজ্জাবোধ কৰিব লাগে। ত'ত যে মূলধন বুলিবলৈ পইচা এটিয়েই নাই; অথচ অনুষ্ঠান পত্ৰ ছপাই বাতৰি-কাকতত বিজ্ঞাপন দিব—এক কোটি টকা মূলধন টুফালকা কোম্পানী প্ৰতিষ্ঠা কৰা হৈছে, প্ৰত্যেক অংশৰ মূল্য নামমাত্ৰ মুঠেই ১০০্ টকা, বছেৰেকত অংশৰ দ্বিগুণ লাভ হয়; এনে বিৰাট ব্যৱসায়ী অনুষ্ঠান ভাৰতত্তে অদ্বিতীয়। প্ৰছপেকটছ বা অনুষ্ঠান পত্ৰ চাই আজিয়েই অংশ একোটা কিনি ধনৰ তুলীত বাগৰি থাকক। সিহঁতৰ প্ৰছপেকটছখন নো আকৌ নেচাৰ কি?

অফিচঘৰ বুলিবলৈ নায়েই, কাৰোবাৰ দোকানৰ চুক এটাতে খোহা মাৰি থাকে। অফিচৰ নামত মেজ এখন আৰু চকী এখন। তাকে পোহৰ ছবি (ফট' গ্ৰাফ) মাৰি ভব্যাকাৰকৈ কাগজত দেখুৱাব। অকল সেইটোকে ছপালে দেখিবলৈকে ভাল। তাকে নকৰি কৰিব কি, যিটো তিনি মহলীয়া দালানৰ চুকত সেই খোহামৰা কোঠাটি থাকে তাৰে হুবহু ছবিখন ছপাই প্ৰছপেকৃটছত দেখুৱাই দি বুজাব যেন, টুফালঙ্কা কোম্পানীৰ অফিচ ঘৰটো তিনিমহলীয়া বৃহৎ অট্টালিকাৰ ওপৰত হে অৱস্থিত। ছিটিকাত শলিয়া এন্দুৰ পৰা দি এনে ভাগুকী কলিকতীয়া জাননী ছিটিকাত আমাৰ ভব্য গব্য অসমীয়া বান্ধকেৰেপ সকলো টপাটপ পৰি যায় আৰু শেষত কোম্পানীৰ ফুনিচোঁচাত সৰ্ব্বশ্ৰান্ত হৈ ডেও পাৰি ইস-ইস, আস্-আস্ কৰি ক'বলৈ ধৰে কলিকতীয়া ফাঁকিয়েই আমাক খালে। এনেকৈ ঠেকি শিকা বহুত বন্ধু-বান্ধৱে আমালৈ চিঠি লেখিছিল সেই দোকান বা কোম্পানী-বোৰৰ উহ উলিয়াই দিবলৈ। কলিকতাখনত উধৰপৰা মুধলৈকে টহলি ফুৰা বাবেই নগাঁৱৰ বিখ্যাত ব্যৱসায়ী ভুক্তভোগী অভয়চৰণ গোহাঞীক তেনেকুৱা এটা ঠগী কোম্পানীৰ উহ উলিয়াই দিব পাৰিছিলো।।

কলিকতাৰ বালাম চাউল আৰু কলত শোধন কৰা গঙ্গাজল খাবলৈ পালেই আন ঠাইৰপৰা যোৱা মানুহৰ মুখখননইত দুমাহ মানতে টুপটুপীয়া হৈ পৰে—এই বুলি কলিকতীয়াই গৰ্ব্ব কৰে আৰু গৰ্ব্ব কৰে বোলে "ভীমনাগৰ সন্দেশ' আৰু বাগ্‌বজাৰৰ ৰসগোল্লা' ভক্ষণ কৰিলে অমৃত পান আৰু কৰিব নালাগে কিন্তু ক'তা, বালাম চাউলো খালোঁ, কলত অনা গঙ্গাজলো খালোঁ, তেও দেখোন কলিকতীয়া হ'ব নোৱাৰিলোঁ। যি খাৰ খোৱা অসমীয়া, অসমীয়া হৈয়ে থাকিলো।। অসমীয়াৰ পেটলৈ সন্দেশ ৰসগোলা যে অমৃত নহয়, হয় কণীবিহ হে সেই কথা মাথোন জনমলৈ শিকিলোঁ।।

কলিকতাত, খোজকঢা মানুহে অহাযোৱা কৰে প্ৰায় ঘৰৰ আওলাৰ তলেদি। মানুহৰ নিদানত বিৰ দিও বাট পাবলৈ নাই। তথাপি যোৱা যোৱা বাটে, অহা অহা বাটে গৈছে, আহিছে, কাৰো খুন্দিয়া খুন্দি নহয়। হ'বলৈ, আলিৰ বাওঁ হাতে, যোৱাই আগফাললৈ মুকৈ গৈ আছে; অহাই নাকৰ পোনে-পোনে আহি আছে। কাষৰি কাটি যাব নালাগিলেও আগন্ত যোৱাজনে গম পালেই গাটো একলীয়া কৈ নিয়ে। এনে অৱস্থাত

খুন্দিয়া খুন্দি বা ঠেকা-ঠেকি হ'বলৈ নেপায়েই। প্ৰত্যেকটো ঘৰৰ আওলাত একোখন একোখন দোকান বা কিবাকিবি বস্তুৰ পোহাৰ আছেই। তাৰ উপৰিও ঘৰ একোটাৰ বেৰখনৰ কাঁথিতে একোখন থিয় পোহাৰ। লানি নিছিগা বাটকৰাৰ কোনোবাই নিও বুলিলে দোকান খনকে দাঙি নিব পাৰে। ইমান অগণন মানুহ যায়, তথাপি কোনেও এপদ বস্তু নোলো-ধাকৈ দাঙি নধৰে, কোনো বস্তু কোনেও চুৰ নকৰে বা বুটলি নলয়। কিন্তু কোনোবা চোৰে যদি দোকানৰ ভিতৰ সোমাই দুৱাৰৰ খিৰিকী মাৰি থৈ দিয়ে, চোৰ ধৰি নোপোৱা দোকানীয়ে "মোৰ ঘৰত চোৰ সোমাইছে' বুলি ক'ব নোৱাৰে। সাহৰ গোট ইমানটো। চোৰ ওলাই পিচত 'খালাচ' হৈ আহিলেই তেওঁক (দোকানীক) সাং কৰিব—এই ভয়তে চোৰ সোমাইছে বুলি গিৰিহঁতটোৱেও চিঞৰ-বাখৰ নকৰে। এদিন হেৰিছন ৰ'ডৰ দাঁতিতে দোকান এখনত চোৰ সোমাল। সোমায়েই সি ভিতৰৰপৰা শলখা মাৰি দুৱাৰখন জপাই পেলালে। এতিয়া গিৰিহঁত থাকিল বাহিৰত পৰি। দোকানৰ ওচৰলৈ কোনোবা গ'লেই তেওঁ ফুচফুচাই কয় ভিতৰত চোৰ এটা সোমাইছে, ওচৰত পুলিচো নাই খবৰ দিবলৈ। সেইদেখি দোকানীটিয়ে ভয়ে-সংশয়ে কি-কৰোঁ, কি-নকৰোঁ কৰি আছে। এনেতে আমি দুজন অসমীয়া ল'ৰা আকৌ সেইপিনে যাওঁহক। দোকানীটোৱে দোকান ঘৰটোত চোৰটো সোমাই থকাৰ কথা ক'লে। তৎক্ষণাত এই লেখকে—'চোৰ ওলাইছে ধৰ' বুলি মাত লগাই দিলোঁ। বহুত মানুহ চাপ খালেহি। কিন্তু দুৱাৰখন খুলিবলৈ এটি প্ৰাণীৰো সাহ নহ'ল। তেহে হ'বলা, এই লেখকেই টানকৈ চিঞৰ এটা মাৰি দুৱাৰখনত গোৰ এটা মাৰি দিলে। যেই মাৰিলে সেই চাই থকা মানুহবোৰ উবুৰি খাই পৰিলহি আৰু দুৱাৰ মেলি চোৰটো হাতে লোটে ধৰি পেলালে। ধৰিলে হে ধৰিলে, চোৰটোৰ গাত কিন্তু কোনেও হাত দিবপৰা নাই। সিহঁতৰ মানত সি যেন বাঘ। বাঘৰ নেজত হাত বটিয়াবলৈ কাৰ ভয় নাই? সেইগুণে, এটাইবোৰে গুণা-গঁথা কৰি আছে। ধৰিলেই আনোচা চোৰে পিচত গুচৰীয়া হৈ 'মোক টানি নি সুমাইছে বুলি তাক ধৰা মানুহ কিটাৰ ওচৰত আদালতত অভিযোগেই আনে। গাত গুদা কামিজ পিন্ধি যাওঁতাজনে এই চেগতে তাক ধৰি ভিতৰৰ পৰা চোঁচৰাই আনিলে। তেতিয়া যে চোৰৰ ওপৰত ঔ কিলখন। 'হেলায় লঙ্কা জয় কৰা' বীৰবাহু বৃন্দৰ বীৰত্ব দেখি অবাক!

# পঞ্চম অধ্যায়

**অসম-ছাত্ৰ-সন্মিলনী ঃ** ১৯১৬ চনৰ ডিচেম্বৰ মাহত, গুৱাহাটীতে পোন প্ৰথমে অসম-ছাত্ৰ-সন্মিলনী বহে। সভাপতি আছিল জাতীয় সাহিত্য স্ৰষ্টা ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা। সন্মিলনৰ আঁতিগুৰি সম্পৰ্কে নানান জনে নানান কথা লেখিছে। বেজবৰুৱাক যতীন দুৱৰা আৰু অম্বিকা বৰাই কলিকতাৰপৰা আলপৈচান ধৰি আহিছিল, লগত তেখেতৰ সহ-ধৰ্ম্মিনী আৰু অৰুণা আইদেউ আহিছিল। সেইবোৰ চালি-জাৰি যুকীয়াই লেখিলেই অসম-ছাত্ৰ-সন্মিলনীৰ বিস্তৃত বুৰঞ্জী হ'ব। মুঠতে, সেই সন্মিলন পাতোঁতাসকলেই সঙ্ঘবদ্ধ ভাৱে আন্দোলন কৰি গোটেই অসমতেই জাতীয় সাহিত্য আৰু জাতীয় প্ৰেমৰ যি ঢল বোৱাই পঠিয়ালে সিয়েই পাচত ভাৰত ব্ৰহ্মাণ্ড ভেদি গ'ল—যাৰ ফলত আজি আমি ভাৰতত হেকৱাৰ লগীয়া অসমীয়া আসনখন নিৰ্ব্বিবাদে উপভোগ কৰি আছোঁহঁক। সন্মিলনখন পাতোঁতে যিবিলাক ছাত্ৰই অভূতপূৰ্ব্ব উৎসাহ, অনুকৰণীয় আগ্ৰহ আৰু কুণ্ডাগ্নি সদৃশ জাতীয় প্ৰেমৰ আদৰ্শ দেখুৱাইছিল, সেই বিলাকৰ স্মৃতিটি আজিও কৃষ্ণপক্ষৰ ত্ৰয়োদশী তিথিৰ পুৱতী নিশাৰ শেতা জোনটিৰ দৰে হৈছেহি। সিবিলাকে 'স্বদেশ উন্নতিৰ সিংহ-দুৱাৰত' স্বাধীন চিন্তাৰ যিটো কলচী সদৃশ মূৰ্ত্তি সাজি থৈ গ'ল তেনে মূৰ্ত্তি আজি ঢৰা-লঘোণ দিয়া, পাৰত গজা তথাকথিত দেশকৰ্ম্মীয়ে কৰা হে নালাগে কল্পনাকে কৰিব নোৱাৰে। এইখিনিতে সেই সকলৰ নাম উল্লেখ কৰি মোৰ শ্ৰদ্ধাঞ্জলি তিলকুশখিনিক পবিত্ৰ কৰি থলোঁ। সিসকল হৈছে :—চন্দ্ৰনাথ শৰ্মা (তেজপুৰ), অম্বিকানাথ বৰা (গুৱাহাটী), জ্ঞাননাথ বৰা (গুৱাহাটী), পদ্মধৰ চলিহা (শিৱসাগৰ), যতীন্দ্ৰনাথ দুৱৰা (শিৱসাগৰ), লক্ষ্মীপ্ৰাণ চাংকাকতী (শিৱসাগৰ), নৰনাৰায়ণ গোস্বামী, উমাকান্ত গোস্বামী, মহেন্দ্ৰনাথ ফুকন, উমেশচন্দ্ৰ চৌধুৰী, সৰ্ব্বেশ্বৰ শৰ্মা কটকী, অম্বিকা প্ৰসাদ গোস্বামী, লক্ষ্মীনাথ দাস, গঙ্গাপ্ৰসাদ বৰুৱা, দৈৱচন্দ্ৰ তালুকদাৰ, নাৰায়ণ চন্দ্ৰ গোস্বামী, উমেশচন্দ্ৰ বৰুৱা (কেউজন গুৱাহাটী), প্ৰফুল্ল চন্দ্ৰ বৰুৱা (তেজপুৰ), ক্ষেত্ৰধৰ

বৰগোহাঁই ( শিৱসাগৰ ), বৈদ্যনাথ কাকতি ( শিৱসাগৰ ), ৰামচন্দ্ৰ বৰা ( শিৱসাগৰ ), বেণুধৰ শৰ্মা ( শিৱসাগৰ ), সুৰেশ চন্দ্ৰ ভট্টাচাৰ্য্য ( তেজপুৰ ), লক্ষ্মীধৰ শৰ্মা ( তেজপুৰ ), সোণাপতি দেৱশৰ্মা ( বৰপেটা ), চিন্তাহৰণ পাটগিৰি ( বৰপেটা ), তপেশ্বৰ শৰ্মা ( মঙ্গলদৈ ), হেৰম্ব প্ৰসাদ বৰুৱা ( যোৰহাট ), চন্দ্ৰকান্ত সন্দিকৈ ( যোৰহাট ), ৰাজেন্দ্ৰনাথ বৰুৱা ( গোলাঘাট ), দুলাল চন্দ্ৰ বৰুৱা ( ডিব্ৰুগড় ), যাদবেন্দ্ৰ নাথ ঠাকুৰ ( ডিব্ৰুগড ), মহীচন্দ্ৰ বৰা ( নগাওঁ ), আৰু ৰত্নকান্ত বৰকাকতী ( নগাঁও ) এইসকলেই মুখ্য।

এই অধিবেশনত সন্মিলনৰ এখন নিয়মাৱলী ছপাই প্ৰকাশ কৰিবলৈ স্থিৰ কৰা হয়। তাৰ বাদেও সন্মিলনত পাঠ কৰা প্ৰবন্ধাৱলী প্ৰকাশ কৰা, এজন দুখীয়া ছাত্ৰক কটন কলেজত পঢ়িবলৈ মাহে মাহে ২৫ টকীয়া বৃত্তি দি সাহায্য কৰা(*) 'হেমকোষ'ৰ পৰিশিষ্ট সংগ্ৰহ কৰা, ভাল ভাল ইংৰাজী সাহিত্য আৰু জগদ্বিখ্যাত ভাৰতীয় মনীষী সকলৰ জীৱনী প্ৰকাশ কৰা কাম সম্পাদন কৰিবলৈ সঙ্কল্প লোৱা হয়। কিন্তু কেয়োটা কাম একে লগে একে সময়তে কৰা অসম্ভৱ। কিয়নো সন্মিলনৰ পুঁজি একেবাৰেই নাই বুলিলেই হয়। 'মগনিয়াৰৰ ৰজা' পণ্ডিত মদন মোহন মলবীয়ৰ আদৰ্শ অনুকৰণ কৰোঁতা অম্বিকানাথ বৰাই বি, বৰুৱাৰ ( ভোলানাথ বৰুৱা ) সদাগৰঘৰা নিয়মাৱলী ছপোৱা খৰছটো উলিয়াই দিম বুলি কোৱাত তেখেতৰ গাতে সেইভাৰ দিয়া হ'ল। আসাম ছাত্ৰ সন্মিলনৰ সম্পাদক হেৰম্ব প্ৰসাদ বৰুৱাই 'হেমকোষ'খনৰ ছপোৱা ভাৰ ললে। কিন্তু তাত শব্দবোৰ আগেয়ে গোটাই নললে অভিধান খনি ছপোৱা অসম্ভৱ। সেই দেখি তেওঁ শব্দ গোটোৱাত লাগিল। এই কামত মই বৰুৱাক বৰ সহায় কৰিছিলোঁ। বৰুৱাইও প্ৰাণটাকি লাগিছিল। মোলৈ দিয়া চিঠিবোৰত সদায় লিখিছিল তেওঁলৈ যেন নিতৌ অন্ততঃ 'হেমকোষত' নথকা পাঁচোটা শব্দকে লিখি পঠিয়াওঁ।

কৃষ্ণকান্ত সন্দিকৈয়ে ভাৰতীয় মনীষীসকলৰ জীৱনীবোৰ নিজে বাছি, লিখাবলৈ ভাৰ লৈ, সকলো ছাত্ৰকে একোজন একোজন মনীষীৰ জীৱনী লিখিবলৈ দিছিল। মোৰ ভাগত পেলাইছিল বোম্বাইৰ বিখ্যাত মহানুভৱ দেশ-হিতৈষী পুৰুষ বেহৰামজী মালাবাৰীৰ জীৱনী। শিৱসাগৰ হাইস্কুলত মালাবাৰীৰ সম্পাদিত 'Indian Spectator' বোলা সাপ্তাহিক ইংৰাজী

(*) এইজন ছাত্ৰ আছিল দেৰগাঁৱৰ চন্দ্ৰ গোস্বামী।

কাকতখন সপ্তাহে সপ্তাহে ধৰ্মেশ্বৰ মাইবে পঢ়িবলৈ দিয়া কথা কোৱাত সন্দিকৈয়ে সেইজনৰ জীৱনী লিখিবলৈ দিছিল।

**ভোলা বৰুৱাৰে সাক্ষাৎ ঃ** ছাত্ৰ সন্মিলনীৰ পৰা উভতি কলিকতা পায়েই এদিন বাতিপুৱা সঁজাতী দল এটা বি, বৰুৱাৰ তালৈ যাবলৈ ঠিক ক'ৰা হ'ল। অম্বিকা বৰা, যতীন ফুকন, বৈদ্য কাকতী, লক্ষ্মীপ্ৰাণ চাং-কাকতী, পদ্ম চলিহা, ভুবনেশ্বৰ বৰুৱা, গিৰীশ চন্দ্ৰ বৰুৱা, দিবাকৰ হাজৰিকা আৰু এই লেখক হাওৰালৈ গ'ল। হাওড়াৰ ১৭ নং ডবছন ৰ'ডত বি, বৰুৱাৰ ঘৰ। সেই ঘৰটোৰেই 'আসাম ভিলা' নাম লৈ এখন টোল জিনি আছে। ঘৰটোৱে যে অকল ভৱন ৰূপ ধাৰণ কৰি ডবছন ৰ'ডত এফাল শুৱাই আছে এনে নহয়, অসম আৰু অসমীয়াৰ ব্যৱসায়ী প্ৰতিভাৰ চিন স্বৰূপেও বঙালীৰ মাজত তৰবৰাই আছে, কিয়নো, "আসাম ভিলা" বুলিলেই বি. বৰুৱাৰ ঘৰ। বি বৰুৱা বুলিলেই অসমৰ পৰা অলপীয়া সম্বল লৈ নিজ বাহুবলেৰে বিদেশত কাৰবাৰ কৰি লাখপতি হোৱা প্ৰতিভা-শালী ভোলানাথ বৰুৱাকে বুলি জানিব লাগিব।*

আমি তেওঁৰ টোলত সোমোৱা মাত্ৰকে ফুকনীয়ে বৰুৱাক আমি অহা জান দিলেগৈ। তলতে আমি অলপ থিয়াথি কৰি থকাৰ পিচত ওপৰলৈ আমাক মতাই নিয়ালে আৰু ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ ভাগিনীয়েক বুলিয়েই হওক বা সত্যনাথ বৰা ডাঙৰীয়াৰ পুতেক বুলিয়েই হওক বি. বৰুৱাই অম্বিকা বৰাক বৰ স্নেহ কৰিছিল। তেৱেঁই আমাৰ সজাতী দল-টোৰ গুৰি ধৰিলে। বৰুৱাই সুধিলত আমাৰ উদ্দেশ্য জনোৱা হ'ল। অৰ্থাৎ ছাত্ৰ সন্মিলনৰ নিয়মাৱলীখন ছপাবলৈ আমাক টকা লাগে; সেই টকাকে তেখেতৰ ওচৰলৈ বিচাৰি যোৱা হৈছে বুলি জনোৱা হ'ল। তেতিয়া বৰুৱা ডাঙৰীয়াই ক'লে, "মোৰ ওচৰলৈ কেলেই আহিছা?

---

* এই প্ৰসঙ্গতে উন্নুকিয়াই থোৱা ভাল হব যে বি, বৰুৱাৰ বাহিৰে আৰু দুজনা দুঃসাহসিক অসমীয়া ব্যৱসায়ীয়ে দক্ষিণাত্যত সুখ্যাতি আৰ্জ্জন কৰিছিল। সেই দুজন হ'ল হৰিবিলাস আগৰৱালা আৰু ৰাধিকাচন্দ্ৰ বৰুৱা (আৰ, চি বেঞ্জামিন)। পাচৰ-জন ব্যৱসায়ী দেখিবলৈ সম্পূৰ্ণ ইউৰোপীয় এজনৰ দৰেই আছিল। তেওঁ বৰুৱা উপাধিটো গুচাই বেঞ্জমিন উপাধি লোৱাত ইউৰোপীয় অনুষ্ঠান বিলাকে তেওঁক ইউৰোপীয় বুলি ভাবিছিল আৰু সকলোৱে তেওঁক বিশ্বাস কৰিছিল। বি-বৰুৱাও আছিল তেনেকুৱাই; শোনতে কেপ কলাৰ লগা কোটটো পিন্ধি কাৰবাৰত হাত দিছিল যদিও বিলাত পৰ্য্যন্ত ব্যৱসায়টো বহল হ'লত পুৰা চাহাবেই হৈছিল।

বেজবৰুৱাৰ (লক্ষ্মীনাথ) ওচৰলৈ হে যাব লাগে। তেওঁ হে জানে সাহিত্যৰ কথা। মই সেইবোৰৰ একো ভু নেপাওঁ। মই ভু পাওঁ ক'ত ভাল কাঠ পোৱা যায়, কোন ৰেলৰ লাইনে কিমান চিলাপাটৰ ঠিকা বিচাৰিছে, কোন কোম্পানীৰ কাগজৰ দৰ-ভাও কিমানলৈ উঠিছে—এইবোৰ"। ইয়াৰ লগতে তেওঁ ক'লে, "আমাৰ দেশত এটা বৰ বেয়া ৰোগ সোমাইছে। বি-এ বা বি-এল পাছ কৰিলে সকলোৱে সকলো কথা জানো বুলি ভাবে। এইটো বৰ ডাঙৰ ভুল। যি যি কামৰ উপযুক্ত সি সেই কাম কৰিবলৈ ল'ব লাগে; তেহে সিদ্ধ হয়। আমাৰ উকীলসকলে মনপুতি ওকালতি কৰাই ভাল। আমাৰ দেশৰ ডাঙৰ উকীল জনে তেলৰ ঘানি ঘুৰোৱাত অৰ্থাৎ তেলৰ কল চলাবলৈ লৈ টকা খৰচ কৰিছে। শুনি মোৰ হাঁহি উঠিছে। তেওঁৰ আধা বয়স গ'ল ওকালতি কৰোঁতে; এতিয়া দেখাক দেখি মিল চলাবলৈ ললে দেউলীয়াহে হ'ব।"

বৰাদেৱে যেতিয়া বেজবৰুৱাৰ সভাপতিত্বতে সেই নিয়মাৱলী ৰচিত হোৱা আৰু তেওঁৰ সন্মতি প্ৰাপ্ত বুলি ক'লে, তেতিয়া বৰুৱা ডাঙৰীয়াই ভালেমান কথা ক'বলৈ ধৰিলে। তাৰ সাৰাংশটো লিখাত এইদৰে দিব পাৰি। উপদেশৰ চলেৰে তেওঁ কলে, "এই কামটো অকল মোৰেই নহয়, গোটেই অসমৰে। মোৰ গুৰিলৈ নাহি তোমালোক অসমৰ মানুহৰ গুৰিলৈ হে যাব লাগিছিল। এতিয়াও যোৱা,—যোৰহাটৰ বিষ্ণুৰাম বৰুৱা তহচীলদাৰ ডাঙৰীয়াৰ ওচৰলৈ। তেখেতেই তোমালোকৰ সমুদায় খৰচ বহন কৰিব। তোমালোকক ২০০৲ টকা লাগে বুলিছা। ১৯৯৲ টকা ৰূপ আসামৰপৰা তুলি আনাগৈচোন। মই বাৰু বাকী এটকা দি দিম।" তাৰ পিচত তেওঁ নিজেই অলপ ঘোৰ খাই কথাৰ সুৰটো দেখোন ঢিলাই আনিলে। "জানিছানে আজিও অসমীয়া মানুহে যুটীয়া কাৰবাৰ কৰিবলৈ নিশিকিলে"। এপইচাকৈ হ'লেও তোমালোকেও আসামৰ পৰা এশ নিৰানব্বৈ টকা তুলি আনাগৈ। তেতিয়া সকলোৱে জানিব যে তেওঁবিলাকে কিবা এটা কামলৈ পইচা এটা দান কৰিছে। গতিকে সেই পইচাটোৰ লাভ-লোকচান কি হ'ল সকলোৱে আগ্ৰহেৰে বিচাৰ কৰিব।ময়েই যদি অকলে ২০০৲ টকা দিওঁ মোৰ স্বাৰ্থটো হে সোমাই থাকিল। ইফালে মোৰ নিজা সম্পত্তি বুলি বাইজৰ কোনেও উচ্চত্তিয়েই নেচাব। সেই দেখি তোমালোকৰ কামটো আগলৈ স্থায়ী হোৱাকৈ যদি কৰিব খুজিছা, যি পোৱা সকলোৰে পৰা

আনা”। খস্তেকমান বৈ থাকি তেওঁ কেনেকৈ বেঙ্গল ক্লাব, কলিকতা আৰু পুৰীৰ (উৰিষ্যাৰ) উমৈহতীয়া সম্পত্তি বুলি বুজাব পাৰিলে আৰু কেনেকৈনো তেওঁ লণ্ডনতো দুটামান ৰাজহুৱা অনুষ্ঠানৰ কৰ্ণধাৰ পদ লাভ কৰিলে তাৰ কথা শুনালে। চাহ বাজেন মুখাৰ্জীৰে লগ লাগি কেনেকৈ মাৰ্টিন কোম্পানী খুলিলে তাকো ক'লে। তেওঁৰ কথাৰ পৰা বুজি পোৱা গ'ল যে ক্লাব, "থিয়েটৰ হল", লাইব্ৰেৰী আদি ধনৰ পোৱালী নেমেলা (সেইদিনৰ থিয়েটৰ ভাৱনাত টিকট লগোৱা নহৈছিল) ৰাজহুৱা কামত বিশ্ববিদ্যালয়ৰ সৰ্ব্বোচ্চ ডিগ্ৰীতকৈয়ো বিচক্ষণতা, অভিজ্ঞতা, প্ৰত্যুৎপন্নমতি আৰু বহুত দূৰলৈকে চাবপৰা দীৰ্ঘদৃষ্টি এনেবিলাক গুণৰ অধিকাৰী হ'লে হে সাংসাৰিক জীৱনত কৃতকাৰ্য্যতা লাভ কৰিব পাৰি। নাগুলত ধৰা জনকো সেইদৰে আনি হাকিমৰ গাদীত বহুৱালে বিচাৰৰ গৰ্ভপাত হোৱাৰ সম্পূৰ্ণ আশঙ্কা।

বি, বৰুৱা মানুহ আছিল বৰ চাহাবী। খোৱা-শোৱা, থকা-মেলা, পিন্ধা-উৰা সকলো ইংৰাজৰ দৰেই। দেখিবলৈ ঠিক সম্ৰাট সপ্তম এডৱাৰ্ড যেন। কিন্তু আমাৰ লগত কথা পাতোঁতে কথাৰ মাজত এটাও বিদেশী ইংৰাজী শব্দ সুমুৱা বা ব্যৱহাৰ কৰা শুনা নিলেঁ।। ভোলা বৰুৱাই আৰ্থিক সাহায্য কৰাত হে কলিকতা বিশ্ববিদ্যালয়ত আনন্দৰাম বৰুৱাৰ তেল ছবি এখন আঁকি থব পৰা হ'ল। কাশী আৰু কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া ভাষাৰ উন্নতি কল্পে পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ অনুৰোধত বৰুৱা ডাঙৰীয়াই কেবা হেজাৰো টকা আগবঢায় আৰু অসমীয়া ভাষাৰ পোন প্ৰথম গদ্য সাহিত্য ভট্টদেৱৰ "কথা গীতা" আৰু "কথা ভাগৱত" প্ৰকাশ কৰিবলৈ হেমচন্দ্ৰ গোস্বামীৰ হাতত শকত ধনৰ পুঁজি এটি অৰ্পণ কৰে। অসমীয়া ভাষাৰ উন্নতি আৰু অসমীয়া মানুহৰ গৌৰৱ ৰক্ষাৰ অৰ্থে অসমীয়া জাতিয়ে বি, বৰুৱাৰ পৰা ৫০,০০০, (পঞ্চাশ হেজাৰ) টকা পোৱাৰ উপৰিও যোৰহাটত থকা প্ৰিন্স অব ৱেলছ্ টেকনিকেল স্কুল (কাৰিকৰী বিদ্যালয়) আৰু শিলঙত আৰ্ল ছেনাটৰিয়ম (স্বাস্থ্য নিবাস) সজাবলৈকো একলাখ মান টকা পাইছিল। বৰ্ত্তমান চলি থকা এই দুয়োটা জাতীয় সম্পত্তি স্বৰ্গীয় ভোলানাথ বৰুৱাৰ বিদেশত অৰ্জ্জা টকাৰ দ্বাৰাই প্ৰতিষ্ঠিত। ডঃ ৰাধিকাৰাম ঢেকীয়াল ফুকন, আৰ, চি, বেঞ্জামিন, ডঃ গোলাপ বেজবৰুৱাই যেনেকৈ বিদেশত অসমীয়াৰ প্ৰতিভা দক্ষতা আৰু ব্যৱসায় বুদ্ধিৰ প্ৰখৰতা প্ৰতিপন্ন কৰিব পাৰিছিল, বি, বৰুৱাইও কলিকতাত থাকি দেশে বিদেশে

অসমৰ কীৰ্ত্তিকে প্ৰচাৰ কৰিছিল। দিল্লী, লণ্ডনতো বি বৰুৱাৰ সুখ্যাতি সুপ্ৰতিষ্ঠিত হৈছিল।

আপাৰ চাৰ্কিউলাৰ ৰ'ডত তেওঁৰ যিটো ঘৰ আছিল তাৰ নাম দিছিল "কামৰূপ ভিলা" আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ বুদ্ধি-পৰামৰ্শ মতে হাওড়াত যিটো ঘৰ সাজিছিল তাৰ নাম দিছিল "আসাম ভিলা"। ঘৰৰ নাম-কৰণেই তেওঁৰ মাতৃ-ভূমি, মাতৃ-ভাষা প্ৰেমৰ পৰিচয় দিয়ে। দিল্লী, পুৰী, বম্বে আৰু লণ্ডনতো তেওঁৰ নিজা ঘৰ আৰু ব্যৱসায় ঘৰ আছিল। বি, বৰুৱাৰ মৰমৰ তোলনীয়া পো ভুবন চন্দ্ৰ বৰুৱাক আপাৰ চাৰ্কিউলাৰ ৰ'ডতে উপনয়ণ দি ক্ষত্ৰিয় জাতত তুলি লৈছিল। ভুবন বৰুৱা আছিল (সঁচা কথা কবলৈ গলে) অসমীয়া ভাষাত পোন প্ৰথম হৃদয়গ্ৰাহী চুটি গল্প আৰু অকৃত্ৰিম মৌলিক ৰচনা-কবিতা লেখোঁতা। এওঁৰ "হায় মোৰ কপাল" বোলা হাস্যৰসৰ কবিতাটি অতি অভিনৱ। তেওঁ আছিল তুলনা কৰিব নোৱৰা অসমীয়া ভাষাৰ অকৃত্ৰিম সেৱক।

লক্ষ্মীৰ বৰপুত্ৰ হৈয়ো এনেজন স্বদেশ প্ৰেমিক পুৰুষে আমাৰ নিচেই সামান্য কাম এটা কৰিবলৈ দুশ টকা লাগে বুলিলতে ইমানবোৰ আওথটী জুৰিব বুলি ভাবিবই নোৱাৰিছিলোঁ। তেওঁৰ কথাৰ ধাৰ বুজিব নোৱাৰি আমি হতাশেই হৈছিলোঁহঁক। কিন্তু, বহুত বুজনি আৰু বুদ্ধি-পৰামৰ্শ দি বৰুৱা ডাঙৰীয়াই অৱশেষত নিজেই ২০৯ টকা দিবলৈ মান্তি হ'ল। সেই টকা-ৰেই আসাম-ছাত্ৰ-সন্মিলনৰ নিয়মাৱলীখন ছপাই পেলোৱা হ'ল। তাৰ পিচৰপৰাই কলিকতাৰ মৃতপ্ৰায় অ, ভা, উ, সা, (অসমীয়া ভাষাৰ উন্নতি সাধিনী) সভাখন জী উঠিল। আৰু আমিও পূৰ্ণ উদ্যমেৰে মাহে মাহে সভা পাতিবলৈ ধৰিলোঁ।

## ষষ্ঠ অধ্যায়

**কলিকতাৰ ছুটামান কথা :** ১৯১৬ চনত যেতিয়া কলিকতালৈ গৈ বঙ্গবাসী কলেজত নাম লগাওঁ তেতিয়া হাওড়াৰ ৰ'জমেৰী লেনত লক্ষ্মীনাথ বেজবৰুৱা আছিল। তেখেতৰ ঘৰটোৰ নাম 'লৰে্লচ'। মাহে মাহে তালৈ যাওঁ। হৰিনাথ বেজবৰুৱা আছিল বহুবজাৰত 'আসাম বেঙ্গল ষ্টোৰ্চ' দোকান দি। তেখেতকো চাবলৈ যাওঁ।

৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীট'ত থাকোতে, সুৰেন্দ্ৰ নাথ বানাৰ্জীয়ে সম্পাদনা কৰা বেঙ্গলী কাকতৰ অফিচত কেইদিন মান আহি-কাকত চাবলৈ লৈছিলোঁ। নজনা বাবেই ডবিয়াই হুকিয়াই খেদি দিলে। মেক্‌মিলান কোম্পানীত ছপা হোৱা অসমীয়া কিতাপৰ আৰ্হি-কাকত চাওঁ। লোহিত ভূঞাই ছপাকৰা অসমীয়া কিতাপৰ প্ৰুফ চাওঁ। এইবোৰ চাই দিয়াত মাহে ১৫/১৬ টকা উপকৰা আয় হৈছিল। লগৰীয়া আছিল ৰাধানাথ বুজৰবৰুৱা। তেওঁৰে মৱে, তলত একেটা কমতে আছিলোঁ। এদিন তৰপৰা মোৰ কিতাপখিনি কোনোবাই চুৰকৈ নিলে। কেতিয়াবা কেতিয়াবা মেডিকেল কলেজৰ ছাত্ৰ, যোৰহাট-চাৰিগাঁৱৰ বংশীধৰ বৰুৱা আৰু স্কটীছ চাৰ্চ কলেজৰ ছাত্ৰ মহীন্দ্ৰৰাম (মহেন্দ্ৰ) থাউণ্ডে সৈতে ফুৰোঁ। ইডেন গাৰ্ডেনলৈ প্ৰায়ে গধূলি যাওঁ। দেওবাৰে দেওবাৰে ব্ৰাহ্ম সমাজলৈ যাওঁ। ইম্পীৰিয়েল লাই-ব্ৰেৰীটো তেতিয়া ষ্ট্ৰেণ্ড ৰ'ডৰ দাঁতিত মেট্‌কাফ্ হলত আছিল। তালৈ যাওঁ। বুধবাৰে শনিবাৰে ষ্টাৰ মিনাৰ্ভাত থিয়েটৰ হয় তালৈ অইন ছাত্ৰ যায় যদিও মই কেতিয়াবা-কাচিত হে যাওঁ।

১৯১৬--১৭--১৮--১৯--২০ চনলৈকে পাঁচ বছৰ ছাত্ৰৰূপে কলিকতাত আছিলোঁ। ট্ৰাম-গাড়ীৰে অহা-যোৱা কৰা হৈছিল; মানুহেই টনা ৰিক্‌ছা চলিছিল; টেক্সি নাছিল। টম্‌টম্; ব্ৰুহাম, কীটন হেক্‌নী ঘোঁড়াৰ গাড়ীও চলিছিল। বাছ চলা নাছিল। কলিকতাৰ আলি-পদূলি বিলাক পৰিষ্কাৰ আছিল। চৌৰঙ্গী-ধৰ্মতলা আৰু এচপ্লেণ্ড ফু-মাৰি ভাত খাবপৰা নিকা আছিল। এলফিনষ্টন আৰু এম্পায়াৰত মাথোন বায়স্কপৰ (চিনেমা) 'ৰঙ্গমঞ্চ'

আছিল। ষ্টাৰ মিনাৰ্ভাত বঙলা নাটৰ অভিনয় হৈছিল। সেই নাটৰ অভিনয় চাবলৈ নোযোৱা মানুহ নাই। আমাৰ দেশৰ যেয়ে যায়, সেয়ে এবাৰ তাৰ থিয়েটৰ চাই আহেগৈ। হগ্ ছ মাৰ্কেট, (নিউমাৰ্কেট) পৰিপাটি চাহাব-মেমৰ পদ-সঞ্চালনত ক'লা মানুহ যাবলৈও ঠাই নাই। কলেজ স্কোৱাৰত সদায় সভা—ৰাজনৈতিক বিষয়ৰ। ব্ৰাহ্ম সমাজত সামাজিক বিষয়ৰ, ৰামমোহন লাইব্ৰেৰীত অন্যান্য সভা; চৈতন্য লাইব্ৰেৰীতো কেতিয়াবা হয়। বীডন স্কোয়াৰ, ৱেলিংটন স্কোয়াৰত ডাঙৰ ডাঙৰ সভা হয়। ইডেন গাৰ্ডেনত ভাৰতীয় ইউৰোপীয় ফুৰা-বহাৰ ভাগ আছিল। যি ঠাইত ইউৰোপীয় সকল বহে তাত ভাৰতীয় সকল বহিব নোৱাৰে। অৱশ্যে, ইউৰোপীয় ষ্টাইলত থকা সকলে সাহ কৰিলে পাৰে। তাত সদায় নেছনেল এন্‌থেম (জাতীয় সঙ্গীত) গোৱা হৈছিল। "God save the King (গড্ চেভ দি কিং)। তেতিয়া কি ইউৰোপীয়, কি ভাৰতীয় সকলোয়েই থিয় হ'ব লাগিছিল। সঙ্গীতৰ লগে লগে বেণ্ড বাজিছিল।

আমি প্ৰায়ে গধূলি গধূলি ইডেন গাৰ্ডেনলৈ গৈছিলোঁ। আমি মানে হৰেন সিংহ (অভয়াপুৰীৰ), দেৱকুমাৰ বৰুৱা (ডিব্ৰুগড), গোৰীকান্ত দাস (ডিব্ৰুগড), ভৱ কাকতী (ডিব্ৰুগড), আৰু ৰাধানাথ বুঢ়াৰ বৰুৱা (গুৱাহাটী) আৰু মই।

দক্ষিণ কলিকতা যিমানে পৰিস্কাৰ আছিল উত্তৰ কলিকতা সিমানে লেতেৰা আছিল। এচপ্লেনেডৰ ওচৰত বিৰাট ময়দান (মুকলি পথাৰ)। তাত লৰ্ড ক্লাইভ, লৰেঞ্চ আদি বৃটিছৰ বিজয়ী বীৰসকলৰ একো একোটা প্ৰকাণ্ড প্ৰকাণ্ড ৰঙৰ মূৰ্ত্তি। মই কলিকতা এৰা সময়ত ভিক্টৰীয়া মেমৰিয়েল হৈছে। টালিগঞ্জত ঘোঁৰা-দৌৰ হয়। আটাইবোৰ কাবুলী ঘোঁৰা—বৰ বৰ ঘোঁৰা। ৰেচ কৰ্চত চাৰ চাদুল্লায়ো যোগ দিছিল। ৰেচ কৰ্চ বা ঘোঁৰা-দৌৰ সেই দিনত চাবলগীয়া বস্তু।

আলিবাটে আলিবাটে নাইবা গলিয়ে গলিয়ে তামোল-পাণৰ দোকানত পানৱালীয়েহে পাণ বিক্ৰী কৰে। মেডিকেল কলেজৰ সন্মুখত ভাল 'পাণ' বিক্ৰী হয়। ইয়াৰ পাণৱালীৰ লগত আমাৰ অসমীয়া সাহিত্যৰ দুখন কাকত 'জোনাকী'-'বিজুলী'ৰ বুৰঞ্জী তথ্য সোমাই আছে। ভৱানীচৰণ দত্ত লেন, বৈঠকখানা ৰ'ড, পাটুৱাটালা লেন, অসমীয়া সাহিত্যত ঠাই পাবলগীয়া ঠাই। কাৰণ, ইয়াতে আমাৰ 'জোনাকী-বিজুলীৰ' প্ৰথম উদ্ভৱ হয় আৰু বৈঠকখানাত ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা থাকে।

দ্বাৰভাঙ্গা বিল্ডিঙত আৰু ইউনিভাৰচিটি হলত চাৰ আশুতোষ মুখাৰ্জী, ডাক্তৰ অৰ্কুহাৰ্ড আৰু শিক্ষাবিদসকলৰ বক্তৃতা হয়। দ্বাৰভাঙ্গা বিল্ডিঙত বছৰি ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ তিথি পাতে। তাত জে ক'ৰ বানাৰ্জীয়ে (জ্ঞানৰঞ্জন বানাৰ্জী—বিদ্যাসাগৰ মেট্ৰপলিটান কলেজৰ প্ৰিন্সিপেল) বক্তৃতা দিবই। তেওঁৰ বক্তৃতা থল থল কৰে পকা বগৰী সৰাদি সৰে। শুনিবলৈ বৰ ভাল আৰু প্ৰত্যেক বাক্যই একোটা একোটা দৰ্শনিক তত্ত্বৰ ডাকৰ বচন।

কলেজ ষ্ট্ৰীটৰ সোঁমাজতে কৃষ্ণদাস পালৰ মূৰ্ত্তি। তাৰ চৌপাশে পুৰণি কিতাপৰ দোকান। সেইবোৰ দোকানত সোমাই কিতাপ খুচৰি ফুৰাটো মোৰ ধৰ্ম্ম। কোনোবাই বিচাৰি গ'লে, মোক তাত হে পাবগৈ।

কলিকতীয়া বা পশ্চিমৰ বঙালীয়ে দেখাদেখিকৈ অসমীয়াক নেহাঁহে, হাঁহে কেৱল পূব-বঙ্গৰ বঙালীয়ে। ভাটীৰ বঙালী মাৰ্জ্জিত (cultured) আৰু জ্ঞানপিপাসু।

শিৱপুৰ বটেনিকেল গাৰ্ডেনত, ১৯১৯ চনত প্ৰথম বিহু উৎসৱ পাতোঁহক।

**অ. ভা. উ. সাৰ সঞ্জীৱন :** কলিকতা অ. ভা. উ. সা. সভাৰ পুনৰ সঞ্জীৱন। ভুবনেশ্বৰ বৰুৱা সম্পাদক, মই সহকাৰী সম্পাদক। বৰুৱা বয়সত জ্যেষ্ঠ। সেই বাবে তেওঁকে সম্পাদক পতা হয়। কাম কৰোঁ মই। বেলগেছিয়া, ভৱানীপুৰ, কালিঘাট, হাওৰা—য'ত যিমান অসমীয়া ছাত্ৰ আছিল সকলোকে সভ্য কৰোঁ। ছাত্ৰসংখ্যা মুঠতে ৩০০ জন মান আছিল, ছাত্ৰ সম্মিলনীৰ পৰা কিছুমান কিতাপ—বিবিধ প্ৰবন্ধাৱলী আদি প্ৰকাশ কৰিবলৈ হাতত লোৱা হৈছিল। কৃষ্ণকান্ত সন্দিকৈয়ে দিহা-বুদ্ধি দি সেই বিলাক ছপোৱাইছিল। লক্ষ্মীনাথ ফুকনে আৰ্হি কাকত চাইছিল। অসমীয়া ভাষাত কি কি বিষয়ৰ কিতাপ লেখা হ'ব, তাৰ এটা আঁচনি কৰা হৈছিল। ভাৰতৰ যিমান বিলাক মনীষী আছিল, সকলোৰে চুটি-চুটি জীৱনী একোখন লেখাবলৈ যত্ন কৰা হৈছিল—(মাদ্ৰাজৰ নেটিচেন কোম্পানীয়ে প্ৰকাশ কৰা জীৱনীৰ আৰ্হি লৈ)। ছাত্ৰ সন্মিলনীত পাঠ কৰা সুচিন্তিত প্ৰবন্ধৰাজি ছপাই উলিওৱা হৈছিল। তেজপুৰ অধিৱেশনৰ প্ৰবন্ধ আৰু সভাপতি চাৰ প্ৰফুল্ল চন্দ্ৰ ৰায়ৰ অভিভাষণ খনো ছপোৱা হৈছিল। সন্দিকৈ তেতিয়া ৪৫ নং হেৰিচন. ৰ'ডত আছিল। অধ্যাপক (ডঃ) বাণীকান্ত কাকতিদেৱেই পোন প্ৰথমেই ইংৰাজীৰে শঙ্কৰদেৱৰ জীৱনী লেখি নছপোৱাকৈয়ে উলিয়াইছিল।

হোটেল আছিল, বিশেষকৈ চৌৰঙ্গীৰ হোটেল বিলাকত, ক'লা মানুহক ভাৰতীয় পোছাকেৰে চাহ খাবলৈ দিয়া নহৈছিল আৰু কোনো কোনো সভাসমিতিতো ভাৰতীয় পোছাক নিষিদ্ধ আছিল।

১নং চৌৰঙ্গী ৰ'ডত থকা ব্ৰিষ্টল হোটেলটো এই কথাত আটাইতকৈ চাৰ। মান আনিবলৈ যাওঁতে আমাৰ বদন বৰফুকন তাত থাকি গৈছিল। কিন্তু, ৰজা-জমিদাৰৰ বাহিৰে, ইতৰ মানুহক ভাৰতীয় সাজপাৰেৰে-চাহ-পানী এটোপাও খুউৱা নহয়। এদিন ভৱকান্ত বৰকাকতীৰে মোৰে জেদ্ লাগিল—কোনে বাৰু তাত চাহ খাই আহিব পাৰে। কাকতী গৈ অপমানিত হৈ আহিল অৰ্থাৎ চাহ খাবলৈ নেপালে। মইও এদিন গলোঁ। চুৰিয়া পিন্ধি। কিন্তু, সোমোৱা মাত্ৰকে খেদাই পঠিয়ালে। তেতিয়া ঠিক কৰিলোঁ। ব্ৰিষ্টল হোটেলত সোমামেই আৰু চাহ খাম। বহুবজাৰত গধূলি-গধূলি চোৰাং বজাৰ এখন বহে। তাত ভালে বেয়াই হবেক-ৰকমৰ বস্তু ওলায়। গ্ৰাহকৰো সীমা নাই। আমি হে নেলাগে, চাহাব মেমবিলাকেও বস্তু কিনেগৈ। তাত কাপোৰ-কানিও বেচা হয়। কিন্তু, সেইবোৰ ভেনেই পচা বা ফটা; মাৰ ঘি এনেভাৱে নতুনকৈ থোৱা হয় যেন সেইবোৰ কলৰপৰা আনিহে থোৱা হৈছে। ৰাতিটো পিন্ধি, সোলোকাই থলেই উৰলি যায়। ব্ৰিষ্টলত চাহখোৱাৰ অভিপ্ৰায়ে ফেল্ট হেট, 'টাই' আৰু পটলুং কিনি মোৰ ইউৰোপীয় সাজটো পূৰাকৈ ললোঁ। কেয়োটা বস্তুতে দাম পৰিল মুঠেই ৩৲ টকা। সেই কাপোৰকে পিন্ধি পিচদিনা চাহাব সাজি ব্ৰিষ্টল হোটেলত সোমালোঁগৈ। হোটেলৰ দুৱৰী বা 'ৱয়' কোনেও ওঁ ভুৎসৎ একোকে নক'লে। ফোঁ ফোঁ কৰে সোমাই টেবুলত বহিলোঁগৈ। আন আন চাহাবক দিয়াৰ দৰেই মোকো চাহ বিস্কুট দিলেহি। খাই-বৈ বিল আহিল—৩৲ টকাৰ। দেখি, চিৰিংকৈ গ'ল। ঘি চাহ বাহিৰত একাপত ৬ পাই আৰু বিস্কুট বা কেক শ্লাইচৰ দাম এক অনা, সেই চাহ-বিস্কুট ব্ৰিষ্টল হোটেল পালত ৩ টকা হ'লহি। ভদ্ৰতাৰ খিতাহি মাৰিবলৈ যাওঁতে অযথা ধন ভৰণি হোৱাত মনতে বৰ আপচোচ হ'ল। আক্ষেপে সৈতে দিলোঁ। ৩৲ টকা আৰু টিপ্ বুলি দাবোৱানটোকে চাহদিয়া বিয়েৰাৰটোকেও দুই অনাকৈ দিলোঁ। এয়ে সেয়ে ব্ৰিষ্টলত চাহ খাবলৈ গৈ তিনি টকা চাৰি অনা ভৰিলোঁ। তথাপি "জেদৰ" মোহত পৰি সেই দুখ-বেজাৰ ক'ৰবালৈ গ'ল।

**প্ৰভাস ঠাকুৰ :** ৰবি ঠাকুৰৰ পৰিয়ালটো ব্ৰাহ্ম হোৱাৰ আগতে জোড়াসাঁকোত, কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালটো একান্নভোক্তা হৈ আছিল। জোড়াসাঁকো ৰাজবাটীৰ প্ৰভাস চন্দ্ৰ ঠাকুৰ নামে এটি ল'ৰা মোৰ সহপাঠী আছিল। তেওঁৰে সৈতে কেতিয়াবা কেতিয়াবা সেই ৰাজ-বাটীলৈ যাওঁ। তেওঁবিলাক গোড়া হিন্দু। হিন্দু ধৰ্মমতে যিমান বিলাক ধৰ্মকৃত্য কৰিব লাগে, সিমান বিলাক তেওঁলোকৰ ঘৰত কৰা হৈছিল। প্ৰভাসৰ সঙ্গত পৰি মোৰ মনটোও ধৰ্মৰ প্ৰতি বৰকৈ আকৃষ্ট হৈছিল। আৰু জগদ্ধাত্ৰী পূজা চাই বৰ ভাল পাইছিলোঁ। মই বঙলা ক'ব নেজানো বুলি, ইবিলাক বঙালী ল'ৰাৰ দৰে, প্ৰভাসে মোক ইহা নাছিল। তেওঁ-বিলাকৰ ঘৰত বিৰাট লাইব্ৰেৰী এটা আছিল। তাত হিন্দুধৰ্ম সম্পৰ্কে নথকা কিতাপ নাই। প্ৰভাসৰ লগত পৰিয়েই কলিকতীয়া জমিদাৰ-বিলাকৰ বহুত নিয়ম-কাৰণ জানিবলৈ সুবিধা পাওঁ। এওঁ বোলে পিচত হাইকোৰ্টৰ উকীল হ'লগৈ। প্ৰভাসেই মোক ডায়মণ্ড হাৰবাৰ, হুগলী জিলা, শ্ৰীৰামপুৰ চন্দননগৰ দেখুৱায়গৈ। বৰ্দ্ধমানলৈও যোৱাৰ কথা আছিল, যোৱা নহ'ল।

**ৰায় মহাশয়ৰ দোকান:** ১৪ নম্বৰ হেৰিচন ৰ'ডৰ পূবে ৰায় মহাশয়ৰ চাহৰ দোকান এখন আছিল। দোকানখনি নিচেই সৰু; একেলগে একে সময়তে ১০ জনতকৈ বেচি মানুহে চাহ খাব নোৱাৰে। তাত চাহ খোৱা মানুহৰ ভিৰ ইমান বেচি যে কলিকতাৰ বহুত চাহৰ দোকানে তেওঁৰ লগত ফেৰ মাৰিব নোৱাৰে। ইয়াৰ কাৰণ হ'ল, তেওঁৰ চাহ টুপি ভাল; চাহপাত কিটা সদায় নতুন বা শুকুঁৰা নলগা আৰু তাত যে এবিধ মাছৰ বা মাংসৰ 'তৰকাৰী' জোল কৰে, সিহে অতি উপাদেয়। 'পৰঠা' বা 'পৰেটা' এখনে সৈতে সেই জোল এবাৰ খালে আৰু পাহৰিব নোৱাৰি। যোৰহাটৰ ৰামেশ্বৰ শৰ্মাই জুঁত নোলোৱা কলিকতাৰ ডাঙৰ হোটেল এটাও নাই। তথাপি তেওঁৰ নিচিনা মানুহেও য'তেই থাওক, চাহ খাবলৈ ইয়ালৈহে লৰি আহে। অসমৰপৰা যোৱা মোৰ চিনাকি বন্ধু সকলোৱেই ইয়াতে চাহ খাই টপালি আহে। মই এইদৰে গ্ৰাহক নি দিয়া বাবে, ৰায় মহাশয়ে মোক প্ৰায়ে বাকীকৈ চাহ খাবলৈ দিছিল। তাৰ ধাৰ মাৰিলোঁ নে নাই পাহৰিলোঁ। ফানটি এযোৰ পিন্ধি, ফকিৰ বেশেৰে এবাৰ গুৱাহাটীৰ মহেন্দ্ৰনাথ ডেকা ফুকন তাত চাহ খাবলৈ সোমায়।

ফুকনে যেতিয়া হিন্দী আৰু উৰীয়া ভাষাত কথা ক'বলৈ ধৰিলে, চাহ খাই থকা মানুহ আৰু ৰায় মহাশয়ে বিচুৰ্ত্তি খালে। অৱশেষত, গুণীৰ মোল বুজোতা ৰায় মশায়ে চাহৰ পইচাকে নললে আৰু ফুকনক আকৌ আহিবলৈ নিমন্ত্ৰণ হে কৰিলে।

**ইম্পীৰিয়েল লাইব্ৰেৰীত :** হুগলীৰ পাঁতিত ষ্ট্ৰেণ্ড ৰ'ডৰ কাষতে, মেটকাফ হলত ইম্পীৰিয়েল লাইব্ৰেৰী। ঘৰটোৰ গঠন প্ৰণালী ৰোমান স্থাপত্যৰ দৰে দেখিলেই মনত ভয়ৰ সঞ্চাৰ হয়। তাত সোমাবলৈ বা সোমাই কিবা-কিবি পঢ়ি চাবলৈ এদিনীয়া প্ৰৱেশ-কাৰ্ড বা প্ৰৱেশৰ অনুমতি যেয়ে সেয়ে পায়। পাৰ্মেনেণ্ট বা নিগাজী কাৰ্ড পোৱা বৰ টান। প্ৰায় এমাহমান এদিনীয়া কাৰ্ডেৰে গৈ থাকি, আমনি লাগিলত পাৰ্মেনেণ্ট মেম্বাৰৰ কাৰ্ড বিচাৰিলোঁ। প্ৰথমতে সহকাৰী লাইব্ৰেৰীয়ান জনে ছাত্ৰ বুলি দিব খুখু-জিছিল। পাচে যেনিবা লাইব্ৰেৰীয়ানৰ হুকুমমতে গৱেষক ছাত্ৰ বুলি কাৰ্ড এটি দিলে। কলেজলৈ যোৱা ক্ষতি হ'লেও তালৈ যোৱা ক্ষতি নহয়—অৱশ্যে নিতৌ যে যাওঁ এনে নহয়। সপ্তাহটোত চাৰিদিন যেনে হ'লেও যাওঁ। অসম ছাত্ৰ সন্মিলনৰ ডিব্ৰুগড়ত বহা তৃতীয় বছেৰেকীয়া অধিবেশনত মৌঃ ফৈজনুৰ আলিয়ে ফাৰ্চী সাহিত্যত থকা আসাম বুৰঞ্জীৰ তথ্য গোটা-বলৈ ৫০৲ টকীয়া পুৰস্কাৰ এটি ঘোষণা কৰে। ১৯১৯ চনত তেজপুৰত বহা অধিবেশনত সেই পুৰস্কাৰটি লাভ কৰোঁ। সেই পুৰস্কাৰ লাভৰ আশাতে সদায় ইম্পীৰিয়েল লাইব্ৰেৰীলৈ যাওঁ আৰু ফাৰ্চী সাহিত্য নেজানো যদিও, তাৰ ইংৰাজী অনুবাদকে পঢ়ো আৰু সেইবোৰ অসমীয়ালৈ তৰ্জ্জমা কৰো। এইবোৰ নকল কৰা কামত চি এম এচ কলেজৰ ছাত্ৰ শ্ৰীমান মুনীন্দ্ৰ বৰকটকীয়ে (মোনা) আৰু মেট্ৰপলিটান কলেজৰ ছাত্ৰ উমাপ্ৰসাদ বৰুৱাই (হেৰম্ব বৰুৱাৰ ভায়েক) বৰ সহায় কৰিছিল আৰু উমাই 'শ্বাহনাম'ৰ কিছুমান অধ্যায় লেখি লৈছিল। ফাৰ্চী সাহিত্যত অসমৰ বুৰঞ্জীসমল বিচৰা অভ্যাসটোৱেই সোঁচৰা বেমাৰ হোৱাদি হ'ল। আমাৰ কলেজৰ সংস্কৃত প্ৰফেচৰ যোগেন্দ্ৰ বিদ্যাভূষণে মোক অসভ্য বোলাত ইম্পীৰিয়েল লাইব্ৰেৰীৰপৰা গ্ৰীয়েৰ্চনৰ Linguistic Survey of India আনি হে, তেওঁৰ ভুলৰ বিনিময়ে মই এমাহলৈ চুটি পালো—অৰ্থাৎ ক্লাছলৈ নোযোৱাকৈয়ে উপস্থিত বুলি ধৰি ললে। ইম্পীৰিয়েল লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান আছিল মিঃ চেপমেন; এচিষ্টেণ্টজন এজন বঙালী। মই অসম আৰু অসমীয়াৰ বিষয়ে পুৰণি কাগজ-পত্ৰ



১৯২০ চনত কৃষ্ণকান্ত সন্দিকৈৰ বিলাত যাত্ৰাৰ সময়ত ২৬/১ স্কটলেন কলিকতাত লোৱা ফটোগ্ৰাফ

কৃষ্ণকান্ত সন্দিকৈ (মাজত বহি), ডা° প্ৰমদাভিৰাম দাস, ভগীৰাম বৰুৱা, নলিনীধৰ বৰুৱা, প্ৰসন্ন কুমাৰ বৰুৱা, ৰোহিনী বৰুৱা, ভূধৰ পাল, শৰৎ কুমাৰ শৰ্মা, কামদাচৰণ শৰ্মা, মুকলীধৰ বৰুৱা, ফটিক চন্দ্ৰ শৰ্মা, ভুবনেশ্বৰ বৰুৱা, ৰাধা কান্ত দাস, ললিতচন্দ্ৰ চৌধুৰী, অমিয় কুমাৰ দাস, কিৰণ গোস্বামী, প্ৰসন্নলাল চৌধুৰী, লক্ষীপ্ৰাণ চাংকাকতী, শৰৎ চন্দ্ৰ বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা, বেণুধৰ শৰ্মা, দুৰ্গাচৰণ বৰুৱা, ত্ৰৈলোকানাথ বৰুৱা, দেৱকুমাৰ বৰুৱা, অন্নদাকুমাৰ পদ্মপতি, দেৱেশ্বৰ শৰ্মা।

বিচাৰিলে পোনেই এচিষ্টেন্টজনে বা আন বঙালী কৰ্ম্মচাৰীয়ে Weeded out অৰ্থাৎ নিবোৰা, মানে পেলাই দিয়া হ'ল বুলি কয়। সেই কথাত মান্তি নহৈ মই চেল্ ফত খুচৰি-খুচৰি চাই বিচৰা কিতাপ বা কাকতখন পাওঁগে। পালেই, Weeded out বোলা স্লিপখনে দৈয়ে চেপ্‌মেন চাহাবৰ ওচৰ পাওঁগে। তেওঁক এইদৰে কেবাবাৰো দেখুৱাত মোৰ ওপৰত বৰ বিশ্বাস হ'ল আৰু কিবা এটা দয়া লাগি, তেতিয়াৰপৰা মই যিহকে বিচাৰোঁ তাকে যত্ন কৰি উলিয়াই দিবলৈ আদেশ কৰিলে। তেওঁৰ অনুগ্ৰহতেই বিলাতৰ ইণ্ডিয়া অফিচৰপৰা Dr, Wade's Account of Assam খন আনিব পাৰিছিলোঁ।

চেপ্‌মেনৰ লগত ঘনিষ্ঠতা হোৱাত পিচলৈ মোৰ বৰ উপকাৰ হ'ল। চাৰিওলৈ আহিলত, সেই লাইব্ৰেৰীৰপৰা আটকীয়া আৰু মূল্যবান কিতাপ-কাগজ ধাৰলৈ আনিবপৰা হলোঁ।

অসমৰ বিষয়ে য'ত যিমান বিলাক প্ৰবন্ধ-পাতি ওলাইছিল, সেই এটাই-বোৰ অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰিবৰ মন কৰিছিলোঁ। বহুত দুষ্প্ৰাপ্য প্ৰবন্ধ নকল কৰিও আনিছিলোঁ। কিন্তু সময় আৰু সুবিধাই সেই কাম কৰিবলৈ মোৰ ফালে মুখ মেলি নেচালে। ইপিনে, তেলীয়া সাৰেঙে সাজোতে-পাৰোতেই গ'ল, ফেঁচু বজাই হ'ল। মোৰপৰাই উহ লৈ এজন চৰ্কাৰী সুবিধা ভোগ কৰোতা পণ্ডিতে বুৰঞ্জীবিদ বুলি ৰজাঘৰে প্ৰজাঘৰে সুখ্যাতি অৰ্জ্জন কৰিলে। কৰক, তাত ভাল হে পাইছোঁ, কিন্তু মোৰ নামটো ল'বলৈও যে বেয়া পায় সেইটোত হে বেজাৰ পাওঁ।

৩নং হেৰিছন ৰ'ড : ১৯১৬ চনত, ৩নং হেৰিছন ৰ'ডত (কৰ্ম্মবীৰ) নবীন চন্দ্ৰ বৰদলৈ আছিল। তেখেত কলিকতা হাইক'টৰ এড্‌ভোকেট— পূৰা চাহাব। তেখেতক অলপ দিনহে তাত দেখিছিলোঁ। সেই মেছত থকা মেডিকেল কলেজৰ ছাত্ৰ হ'ল ভুবনেশ্বৰ বৰুৱা, সুৰেন্দ্ৰনাথ দত্ত, আনন্দ বৰদলৈ, ভগৰুধৰ ভূঞা, আৰু দিবাকৰ হাজৰিকা (দুদিনমান আছিল)। হেম বৰুৱা আছিল মেডিকেল কলেজৰ হোষ্টেলত। ইউনিভাৰ্চিটি হোষ্টেলত আছিল পূৰ্ব্বকুমাৰ ভূঞা, অম্বিকা নাথ বৰা। স্কটিছ চাৰ্চৰ হোষ্টেল এটাত আছিল যতীন্দ্ৰ নাথ দুৱৰা শিক্ষক হিচাপে। ছাত্ৰ হিচাপে আছিল বাণীকান্ত কাকতী, মহীচন্দ্ৰ বৰা, যাদব প্ৰসাদ চলিহা।

৩নং হেৰিছন ৰ'ডত শঙ্কৰদেৱ—মাধৱদেৱৰ তিথি পতা হৈছিল। বেজ-বৰুৱা ডাঙৰীয়াই তোৰ তাল লৈ নাম গাইছিল। বৰদলৈ ডাঙৰীয়াই অতি সুললিত সুৰেৰে গান গাইছিল। অম্বিকা ৰবাদেৱে বক্তৃতা দিছিল। ৰবাদেৱ একপ্ৰকাৰ কলিকতাবাসীয়েই হৈছিলগৈ। কলিকতাত হোৱা অসমীয়া অনুষ্ঠান এনে এটা নাছিল যিটোত ৰবাদেৱে যোগ দিয়া নাছিল। প্ৰত্যেক চাম ছাত্ৰই তেখেতৰ পৰা সহায়-পৰামৰ্শ কৈহে সকলো ৰাজহুৱা কামলৈ আগ বাঢ়িব পাৰিছিল। স্কটিছ চাৰ্চত গোলাঘাটৰ মহেন্দ্ৰ নাথ বৰুৱাও আছিল।

**বেলগেছিয়াৰ ছাত্ৰ :** বেলগেছিয়াৰ ভেটেৰনেৰী কলেজত আছিল কেদাৰ নাথ বৰুৱা, শশীধৰ শৰ্ম্মা (শিৱসাগৰ), ভাবিতৰাম দাস (গুৱাহাটী) আৰু সুৰ্য্যলাল দাস (যোৰহাট)। আৰু জনদিয়েক আছিল—পাহৰিলোঁ। ডিব্ৰুগড়ৰ চৈয়দুৰ ৰহমান, নগাঁৱৰ জীয়াউদ্দিন আহমদ, শিৱসাগৰৰ হিয়া-জুল্লাও তেতিয়া কলিকতীয়া ছাত্ৰ। ৪৩ নং আমৰ্হাষ্ট ষ্ট্ৰীটেই আছিল অসমীয়া ছাত্ৰৰ থাই কেন্দ্ৰ। পাটোৱাটোলা লেন, বৈঠকখানা, মিৰ্জাপুৰ ষ্ট্ৰীট, ভৱানী চৰণ দত্ত লেন, প্ৰতাপ চাটুৰ্জী লেন, আমৰ্হাষ্ট ষ্ট্ৰীট, হেৰিছন ৰ'ড এই বোৰ আলিৰ দাঁতিত থকা ঘৰতে অসমীয়া ল'ৰাবিলাকে সভা-সমিতি পাতিছিল। এইবোৰ ঘৰৰ বাহিৰেও অ'ত ত'ত চুকে-কোণে সোমায়ো বহুত ছাত্ৰ আছিল। শঙ্কৰদেৱৰ তিথি আৰু অ. ভা. উ. সা. সভাত প্ৰায়-বিলাকেই গোট খাইছিল। ১৯২০ চনত লক্ষীধৰ শৰ্ম্মা, উমেশ চন্দ্ৰ বঁৰদলৈ আছিল মছুৱা বজাৰৰ ওৱাই এম চি হোষ্টেলত। তুলসীনাৰায়ণ শৰ্ম্মা প্ৰভৃতি আছিল মিৰ্জ্জাপুৰ ষ্ট্ৰীটত। সম্ভৱতঃ ১৯১৯ চনত, ২৬ নং স্কটলেনত আছিল চন্দ্ৰকমল ভূঞা, খগেন্দ্ৰ চন্দ্ৰ নাথ, অমিয়কুমাৰ দাস, কৃষ্ণকান্ত সন্দিকৈ ধীৰেন্দ্ৰ আগৰৱালা, শৰৎ বৰুৱা প্ৰভৃতি কেবাজনো। চন্দ্ৰ কমল ভূঞা বৰ দুষ্ট আছিল। ইভত পানী তপতাই কাৰোবালৈ চাহ একাপ তৈয়াৰ কৰি থলে, তেওঁ সাউৎকৰে আহি সেই চাহ খাই পেলায়।

**কৃষ্ণকান্ত সন্দিকৈৰ বিলাত যাত্ৰা :** ১৯২০ চনত সন্দিকৈয়ে বিলাতলৈ যাবলৈ দিনবাৰ ঠিক হোৱাতো পাচপৰ্ট নোপোৱাত যাওঁ বোলোতেই যাব নোৱাৰিলে। দুদিনমান পলম হ'ল। তেওঁক বিদায় সম্বৰ্দ্ধনা জনাবলৈ স্কটলেনত এখনি চাহ-জলপানৰ সভা বা মেল পতা হৈছিল। নবীন চন্দ্ৰ বৰদলৈ আৰু প্ৰসন্ন কুমাৰ বৰুৱাই অসমৰ হৈ শাসন সংস্কাৰৰ দাবী কৰিবলৈ

বিলাতলৈ যাওঁতে, সভা নহ'ল যদিও, হাওৰা ষ্টেছনত সকলো। অসমীয়া ছাত্ৰই আগবঢ়াই থৈ আহিছিল। শ্ৰীযুত দেবেশ্বৰ শৰ্মা আৰু অমিয়কুমাৰ দাসে ইয়াত আগভাগ লৈছিল।'

সেই বছৰতে বেলিংটন স্কোৱাৰত কংগ্ৰেছৰ বিশেষ অধিবেশন বহিছিল। বছেৰেকীয়া অধিবেশন আগ, বিশেষখন পাচ। বছেৰেকীয়া সভাত সভাপতি আছিল এনী বেচান্ট আৰু বিশেষখনত আছিল লালা লাজপৎ ৰায়। বছেৰেকীয়া অধিবেশনত যোগ দিবলৈ যোৰহাটৰ পৰা দেবেন্দ্ৰ বেজবৰুৱা, শিৱসাগৰৰপৰা বিষ্ণুপ্ৰসাদ চলিহা আৰু গুৱাহাটীৰ পৰা ৰোহিনীকুমাৰ চৌধুৰী গৈছিল। আৰু কোন গৈছিল মনত নাই। সেইবাৰ কংগ্ৰেছত অসমীয়া ভলন্টিয়াৰৰ ভিতৰত সুৰেন দত্ত, ভৱ কাকতী, হেম মহন্ত, ৰাজেন বৰুৱা, দেবেশ্বৰ শৰ্মা আৰু ৰবীন্দ্ৰ বৰুৱা এই কেইজন আছিল।

তেতিয়া মই ১৪ নং হেৰিছন ৰ'ডত আছিলোঁ। নকুল চন্দ্ৰ ভূঞা, চিত্ৰসেন কাকতীও তাতে আছিল। ভূঞাই চৰ্টহেণ্ড টাইপিং শিকিছিল আৰু কাকতীয়ে হাজী ইব্ৰাহিম নে কি দোকানৰ মদ অসমত সৰবৰাহ কৰিছিল। তেতিয়াই ৰাজবালা দাস, গৌৰীপ্ৰভা ডুৱৰা, সৰস্বতী দত্ত, গোপালপুৰী ভূঞাৰ জীয়েক কনকবালা আৰু কেবাগৰাকীও ছাত্ৰীয়ে বেথুন কলেজ আৰু গিৰিধিত পঢ়িছিল। ৰমাকান্ত বৰকাকতীৰ জীয়েক সুধালতা-সুখলতাই এই সময়তে এম-এ পাছ কৰে।

**১১ নং হেৰিচন ৰ'ড মেছ :** ১৯১৭ চনতে মোৰ জেঠেৰী শৰৎ কুমাৰ শৰ্মায়ো সংস্কৃত কলেজত ফাৰ্ষ্ট ইয়েৰত নাম লগায় গৈ। প্ৰসন্ন কুমাৰ বৰুৱা আৰু পদ্মনাথ বৰঠাকুৰেও আহি ১১ নং হেৰিছন ৰ'ডত থাকিবলৈ লয়। সেইটো সংস্কৃত কলেজৰ মেছ। তাতে ডিব্ৰুগড়ৰ মহেন্দ্ৰ কাকতী আৰু ভৱ কাকতী, যোৰহাটৰ মানিক চন্দ্ৰ বৰুৱা আৰু শৰৎ চন্দ্ৰ বৰুৱা থাকে। চীট নোপোৱাত ১৯১৯ চনত মইও ৩/১এ, আমৰ্হাষ্ট ষ্ট্ৰীটৰ পৰা তালৈ উঠি যাওঁ আৰু আলহী হৈ থাকোঁ। ভৱ কাকতী এনেয়ে ল'ৰাটো ভাল। কিন্তু একাচেকা। কেতিয়া কাক কি কৰে ক'ব নোৱাৰি। এদিন কিবা কথাত লাগি ভৱই চুৰী কটাৰী এখন লৈ মোক খোঁচ মাৰি দিবলৈ ওলাল। আটাইবোৰে হেঁচি ধৰিহে ভৱক একৰাইছে।

**ৰাজকুমাৰ ভূপেন্দ্ৰ নাৰায়ণ দেৱ :** দৰঙী ৰজাৰ ঘৰৰ ভূপেন্দ্ৰ নাৰায়ণ ৰাজকুমাৰক ভৱানীপুৰত থকা চাউথ চুবাৰ্বান কলেজত নাম লগাবলৈ

নি উভতি আহোঁতে ট্ৰামতে আমাৰ পিক পকেট হ'ল। কোন টলকতনো আমাৰ জেপ লুককিলে, ততকে ধৰিব নোৱাৰিলোঁ। ১৯১৭ চনত এই ঘটনা হোৱাৰপৰা আমি আৰু বৰ সাৱধান হলোঁ। ৰাজকুমাৰ পিচত ভৱানীপুৰলৈ গ'ল। মাজে-সময়ে হে সভায়-সমিতিয়ে দেখা হৈছিল। ৰাজকুমাৰৰ গাম্ভীৰ্য্য আৰু অমায়িকতা এতিয়াও পাহৰা নাই। ১৯৫১ চনত মঙ্গলদৈলৈ যাওঁতে তেওঁক মোহনপুৰৰ ৰাজবাৰীতে দেখা কৰিছিলোঁ গৈ। তেতিয়া তেওঁ জৰাজীৰ্ণ। অনাৰেৰী মেজিষ্ট্ৰেট হৈ অৱসৰ লৈছে। চৰ্কাৰে ৰজাঘৰীয়া পয়োভৰ, মান সন্মান আৰু সম্পত্তিৰ ওপৰত হস্তক্ষেপ কৰাত মনতে বৰ দুখ। বিশেষকৈ কংগ্ৰেছ গৱৰ্ণমেণ্টৰ ওপৰত বৰ "নাৰাজ"। তেওঁৰ পৰিবাৰ শিৱসাগৰ কালুগাঁৱৰ বেণুধৰ ভূঞাৰ জীয়েক। মই গ'লত বৰ আদৰ-সাদৰ কৰি জা-জলপান খুৱাই, দুখৰ কথা সকলো বিৱৰি কৈছিল।

**চন্দ্ৰকমল বেজবৰুৱা :** ১৯১৯ চনত যোৰহাটৰ চন্দ্ৰকমল বেজবৰুৱাই ২২৬ বি বহুবজাৰ ষ্ট্ৰীটত বলমা টি কোম্পানী খোলে। খিদীৰপুৰ ডকত নীলাম হোৱা চাহ কিনি আনি বেজবৰুৱাই এটাইবোৰ 'গ্ৰেড'ৰ চাহ মিহলাই পেকেটকৈ বেচিছিল। লিপ্টন কোম্পানীৰ দৰে পেকেট কৰি ওপৰত 'বলমা টী কোং' মোহৰ মাৰি কলিকতাৰ বজাৰ ভৰাই দিছিল আৰু অইন অইন ঠাইলৈও চালান দিছিল। তেখেতে দোকানখন বৰ ধুনীয়াকৈ সজাইছিল। মুখতে বাল গঙ্গাধৰ তিলকে "কেশৰী" কাকত পঢ়ি থকা চেলিউলয়ডৰ স্প্ৰিং লগা মূৰ্ত্তি এটা থৈ দিছিল। সেই মূৰ্ত্তিটোৰ মুখখনে ঘূৰাই ঘূৰাই 'কেশৰী' পঢ়ি থাকে। গধূলি ইলেকট্ৰিক লাইটত যেতিয়া সেই দৃশ্য ফুটপাথেদি যোৱা মানুহৰ চকুত পৰে, সকলোৱে বৈ-বৈ চায়। চাওঁতে চকুত পৰে "বলমা টী", বলমাৰ চাহ। বেজবৰুৱাৰ দুৰন্ত সাহ আৰু এক্কাৰত জাপ দিবপৰা ব্যৱসায়ী বুদ্ধিটো সঁচাকৈয়ে শলাগিব-লগীয়া। কলিকতাৰ এনে এটা গলি নাই, যত বলমা টীৰ প্লেকাৰ্ড বা জাননী এখন মৰা নাই। কাগজ লগোৱা মানুহটোক তেওঁ উপদেশ দিছিল "যতে মানুহে ক্ষুদ্ৰ শৌচ কৰিবলৈ বহে ত'তে জাননীখন এঠা লগাই থবি।" এইদৰে কলিকতাৰ গলিত জাননী মাৰোঁতেই তেওঁৰ ২০০০, (দুহেজাৰ) টকাবো ওপৰ খৰচ পৰিছিল। অমৃতসৰ, ডেহৰাগ, আফগানি-স্থান—এইবোৰ ঠাইলৈও বলমাৰ চাহ পঠিয়াইছিল। তেখেতৰ ইচ্ছা আছিল,

ফিগিছ, টমচন আদি চাহৰ ব্ৰোকাৰ বিলাকে যেনেকৈ বিদেশলৈ চাহ পঠি-য়ায় তেনেকৈ তেখেতেও পঠিয়াব। বলমা চাহ কোম্পানীৰ অফিচটো ইউৰোপীয়ৰ দৰেই পৰিস্কাৰ-পৰিচ্ছন্ন। অফিচৰ মেনেজৰ এজন আছিল জোৰকবীয়া বুলি। তেওঁ ইহুদী। দৰমহা পাইছিল মাহে ৫০০্ টকা। বেজ-বৰুৱাই ইংৰাজী কব নেজানিছিল। যি জানিছিল তাকেই আকাৰে-ইঙ্গিতে চাহাব বিলাকক বুজাই দিছিল। কিন্তু বেজবৰুৱাৰ অসীম ব্যক্তিত্বৰ প্ৰভা-ৱত সকলো বশ হৈছিল। তেখেতৰ অফিচত দুজন অসমীয়া ল'ৰাক আগলৈ কাৰবাৰৰ মোল বুজক বুলি সুমাই দিছিল। এজন ডিব্ৰুগড়ৰ শিৱনাথ শৰ্মা আৰু আনজন লক্ষ্মীনাথ ফুকন। ফুকন কামত আগেয়ে সোমাইছিল। লাভতকৈ খৰচৰ পৰিমাণ দুগুণ বঢ়াত বলমা কোম্পানী বন্ধ হ'ল। শিৱ-শৰ্মা আকৌ ডেপুটী ইন্‌স্পেক্টৰ কামত সোমালহি (প্ৰথমে তেওঁ ছুটী লৈ গৈছিল)। ফুকন 'অমৃত বজাৰ পত্ৰিকাৰ, 'ফৰৱাৰ্ড' কাকতত সহকাৰী সোমালহি।

যোৰহাটত বলমা বাগিছা চলোৱাৰ উপৰিও কলিকতাত কোম্পানী খোলা, পুতেক-খুলশালীয়েকক পঢ়ুৱা আৰু শহুৰেকৰ ঘৰ চোৱাত বেজবৰুৱাৰ বহুত টকা খৰচ হ'ল। ধাৰৰ ওপৰতেই ইমান এখন ডাঙৰ সংসাৰ চলাই আছিল। ভোলানাথ বৰুৱাই তেখেতৰ বুধি-উদ্যোগ দেখি মনে মনে দহ হাজাৰ টকা ধাৰলৈ দিছিল। তথাপি, যোৰহাটৰ আচকণ পাচিৰাম কেঞাৰ তাত বহুত ধাৰ থাকিল। পাচিৰামে মোকৰ্দ্দমা কৰি বেজবৰুৱাৰ ওপৰত ৪০০০্ মান টকাৰ ডিক্ৰী পালে। কোৰোকী টেকেলা লৈ, তেখেতৰ বহু বজাৰৰ ঘৰত কোৰোক কৰাৰ দিন ঠিক হ'ল। বেজবৰুৱাই সেই ভু পাই, ঘৈণীয়েকক বুধি দিলে বোলে, কেঞা অহা মাত্ৰকে তুমি হাতৰ-কাণৰ-ডিঙিৰ যি অলঙ্কাৰ পাতি আছে দি দিবা আৰু মই অমৃতসৰলৈ গলোঁ। বুলি কৰা। কোৰো-কীৰ দিনে-বাৰে টেকেলাই সৈতে কেঞা হাজিৰ হ'লত, বেজবৰুৱানীয়ে ডিঙিৰ নেকলেচ্, কাণৰ ইয়েৰিং আৰু হাতৰ বালা সোলোকাই দিলে। দুদিনমানৰ পিচত আহি বেজবৰুৱাই কেঞাৰ ওপৰত পৰস্ত্ৰী বলাৎকাৰ কৰি অলঙ্কাৰ-পাতি লৈ আহিছে বুলি, আচকণ পাচিৰামৰ ওপৰত ফৌজদাৰী মোকৰ্দ্দমা দাখিল কৰিলে। সাক্ষী দিলে ৰামেশ্বৰ শৰ্মা (তেতিয়া তেওঁ কলিকতাত আছিল) আৰু মোক (মই প্ৰায়ে বেজবৰুৱাৰ তালৈ যাওঁ দেখি)। আমি যে সেইবোৰ কথাৰ ঘূণাক্ষৰেও গম নেপাওঁ। তথাপি

বেজবৰুৱা ভাণ্ডাৰীয়াই সাহসত ভৰ দি মোকৰ্দ্দমা চলাই দিলে। কেঞা আহি দীঘল দি পৰিলহি, ক'লে "টকা সিকা একো নেলাগে। আপুনি মোকৰ্দ্দমাটো উঠাই লওক।" বেজবৰুৱাই মোকৰ্দ্দমা উঠাই ল'লে আৰু ধকুৱাৰ উৎপাতৰ পৰা হাত সাৰিলে। তাৰ দহ বছৰমানৰ পাচত সেই টকা পৰিশোধ কৰিলে বুলি শুনিলোঁ।

চন্দ্ৰকমল বেজবৰুৱা সাহিত্যক নাছিল। তথাপি, কলিকতাৰ অ.ভা.উ.সা. সভাৰ সভাপতি হৈ তেখেতে কৈছিল "আমি পংক্তি লগাই অসমীয়াৰে কথা এষাৰকে লেখিব নোৱৰা হলোঁ। হুঃ (কথাই পতি তেখেতে হুঃ হুঃ বুলি হুঙ্কাৰ এটা মাৰিছিল)। অসমত কলেজ নহৈ কলিকতাত কলেজ হোৱা হে ভাল। কিয়নো ইয়াত হ'লে অসমীয়া ল'ৰাই পৃথিবীখনৰ মানুহৰ আওভাও শিকিব পাৰিব। জকাইচুকীয়া অসমত কিটো শিকিব ?"

**তৰুণ কুমাৰ ভট্টাচাৰ্য্যৰ বক্তৃতা ঃ** ১৯১৯ চনত, নাগপুৰত সৰ্ব্বভাৰত ছাত্ৰ সন্মিলন বহে। তালৈকে আমাৰ অসমৰ পৰাও তৰুণ কুমাৰ ভট্টাচাৰ্য্য, ইন্দ্ৰনাথ কাকতী, শশীধৰ বৰুৱাও যায়। যাওঁতে, এদিন কলিকতাত থাকি বঙ্গীয় ছাত্ৰবিলাকৰ লগত চা-চিনাকি হয়। সেই উপলক্ষে, কলেজ স্কোৱাৰত এখন সভা হৈছিল। সভাত অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যৰ বৰপুতেক তৰুণ কুমাৰ ভট্টাচাৰ্য্যই অনৰ্গল ইংৰাজীৰে বক্তৃতা এটি দি বঙালী বিলাকক স্তম্ভিত কৰিলে আৰু তেৱেঁই অসমীয়া ছাত্ৰৰ সন্মান বঢ়ালে। নাগপুৰৰ পৰা অহাৰ পাচতে অসমত অসমীয়া ছাত্ৰই ৰাজনৈতিক আন্দোলন আৰম্ভ কৰে।

**আমাৰ পঢ়াশুনা :** মই কলেজৰ কিতাপ ভালকৈ পঢ়িবলৈকে নহ'ল। ১৯১৯ চনত বটেনী অপছনেল আছিল। শৰৎ কুমাৰ শৰ্ম্মা, মই আৰু জনদিয়েক বহুবজাৰ ষ্ট্ৰীটত থকা ইণ্ডিয়ান চায়েঞ্চ এচছিয়েচনত গধূলি গধূলি কলেজত ক্লাছ কৰিছিলোঁগৈ।

১৯১৯ চনত দোৱাবাৰ আই. এ. পৰীক্ষা হোৱাত সেই পৰীক্ষা ফাওতে পাছ কৰিলোঁ। ফাইনেল পৰীক্ষা বাতিপুৱা বাতিপুৱা দিব লাগিছিল। তেতিয়া ১১ নং হেৰিচন ৰ'ডত থাকি পৰীক্ষাৰ নিমিত্তে সাজু হৈছিলোঁ। হাতত পইচাও নাই। পদ্মনাথ বৰঠাকুৰৰ আলহী হৈ আছিলোঁ। আমাৰ এনেকুৱা অৱস্থা হৈছিল যে একেডোখৰ কটিকে দুয়ো ভাগ কৰি খাই পৰীক্ষা দিবলৈ যাওঁ। বৰঠাকুৰ মোৰ পুৰণি বন্ধু। হাইস্কুলত থাকোঁতেই

তেওঁৰ লগত পৰিচয়। তেওঁৰ ঘৰ জাঁজীত, মোৰ ঘৰ চাৰিঙত। তেওঁ পঢ়িছিল নাজিৰাত, আৰু মই পঢ়িছিলোঁ। শিৱসাগৰত। বৰঠাকুৰৰ অমায়িকতা আৰু লোকৰ বোষ বুজা স্বভাৱটো ৰব মনত ৰাখিবলগীয়া। দুয়ো কষ্টে মষ্টে আই-এটো পাছ কৰিলোঁ। কিন্তু বি এ পৰীক্ষা দি গ্ৰেজুৱেট হোৱাৰ পৰা হে বঞ্চিত হলোঁ।

১৯২০ চনত বি-এ পৰীক্ষা দিয়া কথা। তেনেতে মহাত্মা গান্ধীয়ে অসহযোগ আন্দোলনৰ সভা পাতিলেহি—মিৰ্জ্জাপুৰ স্কোৱাৰত (পাছত শ্ৰদ্ধানন্দ পাৰ্ক)। এবছৰতেই স্বৰাজ পামেই, গতিকে সকলোৱে স্কুল-কলেজ বৰ্জ্জন কৰক”—এই আশ্বাসত ভোল গৈ মই বাছনি-পৰীক্ষাত ‘এলাও’ হৈ ফাইনেল পৰীক্ষাৰ ফিজ পৰ্য্যন্ত দিও পৰীক্ষাত বহা নহ’ল। পৰীক্ষা নিদিওঁ বুলি মোৰ লগতে প্ৰতিশ্ৰুতি দি চহী কৰা আনবিলাক ল’ৰাই পৰীক্ষাও দিলেগৈ, ‘পাছো’ হ’ল। সেই বছৰ পৰীক্ষা কেৱল নামত হে আছিল। পৰীক্ষা নিদি উদংমুৰীয়া হৈ সঁচাকৈ ক’বলৈ গলে উদণ্ড হলোঁ। অৱশ্যে, ইম্পীৰিয়েল লাইব্ৰেৰীলৈ যোৱাত মোৰ খতি নহৈছিল। লাহে-লাহে টকা পইচাৰো অভাৱ হ’বলৈ ধৰিলে। তৰাজুলী বাগিছাত থকা আমাৰ চাৰিঙৰে সুৰেশ্বৰ বৰকাকতী, নাগিনীজান বাগিছাৰ মুক্তেশ্বৰ সন্দিকৈ আৰু মোৰ ভাই ধৰ্ম্মেশ্বৰে দুমাহমান ১০-১৫ টকাকৈ পঠিয়াইছিল।

লক্ষীনাথ ফুকন, শৰৎ চন্দ্ৰ বৰুৱা (যোৰহাটৰ) আৰু মই—এই তিনিও গোট খাই “বৰুৱা ফ্ৰেণ্ড্ছ এণ্ড কোং” বুলি দোকান এখন খুলিলোঁ। দোকানখন বাতৰি-কাকতৰ বিজ্ঞাপনত হে, আচলতে দোকানকৈ একো দোকান নাছিল। ১৪নং হেৰিচন ৰ’ডৰ মই থকা খোটালীটোতে সেই দোকানৰ নামত ‘জবাকুসুমৰ’ৰ বটল এটা মাথোন থোৱা হৈছিল। যোৰহাটৰ “আসাম বিলাসনীত” জাননী দিলোঁ:—“কলিকতাৰ বৰুৱা ফ্ৰেণ্ড্চ্ এণ্ড কোম্পানীত” বেজীটোৰ পৰা হাতীটোলৈকে অৰ্ডাৰ দিলে, সকলো বস্তু পোৱা যায়।” নলবাৰী কৃষি ফাৰ্ম্মত থকা সৰ্ব্বানন্দ শৰ্ম্মাৰপৰাই পোন প্ৰথম এসেৰ জাপানী পাটৰ সূতাৰ অৰ্ডাৰ পাওঁ। তাৰ পিচতে ক্ৰমান্বয়ে শিৱসাগৰ, নগাঁও আদিৰ পৰাও ভাল ভাল অৰ্ডাৰ আহে। অৰ্ডাৰৰ বস্তুবোৰ ময়ে কলিকতাৰ বজাৰত পিটপিটকৈ বিচাৰি আনি পাৰ্চেল বান্ধি পঠিয়াওঁ। শৰৎ বৰুৱা আছিল ধন ভঁৰালী; ফুকন আছিল পৰামৰ্শদাতা। তিনিওঁৰো অৱশ্যে অংশ আছিল। দুমাহমানৰ ভিতৰতে আমাৰ কাৰবাৰটো

টনকিয়াল হৈ আছিছিল। কিন্তু কি হ'ব, 'দৰিদ্ৰ লঙ্কালৈ যায়, সাগৰ শুকায় মাণিকো লুকায়।' আমাৰো তেনে হ'ল। আমাক ডাক্তৰ সুৰেণ বৰা (কৰ্ণেল শিৱ বৰাৰ পুতেক, থাকে এন্টালীত) আৰু জনদিয়েক অসমীয়াই পাই ৰেচ মতলীয়া কৰিলে, অৰ্থাৎ ঘোঁৰাদৌৰত লগালেগৈ। আমি ৩ টকীয়া টিকট কিনি ঘোঁৰা ধৰিলত পোন প্ৰথমেই ৭০/৮০ টকা পাইছিলোঁ। টকা পাই আকল বাঢ়িল। প্ৰত্যেক শনিবাৰেই টালিগঞ্জলৈ গৈ কোনটো ঘোঁৰা ধৰিমগৈ তাৰে হে চিন্তা হ'ল। ঘোঁৰ দৌৰৰ নিচাই আমাক ইমান বলিয়া কৰিলে যে ধাৰ কৰিও ৰেচ কৰ্চলৈ যাবলৈ ধৰিলোঁ। চাৰ ছাহুল্লায়ো তেতিয়া ১০ টকীয়া চকীত বহিবলৈ দৌৰৰ টিকট কিনিছিল। তেওঁৰ পৰাও আমি ধাৰ লবলৈ সঙ্কোচ নকৰা হলোঁ। পাচত ছাহুল্লা চাহাবো দেৱলীয়া হ'ল, আমিও দেৱলীয়া হলোঁ। আমাৰ তিনিউৰে ভিতৰত টকা-পইচা লৈ কাজিয়া লাগিল। অৱশেষত বকৰ্‌বা ফ্ৰেণ্ড চ্‌ কোম্পানীও ক'ৰবালৈ উৰি গ'ল। সেই সময়ত যোৰহাটৰ ৰামেশ্বৰ শৰ্ম্মাও আছিল এজন দৈনিক ৰে'চ কৰ্চ যাত্ৰী। আৰু ঘোঁৰদৌৰত "লালবাটি জলোৱা" টি প্ৰেন্টাৰ। সুৰেন বৰাও পগলা হ'ল।

সুৰেন বৰাৰ বাপেক আছিল কৰ্ণেল শিৱৰাম বৰা। কৰ্ণেল বৰা মৰাৰ পাচতে ঘৈণীয়েকে, ছোৱালী তিনিজনী আৰু ল'ৰাটোৰে সৈতে কলিকতাৰ দক্ষিণ-পূৱে এন্টালীত থাকিবলৈ লয়। তেওঁৰ বৰ জীয়েকৰ নাম আইটি, মাজুজনীৰ নাম পাহৰিলোঁ। (সৰু আইটী কি, কিবা এটা অসমীয়া নামেই আছিল)। সৰুজনীৰ নাম মণি। আইটীৰ পিচৰে সুৰেন। খৃষ্টীয়ান হোৱা বাবে নামৰ আগত খৃষ্টীয়ান নাম আছিল যেনে এৰিক সুৰেন বৰা। মিচেচ বৰাই ব'চয়াকৈ অসমীয়া ক'ব পাৰিছিল। ৰামেশ্বৰ শৰ্মাৰ লগত সুৰেনৰ চিনাকি হয়। সেই সূত্ৰেতে তেওঁৰ ঘৰলৈ মই, শৰৎ বকৰ্‌বা যাওঁ। ৰামেশ্বৰক চাহাব দেখি চাহ-জলপান চাহাবী মতেই অৰ্থাৎ কেক্‌, পাওৰুটি, কণী দিয়ে আৰু জাতে-পাতে অসমীয়া দেখি আমাক আইটীৰ হতুৱাই লুচী-ভাজি কৰাই দিয়ে। আইটী পৰিছিল মিলান মৈত্ৰ নামে এজন মানুহলৈ। সুৰেনৰ বৰৈয়া বাগিছাত অংশ আছিল। তেওঁ সেই অংশ চন্দ্ৰ বকৰ্‌বাক বেচি দিয়ে আৰু কটকী পুখুৰীৰ ওচৰৰ সোণাৰি এঘৰৰ ছোৱালী এজনী বিয়া কৰায়। কিন্তু বৰ দুখৰ কথা যে বিয়া কৰোৱাৰ অলপ দিনত পিচতে সুৰেন্‌ পগলা হয় আৰু তেজপুৰৰ পগলা গাৰেডত থাকিবলগীয়া হয়।

১৯২০ চনত লক্ষ্মীনাথ ফুকনে 'অমৃত বাজাৰ পত্ৰিকাৰ' সহকাৰী সম্পাদক হৈ কাম কৰিছিল। তেওঁৰে সৈতে প্ৰায়ে বন্ধুৰ বাগানেদি পত্ৰিকাৰ অফিচৰ ফালে ফুৰিবলৈ যাওঁ। ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ ভৱনৰ ওচৰতে আমি প্ৰায়ে বৈছিলোঁ। তাত চাৰ নগীয়া বস্তু বহুত আছিল। আমাৰ কলেজৰ সংস্কৃত অধ্যাপক যোগেন্দ্ৰ নাথ বিদ্যাভূষণো তাতে থাকে। সেই খিনিতে পুৰণি 'জোনাকি' ছপোৱা প্ৰেছটোও আছিল।

১৪নং বাহিৰ মিৰ্জ্জাপুৰ ষ্ট্ৰীটত আছিল কমলাকান্ত ভট্টাচাৰ্য্য। তেখেতৰ জীয়েক আইকণ বা শ্ৰীমতী স্নেহলতাই উপন্যাস লেখিছিল। তেতিয়া বোধ-কৰোঁ 'বীণা'খন লেখিবলৈ লৈছিল। আইকণে কৈছিল তেওঁৰ মনত ভাবে হেনো উথল-মাথল কৰি থাকে, প্ৰকাশ কৰিবলৈ হেমকোষত শব্দ বিচাৰি নেপায়। মই উত্তৰ দিছিলোঁ, 'হেমকোষ' চাই কিতাপ লেখিবলৈ হ'লে, তুমি আৰু ভালকৈয়ে কিতাপ লিখিবাঁ। কোনোবাই নো অভিধান চাই কিতাপ লেখে নে? তোমাৰ মনত যি ভাষাৰেই কথা আহে তাকে লেখি যাবা। পিচত অভিধান চাই শুধৰাবাঁ। কিতাপ লেখিবলৈ হ'লে, যি ভাষাত কিতাপ লেখা, সেই ভাষা কওঁতা সমাজৰ লগত তোমাৰ ঘনিষ্ঠ সম্পৰ্ক থাকিব লাগিব। নহ'লে সেই কিতাপক কোনেও আদৰ নকৰে।" তেতিয়াৰে পৰা আইকণে মাক-দেউতাকক সুধি-সুধি লেখিবলৈ ধৰিলে।

## ৭ম অধ্যায়

**যাদুকৰ মহাত্মা গান্ধী :** ১৯১৭ চনৰ ৬ মাৰ্চ্চ। দক্ষিণ আফ্রিকাৰপৰা মোহন দাস কৰমচাঁদ গান্ধী আহিব, তেওঁক সম্বৰ্দ্ধনা জনাবলৈ সেই দিনা কলিকতা টাউন হ'লত বিৰাট ৰাজহুৱা সভা বহিছে। তাতেই শান্তিৰ প্ৰতীক জগৎবৰেণ্য আৰু অদ্বিতীয় নেতাজনক পোন প্ৰথমেই দেখা পাওঁ। মানুহজনৰ গাটো লাহী, পিন্ধনত গুজৰাটী কুৰ্তা, মূৰত বনিয়া পাগ, ভৰিত নাগেৰা জোতা, দেখাত একো আকৰ্ষনীয় নহয়, তথাপি, সেইজনাৰ দৰ্শন লাভ কৰি চৰণ চুবলৈকে যে মানুহৰ কিমান হেতা-ওপৰা বৰ্ণোৱা অসম্ভৱ। জকাই চুকীয়া আমাৰ নিমিত্তে সেই দৃশ্য নাভূত-নাশ্ৰুত।

ভাৰতৰ ডেমষ্থিনিচ সুৰেন্দ্ৰ নাথ বন্দোপাধ্যায়ে গান্ধী আগমনৰ উদ্দেশ্য ব্যাখ্যা কৰাৰ লগে লগে বাগ্মীবৰৰ বাগ্মিতাত কাৰো মাত কোনেও শুনা কোটাল নিজম পৰিল সঁচা, কিন্তু কি বহি থকা, কি থিয় হৈ থকা, কি বাজত টহলি ফুৰা, গেঞ্জপ মৰা দৰ্শকৰ ঠেলা হেঁচা হাদি জালিয়েই থাকিল। গান্ধী দৰ্শনৰ কি অফুৰন্ত আগ্ৰহ'

গান্ধীজীৰ কলিকতালৈ অহাৰ উদ্দেশ্য আছিল ফিজি আদি বৃটিছ উপনি-ৱেশ বিলাকত ভাৰতৰপৰা চুক্তি কৰি নিয়া বন্দুৱাবিলাকক বৃটিছে কেনেকুৱা নিষ্ঠুৰ নিদাৰুণ ব্যৱহাৰ কৰি ভাৰতীয় মানুহক পশুতুল্য কৰিছিল তাৰ এখনি চকুপানী উলিওৱা প্ৰতিচ্ছবি স্বদেশীয় ভ্ৰাতৃসকলৰ আগত দাঙি ধৰা আৰু সেই নিষ্পেষিত ভাৰতীয় বিলাকক উদ্ধাৰ কৰিবৰ নিমিত্তে ভাৰতত জনমত গঢ়িবলৈ তুমুল আন্দোলন কৰা।

মহাত্মাই বক্তৃতা দিছিল ইংৰাজীৰে, ইংৰাজী হ'লেও তাৰ ভাষা ইমান সৰল আৰু হৃদয়গ্ৰাহী আছিল যে ফিজিবাসী ভাৰতীয় দুখ দুৰ্দশাবোৰ থিৰেজুৰে বুকুত লগাকৈ বৰ্ণাওতে শ্ৰোতা সকলৰ মন-প্ৰাণ জৰ্জৰিত হৈ গৈছিল। সভা ভগা মাত্ৰকে আকৌ উঠিল মহাত্মাক চৰণ স্পৰ্শ কৰা হেন্দোল-বান্দোল।

সেইদিনাই সন্ধিয়া তেওঁ কেনিং ষ্ট্ৰীট খোংৰাপটিত গুজৰাটী বিলাকৰ অভিনন্দন গ্ৰহণ কৰিবলৈ যায়। তাতো সেইদৰে মানুহৰ জলস্থল। বতৰ গোমা, কিনকিনীয়া বৰষুণো, বাটো পিছল; তথাপি সভা বহা ঠাইলৈকে পকৰা-লানিৰ দৰে মানুহৰ সোঁত বলি আছিল। সভা মণ্ডপতো ঠাহ খোৱা জনতা। ভাৰতবাসীয়ে ব্যক্তিত্বৰ পূজা কেনেকৈ কৰে সেই দিনাহে পোন প্ৰথমেই চকুৰ আগতে দেখিলোঁ।। ধূপ-দীপ দি পূজা কৰি, গুজৰাটী ব্যৱসায়ীসকলে বৃটিছ উপনিৱেশবোৰত পোৱা ভাৰতীয়ৰ লাঞ্চনা-অপমান আঁতৰাবলৈ গান্ধীৰ হাতত হেজাৰ চেৰেক টকাৰ টোপোলা আগবঢ়ালে। নিস্বাৰ্থ দেশ প্ৰেম, নিষ্কলঙ্ক ব্যক্তিত্ব আৰু অকুণ্ঠিত উদাৰতাৰ কি অপূৰ্ব্ব সমাবেশ '

১৯১৭ চনৰ ২৬ ডিচেম্বৰ তাৰিখে কলিকতাৰ ৱেলিংটন স্কোৱাৰত কংগ্ৰেছ মহাসভাৰ দ্বাত্ৰিংশৎ অধিবেশন বহে। এনী বেচাণ্ট আছিল সেই সভাৰ সভানেত্ৰী। লোকমান্য বাল গঙ্গাধৰ তিলকৰ সেই বুৰঞ্জী প্ৰসিদ্ধ ৰাজনৈতিক বীজ-মন্ত্ৰ "স্বৰাজ আমাৰ জন্মস্বত্ব" ই সকলোৰে অন্তৰত গাজি গুমৰি গিৰগিৰাই আছিল। বিলাতী কাপোৰ, বিলাতী বস্তু বৰ্জনেই আছিল স্বৰাজ লাভৰ প্ৰথম খাপ। সেই সময়ত তিলক ভাৰতৰ অদ্বিতীয় নেতা। তেওঁক কলিকতালৈ অনা হৈছিল বোম্বাইৰ পৰা স্পেচিয়েল ট্ৰেইনেৰে।

মোহনদাস কৰমচাঁদ গান্ধীও আহিছিল। মহাৰাষ্ট্ৰৰ বাল গঙ্গাধৰ তিলক, পঞ্জাব কেশৰী লালা লাজপৎ ৰায় আৰু বঙ্গদেশৰ বিপিনচন্দ্ৰ পাল এই তিনিও গৰাকী ৰাষ্ট্ৰীয় ধৰণীয়েই "লাল-বাল-পাল' নামলৈ ভাৰতৰ বসুমতী কঁপাই আছিল। মহাৰাষ্ট্ৰীয় পাগুৰিৰে সুশোভিত শিৰ, ডিঙিত মেৰাই লোৱা শেল লগোৱা দীঘল চেলেং আৰু স্বদেশী ধুতি-কুৰ্তা পৰিহিত গাৰে, যেই ত্ৰিমূৰ্তিৰে এজন বাল গঙ্গাধৰ তিলক সভা মণ্ডপত প্ৰৱেশ কৰিলে, সেই সভাঘৰ "তিলক মহাৰাজ কী জয়' জয় ৰবেৰে গোটেইখন নিনাদিত হ'বলৈ ধৰিলে। গান্ধীও প্ৰৱেশ কৰিছিল বুলিয়া পৰিচ্ছেদেৰেই। তেতিয়ালৈকে তিলকেই আছিল স্বাধীনতাৰ অগ্ৰদূত, গান্ধী সমাদৃত হৈছিল দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সত্যাগ্ৰহীৰূপে। কিন্তু শুক্লপক্ষৰ চন্দ্ৰৰ দৰে বাঢ়ি আহিছিল তেওঁৰ নিছিদ্ৰ নেতৃত্ব দক্ষিণ আফ্ৰিকাৰ পৰা ভাৰত ভূমিৰ ফালে। সেই বুলি, 'মহাত্মা গান্ধী কি জয়' ঘোষণাই সভাঘৰ নজনজনোৱাকৈ থকা নাছিল। ইয়াৰ প্ৰায় তিনি বছৰৰ পিচত মহাত্মাই যেতিয়া অসহযোগ আন্দোলনৰ

প্রবর্ত্তন কৰে, তেতিয়া কংগ্ৰেছৰ সভ্যসকলে তিলক-স্বৰাজ্য-ভঁৰাললৈ অন্ততঃ এটকাকৈ বৰঙণি দিয়া নিয়ম কৰা হৈছিল। মহাত্মাই উপলব্ধি কৰিছিল যে অগ্ৰবৰ্ত্তীজনক আগ-ভাগ দিহে পৰবৰ্ত্তী জনে যেই সেই কামত প্ৰবৃত্ত হোৱা যুগুত। গান্ধী-তিলকৰ কাৰ্য্যপন্থা তেল-পানীৰ দৰে প্ৰায় অমিল হৈয়ে আছিল; নাছিল কেবল লক্ষ্যত। বনিয়া বুদ্ধিৰ মহাত্মাই তিলকৰ প্ৰতিভা প্ৰতিপত্তিৰ প্ৰতি সন্মান জনাই আঁৰত জাপ দিব খোজা পৰীক্ষা-মূলক কাৰ্য্যপন্থাৰ বাট সুগম কৰিলে। দেখুৱালে—অৰ্চিত ন'হলে অৰ্চকজনৰ ঐতিহ্য কেতিয়াও ৰক্ষা নহয়।

তাৰ পিচত, কেবা বছৰো অতীতত লীন হ'ল। পৰাধীন ভাৰতীয়ৰ ৰাষ্ট্ৰীয় চিন্তাধাৰাৰ স্থিতিও সলনি হ'বলৈ ধৰিলে—একোবাৰ যদি কোবাল হৈ আহে, একোবাৰ আকৌ তৰ পৰে। উচ্চ কৰ্ত্তৃপক্ষৰ শাসন নীতি পৰিবৰ্ত্তিত হৈ আহিছিল যদিও, গান্ধীৰ খোপনি অলৰ অচৰ হৈয়ে আছিল। এনেতে সংঘটিত হ'ল জালিয়ানাবাগৰ হত্যাকাণ্ড আৰু ফেঁটীসাপৰূপী ৰৌলাট আইন। সেই বৰ্ব্বৰ আইন আৰু হত্যাকাণ্ডই ভাৰতত যি আগ্নেয়গিৰিৰ কুকুহা ফিৰিঙটি উৰালে তাৰে হোতা হ'ল মহাত্মা গান্ধী।

সেই অত্যাচাৰ আৰু আইনৰ প্ৰতিবাদ কল্লেই মহাত্মাই উলিয়াই দিলে অহিংস অসহযোগ আন্দোলন। তাৰ নাম শুনিয়েই সকলো চঁক খালে। কলিকতাত কংগ্ৰেছৰ বিশেষ অধিবেশন বহুৱাই অসহযোগ নীতি কাৰ্য্যকৰী কৰাৰ নিমিত্তে যি প্ৰস্তাব উত্থাপিত হৈছিল, তাৰ ঘোৰ প্ৰতিবাদ কৰিলে এনী বেচাণ্টে। তাতে দৰ্শক মণ্ডলী ইমান অগ্নিশৰ্ম্মা হৈ উঠিছিল যে কথমপি হে এনী বেচাণ্টৰ গাত হাত লাগিবলৈ নেপালে। গান্ধীয়েহে সেই দুৰ্যোগৰপৰা ৰাজনৈতিক কৰ্মীসকলক ৰক্ষা কৰিলে। গছ-পাতৰ টোপাল সৰা বাক্যেৰে ধীৰ-স্থিৰ শান্ত সৌম্য-মূৰ্ত্তি মহাত্মাই যেতিয়া প্ৰবোধ দিলে খং-ৰাগ উত্তে-জনাৰ দ্বাৰাই শত্ৰুক নিৰ্বাসন কৰিব নোৱাৰি, তেতিয়া হে হুলস্থুল শাম কাটিছে। সেই দিনাৰপৰাই গান্ধীজীৰ ব্যক্তিত্ব-মাহাত্ম্য আসমুদ্ৰ হিমাচল পৰ্য্যন্ত বিস্ফোৰিত হ'বলৈ ধৰিলে। আৰু যিসকলে গান্ধীৰ কৌশলপূৰ্ণ অসহযোগৰ নীতিত ব্যৰ্থতাৰ গোন্ধ পাইছিল, সেই সকলো লাহে লাহে অন্তৰ্দ্ধান হ'ল।

**কলিকতীয়া জীৱনৰ দুআষাৰমান :** গুৱাহাটীত মেট্ৰিক পাছ কৰি কলিকতাত পঢ়িবলৈ যোৱা বাবে মোৰ বহুত লাভ হ'ল। কলিকতাখন পৃথিবীৰ চানেকি।

ইয়াত সকলো দেশৰ মানুহ দেখিবলৈ পায়। গুৱাহাটীত পঢ়া হ'লে, মনটো চুক ভেকুলীৰ দৰে হৈ থাকিলহেঁতেন। ইয়াত পোহৰ দেখিলোঁ। কলেজতো ভাৰতৰ বহুত ঠাইৰ ল'ৰাৰ লগত চা-চিনাকি হ'লোঁ। চীলন (লঙ্কা), কুৰ্গ, ট্ৰাভাঙ্কুৰ, অমৃতসৰৰ ল'ৰাও মোৰ সহপাঠী আছিল। অমৃতসৰৰ এটি ল'ৰাৰ সৈতে হে সদায় তৰ্ক। সি এদিন কৈছিল, 'আজিলৈ আমাৰ তৰ্ক সামৰিলোঁ। ইম্পীৰিয়েল কাউন্সিলত মেম্বৰ হৈ আকৌ তৰ্ক আৰম্ভ কৰিম-দেই।' সেই লৰাটি বৰ চোকা আৰু অমায়িক আছিল। কলিকতা এৰি যোৱাৰ পিচত, ঘৰত মৃত্যু হ'ল বুলি শুনিলোঁ। শিলচৰৰ কামিনী কুমাৰ চন্দৰ পুতেক অশোক চন্দও মোৰ সহপাঠী আছিল। ক্লাছৰ আটাইবিলাক ল'ৰাই চুৰিয়া পিন্ধি যায়। তেতিয়া জোতা বুলিবলৈ সৰহৰে নাই—স্লিপাৰ বা চটি জোতাজোৰ পিন্ধিয়েই ক্লাছ কৰেগৈ। চন্দই হে কেৱল টাই-চাই মাৰি ফিট্‌ফাট হৈ পুৰা চাহাবটো হৈ যায়। বাপেক কামিনী চন্দ ইম্পীৰিয়েল বা ইণ্ডিয়ান লেজিছলেটিভ কাউন্সিলৰ সদস্য দেখিয়েই পুতেকে আভিজাত্য গৌৰৱ কৰি ফুৰে। মুখত চিলটিয়া কথা ওলায় বুলি চন্দৰ মনত বৰ ভয়। সেইদেখি সি ইংৰাজীৰে কথা বতৰা পাতিছিল।

কলিকতা পালত চাৰিং—শিৱসাগৰ-যোৰহাটৰ নীতি-নিয়ম সকলো ভঙ্গ হ'ল। কেৱল থাকিল মজিয়াত ভাত খোৱাটো। কলিকতাতো চাহাবীয়ানা নাই। বঙালী কেৰেণী মহৰী আৰু ব্যৱসায়ী বিলাকৰ প্ৰায়েই ধৰণ-কৰণ ভাৰতীয়। ডাঙৰ ডাঙৰ অফিচাৰ বিলাকে হে ইওৰোপীয় পোছাক পিন্ধিছিল। বঙালীৰ গোসাঁনী ভক্তি দেখি আচৰিত হৈছিলোঁ। কালী-পূজা—দুৰ্গাপূজাত বৰ আস্তিকেৰে বঙালীয়ে বলি বিধান দিছিল: তিৰোতাসকল যে অতি ধৰ্ম্মপৰায়ণ। ব্ৰাহ্ম সমাজত চাহাবী ধৰণেৰে—গীৰ্জ্জাঘৰৰ দৰে, উপাসনা কৰা হৈছিল। কলিকতা হেন চহৰত থাকিও বঙালী তিৰোতাবিলাকে হিন্দুৰ সকলো নীতি-নিয়ম মানি চলিছিল। বাৰটা মাহত তেৰটা পৰ্ব্ব আছিলেই।

মেছ-হোষ্টেলত থাকোঁতে আমি কোনেও বাটী পাই ভাত খোৱা নাছিলোঁ। মজিয়াত কাঁহীবাটি লৈ, ভাত খাইছিলোঁ। উৰীয়া বামুণ ঠাকুৰে ভাত বাঢ়িছিল কিন্তু ঠাকুৰৰ এটি সজ দেখিহে আচৰিত হৈছিলোঁ। সেইটো হৈছে—সিহঁতে বাটী পাই ভাতৰ চকৰ আখাত কয়লাৰ জুই জ্বলায়েই ভাতপানী বাঢ়ে আৰু গা ধুই আহি আমাক খাবলৈ বিলাই দিয়ে। আমি

হ'লে কেতিয়াও বাহী-গাই ভাত নেখাওঁ। আমাৰ টেঙা নহ'লে নচলে, মাজে-মাজে খাবো লাগে। বঙালীয়ে কিন্তু টুক বুলি স্বকীয়াকৈ টেঙাৰ জোল অলপ মান খায়—আমাৰ দৰে মাছৰ আঞ্জাত টেঙা দি নেখায়। মাছত সদায় জলা। মাহৰ আঞ্জাও (ডাইল) পনীয়া আমাৰ দৰে হাতত লাগি যোৱাকৈ নেখায়—অৱশ্যে গৃহস্থী ঘৰৰ কথা স্বকীয়া। জমিদাৰ এঘৰৰ বিয়া খাবলৈ যাওঁতে, বঙালীৰ হৰেক-ৰকমৰ ভজা-তৰকাৰী, জোল-আঞ্জা দেখি আমাৰ খোৱা যে কেঁচা বা অলপীয়া বা মা-মছলা নিদিয়া—তাক বুজিব পাৰিছিলোঁ। ভোজ, বিয়া বা অন্যান্য উৎসৱত বঙালীৰ খাৱনটো সঁচাকৈয়ে ব্যাঘ্ৰখাৱন। এই খোৱাৰ বিষয়ে তেওঁবিলাকৰ মাজত এটি প্ৰৱাদ আছে। প্ৰবাদটো এই—

"হা হা দেয়ং
হু হু দেয়ং
দেয়ঞ্চ কৰকম্পনে
শিৰষঃ চালনেপি দেয়ং
ন দেয়ং ব্যাঘ্ৰ জম্পনে"

ইয়াৰ ব্যাখ্যা এই :—ভোজ-উৎসৱত বঙালীয়ে খাবলৈ বহোঁতে মজিয়াত বা খলাত আমাৰ দৰেই শাৰী পাতি বহে আৰু আগে আগে একোখন জেদুপাতৰ নিচিনা মৰলীয়া গছৰ পাত পাৰি দিয়ে (কলগছ পাবলৈ নাই দেখি কলপাত দিয়া নহয়, সেই বোৰকে হোগলাৰ পাত নে কৌপাত বোলে হ'ব পায়)। পোনেই বিলনীয়াই পাতত বেজেনাভজা একোভোখৰ পেলাই যায়। তাৰ পাচত লুচি দুখন দিয়ে; বানমলাত ৰসগোলা, সন্দেশ, দৈ গাখীৰ 'টক' আদি বিবিধ উপাদেয় বস্তুও থাকে। লুচি দুখন খোৱা হ'লে বিলনীয়াই সোধে—"আৰু দিম নেকি?" খাওঁতাজনে "হাঃ হাঃ" বুলি কয়। হাঃ হাঃ বুলি ক'লেই বিলনীয়া জনে জানিব লাগিব যে তেওঁৰ পাতত দুখনমান লুচি পেলাই থৈ যাব লাগে। সেই অনুসৰি দুখন লুচি পেলাই থৈ যায়। আকৌ ঘুৰি পাকত সোধেহি "আৰু কিবা দিম নেকি"—খাওঁতা-জনে, এই হুঃ হু; এইবুলি কয়। সেই দৰে ক'লেও বিলনীয়াই দুখনমান পেলাই থৈ যাওক বুলিয়েই বুজায়। বিলনীয়ায়ো তাকে কৰে। সেই কেইখন খাই এঁহোৱাৰ পাচত আকৌ যেতিয়া কিবা দৰ্কাৰ হব নে কি সুধিবহি তেতিয়া পাতত বহাজনে "না না" বুলি হাতৰ ঠাৰ (হাত-জোকাৰ)

দিয়ে। তেতিয়া বিলনীয়াই আৰু দুখনমান পেলাই থৈ যাবলৈকে যেন কোৱা হৈছে—এনেটো বুজি বিলনীয়াই আৰু খনদিয়েক পেলাই থৈ যায়।

সেই কিথন টুকালে আকৌ বিলনীয়াই যেতিয়া—"আৰু দিম নে" বুলি সোধেহি। তেতিয়া খাওঁতাজনে কপালত থপৰিয়াই "নেলাগে" বুলি কব। তথাপি জানিব লাগিব যে তেওঁক আৰু দুখনমান লাগে। মনে জানিয়েই বিলনীয়াই দুখনমান পাতত পেলাই থৈ যায়। লগত উপচাৰো অলপ-অচৰপ দি যাব। তাৰ পাচত বিলনীয়াই আকৌ পাক মাৰি "খনচেৰেক দিওঁ" বুলি দুখনমান যাচিবহি। তেতিয়া একেবাৰে বাঘে গৰাহ মাৰি ধৰাদি খাওঁতাজনে পাতখনৰ "ব্যাঘ্র জম্পন" দি ঢাক মাৰি ধৰিব। যেতিয়া বিলনীয়াই বুজিব লাগিব যে এওঁক পালেগৈ, আৰু দিব নেলাগে। সিমানতে নিমন্ত্রণ খাওঁতা জনৰ খাৱন পৰ্ব্ব শেষ পৰে। এনেকুৱা পেটুক দেখিয়েই বঙালীক খকুৱা বুলি আটায়ে হাঁহে আৰু "হা হা দেয়ং ইত্যাদি বচনযাৰ মাতে। সঁচাকৈয়ে 'ৰসগোল্লা' বুলিলে বঙালী মৰিব পাৰে। ঘৰত এপেটকৈ খাই গ'লেও, ক'ৰবাত ৰসগোল্লা পালে এক ডজনমান আকৌ পেটলৈ সুমাবই। পূৰবঙ্গৰ 'বাঙাল'তকৈ পছিম বঙ্গৰ "বাঙালী"ৰ 'ৰসগোল্লা' প্রীতিটো বেচি। "বাঙালে" জলকীয়াৰ (লঙ্কা) জাল হে বেচিকৈ খায়।

"বাঙালী"বিলাক চুটি-চাপৰ, পেটুৱা আৰু ধুনপেঁচ মৰাত পকা। বিশেষ-কৈ বৰ্দ্ধমান আৰু মেদিনীপুৰীয়া, শাস্তিপুৰীয়া পণ্ডিতসকল বৰ বিলাসপ্রিয়। শান্তিপুৰীয়া বামুণ মাত্রেই পণ্ডিত। "বাঙালী" বৰ হুজুগপ্রিয়—কথা বেচি কোৱাত পাৰ্গত। পূবৱঙ্গৰ 'বাঙাল'বিলাকে গৰ্ব্ব কৰে বোলে, ৰবি ঠাকুৰৰ বাহিৰে চাৰ পি চি ৰায়, ব্রজেন শীল, বঙ্কিম চাটুৰ্জ্জী আদি সকলোৱেই পূৱবঙ্গৰ। বঙ্গভঙ্গ আন্দোলনত "বাঙাল" বৰিশালৰ মানুহেই আগভাগ লৈছিল —অশ্বিনীকুমাৰৰ নাম আজিও জলি আছে। সুৰেন্দ্র বানাৰ্জ্জীয়ে তাত হে বোলে বৰ নাম কৰিলে। যশোহৰৰ শিশিৰ কুমাৰ ঘোষ, আৰু মতিলাল ঘোষে 'অমৃত বাজাৰ' পত্রিকা উলিয়ায়।

কালীঘাট, পৰেশ নাথ মন্দিৰ, বেলুড় মঠ, ইডেন গাৰ্ডেন, জু গাৰ্ডেন, মিউজিয়ম—ইত্যাদি কলিকতাত চাবলগীয়া সকলো ঠাই চাইছিলোঁ। পৰেশ নাথ মন্দিৰ যিমান পৰিস্কাৰ আৰু ধুনীয়া, কালিঘাট সিমান লেতেৰা আৰু আপচু। কালীঘাটত একো শৃঙ্খলাও নাই। বেঙ্গল এচিয়াটিক চচাইটিত তেতিয়া জন জেন মেলন নামেৰে এজন জাৰ্মান লাইব্রেৰীয়ান আছিল।

তেওঁ অনুগ্ৰহকৈ মোক অসমীয়া, পুথি-পাঁজিবোৰ দেখুৱাইছিল। নৌভিল চাহাবে পোৱা বিষ্ণুনামৰ পুথিখন তাতে পাওঁ। মেনন চাহাবৰ সৌজন্যত বহুত আপুৰুগীয়া পুথিও চাবলৈ পাওঁ।

ৰাতিপুৱা হুগলীত (গঙ্গাত) মাৰোৱাৰী আৰু বঙালী বিধবা বিলাকে স্নান কৰা দৃশ্যও পাহৰা নাই। মাৰোৱাৰী বিলাকে জাত লগাই লগাই দীঘলীয়া সুৰেৰে স্তব-স্তোত্ৰ পাঠ কৰি আছে। হাওৰা ব্ৰিজ, হাওৰা ষ্টেচন চাবলগীয়া বস্তু। চন্দন নগৰলৈও গৈছিলোঁ। কেৰী মাৰ্চমেন চাহাব আৰু অসমীয়া আত্মাৰাম শৰ্ম্মাই পোনেই বাইবেল ভঙা-ঠাই শ্ৰীৰামপুৰো চাইছিলোঁ গৈ। বৰ্দ্ধমান-সুন্দৰবনলৈও গৈছিলোঁ।

আদি ব্ৰাহ্ম সমাজৰ 'মাঘোৎসৱত' আমি সকলো অসমীয়া ল'ৰাই যোগ দিছিলোঁ। যতীন্দ্ৰনাথ দুৱৰাই নিমন্ত্ৰণী পত্ৰ দিয়াইছিল। নিমন্ত্ৰণী পত্ৰ দুবিধ আছিল। এবিধ বগা—এবিধ ৰঙা। ৰঙা পত্ৰ থাকিলে তলত (চৌতালত) বহিবলৈ পায়, বগাপত্ৰ থাকিলে ওপৰত বহিবলৈ পায় আৰু চাহ-জলপান খাবলৈ পায়।

অসমলৈ আহিবলৈ হ'লে দুপৰীয়া ডেৰ বজাত আসাম মেইলত উঠিব লাগে, নাইবা ৩।। বজাত দাৰ্জ্জিলিং মেইলত আহিব লাগে। চান্তাহাৰ-লৈকে ডবল গজ। চান্তাহাৰতে ৰেল সলনি কৰিব লাগে। তাৰপৰা একেবাৰে আমিনগাঁৱত নামিবহি পাৰি। দাৰ্জ্জিলিং মেইলৰ বেগ ঘণ্টাত ৪৮ মাইল, বাকীবোৰ ২৫/৩০ মাইললৈকে চলে। ৰানাঘাট, ঈশ্বৰদি এই বোৰেই ডাঙৰ ষ্টেচন। কনছেচনত আহিলে দাৰ্জ্জিলিং মেইলত আহিবলৈ নিদিয়ে—আসাম মেইলত পাৰি।

১৯২৬/১৯২৭ চনত ৩৭ নং হেৰিচন ৰ'ডত থকা ''আসাম হ'মত'' থাকোঁহি। তাতে লক্ষ্মীনাথ ফুকনো আছিল। আমাৰ দুয়োৰে কোঠা এটা। দুয়ো কৰলৈ গ'লে যোত্ৰহীন। অৰ্থাৎ কলিকতাত কোনোমতে হে "মেছৰ" টকাকিটা দিব পাৰিছিলোঁ। আমাৰ মুখৰে পানৱালা এটাৰপৰা সদায় ভাত খাই উঠি কেঁচি মাৰ্কা চুৰত খাওঁ। চুৰটৰ গোটে পইছা পেকেতে দুঅনা। বাকীকৈ খাওঁতে খাওঁতে তাতো ৬ টকা মান ধাৰ লাগিল। এদিন ভাত খাই উঠি চুৰট আনোগৈ বুলি সেই দেহুৱালী পানৱালাটোৰ ওচৰলৈ গলোঁ। সি চুৰট যে নিদিলেই, বাকী টকা আদায় নকৰা বুলি ভেকাহিহে লগালে। আমি আৰু ভাতৰ মুখেই থাকিলোঁ। এদিন আমি

চুয়ো ভাত পানী খাই উঠি, মুহদি নকথাকৈ শুদা মুখে বহি আছোঁ, এনেতে, অনাভুৱাকৈ ল'ৰা এটি ওলালহি। ল'ৰাটোৰ নাম যোগেশ্বৰ। তেওঁ হিন্দীৰে সুধিলে, "এইঠু আচাম মেছ হেয় ?" আমি হয় বুলি ক'লত সিও অসমীয়া বুলি ক'লে। অসমীয়া হ'লেও, তাৰ মুখত অসমীয়া নোলায়। হিন্দী হে কয়। সিনো সেইখিনি কেনেকৈ পালেহি বুলি সুধিলত সি ক'লে, 'মই জাহাজৰ খালাছী। মই অহা জাহাজখন বুটিছৰ আৰু কলিকতাতে কেইদিন মান থিৰাব। এই সুযোগতে ময়ো কলিকতাত থকা অসমীয়া মানুহ লগ পাওঁ বুলি এইফালে অসমীয়া মানুহৰ অনুসন্ধান লবলৈ আহিলোঁ। সিটো ফুটপাথেদি গৈ থাকোঁতেই, আপোনালোকৰ মেছত মেলি থোৱা অসমীয়া ফুলাম গামোচা খনদিয়েক দেখি ভাবিলোঁ—এইটো নিশ্চয় অসমীয়া মানুহৰেই ঘৰ হ'ব লাগে। এই বুলি সোমাই আহিয়েই আপোনাসকলক পাইছোঁহি।" আমি আৰু লাজ কাজ কাটি কৈ তাক কলোঁ— "আমাৰ হাতত পইচা এটিও নাই, তোমাক চাহ এটোপাও খুৱাব নোৱাৰোঁ।" সেইদিনা সি গুচি গ'ল।

পাচদিনা আকৌ আহিল। সেইদিনা সিজোৱা ৰৌ-মাছৰ মূৰ এটা টোপোলা বান্ধি লৈ আহিছে। আমাৰ আগত থিয় হৈয়েই সি মেজতে ঘপক্ কৰে টোপোলাটো পেলালে আৰু কেঁচিমাৰ্কা চুৰট বাৰ টেমা (পেকেট) উলিয়াই দি ক'লে, "এয়া চুৰট খাওক। মই নেখাওঁ। আপোনালোকলৈ হে আনিছোঁ।" তাৰ কাণ্ড-কাৰখানা দেখি আমি অবাক। ল'ৰাটোৰ মূৰৰ চুলিখিনি গুৰিতে কটা। তাৰ নাম সুধিলত যোগেশ্বৰ বুলি ক'লে। দেউতাকৰ নাম সোমেশ্বৰ অধ্যাপক—চিলাবন্ধাত ঘৰ (নগাঁৱৰ)। জাহাজত মুছলমান নহ'লে হেনো খালাছী কাম কৰিবলৈ নিদিয়ে। সি সেই দেখি মুছলমানী নাম কৈয়ে জাহাজত সোমাল। খালাছীবোৰে যেতিয়া নামাজ পঢ়ে, সিও বোলে লগতে বহা-উঠা কৰে। শুবৰ সময়ত লগুণ ডালত ধৰি গায়ত্ৰী জপ কৰে।

ল'ৰাটো বৰ এডভেন্‌চাৰাচ—সি সুকুৰা, নোযোৱা ঠাই নাই। ৮ বছৰ মান বয়সতে ঘৰৰপৰা পলাই আহিল। বাপেকে ধৰি বান্ধিও নিব নোৱাৰিলে। সি যোৰহাটত চন্দ্ৰধৰ বৰুৱা, কে কে বৰুৱা, বি. এ জগন্নাথৰ ঘৰত ভাত বান্ধনি আছিল। তাৰ পৰা বৰ্মালৈ গৈ, ইলেকট্ৰিক অফিচত কাম কৰি, কোচ বেহাৰ, বোম্বাই, অমৃতসৰ, মাদ্ৰাজ, কলিকতা—এটাইবোৰ

ঠাই ভ্ৰমিলেগৈ। জাহাজৰ খালাচী হৈ জাহাজতে লণ্ডন, টকিঅ'ও পাইছিলগৈ। তাৰ এই অদ্ভুত দুঃসাহসিকতাপূৰ্ণ জীৱনী এতোখৰ লেখি মোক দিছিল আৰু ডাকঘৰত জমা হোৱা টকাৰ পাছ বুক এটাও দিছিল। টকা ৩০০ আছিল। কিন্তু সি যে সেই আমাক দেখা দিলে, তাৰপৰা আৰু একো উৱাদিহকে নেপালোঁ।

# ষষ্ঠ পৰ্ব্ব

## প্ৰথম অধ্যায়

**ঘৰলৈ ওলটা আৰু জাঁজী হাইস্কুলত মাষ্টৰী :** ১৯২১ চনৰ এপ্ৰিল মাহত কলিকতাৰ পৰা ঘৰলৈ উলটিলোঁ। বি-এ পাছ কৰা নহ'ল। বিশেষ পঢ়া শুনাও নহ'ল। গান্ধীৰ বক্তৃতা শুনি মন মতলীয়া হ'ল। ঘৰলৈ আহি নন্‌-ক'-অপাৰেশ্যন আন্দোলনত যোগ দিলোঁহি। পোনেই আহিয়েই জাঁজী হাইস্কুলত মাহে ৩০্ টকা দৰ্মহাত মাষ্টৰী কাম এটা লওঁ। স্কুলৰ চেক্ৰেটৰী আছিল হেমনাথ শৰ্ম্মা আৰু হেড্‌মাষ্টৰ আছিল নগাঁৱৰ টঙ্কেশ্বৰ শৰ্ম্মা। তাৰ আগতে সেই স্কুলত যোৰহাটৰ লক্ষেশ্বৰ বৰুৱা আৰু বৰপেটাৰ হৰেন্দ্ৰ নাথ শৰ্ম্মাই হেডমাষ্টৰী কৰি গৈছিল। মই কাম লওঁতেই বৰুৱা হেড্‌মাষ্টৰ আছিল। দুদিনমানৰ পিচতে টঙ্কেশ্বৰ শৰ্ম্মা আহিল। শৰ্ম্মা হ'ল চেনিজান বাগিছাৰ প্ৰোপ্ৰাইটৰ আৰু মোৰ জেঠেৰি পদ্মনাথ শৰ্ম্মাৰ জোঁৱায়েক।

১৯২১ চনৰ ১৭ নভেম্বৰ তাৰিখে বম্বেত প্ৰিন্স অব্‌ ৱেলচে জাহাজৰ পৰা নামি ভাৰতত ভৰি দিয়াৰ কথা। কংগ্ৰেছৰ আদেশ আছিল—সেই-দিনা সকলো স্কুল-কলেজ-কাছাৰী বন্ধ ৰাখি আমাক স্বৰাজ নিদিয়া বাবে বেজাৰৰ ভাৱ প্ৰকাশ কৰিব লাগে। পোনপটীয়াকৈ ক'বলৈ হ'লে, সকলো অনুষ্ঠান সেইদিনা 'বয়কট' কৰিব লাগে। ১৬ তাৰিখেই মই ল'ৰাবিলাকক কৈ আহিলোঁ—কাইলৈ তোমালোক স্কুললৈ নাহিবা—আহিলেও ক্লাছ নকৰোঁ বুলি স্কুলৰপৰা ওলাই যাবাহঁক। মোৰ কথা মতেই ১৭ তাৰিখৰ দিনা কাম হ'ল। মৰাণ গাঁৱৰ মেধাৱী ছাত্ৰ শ্ৰীমান জনাৰ্দ্দন আচাৰ্য্য, বসন্ত বৰঠাকুৰ, কনক ফুকন, নাৰায়ণ গগৈ, মোহন শৰ্ম্মা, চন্দ্ৰ চক্ৰৱৰ্ত্তী, যজ্ঞেশ্বৰ বৰুৱা, প্ৰছাদী, বলোৰাম চলিহা আৰু বহুত ছাত্ৰই জয়ধ্বনি কৰি স্কুললৈ অহা বাকী ল'ৰাবিলাকক‌কো আঁতৰাই লৈ গ'ল। জাঁজী স্কুলৰ শিক্ষকসকল পেটে পেটে কংগ্ৰেছ ভক্ত যদিও, চৰ্কাৰে স্কুল বন্ধ কৰি দিয়াৰ ভয়ত, বাহিৰে, স্কুল কম্পাউণ্ডত ঘুণাক্ষৰেও গান্ধীৰ নাম উচ্চাৰণ কৰিবলৈ দিয়া

নহৈছিল। আন কি, তাত যিখন শনিবৰীয়া তৰ্কসভা বহিছিল তাত মই "Who is the greatest man in the world today" বুলি বিষয় এটা আলোচনা কৰিবলৈ দিওঁতে সেইটোৰ প্ৰসঙ্গত কেনেবাকৈ গান্ধীৰ নাম ওলায় বুলি, তৰ্ক সভাৰ চেক্ৰেটাৰী ভিম্বেশ্বৰ বৰ কাকতীয়ে (এওঁৰে মৰে একেলগে মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰিছিলোঁ।) সভাকে বন্ধ কৰি দিলে। তেওঁ কিন্তু পেটেসমন্বিতে গান্ধীৰ নাম ল'বলৈ ভাল নেপাইছিল।

১৭ তাৰিখে যিবোৰ ল'ৰা ক্লাছৰপৰা ওলাই গৈছিল, সেইবোৰক হেড্‌মাষ্টৰে আঠ অনা আঠ অনা জৰিমনা কৰিলে আৰু জৰিমনা নিদিলে নাম কাটিব বুলি ভয়ও দেখুৱালে। মেনেজিং কমিটি বহিলত মই ক'লোঁ, "সিইঁতক আঠ অনাকৈ জৰিমনা কৰাটো অন্যায় হৈছে—যদি নিতান্তই কৰে এক অনাকৈ কৰিব পাৰে। মোৰ বিবেচনাৰে জাতীয় স্বাৰ্থত ক্লাছ নকৰা বাবে জৰিমনাৰ পৰা ৰেহাই পোৱা উচিত।" মোৰ কথা নৰজিল। এক অনাকেই অৱশ্যে ৰাখিলে। সেইদিনাই মই এমাহৰ 'নটিছ' দি স্কুলৰপৰা বিদায় লবলৈ স্থিৰ কৰিলোঁ। আৰু স্কুল এৰিয়েই আক্সুৱাৰীত 'ৰবঘৰ' সোমালোঁ গৈয়ে। স্কুললৈ যাওঁতে আহোঁতেই ফুলপানীছিগা, পুৰণিমেলীয়া, বাহৰতি আৰু মৰাণ গাঁৱত সভা পাতিছিলোঁ। 'বদন বৰফুকনৰ' গীত মাতি সভালৈ মানুহবোৰ চাপ খুৱাইছিলোঁ। বৰুৱা গাঁও, চাওডাং গাঁও, কঠালবৰীয়া গাঁও—এই বোৰতো মিটিং হৈছিল। সেই সময়ত কৃষ্ণনাথ শৰ্মাই (হেমনাথ শৰ্মাৰ ভায়েক, মোৰ সহপাঠী) গা দেখাদি মুকলি ভাৱে জাঁজী অঞ্চলত কংগ্ৰেছৰ কাম কৰিছিল। জাঁজীৰ নিৰঞ্জন ভট্টাচাৰ্য্য, দেবেশ্বৰ বৰঠাকুৰ (এখেতৰ পুতেক হিতেশ্বৰ জাঁজী স্কুলৰ মাষ্টৰ আছিল), ভদ্ৰকধৰ খাউণ্ড, গঙ্গেশ্বৰ বৰপূজাৰী, ধৰ্ম্মেশ্বৰ বৰুৱা প্ৰভৃতি বহুত লোকে মনে মনে কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্যত নথৈ সহায় কৰিছিল। সেই সময়ত কংগ্ৰেছৰ কল্পনাটো সোণৰ সোলেং হোৱাদি হৈছিল। ভৱিষ্যত কি হ'ব কোনেও একো ভবা নাছিল—মাত্ৰ ভাবিছিল বৃটিছৰ শাসন ধ্বংস হ'ব লাগে। জাঁজীত জাতীয় জাগৰণৰ জুইকুৰা ইমান জলিছিল যে তাৰ হাইস্কুলৰ ছাত্ৰ-মাত্ৰেই একো-একোটি স্বাধীনতাৰ জুই আজলি। শিক্ষা বিভাগ আৰু পুলিছ বিভাগৰ মানত জাঁজী স্কুল আৰু জাঁজীবাসী ৰাইজ বিদ্ৰোহী বুলি চকুৰ কুটা দাঁতৰ শাল হৈছিল।

ঘৰৰপৰা জাঁজী স্কুললৈ সদায় খোজ কাঢ়িয়েই অহা-যোৱা কৰিছিলোঁ। গোপাল চন্দ্ৰ কটকীয়ে হে তেতিয়া চাবিডত 'চনবীম' চাইকেল এখন লৈছিল

তাকো কোনোবা বাগিছা চাহাবৰপৰা কিনা, ওথ। উঠিলে, মই কটীয়া মানুহ প্ৰায়ে পৰোঁ। শিৱসাগৰত থাকোতে, চণ্ডেশ্বৰ নাওবৈছা ফুকনৰ ওথ বাইচাইকেলখন, জোনাক নিশা মনেমনে নি গোহাঞীদেৱে (দেউৰ পুতেক) মযে ফুকন নগৰৰ ওচৰত মেটেকাঘাটৰ হেলনীয়া বাটত শিকি থোৱা বাবে গোপাল কটকীৰ চাইকেলখন চলাব পাৰিছিলোঁ। বামুণৰ পুখুৰী বা টিয়কৰ ফালে যাবলগীয়া হ'লে, স্কুল ছুটী হোৱাৰ পিচত, সেই চাইকেলকে লৈ ঢৌতে খৰ মাৰি কংগ্ৰেছৰ সভা একোখন পাতি আহোঁগৈ। কটকীয়ে কেতিয়াবা হে চাইকেল দিয়ে। এদিন আমগুৰিৰপৰা আহোঁতে ম'ৰাবজাৰ মুছলমান গাঁৱৰ ওচৰতে নগা আলিত লুটি খাই পৰিলোঁ। তেতিয়াৰপৰা আৰু কটকীৰ চাইকেল নোখোজা হলোঁ।

ঘৰত মোৰ সৰু ভাই শ্ৰীমান প্ৰহাদে সৰু দোকান এডুখৰি দিছিল। তাতে লোণ-তেলৰ খৰছটো ওলাইছিল। দেউতাই একো কৰিবই নোৱাৰে। সি যি কি নহওক, মোৰ পিচৰটো ভাই শ্ৰীমান ধৰ্ম্মেশ্বৰে তেতিয়া দৰং জিলাৰ বাহীপুখুৰী বাগিছাত কেৰাণী কাম কৰিছিল। সিয়েই মাহে ১৫।২০ টকা পঠিয়াই ঘৰৰ বাজহি-ভতহি মাৰিছিল। খেতি-পথাৰ পূজা-শৰাধ সকলো নিয়ম মতেই কৰা হৈছিল। বুঢা হ'লত গ্ৰহণী হোৱা বাবে দেউতাই কানি খাইছিল। বালি গাঁওবুঢাই দোকানৰ পৰা আনি দিছিল।

খনিকৰ গাঁও, চমুৱাখনিকৰ, পুৰণি মেলীয়া, বাকৰতি—এইবোৰ গাঁৱত বঢ়া পাতি ভাওনা কৰিছিল। সেই ভাৱনাতো ৰাতি-ৰাতি গৈ কংগ্ৰেছৰ বক্তৃতা দিছিলোঁ। হাইজৰ মন একেবাৰে মহাৰাণীতে মজি থকা বাবে কংগ্ৰেছৰ ফালে মোটোকাই অনাটো অতি দুঃসাহসিকতাৰ কাম হৈ পৰিছিল। কেতিয়াবা গালি যি খাইছিলোঁ তাৰেই নে মাৰো খাইছিলোঁ।

**যোৰহাটত মহাত্মা গান্ধী :** ১৯২১ চনৰ ২৪ আগষ্টৰ দিনা যোৰহাটত গান্ধীৰ ঐতিহাসিক পদাৰ্পণ হয়। এই দিনাই শিৱসাগৰ জিলাৰ ৰাইজে পোন প্ৰথমেই মহাত্মাক দৰ্শন কৰিবলৈ পায়। মহাত্মাক বিদেশী চৰ্কাৰ বিৰোধী বুলি চৰকাৰৰ অনুগত কিছুমান মানুহে গান্ধীৰ যোৰহাট আগমনটো ভাল পোৱা নাছিল। বিশেষকৈ সেই চৰকাৰতকৈও বলী আৰু ক্ষমতাপন্ন 'প্লেণ্টাৰ্চ ৰাজে। চাহ বাগিচাৰ চাহাব বিলাকৰ ৰাজত্বই গান্ধীৰ নামত জুইতো কুটা এডাল নিদিছিল। বৰং বিমান পাৰে গান্ধীৰ কাৰ্য্যপন্থাত কাঁইট হে পুতিছিল। এই

দেখি মহাত্মাৰ নিৰ্বিবাদ যোৰহাট আগমন অসমৰ ৰাজনৈতিক বুৰঞ্জীত এটি নোহোৱা-নোপজা ঘটনা।

তেতিয়া যোৰহাটৰপৰা মৰিয়নী-ভিতৰৱৈলে ৰেলগাড়ী এখন চলিছিল। গান্ধী অহা ৰাতিৰিটো বিজুলী বেগেৰে বিয়পি পৰাত ৰেলখন চৰ্কাৰী অৰ্থাৎ গৱৰ্ণমেন্টৰ গুচি ৰাইজৰ হ'ল। গান্ধীক চাবলৈ অহা মানুহৰ ইমান হেঁচা টেপা হৈছিল যে ৰেলগাড়ীৰ বাহিৰে-ভিতৰে চালে-বাৰেও ঠাই খাই এটাইবোৰ ওলমি বা থিয় হৈ আছিছিল। চৰ্কাৰী আইন ভাঙিবলৈ কোনেও নোকোৱাকৈয়ে আৰোহী মাউখৰ হেঁচাত ৰেলৰ আইনখন আপোনা আপুনি ভাগি গৈছিল। মহাত্মাৰ আগমনে দেখুৱাই দিলে যে—মাউখে উঠিলে গুড়ি পকৰাৰো মৰণ নাই। ৰাইজ নিৰাখিত হ'লেও, একমত হ'লে গৱৰ্ণমেন্টৰ কটকটীয়া আইন আৰু অত্যাচাৰ ফু-তে উৰাই দিব পাৰি।

সেই সময়ত য়ুৰোপীয় চাহ খেতিয়ক বিলাক উজনি অসমৰ একো একোজন স্বয়ম্ভু ৰজাই আছিল বুলিব পাৰি। বিহাৰ আৰু দক্ষিণ আফ্ৰিকাত গান্ধীয়ে কেনেকৈ বৃটিছৰ গৰ্ব খৰ্ব কৰিলে সেই কথা বাতৰি-কাকতত পঢ়ি আৰু মানুহৰ মুখে শুনি তেওঁবিলাকৰ গাত জলপ কঁপনি উঠিয়েই আছিল। এতিয়া সেইজন বৃটিছ গৰ্ব নিস্দন সোঁ শৰীৰেৰে যোৰহাটলৈ আহি তেওঁবিলাকক বা কি কৰে এই ভাবি সকলোৰে ভৰ-দ বায়-দ লাগিল। কিন্তু কি আচৰিত গান্ধীৰ শবদতে তেওঁবিলাক কেচুঁৰ দৰে কোঁচ মোচ খাই গ'ল।

এতিয়া য'ত যোৰহাট ষ্টেডিয়াম বা আৰেংপথাৰ আছে তাতে গান্ধী পুৰণি ৰাজনৈতিক অনুষ্ঠান 'সাৰ্ব্বজনিক সভা' আৰু যোৰহাট মিউনিচিপেলিটিয়ে দুখন আদৰণি-পত্ৰ দি গান্ধীক স্বাগত সম্ভাষণ জনায়। এই দুখন মানপত্ৰ গান্ধীবাদত আস্থা থকাৰ চিন স্বৰূপ একোখন দলিল হৈয়ে থাকিব।

মানপত্ৰৰ সমিধানত মহাত্মাই অসহযোগ নীতিৰ যি আদৰ্শ, কাৰ্যকাৰিতা আৰু অৱশ্য পালনীয় তাক কঁহিয়াই বুজাই দিছিল। আৰু সেই বুজোৱা ভাষা ইংৰাজী হোৱা বাবে দেশভক্ত তৰুণৰায় ফুকনে পানী যেন কৈ তেজ উতলোৱা ভাষাৰে অসমীয়ালৈ ভাঙি দিছিল।

গান্ধীবাদ, গান্ধী দৰ্শন, গান্ধী নীতি আদি গান্ধী সম্পৰ্কীয় সকলো কথাকে ফুকনে ভাঙনিব চলতে কৈ গৈছিল। মানুহে আৰু বুজিবলৈ বাকী

নেথাকিল যে নিৰস্ত্ৰ ভাৰতবাসীৰ নিমিত্তে অহিংস অসহযোগৰ পন্থাই হে স্বাধীন হ'বৰ একমাত্ৰ অস্ত্ৰ।

**সমাজৰ লগত পিঠিয়াপিঠি ঃ** এবছৰতে স্বৰাজ পোৱাৰ আশাত ভোল গৈ গ্ৰেজুৱেট হোৱাৰ পকা কৰ্ড়িটো অৰ্থাৎ পকিবলৈ ধৰা কড়িটো কাটি পেলালোঁ। আৰু দেশোদ্ধাৰৰ ব্ৰত বুকুত বান্ধি কলিকতাৰপৰা চাবিওত সোমালোঁহি। সোমাই চাওঁ দেখোন ক'লা কাউৰীৰ মাজত মই বগা-কাউৰী ওলালোঁহি। যিখন গাঁৱত উপজি ডাঙৰ দীঘল হৈ গলোঁ, সেইখন গাঁৱেই মোৰ মানত আচহুৱা-আচহুৱা লাগিবলৈ ধৰিলে। ফুৰা-চকা, কথ'-বতৰা, খোৱা-বোৱা একোটোতে মন নবহা হ'ল। সমাজৰ লগতো অহি-নকুলৰ—কাৰো লগত বাহি নাহে। ভাবি চালে, নাহিবৰ কথাই। বাহী-গাই জল গ্ৰহণ কৰিলে যি ঠাইত পৰাচিত্ত হ'ব লাগে, তাত শুই উঠি বাহী-মুখতে চাহপানী খাবলৈ বিচাৰোতে, নৱগুণধাৰী ব্ৰাহ্মণৰ ল'ৰাই বট-কৰ্মশালী নহৈ ব্ৰহ্মবাদীৰ আচৰণ কৰোঁতে, বিহা-মেখেলা বেয়া বুলি বঙলুৱা শাৰী ভাল বোলোঁতে, চুৰিয়াখন মেৰাই মেখেলাকৈ পিন্ধিলেই মুছলমান নহয় বুলি উলটি ধৰোঁতে, মোমাই-তামুলী ৰৰবকৰাই পাতি খৈ যোৱা সমাজত এনে এজন কোনো নাছিল যি সেইবোৰ কাৰ্য্য অধৰ্মীৰ অন্তপালি বুলি নকৈ নেৰিছিল। এই দৰে ন-পুৰণি ভাবৰ লগত ঠেকাঠেকি লগা বাবেই কলেজ খেলোৱা ল'ৰাৰ লগত আমাৰ পুৰণি সমাজৰ সদায় পিঠিয়াপিঠি, সদায় ভেলপানী সম্বন্ধ। ১৯২১ চনলৈকে ইংৰাজী শিক্ষা আৰু ইংৰাজৰ আদৰ্শই আছিল গাঁৱলীয়া মানুহৰ লগত হলিগলি হোৱাৰ প্ৰধান অন্তৰায়। মহাত্মাই যেনিবা চকুৰ চামনি কাটি সেই অন্তৰায় গুচাই দিলে।

তথাপি, গাঁৱৰ মাজত কংগ্ৰেছৰ কাম কৰা মোৰ পক্ষে ভালুকৰ সাঙ্গী হোৱাদি হ'ল। যাৰ সহযোগ বিচাৰি চৰকাৰে সৈতে অসহযোগ কৰিবলৈ ওলাইছোঁ তাৰ লগতে দেখোন অসহযোগ। শুনিছিলোঁ, তিনটা কথা বোলে বৰ টান—ৰজাৰ আগত কথা কোৱা টান, মদাৰ গছৰ পাণ পৰা টান আৰু কাৰৈ-মাছ বছা টান। এতিয়া দেখিলোঁ—ইংৰাজী পঢ়ি বঙহৰ লগত মকহ মিহলোৱা তাতোকৈও টান।

ভালেমান দিন পকা-আলিত ফুৰি, বিজুলী বত্তিৰ পোহৰ লৈ, বাৰেবিধ মছলা দিয়া বঙলুৱা আহাৰে জিভাৰ তৃপ্তি লগাই, খোটমোচ নোহোৱা ধোবাই ধোৱা কাপোৰ পিন্ধি ভব্যগব্য হৈ ফুৰাৰ পাচত, বোকা পানীৰে

লুতুৰি-পুতুৰি হৈ থাকিবলগীয়া হোৱাত, আই-মাতৃয়ে বন্ধা কচু-ঢেকীয়াৰ ঢেংঢেঙীয়া পানীৰেই ভোজনত ৰুচি লগাবলগীয়া হোৱাত, মনত সদায় কিবা এটা নহয় কিবা এটা খৰো-খজো লাগিয়েই আছিল। এনেস্তে, সুবুদ্ধিটো ক'ৰপৰা ওলাল কব নোৱাৰোঁ, মোৰ অতিৰুচি নিমিলিল বুলিয়েই যে মইবৰ ভাব লৈ বাইজখনৰ লগত 'তুইঁতো এটা—মহো এটা হৈ থাকিম' সি কথা কেতিয়াও হ'ব নোৱাৰে। সহস্ৰ জন যেনি যায়, মইও তেনিয়েই যাব লাগিব। তেজ ধুলে উটে, মঙহ ধুলে ফুটে' বুলি এনেয়ে কৈছে নে? এনেবোৰ আগম-পুৰাণ ভাবি-চিন্তিয়েই শলে-মুলে ভৰিকে-বেঙেনাই মিলা দৰে দেশৰ ৰাজহোড গাঁৱলীয়া ধৰ্ম্মৰ লগতে লীন গলোঁ। প্ৰতিজ্ঞা কৰিলোঁ, "হয় তৰিম নহয় মৰিম। হয় অসহযোগেৰে স্বৰাজ লভি দেশ উদ্ধাৰ কৰিম, নহয় ৰাইজৰ সহযোগেৰে গাঁৱকে ৰৰনগৰ পাতিম"। এই প্ৰতিজ্ঞা কৰিয়েই অকক্ষ অহিংসা যোদ্ধাৰ লগত লৰিবলৈ ওলালোঁ অৰ্থাৎ কংগ্ৰেছত সোমাই অসহযোগ আন্দোলনৰ প্ৰচাৰ কৰিবলৈ ধৰিলোঁ।

আমাৰ এচুকীয়া ঠাই অথচ সকলো সম্প্ৰদায়ৰে টোকোৰা-বাহ চাবিশুতে আন্দোলনটোৰ কঠীয়া সিঁচিবলৈ পোৱা বাবে আজিও আনন্দত মোৰ বুকুখন ওফন্দি আহে আৰু সৰল সহযোগী কৰ্ম্মীসকলালৈ মনত পৰি বেজাৰো লাগে। কিয়নো, ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা যি স্বাধীনতা ঘোষণা কৰা হ'ল, তাৰেই কেঁও ফুটিছিল ১৯২১ চনৰ অসহযোগ আন্দোলনত। '২১অৰ আলম নোলোৱাকৈ, মাজতে ধৰি, '৪৭ অত স্বাধীনতা উদ্ধাৰ বাক্কন তুলিবপৰা নাই। ১৯২১ চনতে চাবিশুৰ দৰেই লাখ বিলাখ গাঁৱলীয়া ৰাইজ ফুৰুলি মাৰি নোলোৱা হ'লে, '৯৪৭ চনত কেতিয়াও ভাৰতীয় সংহতি স্থাপন কৰি স্বাধীনতাৰ প্ৰাচীৰ বান্ধিবপৰা নহ'লহেঁতেন। সি বিলাকৰ লগতে বুঢ়িছ ৰৌদ্ৰৰ চাউল খাই গান্ধী-পাণ্ডৱৰ গুণ গাওঁতাও আছিল অলেখ। তাৰো কতজনে যে লুকাই-চুৰকৈ কংগ্ৰেছৰ গলখন ধৰালে, তাৰে বা কি অন্ত আছে? আজি সেইসকলৰ লেখ-যুজ, বা-বাতৰি লওঁতা কোনো নাই। ল'বলগীয়া যিসকল আছে সিও মদাৰ ফুল—গুৰুতো নেলাগে ভকততো নেলাগে; নতুন মোহে সকলোকে পাহৰাই পেলালে। সেইহে বেজাৰ লাগে সিসকলে কেনেকৈ—

"নিজৰ কপাল দোষে সীমাৰ বাহিৰে
এখোজকো নোৱাৰিলে দিব,
জীৱন উচৰ্গি কোনো মহৎ কামত
নোৱাৰিলে সুনাম লভিব।
তথাপি থাকিব নাম নিজৰ গাঁৱত
লগৰীয়া সবে নেপাহৰে
আমাৰ লগৰে শ্ৰেষ্ঠ আছিল এজন
জগতক কব উলাহেৰে।"

যতীন দুৱৰা।

বাস্তিপুৰা কাউৰিয়ে কা ক'ৰিলে মাত্ৰকে, জা-জলপান যি এমুঠি পাওঁ, তাকে খাই গাঁও ফুৰিবলৈ ওলাওঁ। মানুহৰ ঘৰলৈ অহা-যোৱা বাট-পদূলি নাই। আলিৰ নামত আছিল কেৰেক নগা আলিটো। যিবা বাট একোটা আছিল সিও গৰু বাটৰ নিচিনা, কান্তিমহীয়াও পঙ্কাকুল, বাদ্ধিবা যে ঠাঁয়েই নাই। আহিছিগাবোৰৰ পানীপ আঠুৰনীয়া দ, বোকাত লিকটীয়া, তথাপি তাকে গচকি ঘৰে-ঘৰে মহাত্মা, কংগ্ৰেছ আৰু অসহযোগৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰিলোঁ। একোঘৰ মানুহৰ ঘৰলৈ সোমাবলৈ হ'লে কিমান যে জেওৰা জপনা পাৰ হ'বলগীয়া হয়, তাৰ লেখ দিব নোৱাৰি। সেইবোৰৰ অঘৈয়াত লাগি চুৰি-কাপাৰ ফটাৰো সীমা নাই। গান্ধীটুপী লগা মানুহ দেখিলেই (তেতিয়া গাঁৱত গান্ধীটুপী পিন্ধোতাই নাছিল) বৌ বৌ কৰে কুকুৰে যি ভুকিবই নে, গাঁৱৰ ডেকাডুমা ল'ৰা ছোৱালীবোৰেও বেটি বেটি ফিচিঙা ফিচিং কৰিব। হৰি-সন্মুখ হোৱা ভকতসকলে গান্ধীৰ নামত জুইতো কুটা এডাল নিদিয়ে। গান্ধী ভলন্টিয়াৰৰ গতিগোত্ৰ দেখিয়েই সেইসকলে গান্ধীক পোৱা সুঠান (কালাপাহাড়) বুলি ভাবিছিল। ভলন্টিয়াৰ দেখিলেই কানীয়া ভতুৱাই থৰ-দা লৈ কাটিবলৈ খেদি আহে। কানি দোকানত পুলিচ, মৌজাদাৰৰ ঘৰত পুলিচ, অইন কি কেঞা ঘৰতো পুলিচ। চি. আই. ডি. অফিচাৰে গান্ধীটুপীৰ ছাঁও খেদি ফুৰিছিল। চি. আই. ডি. অৰ্থাৎ "মই তোমাক দেখিছোঁ।" বোলা বিধৰ চৰকাৰী গুপ্তচৰে চোৰাংগিৰি কৰি কোন ক'লৈ গৈছে দিনে দিনে জিলাৰ চাহাবলৈ বাতৰি দি আছিল। আমাৰ যানবাহনো নাছিল। থকা হলেও চলোৱা অসম্ভৱ। তেতিয়া মটৰ গাড়ীৰ কথাকে নকওঁ, বাইচাইকেলেই ওলোৱা নাছিল; যদিও ওলাইছিল

সিও কেৱল নগৰত হে। পত্তিকেই, পদব্ৰজেই ভ্ৰমণ কৰিবলগীয়া হৈছিল আৰু আঁতৰৰ গাঁৱলৈ যাওঁতে টালি-টোপোলাবোৰ এচলীয়াকৈয়ে কান্ধত ওলোমাই নিব লাগিছিল।

মোৰ সাৰথি কাপ্তান সোমৰৰ ঃ এদিন কলৈ-যাম-কি-কৰিম বুলি ভাবি আছোঁ। বাহিৰত সিমসিমীয়া হিম পৰিছে, ভিতৰতো পাতলীয়া জাৰ। এনেতে, হঠাৎ হৃষ্টপুষ্ট হটঙ' ডেকা এটি আহি উপস্থিত। ডেকাটিৰ ঘৰ চমাৰ গাঁৱত, চমাৰ গাঁৱত হ'লেও সি চমাৰ নহয়। বহুদিনত সেই ঠাইত চমাৰ আছিল দেখি গাঁওখনৰ নাম চমাৰ হ'ল। তাৰ গাত এখিলা কাপোৰ এখন। ডাঢ়ি গোফ ঠুটিয়াইছে—বয়সত গজলীয়া হ'লেও, ওঁঠৰ পাৰৰ গোটেইটো চন্দন মুনিহ। পিন্ধা চুৰিয়াখন পুৰণি; শেলটো হ'লে মখ্‌মলৰ। ল'ৰাটো যে আটকধুনীয়া, বুজিবলৈ বেচিপৰ নেলাগিল। নাম সোমৰৰ, মখমলৰ শেল দিয়া অৰ্থাৎ চিমলাই চুৰিয়া পিন্ধে দেখি সকলোৱে তাক মাতে চিমলাই বুলি। সি আহি পোনেই মুঠিৰ পৰা ভাঙৰ চিলিম এটা উলিয়াই মোক কুঠাৰ এখন খুজিলে। কুঠাৰখন উলিয়াই দিলত, সি "জয় মহাত্মা গান্ধী কী জয়" বুলি পূৰ্ণহস্তীয়াকৈ কুঠাৰখন ডাঙি চিলিমটো একেঘাপেই বলি দিলে আৰু, তৎকালেই আমগুৰিৰপৰা তাৰ আগৰটো ধেওৰবীয়া হাটত কিনি অনা সৰৰ-ন চিমলাই চুৰিয়াখন চাঁত কৰে ফালি ছুছিৰা কৰিলে।

ক'ৰবাত ভাংখাই এইখন ৰলিয়ালি কৰিছেহি বুলি ভাবি তাৰ কথালৈ পোনতে বৰকৈ মন দিয়া নাছিলোঁ। অলপ বেলিৰ মূৰত, তাৰ মুখত গহীন গহীন আঁতলগা কথা শুনিবলৈ পাই হে ভাবিবলৈ বাধ্য হলোঁ। "সোমৰৰৰ গাত গান্ধী লম্ভিলে, হয়।"

সোমৰৰ বৰ লেখা-পঢ়া জনা ল'ৰা নহয়, বৰ টাটক-নাটক কথাও নেজানে। সাধাৰণতে, গাঁৱলীয়া ল'ৰাৰ দৰে সিও খিতিঙালিকৈয়ে ফুৰে। কিন্তু, মুখ মৰাত হ'লে ছুইৰ শিৰোমণি। কিন্তু, মহাত্মাৰ নামত কি কালিকা আছিল ক'ব নোৱাৰি, কাপোৰ-চিলিম উৎসৰ্গা কৰিয়েই সোমৰৰটো তেনেই ধীৰ, সাত্বিক, উপস্থিত বুদ্ধিজ্ঞা, বিবেকী পুৰুষটো হৈ পৰিল।

আমাৰ ঘৰতে খুৱাইবুৱাই লগতে তাকো লৈ ওলাই গলোঁ।—কংগ্ৰেছ মেম্বৰ আৰু তিলক স্বৰাজ্য ভঁড়াললৈ দান বিচাৰি। পথুলিমুৰ পাৰ হৈয়েই সি "মহাত্মা গান্ধী কী জয়" ৰবত গোটেইখন তোলফাল লগালে। আমাৰ

ঘৰৰপৰা অলপমান গৈয়ে খনিকৰ গাঁও। সেই গাঁৱৰ পুনাই খনিকৰৰ ঘৰৰ আগ পাইছোঁগৈ, এনেতে দেখিলোঁ। পানী পোতাৰপৰা চোঁতালৰ মূৰলৈকে জোৰাই পাভক ছোৱালী এজনীয়ে কাচনীৰে তাঁতবাটিৰ সূতা অনিয়াইছে। সোমৰৰক তাই আগকেপৰা চিনি পায় আৰু দেখিলে জোকায় ও। তাক জয়ধ্বনি দি যোৱা দেখি ছোৱালীজনীয়ে পেংচালি কৰি সুধিলে, “হেৰ' চিমলাই, তই যে টেটু ফালি চিঞৰি ফুৰিছ, স্বৰাজ নো কাহানিকৈ পাবি?” স্বৰাজ বলিয়া সোমৰৰে টপৰাই তাইক মুখি খলে, “মাইকী অ.' তোকে যেনিবা এতিয়া নিও বুলিলোঁ, নিও বুলিলেই নিব পাৰিম জানো? তয়ে বা যাবি? আজি লংটো, কাইলৈ জালচেনিকণ, পৰহিলৈ জাখিত চোলা এটা, চৌধা-দিনালৈ গাৰুতল একণ দিলে হে তোৰ মনটো খুৱিব হ'বলা? তাৰ পাচত হে, তই যোৱা নোযোৱা কথা।” সোমৰৰৰ কথা কিযাৰি শুনি ছোৱালীজনী কোঁচ খাই গ'ল—যেন জোকৰ মুখত চুণ হে পৰিল। ধিতিঙা, চেলেপু সোমৰৰটো নো ইমান বুদ্ধিৰ সাগৰ কেনেকৈ হ'ল, ভাবি অবাক।

মোখোৰ বুলি খৰেখোৱা ভঙুৱা এটা আছিল। সি একোপধ্যেই ভাং নোখোৱাকৈ থাকিব নোৱাৰে। ভাং খালে হেনো খৰৰ খজুৱতিৰপৰা বৰ সকাহ পায়। সেই দেখি, কোনোবাই ভাং এৰাৰ কথা ক'লেই সি মৰিব পাৰে। এদিন আগ-বেলাতে, মৰণা এটা ফুৰাই মনৰ সুখেৰে তাঙৰ ছাট এটা মাৰিছে, এনেতে সোমৰৰ গৈ ওলালগৈ। সোমৰৰে মিনতি কৰি ক'লে, “হেৰা, মোখোৰ কাইটি, ভাং আৰু নেখাবা; ভাং খোৱাৰ তিকাচন ভাগিল। মই হেন গাঞ্জাখোটোৰেও তাঙৰ চিলিম বলি দিলোঁ, পাৰোঁতে মোখোৰ কাইটি, পাৰোঁতে।

মোখোৰে ভাবিলে—এইবোৰ সোমৰৰৰ ভাং একউৱা ফাংচালি বুদ্ধি হ'বলা। এই বুলি সি উচাট মাৰি উঠিল আৰু ওখোন জালেৰে সোম-ৰৰৰ গাতে মাৰ মাৰি দিলে। সোমৰৰে বৰ আন্তিকেৰে ক'বলৈ ধৰিলে। 'বাৰু' কাইটি, ভাং নেৰেঁ। বুলিছা, নেলাগে এৰিব। পাচে, এদিন হ'লে এৰিবলৈগে লাগিব দেই। কলোঁ একা। মহাত্মা গান্ধী মানুহ নহয়, সাক্ষাৎ মহাদেউ। এওঁ একে লেখাৰিয়ে ছমাহ ভাং হুঁপি থাকে। ছমাহেও তাঙৰ খোৱাঁ ছলিয়ায়—পেটতে ভৰাই থয়। ছমাহৰ মূৰ পৰিলে হে ফচ কৰে খোৱাঁ খিনি একে লগে ফু মাৰি উলিয়াই পঠিয়ায়। তুমি জানো সেই

দৰে গিলি থব পাৰিম'? গান্ধীৰ মানত তুমি আমি কোন কুটা? তেওঁৰে সৈতে ফেৰ মাৰিব পাৰা যদি, ভাং খোৱা, যদি হে নোৱাৰা, ৰসতে নাম থৈ এৰি দিয়াই ভাল, বুইছা। এতিয়া মোক খং কৰিলে কি হ'ব? মোৰ বোধে-ধৰা কথাটো হে তোমাক কলোঁ। তুমি বাক, কথাষাৰি বিৰলে ভাবি চাবাচোন।'

শুনিলোঁ, দহদিনমানৰ মূৰত মোখোৰেও ভাং খাবলৈ এৰি দিলে আৰু শুদ্ধ নিছগুৰা ভকতটো হৈ সোমৰৰৰ লগতে "ভাং-কানি নেখাবাইক' বুলি মানুহক, মাছ মাৰিবলৈ যাওঁতে, হাট বজাবলৈ যাওঁতে কৈ ফুৰিবলৈ ধৰিলে।

এই সোমৰৰেই মোৰ 'জোনৰ আগত মাৰথি তৰা" হোৱাদি হ'ল। সিয়েই মোৰ আলধৰাও, চোৰাংচোৱাও, হৰিভকতো—সকলো; তাৰ যহতেই অহিংস—অসহযোগৰ কঠীয়া সিঁচিব পাৰিলোঁ।

**অসহযোগৰ ৰু-ৰু-ৰা-ৰা:** আমি গাঁৱে গাঁৱে ঘৰ নিৰন্তৰে ফুৰি ফুৰি কংগ্ৰেছ-মেম্বৰ কৰিলোঁ হয়, পিচে, কোনো এজন মানুহেই গা দেখুৱাই কাম কৰিবলৈ ওলাই নাহে। নামঘৰে নামঘৰে, মহাত্মাৰ মাহাত্ম্য, কংগ্ৰেছৰ বাণী আৰু অহিংস অসহযোগৰ কাৰ্য্যপদ্ধতি বুজোৱা হয় যদিও, সকলোৱে কথা শুনি মূৰ দুপিয়াই কেৱল শলাগে হে—হাতে-কামে লাগিবলৈ আগ-বাঢ়ি নাহে। মানুহৰ ভয় আৰু গেৰেঁা-গেঁথো ভাৱ দেখি কেতিয়াবা পেপুৱা লাগিছিলোঁ, সেই বুলি কাম পেলাই দিবলৈ নহ'ল।

**পুৰাবাম গগৈ আৰু 'ৰাম কমাৰৰ শাল':** বাকৰতি গাঁৱৰ পুৰা-ৰাম গগৈৰ ঘৰলৈকে প্ৰায়েই যাওঁ। তেওঁ আছিল তহছিলদাৰি আমোলত মণ্ডল কাম কৰা মানুহ; গাঁৱৰ ইবিলাকতকৈ অলপ বিজ্ঞ। ধৰ্ম্মপুথি পঢ়া আৰু দেশৰ ভু-ভা লোৱাতো অলপ ৰাপ থকা। তেওঁৰ ঘৰতে কমাৰ শাল আছিল। পুত্ৰেক ৰামৰ নামে শালৰ নাম আছিল 'ৰাম কমাৰৰ শাল।' বহুত দূৰৈৰপৰা মানুহে তাত দা-কটাৰী পঢ়াবলৈ গৈ বাৰভচহ মেল মাৰি বহি থাকে। সেই 'ৰাম কমাৰৰ শালতে' মইও 'অসমীয়া' কাকতখন মেলি দেশৰ বা-বাতৰি শুনাও আৰু কেতিয়াবা বেজবৰুৱাৰ 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা' আৰু 'বাঁহী' খনো পঢ়োঁ। তেওঁৰ ঘৰত বহুত মহ। সেই ম'হ ৰাখিছিল সৰুটো পুত্ৰেক নাৰায়ণে—জকাইচুক পথাৰত। জকাইচুকৰপৰা আহিয়েই নাৰায়ণো আমাৰ কমাৰশলীয়া মেলত বহেহি। তাত গান্ধী-কথাকে আদি কৰি যিবোৰ কথা পাতোঁ।ইক সেই এটাইবোৰ শুৱালজনে

নি জকাইচুকৰ মহখুটিত মেকেগৈ। এইদৰে বাকৰত্তি গাঁৱৰ কমাৰশালৰ-পৰাই গান্ধীৰ কথা সহস্ৰমুখী হৈ ওলাই যায়।

যদু, টেপু, কৃষ্ণাই:— পুৱাৰাম গগৈ প্ৰাক্তন মগুলৰ ঘৰত পোন-প্ৰথম কংগ্ৰেছৰ খানিকা পত্তাৰপৰা লাক এইটোৱেই হ'ল যে তাতেই আমি জয়ে জয়ে তিনিজন ভলন্টিয়াৰ পালোঁ। তিনিউজনেই আপোন ইচ্ছাতে কংগ্ৰেছৰ সভ্য হৈ অসহযোগৰ কামত লাগিবলৈ অঙ্গীকাৰ কৰিলে। সেই কিজন হৈছে, খামোনৰ ঘৰৰ যদুনাথ হাজৰিকা, পুৱাৰামৰ ভতিজাক টেপুৰাম গগৈ আৰু পুত্তেক কৃষ্ণকান্ত গগৈ।

যদু হাজৰিকাই কোনোবা বাগিছা এথনত কাম কৰিছিল। অসহযোগৰ ধ্বনিয়ে তেওঁক কামৰপৰা একেবাৰে আনিলে। হাজৰিকাৰ মনটো সিজা— মাতৃভূমি, মাতৃভাষাৰ সেৱা কৰিবলৈও বৰ ধাউতি। বাকৰত্তি গাঁৱৰ নিচিনা (তেতিয়া) পাচপৰা গাঁও এখনত তেওঁৱেই হৈ অসমীয়া আলোচনী কাকতৰ গ্ৰাহক আছিল। তেৱেঁই প্ৰথমতে কংগ্ৰেছৰ প্ৰতিজ্ঞা পত্ৰত চহী কৰি বাট দেখুৱাই দিলত হে ই দুজনো নিঃসঙ্কোচে কংগ্ৰেছৰ সভ্য ভুক্ত হয়।

টেপুৰাম গগৈ বেচি পঢ়াশুনা নহয়। কিন্তু সবল বিশ্বাস আৰু কথাই কামে মিলাই কাম কৰাত অদ্বিতীয়। টেপুৰামে যতঁৰ-টাকুৰী সাজি সকলো স্বয়ং সেৱকক যোগাইছিল। নিজেও যি সূতা কাটিছিলেই নে যৈণীয়েক-জীয়েক সকলোকে সূতা কাটিবলৈ বাধ্য কৰাইছিল। ৰাধিকা বোলা জীয়েকটিয়ে কুমাৰী হৈ থাকোঁতেই এনেকুৱা মিহিকৈ সৰুসূতা কাটিব পাৰিছিল যে তাই কেবাখনো সভা সমিতিত পিতাকৰ দ্বাৰাই প্ৰশংসাপত্ৰ আৰু টোকমা (মেডেল) পাইছিল।

টেপুৰাম অকলেয়ে কংগ্ৰেছ সেৱক নাছিল, ঘৰে-ঘৰোৱাহেই নিবহ-নিপানী কংগ্ৰেছী আছিল। তেওঁবিলাকৰ ঘৰখনত বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী কোনেও বিলাতী সূতাৰে তৈয়াৰী এপদ বস্ত্ৰও নলৈছিল। টেপুৰাম আৰু পিতাকে নিলগৰ পৰা অসমীয়া কপাহৰ পুলি আনি বাৰীত কই লৈছিল, আনৰ বাৰীতো কই দিছিলগৈ। চুৰিয়া, চেলেং, চোলা, পাগুৰী কাপোৰৰ সূতা (টেপুৰামে তেতিয়া পাগুৰী মাৰি ফুৰিছিল।) তেওঁ ঘৰতে কাটি লৈছিল। যৈণীয়েক জীয়েকহঁতেও উঠ বহ নোহোৱাকৈ যতঁৰৰ মাৰি ঘুৰায়েই আছিল। টেপুৱে বাঢ়ৈ কামো জানিছিল। এওঁ সভা সমিতিলৈ গ'লেও হাতত টাকুৰীৰে সূতা কাটিয়েই থাকে। টেপু মিস্ত্ৰীয়ে অকল সূতাকে হে

কাটিছিল আৰু উৎকৃষ্ট বাটে কামকে যে কৰিছিল এনে নহয়, ধানবনা-সূতা-কটা কলো উলিয়াইছিল। আমাৰ জকাইচুকীয়া দেশৰ মস্তিষ্কেৰেই সেই কল দুটা উদ্ভাৱন কৰা দেখি দুই চাৰিজন বিদেশী মোহান্ত "কংগ্ৰেছীয়ে পোনেই বিশ্বাসকে কৰা নাছিল। সেই কিজন "কংগ্ৰেছী"য়ে ১৯৪২ চনৰ যুদ্ধত "মিলিটেৰী" ঠিকা লৈ পকাঘৰত বাস কৰিছে। ধানবনা-সূতাকটা কল দুটা দেখুৱাই টেপুৰাম মিস্ত্ৰীয়ে কেবাখন প্ৰদৰ্শনীতো প্ৰথম শ্ৰেণীৰ বঁটা, পুৰস্কাৰ আৰু ৰূপৰ পদক পাইছিল। আধুনিক সূত্ৰযন্ত্ৰ দেখনিয়াৰ আড়ম্বৰ লগত টেপুৰামৰ সৰল প্ৰাণৰ আন্তৰিকতা ভৰা সূতাকটা প্ৰদৰ্শনী যে তুলনা কৰিব নোৱাৰি—তাক ভাঠি কব পাৰি।

কৃষ্ণকান্ত গগৈ লেখা-পঢ়া জনা—যাৰ ঘৰৰ কমাৰ-শালত বহি গান্ধীৰ বাৰ্ত্তাৰ বিলোৱা হৈছিল সেই ঘৰ গৃহস্থৰে এজন উত্তৰাধিকাৰী পুৱাৰাম গগৈদেৱৰে মাজিউ পুতেক। তেওঁ তৰ্ক কৰিবলৈ ভাল পাইছিল। আউল ভাঙিব নোৱৰা কথা এটা পালেই লুটিয়াই বগৰাই চাই হে গ্ৰহণ কৰিছিল। কৃষ্ণকান্তক মতা নাম "কৃষ্ণাই"। কৃষ্ণাই সাহিত্যানুৰাগীও আছিল। তেওঁ "কঠুৱা চৰিত" আৰু "চোৰৰ লীলামালা" বুলি দুখন পুথি লিখিছিল। তেওঁতকৈ তেওঁৰ সহধৰ্ম্মিনী ভদ্ৰেশ্বৰী গগৈ হে কেউপিনে কাজী আছিল। ভদ্ৰেশ্বৰীৰ সাদৰী মাত কথা আৰু অমায়িক আচৰণ, বহুত কৰ্মীৰ নিমিত্তে উৎসাহৰ লাগনিখৰি আছিল।

যদু, টেপু, কৃষ্ণাইৰ গাত পুৰণিমেলীয়া, মাজুমেলীয়া, ডুলীয়া, খামোন-বাকৰতি, চাৰিঙীয়া-কাটনী আৰু কাকতীছিগা-টিপমীয়া গাঁৱত কংগ্ৰেছ কমিটী স্থাপন, ভলণ্টিয়াৰ বা স্বয়ংসেৱক লৱন আৰু স্বদেশী প্ৰচলনৰ ভাৰ দিলোঁ।

যদু হাজৰিকা ১৯২৯ কি '৩০ চনতে সিপুৰীলৈ গ'ল। তাৰ বছৰ-চাৰেকৰ পাচতে, টেপুৰাম গগৈয়েও তেওঁৰ পথকে অনুসৰণ কৰিলে, অৱশ্যে এওঁ ধৰাজৰ কেউটা খাপকে দেখি গ'ল। শেহাশেহি বাকৰতি গাঁৱৰ বৰীয়া কৃষ্ণকান্ত গগৈয়েও ইহ সংসাৰৰ পৰা চিৰবিদায় ল'লে। চাৰিঙত কংগ্ৰেছৰ ৰু-ৰু-ৰা-ৰা কৰোঁতেই ওলোৱা প্ৰথম কৰ্মী বুলিয়েই এই কিজনৰ নাম সেউজীয়া হৈয়ে থাকিব।

**চাৰিং কৌজ আৰু সোমৰৰ কাপ্তান :** সোমৰে দৈনিক চাৰিঙীয়া গাঁও, টেপৰ গাঁও, ধেমুচোঁচা আৰু ৰতনপুৰীয়া গাঁৱত পকাবলৈ ধৰিলে। তেলিয়ালকাটনি গাঁৱত কান্দুৱা নামে এজন পঢ়াশলীয় (প্ৰাইবেৰী

স্কুলৰ) পণ্ডিত আছিল। তেওঁৰ পিতাকে দেহিৰাম নাথ আৰু গাঁৱৰে বহুতে মেধি এই দুয়োজন ধৰ্মিষ্ঠ লোকে সন্মতি দিয়াত পণ্ডিতে- উৰ্দ্ধবাহু হৈ কংগ্ৰেছত যোগ দিলে। কান্দুৰাই বৰ গুৰুলাকৈ সবহবো নাম দিব পাৰিছিল। সবাহৰ নাম আৰু দিহা নামৰ পদ দিয়াৰ চলেৰেই স্তুতাকটা, কালি খাব নলগা পদ দি গৈছিল। লাকুলেঙীয়া থানেশ্বৰ গাঁৱৰ মোহনচন্দ্ৰ বৰুৱাই কংগ্ৰেছৰ কথা প্ৰচাৰ কৰি সকলোকে কংগ্ৰেছমুখী কৰিলে। ঘৰফলীয়া গাঁৱত ক্ৰমে ক্ৰমে ডেকা ল'ৰা ভলণ্টিয়াৰ হ'ল। লেবাক, থেকেৰাভঙীয়া, মৰুথুৰুছা, জৰাধৰা, মানতনীয়া, ৰতনপুৰীয়া—এই কিখন গাঁও শিক্ষাত পিচপৰা আছিল যদিও কংগ্ৰেছৰ আহ্বানত দেশোদ্ধাৰৰ নিমিত্তে যুঁজ কৰিবলৈ হাঁফোলা-হাঁফোলে আগবাঢ়ি আহিল। ডেকা মাত্ৰেই কংগ্ৰেছ ভলণ্টিয়াৰ হ'ল। দেওবজা মৈদামলৈকে, এই কেউখন গাঁৱৰ স্বেচ্ছাসেৱকৰ সংখ্যা ২৫০ জন হৈছিল। এই সেৱক দলটোৱে নাম দিলে ''চাৰিং-ফৌজ" আৰু ফৌজৰ কাপ্টান বা বৰ সেনাপতি পাতিলেঁ। সোমবৰকে।

দেওবাৰটোয়েপতি সোমবৰে চাৰিঙীয়া গাঁৱৰ ন-পুখুৰীটোৰ পাৰতে ভলণ্টিয়াৰবোৰক গোটাই লৈ কুচ্-কাৱাজ বা ঠেম কৰায় আৰু সন্ধ্যা লগাৰ আগে আগেই গান্ধী বিৰোধী গাঁৱৰ মাজেদি ফৌজটোক "তইঁত থাক আমি যাওঁ" কৈ 'মাৰ্চ' কৰাই লৈ যায়। "ভলণ্টিয়াৰ পালে এন্-কৰিম তেন্ কৰিম্" বুলি মাৰিবলৈ হুমিয়াই থকা মানুহবোৰ সমদলে যোৱা কংগ্ৰেছ বাহিনীৰ হুজ দেখি ভয়তে ভাগ মাৰে। কোনোবা ভলণ্টিয়াৰ ঠেম কৰিবলৈ পলমকৈ আহিলে, মাৰ্চ কৰি বা কুকলি মাৰি যাওঁতে কোনো-বাটো শাৰীৰপৰা বেঁকাবেঁকি হ'লে বা খোজত খোজ মিলাই পিৰিপ্ পিৰিপকৈ নগলে সোমবৰে তাৰ পিঠিত লোকা চলাবই চলাব। সোমবৰৰ কঠোৰ আদেশ—বন্ধা সময়ত সকলো হাজিৰ হ'বহি লাগিব; অ'লৈ ত'লৈ হুজপাতি যাওঁতে দল ভাঙি, কোনো কাৰো ঘৰত সোমাব নোৱাৰিব আৰু য'ত বাজ, ত'ত কাজ" কৰি তুৰন্তে নিৰ্দ্দিষ্ট কাম শেষ কৰিব লাগিব। এই বিশ্বস্ত দায়িত্বশীল, ধৈৰ্য্য নেহেৰুৱা, কৰ্ত্তব্য পৰায়ণ কাপ্টান সোমবৰক লৈয়েই চাৰিং কংগ্ৰেছৰ প্ৰাণ প্ৰতিষ্ঠা কৰিলেঁ।।

**চাৰিং কংগ্ৰেছৰ মৰ্য্যাদা ঃ** সৰহ ভাগৰে গৱৰ্ণমেণ্টৰ ঘৰত সম্বন্ধ থকা বাবেই হওক বা এনাৰ কথাৰেই দহজনক মুহি থৱপৰা মানী কৰ্ম্মীৰ অভাৱতেই হওক, চাৰিঙৰ কাকতী গাঁও কেউখনতে অসহযোগৰ চেষ্টেকী

সৰসৰ কৰে ঘূৰিবপৰা নাছিল। চাৰিওফালে চৌপাশে কংগ্ৰেছৰ বু বু-বা-বা, বক্ বকনি উঠিয়েই আছিল যদিও, কংগ্ৰেছ কমিটি এখন পাতিবলৈ কোনেও সাহ কৰা নাছিল। শিৱকান্ত ডুবৰা, কৃষ্ণকান্ত বৰকাকতী, ঘনকান্ত ডুবৰা আৰু মহীকান্ত বৰুৱাই ভয়ে ভয়ে কংগ্ৰেছৰ নামত অধিবেশন পাতিলে। ডুবৰাপাৰৰ বয়োবৃদ্ধ পুৰুষ হৰিপ্ৰসাদ ডুবৰা দেৱান ডাঙৰীয়াক সভাপতি লৈ আৰু কৃষ্ণকান্ত বৰকাকতী ডাঙৰক সম্পাদক পাতিলোঁ। এই নিঃকিন নিজে পাছি সম্পাদক বা সহকাৰী সম্পাদক হলোঁ। বজালিনীয়া চাৰিং বজাৰ চাৰিওফালে সীমা বান্ধি এই কিছুমান বিষয়ববীয়াবে ভাৰতীয় কংগ্ৰেছৰ বিধানমতে চাৰিং কংগ্ৰেছ কমিটী স্থাপন কৰিলোঁ ইংক।

শিৱসাগৰ জিলা কংগ্ৰেছৰ শাখা কমিটী বিলাকৰ ভিতৰত চাৰিং কংগ্ৰেছেই মৰ্য্যাদা, আয়তন আৰু পৰোত্তৰত সকলোতকৈ উচ্চস্থান লাভ কৰিছিল। কিয়নো, ইয়াৰ যি গৰাকী সভাপতি হৈছিল, তেখেত আছিল তিনিকুৰি পোন্ধৰ বছৰ বয়সীয়া আসাম কোম্পানীৰ প্ৰাক্তন দেৱান। নাজিৰাৰ আসাম কোম্পানীত হৰিপ্ৰসাদ ডুবৰাই প্ৰায় ৪০ বছৰ দেৱান কাম কৰিছিল। নাজিৰাত থাকোঁতেই-তেখেতে নাজিৰা হাইস্কুল, নাজিৰা ইউনিয়ন আদি বাজহুৱা অনুষ্ঠানো পাতি থৈ আহিছিল। পেঞ্চন লৈ, চাৰিঙৰ ঘৰত বহি থাকোঁতেও বাতৰি-কাকতৰ যোগেদি ভাৰতৰ পৰিস্থিতি নিৰীক্ষণ কৰি থাকে;—এহাতে খুৰ-খুৰী নলিচাত মুখ দি, ইহাতে বাতৰি-কাকত হাতত লৈ, চাকলি পীৰাখনত থমথম্ কৰে বহি, ভাৰতৰ লগতে অসমৰ ভূত-ভৱিষ্যতো পিটিকি চায়। গাঁৱত কাৰ ঘৰত কোনে কিমান মুগা সূতা-পাটৰ সূতা কাটিছে, কিমানে মুগা পুহিছে, কিমানে কাৰপৰা কিমান টকা ধাৰলৈ লৈছে, কাৰ খেতি-পথাৰ কেনেকুৱা হ'ল, ইত্যাদি আৰ্থিক অৱস্থাৰ সকলো সম্ভেদ তেখেতে লৈ থাকে। স্ত্ৰীবিয়োগ আৰু একেটি মাত্ৰ পুত্ৰক ভৰ যৌৱনতে যমৰ হাতত সঁপি দি, 'বিষয় বিষধৰ'বপৰা নিষ্কৃতি লাভ কৰি জন্মভূমিৰ সন্তানৰ ওপৰতে সেই পুত্ৰস্নেহ যেন বিলাই দিছিল। এনে গৰাকী বয়সিয়াল, অভিজ্ঞ, শিক্ষিত, মানী লোকে চাৰিং কংগ্ৰেছৰ দায়িত্ব গ্ৰহণ কৰাত সকলোৰে মনত চাৰিং কংগ্ৰেছখন তীয়গুৰু পাৰিচালিত ৰণ ক্ষেত্ৰ হোৱাদি হ'ল।

সম্পাদক কৃষ্ণকান্ত বৰকাকতী সকলোপৰাই দেশহিতৈষী। তেখেত কলিকতা হাইক'ৰ্টৰ অসমীয়া অনুবাদক ৰমাকান্ত বৰকাকতীৰ ভায়েক। ১৮৯০-৯১



অসহযোগ আন্দোলনত বেণুধৰ শৰ্মাৰ সৈতে চাবিওৰ স্বেচ্ছাসেৱক কেইজনমান

চনত, হেনিমেন কলেজৰপৰা উত্তীর্ণ হৈ কলিকতাতে কিছুদিন হ'মিয়'পেথিক ডাক্তৰ হৈ আছিল। অশৌচ লগাৰ পিচত মাইকী মানুহৰ প্রায়েই প্রসূতি ৰোগ হয়। সেই ৰোগ নিবাৰণ কৰাৰ উপায় দি, ডাক্তৰ বৰকাকতীয়ে 'প্রসূতি' নামে সৰু কিতাপ এখন লিখিছিল। কলিকতীয়া অ, ভা, উ, সা, সভাৰ (অসমীয়া ভাষা উন্নতি সাধিনী সভা) তেখেত এজন উৎসাহী সভ্যও আছিল। চাৰিঙত কংগ্রেছৰ শাখা অনুষ্ঠান এটি পাতিবলৈ লোৱাত ডাক্তৰে সর্ব্বান্তঃকৰণেৰে সম্পাদকৰ ভাৰ গ্রহণ কৰিলে। হুহো আঙ্ লিয়ে খায়, বুঢাই হেঁচুকিলে হে যায় বুলি ভাবিয়েই তেখেতকে চাৰিং কংগ্রেছৰ গুৰিয়াল পাতি ললে।। আন শাখা কংগ্রেছত এনেকুৱা মানী বিষয়া নথকাত আমি ওফন্দি গঙ্গাটোপ হলোঁ'হঁক। মহীকান্ত বৰুৱাৰ পুত্রেক শ্রীমান লক্ষীকান্ত বৰুৱা আৰু শ্রীমান লীলাৰাম চলিহা (পিচত উত্তৰ লক্ষীমপুৰৰ বিহপুৰীয়াত) মোৰ লগত আগৰেপৰা আছিল। এই দুটি সেৱকক লৈ, কাপ্টান সোমবৰেও মাজে মাজে কাকতীগাঁও কিথনত দলে-বলে একোটা চকৰ মাৰি যাবলৈ ধৰিলে। দেৱান-ডাক্তৰ বিষয়-বাবত অধিষ্ঠিত হোৱাৰ পাচৰপৰা হে দুৱৰা, টুকুৰীয়া, অভয়পুৰীয়া, চলিহা আৰু গজপুৰীয়া—এই কেউখন কাকতীগাঁৱৰ সকলোৰেই ঘৰমূৰী তিলক স্বৰাজ্য ভৰ্ড়ালৈ মুক্ত-কণ্ঠে দান আগ বঢাবলৈ ধৰিলে। দৰাচলতে কবলৈ হ'লে, চাৰিঙীয়া, লেবাক, তেপৰ আৰু ঘৰফলীয়া গাঁৱত হে পোন প্রথমেই চাৰিং কংগ্রেছৰ কাটল ফুটে।

**হৰিপ্রসাদ দেৱান:** দেৱানৰ বহুত মাটি আছিল। 'হৰিপ্রসাদ দেৱানৰ মাটি, ৰাধা ফুকনৰ হাতী'—এটা ডাকৰ বচনেহ হৈছিল। চলিহা কাকতীগাঁৱৰ নগা আলিৰ দাঁতিতে দেৱানৰ যি চকলা মাটি আছিল, তাৰে এহালিছা মাটি চাৰিং কংগ্রেছৰ অফিচ ঘৰ সাজিবলৈ তেখেতে বাইজক মৌখিক ভাবে উচর্গা কৰি দিছিল। ঘৰ নহ'ল যদিও, সভাপতি দেৱানৰ উৎ-সাহতে কংগ্রেছ কমিটীখন কেউপিনে ঠন ধৰি আহিবলৈ ধৰিলে।

চাৰিং কংগ্রেছ জন্ম হ'বৰ সময়ত, চাৰিঙত তিনি প্রকাৰৰ তিনিজন প্রধান পুৰুষ মানে-সন্ত্রমে তিনিটা খুঁটা যেন হৈ আছিল। প্রথম জনা হৈছে সুৰথ চন্দ্র চলিহা, দ্বিতীয় জনা হৰিপ্রসাদ দুৱৰা আৰু তৃতীয় জনা ৰাধাকান্ত ফুকন। চলিহা ডাঙৰীয়া মুখৰুৱা, উপস্থিত বুদ্ধিসম্পন্ন আৰু আঁকোৰগোঁজ; দেৱান ডাঙৰীয়া উচ্চ শিক্ষিত, বুধিয়ক আৰু সৰাতোকৈ

সৰহ ৰূপিত মাটিৰ গিৰি, আৰু ফুকন ডাঙৰীয়া ধনী, হাতীগিৰীয়া আৰু পৰোপকাৰী। ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰৰ দৰে ত্ৰয়ো গুণ বিশিষ্ট এই তিনি গৰাকী পুৰুষৰ বুদ্ধি পৰামৰ্শেৰে চাৰিং কংগ্ৰেছৰ উধান তিনিটা বান্ধিব পৰা হ'লে ভৱিষ্যতলৈকে চাৰিং কংগ্ৰেছ কলচীৰ দৰে জিলিকি থাকিলহেঁতেন। কিন্তু, বৰকৈ আশা কৰিলে মুখ ফাটে বুলি কয়। আমাৰো সেয়ে হ'ল। দেৱান ডাঙৰীয়াক সভাপতি পাতিও চলিহা আৰু ফুকন ডাঙৰীয়াক মোৰত সুমুৱাব নোৱাৰিলোঁ। চাৰিং কংগ্ৰেছৰ বৰ-চ'ৰাত এই তিনিগৰাকী ডাঙৰীয়াৰে মেল পাতি চাৰিঙৰ বুৰঞ্জী ঘূৰাই আনিম বুলি মনতে পাঙিছিলোঁ। কিন্তু, পঙা কথা নহয় সিধি, বাটত আছে কণা বিধি। সেই কাৰণে, কল্পনা সিদ্ধি নহ'ল।

**সুৰথ চন্দ্ৰ চলিহা :** সুৰথ চন্দ্ৰ চলিহা ডাঙৰীয়া চলিহা কাকতী গাঁৱৰ এগৰাকী ভব্যগব্য পুৰুষ। অসমলৈ অহা চলিহা কাকতীৰ আদি পুৰুষ শ্ৰীৰাম চলিহা। চলিহা কাকতীৰ বংশ তকৰ গুৰিত যি এই শ্ৰীৰাম চলিহাৰ নাম দেখুৱাব নোৱাৰে আৰু যি চলিহাৰ পূৰ্ব্বপুৰুষসকলৰ মাটি ভেটি চাৰিঙত নাই, সেই চলিহা জাল আৰু জাৰজ। সুৰথ চলিহাক এই দুয়োটা অপবাদে স্পৰ্শ কৰিব নোৱাৰিছিল; সেইগুণে তেখেত তুলসী পাতৰ দৰে পবিত্ৰ হৈ চলিহা কাকতীৰ আভিজাত্য পাৰিতপক্ষে ৰক্ষা কৰিছিল। সেই কালত চলিহা নামেৰে বামভো নাও চলিছিল। অৰ্থাৎ কি ৰজাঘৰ, কি প্ৰজাঘৰ সকলোতে চলিহা বংশৰ লোকৰেই আধিপত্য আছিল; শিৱসাগৰ কাছাৰীখনত গোটেই চলিহাৰে প্ৰতিপত্তি। ইবিলাক চলিহাৰ কথা নক'লেও, অকল ফণীধৰ চলিহাৰ নামতেই সকলো কঁপি আছিল। সুৰথ চলিহাই পূৰ্ব্বতে নাফুক বাগিচাত কল্‌দাৰৰ কাম কৰিছিল অৰ্থাৎ চাহ ঘৰৰ ইঞ্জিন মহৰী আছিল। সেইদেখি, তেখেতক সকলোৱে সুৰথ কলদাৰ বা অকল 'কলদাৰ' বুলিছিল। চাহাবৰ লগত তথিয়াতথি লাগি ডেকা কালতে চলিহাই সেই কাম ইস্তফা দিলে। ঘৰলৈ আহি বাগিচাৰ দৰেই সকলো কাম সময়ৰ লগত তিলেতৰ্জ্জুৰে মিলাই কৰিবলৈ ধৰিলে।

দুৱৰাৰ হৰিপ্ৰসাদ দেৱান, টুকৰীয়াৰ ৰাধাকান্ত ফুকন, মজুৱাৰ বৰকাকতী আৰু গজপুৰীয়াৰ ভোগৰাম কাকতী মণ্ডলে এসময়ত চাৰিঙৰ প্ৰায়বিলাক কামত আগভাগ লৈছিল। সুৰথ চলিহাও তেওঁবিলাকৰ লগৰীয়া আছিল।

মহাত্মাৰ অসহযোগ নীতিটো প্ৰথমতে কলদাৰৰ মনত সন্দেহযুক্তভাৱে হে প্ৰৱেশ কৰিছিল। মহাবাণী দিনৰ মাছুহ, তাতে ইউৰূপীয় বাগিচাত

থাকি ইংৰাজৰ বুদ্ধি কৌশল দেখি অহা তেনে এজন পুৰুষে নো হঠাতে বৃটিছ চৰকাৰৰ আইনখনক কটকটীয়া বুলি কয়েই বা কেনেকৈ, তাৰ বিৰুদ্ধেও বা যায় কেনেকৈ? গতিকে, কলদাৰ ডাঙৰীয়া নিৰপেক্ষ হৈ থকাটো স্বাভাৱিক। কিন্তু কুলধৰ চলিহাই যেতিয়া নিৰুপকপীয়া বিশ্বাস আৰু গোলামী বান্ধোনৰ হেঙ্গাৰ ভাঙি দিলে, তেতিয়া আমাৰ সুৰথ কলদাৰ ডাঙৰীয়াৰ মনটোও অসহযোগৰ ফালে মিচিৰি গলাদি গলি আহিল। সেই কালত সকলো সম্ৰান্ত লোকেই মাদক দ্ৰব্যৰ এবিধ নহয় এবিধ গ্ৰহণ কৰিছিল। চলিহা ডাঙৰীয়াইও সেইসকলৰ লগতে এছিৰা দুছিৰা মাহখাই লগৰ কাৰণে লগেৰেই উজাইছিল অৰ্থাৎ ভাং নামৰ মাদক দ্ৰব্য ফেৰি ব্যৱহাৰ কৰিছিল। অসহযোগৰ সন্মান ৰক্ষাৰ্থে তেখেতে অলপ পলময়কৈ হ'লেও, সেই ডাঙৰ মোহনী বানখন খণ্ডখণ্ডকৈ কাটি পেলালে। ভাঙি ক'বলৈ হ'লে, ভাং খাবলৈ এৰি পেলালে।

চলিহা মাত্ৰেই দক্ষিণপাট সত্ৰৰ শ্ৰীশ্ৰী৺যাদৱৰায়ৰ সেৱক। প্ৰভু বনমালী-দেৱ দক্ষিণপাটৰ প্ৰতিষ্ঠাপক হ'লেও, ধৰ্মপন্থা শ্ৰীশ্ৰী৺দামোদৰদেৱৰ। সেইবাবে, চাৰিঙৰ দক্ষিণপটীয়া শিষ্যসমূহে প্ৰভু দামোদৰদেৱৰ তিথিটো চলিহা নামঘৰতে পাতে। ব'ম চলিহাৰ মৃত্যু হোৱাত তিথিৰ নিমিত্তে কৰ-পৰ্চা সংগ্ৰহ কৰা ভকত মতা, সুৰথ চন্দ্ৰ চলিহা ডাঙৰীয়াই অকলৈয়ে কৰিব লাগিছিল। তেখেতৰ উদ্যোগত তিথি-উৎসৱ সুসম্পন্নও হৈছিল। ১৮৪৪ শকৰ তিথিত সংৰক্ষণশীল দলে অসহযোগী বিলাকক তীব্ৰ নিন্দা কৰিছিল। সেই নিন্দা কলদাৰ ডাঙৰীয়াই হে মুখ-পাতি ধৰিছিল—যদিও তেখেতে কাৰাবৰণ কৰা নাছিল।

**ৰাধাকান্ত ফুকন** : ৰাধাকান্ত ফুকন ডাঙৰীয়াৰ ৩৫/৪০টা হাতী আছিল। বছৰি-বছৰি তেখেতে বনৰীয়া হাতী ধৰা মহল পায়। বনৰীয়া হাতী ধৰাত ফুকনৰ উপৰি পুৰুষৰ পৰা সুখ্যাতি আছে। কংগ্ৰেছত দেখা দেখিকৈ সোমালে হাতী মহল নেপাবও পাৰে এইটো আশঙ্কা কৰিয়েই তেখেত কংগ্ৰেছত সোমোৱা নাছিল। নাছিল যদিও, ভিতৰি ধনবিত্ত দি পাৰেমানে সহায় কৰিছিল।

এদিন এই পাথি সম্পাদকে তেখেতক এটা কিতাপ কিনি দিবলৈ অনুৰোধ কৰাত তেখেতে ক'লে, "বাৰু, লেখি দিবা"। লেখি দিলত, পাৰ্চেলটো ভিঃ পিঃ হৈ আহিল। পাৰ্চেলৰ মূল্য ১২০ টকা। গৌৰীসাগৰ

ডাকঘৰলৈ পাৰ্চেলটো আহিবৰ সময়ত কিতাপৰ মালিক ঘৰত নাছিল। ফুকন ডাঙৰীয়াই মালিকৰ উপদেশমতে পাৰ্চেলটো "খালাছ" কৰি আনি ঘৰত থৈ দিলেহি। দুমাহ মানৰ মূৰত তেখেতক দেখা কৰিবলৈ গলত, তেখেতে আক্ষেপ কৰিলে, বোলে, "ভাল গেৰাম'হ দুহালৰ দাম ভৰালা দেও।" এই বুলি কৈয়েই নাতিনীয়েকক মাতি ক'লে, "মুকুলি, ভৰিকিটা ধুই গোসাঁই ঘৰলৈ সোমা। থাপনাৰ চাঙতে কিতাপৰ বাণ্ডি এটা আছে। বামুণটোক আনি দেহি।" মুকুলিয়ে পাৰ্চেলটো আনি ককাদেউতাকৰ কথা মতে বঁটা এটাত থৈ দিলত ফুকনে আকৌ মোৰ ফালে চাই ক'লে, "তোমাৰ বাণ্ডিটো ডাকঘৰৰ পৰা অনাই, যেনে আছে তেনেকৈয়ে গোসাঁই ঘৰৰ চাঙত তুলি থৈছোঁ। আমি চোৱাই নাই।" সৰস্বতীৰ বস্তুত হাত দিয়াটো অনৰ্থক বুলিয়েই হ'বলা ফুকন ডাঙৰীয়াই আলফুলকৈ কিতাপৰ পাৰ্চেলটো চাঙত তোলাই থোৱাইছিল।

**বাগিছা-কৰ্মচাৰীৰ সহায় ঃ** চিঠি-পত্ৰ লেখি আৰু মাজে মাজে নিজে গৈও খাটনি ধৰাত, আমগুৰি চাহ কোম্পানীৰ বৰ কেৰেণী ভোলানাথ বুঢ়াগোহাঁই(১), গাভৰু পৰ্ব্বতৰ কেৰেণী ঘনশ্যাম গগৈ আৰু বৰমহৰী চন্দ্ৰসেন গগৈ, নাগিনীজানৰ কেৰেণী মুক্তেশ্বৰ সন্দিকৈ আৰু বৰমহৰী

(১)লক্ষেকীয়া কৈদৰ ন্যায়সোধা ফুকন সভাৰাম বুঢ়াগোহাঁই ডাঙৰীয়াৰ নাতি আছিল ভোলানাথ বুঢ়াগোহাঁই। তেখেতৰ পূৰ্ব্বপুৰুষ লুথাওসকলৰ আদি স্থান আছিল বাকচু বা বাঘচুলুঙত। তাতে নিবাস আছিল চুলুং কি' লু থামপেঙৰ। এখেতেই ভোলানাথৰ আদি পুৰুষ। ১৮৯১-৯২ চনত শিৱসাগৰ গৱৰ্ণমেণ্ট হাইস্কুলত এণ্ট্ৰেন্স শ্ৰেণীলৈকে পঢ়ি কহিমাত স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়া কহিমা মাইনৰ স্কুলত হেড-মাষ্টৰ থকা সময়তে ডেপুটী কমিছনৰৰ অফিছত কেৰেনী কাম কৰে। তাৰ দুবছৰ পিচত, তেখেত আমগুৰি চাহ বাগিছা পাতোঁতা চাৰ জেমছ্ বকিংহাম চাহাবৰ তলত কেৰেণী কামত সোমায় আৰু ১৮৯৬ চনৰপৰা মৃত্যুৰ দিন ২।১২।১৯৪৮ চনলৈকে তাতে ৫২ বছৰ চুপাৰিণ্টেণ্ডেণ্ট অফিছৰ বৰ কেৰেণী কাম কৰে। আমাৰ পোন প্ৰথম সূতাকটা কল উলিয়াওঁতা আৰু অগ্ৰগণ্য চাহখেতিয়ক কৃষ্ণকান্ত হাতী-বৰুৱাৰ গোহাঁইদেৱ এগৰাকী জোঁৱায়েক আছিল।

তেখেত ইমান কৰ্ত্তব্যপৰায়ণ আৰু ওপৰৱালাৰ ইমান বিশ্বস্ত আছিল যে একালৰ আমগুৰি কোম্পানীৰ চুপাৰিণ্টেণ্ডেণ্ট চাৰ উইলিয়ম মেককাৰছাৰৰ পত্নীয়ে গোহাঁই দেৱক উইলনামা কৰি ১০০ পাউণ্ড ধন দি থৈ গৈছিল। চাহাবৰ এনে স্নেহ অতি বিৰল।

ভোলানাথ গোহাঁই দেখাত বৰ গহীন প্ৰকৃতিৰ লোক আছিল যদিও, অন্তৰত স্বদেশ হিতৈষিতাভাবে সদায় উজ্জ্বলমুজ্জ্বল লগাইছিল। সেইহে অসহযোগ আন্দোলনত তেখেতৰ হাত দুখন মুক্তভাৱে আগবাঢ়ি আহিছিল।

ৰত্নেশ্বৰ শৰ্ম্মা প্ৰভৃতিকৰে ডাকঘৰৰ যোগেদিয়েই যিমান পাৰে আমাক সহায় কৰিছিল। সেইসকলে লুকাই-লুকাই হে সাহায্যৰ হাত আগ বঢ়াব পাৰিছিল। চাহ-বাগিছাৰ চাহাব মাত্ৰেই তেতিয়া ঘোৰ কংগ্ৰেছ বিৰোধী। বাগিছাৰ মহৰী-কেৰেণী কোনেও গান্ধীৰ নামত ফুটাকড়ি এটাও দিব নোৱাৰে। কোনোবাই দিয়া গম পালেই, যেনেতেনে ভুৰুঙ্গে তেওঁক বাগিছাৰ পৰা উলিয়াই দিয়ে। সেই হেতুকেই, উল্লিখিত স্বদেশবৎসল কৰ্ম্মচাৰী কেইজনে অন্তঃসলিলা পথ অৱলম্বন কৰিছিল। পাতুৰীবিলাকে ক্ৰমান্বয়ে ভকত কৰাদি আমিও বহুত বৃটিছ ভক্তক কংগ্ৰেছ ভক্ত কৰিলোঁ। ডফলা গড বাগিছাৰ বৰমহৰী ভুবনেশ্বৰ ডুবৰা আৰু লাকোৱাৰ তুলাৰাম বৰুৱা— এই দুজনৰ নাম বিশেষভাৱে উল্লেখযোগ্য। চাৰিঙৰ মানুহ য'ত যেনেকৈ কামে কাজে আছিল, সকলোৰে পৰা একপ্ৰকাৰে নহয় একপ্ৰকাৰ চাৰিং কংগ্ৰেছৰ নিমিত্তে দান বৰঙণি পাই আছিলোঁ।

লাহে লাহে আমাৰ কংগ্ৰেছখন শকত হৈ আহিল। অভিভাৱকৰ হাক-বচন উলঙ্ঘা কৰিও গণেশ চন্দ্ৰ বৰকাকতী, বগাই চুতীয়া খনিকৰ, টুপীধৰ ডুবৰা মেধি (ৰঙাচিলা ডুবৰাৰ ঘৰৰ), বগাধৰ ডুবৰা, গোপীৰাম নাথ, সোপোকা নাথ প্ৰভৃতি ভালেমান উদ্যোগী কৰ্ম্মী আমাৰ লগ লাগিলহি। কংগ্ৰেছ ভলণ্টিয়াৰ নোহোৱাকৈও বহুতে আমাক বুদ্ধি-পৰামৰ্শ দি সহায় কৰিছিল। খনিকৰ গাঁৱৰ নামটো হে খনিকৰ আছিল; মানুহবিলাক তেতিয়া খনিকৰ নাছিল। এটাই বিলাকে নামৰ পিচত চুতীয়া লিখিছিল। আমি চমাৰ গাঁও স্কুলত পঢ়া সময়তে বেছাই বুলি আমাৰে এজন সমনীয়া আছিল। তেওঁৱেই অসহযোগৰ দিনত কাঠৰ পালেং, তামুলী পীৰা, চালপীৰা, চকী-মেজ সাজিবলৈ লয়। ডিম্ব বোলা তেওঁৰ ভায়েক এটি আছিল। সি আমাৰ সহকৰ্ম্মী হৈ খিতিণ্ডা হ'ল। বেচায়ে অকলৈ কাম কৰি হুবিল। তেওঁক মন মাৰি থকা দেখি এদিন কলোঁ, "তুমিয়েই চুতীয়াৰ মান ৰাখিছাঁ। আজিৰপৰা তুমি খনিকৰ উপাধি লিখিবা।" সঁচাকৈয়ে, চাৰিঙৰ ডেকা তৰপ খনিকৰৰ ভিতৰত বেচায়েই খনিকৰী কামত আগবঢ়ুৱা। আমাৰ উৎসাহ-উদগনি পাই বেচাৰাম খনিকৰ নিজৰ ভৰিৰ ওপৰত থিয় হৈ মানুহ হ'ল। অসহযোগ আন্দোলনে স্বাৱলম্বী হ'বলৈ কৈ ফুৰাৰ ফলতেই বেচাৰামৰ আৰ্হি লৈ খনিকৰ গাঁৱৰ সৰহ ভাগ ডেকাই খনিকৰী কামত লাগি জয় জয় ময়-ময় অৱস্থা কৰিলে। এই বেচাৰাম খনিকৰে

নগদ এটকা চাবি অনা দি কংগ্ৰেছ মেম্বৰ হৈ চাবিঙীয়া-মহছাল গড়কাব বীয়া গাঁৱৰ ভাৱনা ৰৰসৰাহত গান্ধী গুণ গাই আমাক নথৈ সহায় কৰিছিল।

সেই দৰে চমূৱা খনিকৰ গাঁৱৰ প্ৰত্যেক ঘৰেই আমাৰ লগ লৈ ধনে-জনে চাৰিং-কংগ্ৰেছখন শকত কৰিছিল। ভদী মণ্ডলৰ পুত্ৰ উধাধৰ হাজৰিকা আৰু শূলধৰ হাজৰিকাৰ নামো ইয়াৰ লগতে লব পাৰি। চমূৱা খনিকৰৰ গোটেইখন গাঁও যে আমাৰেই আছিল।

**দুৰ্গানন্দ কাকতী ঃ** আমাৰ সহকৰ্ম্মীৰ ভিতৰত লেকাত লাগি কাম কৰা কংগ্ৰেছ সেৱক আছিল দুৰ্গানন্দ কাকতী। তেওঁৰ উৎসাহ, তৎপৰতা, হাতৰ কাম আৰু ফুলনিবাৰী পতা আদি সকলো কামতে পাৰ্গতালি দেখি সকলোৱে আচৰিত মানিছিল। দুৰ্গানন্দৰ উৎসাহটো ছৰমূৰীয়া বতাহৰ লগত ৰিজাব পাৰি। তেওঁ আগেয়ে চাহ-বাগিছাত কাম কৰিছিল। মহাত্মাৰ শিঙাধ্বনিত ৰ'ব নোৱাৰি একে জাপেই আন্দোলনত উবুৰি খাই পৰিলহি। কাকতীৰ ঘৰ নিজ-চাৰিঙৰ অভয়পুৰীয়া কাকতিপাৰত। চাৰিঙৰ কংগ্ৰেছ অফিছত কাম নকৰি তেওঁ নিজে চাৰিঙৰ পৰা ৫ মাইলমান নিলগৰ জৰাবাৰীত কংগ্ৰেছ কেন্দ্ৰ পাতেগৈ। কেন্দ্ৰটোৰ নাম দিছিল জৰাবাৰী কংগ্ৰেছ। চাৰিঙীয়া পুখুৰী, পেঙেৰা কুমাৰ গাঁও, দেওধাই গাঁও, কোঞ্চৰ গাঁও, জৰাবাৰী, বলমীয়া চাওদাং, কাঁৰচোৰা গাঁও, বামুণ গাঁও, মাটিখোৱা কাকতীচুক, চাৰিঙ্গীয়া খনিকৰ আদি কৰি গধূলি বজাৰ মৌজাৰ দোমোজাত থকা এটাইবোৰ গাঁৱেই জৰাবাৰী কংগ্ৰেছৰ অন্তৰ্ভূক্ত আছিল। এই অঞ্চলৰ এজন ডেকা ফণীধৰ গগৈৰ উৎসাহ উত্তেজনা কেতিয়াও পাহৰিব নোৱাৰি।

স্বয়ংসেৱক সংগ্ৰহ কৰা, কপাহ যোগোৱা, সূতা কটোৱা, কাজিয়াভঙা, মেল বা পঞ্চায়ত পতা এইবোৰ কাম অকল দুৰ্গানন্দৰ দিহাবুদ্ধি মতেই হৈছিল। জৰাবাৰী কংগ্ৰেছৰ অফিচ এটাও পাতিছিল। চাৰিং-জৰাবাৰীৰ ইমান ঘনিষ্ঠ যোগাযোগ আছিল যে ইখনে সিখনৰ বাতৰি দিনে-দিনে লৈ আছিল। চাৰিআলি, আমগুৰি, চামগুৰি, নামতি কাকতী গাঁও—এইবোৰৰ ঘ'তে সভা-সমিতি হৈছিল ত'লৈকে দুৰোখন কংগ্ৰেছৰ ভলন্টিয়াৰ গৈ সমজুৱা বাইজৰ ডকৰা মনটোইক একোটা একোটা পকা আওঁঠাত পৰিণত কৰিছিলগৈ।

**ইন্দ্ৰেশ্বৰ চুতীয়া ঃ** কালুগাঁৱৰ ফালৰ কংগ্ৰেছ কৰ্ম্মীসকলেও চাৰিং-কংগ্ৰেছত একোটা হেঁচা দিছিল। চাৰিং-কালুগাঁও বাট পথেৰেই ৰে

সম্পৰ্ক আছিল এনে নহয়, ইষ্ট-মিত্ৰ, গোটে-জাতিৰ তেজ-মঙহেৰেও সনা-পোটকা হৈ আছিল, আৰু এতিয়াও আছে। সেইগুণে কংগ্ৰেছৰ কাম কৰোঁতে, চাৰিং ইন্দ্ৰেশ্বৰ চুতীয়াৰ ভাত ঘৰেই আছিল। চুতীয়াৰ লগৰীয়া আছিল যোগকান্ত বৰুৱা। চুতীয়া-বৰুৱাৰ বাহিৰেও প্ৰায়েই ডিম্বেশ্বৰ ভূঞা আৰু কাচিৎ পুনাৰাম গগৈ আহিও বেলিমুখীয়া, বেজগাঁও, চেতীয়া গাঁৱত চোং পাতিছিল। ভূঞাই তুলীয়া পুৰণিমেলীয়া আৰু গড়কাৰৰীয়া গাঁৱৰ কেবাখনো সভাত অহিংস অসহযোগৰ নীতিটো ফঁহিয়াই ৰাইজক বুজাই দিছিল। পীতাম্বৰ হাজৰিকায়ো পুনৰ কলেজত সোমোৱাৰ আগে আগে গাঁৱে গাঁৱে বক্তৃতা দি অসহযোগৰ নীতিটো সুন্দৰকৈ ব্যাখ্যা কৰি ফুৰিছিল।

ইন্দ্ৰেশ্বৰ চুতীয়াৰ ঘৰ লোণপুৰীয়াৰ কাঁহমৰা গাঁৱত আৰু যোগকান্ত বৰুৱাৰ ঘৰ নামতিমুখৰ মাহীগাঁৱত। পূব ফালৰপৰা আহিলে চুতীয়াৰ ঘৰৰপৰা বৰুৱাৰ ঘৰলৈকে যিমান দূৰৈ, বৰুৱাৰ ঘৰৰপৰা আমাৰ ঘৰলৈও সিমান দূৰৈ। চুতীয়া ধৰ্মভাবাপন্ন আৰু সকলো কথাতে ধীৰ। বিৰোধী-জনকো অতি শান্ত ভাৱে বুজাই-বৰাই তেওঁৰ পটিলৈ আনিব পাৰে। বৰুৱা হ'ল দাৰ্শনিক। দৰ্শন আৰু অৰ্থনীতিৰ শানত দি হে সকলো কথাকে ধৰাই চোৱা তেওঁৰ স্বভাৱ। অবুজনক বুজাবলৈ হ'লেও তেওঁ চকুৰ আগত থকা বস্তু এটালৈকে আঙুলিয়াই দাৰ্শনিক যুক্তি এটা দাঙি ধৰিবই। চুতীয়া-বৰুৱা গুৱাহাটীৰ কটন কলেজতে উচ্চশিক্ষা লাভ কৰি আছিল। মুক্তি-যুদ্ধৰ আহ্বান শুনি কলেজ পৰিত্যাগ কৰি নিজা-নিজা অঞ্চলত স্বৰাজ লাভৰ নিমিত্তে যুৰপুতি লাগিলহি।

এই দুয়োজন লগৰীয়া আহি কেতিয়াবা কেতিয়াবা আমাৰ ঘৰতে থাকেহি। চুতীয়াৰ ঘৰলৈ যাওঁতেও দেখি, প্ৰায়েই ইয়াতে ৰাতিটোহঁত বঞ্চে আৰু ইয়াৰপৰাই ওচৰচুবুৰীয়া গাঁৱৰ সভা-সমিতি পাতেগৈ। সেই সভাবোৰলৈ আমি দুয়ো যাওঁ। যোগ বৰুৱাও ঘৰৰ পৰাই আহি সভাত যোগ দিয়েহি। তেওঁও নামতি, শেনচোৱা, বেলিমুখীয়া, চাংমাই, ভঁৰলুৱা গাঁৱত ৰাতিক দিনকৈ ফুৰে। স্কুলৰ ছাত্ৰাৱস্থাতে ভায়েক কমলায়ো কোঞ্চৰপুৰ পৰ্য্যন্ত কংগ্ৰেছ-নীতিকে প্ৰচাৰ কৰি ফুৰিছিল। বৰুৱাৰ লগত প্ৰায়েই চুতীয়া, ডিম্ব ভূঞা, পুনাৰাম গগৈ থাকেই। পুনাৰাম আছিল দুৰন্ত সাহসী আৰু অন্যায়ৰ প্ৰতিশোধ লওঁতা। কিন্তু সাহিত্যৰ অনুৰাগে তেওঁৰ হৃদয় ৰাজ্যখন

মুগন্দুণীয়াকৈ থৈছিল। তেওঁ শ্ৰীহট্ট জেলত কাৰাদণ্ড ভোগ কৰিছিল। ছাত্ৰাৱস্থাৰ কবিতা কেইটামান তেতিয়াই বহিয়াকৈ ফুটি ওলাইছিল। পুনাৰাম অকল যোদ্ধাই নহয়, কবি, সাহিত্যিক আৰু শিল্পীও আছিল।

চাৰিং কংগ্ৰেছৰ সীমাৰ ভিতৰত পোন প্ৰথমেই ইন্দ্ৰেশ্বৰ চুতীয়া, যোগকান্ত বৰুৱা আৰু এই লেখকেই খতিখন নোহোৱাকৈ কংগ্ৰেছৰ সমাচাৰ দিয়াত টাকুৰি ঘূৰাদি ঘূৰি ফুৰিছিল। যি দিনা আমাৰ ৰাতি থপিবলগীয়া হয় সেইদিনা, আমাৰ সৌজোনেই ৰাতি পুৱায়। লক্ষ্মীনাথ বেজবৰুৱাৰ "অসমীয়া ভাষাৰ বক্তৃতাটো" পঢ়ি হাঁহিত বাগৰি থাকোঁহঁক, কোন টলকত নো ৰাতি পুৱায় কবই নোৱাৰোঁ। দিনটো ফুৰি-চাকি আহি নিশা বেজবৰুৱাৰ প্ৰবন্ধ পঢ়িয়েই আমাৰ দুখ-ভাগৰ উৰাই পঠিয়াওঁ। বেজবৰুৱাৰ উপমা আৰু একোশাৰী বাক্য আমাৰ মুখস্থ হৈ গৈছিল। কোনো কোনো সভাত মানুহে আখটি জুৰিলে বেজবৰুৱাৰ ৰগৰ তোলা কথা দুষাৰ মানকে কৈ গেঁথেলা মনটোইঁত কোমলাই পেলাইছিলোঁ।

দেওধাই গাঁৱৰ সভা ঃ এদিন গধুলিবজাৰ মৌজাৰ দেওধাই গাঁৱলৈ গোহাৰিপত্ৰ পঠিয়াই জনালোঁ। সেইদিনা গধূলিলৈ তাত এখন সভা পতা হ'ব; গাঁৱৰ বুঢা-মেথা, ডেকা-ডঙুৰা সকলোটি যেন নামঘৰতে চাপ খায়। সন্ধিয়াতে আমি ৫০ জনমান ভলন্টিয়াৰেৰে সৈতে দেওধাই গাঁৱত উপস্থিত হলোঁগৈ। তেতিয়ালৈকে গাঁৱত সভা হোৱাৰ একো উমঘামেই হোৱা নাই। ওচৰতে মানুহ এঘৰ আছিল—'শাকখোৱাৰ ঘৰ' বুলি কয়। আমি চাৰিজন তেওঁলোকৰ ঘৰলৈকে গলোঁ, এখন্তেক বহি অলপ জিৰাবলৈ। তাতে দেওধাই গাঁৱৰ মানুহ এজন পিৰালিতে বহি থকা পালোঁ। সেইদিনা সভা হোৱাৰ কথা তেওঁ কিবা শুনিছেনে বুলি সুধিলত, তেওঁ ঠোঁহ খৰি ধৰি মাত লগালে, 'সভা এখন হ'ব হবলা। ৰাইজ চাপিবৰ নৌ হয় এখোন। আহিলেও খাই বৈ হে আহিব।'

তেওঁৰপৰাই সভা পতাৰ উমানটো পালোঁ। শাকখোৱাৰ ঘৰতে জা-জলপান পানী-ভুনি অলপ খাই লাহে-ধীৰে নামঘৰৰ ফালে খোজ ললোঁহঁক। নামঘৰ পাই চাওঁ দেখোন—মানুহৰ সচেঁই নাই; ঘৰৰ ভিতৰত ধানখেৰ এসোপা মাথোন পাৰি থোৱা আছে। তাতে বহিলোঁ। বহি বহি আমনি লাগিলগৈ। আৰতে গাও সেৰেঙা লাগিবলৈ ধৰিলে। নিশাও বাৰ বাজি বাওঁ-যাওঁ হ'ল। এনেতে দেখোন, পকাথেকেৰা যেন মানুহ দুজনমান ওলাল

হি। তাৰ পিচত, ছুটি এটিকৈ খিচ্‌খিচীয়া ল'ৰা এৰাহেও দেখা দিলেহি। বুঢ়া কিজনে গাৰ কাপোৰ-কানি কিডোখৰ মেৰিয়াই-ঘূৰিয়াই থম্‌থম্‌কৈ বহাৰ পাচতে, ল'ৰা দুটামানে বুঢ়া আৰু আমাৰ মাজতে জুই একুৰা ধৰি দিলে। জুইকুৰাতেই হাত ভৰি সেকি আমাৰ গাটোঁইতত উম লগাই অলপ বৈছোঁ, এনেতে বুঢ়া এগৰাকীয়ে হুকুম কৰে প্ৰশ্নৰ বাণ মাৰি পঠিয়ালে, "পিচে, তইঁত নো আহিছিলি কিল'ই কচোন বাৰু শুনোহক।" ধীৰ বক্তা ইন্দ্ৰেশ্বৰ চুতীয়াই ধীৰেৰে উত্তৰ দিলে, 'আপোনাসকলে কপাহৰ সূতা কাটিব লাগে। তাকে ক'বলৈ আহিছোঁ।'

কথাষাৰে শুনিয়েই প্ৰশ্নকৰ্ত্তা বুঢ়াজন টিকা দাঙি উঠিল আৰু আচৰিত হৈ মাত লগালে, 'থ পাই ক'ৰ অপেশ্বৰীজনী পাম? তইঁতে জানো আনি দিবি? আৰু কৰি নে কিবা?"

চুতীয়া :—আপোনাসকলে কোনেও যেন কানিত মুখ নিদিয়ে। হাত-যোৰকৈ কৈছোঁ।

বুঢ়া :—কানি খালে নো কি হয়?

চুতীয়া :- এলেহুৱা হয়। গাত বাহবোগে বাহ লয়। ধন-বিত্ত সাঁচিব নোৱাৰে। এই আঘোণ মহীয়া জাৰতো নিকানীয়াৰ ল'ৰা এটাই জপং কৰে যেনেকৈ পানীত নামিব পাৰিব, কানীয়াৰ ল'ৰাটোৱে তেনেকৈ নোৱাৰে। সি কুচিমুচি থাকোঁতেই যাব। নিকানীয়াৰ ল'ৰাটোও দেখিবলৈ ভাল। কানীয়াটোৰ হ'লে হাড়ত খোৱা। আজিলে হে ফল ভুঞ্জিবলৈ পায়। কানীয়া এলেহুৱাই নো আৰ্জিব কিটো? কানীয়া বিলাক সেই দেখি ভাল দৰিদ্ৰ।

বুঢ়া :- "থ থ তোৰ কথাখন। তইঁতক কোনে ক'লে কানি খালে দুখীয়া হয় বুলি? মই মাহে চাইটকা চাইটকা কানি খাওঁ। বলচোন, মোৰ ঘৰলৈ। চাগৈ মোৰ ঘৰত কি নাই। হাতী আছে এহাল। ল'ৰা চাইটা। ফেঁচুয়ে চীচিয়ালেই লৰাইঁত হাল লৈ পথাৰলৈ যায়। ভঁড়ালো দুটা, গুটিৰ এটা, গছীৰ এটা। কানি খালে আৰু' কিহৰ দুখীয়াটো হয় হোঁ?"

চুতীয়া ( আক্ষেপকৈ ) :—এৰা, তীমকল খোৱা মানুহৰ আগত ৰচগোল্লাৰ কথা ক'বই নেপায়।

বুঢ়া :—হেৰ', বৰ কথা নকৰি দেই। মোৰ বাৰীত থোকাথোকে তীম-কল পৰে, তাৰ এটাও মুখত দি চোৱা নাই। তই আৰু' কিহৰ ৰচগোল্লাৰ কথা উলিয়াবলৈ আহিছ? এতিয়া উঠহকঁ।

বুঢ়াজন কানীয়া যদিও, থূলন্তৰ দেহাৰে অসমীয়া স্বাস্থ্যৰ এটি ফটফটীয়া নিদর্শন। তেওঁৰ কথাত বহন নাই; যি ভাবে তাকেই কয়; আৰ্জিব লাগে, খাব লাগে, তাকে হে তেওঁ জানে। বৰ কথা সহিব নোৱৰাটো অসমীয়া মানুহৰ পৈতৃক ধৰ্ম্ম। সেইগুণে, চুতীয়াই সঁচা কথাকে কৈছিল যদিও, বুঢ়াৰ গাত নেখাটে দেখি, কোবত কোবে বুঢ়াৰ খং চৰি গৈছিল।

মানুহজনৰ গতি-গোত্ৰ দেখি আমি কোৱাকুই কৰিবলৈ ধৰিলোঁ, 'ভাল কেঁচা মানুহটো পালোঁহি।' নিৰাশ হৈ সভা ভাঙি গুচি আহিবকে খুজিছিলোঁ। এনেতে, সোমেশ্বৰ দেওধাই ফুকন নামে এজনে মনে মনে ক'লেহি, "সেইজন মানুহ তেনেকুৱাই। গৰ্ডন চাহাবক আহোম ভাষা শিকাইছিল। ফণীধৰ চলিহায়ো তেওঁক মান কৰিছিল। গোপাল ডেপুটীকো তেওঁ আহোম ভাষা পঢ়ুৱাইছিল। এইবোৰ ডাঙৰ মানুহৰ লগত আয়াযাত আছিল দেখি তেওঁৰ কথাও ডাঙৰ ডাঙৰ। আপোনাসকল যাব নেলাগে। গান্ধীৰ কথাকে বাৰদিয়েক কক।" সেই অবৈয়া মানুহজনৰ নাম মহেশ্বৰ ফুকন বুলি পাচত জানিব পাৰিলোঁ।

ফুকনৰ কথামতেই আমি দুবাৰমান কংগ্ৰেছ অসহযোগৰ কথা কলোঁ। তাৰ পাচত, ডেকা ল'ৰা দুটামানক কপাহ যাচিলোঁ (আমি গাইপতি, এপোৱা আধেৰকৈ কপাহৰ টোপোলা একোটা লৈ গৈছিলোঁ) সিহঁতে কপাহ কিনা হে নেলাগে, কপাহৰ ছুইনামকে নসলে। চুকচুকাই চুকচুকাই কোৱাৰ মূৰত যেনিবা চণ্ডৰাম বুলি ডেকালৰা এটাই দুই অনা পইচা দি আধেৰীয়া কপাহৰ টোপোলা এটা কোনোমতে ললে। সেই আধেৰ কপাহে চাৰিটা ভলণ্টিয়াৰ উলিয়ালে। সিহঁতক শিকাই বুজাই আমগুৰিৰ কানি দোকানত পিকেটিং কৰিবলৈ পঠিয়ালোঁ। পিকেটিঙৰ ভাৰ দিলোঁ চণ্ডৰামৰ ওপৰত। দেওধাই গাঁৱত চণ্ডৰামেই আমাৰ প্ৰথম খোপনি হ'ল।

আমাৰ কথামতেই সিহঁতে কানি দোকানত পিকেটিং কৰিলেগৈ। পঞ্চম দিনা, আমগুৰি চাহ কোম্পানীৰ চুপাৰিণ্টেণ্ডেণ্ট চিম্পকিন্‌চ চাহাবে পিকেটিং চাবলৈ আহি সুধিলে, "বেল' পিকেটিং কৰিবলৈ তুইতক কোনে পঠিয়াইছে?"

চণ্ডৰাম:—হজুৰ, আমাক কোনেও পঠিওৱা নাই। আমি নিজে নিজে হে আহিছোঁ।

চাহাব:—পিকেটিং কৰিলে কি হ'ব?

চণ্ডৰাম:—আমি স্বৰাজ পাম।

চাহাব :—স্বৰাজ নো কি ?

চণ্ডিৰামে এতিয়া ক'ব নোৱাৰে। মুখ খজুৱাই খজুৱাই ভয়ে ভয়ে কলে, "বাক হুজুৰ মই কাইলৈ কমহি। এতিয়া যাওঁ।"

এইবুলি, চণ্ডৰামে ততালিকে কানি দোকান এৰি সাত মাইল বাট তৰানৰা ছিড়ি, লৰি মোৰ ওচৰ পালেহি। ওপৰত দিয়া কথা খিনিকে হুবহু কৈ মোক সুধিলে, "পিচে, মই এতিয়া চাহাবক কি বুলি কমগৈ ? কব নোৱাৰিলে চাহাবে মোক কাটেকত দিয়াম বুলিছে।" চণ্ডৰামৰ ধাতুটো বুজি শিকাই পঠিয়ালোঁ, "ক'বা, হেনে কানি দোকানত পিকেটিং কৰাটোৱেই স্বৰাজ।" দিন দিয়েকৰ পিচত শুনিলো যোলে চণ্ডৰাম হেনো দোকানৰ ওচৰ নেপালেগৈয়ে। কেনেবাকৈ ধৰি নিয়ে বুলি গাঁৱৰ সত্ৰ:ক এৰিলে। কিন্তু, জৰাধৰা গাঁৱৰ দিনাৰাম ফুকন, সোমেশ্বৰ ফুকন আৰু ধনীৰাম ফুকনে গুৰি ধৰাত সেই অঞ্চলত কংগ্ৰেছৰ কাম সুচাৰুৰূপে হ'বলৈ ধৰিলে।

**ম'বাৰজাৰ মুছলমান গাঁৱত ঃ** চাৰিং কংগ্ৰেছৰ অফিচ ঘৰ বহুৱাৰ খোজা মাটিডোখৰতে চলিহা কাকতীৰ জনাৰ্দ্দন ভঁড়ালী বৰুৱাই খনোৱা পুখুৰী এটি আছে। পুখুৰীটোৰ নাম ভঁড়ালী বৰুৱা পুখুৰী। সেই পুখুৰী পাৰতে আবদুল নামে দৰ্জ্জী এজন আছিল। তেওঁৰ ঘৰ আছিল ম'বাৰজাৰ মুছলমান গাঁৱত আৰু দৰ্জ্জী কাম কৰিছিলহি চাৰিঙত; চাৰিঙতে অকল-শৰীয়াকৈ বসতিও কৰিছিল। তেৱেঁই চাৰিং কংগ্ৰেছৰ প্ৰথম খিলাফটি সভ্য। আবদুলৰ কথামতেই এদিন শুকুৰবাৰে ম'বাৰজাৰৰ মছিদতে জনদিয়েক মুখিয়ালক লগ ধৰিলোঁ। তেওঁবিলাকে সভা পাতিবলৈ আগ্ৰহ দেখুৱাত দেওধাই গাঁৱৰ পিচতে, ম'বাৰজাৰৰ চাৰিআলিত দুখনমান সভা কৰা হ'ল ; এখন নে দুখন মছিদৰ ভিতৰতো পতা হৈছিল। চাৰিআলি-চামগুৰিৰ মুছলমান গাঁৱৰ মানুহেও আমাৰ লগত যোগ দিছিল। তেওঁবিলাক কিন্তু নামত হে খিলাফটী, কাম এ:কাকে নকৰে। চৰকাৰৰ দমন নীতিলৈ ভয় কৰি কোনেও দেখাগুনাকৈ পিকেটিং আদি এ:কো কৰা নাছিল। কিন্তু বাটে পথে গান্ধী, খিলাফট, মহম্মদ আলি-চৌকৎ আলীৰ কথা হ'লে কৈ ফুৰিছিল। ম'বাৰজাৰৰ ডেকা দুজনমান কিন্তু মৰো-জীউ-সোঁ-আধিকৈ আমাৰ লগত লাগি আছিল। গাঁওবুঢ়া চেখ জোমাৰতে চৰ্কাৰৰ গাঁওবুঢ়া হৈও, তলে তলে আমাক সহায় কৰিবলৈ বতন পুৰীয়া, মানতলীয়া, জেহেনীয়াৰ

ৰাইজক থাটি ফুৰিছিল—বিশেষকৈ দেওবৰীয়া হাটৰ দিনা। আগেয়ে তেওঁৰ দৃষ্টি আমাৰ প্ৰতি বক্ৰ আছিল। যোৰহাটৰপৰা মৌলবী ডেৰাজুদ্দিন আহম্মদ উকীলে দুদিনমান লেথাৰিকৈ খিলাফট আৰু কংগ্ৰেছৰ বিষয়ে দুজাউৰিমান বক্তৃতা দিয়াৰ পাচত হে চেথ জোমাৰত আমাৰ প্ৰতি তুষ্টভাৱী হৈছিল। মনছুৰ খাঁ ভলণ্টিয়াৰ কংগ্ৰেছতে আছে।

## দ্বিতীয় অধ্যায়

**জাঁজী কংগ্ৰেছ কমিটী ঃ** জাঁজী অঞ্চলত জনা-বুজা চোকা মানুহ থকা বাবে তাত আমি ববকৈ ক্ষুৰা নাছিলোঁ। জাঁজী হাইস্কুলৰ ল'ৰা-বিলাকক হে গান্ধী-মহম্মদ আলীৰ কথা কৈ উত্তেজিত কৰিছিলোঁ। কৃষ্ণ নাথ শৰ্ম্মা, চন্দ্ৰধৰ শৰ্ম্মা, শশীধৰ বৰুৱা, কুশৰাম মুক্তিয়াৰ, পূৰ্ণকান্ত বৰুৱা, মুহিৰাম গগৈ বা কমিছন গাঁওবুঢ়া, উষাধৰ আৰণধৰা, দেৱানন্দ খাটনিয়াৰ* প্ৰভৃতিৰ উদ্যোগত জাঁজী কংগ্ৰেছ কমিটী স্থাপিত হয়। ভয়কধৰ খাউণ্ড, হেমনাথ শৰ্ম্মা, ৰত্নেশ্বৰ বৰঠাকুৰ* প্ৰভৃতি চৰ্কাৰী, আধা চৰ্কাৰী কাম কৰোঁতা স্বদেশপ্ৰাণ লোকে পাচ ফালৰপৰা জাঁজী কংগ্ৰেছখনৰ গুৰিত দিহা-পৰামৰ্শেৰে সাৰজাবৰ দি আছিল। ১৯৩০-৩২ চনত, পানীদিহিং মৌজাৰ ভগা মৌজাদাৰ নৰনাথ শৰ্ম্মাই আৰু কুশৰাম মুক্তিয়াৰে অপৰিসীম চেষ্টা আৰু প্ৰচাৰ পৰিশ্ৰম কৰাৰ ফলত জাঁজী কংগ্ৰেছখন শিৱসাগৰৰ ভিতৰত গণগণীয়া আৰু উচ্চতৰ কমিটীতেই পৰিণত হৈছিল। অদ্ভুত কাৰ্য্যতৎপৰতা আৰু তেজস্বিতাৰ গুণত নৰনাথ শৰ্ম্মা শিৱসাগৰ জিলা কংগ্ৰেছ কমিটীৰ সভাপতিও হ'ব পাৰিছিল। কুশৰাম মুক্তিয়াৰে কংগ্ৰেছত ভুক্ত হ'বৰ পৰাই মতৰ অলপো লৰচৰ নকৰাকৈয়ে মৃত্যু পৰ্য্যন্ত কংগ্ৰেছ সেৱা কৰি গল।

**মুগী ভলণ্টিয়াৰ ঃ** মুগী ভলণ্টিয়াৰৰ ঘাই নাম বোপাটি। চাৰিং কংগ্ৰেছৰ এটি ধৰণী। মানুহটিৰ মূৰৰ চুলিবোৰ তামবৰণীয়া, চকুকিটা ডঁহা, গাৰ ছাল ফুটুকা-ফুটুকী আৰু বৰণটিও মুগা। সেই দেখি, ৰাইজে নামে-গাঁৱে মিলাই নাম দিছিল "মুগী" আৰু কংগ্ৰেছৰ কাম কৰি ফুৰা বাবে বুলিছিল "মুগী ভলণ্টিয়াৰ।" হোল গোজ-ভকত কাক বোলে, মুগী ভলণ্টিয়াৰ চালে চাবই নেলাগে। তেওঁৰ মানত সংসাৰখন আছিল বেহেকৰা হাট, অৰ্থাৎ বজাৰলৈ আহি মানুহ-দুনুহে বেচাকিনা কৰি আকৌ ঘৰাঘৰি গুচি যোৱাৰ দৰে। সেইদৰে, আমিও আহিছোঁ এই সংসাৰলৈ দুদিন বেচাকিনা

---

*পদ্মনাথ বৰঠাকুৰৰ "স্বাধীনতা ৰণৰ সংস্পৰ্শত" পুথিত এখেতে পুতেক পদ্মনাথে সৈতে কেনেকৈ কাৰাবৰণ কৰিবলগীয়া হৈছিল তাৰ বিশদ বিৱৰণ পাব।

কৰিম, গুচি যাম। হাঁ-ধন হাঁ-বস্তু কৰি খোৱাকামোৰা কৰি থাকিলে কি হ'ব ? —এয়ে আছিল বোপাটিৰ জীৱন দৰ্শন। এই গুণে, ধন-বস্তুলৈ এওঁৰ বৰ আক্ৰোহ নাছিল। কিন্তু বাপতিলাহোনৰ এচাহীমান মাটিও হ'লে আনক খাবলৈ নিদিছিল। জেদত লাগি কংগ্ৰেছী বোলাই ফুৰা উকীল এজনকে নিঃকিন বোপাটিয়ে চলুৱে-চলুৱে পানী খুৱাই তেনেকুৱা এচাহী মাটিও কাঢ়ি আনিছিল।

বোপাটিৰ কঁকালত জীৰিলি-জীৰিলিকৈ ফটা চুৰিয়া এডোখৰ, গাত ফটা-ছিটা চোলা এটা, কান্ধত বা চুৰিয়া-খোঁচোনাত তামোলৰ ভকৰি বা হাঁচটি এখন। চোলা-চুৰিয়াজোৰে কেতিয়াবা কাচিৎ হে যদি পানীৰে সৈতে মুখামুখি হ'বলৈ পায়। সচৰাচৰ তেওঁ উদং গাৰেই ফুৰে। কাপোৰ লোৱাৰ ভিতৰত, বিশেষকৈ জাৰকালি, সময় বুজি চেলেং, খনিয়া, এৰিয়া কেয়ো বিধৰ কাপোৰ ছাটি মাৰি লয়। কিন্তু, সেই কাপোৰ ডোখৰইত ইমান মলি বন্ধ যোৱা যে তাক গাত লোৱা কাপোৰ ফুবুলি মলিৰে কৰপা মৰা একো ডোখৰ চময়টা বুলিলে হে শুৱায়।

বোপাটিৰ অন্তৰখনি যেন যেন কোমল। বাটে-পথে চিনাকি মানুহজন পালেই তেওঁ ৰাজবাটতে খেৰ এডাল পাৰি ঘপৰ কৰে টিকাটো থৈ আল-ফ ুলকৈ তামোলৰ জোলোঙা, হাঁচটি, ভকৰি যেতিয়া যি থাকে, তাকে মেলিব। মেলিয়েই, "তামোল এখনি খাই যক" বুলি কটাৰীৰে তামোলৰ বাকলি গুচাবলৈ ধৰিব। তেওঁৰ কটা তামোল খাবলৈ বাট চাব লাগিলে বাটকৰাৰ সিফালে সোপায় ভ্ৰষ্ট হয়—ইপিনে বোপাটিয়ে ধৰে কাবৌ-কোকালিকৈ তামোলখন খাই যাবলৈ। সিপিনে দৈৱাসনেই তল যক, তেও বাটকৰাজনে বোপাটিৰ তামোলখন খাই হে যাব পাৰিব।

সাদিন ঢৰা-লঘোন দি থাকিলেও, মুগী ভলটিয়াৰৰ খবৰ নাই—কিন্তু, এঘন্টা তামোল এখন নোখোৱাকৈ থাকিব লাগিলেই তেওঁৰ গাত গোসাঁই নাইকিয়া হয়। সেই দেখি, মুগীৰ কনিত তামোলৰ জোলোঙা এটি সদায় ওলমিয়েই থুবে। সেয়ে তেওঁৰ সৰ্ব্বস্ব। ভলটিয়াৰ ডাং-ৰবলা-হুকুৰি বছৰ পাৰ হৈ গ'ল, তথাপি তেওঁলৈ ছোৱালী যাচোঁতা কোনো নোলাল। কোনোবাই যদি দুখ পতিয়াই সোধে, "বোপাটি, তোমাৰ বিয়াখননো কেতিয়াকৈ পাতিছা", বোপাটিয়ে হুমুনিয়াহ এটা কাঢ়ি মুখৰ ভিতৰতে কৈ থয়— "খোৱা দেও, ছোৱালী আক নানো"। পিচে সংসাৰৰ মায়ালৈ স্পৃহা

এখকা যেন দেখুউৱা সেই বৰাগী ভকতজনকে কেতিয়াবা কেতিয়াবা দেখিবা, দিখৌমুখৰ ভঁৰলুৱা বা পানী দিহিঙৰ নিতাই পুখুৰী নাইবা দিখৌপৰীয়া ঢুলীয়া গাঁৱৰ, বাঁৰী-থাঁৰী থকা মানুহ একোঘৰতে ছমাহ চাৰিমাহকৈ লঠবিয়া হৈ পৰি আছে। ঘৰ এৰি কিয়নো এইদৰে প্ৰবাস খাটিছেহি বুলি সুধিলে ভাও জুৰি কয়, "এৰা, আজি-যাওঁ কালি-যাওঁকৈয়ে আছোঁ। যাইজে দেখোন এৰিয়েই নিদিয়ে। আজি অমুকৰ ঘৰত বৰলবাহ, কাইলৈ তমুকৰ ঘৰত নামগোৱা, পৰহিলৈ আকৌ গাওঁবুঢ়াৰ ঘৰত পাল নামৰো জোৰণি, চৌথা-দিনলৈ যাইজৰ ভাৱনা, এইবোৰ এৰিনো যাওঁ কেনেকৈ?" পিচে কথা বা ক'ত? —তেকুৰি তলত। আশাত বন্দী হৈ মধুনাত পৰ দি থাকোঁতেই তেওঁৰ প্ৰায়েই দিনৰাতি পাৰ হৈ যায়।

বোপাটিয়ে সবহুৱা নামৰ বাহিৰেও, দেহ বিচাৰৰ গীত, বৰগীত,—এই-বিলাকো ৰাগপদ দি শুৱলাকৈ গাব পাৰিছিল। দিহানাম দিওঁতে সকলোৱে বৈ বৈ চাইছিল—ফেদেলা মুগীৰ মুখত সুৱদী মিঠামাত ওলোৱা দেখি বহুতে পঙ্কত জন্মগ্ৰহণ কৰা পদুমৰ উপমা দি তেওঁক পঙ্কজ ফলন্টিয়াৰ বুলি কৈ বৰ ভাল পাইছিল। নামত যোৰাপদ দি হে যায়—লাগ বান্ধ হ'লে একো নাই—অ'ৰ এবাৰ, ত'ৰ এবাৰ যেঁটাই শুনিবলৈ মাথোন শুৱলা কৰে। ১৯২১ চনত এওঁৰ নামৰ ৰস কংগ্ৰেছ ভক্তসকলে পান কৰিবলৈ নেপাইছিল। তেতিয়া তেওঁ কংগ্ৰেছৰ সন্দেশবাৰ্ত্তা হে কঢ়িয়াই ফুৰিছিল। তামোল-খনিয়েই আছিল কানীয়া ভঙুৱাক বশ কৰা সৰ্ব্বটাক মন্ত্ৰ। শুকান পানেই হওক বা পকা পানেই হওক, তাৰেই গুৱা এডুখৰি দি কংগ্ৰেছৰ ছাট নসহাজনৰো মনটো অসহযোগৰ ফালে লুটিয়াই আনিব পাৰিছিল। মৰা-মুগাৰ নিচিনা জলোপলো, জলহু মুগী ভলন্টিয়াৰে কংগ্ৰেছৰ হকে দেহমুৰ টাঁকি কাম কৰিছিল। ১৯৩০ চনত, বোপাটিয়ে আইন অমান্য আন্দোলনলৈ যি বুদ্ধিৰে মানুহৰ মন গলাই আনিলে, তেনে বুদ্ধি তথাকথিত ইংৰাজী পঢ়া শিক্ষিত লোকৰ মগজুতো কেতিয়াও নেখেলায়। '৩০ চনতেই, তেওঁক সকলোৱে সভাসমিতিলৈ মাতি নি মুধাফুটা কংগ্ৰেছ কৰ্ম্মীৰ সমানে আসন দিছিল।

সোণাৰাম চুতীয়া : মোৰ লগত সততেই ফুৰা এজন স্বয়ংসেৱকৰ নাম বিশেষভাৱে উল্লেখ কৰিবলগীয়া। তেওঁ সোমৰৰতকৈ দুদিনমান পাচত হোৱা ভলন্টিয়াৰ। সোমৰৰৰ দৰেই তেওঁও আস্তিক আৰু বিনয়ী। সোণা-ৰামৰ আগেয়ে কানিত মুখ দিয়া অভ্যাস আছিল। হাতীগিৰীয়া হোৱা

বাবে হে তেওঁ কানীয়া ভকতসকলৰ সঙ্গ গ্ৰহণ কৰিব লগীয়া হয়। তেওঁবিলাকৰ ঘৰত বহুত ম'হ আছিল। কিৰিঙা দঁতাল পোৱালী হাতী এটিও আছিল। সেইটি হাতী নালীয়া ফান্দীয়ে বাধা ফুকনৰ হাতী চিকাৰত ফান্দী কাম কৰাৰ পুৰস্কাৰ স্বৰূপে পাইছিল। হাতী-মহ ৰখীয়া হ'লে, স্বভাৱতে কানি খাবৰ প্ৰয়োজন হয়। সেই গুণে হে, তেওঁক কানীয়া হুবুলি কানিত মুখ দিয়া অভ্যাস আছিল বুলি কোৱা হৈছে।

কংগ্ৰেছৰ ধ্বনিয়ে যেতিয়া সোণাৰামক বৰকৈ কোবাবলৈ ধৰিলে আৰু কানিৰ অপকাৰিতা হৃদিগম হ'ল, তেতিয়াই তেওঁ কানিৰ ধোঁৱা-খোৱা দলিয়াই পেলালে আৰু কংগ্ৰেছৰ ভলণ্টিয়াৰ হৈ কানি একৰাবলৈ ধৰিলে, আন কি তেওঁৰ খেচখেচনিত ককাদেক নালীয়া ফান্দীয়েও লুকাই-চুৰকৈ হে এটিকিৰা দুটিকিৰা কানিপান পুৰিবলগীয়া হৈছিল। শেষত, ফান্দীয়েও এৰি পেলালে। কানি আৰু বিলাতী কাপোৰ গুচোৱাত সোণাৰাম ইমান আঁকোৰ গোজালিকৈ লাগিছিল যে সকলোৱে তেওঁৰ নামকে থৈছিল "বৰ ভলণ্টিয়াৰ"।

সোণাৰাম খটখটীয়া আৰু সকলো কামতে বৰ খৰতকীয়া। কাম এটা কৰিবলৈ ললেই ধৰ-ধৰ মাৰ-মাৰ লগাই দিয়ে। এওঁ ম'হ খুঁটিলৈ যাওঁতেও আহোঁতেও হাতৰ পৰা সূতাকটা টাকুৰীটো নেদেই। লগৰীয়া ম'হ গুৱালবিলাকে যদিও মনে মনে কানিপান একো চাকি দিয়াইছিল, "সোণাৰাম ভলণ্টিয়াৰ" হ'বৰ পৰা তোৰা মৃদ মৰিল।

**কনক চন্দ্ৰ ফুকন :** অকৃত্ৰিম দেশ সেৱক শ্ৰীমান কনক ফুকনৰ মধুভাষা যুক্তিপূৰ্ণ কথা আৰু শিষ্ট আচৰণৰ স্মৃতি এতিয়াও মাজে-মাজে উকাই থাকে। জাঁজী আমগুৰি-ম'হাবজাৰ অঞ্চলত সভা-সমিতি পাতি ফুৰোঁতে এওঁ সততেই আমাৰ লগত ফুৰিছিল। ম'ৰাপুখুৰী-কোৱঁৰগাঁৱত গান্ধীৰ নাম শুনিব নোৱৰা মানুহেই বেচি। কনক ফুকনে গম্পিপিটিকি মৰম লগা মাত-কথা কৈ তালেমানক অসহযোগৰ পটিলৈ চাল খুৱাই আনিছিল। ইবিলাক ভলণ্টিয়াৰে বায়ুৰ বেগতে নগুৰা-নিচিন্তাকৈ একোটা কাম কৰিব খোজে, কনক ফুকনে ধীৰে-শাঁতে বহুত ভাবিগুনি হে সেই কামলৈ আগবাঢ়ে। কিবা এটা কথাৰ আউল ভাঙিব নোৱাৰিলেও সেইদৰে ফুকনে কথাবাৰৰ আগগুৰি ভালকৈ ফঁহিয়াই চাই শেষত একোটা অকাট্য সিদ্ধান্তত উপনীত হয়গৈ। এনে ধীৰ প্ৰকৃতিৰ স্বয়ংসেৱক আমাৰ

ভিতৰত অতি বিৰল। তেওঁ দেখিবলৈ যেনে ধুনীয়া, অন্তৰখনো কবিত্ব ভাবেৰে তেনেকৈ জেকি থকা। নাজিৰা হাইস্কুলৰ ছাত্ৰ আছিল কনক। আসাম কোম্পানীৰ চাহাবিলাকৰ মইমতীয়া আচৰণ দেখি স্বভাৱতে বৃটিছ আচৰণৰ প্ৰতি তেওঁৰ বিতৃষ্ণা জন্মি আছিল।

মহাত্মা গান্ধীৰ অসহযোগ শিঙাৰ ফুঁক শুনি কনক ফুকন স্কুলত ছাত্ৰ হৈ থাকিব নোৱাৰিলে। পঢ়া এৰি আমাৰ সেৱক দলত ভুক্ত হৈ আন্দোলনটোৰ সম্মান বঢ়ালেহি। তেওঁ ফাটেকলৈ যাবলগীয়া নহ'ল। তথাপি, চাহবাগিছা আৰু ওচৰ চুবুৰীয়া গাঁও-ভূইবোৰত অসহযোগৰ বাণী প্ৰচাৰ কৰাত নথৈ সহায় কৰিলে।

কনক ফুকন ঐতিহ্যপূৰ্ণ বংশৰ বংশধৰ। সাহিত্য, সঙ্গীত-কলা, বুৰঞ্জী-প্ৰেম তেওঁৰ জন্মগত ধৰ্ম্ম। পুথি প্ৰবন্ধ তেওঁ কিবা লেখিছিল নে নাই, কব নোৱাৰোঁ; তেওঁৰ ঘৰত হ'লে "অসমীয়া", "বাঁহী", "চেতনা" আদি আলোচনী-কাকত আৰু নানান বিধৰ অসমীয়া কিতাপ আলমাৰিত ভৰাই থোৱা দেখিছিলোঁ। অকল ভৰাই থোৱাই নহয়, সেইবোৰ কিতাপ পঢ়ি, নিজৰ চিন্তাশক্তিৰ শাৰ তোলাৰো প্ৰমাণ পাইছিলোঁ।

তেওঁবিলাকৰ ওচৰতে দেওধাই গাঁও। এই গাঁৱতে মনেশ্বৰ ফুকন নামেৰে এগৰাকী দেওধাই ভাষাত পণ্ডিত লোক আছিল। ওপৰত কৈ অহা মতে, এখেতসকলৰ ঘৰৰপৰাই তাহানিখন গেইট চাহাবে অসম-বুৰঞ্জী সঙ্কলন কৰিবৰ সময়ত শিৱসাগৰৰ মাননীয় ফণীধৰ চলিহা ডাঙৰীয়াই ভালেমান আহোম ভাষাত লিখা পুথি নিছিল। আহোম ভাষাত পণ্ডিত গোলাপ চন্দ্ৰ বৰুৱায়ো এই ঘৰ দেওধাই ফুকনৰ সহায়তে আহোম ভাষা শিকিছিল। আমি অসহযোগৰ প্ৰচাৰ কৰি ফুৰোঁতে কনক ফুকনে এখেতসকলৰ গাঁৱৰপৰা কেবাখনো 'অসম বুৰঞ্জী' পুথি উদ্ধাৰ কৰি মোক দিছিল। তাৰে এখন আছিল "চাংমাই বুৰঞ্জী"।

**গুলীৰাম বৰুৱা :** মানতনীয়া ঘৰফলীয়া গাঁৱৰ এজন মানুহ এতিয়াও মোৰ সোঁৱৰণি-পটত জিলিকি থাকে। সেইজন হৈছে—দেওবজা মৈদামৰ ওচৰতে থকা গুলীৰাম গগৈ বৰুৱা। ১৯২১ চনত, এওঁও এজন খৰ্ব্ব-নিখৰ্ব্ব ভলণ্টিয়াৰ আছিল। এওঁ কথা নেপাহৰে। যেই সেই কৰিবলগীয়া কাম এটা নিৰ্দ্দিষ্ট সময়ত কোনোবাজনে কৰিবলৈ পাহৰিলেও এওঁৰ কষ্ট কৰে মনত পৰে। দেহাটোও মনৰ লগতে যেন উৰাই লৈ যাব—এনে হেন

উৎসাহ এওঁৰ। তেওঁৰ মানত সময় অমূল্য ধন—ইয়াক এবাৰ হাতৰপৰা একবাৰেই আৰু পাবলৈ নাই। সেই দেখি এক তিলমান সময়ো এনেই নিনিয়ায়। কৰ্ম্মী বৰ্ম্মীয়েই। কাম এটা কৰিবলৈ পাঁচিলে, তেওঁ গুলীটো যোহাদি গৈ, গুলীটো অহা দি আহে। অহা-যোৱাতেই পাঁচনী ক্ৰিয়াৰ অন্ত নপৰে—যি কাম কৰিবলৈ পঠিওৱা হয়, তাক সমাধা কৰি হে আহে। আজিকালি শৰদত মৌপিয়া কংগ্ৰেছ কৰ্ম্মীৰ গতি-গোত্ৰ দেখি তেওঁ কংগ্ৰেছৰ প্ৰতি শটং জুৰিলে। তথাপি, কংগ্ৰেছ পুলিচি বোৰ্ডতে যি উৎসাহ-উদ্দীপনা দেখুৱালে, কংগ্ৰেছৰ প্ৰভাব থাকে মানে সি স্মৰণীয় হৈ থাকিব। তেওঁৰ নেৰানেপেৰা চেষ্টাৰ ফলতেই জৰাধৰা, ৰতনপুৰীয়া, অভয়পুৰীয়া, মৰাপুখুৰী, কৌৰৰ গাঁও আৰু ঘৰফলীয়া গাঁৱত ৫০ জনমান স্বেচ্ছাসেৱক সংগ্ৰহ কৰিব পাৰিছিলোঁ।

গুলীধামৰ দৰেই ঘৰফলীয়া অঞ্চলত বিদেশী দোকানীকে (বিদেশী নামৰ এজন মানুহ) প্ৰমুখ্য কৰি বহুত ডেকা ল'ৰাই উদ্বাউল হৈ কংগ্ৰেছৰ কাম কৰিছিল। সিবিলাকৰ নাম অলেখ।

মকৰা পেস্কাৰ: ভয়ে ভয়ে হোৱা কংগ্ৰেছ সেৱক বাকৰতি গাঁৱৰ টেপুৰাম গগৈ আৰু কৃষ্ণকান্ত গগৈয়ে এদিন ক'লেহি বোলে, "বাকতী পুলৰ মকৰা পেস্কাৰে আমাক পুলিছৰ হতুৱাই ধৰাই নিয়াও বুলিছে, মহীকান্ত বৰুৱাৰ হতুৱাই এজাহাৰ লেখোৱালেই। আজিয়েই আমগুৰি থানালৈ মানুহ যাব। সিইতৰ হাতত বোলে এজাহাৰখন পঠিয়াব। পেস্কাৰে আমাৰ বাইজখনক কুকুৰ বুলি গালিও পাৰিছে। তেওঁ আটাইকে ভগাই থুৰিছে বোলে কংগ্ৰেছত কোনেও যোগ নিদিব। কোনে ক'ত মহাত্মাৰ জয় দিয়ে, কোনে কাক কানি এৰিবলৈ কয়—এই এটাইবোৰ খবৰ পেস্কাৰে মনে মনে পুলিছলৈ দি থাকে। তেওঁ বাইজকো নেমানে। পেস্কাৰক কংগ্ৰেছত সুমুৱাব নোৱাৰিলে, আমি আৰু সেইফালে ঠুঁটিয়াবই নোৱাৰো। আমাক তেওঁ 'কুকুৰ ভলন্টিয়াৰ" নোবোলাকৈ কথাকে নকয়।" সেইবাবে মই পেস্কাৰৰ ওচৰলৈ গৈ পেস্কাৰক কংগ্ৰেছ মেম্বৰ কৰিব লাগে আৰু পুলিছলৈ ৰিপৰ্ট দিয়া বন্ধ কৰাব লাগে, এই বুলি টানি অনুৰোধও কৰিলে।

মকৰা পেস্কাৰে ভলন্টিয়াৰক কিয় কুকুৰ বুলিছিল আৰু ভাবুকি দি, ফোবোহনি মাৰি টেপু-কৃষ্ণাইক কেনেকৈ কফ আল খুৱাই মোৰ ওচৰ পোৱাইছিল, তাৰ আঁতিগুৰি ক'লে হে সাত বিছৰ সৈয়াকণী মকৰা পেস্কাৰৰ কথাৰ ভাও আৰু সজা-সৰকা প্ৰকৃতিৰ তৎ ধৰিবপৰা যাব।

কথাটো এই—চাৰিং কাকতী গাঁও ক্রেডিট্ চছাইটিৰ চেক্রেটৰী ভোলানাথ কাকতীৰ পথাৰত দাই থোৱা পকাধানৰ মুঠি কিছুমান নিশা কোনোবাই ধাননিৰপৰাই চুৰকৈ নিলে। ভোলা কাকতীয়ে কংগ্রেছ ভলন্টিয়াৰ টেপু-কৃষ্ণাইক চোৰৰ গুং-সূত্র উলিয়াবলৈ কোৱাত তেওঁবিলাকে পুং খেদি খেদি পেস্কাৰৰ ভঁড়ালত সেই মুঠি জাপি থোৱা পালেহি। সেই কাৰণেই, ভলন্টিয়াৰ দুজনে মেল চপাই গোচৰ দিলে, "ভোলা চেক্রেটৰীৰ পথাৰত ধানৰ মুঠি চুৰ কৰিলে। মুঠিবোৰ গালফলা। আমি খুচঁৰি-খুচঁৰি ধানৰ চিনে-চাবে সেই মুঠিবোৰ পেস্কাৰৰ ভঁড়ালত পালোঁহি। পেস্কাৰক সোধাত ক'লে, 'ভঁড়ালত কোনে কি সুমাই থৈছে, মই কেনেকৈ ক'ম? মই কিবা আনিছোঁ নে?' —মেলুৱাই সকলে বিচাৰ কৰি ভলন্টিয়াৰৰ অভিযোগ সঁচা বুলি, সন্দেহতে পেস্কাৰৰ পুতেক এটিক এশ টকা দণ্ড কৰিলে। সেই দণ্ডৰ টকাকে আনিবলৈ যাওঁতে, পেস্কাৰে গালিশপনি পাৰি টেপু-কৃষ্ণাইক ভেকাহি লগালে! "ৰ. কুকুৰহঁত, তহঁতক পুলিছত দিব লাগিব। আজিয়েই মই মহীকান্ত বৰমহৰীৰ হতুৱাই দৰ্খাস্ত লেখোৱাওঁগৈ। মই দণ্ড-ফণ্ড নিদিওঁ। কুকুৰ-বাইজখনেনো কেনেকৈ দণ্ড লয় চাওঁ বাৰু, ৰঃ।"

পেস্কাৰ ভিতৰত আছিল। বোধকৰোঁ, ভাত খাইছিল। মই চ'ৰা ঘৰৰ পৰা মাত লগালোঁ, "পেস্কাৰ ডাঙৰীয়া আছে নে?"

ভিতৰৰ পৰা মাত এষাৰ আহিল, "কোন?"

মই মাত দিলোঁ, "মই হে।"

আকৌ ভিতৰৰ পৰা নিজে নিজে কোৱা যেনকৈ (স্বগতঃ) টানি সুধিলে, "আয়—আয়। কোন।"

মই ও ডাঙৰকৈ মাতি পঠিয়ালোঁ, "মই অমুকা" (মোৰ নামটো কলোঁ)।

এইবেলি নেপথ্যে মাত মতা মানুহজন ভিতৰৰপৰা ওলাই আহিল। মানুহজনৰ কঁকালৰপৰা তলছোৱাত মুগা চুৰিয়াৰ বৰ ফেৰ আৰু গাত পাতলীয়া চেলেং এখন। তেৱেঁই মকৰা পেস্কাৰ। মোক দেখা মাত্রকে তেওঁ আচৰিত হোৱা যেন দেখুৱালে আৰু অমৰাগুটীয়া ভইঁা চকুকিটা পকাই, মোক সেৱা এটি কৰা যেনকৈ, পকা গোফঁ কোঁচাত হাত ফুৰাই বৰ আথে-বেথে সুধিলে, 'অ' গুৰুজন দেখোন! দুপৰীয়াখন বন্দীৰ ভগা বহাত কিয় বা খিত দিলেহি?" এই বুলি কথাবাৰ সোধাৰ লগে লগেই গোসাঁই ঘৰৰ ফালে

টোঁৱাই হাতযোৰকৈ ক'লে, "এতিয়া, উঠিব হে লাগে।" (যেন, মই আহিম বুলি তেওঁ আগেয়েই জানিছিল আৰু যেন গোসাঁই ঘৰত, সেই বাবে, মোলৈ জলপান সজাই থোৱাই আছিল, এতিয়া উঠি মাথোন খাবগৈ হে লাগে।)

পেস্কাৰৰ ভেৰাকুটীয়া ভাও দেখি মইও গহীনাই কৈ থলোঁ, "থক, থক, নেলাগে বাৰু জলপান-পাতি দিহা কৰিব। এতিয়া ভাতেই খামগৈ আৰু"।

"ভাল, গুৰুজনৰ ইচ্ছা," এইবুলি মহ শিঙ্গীয়া গোঁফ কোঁচাত আকৌ মোহাৰ এটা মাৰি সন্তৰ্পনে সুধিলে, "পাচে, বন্দীৰ ঘৰতনো ধূলা দিলেহি কি সকামত?"

মই:—সকাম বুলিবলৈ একো নাই, পেস্কাৰ। কিবা অকণমান কথা এটিৰ খুঁকুৰি মাৰিবলৈ হে আহিলোঁ। হয় নে, আপুনি বোলে ৰাইজখনক কুকুৰ বুলি গালি পাৰিছে?

পেস্কাৰ:—হৰি! হৰি! ভূমি-ছুই কৰ্ণত হাত দিয়া কথা! কোন শত্ৰুৱাই নাৰকীয়ে ক'লে এনে কথা? ৰাইজক কুকুৰ বুলিবৰ বন্দীৰ কি শকতি আছে?

মই:—সিদিনা টেপু আৰু কৃষ্ণায়ে বোলে আপোনাৰ ভঁড়ালঃত ভোলা চেক্রেটৰীৰ পথাৰৰপৰা অনা পকা ধানৰ মুঠি পালে। সেই বাবে, মেল চপালত আপোনাৰ পুতেকক ৰাইজে এশ টকা দণ্ড কৰে। তেওঁ বিলাকে সেই দণ্ডৰ ধন বিচাৰি অহাত আপুনি ক'লে হেনো, "কুকুৰ ৰাইজক কিহৰ দণ্ড দিবলৈ আছে?" এই বুলি কৈয়েই, সিইঁতক বোলে ছুই খি নিকিলালে।

পেস্কাৰ:—অ' সেইটো কথা। সিও এটা কথাৰ কথা নে? তাকে হ'বলা গুৰুজনে সুধিবলৈ আহিছে। টেপু-কৃষ্ণাইঁতৰ মান তল্ খুচৰীয়া পাযণ্ড ক'ত ওলাব? ইইঁতে, গাঁৱত কোনে ক'ত কি কৰিছে খুঁচৰি ফুৰে। বন্দীয়ে গান্ধী ভলণ্টিয়াৰক বেয়া বোলা নাই, নোবোলেও। গড়মূৰীয়া গোসাঁই ঈশ্বৰে বৰ ভাল কামঃকে কৰিছে।' এইদৰে কথাৰ ঢাল অইন ফাললৈ পোনাই শেহান্তত পাকে—প্ৰকাৰে স্বীকাৰ কৰিলে, 'গুৰুজনে শুনা কথা এটাইবোৰ সঁচা। এটি কথা হে-মাথোন বেঙাই গৈছে।'

মই:—কোনখিনিতেনো বেঙালে, শুনোচোন বাৰু।

পেস্কাৰ:—ৰাইজে বন্দীৰ পোক সন্দেহতে অকাৰণ কথাত ১০০ টকা দণ্ড কৰা সঁচা। তেতিয়া বন্দীও মেলতে থকা হৈছিল। অযুগুত দণ্ড কৰা শুনি বন্দীয়ে নেমাতি নোৱাৰিলোঁ, বোলোঁ, 'মেলত থাকি যি নেমাতে উচিত, দোষে পায় তাকো কিঞ্চিৎ-কিঞ্চিৎ'। এই দেখি,

আমি মেলুৱাই স্বৰূপে কোৱা হ'ল, 'তাৰ ধাননিয়ে চেক্রেটৰীৰ ধাননিয়ে লগালগি : গতিকে, ভুলেচুকেও মুঠি আনিব পাৰে। সি যে আনো বুলি আনিছে, বন্দীয়ে বিশ্বাস নকৰে। সঁচা কথাত দণ্ড কৰে দেখিবলৈ ভাল। অনাহকত বাক কোনে কেঁচা ধনখন ভৰে? কাকতীৰ পথাৰেৰে লেট্‌পেট আছিল দেখি হে, এনে অপযশটোকে শুনিবলৈ পোৱা হ'ল। দণ্ড কৰিছে, কৰক বাক। তাৰ পিচে, ১০০্‌টকা দণ্ড বৰ চৰি গৈছে। আমি হ'লে, দহ টকিতে থবলৈ কওঁ। ৰাইজৰ শাওত গৰুগুৰো পথা ছিগে বুলি হে সিমানকে কোৱা হৈছে। তাকে চাই ৰাইজে যি কৰে। এই বুলি সেও হৈ কোৱাত বন্দীৰ কথাতে ৰাইজ মান্তি হ'ল আৰু বন্দীৰ পো-টোক দহ টকাকে দণ্ড কৰিলে। আমিও সেই টকা দিবলৈ দিন লোৱা হ'ল।"

এই কুৰ্‌ধীয়া ভদ্ৰটিয়াৰ কিটাই আৰু' সিদিনা আহি বন্দীৰ ঘৰতে খেচ্‌খেচ্‌ কৰে ধৰিছেহি বোলে ৰাইজৰ দণ্ড কপ্‌শ দিবই লাগে। বন্দীয়ে বোলোঁ, "-হৰ কটাইত, কপ্‌শ বুলিলেই কপ্‌শ পায়নে? এশ হে নেলাগে, দহ টকাকে পাৱনে নেপাৱ? এই বুলি ক'লত সিহঁতে বন্দীক বহুত নক'বলগীয়া কথা ক'লে। তেনেতে, বন্দীয়ে হ'বলা খঙৰ ভমকত কৈ পেলালোঁ, "যা, যা, তহঁতৰ কুকুৰ ধুলি ৰাইজখনে মোৰ কি কাণ কাটে কাটিব—মকৰা শইকীয়াই তালৈ ভয় নকৰে।"

তাৰ পিচত, ভকতীয়া ভাও ধৰি, মোৰ মুখে-মুখে চাই আচল কথাটো ব্যক্ত কৰিলে, "চকচোন বাক গুৰুজন, বন্দীৰ পোক দণ্ড কৰা যেই, বন্দীক দণ্ড কৰাও সেই নহ'ল জানো? পো বোতিয়া আচামী, বাপেকীও জানো আচামীৰ লগৰে নহ'ল? ৰাইজে যেনিবা এশ টকা দণ্ড কৰিছিলেই, আচামীৰ বাপেক বন্দী-আচামীয়ে দহ টকাতে থবলৈ কোৱাত ৰাইজখননো কেলৈ মান্তি হ'ল? আচামীয়ে জানো আচামীক দণ্ড কৰিব পাৰে? যি ৰাইজে আচামীৰ কথাতে হৰিভৰ দিয়ে সেই ৰাইজ কুকুৰধুলি নহয়, কি? ইহঁতে থালী বন্দীক কেনেকৈ শলঠেকত পেলাওঁ তাকে হে অহৰ্নিশে চিন্তি থাকে। দহ টকা ক'ত আৰু এশ টকা ক'ত? এইবোৰ কেৱল টেপু-কৃষ্ণাইৰ কাৰচাজি। তাতে আকৌ ৰাইজখনো তাহাঁতৰে।"

পেস্কাৰৰ কথাৰ দোপাক-তেপাক দেখি, সেইটো কথা তাতে এৰি কংগ্রেছৰ সভ্য হোৱা আৰু তিলক-ভঁড়ালৈ দান দিয়াৰ কথা উলিয়ালোঁ। দান

বৰগুনিৰ কথা উলিয়াবলৈ হে পালোঁ, পেষ্কাৰে সাউৎ কৰে ভিতৰলৈ সোমাই গৈ পাণবটা এটাতে তামোল-পাণ এটাই সৈতে ৰূপ তিনটকা আনি ঠাই-খন মোহাৰি মোহাৰি মোৰ আগতে থলেহি।

টকা দেখি কলোঁ, "বোলোঁ পেষ্কাৰ, ক'গ্ৰেছৰ প্ৰতিজ্ঞা পত্ৰত চহী নকৰিলে, আপোনাৰ টকা ল'ব নোৱাৰোঁ।"

পেষ্কাৰ :— বন্দীয়ে চহী-তহী নকৰে। বন্দীৰ ঘৰলৈ গুৰুজন আহিছে, কংগ্ৰেছলৈ দান লাগে বুলিছে, লৈ যক, এই কেটাকিকে। দুখীৰ দুখী অৱস্থাত যি পৰা হৈছে, দিয়া হৈছে।

মই :— আপুনি চহী নকৰিলে টকা চুবই নোৱাৰোঁ।

পেষ্কাৰ :— (অলপ বেলি টভক মাৰি) ভাল বাৰু, নেলাগে চুব। গুৰুজনে যদি এটা কাম কৰি দিব পাৰে, বন্দীক মহৎ উপকাৰ কৰা হ'ব। তাকে যদি কৰে, বন্দীয়ে চহী হে নেলাগে, তিনক ভঁড়ালৈও ডেৰকুৰি-মান ৰূপ আগবঢ়োৱা হ'ব।

তাৰ পিচত, তেওঁ পেট খুলি সকলো কথা প্ৰকাশ কৰিবলৈ ধৰিলে আৰু মইও কাণ পাতি শুনি গলোঁ। পেষ্কাৰে আৰম্ভ কৰিলে, "দেখিছেই, সোজনী বন্দীৰে ঘৰৰ মানুহ, (এই বুলি, মোৰ মুখৰ আগতে বাঁহৰ চাং এখনতে শুই থকা তেওঁৰ ঘৈণীয়েকলৈ আঙুলিয়াই দেখুৱালে) আজি ছমাহ হ'ল, কেঁকালৰ বিষত উঠিবপৰা নাই। পথাৰৰ পকাধান পথাৰতে ৰহিছে। জানেই নহয়, মহগুৱালবোৰ কেনে উৎপতীয়া। সিহঁতে নিশা-নিশাটো বন্দীৰ ধান ডৰাতে মহ মেলি দিয়ে। মহে খাই-খচকি গোটেইখন তহিলং কৰে। ৰাতিপুৱা কুঁৱলীৰ আঁৰতে, গুৱাল পলাই গুকাইচুক পায়গৈ। বন্দীয়ে খেদি-খেদি ভুটামানৰ দা-টোকোন, টৌ-বাটি কাঢ়ি লৈ থৈছোঁ। তাহাঁতৰ ওপৰত মেল চপাই বন্দীয়ে পাবলগীয়া ৰূপ চাৰি কুৰিকে এতিয়া উলিয়াই দিব লাগে। গুৰুজনে এই ফেৰাকে উপকাৰ কৰক। ৰূপ কেটকা পালেই, তাৰে দুকুৰি তিনক ভঁড়ালৈ যাব আৰু সিকি এটা দি কংগ্ৰেছতো সোমোৱা হ'ব।"

মকৰা পেষ্কাৰৰ মকৰাজলীয়া ফান্দ খন দেখি মনে-মনে হাঁহিলোঁও, বিমোৰতো পৰিলোঁ। ভাবিলোঁ, এওঁক যদি কেনেবাকৈ আমাৰ ছিটিকাত লগাব পাৰোঁ, আমাৰ আৰু ৰামৰাজ্য—টিপমীয়া গাঁৱত আমাক আৰু কোনে পায়? এওঁৰেই যদি মুখখন বন্ধ হয়—খামোন বাজৰতি হে নেলাগে,

ত'ৰ জকাইচুকলৈকে কংগ্ৰেছৰ অখণ্ড ৰাজ্য হ'ল বুলি ধৰিয়েই লব পাৰোঁ।

ঘৰলৈ আহি পিচ দিনাই বোপাটি ভলণ্টিয়াৰক (এওঁৰ কথা ওপৰত কোৱা হৈছে) জকাইচুকলৈ পঠিয়াই, গুৱালকিটাক মেললৈ আহিবলৈ জাননী দিলোঁ। মানুহে কয়, "শিয়ালে-গুৱালে সমান।" বোপাটিক পঠিয়ালোঁ যদিও, গুৱালে নো মোৰ কথা ক'ত মানিব বুলি মনতে সন্দেহো হ'ল। জাননীত লেখিছিলোঁ—মকৰা পেঙ্কাৰৰ ধান খুউৱা বাবে তোমালোকৰ ওপৰত পেঙ্কাৰে গোচৰ দিছে। চাৰিং কংগ্ৰেছে অমুক তাৰিখে তাৰ বিচাৰ কৰিব। তোমালোক যেন দহোকুৰি মেললৈ নহাকৈ নেথাকাঁ।

বোপাটি ভলণ্টিয়াৰেও আমাৰ জাননীৰ ওপৰতে আৰু দুবাৰমান কথাৰে আগগুৰি কটাত, গুৱালকিজন দিনে-বাৰে আহি কংগ্ৰেছৰ মেলত উপস্থিত হ'লহি। মেলুৱাই আছিলঃ— সুৰথ চন্দ্ৰ চলিহা, লক্ষ্মীনাথ কাকতী, বিষ্ণুৰাম বৰকাকতী কুশকান্ত বৰকাকতী আৰু ডিম্বেশ্বৰ কটকী। লক্ষ্মীনাথ কটকীৰ ঘৰতে সেই মেল বহিছিল। মেলুৱাইৰ বিচাৰত সন্তুষ্ট নহ'ল যদিও, পদকীয়া (আচামী) কিজনে আপোন ইচ্ছাৰেই টকা ভৰিবলৈ গাত ললে। কিন্তু সেই সময়ত হাতত নথকাত, ডিক্ৰী হোৱা ৮০ টকাৰ ভিতৰত আংশিক ভাৱে যি যেনেকৈ পাৰে দিলে। কেউদিনৰ পৰা মুঠ ৩৫ টকা পোৱা হ'ল। তাৰে ১০ টকা মেলুৱাইৰ দস্তুৰী বা মেলখৰচলৈ থাকিল। বাকী থকা ২৫ টকা এতিয়া মকৰাৰ প্ৰাপ্য। পেঙ্কাৰক লাগে জিকা হাঁহৰ মূৰটো—টকাটো পাচ কথা। গুৱালইতে সেও মনাত পেঙ্কাৰৰ বহুত পাব নাই। পূৰ্ব্বৰ অঙ্গীকাৰ মতে তেওঁ এতোলিকে তিলক-ভঁড়ালৈ ১৫ টকা দান আগবঢ়ালে আৰু চাৰি অনা দি কংগ্ৰেছৰ সভ্য ভুক্ত হ'ল। পেঙ্কাৰক কংগ্ৰেছ ভুক্ত কৰি হৈকাই টিলিকি মাৰিলোঁ। সেইদিনাৰপৰা বাজৰতি-টিপমীয়াত আৰু কংগ্ৰেছৰ ভয় নোহোৱা হ'ল। টেপু-কুন্তাইৰো ভয়-ভ্ৰান্তি সকলো ভাগিল। ক'ৰবাত সভা-সমিতি বা মেল দোৱান হ'লেই পেঙ্কাৰক নমতাকৈ নেথাকোঁ। ৭০ বছৰীয়া বুঢ়া পেঙ্কাৰো, হাতত লাখটিদাল লৈ থৰক বৰককৈ হ'লেও তাত উপস্থিত হ'বগৈয়ে। মকৰা পেঙ্কাৰ অকল চাৰিঙৰে নহয়, চুতীয়া কুলৰেই এটি সাঁথৰময় অদ্ভুত চৰিত্ৰ।

**চিংকো থহৰা মেধি ঃ** টিপমীয়াৰ দৰেই অগ্নিবন থনিকৰ গাঁৱতো এজন মাতঃবৰী লোক আছিল, যাক, অন্ততঃ "মৌনেন সম্মতি লক্ষণং" ভাব প্ৰকাশ কৰাই বহুৱাই নোথোৱা হ'লে, ঘৰৰ ওচৰতে অসহযোগৰ কাম

কৰিব নোৱাৰিলে তাইঁতেন। এইজন পুৰুষৰে নাম চিংফৌ-খহুৱা। আচলতে এওঁ চিংফৌ নহয়—খহুৱা নামৰ এজন নিভাঁজ অসমীয়া মানুহ হে। এওঁৰ মাক-বাপেকক হেনো উত্তৰ কুলৰ চতিয়াৰপৰা (কলাবাৰী) চিংফৌৱে ধৰি নিছিল। ধৰি নিয়া মানুহবোৰে সৈতে চিংফৌইঁত উজনিৰ পোনে কোনোবা এঠাইত নিশা শুই আছিল। তাতে সিইঁত ভৰ-যুমটিত পৰিলত, লগৰীয়া দুটামানে সৈতে খহুৱাৰ মাক পলাই গৈ ওচৰৰে হাবি এখনত সোমাল। তাতে মাকৰ অশৌচ লাগিল আৰু এই খহুৱা বোলা ল'ৰাটি ভূমিষ্ঠ হ'ল। পানী-কেঁচুৱাটোৰ টেঁৱা-টেঁৱা মাত শুনিলেই জানোচা চিংফৌ-দোৱনীয়া আহি সিইঁতক মাৰি পেলায়হি, এই ভয়তে মাকে কেঁচুৱাটোক বুকুত বান্ধি অগাইধনি হাবিত সোমালগৈ। দুদিনমানৰ পিচতে, চিংফৌইঁত তাৰপৰা উজাই গ'ল। খহুৱাৰ মাকও হাবিয়ে বননিয়ে অকাই-পকাই কেঁচুৱাটোৰে সৈতে জৰাইচুক পথাৰত ওলালহি। তাতে, ওচৰচুবুৰীয়া মানুহৰ আশ্ৰয় লৈ খুজি মাগি খাই থাকিল। ল'ৰাও লাহে লাহে লৰি-ঢাপৰি ফুৰিব পৰা হ'ল।

চিংফৌৰ চকুত ধূলি মাৰি খহুৱাৰ বাপেকো এদিন পলাল। তেওঁ ঘৈণী-য়েকক দিহিঙে-দিপাঙে বিচাৰিও লগ নেপালে। ঘৈণীয়েকক বিচাৰোঁতে-বিচাৰোঁতে বাটৰো ভু হেৰাল। হাতত বাপতিসাহোন তৰোৱালপাটকে সাৰথি কৰি, ঘৈণীয়েকক বিচাৰি খহুৱাৰ বাপেকে যেনিয়ে পায় তেনিয়ে হাবি ভাঙি যাবলৈ ধৰিলে। বছৰচেৰেকৰ মূৰত তেওঁও আহি হঠাৎকাৰে অনাভুৱাকৈয়ে সেই জকাইচুকৰ হাবিতে ওলালহি। আয়ুসত যেন চাউল আছিল, আকৌ গিৰীয়েক ঘৈণীয়েকৰ দেখাদেখি হ'ল। পুনৰ মিলনৰ বং বেজাৰত দুয়ো কান্দি-কাটি চকুৰ পানী টুকিলে। বিচ্ছেদৰ পিচত হোৱা মিলনৰ আনন্দকে উপভোগ কৰি দুয়ো সুখে-সন্তোষে বছৰদিয়েক পঠিয়ালে। এনেতে, নিষ্ঠুৰ কালৰ ডাক পৰিল—খহুৱাৰ বাপেকে পৈতৃক সম্পত্তি তৰো-ৱালখনকে ঘৈণীয়েকৰ হাতত দি সংসাৰ-বৈতৰণীখন পাৰ হৈ গুচি গ'ল। বিয়া-বাক কৰাই জকাইচুক এৰি খহুৱা অগ্নিৰৰ খনিকৰ গাঁৱলৈ উঠি আহিল।

পূৰ্ব্বে, মাকে কৈ যোৱা কথা মতেই খহুৱাই তৰোৱালখনকে সোণৰ মেকুৰী পূজা কৰা দি কৰি থাকে। তাকে তেওঁ উলিয়াই সুমুৱাই কেতিয়াবা "এন্ কৰিম, তেন কৰিম" বুলি, চুতীয়াৰ পূৰ্ব্বগৌৰৱ সুঁৱৰি ঠটা মাটিতে

খপিয়াই ফুৰে। গাঁৱৰ মানুহ আটাইৰে তেওঁলৈ ভয়। খহুৱাই স্বভাৱতে ৰুদ্ৰ মূৰ্ত্তি ধৰি থাকে আৰু অবাইচ বা উভং মাত নমতাকৈ কথা এষাৰো নকয়। সেই দেখি, তেওঁক সকলোৱে উপলুঙা নাম দিছিল "অসুৰ"। ওচৰতে খহুৱা নামেৰে আৰু দুজনমান মানুহ আছিল। তেওঁবিলাকৰপৰা বেলেগ বুজাবলৈ এইজন খহুৱাৰ নামৰ আগত চিংফো আলডাল লগাই লোৱা হৈছিল।

খহুৱ ই কংগ্ৰেছৰ নামত যে জুইতো খেৰ এডাল নিদিয়েই নে, তেওঁৰ পদূলি সোমোৱা ভলণ্টিয়াৰকে তৰোৱাল ঘূৰাই নঙলামুখৰপৰা খেদি পঠিয়ায়, —অৱশ্যে তৰোৱালৰ চোঁচা কেৱল নঙলা মুখলৈকে হে। তথাপি,

"ভয়ত ভগৱন্তও পলায়।

কিলৈ বাসুদেৱেও ডৰায়" দেখি, ভলণ্টিয়াৰে তেওঁৰ বাৰীৰ দাঁতিয়ে যাওঁতেও আঁৰ লৈ হে গৈছিল। "গান্ধী—ভলণ্টিয়াৰ" সংহাৰ কৰিবলৈ ওলোৱা এনেজন পশুৰামৰূপী টিঙত কোবোৱা ক্ষত্ৰিয়ক কংগ্ৰেছৰ মোৰত সুমুৱাই ল'বলৈ বুদ্ধি এটা পাঙিলোঁ।

খনিকৰ গাঁৱৰ মাজেদি গজপুৰীয়া কাকতী-গাঁৱলৈ নগা-আলিৰপৰা পোন বাট এটা নাই, অথচ, এই গাঁও দুখন সকলো কথাতে কঁঠাল এঠাৰ দৰে লাগি থকা। একেখন পথাৰতে, খেতিয়ে-খলাই বিহুৱে-সংক্ৰান্তিয়ে ইখন গাঁৱৰ মানুহ সিখন গাঁৱত নহ'লেই নহয়। এদিন, কংগ্ৰেছৰ কথাটো টুকুৰিয়াই চাওঁ বুলি চুচুকচামাককৈ তেওঁৰ কাষ চাপি সুধিলোঁ, 'ববপিতা' কথা এটি কওঁ, শুনিবনে?" তেওঁ সন্তোষ মনে উত্তৰ দিলে 'ক', কি কথা।" মই তেতিয়াই কলোঁ, 'আপোনাৰ ঢাপৰ দাঁতিয়েদি আমাৰ গাঁৱলৈ আলি এগছ উলিয়াব খুজিছোঁ। ঢাপটোলৈ হাউলি থকা আপোনাৰ বাঁহ হে দুটা নে এটা কটা পৰিব।" কথাষাৰ ওৰাপাত্তি আনোতেই খহুৱা-ববপিতা জাঙুৰ খাই উঠিলেই আৰু বাবেবুৰি উভং মাত মাটি গোজ-গোজাবলৈ ধৰিলে, বোলে, "তোক বাবুলাই পালে। মোৰ বাঁহকেডাল হোৱা দেখি তাৰ চকুত টোপনি নাই নহয়। কেনেকৈ হোৱা বাঁহনিৰ ধাৰিটো ভাঙো তাৰ ভাবেহে চিন্তা। পৰহি ৰাতিও আহি, কুমলীয়া বাঁহৰ আগ এটাকে দোঁৱাই থৈ গৈছেহি। অলপ খৰখৰাবৰ শুনি চুঃ বুলি মাত মাতি চাওঁ দেখোন বাবুলাটো সুৰসুৰ কৰে লৰ মাৰিছে। বাট লাগে বাবুলাক মোৰ বাঁহনিডৰা খয়ক্কৰ কৰিবলৈ। তাকে কৰিবলৈ সি কাহানিবাৰেপৰা চান্দি

আছে। চল পোৱা নাই দেখি হে। এতিয়া চাইছে, কংগ্রেছৰ নামত্তে ভেজা লৈ বাঁহধাৰি ভাঙো।' তাৰ পিচত খাটাংকৈ কৈ পেলালে 'মই আলিবাট চালিবাট নিদোঁ।'

কিবা এটা কথাৰ নিমিত্তে চিংফৌ খহুৱাই বাবুলাক চকুপাৰিয়েই দেখিব নোৱাৰিছিল। বাবুলাৰ নাম শুনিলেই তেওঁ জ্বলি পকি উঠে। বাবুলাক তেওঁ কালবৈৰী বুলি ভাবিছিল। ইমানকৈ বাবুলাই নো খহুৱাক কি কথাত শত্রু পাতিলে কোনেও নেজানে। বাবুলাৰ নামটো শুনিলেই খহুৱাই ভিতৰৰপৰা তৰোৱালখন আনি মাটিত ঘাপ দুটামান মাৰিবই মাৰিব। দেখিলোঁ, চিংফৌ খহুৱাক বলোৱাৰ বুদ্ধি-সন্ধি এটাইবোৰ অথলে গ'ল!

খহুৱাক কংগ্রেছৰ ফলীয়া কৰা আশা একপ্রকাৰ এৰিয়েই দিছিলোঁ। কিচে আকৌ মনত খেলালে—এওঁক কেনেবাকৈ কংগ্রেছ মুখীয়া কৰি ল'ব পাৰিলেই অগ্নিবৰ খনিকৰ, চমুৱা খনিকৰ, কণামুচবিচুক, ৰতনপুৰীয়া, আমগুৰিৰ চাৰিডীয়া খনিকৰ আৰু ধুনীয়া গাঁও—এই কেউখন গাঁৱত আৰু টলো টলোকৈ ঘূৰি ফুৰিব নেলাগিব। এতেকে, ছলে-বলে চিংফৌ খহুৱাক কংগ্রেছৰ পটিলৈ অনাব হে কথা। ইয়াকে ভাবি, তেওঁ ভাল পোৱা চৰ্কাৰী কৰ্ম্মচাৰী দুজনমান আৰু স্থানীয় মুখিয়াল লোক দুজনমান আনি সোধাই চাবলৈ ঠিক কৰিলোঁ। সেইসকলৰ হতুৱাই হেচ মাৰি ধৰালে খহুৱা 'অসুৰে' বাট নিদিওঁ বুলি কি তুৰিমুৰি কৰিব? ভবামতেই, গাঁৱৰ চৰ্কাৰী মণ্ডল মহোদৰ শৰ্ম্মা, পূৰ্ণানন্দ কাকতী আৰু ৰাইজৰো মেলুৱাই মন্মথচন্দ্র চলিহা আৰু বিষ্ণুৰাম বৰকাকতীক মাতি নি মেল বহুৱালোঁ। মেলৰ বাতৰি শুনি বাবুলা আগেয়ে আহি হাজিৰ। বাবুলা অহা শুনি, ৰাইজে মতামতো চিংফৌৰে নাহেঁা-নথওঁ কৰিছিল, কিন্তু তেওঁৰ বৰপুতেক মিহিৰাৰে ক'লত যেনিবা গা লৰিল। লৰালৰিকৈ, মুৰৰপাহকটা দীঘল পকা চুলিখিনি মিহিকৈ আঁচুৰি, ফুলকলি যেন খোপাৰ গাঁঠিটো গলধনত পেলাই, লুইতপৰীয়া কঁহুৱাফুল যেন বগা ডাঠ গোঁফকোঁচা ফনিয়াই, মুগাৰ দীঘ পাটৰ বানি দিয়া চুৰিয়া এখনি কঁকিলাসজীয়া গাৰ চিকণ কঁকালটিত লিপিত খুৱাই পিন্ধি, কঁকালত ফুলাম টঙালি এডাল বান্ধি, ডিঙিত মতামণি এধাৰ আৰু কাণত লংকেক এজুৰি আৰি, লচপচকৈ চিংফৌ খহুৱা মেলত ওলালহি। ভিতৰত ঢকুৱাৰ বেৰ, বাহিৰত বৰচুৰিয়াৰ ফেৰ মাৰিব লাগে বুলি তেওঁ সদায় কয়। সেই গুণে সজ্জনৰ আগলৈ ওলাই আহোঁতে খহুৱাই সেইদৰেই কাচিপাৰি ওলাই আহিছিল।

সকটি হৈ, মিঠাকথাৰে তেওঁৰ মনটো ভাল লগাই বিষ্ণুৰাম বৰকাকতীয়ে অনুৰোধ কৰিলে, "আমি ৰাইজেও কৈছোঁ, মেধি, আপুনি বাটকণ দিয়া ভাল।" খহুৱাই আৰু একো নেমাতিলে। ঘৰলৈ গৈ, শৰাই এখনিতে তামোলপাণ এশৰাই সজাই লৈ আহিল আৰু তাকে ৰাইজলৈ আগবঢ়াই, দণ্ডৱতে পৰি জনালে, "আপোনাসৱ ৰাইজতকৈ নো কোন আছে? ৰাইজেই ৰজা, আমিনো কিহৰ কি? আপোনাসৱে ধৰিছে যেতিয়া, দিছোঁ বাৰু বাট। দিছোঁ হে দিছোঁ, চাপৰ বাঁহ হ'লে এডালো কাটিব নোৱাৰে। কাটিব লাগিলে, বাটটো ভেঁটি পেলোৱা হ'ব। এতিয়া আৰু আঠু হে লোৱা হৈছে।" ৰাইজে হৰিধ্বনি কৰি খহুৱাক আশীৰ্ব্বাদ দিলে। খহুৱাও ঘৰ পালেগৈ। বাবুলাই ইপিনে খৰধৰকৈ খহুৱাৰ বাঁহ চাপৰ দাঁতিত বাট গোঙাবলৈ লাগিলগৈয়ে। একে ৰাতিৰ ভিতৰতে মুকলি আলিবাট ওলাই পৰিল।

পিচদিনা, চিংফৌ বুঢ়াই বাৰীৰ পাচফালে শৌচাচাৰ কৰিবলৈ গৈ চায়, দেখোন, কোনোবাই বাঁহধাৰিৰ এফাল নাইকিয়া কৰিলে। বুঢ়াৰ আৰু সোধপোচ নাই। আগৰেপৰা বাট নিদিওঁ বুলি ৰেঁট বান্ধিয়েই আছিল, ৰাইজৰ মুখ হৰিব নোৱাৰি হে বহুত কেৰজেনৰ মূৰত বাট দিবলৈ মান্তি হৈছিল। বাঁহ কটা দেখিয়েই, বাটটো এতিয়া খুন্দি-খুন্দি ভেঁটি পেলালে। সিপিনে বাবুলাও ওলালগৈ মোৰ ওচৰ। বাবুলা যোৱাৰ কাৰণটো আছিল, আলিগছ ওলালে তেওঁৰো চল হয়। আৰু কিবা কথা আছিল হ'ব পায়।

বাবুলাই জান দিয়া মতেই মইও খহুৱা মেধিৰ ওচৰ পালোঁগৈ। মেধিয়ে মুগাৰ চুৰিয়া পিন্ধিয়েই ন ধানৰ খেৰেৰে জাল দি, পিতলৰ জকা এটাত ধান বহাই আছিল। মই যোৱা দেখি, কুজাঁকুজকৈয়ে পাটীচৰা এখন আনি দিলে। আদৰ-সম্ভাষণ দেখি ভাবিলোঁ, মেধিৰ মূৰ্ত্তি প্ৰশান্ত, আজি বলে পাৰিম। লাহেকৈ উলিয়ালোঁ বোলোঁ, "বৰ পিতা, আপুনি দেখোন ৰাইজক বাটটো দি আকৌ ভেঁটি পেলালে?" মোৰ প্ৰশ্নটো উলিয়াবলৈ হে পালোঁ, তেওঁ উজাট মাৰি উঠিলেই আৰু তৰোৱাল এখন আনি ঘপাঘপ চোঁতালত ঘৈয়াই দাঁতমুখ কৰচিবলৈ ধৰিলে, "নকৈছিলোঁ, এটামান বাঁহ কাটিব লাগিলেই বাটটো ভেঁট পেলাম বুলি? চাওঁগৈচোন, বাঁহৰ কি গতি কৰিলে? এইবোৰ বাবুলাৰ কাম। আনে মোৰ বাঁহ কাটিবলৈ অহা নাই। বাঁহধাৰি ভাঙিবলৈ বাবুলাৰ খাৱন-শোৱন নাই

নহয়! চাচোন বাক, বাবুলাই যেনিবা থুকুচ-থুকুচ বাঁহ কাটি আছে, মই যেনিবা কাটি থাকোঁতেই ওলালোঁহেঁতেন। তেতিয়াই তাক এইখনেৰে (তৰোৱালখন মাটিত হৈয়াই) কাটি গাৰ মঙহ নেফানেফ নকৰিলোঁহেঁতেন নে? বাট্'টাও তেজেৰেই ৰাঙলী নহ'লহেঁতেন নে?" তাৰ পিচত, খন্তেকমান নিটাল মাৰি থাকি আপোনা আপুনি ভমক তুলি দপালিবলৈ ধৰিলে, "বাকটো অ' বাবুলা। তই ভাল বাঘৰ আগত ছাগে ডেৱাডেৱি কৰিছহি? আজি ভাল সাৰিলি। পোৱা হ'লে, তোক, তোক বাবুলা, তোক চালোঁহেঁতেন কিমান পানীৰ মাছ।" আকৌ অলপ বৈ, "তোক, বাবুলা, তোক (এই খিনিতে তৰোৱালখন আকৌ মাটিত ৰেপি-ৰেপি) মাগুৰ মাছ কচাদি কঁচিলোঁহেঁতেন।"

খহুৱা মেধিৰ দপালনিখিনি শুনি পেটে-পেটে হাঁহি উঠিছিল যদিও, মুখৰ অগনি মুখেই হুমাই মানুহজন আশ্বস্ত হোৱা দেখি আচৰিতো হৈছিলোঁ। পাচে মই নম্রভাৱে মাত লগালোঁ, "বাবুলাক বাক, আমি যি কৰিব লাগে কৰিম, আপুনি তালৈ সংশয়কে নকৰিব। বাবুলাই বাঁহ কাটি আমাক হে অপমান কৰিছে, আপোনাক কৰা নাই নহয়?" এইবুলি ক'বলৈ হে পালোঁ, বুঢা খনিকৰৰ মুখত যে খিলখিল কৰে হাঁহিটো ওলাল কি কম। তিনিকুৰি পোন্ধৰ বছৰীয়া আপৰ মুখতো যে মুকুতা হেন দন্ত-পান্তিৰ জিলিকনি। সেই ছেগতে, শুনালোঁ, "কংগ্রেছত সোমাওক বৰ-পিতা, বাবুলা-চাবুলা, ক'ৰবালৈ উফৰিব।"

"হয় নে, হয় নে" বুলি বুঢাই চকু পিৰিকিয়াই পিৰিকিয়াই মোক আক বহী উলিয়াবলৈ ততকে নিদিলে। সেই দিনাৰপৰা চিংফৌ খহুৱা মেধি চাৰিং কংগ্রেছৰ ভিতৰ সোমাল। চিংফৌ খহুৱাৰ নিচিনা 'অসুৰ' জনো যে গান্ধীভক্ত হ'ল, এই বাতৰি ফুটিফাটি যোৱাতে তেওঁৰ ইষ্টমিত্র, গোট-জাতি প্রায়েই কংগ্রেছৰ মোৰত সোমাল। -

চিংফৌ খহুৱাৰ খংটোলৈ চালে অস্তাসুৰ বুলিলে হে নামে-গুণে বজিতা খায়। কিন্তু, তেওঁৰ খঙে কাকো অপকাৰ কৰা নাছিল। লোকে লোকক অন্তৰত বা দেহাত আঘাত দি প্রতিশোধ লৈছিল; খহুৱা মেধিয়ে ফোৰোহনিতে সাত-শতুৰুৰো বুকু কঁপাই দিছিল। আহাৰমহীয়া মেঘৰ গুমগুমনিৰ লগৰে তেওঁৰ খঙৰ গাজনি গুমৰণি। দৈৱাৎ মেঘে যেনিবা ঘিটিং কৰিলে, ওচৰতে বা শুনাতে তেওঁৰ আখেজীয়া মানুহ এজনো যেনিবা বহি থাকিল,

তেন্তে, চিংফৌ বুঢ়াআপই সেই পৈতৃক সাহোন তৰোৱালখন আনি ভিনিবেলি-মান ঘূৰাই-পকাই আখেজীয়াজনে শুনাকৈ ক'ব, "ঘিটিং কৰাটো মেৰ নহয় যেনিবা, অমুকা(সি)হে, তেতিয়া কি হ'লহেতেন ? খেদা মাৰি তাৰ মূৰটো নিছি-ঙিলোহেঁতেন নে ?" খহুৱাৰ মূৰ্ত্তি দেখিয়েই আখেজীয়াজনৰ চুৰ্ত্তি হেৰাই যায়।

সোণাৰিয়ে সোণ চুৰ কৰা, ম'হগুৱালে গাখীৰত পানী দিয়া একে কথা। খহুৱাৰ এটন মহ আছিল। ৰাখিছিল পুতেক জয়ৰামে। জয়ৰামে গাখীৰত পানী দিয়াটো "জগত জননী।" সেই কাৰ্য্যত তেওঁ ইমান 'খ্যাতি' লাভ কৰিছিল যে কাৰোবাৰ সকাম-নিকামত আন গুৱালে জৰোৱা গাখীৰতো যদি কেনেবাকৈ পানী ওলায়, তেনেহ'লেও ভকতসকলে মুখ বিকটাবিকটি কৰি ক'বলৈ ধৰে, "এয়া গাখীৰ, জয়ৰামৰ খুঁটিৰ হ'ব পায়।" আটাই চৰায়ে মাছ খায়, তথাপি মাছৰোকাৰ হে নাম হয়। আটাই গুৱালেই পানী দিয়ে, নাম হয় জয়ৰামৰ। হক তেওঁ, গাখীৰত পানী দিয়েই জয়ৰামে ভূ-ভাৰতত নাম থৈ গল

খহুৱাই মাহেকে-পষেকে নাওনিতকৈ হ'লেও নাম একোবাৰিৰ আয়ো-জন কৰে। নামগোৱা বা সবাহ পাতিলেই থাপনাৰ আগত, কোমল চাউল, গুড়-গাখীৰ আদি জলপনীয়া দ্ৰব্যবস্তু সজাই থোৱা হয়। সবাহ ভাগিলেই, ভকতসকলে জলপান খোৱাৰ নিয়ম। বিলনীয়া উঠি গাখীৰ ভাঙিব য হ'লেই চিংফৌ খহুৱাই বিলনীয়াক ক'ব, 'সো দুৱাৰ ডাং ভালেবে গাখীৰ কলহ মাৰ মাৰি দে। কলহৰ শেজেশেজে গাখীৰ যদি থমা হৈ ওলাল, ভালেই ; নোলাব লাগিলে, জয়ৰাম, জয়ৰাম। তোক 'ৰূপকলী, 'জামুকলী' মহ'ৰ গাখীৰ খুৱাম বাপেৰে।'

সোমবৰে ময়ে এদিন ক'ৰবাৰপৰা আহি তেনেকুৱা এটা নামগোৱাকে খহুৱাৰ ঘৰত খাবলৈ পাইছিলোঁ। সেইদিনাই বুজিবলৈ নেথাকিল যে চিংফৌ খহুৱা অকল খঙৰেই জুই নহয়, সত্যৰো শীতল পানী।

আলৰ-বুঢ়া হৈ ১৯২৮ চনত, খনিকৰ গাঁৱত এইজনা জমদগ্নি 'অসুৰ' যমালয়লৈ যাত্ৰা কৰিলে। '২৮ চনৰপৰা দেশে বহুত মোট সলালে। এতিয়া আৰু সেই চিংফৌ খহুৱাৰ সমাজো নাই, তেনেকুৱা অংঙৰীয়া, খঙাল, সত্যবাদী মানুহো দেখিবলৈ নাই। তথাপি, কোনোবা পুৰণি বহগাঁৱত সোমালে, চিংফৌ খহুৱাৰ সেই গোঁফাল, ধুনীয়া মুখৰ লিচপিচীয়া হাতকৰিবে কঁকিসাসুজীয়া শৰীৰটিলৈ মনত পৰে। ভাবোঁ—তে হি নো দিৱসাঃ গতাঃ।

## তৃতীয় অধ্যায়

**লক্ষ্মীনাথ কটকী :** প্ৰাচীনকলীয়া ব্ৰাহ্মণৰ শেহতীয়া আদৰ্শ আছিল লক্ষ্মীনাথ কটকী। এখেতসকলৰ ঘৰক হৰমিয়াল কটকীৰ ঘৰ বোলে। হেড়ম্বলৈ অৰ্থাৎ কছাৰী ৰাজ্যলৈ অহা যোৱা কৰিব লাগিছিল দেখি হেৰম্বৰ-পৰা হৰমিয়াল হ'ল। লক্ষ্মীনাথৰ পিতামহ ৰামচন্দ্ৰে কটকীয়ে কছাৰী ৰজাৰ তালৈ চিঠি-পত্ৰ নিয়ানিয়ি কৰিছিল।

আমাৰ স্বৰ্গদেৱসকলে যেই-সেই বামুণকে সন্মান কৰা নাছিল। যি সকল ব্ৰাহ্মণ পণ্ডিত মুখৰবী আৰু যাৰ 'বুদ্ধিৰ বস্তুধৈৰ্য' সেইসকলক হে আহোম ৰজাই ৰজাঘৰীয়া কাম সম্পাদন কৰিবলৈ বিদেশলৈ পঠিয়াইছিল। লক্ষ্মীনাথৰ পূৰ্ব্বপুৰুষো এইৰূপে বহু ধনীয়া বিশ্বাস আৰু মান সৎকাৰ পোৱা পুৰুষ।

লক্ষ্মীনাথৰ গাতো প্ৰাচীন ঐতিহ্য আৰু সদব্ৰাহ্মণসুলভ প্ৰখৰ স্মৃতি— এই দুয়োটা গুণ বিদ্যমান আছিল। তেখেতৰ দুটিমান অসাধাৰণ গুণ আছিল যাক আজিকালি ব্ৰাহ্মণ নাম লুপ্ত হোৱা দিনত সততাই ভাবিবকে নোৱাৰি। সত্তৰি বছৰ বয়সতো তেখেতৰ বিশ্ৰামহীন উদ্যোগ আৰু ৰক্ষনশীল স্মৃতিধাৰী শক্তিয়ে সকলোকে স্তম্ভিত কৰিছিল। কটকীদেৱৰ মুখেই আছিল সম্ভ্ৰান্ত বংশ পৰিয়ালৰ এখন বুৰঞ্জী। ব্ৰাহ্মণৰ নিত্য-নৈমিত্তিক কাম, যেনে— প্ৰাতৰুত্থান, প্ৰাতঃস্নান, প্ৰাতঃকৃত্য, ত্ৰিসন্ধ্যা, পূজা পাৰ্ব্বন ইয়াৰ এটাও পালন নকৰাকৈ নাছিল। পৰৰ হিত কামনা কৰে যি, সিয়েই পুৰোহিত। পুৰোহিত লক্ষ্মীনাথে প্ৰত্যুষতে শয্যা ত্যাগ কৰিয়েই মুখত নাৰিকলৰ ধোঁৱা-খোৱাটো লৈ গাঁৱৰ ইমূৰৰপৰা সিমূৰলৈকে, 'হেৰ' অমুকা উঠিলি নে? বেলি মূৰৰ ওপৰ পালেহি; অত বেলিলৈকে শুয়েই থাক নে' বুলি ঘৰে-ঘৰে মানুহক জগাই ফুৰিবগৈ।

বেজবৰুৱাৰ 'সাধুকথাৰ কুকি'ত থকা সেই ৰামেশ্বৰৰ ধোঁৱাখোৱা-টোৱেই যেনিবা লক্ষ্মীনাথৰ ধোঁৱাখোৱা। নাৰিকলৰ কোটোৰাত লগোৱা নলীটোৰ ওপৰত প্ৰতিষ্ঠিত চিলিমটোৰ ভিতৰত ধপাতৰ সঁচেই নাই,

আঙঠাবোৰো চেঁচেৰা পৰি যোৱা। তাকেই টোৰোক টোৰোককৈ হুঁপি হুঁপি বাটে বাটে লক্ষ্মীনাথ গৈ থাকে। হুঁকাপাত ধোঁৱা নোলালেই, এঘৰৰ পদূলি মুখত থিয় হৈ, 'হেৰ' কোন আছ, বামুণৰ মুখত জুই একুৰা দেইক' বুলি ল'ৰা এটাৰ হাতলৈ চিলিমটো আগবঢ়াই দিয়ে। এইটো তেখেতৰ এদিনীয়া বা ক্ষন্তেকীয়া কাম নহয়। নিতৌ একোঘৰ একোঘৰ মানুহৰ পদূলি মুখত জুই লাগে বুলি ৰিঙিয়াবগৈয়ে।

'কটাৰী চিকুন গুৰ', টোপনি চিকুন পুৰা'—এনে চিকুন টোপনিত পৰি থকা কোনোবা গৃহস্থৰ ঘৰত কাউৰীয়ে কা কৰাৰ পিচতেই "লক্ষ্মী বাপুৰে" যেতিয়া 'বামুণৰ মুখত জুই একুৰা দে' বুলি ল'ৰাহঁতক নাও কাঢ়ি অটহিয়াই থাকিবগৈ তেতিয়া ল'ৰাৰ হে নেলাগে বুঢ়াবো যি হে খং উঠে! উঠিলে নো কি হ'ব ? "লক্ষ্মী বাপুলৈ" থকা অচলা ভক্তিৰ আগত সেই খং বুৰবুৰণিৰ দৰে ততালিকে মাৰ যায়।

মই তেখেতক "ধৰাপিত" বুলি মাতিছিলোঁ। আমাৰ ঘৰতো, তেনেকৈয়ে এদিন তেখেতে "চিলিমটোত জুই একণ দে" বুলি নঙলা-মুখৰপৰা চিঞৰ শোধালেহি। আমি তেতিয়াও কলাঘুমটিত। বৰপিতাৰ মাত শুনি থকামকাকৈ উঠি, দৰ মাৰি চিলিমটো লৈ আহিলোঁ। আৰু 'নিতৌ নো কিমান হেঁকো-হেঁকোকৈ চিঞৰি থাকেহি" বুলি গঙত পোৱা-গোবৰৰ ছাই এসোপাকে চিলিমটোত ভৰাই দিছিলোঁগৈ হুঁকাৰ মুখত খুৱাই লৈ, তাকে বাটে-বাটে টোৰোক-টোৰোক হুপি গ'ল। আনকাল নপাত হুঁপে, ডিঙিত নধৰে। সেইদিনা মই জুই ভৰাই দিয়া ধপাতৰ হুঁকাটো মৰা মাত্ৰকে গোবৰৰ ফুটছায়ে তেখেতৰ ডিঙিত চৰহা মাৰি ধৰিলে আৰু চৰ্চ্চৰণি খাই, কাহি-কাহি হাৰাশাস্তি হ'ল। আমাৰেই দুষ্টালি বুলি জানিও আমাক একোটোকে নক'লে। এনে এৰমিয়াল পুৰুষ আছিল লক্ষ্মীনাথ কটকী।

নৈষ্ঠিক ক্ৰিয়াকাণ্ডত অনুৰক্ত লক্ষ্মীনাথ কটকীয়ে ৰাজবিদ্ৰোহিতা কৰি ফাটেক খোৱাটো ধৰ্মবিৰুদ্ধ বুলি ভাবিছিল আৰু সেই নিমিত্তেই অসহযোগ আন্দোলনৰ অনুকূলে একো কথাকে উচ্চাৰণ নকৰিছিল। কিন্তু, গান্ধীয়ে শ্ৰীমদ্ভাগৱত আৰু গীতাৰ মাহাত্ম্যক পুনৰ চলাবলৈ চেষ্টা কৰিছে বুলি ক'লত তেখেতৰ বদ্ধন বিশ্বাসটো অলপ সোলোক-ঢোলোক হৈ আহিল।

তেখেতসকলৰ ঘৰত বছৰি ৰাস-পূজা হয়। পূজাত সমবেত হোৱা নিষ্ঠাবান সকলে হিন্দু ধৰ্মৰ ধৰণী ক্ৰমাৎ কেনেকৈ লৰি আহিছে, তাৰ

বিষয়ে হতাশব্যঞ্জক সমালোচনা কৰোঁতে লক্ষ্মী বৰপিতাই কৈছিল, "সেয়া কুলধৰ বোপাও (কুলধৰ চলিহা) বোলে জেললৈ যাবলৈ ওলাইছে। ইহঁ-চৰা মৌজাদাৰৰ পুতেক প্ৰছাদো (দুৰ্গাপ্ৰসাদ বৰঠাকুৰ) সাজু হৈ আছে। তেওঁ বিলাকৰ নিচিনা জনাবুজা মানুহেই যেতিয়া গান্ধীৰ কথামতে চলিবলৈ ভাল পাইছে, আমিনো আৰু কি মাতিম?" বৰপিতা কংগ্ৰেছ-ভুক্ত হোৱা নাছিল। কিন্তু, তেখেতৰ ঘৰতেই প্ৰায়েই কংগ্ৰেছৰ মেল বা পঞ্চায়ত বহিছিল।

সমাজৰ ধৰণী আৰু প্ৰাচীনতাৰ পৃষ্ঠপোষক লক্ষ্মীনাথ কটকীৰ নিৰপেক্ষ-তাই সংৰক্ষণশীল সমাজত ৰাজবিৰোধী ভাব সুচাই দিবলৈ আমাক চল লগাই দিলে।

**পশুৰাম চুতীয়া গাঁওবুঢ়া ঃ** বগাগোহাঁই, ন-পাম, গোহাঁইকুৰ, গোহাঁইগাঁও, পোপলাডুবি, ন-খনা, আহোমৰ দোপ এই চুবুৰিতে আছিল পশুৰাম চুতীয়া গাঁওবুঢ়া। চুবুৰিটো মানুহে কণামুচৰি চুক বুলি কয়। মানুহজন ঘুট-মুটীয়া। মূৰত সকদৈয়া জাপি এটা। হাতত জপৰ বেটুৰে লাখুটি এডাল, গাত এৰি বা মুগাৰ মিৰ্জ্জাই চোলা এটি (হাতদীঘল বুকু-চোলা), কঁকালত গেৰোৱালেটাই যোৱা মুগাৰ চুৰিয়া, চুৰিয়াৰ থোৰটোও কেতিয়াবা কেতিয়াবা ঠাই সাৰি যোৱা, মুখখন চকলা, বৰণটো মাগুৰ বৰণীয়া। সাজে-পাৰে গাঁওবুঢ়াৰ এয়ে প্ৰতিমূৰ্ত্তি। বিয়াই-সবাহে, মেলে-দোৱানে, সকামে-নিকামে, ভাৱনা-বৰসবাহে সেই বাটলুগুটি পশুৰামক দেখিবই—পাটীচৰা এখনত বহি সোঁহাতে-বাওঁহাতে বহা ভকত কিজনৰ লগত গান্ধী কথা পাতি থকা। শিৱসাগৰৰ মহকুমাধিপতি মিঃ গনিঙৰ "কেৰা হুকুম"—জিলা চাহাবৰ বিনা অনুমতিত কোনেও ভাৱনা-বৰসবাহ পাতিব নোৱাৰে, কোনো গাঁওবুঢ়াই গান্ধীৰ-বা কংগ্ৰেছৰ কথা পাতিব নোৱাৰে—কংগ্ৰেছৰ সভাত বহিব লাগিলে যে লাগে লাগে গ্ৰেপ্তাৰ। ইমানতো পশুৰামে সেই হুকুম কাতি কৰি থৈ গান্ধী প্ৰসঙ্গত যোগ দিয়ে। তেওঁ বাটে-পথে কৈয়ো ফুৰে,

"শিয়াল খেদিবলৈ সিংহ নেলাগে
কুকুৰেই খেদিব পাৰে,
অতি পাতেকীক নাম নেলাগে
নিয়ম সংযমেই তাৰে।"

আমাৰনো কাটেক খাব লাগিছে কেলেই? আটায়ে মুগা পুহিবলৈ ধৰা, ছুজোপা চাৰিজোপা চোম গছ ৰোৱঁা, বাৰীত হয় যদি ছুজোপামান ভাল কপাহো ৰোৱঁা। স্বৰাজ তাতেই হ'ব। গান্ধী মহাত্মাই ভাল কথাকে কৈছে। গাব কাপোৰ কিতোখৰ ঘৰতে কৰি ল'ব পাৰিলে, কেঞ্চাঘৰত ধান বেচি মৰিব নেলাগে নহয়।

পশুৰামে গাঁওবুঢ়াৰ কাম নকৰি অৰ্থাৎ অসহযোগী ভলণ্টিয়াৰে ক'ত কিমান চৰ্কাৰৰ বদনাম গাইছে তাৰ কথা চৰ্কাৰলৈ নজনাই, গান্ধী ভলণ্টি-য়াৰৰ লগ লৈ কংগ্ৰেছৰ কাম হে কৰি ফুৰিছে বুলি পুলিছেই নে মৌজা-দাৰৰ টেকেলায়েই গনিং চাহাবলৈ বিপৰ্ট দিলে। এদিন, তেওঁবিলাকৰ গাঁও ন-পাম খনিকৰত ৰৰসবাহ এটা হৈছিল। সেই সময়তে গৌৰীসাগৰ ইন্‌স্পেক্‌ছন বঙলাতে থাকি গনিং চাহাবেও কংগ্ৰেছৰ ভু-ভা লৈ ফুৰিছিল হি। গনিঙে গাঁওবুঢ়াক মতাই নি ৰৰসবাহ পাতি কিয় গান্ধীৰ কথা উত্থাপন কৰিছে বুলি জলজলাই কৈফিয়ৎ বিচাৰিলে। গাঁওবুঢ়াই উত্তৰ দিলে "মানুহ গোট খালে গান্ধীৰ কথা ওলায়েই।" সেই অপৰাধতে পশুৰামৰ দহ টকা জৰিমনা হ'ল। জৰিমনা আদায় কৰি চেলাম এটি দি তেওঁ চাহাবক সসম্ভ্ৰমে গাঁওবুঢ়া কামটো শোধাই দি ক'লে "হুজুৰ, সূৰ্য্যৰ মুখত কোনে সোপা দিব?" সেই দিনাৰপৰা পশুৰাম গাঁওবুঢ়া দেখা-দেখিকৈ কংগ্ৰেছী হ'ল।

**লোকনাথ কাকতী বা গুলৈ ঃ** লোকনাথ কাকতীৰ প্ৰখ্যাত নাম 'গুলৈ'। এওঁৰ বহুত মাটি-বাৰী আছিল। ঘৰত খাওঁতা প্ৰাণী মুঠেই চাৰিটি। পুত্ৰসন্তান এটি আছিল। তাকো অকালতে কালে হৰি নিলে। সেই দেখি ছোৱালী দুটীকে বুকুতে সাৱটি পুত্ৰ-সন্তাপ পাহৰাই দিন নিয়াই আছিল। তেওঁৰ বাৰীত কেৰাধাৰিও বাঁহ আছিল। অকলশৰীয়া মানুহ, কেনিও চাব-চিতিব নোৱাৰে। চোৰে চুৰ কৰিয়েই বাঁহ কাটি লৈ যায়। 'বাঁহ নাই যাৰ, সাহ নাই তাৰ'। সেই বাবেই হ'বলা, লোকনাথ কাক-তীয়ে বাঁহধাৰিকে পৰম সম্পত্তি বুলি ধৰি আছিল। তেওঁক যদি কোনোবাই সোধেগৈ, "বাঁহ এটকিমানৰ বেচিব নে' বুলি, তেওঁ পোনেই নাইতে হাত দি ক'ব, "মোৰ ক'ব বাঁহখন আছে হে বেচিবলৈ?" সিমানতো যদি টানি-টুনি ধৰি বেচাটোত মান্তি কৰাব পাৰি তেন্তে তেওঁ নিজে বাঁহনিলৈ গৈ এইটো কাটা, সেইটো কাটা বুলি বাঁহ একোটা ধৰি ধৰি দেখুৱাবগৈ।

কিনোতাই তেতিয়া হে কাটি নিব পাৰিব। তাকো আকৌ আনে যদি টকাত ১২ টাকৈ দিয়ে, গুলৈয়ে আঠোটাকৈ হে দিব; সিও আকৌ কটাৰী নলীয়া। তেওঁ ইমান বান্ধ কেৰেপ আছিল যে পাণনি বাৰীত সৰি থকা পাণ এৰিবাও খোজনীয়া মগনীয়াক এনেই দিবলৈ টান পাইছিল। দিয়ন থোৱনত হাতে পানী নসৰকা দেখি তেওঁক আগছোৱাত মানুহে খং উঠা নাম এটা দিছিল। পাচত লোকে নকৰা কাম এটা কৰাত হে গুলৈ নাম পালে।

এদিন, কৃষ্ণপক্ষ নিশা, লোকনাথ কাকতীয়ে তেওঁৰ বাৰীৰ দাঁতিতে পথাৰত লণ্ঠন লগাই হাল বাই আছিল। ৰাজবাট নগা আলিটো তেওঁৰ ঘৰৰ দুৱাৰ মুখেই গৈছে। পুৰণিমেলীয়া গাঁৱৰ ভাও চাই অহা মানুহ ডুটামান আকৌ সেই সময়তেই সেই আলিয়েদিয়েই যায়। সিহঁতে পথাৰৰ মাজত লৰং ফৰংকৈ থকা জুইকুৰা দেখি ভাবিলে সেই কুৰা ধনগুলৈৰ জুই হ'ব পায়। পিচে আটাই কিটাই ওচৰ চাপি টলকি চায়গৈ দেখোন— সেইয়া ধনগুলৈ নহয়—লণ্ঠন লগাই কাকতীয়ে হাল হে বাইছে। সেই দিনাৰ পৰাই লোকনাথ কাকতীৰ নাম গুলৈ বুলি প্ৰখ্যাত হ'ল।

গজপুৰীয়া কাকতী খেলৰ এইজন লোকনাথ আৰু তুকৰীয়া কাকতীৰ মুহিকান্ত বৰুৱা—চৰিওৰ এই দুইজনেই সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ সহপাঠী আছিল। ডেকা কালটোইত চাহবাগিছাত কাম কৰিয়েই বুঢ়াকালত পৈতৃক ভূমি চাৰিওতে দুয়ো হাড পেলালেহি। লোকনাথ কাকতীয়ে ইংৰাজী লেখিব পাৰিছিল—সৰ্গৰীয়াকৈ ক'ব হ'লে নোৱাৰিছিল। তেওঁ গজপুৰীয়া কাকতী গাঁৱলীয়া বেঙ্কৰ চেক্ৰেটৰী আছিল; হিচাপত ইমান নিখুঁত আৰু পৰিপাটি আছিল যে চচাইটি সমূহৰ উচ্চ ইংৰাজ কৰ্তৃপক্ষই বিশুদ্ধ হিচাপ আৰু ৰেহা লগোৱা কামত মুগ্ধ হৈ তেওঁক এটা পুৰস্কাৰ দিছিল। কাকতী এটা বিশেষ নীতিত চলিছিল; সেইটো হৈছে সংস্থাপন নথকা বা অভিভাৱক নথকা, নাইবা ভাল জামিন দিব নোৱৰা মানুহক কেতিয়াও বেঙ্কৰ টকা ধাৰলৈ নিদিছিল। কংগ্ৰেছৰ মানুহ বুলিলে যে ৱজ্জাঠগী, অধৰমী বুলি দপ্ দপাই উঠিবই। গতিকে, কংগ্ৰেছ সেৱকৰ প্ৰতি তাত বিবেচনাৰ ঠাই নাই।

তথাপি তেওঁ মোৰ প্ৰতি কিয় সুপ্ৰসন্ন আছিল কব নোৱাৰোঁ। এবাৰ নিচেই অলপমান টকা ধাৰ কৰিবলগীয়া হোৱাত কাকতীক কলোঁ গৈ, বোলোঁ,

'দদাইদেউ, মোক কণ ত্ৰিছ টকা ধাৰলৈ দিব নে ?' তেওঁ পোনেই গান্ধী ভলণ্টিয়াৰ বুলি মোক বহুত উপলুঙা-ইত্তিকিং কৰিলে। তাৰ পাচত দেখোন সুৰটো অলপ কোমলাই ক'লে, "বাৰু, টকা পাবা। পাবা হে পাবা, মোক লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাহী'খন দিনদিয়েক পঢ়িবলৈ দিবাচোন বাৰু। বাঁহীখন পঢ়িলে, বেজবৰুৱাৰে সৈতে কথা পাতি থকা যেন লাগিব।" বিচৰা মতে কাকতী দদাইদেৱক 'বঁাহী' দুখনমান দিলোঁ গৈ আৰু সেই ছেগতে, ধাৰলৈ বিচৰা টকাটো যি পালোঁৱেই নে তেওঁ শুনিব নোৱৰা কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্যৰ নিমিত্তে দুটকামানো সৰকালোঁ। নকৈ কি, কংগ্ৰেছৰ লগত তেওঁৰ অহিনকুল সম্বন্ধ আছিল যদিও, অন্তৰৰ চুক এটাত বেজবৰুৱাৰ প্ৰতি সাঁচতীয়া ভক্তি একণ থকা দেখি, মোৰ মনটো মুকলি হৈ পৰিল। তাৰ আগলৈকে তেওঁলৈ মোৰ যি ফেৰা কটুৰ ভাব আছিল সিও চঁাতকৰে নাই-কিয়া হ'ল। আজিও, কেতিয়াবা তেওঁৰ ঘৰৰ আগেদি গ'লে, বিঙা-ঘৰখন আৰু টকলা বাঁহবাৰীখন দেখিলে বেজাৰ লাগে। 'বাঁহৰ এফাল, মানুহৰ একাল' বুলি যে কয়, সঁচা কথা। লোকনাথ কাকতীৰ গাতে এই কথা ফলিয়ায়। জীৱনৰ আগছোৱা সুখৰ কলচীত উঠি পাচ ছোৱাত দুখে-শোকে জৰ্জ্জৰিত হোৱা, পৰিমিতাচাৰী, সংযমী লোকনাথ কাকতীত বাদে আন এজন পুৰুষ আৰু চাৰিঙত ওলোৱা নাই।

**সভাৰাম বৰকাকতী :** এখেতো গজপুৰীয়া কাকতী খেলৰে গুৰু-বাক্যৰ ভিতৰৰ মানুহ, দিহিং সত্ৰৰ সাতোলা ( সাজতোলা )। গান্ধীনামত তেখেতে সদায় নাক কোঁচায়ে ফুৰিছিল। আজৰি পালেই তেখেতৰ ঘৰলৈ গৈ মই 'বঁাহী'খন পঢ়োঁগৈ। 'বাঁহীত' ওলোৱা 'গুৰুচৰিত'খন শুনি বৰ-কাকতীয়ে বৰ তৃপ্তি লাভ কৰিছিল। চৰিত সামৰা হ'লেই, তেখেতৰ জীয়েক শ্ৰীমতী কঙ্কনবালা আৰু ভতিজা জীয়েক শ্ৰীমতী লক্ষ্মীপ্ৰিয়াৰ হতুৱাই ঠাই ঠুই মচাই পুথি পঢ়া ঠগিখন এফলীয়াকৈ থোৱায় আৰু তাৰ পাচতেই জলপান-পাতিৰে পাঠকক শুশ্ৰূষা কৰে। গান্ধীয়ে উলিওৱা মতটো যে আমাৰ মহাপুৰুষৰ মতৰ লগত পোনে এটকা মিল আছে তাক 'গুৰুচৰিত' পাঠ কৰি বুজাই দিয়াত, সাতোলা বৰপিতাৰ ঠৰঙা মনটো লাহে লাহে ভাঁজ লৈ আহিল। পুতেক গণেশচন্দ্ৰই আমাৰ লগত মনে মনে ফুৰা বাবে দেউতাক বৰকাকতীয়ে নিতৌ পুৱা গধুলি কেটুকেটাই থাকে। মহাত্মাৰ মাহাত্ম্যই তেখেতৰ হৃদয়ত খুন্দিয়ালত, কাকো আৰু

একো নোবোলা হ'ল। পোনতে আমাৰ গাঁৱত গণেশ আৰু কণ—এই দুজনে হে লুকাই লুকাই স্বেচ্ছাসেৱকৰ লগত ফুৰিছিল। সাজ-তোলাৰ মৌন সম্মতি দেখি, গোটেই খেলটোৱে গান্ধী মতত উভঁহা নোজোৰা হ'ল। দিহিং সত্ৰৰ শিষ্যসকলৰ মাজত, তেতিয়া ধৰ্ম্মৰ বান্ধনি ইমান নিকপকপীয়া আছিল যে এলাপাক কথাত কেতিয়াও কাৰো মন নতুনৰ ফালে ঘোৰেই নলৈছিল; লোৱাজনৰো দণ্ড হৈছিল। সভাৰাম বৰকাকতীয়ে নমতা হ'লত, যজ্ঞেশ্বৰ কাকতী আৰু লোক কাকতীও আমাৰ দলত ভুক্ত হ'ল অৰ্থাৎ চাৰি অনা চাৰি অনা পইচা দি কংগ্ৰেছৰ সভ্য হ'ল।

**শ্ৰীৰামচন্দ্ৰ ভূঞা ঃ** শ্ৰীৰামচন্দ্ৰ ভূঞা বৰ ৰাগজাল সহিব নোৱৰা লোক। তেখেতৰ মতে যেই ৰজা সেই প্ৰজা। ৰজাই যিহকে কৰিবলৈ কয়, তাকে কৰি সুখে-সন্তোষে থাকিব পাৰিলেই হয়, এয়ে তেখেতৰ সাংসাৰিক জীৱনৰ লক্ষ্য। বাৰেভূঞাৰ ঘৰৰ বুলি ভূঞা ডাঙৰীয়াৰ আত্ম-গৌৰৱো আছিল। তাতে আকৌ আগৰেপৰা তেখেতসকলৰ ঘৰখন মানে সময়ে ৰজা-ৰাইজ দুয়ো ঘৰতে শিৰফুটা হৈ আহিছিল। ককায়েক কেউ-গৰাকীয়ে হেমাৰ ভাৰে ধন ঘটে, তেখেতে মাথোন পৈতৃক সম্পত্তি খিনি ৰক্ষা কৰি চলাই-কৰাই খাব লাগে। ঘৰবাৰীলৈ চকু দিয়া আৰু গৃহস্থালি চলোৱাৰ ভাৰ তেখেতৰ সহধৰ্ম্মিনীৰ ওপৰতে দি ভূঞা ডাঙৰীয়াই জগতক হিতোপদেশ হে বিলাই ফুৰে; তেখেত যোজনা পটন্তৰৰ ভঁড়াল, সাধু কোৱাতো ওজা। সাধু সকলোৱে কয়। কিন্তু কোৱা যে এটা কলাবিদ্যা তাক ভূঞাৰ মুখেদি ওলোৱা সাধু শুনাজনেহে পতিয়াব পাৰিছিল। শ্ৰীৰাম ভূঞাৰ সাধুও খুহটীয়া; হাঁহি-ধেমালি, ৰগৰ-ৰহন উপদেশ এটাইবোৰ ৰসেৰে থুলথুলীয়া হৈ থাকে। শুঁঠ জিনি থোৱা গোঁফ কোঁচাৰে, তেজে-মঙহে টুপটুপীয়া, শ্ৰীমন্ত চেহেৰাৰে শ্ৰীৰাম ভূঞাই যেতিয়া সমজ্যাৰ* মাজত বহি সাধু কথা ক'বলৈ ধৰে তেতিয়া গুণৰ মোল বুজোঁতা 'মাইকীৰ পো' এনে এজন কোনো ওলাবপৰা নাছিল যি, 'ফটা হক ছিটা হক পাটৰ টঙ্গালি, ভাল হক বেয়া হক ভূঞাৰ পোৱালি' বুলি তেখেতলৈ মানী শৰাইখন আগ নবঢ়াই থাকিব পাৰিছিল।

তেখেতে অসহযোগৰ হে নেলাগে, কংগ্ৰেছে আউটি লোৱা একো এটা কামৰে ভাগ লোৱা নাছিল। কিন্তু কংগ্ৰেছৰ অবোৰপন্থী সকলৰ

* সমাজৰ

সমাজত তেখেতৰ অবাধ প্ৰবেশ থকাত ভুঞা ভাওৰীয়াই উপদেশ-মূলক সাধুকথা একোটি সুমধুৰ ভাবে শ্ৰৱন কৰাই, সেইসকলৰ মনটোইত সমাৰি মৈয়াই থব পাৰিছিল। সেই ফেৰাই আমাক আগবাঢ়ি যাবলৈ ঠেলা একোটা মৰাৰ সমান হৈছিল। কিছুমান দিনৰ পাচত, তেখেতৰ পুতেক শ্ৰীমান অতুল চন্দ্ৰ আমাৰ লগত ফুৰিবলৈ ওলাল। জীয়েক শ্ৰীমতী সাবিত্ৰী, জেউতী, সুবৰ্ণইঁতে ঘৰতে সুতা কাটি, 'গান্ধী হ'ল, গান্ধী হ'ল, বিলাতী কাপোৰ কেনিবা গ'ল' বুলি স্বদেশীৰ গুণ গাইছিল।

**তুৰাৰাম দুৱৰা :** তুৰাৰাম দুৱৰা চাৰিং মজলীয়া পঢ়াশালীৰ প্ৰবীণ আৰু প্ৰধান শিক্ষক। "পঢ়ায়, পঢে, ৰোৱে পাণ, এই তিনিয়ে নিচিন্তে আন।"—এইটোৱেই আছিল শিক্ষক তুৰাৰামৰ শিক্ষক জীৱনৰ মূলমন্ত্ৰ। অসহযোগ আন্দোলনৰ তেওঁ মৌন সমৰ্থনকাৰী আছিল। দেখাদেখিকৈ সমৰ্থন কৰিব নোৱৰা কাৰণ কেইবাটাও। ওপৰফালৰপৰা হেঁচা পালে তাৰ প্ৰতিবাদো কৰে; কিন্তু কাৰো অপকাৰ কৰিবলৈ নেযায়। পঢ়াশালিৰ নিয়মানুবৰ্ত্তিতা আৰু ছাত্ৰৰ স্বভাৱ-চৰিত্ৰ যাতে একোপধ্যেই ভঙ্গ বা নিন্দনীয় নহয়, তাৰ হকে তেওঁ স্কুলত হে নেলাগে ঘৰলৈ আহিও বন্ধু-বান্ধৱৰ লগত পৰামৰ্শ কৰি উপায় চিন্তে।

সাময়িক বা-বতাহৰ চালত মনটো উৰাই দিব নোৱৰাত, তুৰাৰাম দুৱৰা কেতিয়াবা কেতিয়াবা সহকৰ্মী শিক্ষক আৰু সমনীয়া বিলাকৰ অপ্ৰিয় ভাজন হ'বলগীয়া হৈছিল। তেওঁ শিক্ষাবিভাগৰ নিৰ্দ্দেশৰপৰা চুলি এডালমানো ইফাল-সিফাল নহৈছিল। কথা কওঁতে, দুৱৰা খোনাইছিল, পঢ়োতে বা পঢ়াওঁতে ক'তো খোকোজা নলগাকৈয়ে পঢি যাব পাৰিছিল। কোনোবাই যদি শিক্ষকৰ দায়িত্ব নিবহ-নিপানীকৈ পালন কৰিছিল তেনে তুৰাৰাম দুৱৰাও সেইসকলৰে এজন। দুৱৰাই ছাত্ৰক এটাইবোৰ বিষয়কে খৰচি মাৰি শিকাইছিল। ধৰ্ম্মাচৰণ, গুৰুভক্তি আৰু সংযত আলাপত বক্ষণশীল আছিল। পৌৰাণিক প্ৰথা এৰি, নাস্তিক আচাৰ-ব্যৱহাৰ গ্ৰহণ কৰাত পুৰা মাত্ৰাই তেওঁ বিৰোধিতা কৰিছিল। এনেজন গুণী শিক্ষকক সোঁপাকে বা আওপাকে আমাৰ পটিলৈ আনিব নোৱৰাত প্ৰথমতে আমি মনে মনে বেয়াই পাইছিলোঁ। কিন্তু, 'সোণাময় ল'ৰাকাল, শিকাৰ সময় ভাল' বুলি দুৱৰা হেডপণ্ডিতে থিৰিলাক ছাত্ৰক এচাৰি আগেৰে বিদ্যা দান কৰি

পঠিয়াইছিল, সেইবিলাকেই বছবছিয়েকৰ পাচত, সামাজিক আন্দোলনৰ শুবিধবেঁ তো হোৱা দেখি বেয়া পোৱাৰ দুগুণে ভাল পাইছিলেঁ। আৰো-পিত দায়িত্ব সম্পাদন কৰাত শান্ত-শিষ্ট তুৰাৰাম দুৱৰাৰ নিচিনা আন এজন শিক্ষক আৰু পুৰবাসী সত্তকাই লগ পোৱা টান। চৰ্কাৰী আইন ভঙ্গ আন্দোলন তেওঁ ভাল নেপাইছিল, কিন্তু যিবিলাক কাম কৰিলে আইন ভাঙিবৰ আৱশ্যক নকৰে সেইবিলাক কাম হ'লে তেওঁ নিজে কৰিছিল। খদ্দৰ পিন্ধা, দেশী বস্ত্ৰ ব্যৱহাৰ কৰা, গাঁৱতে মেল-মোকৰ্দ্দমা ছিঙা—এইবোৰ কামত তুৰাৰ'ম দুৱৰাৰ সম্পূৰ্ণ সহযোগ আছিল। তেওঁ নিজে যুঁজাক নাছিল, কিন্তু যুঁজাক তৈয়াৰ কৰিছিল।

**মুহিকান্ত বৰুৱা ( মহীকান্ত বৰুৱা ) :** কংগ্ৰেছৰ চাবি চাপৰ বাহিৰে যদিও, মুহিকান্ত বৰুৱাৰ ঘৰ-দুৱাৰ কংগ্ৰেছ সেৱকৰ নিমিত্তে ৰাতিয়ে দিনে মেলাই থাকে। পুতেক সোনুটি বা শ্ৰীমান লক্ষ্মীকান্ত বৰুৱা আৰু ওচৰৰে চলিহাপাৰৰ শ্ৰীমান লীলাকান্ত চলিহাই স্ফুৰ্ত্তি-সাৰ্ত্তি নোহোৱাকৈ গাঁৱে ভূঞে, গকবাটে-গছতলে সভা-সমিতি পাতি ফুৰিছিল আৰু কানীয়া-ভঙুৱাক ৰাগীয়াল বস্তু ব্যৱহাৰ নকৰিবলৈ হাতে-ভৰিয়ে ধৰি কৈ ফুৰিছিল। স্বৰূপ-পাৰ্থতে ক'বলৈ গ'লে, এওঁবিলাক দুটিয়েই হে চাৰিং কাকতী গাঁৱত পোন প্ৰথমে অসহযোগৰ ঘাটমৰা-পোৱালি স্বয়ংসেৱক। কাণত জোলোঙা একোটি আঁৰি দুয়ো ৰাতিপুৱাই ঘৰৰপৰা ওলাই যায় আৰু ৰাতি দুপৰ নিশা ঘৰ সোমায়হি। বৰুৱাৰ 'বৈণীয়েক দুগৰাকী আছিল। দেশত কি হৈছে কি নাই হোৱা সৰু গৰাকীৰ ভ্ৰূৰ্ভঙ্গেই নাই, ঘৰৰ কামতে লাগি থাকে। বৰ গৰাকীৰ হ'লে, কেউপিনে চকু, পুতেকে সৈতে ৰাতি যিমানেই কি স্বেচ্ছাসেৱক নাহক, সকলোকে ৰান্ধনিশালৰ চাঙৰপৰা শুকান পিঠাগুৰি এগালকে দি হ'লেও, সেৱক কিজনৰ ভোকৰ কলমলনি মাৰ নিয়াৰ। এই গৰাকী মহিলাই সকলোকে স্থতা কাটিবলৈ হেঁচুকি ফুৰিছিল; জীয়েক শ্ৰীমতী কুমুদাকো শিকাই বুজাই কাজীকৈ লৈছিল। চাৰিং মহিলাবৃন্দৰ নেত্ৰী স্থন্দৰী কাকতীয়নীৰ দিহা-বুদ্ধিমতে এওঁ নিজেও পাৰেমানে স্থতা কাটিছিল। মহিলা সেৱকিনীৰ ভিতৰত, এই দুগৰাকীয়েই চাৰিঙত জয়ে-জয়ে হাতেকটা স্থতাৰে কাপোৰ বৈ দেখুৱায়।

মুহিকান্ত বৰুৱা পোনতে উত্তৰ লক্ষীমপুৰৰ কোনোবা এখন বাগিছাৰ বৰমহৰী আছিল। তেতিয়াই তেওঁ প্ৰণয় পাশত আবদ্ধ হৈ এই গৰাকী

সদংশজাতা দেশপ্ৰাণ মহিলাক বিয়া কৰায়। মুহিকান্তই বহুত দিন চাহাবৰ লগত কাম কৰা বাবেই নে কি, চাহাব বিলাকৰ বৰ অনুৰক্ত আছিল। চাহাবৰ শৃঙ্খলা লগোৱা কামৰ আৰ্হিকে তেওঁ অনুসৰণ কৰিছিল। কানীয়া লোৰোপা-খোদ অসমীয়া মানুহে ইংৰাজৰ পৰা বিনা অস্ত্ৰে যে ৰাজ্য কাটি ল'ব পাৰিব—এই কথা সমূলিকে তেওঁৰ মূৰত নোসোমাইছিল। তথাপি, তেওঁ আমাৰ কামত বিধিপথালি দিয়া নাছিল। দিয়া হ'লে, আমি কাকতী গাঁওখনৰ এফাল কংগ্ৰেছৰ নামত সুৰসুৰীয়া কৰিব নোৱাৰিলোহেঁতেন।

ক'লাই চৰ্দ্দাৰ ঃ জৰাধৰা খণ্ডৰ শ্ৰীপুৰীয়া গাঁৱৰ কালিৰাম বৰুৱাই (ক'লাই চৰ্দ্দাৰ) আগ্ৰহেৰে তিলক ভঁড়াললৈ এটকা দান আগবঢ়াই চাৰি অনা পইচাৰে কংগ্ৰেছ টিকত কিনি "পকা কংগ্ৰেছ সভ্য" হৈছিল। তেওঁ গান্ধীৰ কিছুমান কথা সমৰ্থন কৰিছিল, আৰু কিছুমান শুনি কাণত ঠিলা মাৰিছিল—অৰ্থাৎ অসহযোগৰ লগত সম্পূৰ্ণ সংশ্ৰৱ বৰ্জ্জন কৰিছিল। তেওঁৰ দুৰ্ঘোৰ আপত্তি, গান্ধী জয় দিয়াৰ লগতে মহম্মদ আলি, চৌকৎ আলিৰ জয় কিয় দিব? পকাকৈ টিকত লওঁতা কংগ্ৰেছৰ সভ্য যদিও চৰ্দ্দাৰে কৈয়ে ফুৰিছিল, "আমি ধৰ্ম্ম-কৰ্ম্ম এৰিব নোৱাৰোঁ। গান্ধীৰ লগত মহম্মদ আলিৰ জয়খন কিহৰ? তেল-পানী আনো কেতিয়াবা মিল হয়? গান্ধীৰ স্বৰাজ এভাগ, মহম্মদ আলি-চৌকৎ আলিৰ এভাগ—দুভাগ স্বৰাজ কেতিয়াও হ'ব নোৱাৰে। হ'লে,—একেজনৰ নামতে হ'ক।" যেয়ে যিমান কওক, ক'লাই চৰ্দ্দাৰৰ মুখেদিয়েই কংগ্ৰেছৰ প্ৰতি বাইজৰ উমাজলীয়া মনোভাবটো পোলোং-পটিকৈ ওলোৱা বাবে নশালাগি নোৱাৰিছিলোঁ।

ক'লাই চৰ্দ্দাৰে সমাজত কথা ক'লে, কথা বহে। ঠাউকাল, ডটীয়া চৰ্দ্দাৰে নিজে যিটো সত্য বুলি ভাবে, তাকে হে ঘৰে-পৰে কথায়-কামে পালন কৰি থাকে। লোকক ভুৱাদিয়া কথাত তেওঁ কেতিয়াও প্ৰত্যয় নেযায়। এবাৰ লোকেল বৰ্ডৰ নিৰ্ব্বাচনত দুজনৰ ভিতৰত প্ৰতিদ্বন্দ্বিতা হৈছিল। এজনে নগৰীয়া কংগ্ৰেছ-কমিটীৰ সমৰ্থন পাইছিল আৰু আনজন স্থানীয় কমিটীৰ দ্বাৰাই সমৰ্থিত হৈছিল। স্থানীয়জনৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বীজনৰ ফালৰপৰা প্ৰচাৰ কৰা হ'ল বোলে স্থানীয় জনে আহোমক বৰ বেয়া গালি পাৰি প্ৰবন্ধ লিখিছে। তেতিয়া ক'লাই চৰ্দ্দাৰে মুকলি সভাতে বক্তাজনক প্ৰতিবাদ কৰি মিছা অভিযোগৰ প্ৰমাণ দিবলৈ আহ্বান কৰিলে। চৰ্দ্দাৰে সুধিলে, "নগৰৰ কংগ্ৰেছ কমিটীয়ে বাছি দিয়া জনক আমি কেতিয়াও

সমৰ্থন নকৰোঁ। কোন কেনেকুৱা আমি হে জানো। যিজনে আমাৰ লগত দেহে-কেহে খাটি আহিছে, সেইজন স্থানীয় লোকক আমি ভোট দিয়েই দিম; তেহেলৈ হেজাৰ নগৰীয়া কংগ্ৰেছ কমিটীয়ে তেওঁক অপদাৰ্থ বোলক। আৰু, স্থানীয়জনে যেনিবা আহোমক গালি পাৰিছিলেই, তেতিয়া এই গৰাকী মহাপুৰুষ ক'ব যখিনী-খালত সোমাই আছিল—এতিয়া যে নিজৰ স্বাৰ্থ সিদ্ধি কৰিবলৈ হোৱাই-নোহোৱাই বদনাম গাই ফুৰিছেহি? আমি এনেকুৱা স্বাৰ্থপৰ, মিছলীয়া কংগ্ৰেছৰ মানুহক দেৱতা হ'লেও ভোট দিব নোৱাৰো।"

কালিৰাম বৰুৱা জৰাধৰা বৰুৱা বংশৰ এগৰাকী কথা-ৰজোৱা পুৰুষ। তেওঁক সহজে কংগ্ৰেছৰ সভ্য ভুক্ত কৰিবপৰা নহৈছিল; বহুত খাটিলুটি হে চহীদ্টাকে লৈছিলোঁ। এসময়ত ক'লাই চৰ্দ্দাৰে ঘৰৰ চোতালত যুৱীয়া হাতী বান্ধিছিল। সাংসাৰিক অৱস্থাত হীন হ'লেও, স্বাধীন মতামত প্ৰকাশ কৰাত অতি উচ্চ মনোভাবৰ বুলি কালিৰাম বৰুৱাৰ সুখ্যাতি আছিল। কংগ্ৰেছৰ নামত নহ'ল কি হ'ল, ১৯২১ চনৰপৰা ১৯৩৭ চনলৈকে কালিৰাম বৰুৱাই সকলো ৰাজহুৱা আন্দোলনতে উপায়-বুদ্ধি দি উঠি অহা ডেকাবিলাকক উদগাই আছিল।

**ভকত বাহাদুৰ ঃ** ভকত গগৈ বাহাদুৰ সঁচাকৈয়ে এসময়ত বাহাদুৰেই আছিল। ১৯২১ চনৰ আগলৈকে তেওঁৰ নামটো অহিফেন ভক্তসকলৰ (কানীয়া) লগত জড়িত আছিল। জড়িত হুবুলি গুড়ে-মাখিয়ে লেটপেট হৈ লাগি থকাকে বুলিব পাৰি। এওঁক গান্ধীৰ নামে বিছাই ভকাদি ডাকিছিল—কানীয়া যেতিয়া ভকাটো স্বাভাৱিকেই। তথাপি অৱস্থাৰ চৰখৰীয়াই তেওঁকো আমাৰ লগ লোৱালে। সেইবুলি, তেওঁ কানিক নিন্দা কৰা নাছিল। ভকত গগৈয়ে নিজেই মনে-মনে আফু খেতি কৰি এসময়ত বাৰী-কানিৰ জুতি লৈছিল। সেই কাৰণে, পাচত কানি এৰিলে যদিও, কানীয়া সেৱাত বহি দুটি-এটি কানি-টিকিৰা পান কৰি কানিৰ ঐতিহ্যফেৰা ৰক্ষা নকৰাকৈ নোৱাৰিছিল।

কানিক ভাটিফালে আফিং বা অহিফেন বোলে। আমাৰ মতে, ই উৎপন্ন হোৱা গছজোপাৰ নাম আফু। আফু গছৰ কপৰাটো আগদিনাই চোকা কটাৰী এখনেৰে আঁকিয়াই থব লাগে। পিচ দিনা ৰাতিপুৱা সেই আঁকে আঁকে গুটিটোৰ এঠা জৰি জৰি ওলাই গোট খাই থাকে।

ফটা-কানি এডোখৰেৰে এঠাকণহঁত টুকি আনি টেমাত সেইদৰেই থৈ দিব লাগে! (ফটা) কানিৰে টুকি অনা বাবেই আফু এঠাক কানি বোলা হয়।

কানীয়াহঁতৰ বিশ্বাস—আফু গছজোপা হেনো সত্যযুগত সৰগৰ দেৱতা ইন্দ্ৰৰ পাৰিজাত কাননত আছিল। ইন্দ্ৰই এদিন ফু-মাৰি দিলত গছজোপা আহি পৃথিবীত পৰিলহি। সেইদেখি, "আফু হেন ইটি চুণ্ডি অক্ষৰৰ" নামাম্বয় কৰোঁতে ভকতসকলে কয়—আ পদে আকাশক, ফু পদে ইন্দ্ৰ দেৱতাৰ ফুটোক বুজায়। দেৱতাৰ মুখৰপৰা পোনে-পোনেই অহা বাবে ই পৰম পৱিত্ৰ বস্তু। সেই স্বৰ্গীয় বস্তুকণ কম ভাগ্যৰ গুণে ভাৰতৰ নৰ-মনিছে ভোগ কৰিবলৈ পোৱা নাই। ইয়াক ভোগ কৰিবলৈ কপাল লাগে। যি ৰবকানীয়া সি অন্ততঃ মাহে পাঁচ টকা (তোলা) কানি খাবই লাগিব। পাঁচ টকা কানি খোৱা ৰব কানীয়াৰ মান সদায় আগত। ভকত বাহাদুৰো ৰবমানভগীয়া কানীয়াৰ আগশাৰীত বহা লোক আছিল। এই অঞ্চলত, এওঁ কানীয়াৰ ৰজা বুলি কানীয়াহঁতে কোৱামেলা কৰিছিল। কানীয়াৰ ৰজা যি জন, তেওঁৰ জুহালৰ কাষত নাই নাই বুলিও ২০ জনমান ভকতক শুধিব পৰাকৈ বাঁহৰ ধোঁৱা খোৱা আৰু কানিৰ টিকিবা "মজুত" থাকিব লাগিব, ভকতসকল আহি যাতে "জ ৰাম, জ কৃষ্ণ" বুলিয়েই খোলাত বহি গাইপতি ধোঁৱাখোৱা একোটাত টিকিবা পুৰি যাব পাৰে।

কানিখোৱা নিয়ম কেবাবিধো। তাৰ ভিতৰত এই কেইবিধেই সত্তা-লনিকৈ চলে: (১) পাণ-কানি, (২) লভাকানি আৰু (৩) মলা-কানি।

(১) পাণ-কানি:—এগুছিমান বুঢ়া জাতি পাণ কুটি কুটি হেঁতা এখনতে কানিত সিজাই একোটা একোটা টিকিবা (বড়ি) কৰে। সেই টিকিবা একোটিকে বাঁহৰ ধোঁৱাখোৱাৰ জিপিণ্ডত (পাইপ বা নলী) লগাই খাওঁতা-জনে হুঁপি দিয়ে। পাণেৰে সৈতে খোৱা বাবে ইয়াকে পাণ-কানি বোলে। দীঘলীয়াকৈ হোঁপাটো মাৰি ধোঁৱাখিনি গিলি কানীয়াজনে ধোৱাখোৱাটো মাটিত থেকেচ মাৰি থয়। চকু পচাৰ দুটামান বৈ, মুখেদি ফাঁ কৰি ধোঁৱাবোৰ উলিয়াই দি, এচকল-দুচকল কুঁহিয়াৰ, নাইবা কল এটাকে, নতুবা কড়াই-ভজা চাউল দুটামানকে চোবায়। জুলীয়া গুড়েৰে যোল চাহপানীও এঢোক-দুঢোক মাৰিব। কানি-তিতা মৰা এইবোৰ জুলীয়া বস্তু জুহালৰ দাঁতিত হাতে ঢুকি পোৱাতে ৰতনাই খোৱাই থাকে। পাণ কানি পান

কৰা সুখতকৈ আৰু সুখ নাই। সেই সময়ত, কানীয়াজন স্বৰ্গতেই থাকে নে নৰকতেই থাকে ক'ব নোৱাৰে।

(২) লডাকানি:—লডাকানি খোৱা হয় এই প্ৰকাৰে—দোকানৰ পৰা কানি আনিয়েই হাতেৰে চিকুটি মগুমাহটোৰ মান বৰি একোটা কৰে। বৰিটোক কোঁটকৰে গিলি থৈ কিবা এটা সোৱাদ বস্তুৰে তিতাটো মাৰি থয়। একো নেপালে, তামোল এডুখৰিৰেই মুখশুদ্ধি কৰা কৰে। লডাকানি খোৱা নিয়মটো অ'লৈ ত'লৈ যাওঁতে হে পালন কৰা হয়।

(৩) মলিখোৱা বা মলা-কানি:—মলিখোৱা কানিৰ নিয়মটো নিচেই উজু। ইয়াক ঠাইতে সমাধা কৰিব পাৰি। কানীয়াই লগত কানি-মলিখোৱা লক পিয়লা বাটি এটা লৈয়ে ফুৰায়। বাটিটোৰ নামেই বেলেগ—যাক কানি-খোৱা বাটি বোলে। কানীয়াই কেতিয়াও বিনাস্নানে অৰ্থাৎ বাহী গাই কানি নেখায়।

অসহযোগৰ খদমদম্ লগাৰ আগলৈকে ভকত বাহাদুৰৰ জুইশালখন উক্ত তিনিও প্ৰকাৰৰ কানি-পাণত সুখ্যাতি অৰ্জ্জা আলহী অতিথিৰ নিমিত্তে দিনে নিশাই মুকলি আছিল। নক'লেও হ'ব যে সেই অনুপাতে, দেও-চাই-বলিৰো ব্যৱস্থা কৰা হৈছিল। অৰ্থাৎ উপকৰণসহ কলীয়া বস্ত ফেৰাও খোলাখনত ভাগে ভাগে সজাই থোৱা হৈছিল।

এটা অপকৰ্ম্মমূলক "বাহাদুৰী" কাম কৰি তেওঁ বছৰ দিয়েক কাৰাবাস খাটিবলগীয়া হোৱাত তাতেই কানিখোৱা অভ্যাসটি এৰি পেলালে।

জেলৰপৰা অহাৰ পিচত, তেওঁৰ ওচৰলৈ ৰবকৈ মানুহ-দুনুহ নোযোৱা হ'ল। কানি এৰি দিয়াত, কানি-খোলাৰ বন্ধু-বান্ধৱ যে উৰণীয়া মৌ হ'লেই নে, ইবিলাক মানুহেও ফাটেকৰপৰা অহা দেখি তেওঁৰ ঘৰলৈ যোৱা সেৰেঙা কৰিবলৈ ধৰিলে। কিন্তু তেওঁ হলে মানুহৰ সঙ্গ বৰ ভাল পায়।

বাহাদুৰৰ সহযোগ পালে, কানীয়া বিলাকৰ কানিখোৱা অভ্যাসটো অলপ পাতলাব পাৰিম বুলি ভাবি তেওঁৰ ওচৰ চাপিলোঁ। কেবাদিনো তেওঁক কলোঁগৈ বোলো "তাৰৈদেও, আমাক অলপ সহায় কৰক। অমুক তমুক কানীয়াকিটাকে ক'বচোন, কানি নেখাৰি বুলি। আপুনি ক'লে শুনে কি চুনে? আমি সিহঁতৰ ওচৰকে চাপিব নোৱাৰোঁ।" বাহাদুৰে চালুকীয়া ল'ৰাটিৰ দৰে হাঁহি এটি মাৰি ক'লে, "ক'ব পাৰোঁ। পাৰোঁ হে পাৰোঁ, তহঁতে জানোচা পুলিছক লগাই দিয়গৈ! মোৰ আৰু, বোপাইহঁত, আতোকৰ

ন মুঠিয়েই জুৰিলে। এনাপাক কথাত, এই বুঢ়া কালত, আকৌ ফাটেক খাবগৈ নোৱাৰোঁ, নধৰিবি মইনাহঁত।”

ফাটেকৰ ভয়টো ভাঙি, আমিও দোহাৰিলোঁ, “বাক আপুনি একো কৰিব নেলাগে। আপুনি নো কানি এৰি কেনেকৈ থুলন্তৰ গাটো ধৰালে, তাকে সকামে-নিকামে কৈ ফুৰিলেই হ’ব।” ‘বাক’ বুলি কৈ বাহাদুৰে আমাৰ কথাষাৰ ৰাখিলে আৰু আমিও উশাহ পালোঁ। তেওঁ কাকো কানি এৰৰা নাছিল, যদিও আমাৰে সৈতে আলাপ কৰা বাবেই নামতি যে ৰাচোৰা মৃদঙ্গীয়া গাঁৱলৈকে ৰৌজাল-ৰৌজাল হৈ ওলাই গ’ল বোলে “ভকত বাহাদুৰো ভলন্টিয়াৰ হ’ল।”

এই উৰাবাতৰিটোৱেই আমাক বৰ সকাহ দিলে। থনামুখৰ কাণমোছা, গোপীনাথ, মৰনৈ পকাঘাটৰ হৰনাথে সৈতে লগ লাগি “বাহাদুৰ’ নাম পোৱাৰ আগেয়ে ভকত গগৈৰ গাটো লাহী আৰু পাতল আছিল। ডেকা কালত বল ও উলামূলা বিধৰ নাছিল—লোৱৰ পেৰা একোটা অকলৈয়ে দাঙি নিব পাৰিছিল। জেলৰপৰা ওলাই অহাৰ পিচত হে বৰ গা ধৰিলে আৰু গাৰ বাহুবোৰ মেটুৰা মেটুৰি হৈ ওলমি পৰিল। ফাটেকত থাকোঁতেই বেতৰ মূঢ়া-চকী-মেজ সাজিবলৈ শিকিলে। তাতে দেখি আহি ঘৰতো বাৰীত তৰহে-তৰহে কৰি শাক-পাচলি লগাবলৈ ধৰিলে। তেওঁ দেখুৱাই দিয়াৰপৰা হে গাঁৱত আন মানুহেও কৰি খেতি কৰিব লনা হ’ল।

বাহাদুৰৰ ঘৰটি জুপুৰা; উলুখেৰেৰে ছোৱা; খেৰো নিজৰ বাৰীৰে—মাজুলীৰ পৰা অনা নহয়। ভগা ইকৰাৰ বেৰ; তাতে পকামুগা ধৰা আৰু দুই-তিনি-ওলোৱা পলু মেলা চন্দলাইথন আঁৰি থয়। মুগা চোমনিত ভদৰকলি চৰাইখেদা ধেনুখন আৰু বাটলুগুটি ভৰাই থোৱা জাতি লাওৰ খোলাটোও ওলোমাই থোৱা থাকে। সান্তচোং বাগৰা ভদৰকলি চৰাই খেদিবলৈ চকু শাল মাছৰ দৰে হ’ব লাগিব আৰু হাত ও ‘কৰ্ণপথে শৰ কৰিব’ পৰা থিৰ হ’ব লাগিব। পাঁচকুৰি ছুবছৰলৈকে ভকত বাহাদুৰে সেই কাম অক্লেশে অনায়াসে কৰিয়েই আছিল। জাপিৰ দৈ-কাঠী, নিজ হাতে তুলাই ঠাং এটা পেলাই থোৱা দেখিবলৈ পাব। বেঁতৰ মূঢ়া, চকী, মেজ, আদি সজা তেওঁৰ নৈমিত্তিক কাম। সংসাৰত কি হৈছে, তালৈ ভ্ৰূক্ষেপেই নাই—কামতে মূৰ পুতি থাকে। ঈশ্বৰে হাত দুখন দিছে, তাৰে কাম কৰিব লাগে—এয়াকে মাথোন ভকত বাহাদুৰে জানে। মানে-সন্ত্ৰমে, জুখি-জুখি মৰমলগা কথা কৈ জিতাৰো সন্মান ৰাখে তেওঁ।

তাহানি যি অসমীয়া ডেকাই
'জাপমাৰি ভেইছিলোঁ,
ঢাপলিকা পৰ্ব্বত,
খেদা মাৰি ধৰিছিলোঁ
মত্তা হৰিণা,
টিলিকিত মাৰিছিলোঁ বগ'

বুলি গপ্প মাৰিছিল, সেই ডেকাই আজি 'মত্তা হাঁহবো" লগ ধৰিব নোৱৰা হ'ল। ভকত বাহাদুৰৰ স্মৃতিয়ে সেই অধঃপতনৰ কথাকে ভাবিবলৈ আজিও অন্তৰত হেচঁা একোটা মাৰি থাকে।*

**ভেলেক দুৱৰা বা দুতিৰাম দুৱৰা ঃ** ভেলেকা দুৱৰা নামেৰে এজন মানুহ আছিল। এওঁৰ দৰে দেখাত হোজা, কথাত পাকৈত, ধৰ্ম্মিষ্ঠ মানুহ পোঁৱা টান। আমাৰ চেমনীয়া কালতে তেওঁক যেনেকুৱাটো দেখিছিলোঁ, দুকুৰি বছৰ পাৰ হৈ যোৱাৰ পিচতো, ঠিক তেনেকুৱাই দেখিলোঁ। জাৰ জহ, হেমন্ত, বসন্ত কতটা আহিল গ'ল, জগতৰ মানুহ-দুনুহ, নীতি-কাৰ্চা, পিন্ধা-উৰাৰ গঢ়ো কত সলনি হৈ গ'ল, ভেলেক দুৱৰালৈ কিন্তু সেইবোৰ একো সলনি হ'ব নেজানিলে। ঘামকালি কানত চেলেংখন আৰু জাৰকালি দুৰলীয়া এৰিয়া কাপোৰখন গাত ছাটি মাৰি লৈয়েই মৰিবৰ দিনলৈকে ওচৰ সমীপৰ গাঁও হে নেলাগে দূৰণিবটীয়া নগৰতো ভ্ৰমি ফুৰিলে। সত্তৰি বছৰলৈকে তেওঁৰ গাত চোলা নোসোমাল। মান্ধাতা যুগৰ ধুতি-নীতিকে মানি, নিয়ম সংযমেৰে দিন নিয়াই, ফাঁকি-ফুকাভৰা সংসাৰৰপৰা বছৰ দিয়েক হ'ল ভেলেক দুৱৰাই শান্তিৰে বিদায় ললে।

দুৱৰাৰ ঘৰতো বহুত ম'হ আছিল। আন ম'হ গিৰিয়াই ঘৰৰপৰা আঁতৰত খুঁটি পাতি ভাল পায়; তেওঁ কিন্তু-চোতালৰ মুৰত খুঁটি পাতি লৈছিল। দুৱৰাৰ ভাই-ককাই বিলাকে তেওঁক "আমাৰ গুৱাল" নাম দিছিল।

* "হাতে কৃতকাম, মুখে ৰাম" নাম লৈ থকাই আছিল ভকত বাহাদুৰৰ জীৱনৰ মুলমন্ত্ৰ। ১৯৫২ চনত, চাৰিগুণ্ড হোৱা মণিৰাম পিয়লীৰ তিথিৰ দিনা, উৎসৱৰ সভাপতি অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলত ৰামেও তেওঁৰ সুন্দৰ স্বাস্থ্যৰ প্ৰতি সম্বৰ্দ্ধনা জনাইছিল॥ ১৯৫৭ চনৰ ১৬ এপ্ৰিলৰ (৩ বহাগ, মঙ্গলবাৰ ১৩৭৯) দিনা এওঁৰ মৃত্যু হয়।

গুৱালে গাখীৰত পানী দিয়ে—সকলোৱে জনাকথা। গাখীৰত পানী মিহলোৱা গুৱাল-ফাঁকি ধৰা বৰ টান। যিমানেই কি সাধু নহওক, গুৱালে কেতিয়াও শুধ গাখীৰ দিব নোৱাৰে। আগুৰলাৰ ছলেৰেই গাখীৰ খীৰা-বলৈ লোৱা কঁৰীয়াটোত গুৱালে পানী ভৰাই লয়। কিনোতাজনক আগতে বহুৱাই থৈ চকুত ধূলি মাৰি পানীভৰোৱা কঁৰীয়াটোতে দি যাবৌচ যাবৌচ গাখীৰ খীৰাই দেখুৱাই দিব—গাখীৰত যেন পানী দিয়া তাৰ সজেই নাই। "আমাৰ গুৱালে" হ'লে, এনথ পানীও গাখীৰত নিমিহলায় আৰু গাখীৰৰ দামো নবঢায়। যুদ্ধৰ দিনত গাখীৰৰ সেৰে চাৰি অনা হৈ গ'ল; তথাপি তেওঁ এক অনা পইচাও নবঢালে; যি ডুই অনা, ডুই অনাই থাকিল। "কৰবাত মিছা পৰোঁ।" বুলি তেওঁ বৰ ভয়। আগদিনাই যদি কোনোবাই তেওঁক গাখীৰৰ বাবে আগধন দিব খোজে, তেওঁ কেতিয়াও নলয়, কয়, বোলে, "আজি আপোনাক কৈ গলোঁ, কাইলৈ গাখীৰ দিম বুলি। পিচে, হঠাতে যেনিবা নিশা মুকলি হৈ দামুৰীয়ে পিলে, নাইবা খীৰাওঁতেই মহে লাথি মাৰি কঁৰীয়াৰ গাখীৰকে পেলাই দিলে, তেতিয়া মই ক'ৰপৰা গাখীৰ দিম? এতিয়া পইচা থৈ দিয়ক, কাইলৈ আনিবলৈ যাওঁতে লৈ যাব। আপুনি নানেগৈ মানে, আপোনাৰ গাখীৰ বাক কাকো নিদিওঁ। এতিয়া পইচা নিনো।" পাচদিনা, গ্ৰাহকজন গৈয়েই অনায়াসে গাখীৰ লৈ আহিব পাৰে। আন গুৱালৰ কথা বেলেগ।

ভেলেক ডুৱৰাই পুলিন পুখাওলকলৰ কথা কৈ বৰ গৌৰব কৰিছিল। তেওঁ আছিল সাতঘৰীয়া আহোম বঙাচিলা ডুৱৰাৰ ঘৰৰ—যি ঘৰত মান-অনা ঘিনাই বা বদন বৰফুকনৰ জন্ম হৈছিল। বদনে মান অনা কাৰণটো কওঁতে এদিন তেওঁ কৈছিল—পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়া আৰু বদনচন্দ্ৰ বৰফুকন ডাঙৰীয়া দুয়ো এদিন ৰজাৰ চ'ৰাত বহি আছিল। বুঢ়াগোহাঁয়ে তামোলৰ লগত ছালি খায়। সেই দিনাও তেওঁ ছালিৰে সৈতে তামোল খাই আছিল; তেওঁৰ ওচৰাউচৰিকৈ বৰফুকনো বহি আছিল। পূৰ্ণানন্দই মোকোৰামোকোৰে ভেৰা-ছালিৰে তামোল খাই ওঁঠত সেলেঙি লগাই আছে, তেও বিয়েয়েক বদন বৰফুকন ডাঙৰীয়াক তামোল এখনো যচা নাই। তাতে বৰফুকনে বিদ্ৰেষ কৰিলে, "সৰ্গদেৱৰ চ'ৰাতো কাঠশৰ এটি আছে।" বুঢ়াগোহাঁইলৈকে টেঁৱাই কথাষাৰ কৈছে বুলি জানি বুঢ়াগোহাঁয়ে ও তত্তালিকে উত্তৰ দিলে, "বাংকুকুৰটোকো ডুবুলিবা গুদা, ফুটতে ধৰে।" এই ঠেটামস্কৰায়েই মান অনাৰ কাৰণ হ'ল ॥

বুঢ়াগোহাঁয়ে তামোলৰ লগত ভেৰা, বহঁত আদি কাঠৰ ছালি খাইছিল। সেই দেখি, তেওঁক "কাঠখোৱা-শৰ" বুলিলত বৰ অপমান পালে। সেই দৰে ৰাংকুকুৰৰ নাম কোৱাত ৰঙাচিলা দুৱৰাৰ পৰি পৰিনাত্তি বদন ফুক-নেও বৰ আঘাত পালে। কাৰণ বদনৰ আদি পুৰুষ জনে ৰাংকুকুৰ এটা মাৰি ৰঙাচিলা নাম পাইছিল।

বহুত দিন ভাবিচিন্তি চাই এই ধাৰ্ম্মিক গুৰিলগা পুৰুষজনো কংগ্ৰেছত সোমাল। অসহযোগৰ মূলত ধৰ্ম্ম সোমাই আছে বুলি দৃঢ় চিত্তে তেওঁৰ ঘৰত নেছানেছে সূতা কটাবলৈ ধৰিলে। ধৈৰ্ণীয়েক আৰু দুজনী গাভৰু জীয়েকে সূতা কাটি, কাপোৰ বৈ ঘৰৰ পাঁচোটি প্ৰাণীক পিন্ধাইছিল আৰু বিহুৱে-সংক্ৰান্তিয়ে আমাকো উপহাৰ দিছিল। তেওঁবিলাকে কপাহী সূতাৰ উপৰিও এৰি-মুগাৰ সূতাও কাটিছিল।

এইখিনিতে, এইটোও কৈ থোৱা ভাল যে দুৱৰাৰ জীয়েক মাজু আইটী আৰু গুৱলাৰ নিচিনা কাজী ছোৱালী আজি-কালি পৰ্ব্বতৰ কাছকণী হোৱাদি হ'ল।

ভেলেক দুৱৰাৰ নিচিনা মৌনী লগৰীয়া পাই সংসাৰৰ ৰাগজাল নথকা ভকতীয়াসকলক গান্ধীকথা ক'বলৈ আমাৰ বল বাঢ়িল।

এইজন "আমাৰ গুৱালৰ পৰাই" মহখুটি আৰু মহৰ বিষয়ে ভালেমান কথা শিকিছিলোঁ। তেওঁৰপৰা শুনিছিলোঁ, আগৰ দিনত হেনো 'আমাৰ গুৱালে' এইবোৰ ম'হৰ নাম দিছিলঃ—

ভেলেঙী, গেধী, যমুনা, সোণতৰা, কদমী, জোনাকী, পালেঙী, প্ৰতিমা দৰিকা, ভাউকী, চকমলা, ৰূপহী, চামকলী, বনমালা, পানীমলা, ৰূপকলী, ভেবী. মনকলী, চামতৰা, ঘৰগুৱা, গোৰা, আমুকলী, ৰূপা, চেনেহী, বাগলী ইত্যাদি।

**মিহিৰাম খনিকৰঃ** এইজন মানুহৰ সিজা স্বভাৱ আৰু চেষ্টা-উৎসাহৰ কথা সততকাই পাহৰিব নোৱাৰি। এওঁ পিচত নাহৰকটীয়া অঞ্চলৰ চাঁচনি মৌজাৰ অন্তৰ্গত মেৰবিললৈ যায়। ১৯২১ চনত, চাৰিঙৰ অগ্নিবৰ খনিকৰ গাঁৱত এওঁৰ সমান চতুৰ মানুহ আৰু আন এজন নাছিল। মানুহজন শ্ৰীমন্ত; সাজে-পাৰে ভাৱে ভঙ্গীয়ে নিখুঁট অসমীয়া বুলি দূৰৈতে চিনিব পাৰি। তেতিয়াই তেওঁৰ বয়স কলিকলীয়া বয়সৰ সোঁমাজমান পাইছিল, তথাপি, সেই আদহীয়া বয়সতো মুৰ-কামোৰণি এটা হৈছিল

বুলি তেওঁ কৰ নোৱাৰে। ৰাগ-পদ্ম দিয়াত তেওঁৰ মাতটো বৰ মিঠা আছিল দেখি "পাঠেক" নাম পাইছিল। মিহিৰামৰ নিচিনা নিখুঁত-নিপোটল দেহাৰ মানুহ দেখিলে "আমি অসমীয়া নহওঁ পৰিমলা" বুলি নোকোৱা মানুহ কোনো নাছিল।

তেওঁৰ সাজপাৰকে নো নেচাৰ কি? তাহানা—বৰমবাহ বা বাজহুৱা সকামলৈ যাবৰ হ'লে, নাইবা চ'তৰ বিহুত কনীযুঁজে তোৱা গছৰ তললৈ গ'লে, তেওঁ মুৰত পাগ এটা মাৰিব, ডিঙিত মতামণি এধাৰ আঁৰিব, খমখমীয়া মুগাৰ চুৰিয়া পিন্ধি খোৰটো গোৰোহা লেটাই লব। গাত গুনঠিমৰা (কাপোৰৰ বুটাম) এৰি-চাপকনটো পিন্ধিব আৰু গুণাফুলীয়া খনিয়া কাপোৰখন জাপিজুপি তাৰ ফুলটো উলিয়াই কানত পেলাই ল'ব। এনেকৈ সাজি-কাছি, সেলেঙি বৈ যোৱা মুখখনেৰে তামোলৰ পিক্ পেলাই আটকধুনীয়া মিহিৰাম যেতিয়া বাটে বাটে টকচলিকৈ চৰণ চলাই যাব, তেতিয়া "লোৱা পাঠেক গৈছে' বুলি ইকৰা বেৰৰ জলঙাইদি আলেঙে আলেঙে জীয়ৰী-বোৱাৰী সকলোৱে জুমি জুমি চাব।

মিহিৰামক আটায়ে ভাল পোৱাৰ কাৰণ বহুত। তাৰ ভিতৰত তেওঁৰ সুৰীয়া মাতটোও এটা। বিহু-বৰৰ তলত বিহুনাম গোৱাত আৰু মহৰ পিঠিত উঠি গৰখীয়া নাম বা বনঘোষা গোৱাত মিহিৰাক কোনেও চেৰ পেলাব নোৱাৰিছিল।

এবৈছা বিহুত, এই মিহিৰামেই আমাৰ ঘৰত, "প্ৰভুদেউৰ পদূলিত গোন্ধাইছে মধুৰি কেতেকী-মলেমলায় ঔ গোবিন্দাই ৰাম" বুলি হুঁচৰি নাম এটা গোৱা শুনি ইমান ভাল পাইছিলোঁ। যে যেতিয়া তেওঁ সেই জোৰা হুঁচৰিতে আকৌ—

"ভলুকা বাঁহৰে আঁখি মোৰ প্ৰভুদেউ
ভলুকা বাঁহৰে আঁখি
বতাহে ৰৰষুণে গুন্দোলাই আনিছে
আমাকো নথৰ ৰাখি"

বুলি গালে, সাউৎকৰে মই ভিতৰলৈ গৈ, লুকুৱাই থোৱা ৰূপ এটকা আনি বটাটোতে পেলাই দিছিলোঁ। মোক হুঁচৰি ভাল পোৱা কৰিলে মিহিৰাম পাঠকেই। দেখনে-শোভনে, মাতে-কথায় এনেজন সৰবৰহী সৰবগুণী পুৰুষক আমাৰ সঙ্গী-ভকত কৰি লব পাৰিলে আমাৰ কেউপিনে জয়জয় ময়ময়

হ'ব। এইবুলি, তেওঁক এদিন কংগ্ৰেছৰ সভ্য হ'বলৈ কলোঁ। তেওঁ কিন্তু, অনুৰোধটো নেৰাখিলে; ক'লে "মই ভলন্টিয়াৰ" হ'ব লাগিলে, মোক লাঙে লাঙে ফাটেকত থবগৈ। পিতায়ে আৰু ঘৰ সোমাবলৈকে নিদিয়ে। তাতো-কৈও, অমুক-তমুক ইহঁতৰ লগত লগা গোচৰ কিটাত জিকিব নোৱাৰিলে, তাহাঁতে জানো গুদাই এৰিব?" ময়ো চালোঁ, তেওঁৰ আপত্তিটো তেনেই ঠেক নোহোৱা নহয়। শেষত কলোঁগৈ, "বাৰু, ৰৰপিতালৈ ভয় কৰিব নেলাগে। তেখেতক সিদিনা ম-ময়া কৰিলোঁৱেই দেখোন। মকৰ্দ্দমা লগা মানুহকিটাই নো কি কৰিব হেঁ? সিহঁতৰ ফৰফৰণি মাৰিবলৈ মোৰ হাতত দেৱাই আছে। তুমি মাথোন চাৰি অনা পইচা দি কংগ্ৰেছৰ মেম্বৰ হ'ব লাগে আৰু আমি অলৈ-ত'লৈ গ'লে, আমাৰ লগত গৈ সভাখনইত গুৱনি কৰিব লাগে।" পাঠেকে একো ওজৰ তুলিয়ালে; একে আষাৰেই হ'ম বুলি "মেম্বৰ" হ'ল। মিহিৰাম থনিকৰক পাই আমাৰ চতুৰ্গুণে বল বাঢ়িল। মোক গ্ৰেপ্তাৰ কৰা দিনলৈকে মিহিৰাম পাঠেকে বধশপত দি জীয়ৰী-বোৱাৰীৰ বিলাতী-প্ৰীতি একৱাই পেলাইছিল। জেললৈ যাওঁতে মোৰ লগত শিৱসাগৰলৈ যোৱা মানুহবিলাকক গনিং চাহাবে যিদিনা গুৰ্খা লগাই পছুখেদা দিছিল, সেইদিনাখনো মিহিৰামে ৰংমনে গুৰ্খা চিপাহীৰ সঙ্গীনৰ খোঁচ খাইছিল।

জীৱনৰ শেহছোৱাত তেওঁ ওপজা ঠাই চাৰিং এৰি চাঁচনিলৈ যাব-লগীয়া হ'ল। তাতো তেওঁ

'কাচিয়ে কাটে মানে
বেলিয়ে আঁটে মানে'

কংগ্ৰেছৰ শুভবাৰ্ত্তাকে বিলাই ফুৰিছিল। কিন্তু মিহিৰাম পাঠেকৰ প্ৰতি বিধি বাম। অলপতে, তেওঁৰ একেটি ল'ৰাক নিঠুৰ যমে মাৰি নি তেওঁক নিঠৰুৱা কৰি পেলালে। ১৯২১ চনত, সেই স্বাধীনতাৰ বাগীত মতলীয়া হৈ ফুৰা চাৰিঙৰ মিহিৰাম পাঠেকো এক, পুত্ৰ শোকত জৰ্জৰিত হৈ থকা চাঁচনিৰ মিহিৰাম পাঠেকো এক। ভাগ্যই কাক কেতিয়া কি কৰে কোনেও ক'ব নোৱাৰে। "পুৰুষস্য ভাগ্য, দেৱো ন জানন্তি, কুত্ৰ মনুষ্য? "মিহিৰামৰ জীৱনেই তাৰ জলন্ত সাক্ষী।

**দোম থনিকৰ সাতোলা ঃ** থনিকৰ গাঁৱৰ দোম সাতোলাকো পাহৰণি সোঁতত উটাই দিব নোৱাৰি। দোম নামৰ মানুহ কেৰাজনো

আছিল দেখি তেওঁক গুৱালৰ দোম বোলা হৈছিল। বহুত মহৰ গিৰী; সেই হেতুকেই দোম নামৰ আগত গুৱাল বিশেষণ। গুৱাল দোমক মহৰ গিৰিহঁত গুৱাল বুলি যোজনা-ফকৰাৰ অভিধান বুলিব পাৰি। 'বিণাই বৰফুকনৰ গীত', 'জাতি নাহৰৰ গীত', 'ফুল কোঁৱৰ-মণিকোঁৱৰৰ মালিতা' ইত্যাদি জাতীয় গীত-মাত তেওঁ এনে শুৱলাকৈ গাব আৰু ক'ব পাৰিছিল যে সেই কালত ইংৰাজী কবিতাৰ মোহত পৰি থকা এই সৌৰৱণ লেখক একেবাৰেই তন্ময় হৈ গৈছিল।

গীতৰ লহৰটোইঁত এনে লে-নিয়া সুৰেৰে দিছিল আৰু ঠেওটো এনে লেহেতীয়াকৈ থৈছিল যে শুনি থাওঁতে এফালে কাণত মৌ বৰষি গৈছিল আৰু ইফালে টোপাটোপে চকুৰ পানী বোৱাই পঠিয়াইছিল। দোম সাতোলাৰ গীতত করুণ-মধুৰ সমাবেশ হৈছিল যেনেকৈ, তেনেকৈ হোৱা বা গোৱা আজিলৈকে কাৰো মুখত দেখা শুনা নাই। বৰফুকনৰ গীতটো জুৰিছিল এই বুলি—

আবেলি বেলিয়া
বা-মু বৰযুণে
সাতো সাগৰৰ ৰেৱা,
আই নো সৰেশ্বতী
কামাখ্যা মাতৃ
কৰোঁ নীলাচলত সেৱা।
ঐ, নীলাচলৰ আই
বন্দীৰ হিয়াত দিবাঁহি ঠাই
ঐ, সৰস্বতী আই
বিধিনি পাহৰোঁ দিবাঁ সোঁৱৰাই।

গুৱাহাটীৰপৰা বিণাই বৰফুকন পলাই গৈ মান দেশ পালত, অসম ৰজাৰ জীয়ৰী মানৰজাৰ কুঁৱৰীয়ে বৰফুকনক ঐৰাৱতী নৈৰপৰা আগ বঢ়াই নিয়ে। তেতিয়া কুঁৱৰীয়ে বৰফুকনক যিকিবাৰ কথা কৈছিল তাক সাতোলাই এইদৰে বিনাই গাইছিল :—

'ঐ ফিফান দেও, (ককাইদেও) এফেৰি বোৱা
আহিলি কেনেমতে তাৰ কথা কোৱা
বাটতনো বাঘ-ঘোঙে নেপালে নে তোক?"

আকৌ বৰফুকনক কাটিবলৈ ৰাজমাৱে ৰূপচিং চুবেদাৰক কেনেকৈ কাবৌ কৰিছিল তাকো সাতোলাই বীণৰ সুৰত মতাদি মুখেৰেই মাতি গৈছিল :—

"অতকৈ গুণনি ধৰিলে ৰাজমাৱ
উঠিল মাজনিশা ৰাতি;
পৰম হিতে কৰি, ৰূপচিং বঙালক
অনালে তেতিয়াই মাতি।
ঐ ৰূপে চিং কাটি দিওঁ কৰ্ফুল খা
ৰূপেচিং বঙাল তই লেটাইলৈ যা।
—ঔ ৰাজমাও আই
অসমৰ মন্ত্ৰী, ইয়াতকৈ নাই।
ঐ ৰূপেচিং জানিবি মোক
অসমৰ মন্ত্ৰী পাতি দিম তোক।
যেনেহ'লে ৰাজমাও গুণনি এৰা।
লাগে আনি দিম সৰগৰ তৰা।"

ইয়াৰ পিচত ৰূপচিঙে ঘিণাই বৰফুকনক কোমোৰা কটাদি কাটি দু-ডোখৰ কৰা চৰণকিটা গাইছিল।

"ঐ", "ঔ", এইকিটা মাততেই সুৰৰ লয় সলনি হৈ যায়। চৰণটোৱে পতি একোটো একোটা জাত। একেটা গীততে সুকীয়া সুকীয়া সুৰ সমন্বয় কৰাত ঘটনাটোৰ বিৱৰণ দীঘলীয়া হ'লেও নামুৱাইছিল, বৰং শুনি থাকিবলৈ হে মন গৈছিল। বৰফুকনে মান আনিবলৈ যোৱাৰপৰা ৰূপচিঙৰ হাতত প্ৰাণ এৰালৈকে ঘটনাৰ পট যিমানবোৰ পৰিবৰ্ত্তন হৈছিল সিমান-বোৰৰ দোমোজাত বা কৈঁকুৰিত বেলেগ হেঁচ্া এটা দি নতুন জাত এটা লগাই দিছিল। নিজ কাণে নুশুনিলে গীতটোৰ বিষাদ মাধুৰী লেখনীৰ আগত তুলিব নোৱাৰি।

দোম সাতোলা আছিল কংগ্ৰেছৰ ওচৰ নচপা মানুহ। চপাবলৈও মন কৰা নাছিলোঁ। কিন্তু, তেওঁৰ মুখৰপৰা টুকি অনা গীত-পদবিলাকৰ পৰা আওপাক বুকুকোমল স্বাধীন চিন্তীয়া মানুহক অসহযোগলৈ আকৰ্ষণ কৰাত নথৈ সহায় পাইছিলোঁ। দোম সাতোলাৰ নিচিনা কতনা ৰতন যে অসমৰ চুকে-কানে এতিয়াও আলাই-আথানী হৈ পৰি আছে, তাৰ বুজ লয় কোনে?

**ঘনকান্ত গগৈ বা ঘটাই মহৰী:** স্বৰ্গীয় ঘনকান্ত গগৈদেৱৰ ঘৰ আছিল ফুকনখেদীয়া বেজগাঁৱত। বেজগাঁৱৰ ভুয়ো মুৰে ভুখন কৈৱৰ্ত্ত গাঁও। দক্ষিণৰ ফালে থকাখন পেপেলাভুবি আৰু উত্তৰে থকাখন নামদাং কৈৱৰ্ত্ত। পেপেলাভুবিত দনাৰাম দাস সভাপতি আৰু হৰি কৈৱৰ্ত্ত মুক্তিয়াৰেই মূখাল মানুহ। নামদাং কৈৱৰ্ত্ত গাঁৱত কদ্রাম কৈৱৰ্ত্ত নেওগ গাঁওবুঢ়া সৰ্ব্বে সৰ্ব্বা। পেপেলাভুবিৰ দক্ষিণ-পছিমে জকাই সত্ৰ। এই আউটিত কিবা একোটা ৰাজহুৱা কাম কৰিবলগীয়া হ'লেই সকলোৱে ঘনকান্ত গগৈৰ পৰামৰ্শ লয়। গগৈদেৱক ঘনকান্ত বুলি সৰ্ব্বসাধাৰণে নেজানে—জানে ঘটাই মহৰী বুলিহে; কিয় নো, এখেতে নাফুক চাহ বাগিছাত আগেয়ে মহৰী কাম কৰিছিল। "আসাম বন্তি," 'বাঁহী' আৰু বঙলা কাকত "বঙ্গবাসী"ৰ এখেত নিয়মিত গ্রাহক আছিল। বহুতৰ দৰে গগৈদেৱ আশীৰ্ব্বদীয়া গ্রাহক নাছিল। বছৰ উকলিলেই বা তাৰ আগতেই কাকতৰ বৰঙনিখিনি উচল কৰি দিছিল। বহুতেই আলোচনী, বাতৰি কাকত লয়, পাচে, আগগুৰি মাৰিখচি নিচেই কম মানুহে হে পঢ়ে। গগৈদেৱে হ'লে কাকতবোৰ পঢ়ে পটি ভাবে আৰু সকলোৱে আগত দেশৰ অভাৱ অভিযোগৰ বিষয়ে চালিজাৰি আলোচনা কৰে।

মহাত্মাই প্ৰৱৰ্ত্তন কৰা অসহযোগৰ পন্থাটো তেখেতে মনে-চিতে ভাল পোৱা নাছিল। কিন্তু, সূতা-কটা, ভাং-কানি বৰ্জ্জন কৰা, মেল-মকৰ্দ্দম নিবাৰণ কৰা কথাকিটা হ'লে বৰ ভাল পাইছিল। আমাৰ মানুহ একে কামৰেই উপযুক্ত নহয়—এইটোৱেই আছিল গগৈদেৱৰ বদ্ধমূল আন্তৰিক বেজাৰ আৰু তাকেই তেখেতে ঘৰে-পৰে সদায় ব্যক্ত কৰি ফুৰিছিল। ডেকা-ল'ৰা একোটাক লগ পালেই, নতুবা সভা-সমিতিত কিবা ক'ব লগা হ'লেই তেখেতে ক'বই, "ইংৰাজক খেদোৱা কথাষাৰ শুনিবলৈ ভাল হয়, পাচে ইংৰাজ গলে আমাৰ গতি নাজল-নাথল হ'ব। আমাৰ নো আছে কিটো? বেহা-বেপাৰ, দোকান পোহাৰ আদি ধনঘটা বাট এটাইবোৰ অনা-অসমীয়াৰ মুঠিত। আমাৰ মানুহে আজিলৈকে ভালকৈ দোকান এখনকে পাতিবলৈ নিশিকিলে। বিদেশী বস্তুৰেই আমাৰ বৰ-ঘৰৰ চাং ওপচাই থৈছোঁ। পাচি-খৰাহি এটাও আমাৰ ল'ৰাই সাজিব নজনা হ'ল। কাঁহ-পিতলৰ ব্যৱসায় আৰু সোণৰ বন উঠি যাবলৈকে উপক্রম হৈছে। বঙালী সোণাৰি, বঙালী জালোৱাৰেই দেশ ভৰি পৰিলহি। শামুকৰ চূণকণ কিমান উপকাৰী?

তাকো-আমাৰ পোহাৰীয়ে কৰিবলৈ এৰিয়ে দিলেই নে, বেচিবলৈও এৰিলে। ছনীয়া কুলি নহ'লে বাবীৰ চাপ এটাও মাৰিব নোৱৰা হলোঁ। জয়সাগৰ শিৱসাগৰ-গৌৰীসাগৰৰ নিচিনা বিয়াগোম বিয়াগোম পুখুৰীকিটা আমাৰ মানুহেই খানিছিল বুলি কোৱা হ'লে সাধুকথা বুলি উৰাই দিলেহেঁতেন ; যাতুকাস্তে, সেইকিটা পুখুৰী আমাৰ চকুৰ আগতে আছে দেখি হে কোনেও তেনে কথা ক'বলৈ সাহ কৰিব নোৱাৰে। আমাৰ বিদ্যা-বুদ্ধিয়েই বা আছে কিমান ? শিল্পৰ উন্নতি, বাণিজ্য-ব্যৱসায়ৰ উন্নতি কৰিব নোৱাৰিলে, এতিয়া যেনেকৈ ইংৰাজৰ গোলাম হৈ আছোঁহঁক, আগলৈও কেঞা-মাৰো ৱাৰী, বঙাল-কঙালৰ দাসবো দাস হৈ থাকিব লাগিব।" কংগ্ৰেছী নাছিল যদিও, কংগ্ৰেছৰ উদ্যোগত পতা সভা বিলাকলৈ আহি গগৈদেৱে আমাক নৈথে উৎসাহ দিছিল।

গগৈদেৱ চৰকাৰী চাৰিং পঞ্চায়তৰ এজন মুখ্য মেম্বৰাই আছিল। তেখেতৰ বিচাৰ প্ৰণালী সদায় নিৰ্ভীক, নিৰপেক্ষ আৰু আইনসঙ্গত। আওপকীয়া মত দিয়া দেখি, তেখেতে উচাট মাৰি সভ্যপদকে ইস্তফা দিলে।

শিৱসাগৰলৈ অহাযোৱা কৰোতে তেখেতৰ ঘৰত সোমাই, তেখেতক মাত এবাৰ নলগোৱাকৈ যাব নোৱাৰিছিলোঁ। ফাটেকলৈ যোৱাৰ বিকদ্ধে তেখেতে ইমান লেজুৱা বকলা মেলিছিল যে কথা কওঁতে মুখে ফেনাই গৈছিল। সভাসমিতিত বক্তৃতা দিওঁতেও কথাৰ ওৰ নপৰে হে নপৰে; সভাপতিয়ে বহক-বহক বুলি টাকনি দি দি হে বহুৱাই থবলগীয়া হয়। ববপুতেক হেমকান্ত পুলিছ বিভাগৰ বিষয়া হৈ থকা সত্বেও ঘনকান্ত গগৈয়ে গাঁৱে-ভূঞে সংগঠনমূলক কামবোৰ কৰিবলৈ উটঙাই ফুৰিছিল। তেখেতৰ বক্তৃতা আৰু বুজনিৰ ফলতেই আমাৰ অসহযোগ আন্দোলনটো আবুজন ঠাইত শিপাব পাৰিছিল।

ঘটাই মহৰীৰ ভাৰ্য্যা গৰাকীৰ নাম আছিল কেতেকী। কেতেকী তেখেতৰ দ্বিতীয়া ভাৰ্য্যা। গগৈদেৱে চ'ৰাঘৰত একালে অসহযোগৰ বিকদ্ধে লালী নিছিগা বক্তৃতা দি থাকিব আৰু তৰুনী ভাৰ্য্যা কেতেকীয়ে মাৰল-ঘৰত সিফালে গুণগুণ শব্দেৰে যতঁৰত সূতা কাটি থাকিব। কেতেকীক আমি গাভৰুদেও বুলি মাতিছিলোঁ। গাভৰুদেও দেখাত যেনেকুৱা পকা-থেকেৰা যেন ৰাঙলী আছিল, কথা-বতৰা আদৰ-আখাল আৰু দিহন-থোৱনতো তেনেকুৱা মৰমিয়াল আছিল।

সেই সময়ত, বেজগাঁও অঞ্চলত, ঘটাই মহৰীৰ বাৰীত হে কেৱল অসমীয়া কপাহৰ গছ ৰোৱা হৈছিল আৰু তেখেতৰ ঘৰত হে মাখোন মূলা-গাভৰুৰ আৰ্হিৰে নেওঠনীত কপাহ পেৰি, গুটি গুচাই, চন্দিয়াই; পাঁজিবাটি যঁতৰত আনী নম্বৰতকৈ ও সৰু সূতা কটা হৈছিল। গান্ধী ভলণ্টিয়াৰৰ কেতেকী গাভৰুদেৱে দেৱতা দেখাদি দেখিছিল। চ'ৰা ঘৰত কংগ্ৰেছ সেৱক এজনৰ মাত শুনিলে কি, ভিতৰত জলপান সজোৱাৰ আৰম্ভ হৈ গ'ল। এনেকুৱাই আছিল কেতেকী গাভৰুৰ কংগ্ৰেছৰ প্ৰতি শ্ৰদ্ধা আৰু আগ্ৰহ।

ঘনকান্ত গগৈদেৱৰ শাৰীৰিক মানসিক পৰিশ্ৰম দুয়োটা সমানে চলিছিল। তেখেতে এহাতে যেনেকৈ অকলৈয়ে তামোল-পাণে টেঙাৰ-টোকোছায় বাৰীখন নদন বদন আৰু তুপ্ৰুং কৰি ৰাখিছিল, সিহাতে তেনেকৈ সময়ৰ লগত খাপ খুৱাই চিন্তা-চৰ্চাতো উজাই যাব পাৰিছিল। ঘনকান্ত গগৈ বা ঘটাই মহৰী আজি নাই। তেওঁ বিহীন হোৱাৰ লগে লগেই বেজগাঁওখন তেনেই চেঁচা পৰিল।

**লোকনাথ মহন্ত ঃ** জকাই সত্ৰৰ লোকনাথ মহন্তও আছিল, নিলগে নিলগে তলে তলে গান্ধীবাদ প্ৰচাৰ কৰা কৰ্ম্মী। তেওঁৰ কাৰ্য্যস্থল আছিল মিৰিগাঁও। মাজুলী, দিখৌমুখ, দিচাংমুখত থকা মিৰি ৰাইজৰ মাজত তেওঁ পুতলা নাচ দেখুৱাই মাদকতা বৰ্জ্জন আৰু অস্পৃশ্যতা বৰ্জ্জনৰ বক্তৃতা দি ফুৰিছিল। মহন্তৰ "পুতলা-নাচ"ত অভিনৱ কৌশল দেখিলে, মহন্তদেৱৰ সুৰুচিপূৰ্ণ কলা-কৌশলী নুবুলি নোৱাৰি।

**বিষ্ণুৰাম বৰকাকতী ঃ** বিষ্ণুৰাম বৰকাকতী আছিল বৰ সভা-শুৱনি অসমীয়া আৰ্হি পুৰুষ। ট-টকৈ জিলিকি থকা চকু মণিযোৰ, ওপৰ ওঠৰ ওপৰখন জুৰি ফেৰ মেলি থকা ডাঠ গোঁফটাৰ আৰু লেখনীৰে আঁকি লিপিত থুৱাই থোৱা যেন চকু চেলাউৰিযোৰে বৰকাকতী ডাঙৰীয়াৰ মুখমণ্ডল যেনেকৈ শোভা কৰিছিল, নিচেই কম মানুহে হে কৃত্ৰিম সৌন্দৰ্য্যৰ আল ধৰিও নিজৰ নিজৰ মুখখনইত তেনেকুৱা শোভাকৰ কৰিব পাৰিছিল। ফুটমনিয়াৰ বৰকাকতীয়ে দূৰৈত দেখা মাত্ৰকে, যেনে কি অচিনাকি মানুহ-জন নহওক, তেওঁৰ অভ্যন্তৰৰ কথা উমানতে ধৰিবই। তেখেত প্ৰসিদ্ধ মেলুৱইও। শিৱসাগৰ মহকুমাৰ পশ্চিম অঞ্চলত বিষ্ণু মুক্তিয়াৰক তৰ্কত ঘটুৱাব পৰা আন মেলুৱৈ নাছিল। মুক্তিয়াৰ পদবীটো গড়মূৰ সত্ৰৰপৰা পোৱা। তেখেতৰ গুণ অপাৰ। একাধাৰে আদৰ্শ খেতিয়ক, উদ্যোগী কৰ্ম্মী,

'একহাতে দুই ফল ধৰিবপৰা' উপস্থিত বুধিয়ক আৰু ইংৰাজী ইস্কুলত ভৰি নিদিয়াকৈয়ে ইংৰাজী আইনজ্ঞ উকীলৰ দৰে মহাব্যাত্ৰী তৰ্কশাস্ত্ৰত অপ্ৰতিদ্বন্দী চূড়ামণি (গাঁৱলীয়া মেলত)। মধুৰ কণ্ঠস্বৰ, প্ৰসঙ্গীয়া-নাম, দিহা-নাম, হীৰা-নাম বা উঠা-নাম, ভোৰতাল বজোৱা, নামৰ সুৰ সঞ্চাৰ দিয়া,—এইবোৰত তুকৰীয়া কাকতীৰ বিষ্ণুৰাম মুক্তিয়াৰক কোনেও চেৰ পেলাব নোৱাৰিছিল। বহুলতাৰ দোষত আবৰ্জ্জনা সোমাইছিল যদিও, কথোপকথনত কথাৰ আঁত নিছিগিছিল।

১৯৩৩ চনলৈকে তেখেতে অসহযোগৰ হে নেলাগে, কংগ্ৰেছৰ ছাঁতও ভৰি দিয়া নাছিল। কংগ্ৰেছ আৰু কংগ্ৰেছ পন্থীৰ লগত এক প্ৰকাৰ জুই-পানী অসঞ্চাৰেই আছিল। মোৰে সৈতে এদিন তৰ্ক কৰি থাকোঁতে বুদ্ধিৰ সাঁগৰ শ্ৰীমান যোগেন্দ্ৰনাথ মজিন্দাৰ বৰুৱা (বেতবাৰীৰ) নামৰ স্বয়ং সেৱক এজনে মুখৰ আগতে মোলৈ চাই তেখেতক বিকৰ্থনা কৰি ক'লে, 'থক, থক, মুক্তিয়াৰৰ নিচিনা পৰম জ্ঞানী ভাঙৰীয়া এজনকে যদি কংগ্ৰেছৰ বাৰ্তা বুজাবলৈ এঘণ্টা লাগিল, তুৱৰা আলিৰ মূৰৰ ছালছিগা ভিকছু ডুলাল বঙালীক বুজাবলৈ কিমান পৰ লাগিব? বুজাক বুজাবা ঠাবে-চিঞৰে, অবুজাক হে মাৰে-কিলে?" কথাষাৰ শুনি মুক্তিয়াৰ সেই পোনেই থৰে-থৰে ৰ'ল। তেতিয়াৰপৰা আৰু তেখেতে কংগ্ৰেছ সম্পৰ্কীয় একো কথা-ৰেই ভাগ নোলোৱা হ'ল। তুৰছৰমানৰ মূৰত দেখোঁন, কংগ্ৰেছৰ হিৰণ্য-কশিপু হেন মানুহজন শ্ৰীকৃষ্ণৰ প্ৰতি প্ৰহ্লাদ হোৱাদি কংগ্ৰেছৰ অকৃত্ৰিম অনুৰক্ত হৈ পৰিল, গান্ধীটুপী পিন্ধা মানুহক নিলগৰ পৰাই সাত সেৱাৰ এক সেৱা কৰিবলৈ ধৰিলে। মুক্তিয়াৰৰ এটা বিশেষ গুণ আছিল যে, কংগ্ৰেছ বিৰোধী হৈ থকা দিনতো, তেখেতে কংগ্ৰেছ ভলন্টিয়াৰক গালি-শপনি পাৰি আছিল যদিও, চৰ্কাৰী কৰ্ম্মচাৰীক কেতিয়াও নিজ মুখে একো কথা লগোৱা নাছিল।

৭৪ বছৰ বয়স পাই, ১৮৭১ শকত, বৰকাকতী পৰলোকলৈ গমন কৰিলে। তেখেত নোহোৱাৰপৰা চাৰিং-কাকতী গাঁৱত সুকণ্ঠ গায়ক আৰু স্বাভাবিক বুদ্ধি-বৃত্তি সম্পন্ন, স্বাৱলম্বনৰ চানেকি দেখুউৱা, উদ্যোগী, প্ৰভৃতি-ধৰ, কৰ্ম্মী পুৰুষ এজনো নাইকিয়া হ'ল।

অসহযোগ সম্পৰ্কে আমাৰ মত অমিল আছিল যদিও, বাকীবোৰ কথাত বাৰ অনা মিল আছিল। তেখেতক বৰ সন্মানৰ চকুৰে চাইছিলোঁ।।

মুক্তিয়াৰ ডাঙৰীয়াৰ উপস্থিত বুদ্ধি আৰু সাংসাৰিক জ্ঞান ইমান চোকা আৰু গভীৰ আছিল যে যেতিয়াই কিবা এটা শামুকীয়া গাঁঠিহেন সমস্যা আগত লৈ থিয় হৈছিল তেতিয়াই তেখেতে টপৰাই তাক ভাঙি দিছিল। সেই গুণেই, প্লেফেয়াৰ, ফিলিপ্‌ছন, কেল্ট্‌লি, মুলান চাহাব আদি জিলাধিপতি, মহকুমাধিপতি বৃটিছ বিষয়া বিলাকে গৌৰীসাগৰ ইন্‌স্পেক্‌ছন বঙলালৈ মতাই নি তেখেতৰপৰা খেতিবাতি সম্পৰ্কে আৰু গাঁৱলীয়া ৰাইজৰ উন্নতিবিধায়ক উপদেশ গ্ৰহণ কৰিছিল।

বাতৰি আৰু আলোচনী কাকতলৈ প্ৰবন্ধ লেখা মোৰ অভ্যাস আছিল। কেতিয়াবা এটা প্ৰবন্ধ লেখি নি তেখেতৰ আগত পঢ়ি শুনাওঁগৈ। পঢ়ি যাওঁতে, ক'ৰবাত যদি শব্দ-গাঁথনিত আঁৱলগা যেন শুনে, তৎক্ষণাত তেখেতে 'ওঁ' 'ওঁ' বুলি শলাগিবলৈ এৰি দিয়ে আৰু থমক খাই হাঁহি এটি মাৰি মাত লগায়, 'ৰব'চোন, এইখিনিতে অলপ উজুটি খোৱা যেন লাগিছে। আকৌ পঢ়কচোন বাৰু।" দোহাৰাৰ পঢ়িলেই, ভুলটো আপোনা-আপুনি মোৰ চকুত পৰে। বিষ্ণুৰাম বৰকাকতী অকল যে ফুটতৰকা, কথা গৰকা, বেজীৰ জলাকো মনা বুদ্ধিয়কেই আছিল এনে নহয়, সাহিত্যৰো অতুলনীয় ৰসগ্ৰাহী আছিল। সেই দেখি, মই কিবা এটা লেখিলেই, তেখেতৰ ওচৰলৈ গৈ এইবোৰ পঢ়ি শুনাওঁ আৰু তেখেতেও সাত-বন কাটি কৰি মোৰ পঢ়াখিনি শুনি পেলাই, তেখেতে ভাল হৈছে বুলি যদি কয়, সঁচাকৈয়ে সকলোৱে তাকে ভাল বোলে। বৰকাকতী ডাঙৰীয়ালৈ মনত পৰিলেই, ফৰাচী-লেখক চেন্ট ব'ভৰ কথাখিনিলৈ মনত পৰে। ব'ভে কৈছিল, "তুমি যেতিয়া যি লেখা, তাকে এজনৰ ওচৰত পঢ়ি শুনাবা। শুনোতাজন লাগিলে ক বুলিব নজনাই হওক, তাত একো কথা নাই। তথাপি জানিবা, তেওঁৰ মতামতেই সৰ্ব্বসাধাৰণৰো মতামত।"

মুক্তিয়াৰৰ ঘৰলৈ গৈ, তেখেতক মাত লগালেই, ভিতৰৰপৰা সেয়া "শৰ্ম্মা নে" বুলি তেখেতে যিটো হাউচেৰে ওলাই আহে, তেখেতলৈ আগৰ পৰা যদি কিবা ক্ৰোধো থাকে, সেই মুহুৰ্ত্ততে সি চাত কৰে নাইকিয়া হয়। তেখেতৰ তালৈ যোৱাৰ আগেয়ে, আজি অমুকটো কথা মুক্তিয়াৰক ধৰিমগৈ বুলি আলচি যাওঁ, কিন্তু, সেইখিনি পালেগৈয়ে তেখেতে এনে ভাৱে কথাৰে মুহি পেলায় যে মই আলচি থোৱা কথা ভল পৰে।

কংগ্ৰেছ সেৱকক দেখিবই নোৱাৰে যদিও, কিবা এটা কথা, মই গ'লেই জীয়েকহঁতক মাতি তৎক্ষণাত চাহ, জলপান, আম, পকা কঠাল যি থাকে দিবলৈ উশাহ-শুৰ্তি নাইকিয়া কৰে। তেখেতৰ বাৰীত আৰতৰীয়া কঠাল এজোপা আছিল। সেই জোপাৰ কঠাল পকিলেই জীয়েকহঁতক কৈ থব "সেইটো কঠাল (চিন এটা দি) শৰ্ম্মালৈ থৈছোঁ। তহঁতে নাপাবিবিহঁক।"

বৰকাকতীৰ পুত্ৰ সন্তানতকৈ কন্যা সন্তানৰ সংখ্যা সৰহ। সেই দেখি, এদিন ধেমালিতে কৈছিলোঁ, "জাৰ্ম্মান সম্ৰাট উইলহেলমিন এদিন গাঁও ফুৰিবলৈ যাওঁতে, নিচেই দুখীয়া খেতিয়ক এজনে সম্ৰাটক একোটোকে দি মান ধৰিব নোৱৰাত জীয়েক যোলজনীকে আগবঢ়াই দি ওলগ জনালে। তেতিয়া বজাই ছোৱালী কিজনী দেখি সুধিলে, এই কিজনী তোমাৰ ছোৱালীনে? খেতিয়কজনে বৰ সন্তৰ্পনে "হয়" বুলি ক'লত, বজাই বুকুখন ডাঠ কৰি বৰ গৌৰৱেৰে মাত লগালে, 'তুমিয়েই মোৰ সাম্ৰাজ্যত আটাইতকৈ চহকী। তোমাৰ যোলজনী ছোৱালী নাই নাই বুলিও ২৫৬ জন সেনাপতিৰ ভাবী মাতৃ। এনে বিৰাট শক্তি আৰু বিপুল সম্পত্তিৰ অধিকাৰী তোমাক মই কি দিম? এইকিটা সোণৰ মোহৰকে সম্প্ৰতি দিলোঁ; আৰু কি দিব লাগে, পৰন্তে দিম।' সেই দৰে আপোনাৰ ছোৱালী কিজনীয়েই দেউতাকৰ যশ-মান আজিও ৰক্ষা কৰি আছে।" পোনতে, কংগ্ৰেছৰ কাৰ্য্যত হেঙাৰ দিয়াত বেয়া পাইছিলোঁ। যদিও, বৰকাকতীৰ অমায়িকতা, শিষ্টাচাৰ আৰু বিশিষ্ট গুণৰাশিৰ কথা মনত পৰিলে অমৃত যেন লাগে।

## চতুৰ্থ অধ্যায়

**মৰিয়া বাহাদুৰ ঃ**

"দেৱতাৰ উৎপত্তি - ক'লে ৰং
মনুষ্যৰ উৎপত্তি ক'লে খং"

সেই দেখি, এই নামৰ মানুহজনৰ গাটো উলিয়াই দিলে ক'ৰবাত খং উঠিব পাৰে, এই বুলি এওঁৰ নামটো পোনতে খৰ্ঁাকৈয়ে থৈছিলোঁ, পাচত হে, তেওঁৰ অনুমতি লৈ পূৰা নামটো দিলোঁ। এওঁ কংগ্ৰেছৰ নামত যে তিনি ভেও মাৰি উঠিছিলেই নে, আমি পাণ্ডি লোৱা কামবোৰতো আগ-ছোৱাত হেঙাৰ পুতি ফুৰিছিল। এওঁ যে বিশেষ কামত কিবা লেখত ল'বলগীয়া "বাহাদুৰী" খটুৱাইছিল, এনে নহয়, নাইবা, চৰ্কাৰৰ ঘৰৰপৰাও তেনে এটা কামৰ বাবে যে প্ৰশংসা পাইছিল সিও নহয়। তথাপি, গঞা লোকে তেওঁক "বাহাদুৰ" বুলি উপলুঙা উপাধিৰে মাতি-বুলি বৰ ৰং পাইছিল। ৰং যিমান পাইছিল, "বাহাদুৰ" আহিছে বুলিলেই নামৰ কালিকাতে চকো সিমান খাইছিল।

মৰিয়া দোপাট কানীয়া, অথচ উপাৰ্জ্জনৰ পিনে ফুটা কড়ি এটাও নাই। যিবা ভুড়ৰামান মাটি বোৱে, তাৰ ধানেৰে তিনি মাহো খাবলৈ নোজোৰে। ইপিনে আকৌ, মাহেকত পাঁচটকা-ছটকাকৈ কানি লাগে। সেই বাবে, এওঁ চুৰ-ডাবি কৰিয়েই চলে বুলি আটাইৰে পূৰা বিশ্বাস। বিশ্বাস হে, চোৰ বুলি, ন-দি বিস্ত কোনেও ক'ব নোৱাৰে ; কাৰণ, আঢৈ কুৰি বছৰ পাৰ হৈ যোৱালৈকে তেওঁক কোনেও চুৰ কৰি ফাটেক খোৱা নেদেখিলে। চোৰ নহ'ল কি হ'ল, মৰিয়াৰ গতিগোত্ৰটি হ'লে, সাল্যাখ গভাইত চোৰৰ দৰেই। নিতৌ দেখিব, হাতত পোলাকটা জোঙা দা এখন, কাঁকত খুকুৰি এখন, সিঙ্কি খনা খন্তি এডাল আৰু গুপ্তী এখন লৈ, কুকুৰখোজ দি, মুনিচুনি বেলিকা ম বাহাদুৰ ক'ৰবালৈ লৰিবই লাগিছে। বাহাদুৰৰ মূৰত পাগুৰী, গাত (প্ৰায়েই) কাবুলীৰ পৰা কালিয়নকৈ লোৱা ক'লা পাৰ্টী কোটচোলা এটা। গাটো উলাহি থকা, কঙ্কালটিও সৰু, মুখখন চুঁচিয়ৰা,

থুঁতৰি আৰু ওঁঠ ডাড়িয়ে-গোঁফে ভোৰোকাৰ, মাতৰাৰ বৰ টান—মাতিলেই টং-টং কৰে বাজি যায়, কানত কানি সজুঁলিৰ জোলোঙাটো আছেই।

হাতত এনেবোৰ "মাৰণাস্ত্ৰ" আৰু "বশীকৰণ-স্তম্ভন"ৰ আহিলাপাতি লৈ, তেওঁ ধনবিত্ত থকা মানুহ একোজনৰ ঘৰত ঘপহ কৰে থিত দিয়েই সাধেগৈ, "আজি পায়, ধুইপানী খাবলৈকে নাই, টেমাটো ধুই হে খাই আহিছোঁ। আছে যদি দেচোন, এটকামানৰ জোখাৰে।" সিজনে নাই-হুই কৰিলে কাউ-বাউকৈ কয়, "এমহামানৰ দামটোকে তেওঁ জাৰি-জোকাৰি চাচোন।" গিৰিহঁতজনে নিদিওঁ-নথওঁ কৰা যেন দেখিলে ডটীয়া "বাহাদুৰে" মাতৰ লয় সলনি কৰি আলষণী লগাদি লাগিবলৈ ধৰে আৰু তেওঁৰ কথাৰ বেহ-ৰূপ ভাওভঙ্গী এনে ভাৱে সলনি হ'বলৈ ধৰে যে তেওঁক শুদা হাতে পঠিয়াব লাগিলে বাতিলৈ এগুণৰ ঠাইত চাৰিগুণ হানি হ'ব পাৰে এনেকুৱা আশঙ্কাই গিৰিহঁতজনৰ মনত ঠাই পায়। সেই গুণে, দিবৰ মন নেথাকিলেও থেঁৰো-গেৰোকৈয়ে তেওঁ এটকামানকে আগবঢাই মৰিয়া আলষণীৰ হাত সাৰে।

আটাইবে মৰিয়ালৈ ভয়। তেওঁক সন্তোষ নলগালে, জানোচা ৰাতি-বিয়লি তেওঁবিলাকৰ ঘৰখনকে ভুলুংভূত্যাং কৰেহি। 'বাহাদুৰ" নামটোত এনেকৈ আশঙ্কাৰ ছেকা সনাটো ভাল কথা নহয় দেই। কিয়নো, নিশাচৰ হ'লেও মৰিয়া বাহাদুৰে ওচৰচুবুৰীয়া চহকী গাভী মানুহৰ ঘৰত কেতিয়াবা সিন্ধি দি, ভিতৰলৈ সোমাই বৰঘৰৰ বস্তুবোৰ ইতঃস্তত: কৰি সিন্ধিৰ গাতেদি সৰকাই আনে নে নানে সেই কথাৰ ফুট আজিলৈকে, আমি নেদেখা অথচ, আমাক দেখি থকা জনৰ বাহিৰে আন কোনেও ধৰিবপৰা নাই; আনকি, চুৰ কৰি ফাটেক খাইছে বুলি চন্দ্ৰ সূৰ্য্যয়ো সাক্ষী দিব নোৱাৰে।

"শ্ৰীযুত বাহাদুৰে" ভেবোকণি এঃকোটা মাৰিয়েই কানিকণৰ খৰচটো উলিয়ায়। তাতে যদি মানুহে মায়া দেখে উপায় কি? ভাবুকিও যে নিদিয়ে, এনেও নহয়। পাৰিষদৰ লগত পৰি, নিলগীয়া গাঁৱত কাৰোবাৰ ঘৰত কেতিয়াবা সিন্ধি বধীয়া হয়গৈ বুলি ক'লে, সচঁা নহলেও সচঁাৰপৰা বহুত আঁতৰত থাকিব লগীয়া নহয়। কিন্তু, অনুচৰ পঠিয়াই অকাইচুক পথাৰৰপৰা গৰুটো, এবাল তলী বা বৰ চোমনিৰপৰা মহটো অনাই শিঙ-বাজান বা জোপদৰ পথাৰৰ নলনি চুকত যে পলুৱাই থোৱাৰ সেইটো হ'লে জলজল-পটপটকৈ মনেধৰা সত্য।

কাৰোবাৰ ঘৰত চোৰচাৰি লোমোৱা গম পালেই “শ্ৰীযুক্ত” গৈ ভটং কৰে সেইখিনি ওলাই “মঙ্গল এখন চাওঁ” বুলি মাটিত আঁক ছুটামান পাৰিবগৈ। তাৰ পিচত, গিৰিহঁতে মঙ্গল চোৱাৰ মাননি বুলি তামোল-পান এবটা, ছৰতীয়া বা আদমহীয়া এটাৰেসৈতে আগ বঢ়াই দিব। মঙ্গলৰ বস্তু কিটা যতাই লোৱা হ'লেই, “বাহাদুৰে” এবেলি ওপৰলৈ চাই, আকৌ এবেলি তললৈ চাই, চকু মুদি গহীনাই মাত লগাব—“তোমালোকৰ মাল হেৰাব নোৱাৰে, ওলায় হে লাগে। পাচে, তোমালোকে এটা কাম কৰিবা, হেৰিয়াক (তেওঁৰ অনুচৰ এজনৰ নাম কৈ) ধূপ দুটকা দিবা। সিয়েই উহ উলিয়াই দিব।” তেওঁ কৈ দিয়া মতেই চোৰাই মালৰ খোৰটো ওলায়। কিন্তু, মালৰ হ'লে ফুটফাট নোলায়। হেৰোৱা মালৰ আধা আধি খৰচ কৰিলে অৱশ্যে ওলায়গৈ। পুলিচক ভেঁটীভুটা দি, কাছাৰীলৈ গৈ হায়ৰাণ হোৱাতকৈ মঙ্গলখন চোৱায়েই বস্তু উদ্ধাৰ কৰা ভাল বুলি তেওঁঃৰেই চেঁচনি খুজনি দিয়ে আৰু সঁচাসঁচিকৈ হেৰোৱা মাল পোৱাত সহায়ো কৰে। গৰু ম'হ হেৰালেও, সেইদৰে, এইজন মঙ্গলতিয়ে মাননি এফেৰা লৈ সিহঁতৰ উৱাদিহ উলিয়াই দিয়ে।

কাৰোবাৰ ঘৰত প্ৰসূতা, পেটকামুৰীয়া, পৰেপোৱা, বুঢ়াডাঙৰীয়াৰ দোষ লগা, গ্ৰহণী এইবোৰৰ কিবা-কিবি এটা হোৱা গম পালেই ম-বাহাদুৰ অশান্তি হোৱা মানুহ ঘৰত অযাচিতে দেখা দিবলৈ আৰু তৎক্ষণাত জোলোঙাৰ পৰা গাৰ্ ভাৰ্ এসোপা উলিয়াই জাৰি-ফুঁকি তাকে 'খুউৱাগৈ” বুলি এটাৰ হাতত দি দিব। আকৌ, অলপ চাই-চিত্তি ৰঙা-নীলা সূতাৰে বটীয়া এডাল বাটি, তন্ত্ৰ-মন্ত্ৰ এসোপা ফু-ফু ফা-ফা কৰি ব'টীয়াডাল নৰিয়াৰ ডিঙিত আৰি দিবলৈ ক'ব। সেই দৰবটো খুৱালেই বা ডোলডাল আঁৰি দিলেই মনৰ বলতে ৰোগীয়ে অলপ সকাহ পায়। তাতেই, মৰিয়া বাহাদুৰৰ বেজালিয়ে গুণ দিয়ে বুলি অজলা মানুহে বিশ্বাস কৰে। সেই হে, দেখিব নোৱৰা একোজনেও, আপদত পৰি কেতিয়াবা মৰিয়াক তেওঁৰ ঘৰলৈ মাতি বুলি নিবলগীয়া হয়।

হাতী হিমেজুৰ হেনো আচৰিত মোহনী শক্তি! গাঁৱলীয়া ডেকা গাভৰুৰ বিশ্বাস—তাৰে এৰতিমান তামোলৰ লগত খুৱালেই যেনে কি দেখিব নোৱৰা মতৰী গাভৰুজনী নহওক, ভাল লোপোৱা পুৰুষক তাই ভাল পাবই পাব। বশীকৰণৰ নিমিত্তে হাতী-হিমেজুতকৈ হেনো ওপৰ দৰৱ একো

নাই। এই বিশ্বাস পাবত গজা নহয়—কোটীকালৰপৰা চলি আহিছে। আমাৰ বাহাদুৰে হাতী-চিকাৰলৈ যোৱা মাউত ফান্দীৰপৰা একোকণ হাতী হিমজুও আনি থয়।

প্ৰণয়ৰ ব্যৰ্থতাত পৰি জীৱনটোকে বিড়ম্বনা ভবা ডেকাৰো আকাল নাই। ম-বাহাদুৰে তেনেকুৱা হুমুনিয়াহ কঢ়া ডেকাৰ উহ লৈ ফুৰে আৰু এডেও দুডেওকৈ কাষ চাপি সিহঁতৰে কোনোটোহঁতক কয়গৈ, 'হেৰ' বোপাই, কেলৈ হুমুনিয়াহ কাঢ়ি মৰিছ? কানীয়া সেৱা এভাগলৈ আগ কৰচোন বাৰু, তাই ঘূৰ্ম্মুটি খাই পৰেহি হে নপৰেহি চা। আৰু এইকণ হাতী-হিমেজুও দিলোঁ। সেৱাভাগ কৰি এতাঁয়েই, তাইক কিবা এটা কৰি খুৱাই দিবিচোন। এক্ৰেবেলিয়েই ঢলকুচিয়াই পৰিবহি নহয়। নপৰেহি যদি, মোৰ নামকে সলাবি।" এই বুলি, বাহাদুৰে বাৰে ভচহু ওফাইডাং মৰা কথা কৈ হাতী হিমেজু বুলি পাণ কানিৰ টিকিৰা এটাকে দি, ডেকাটিৰ মন ভাল লগাই কানীয়া সেৱালৈ বুলি দুটকামান ৰূপকে টপ্ কৰে সৰকাই লৈ যায়।

শ্ৰীম কেতিয়াও কাৰো শুচৰত সৰু নহয়। ডাঙ্কোপ মাৰি কথা ক'ব পাৰে যেনেকৈ, চহ-দি চহ-দি মানুহৰ মন ভুলাবও পাৰে তেনেকৈ। লোকে দেখি আহক, মৰিয়াই শুনি আহক। তাকে মাথিমুখি ওফোন্দাই এনে ভাৱে ক'ব যেন ঘটনাটো তেওঁ স্বচক্ষেই দেখি হে আহিছে। এনেকুৱা ফাটিহামৰা কথাবোৰ শুনি মানুহে ভাবে—সচাঁকৈয়ে মৰিয়াৰ বৰ সাহ, হৰ্দ্দিৰো চূড়ামণি। সেইগুণে, সকলোৱে তেওঁক বাহাদুৰ বুলিয়েই মাতে। বাহাদুৰৰ বাহাদুৰী দেখুৱালে আটৈ কুৰি বছৰ বয়সতো কেঁচেলুৱা বাঁৰী এজনীক বলাই ঘটাই নি। "দুৰন্ত" বাহাদুৰৰ এই ঔপন্যাসিক জীৱন-ছোৱাৰ ঘটনা বৰ্ণাবলৈ হ'লে "সাধুকথাৰ কুকিৰ' ভিতৰত সুমুৱাবপৰা বুৰঞ্জীমূলক সাধু এটাও হ'বগৈ।

এইজন ফোপডাং, বৰ-কথকী, সকলোৰে "চোভা"ৰ ভিতৰত পৰা "চোৰ" বাহাদুৰক কানি খোৱা বাবে এদিনো টান-কথা এষাৰ কবলৈ নহ'ল। নোকোৱাৰ কাৰণটো বুজিবলৈ টান নহয়। 'দেখোতেই চিগুল, পিঠিতে কাঁইট।' মোৰ কোমল মাতবাৰতে সন্তুষ্ট হৈ তেওঁ মোক ভালে-বেয়াই বহুত পৰামৰ্শ দিছিল। সেইবোৰে দুটামান '২১ চনৰ প্ৰচাৰ কাৰ্য্যত মোৰ বৰ সহায় হৈছিল। মই কলাৰ নোৱৰা ন-চহকী, গওলী 'ভাঙৰীয়া' এজনৰ মুখৰ খাৰ কাঢ়ি 'বাহাদুৰে' মোক নথৈ উপকাৰ কৰিলে। সেইজন

চহকী মানুহে য'তে-পায়-ত'তে গান্ধীৰ দুৰ্নাম ৰটি ফুৰিছিল। কৈছিল বোলে, "গান্ধীয়ে জাতকুল মাৰি দেশখন একাকাৰ কৰিব। অনাচাৰেৰেই দেশ ভৰাই পেলাব। গান্ধী ভলন্টিয়াৰবোৰ যে দেখিছ', ইহঁতে গুৰু-গোসাঁইৰ নাও নথয় আৰু দুদিনমান হ'লেই গৰু-ম'হৰ দৰে ইহঁতৰ প্ৰজা-পত যোনীবো বিচাৰ নেথাকিব।" বাহাদুৰে তেওঁক এদিন টানি ক'লেগৈ, "আপুনি কেলেই মিছাতে বেলবেলাই ফুৰিছে? ৰাইজ মৰিলে মৰিবলৈ দিছে, নমৰিলেও চকু মুদিবলৈ কৈছে। গান্ধী ভলন্টিয়াৰৰ বদনাম গাই ফুৰিবচোন। সিহঁতো যেনে হে, আপোনাৰ ৰবঘৰো কাহানিবা ফেনাফেন কৰে হে লাগে।" গপত গেলি থকা সেই পুৰুষজনে সেইদিনাৰপৰা আমাৰ বিৰুদ্ধে আৰু কাহ এটাও নমৰা হ'ল। বাহাদুৰৰ টালি-ভুলিবোৰ মনত পৰিলেই ভাবোঁ—মৰিয়া বাহাদুৰৰ দৰে দিব-চাই-টোকৰ-মাৰিব পৰা ফোঁপ-ষহী মানুহ এটা আৰু ক'ত ওলাব? ওফাইডঙলৈও হওঁতে, ঈশ্বৰে চাউল এমুঠি দিছে।

চেখ আব্দুল : চেখ আব্দুলৰ ঘৰ ম'ৰাবজাৰৰ খেমুটোচা গাঁৱত। চাৰিঙৰ ভঁড়ালী বৰুৱা (চলিহাৰ জনাৰ্দ্দিন ভঁড়ালী বৰুৱা) পুখুৰীপাৰত কাপোৰ সিয়া কল এটা বহুৱাই হাম্চৈয়া গাঁওকিখনৰ চোলা-কাপোৰ সিছিল। আব্দুলত বাজে আৰু আন দৰ্জ্জী নাছিল। সেইবাবে, বহুত দূৰৈৰ পৰাও মানুহ আহি তেওঁৰ তাত কাপোৰ কানি সিয়াই নৈছিল। দৰ্জ্জী দোকান পতাৰ আগেয়ে তেওঁ কানি-দোকানো দিছিল। ম'ৰা বজাৰৰ মুছলমান গাঁৱত যোৰহাটৰ মৌলবী দেৰাজুদ্দিন আহমদ আৰু সাহিত্যিক মোঃ পজিৰুদ্দিন আহমদে খিলাফটৰ কথা কৈ হে গৈছিল, কংগ্ৰেছৰ বা খিলাফটৰ একো কমিটী পাতিবপৰা নাছিল। শিৱসাগৰ ধাইআলিৰ বিখ্যাত দেৱানৰ ঘৰৰ চৈয়দ মহিবুল হুচেইনে ধৰ্ম্মযুদ্ধৰ (জেহাদ) নাম কৈ জনদিয়েক ডেকাক খিলাফটৰ সভ্য কৰে। আমি যদিও কৈ ফুৰিছিলোঁ, আমাৰ কথা সিবিলাকে বৰকৈ নপতিয়াইছিল। দেৱান চাহাবে কৈ যোৱাৰ পিচৰ পৰাই ম'ৰাবজাৰ মুছলমান গাঁৱতো কংগ্ৰেছ খিলাফটৰ কমিটি এটা পতা হ'ল।

ইপিনে, চাৰিঙত, দোকানলৈ অহা মানুহক আব্দুল দৰ্জ্জীয়ে কথাৰ ছলতে কংগ্ৰেছ, খিলাফট, মহাত্মা গান্ধী, মৌলানা মহম্মদ আলি, চৌকৎ আলি ভ্ৰাতৃদ্বয়ৰ কথা ঘ'ত-ত'ত বা আৰ-তাৰ মুখে শুনামতেই কয়—

অৱশ্যে অলপ নাল লগাই। লোকে দেখি অহা ঘটনাটোকে আব্দুলে শুনিয়েই সভাই পৰাই দেখি অহা যেনকৈ বৰ্ণাৰই।

যেই-সেই নতুন কথা প্ৰচাৰ কৰাত দৰ্জ্জী, গাৰোৱান, ঘাটৈ, হাট-বেপাৰী, খিয় পোহাৰী আৰু আজি কালি চৰ্কাৰী 'বাচ' চলাওঁতাই যিমান সহায় কৰে আন কোনোৱেই কৰিব নোৱাৰে। সেই দিনত, বাতৰি কাকত পঢ়া মানুহ চাৰিং-অঞ্চলত ক'ৰবাত কেনেবাকৈ দুই-চাৰিজন হে আছিল। সিও আকৌ, পঢ়া-বাতৰি পঢ়োতাৰ অন্তৰতে থাকে। সভা-সমিতিত দিয়া বক্তৃতাৰ ভকভকনি, ঘৰ নোপাওঁতেই বাটতে নাইকিয়া হয়। কিন্তু, বজাৰ কৰোঁতাই বজাৰ-সমাৰ কৰিবলৈ যাওঁতে, হাটকৰাই হাটলৈ যাওঁতে, কানীয়াই কানি আনিবলৈ যাওঁতে-আহোঁতে যিবোৰ কথা কোৱা-কুই কৰে সেইবোৰেই জুহাল-গুৰিৰ কানিখোলাত গুৰগুৰীয়া মেলত পৰিণত হয়। জুহালৰ গুৰিৰ মেলেই হে আচল মেল। সেই হে, কথাতে কয় বোলে, জুইশালত গঢ়িলে হে কমাৰশালত গঢ়িব পাৰি।

দৰ্জ্জী দোকানত কাপোৰ সিয়াবলৈ বা আন কিবাকিবি লামলাকটু বস্তু, নাইবা গেলামাল কিনিবলৈ অহা মানুহে ক'ত কি হৈছে, কোনে-কি-কৰিছে ইত্যাদি কথা কোৱাকুই কৰে। আব্দুলে সেইবোৰ কথন-মথন তেতিয়া আওকণীয়া ভাওজুৰি শুনি থাকে। সেই চাম মানুহে উঠি গ'লেই পিচৰ চামৰ আগত, শুনি যোৱা কথাবোৰকে নিজ কাণে শুনা যেন কৈ ক'ব। বস্তু কিনাবোৰেও আকৌ তাতে অলপ বহন সানিব। এই দৰেই, সকলো কথা বৌজাল—বৌজাল হয়।

ম'ৰাবজাৰ মৌজাত আব্দুলেই প্ৰথম খিলাফটৰ চেক্ৰেটৰী। খিলাফটৰ কামত তেওঁ কেতিয়াও বাহিৰলৈ ওলোৱা নাছিল। কিন্তু, জুম্মা বাৰৰ দিনা অৰ্থাৎ শুকুৰবাৰে ম'ৰাবজাৰৰ খেৰেৰে ছোৱা মছিদ ঘৰটোত নমাজ পঢ়ি এওঁলোকেই তেওঁৰ মুখেই সকলোৱে খিলাফটৰ বা-বাতৰি শুনে। অৱশ্যে, বাতৰি-কাকতৰ বাতৰি পঢ়ি দেশৰ পৰিস্থিতি বুজাই দিয়াত আব্দুল দৰ্জ্জীৰ গাটোৱে কেতিয়াবা মইও ছাঁ হৈ আছিলোঁ। সেইবাবেই আব্দুলক পাহৰিব নোৱাৰোঁ।

অসহযোগ আন্দোলন মাৰ যোৱাৰ লগে-লগে আব্দুলে ভঁড়ালী বকৰা পুথুৰীপাৰৰপৰা দোকানখন তুলি নি দেওবজা মৈদামৰ ওচৰত নিজা ঘৰত বহুৱালেগৈ। তাতো তেওঁ কংগ্ৰেছ ভলন্টিয়াৰৰ শুশ্ৰূষা কৰি যথ বং পাইছিল।

কেবাটিও উদ্যোগী কৰ্ম্মী পুতেকৰ হাতত সংসাৰৰ বোজা গতাই দি, বুঢ়া হৈয়ে চেখ আব্দুলে ভৱ সংসাৰৰ পৰা বিদায় ললে।

ধৰ্ম্মপৰায়ণ ব্ৰাহ্মণক সেই কালত হিন্দু সমাজে যেনেকৈ সন্মান কৰিছিল, ইছলাম ধৰ্ম্মত ইমান বাখোঁতা চেখ আব্দুলেও মোক তেনেকৈ আদৰ আশাস কৰিছিল। তেওঁৰ ঘৰলৈ গ'লে, চকী এখনতে গডলা বা তলিছা এখন পাৰি দিব আৰু ঘৈণীয়েকে বৰ মেলাহি বটা এটাত তামোল-পাণ এবটা আগবঢ়াই দিব। আনবিলাক তিৰোতাৰ দৰে আব্দুলৰ ভাৰ্য্যা-গৰাকীয়েও মুগাৰ বিহা-মেখেলা পিন্ধি গাত খনিয়া কাপোৰ মেৰাই লৈছিল— উকা বা ৰংচঙীয়া একো এবিধৰ শাৰীয়েই আব্দুলৰ ঘৰত ঠাই পোৱা নাছিল।

সেই গাঁৱতে চেখ ইৰাণ আলি নামে এজন পুৰণি দোকানী আছিল। তেওঁৰ ঘৈণীয়েক আছিল দুজনী। বৰ-জনীয়ে বৰ মিহিকৈ মুগা সূতা কাটিব আৰু পানী নসৰকাকৈ কাপোৰ ব'ব পাৰিছিল আৰু তেওঁ মুগাৰ বিহা-মেখেলা বৈ, বেচি, অসমীয়া নিজা খাদৰ ৰূপে গাঁৱে-ভূঞে প্ৰচাৰ কৰিছিল।

মই "বামুণ" হৈ "গৰীয়া" আব্দুলৰ ঘৰৰ ভিতৰত বহি বিয়নী মেল মাৰি কথা পতাটোৱেই আছিল জনদিয়েক ৰক্ষণশীল মুখিয়ালৰ মোক বিকৃত সমালোচনাৰে আক্ৰমণ কৰা ঘাই চেকনী। সেই সমালোচনাৰ প্ৰতিক্ৰিয়া এইটোৱেই হ'লগৈ যে তেতিয়াৰপৰাই অসমীয়া মানুহৰ ভিতৰত থকা হিন্দু-মুছলমানৰ ফাটটো নো ক'ত, কেতিয়া, কেনেকৈ ওলাবলৈ পালে, তাৰ সন্তেদ বা উঁহ বিচাৰিবলৈ উদ্গানি পালোঁ। গতিকে, সমাজ সেৱাত এফালে মই যেনেকৈ বাধা পাইছিলোঁ। আনফালে তেনেকৈ সেই বাধায়েই মোক দুগুণ উৎসাহিত কৰিছিল।

ছেখ বাপজান আলি ঃ এদিন আব্দুলে মৰে গৈছোঁ ম'বাৰজাৰ মছিদৰ পৰা উজাই চেউনি আলিয়েদি চামগুৰি চাৰিআলিৰ ফালে। এনেতে, ম'ৰাপুখুৰীৰ ওচৰতে, আলিটোৰ দক্ষিণে মানুহ এজনে জাত লগাই গীত এটি গাই থকা শুনিলোঁ। অলপ থমকি বৈ সুধিলোঁ, "সেয়া কি নাম গাইছে?" এজনে ক'লে, "আজান ফকিৰৰ জিকিৰ।" যাৰ ঘৰত জিকিৰ গাইছিল, তেওঁ এজন ইশ্লাম ধৰ্ম্মত 'ইমান্' থকা অকৃত্ৰিম অসমীয়া মুছলমান। নাম বাপজান আলি। তেওঁ বহুত দিন শিৱসাগৰৰ গঙ্গা গোবিন্দ ফুকন চাহাবৰ তলত থাকি ঠিকা কাম কৰিছিল। এইজন মানুহৰ অসমীয়া

জাতীয় প্ৰেমটো দেখি আচৰিত মানিছিলোঁ। তেওঁ হেনো জীৱনত পায়জামা পিন্ধি নেপালে। লুঙ্গী যে স্বপ্নৰ অগোচৰ। সেইবোৰ বস্তুক তেওঁৰ দিনত অনা-অসমীয়া বা বঙালৰ বস্তু বুলি ঘিণ কৰা হৈছিল। বঙালী দেৱান-মৌলবী আহিবৰপৰা হে বোলে ম'ৰাবজাৰত আচকন্ পায়জামা আৰু ফেজ টুপী ওলাবলৈ ধৰিলে।

তেওঁৰ মুখতেই আজান ফকিৰৰ কথা শোনেই শুনো। জিকিৰ গীত-বিলাক অসমীয়া সাহিত্যৰ এপদ জাতীয় অলঙ্কাৰ। গীত শুনি, মই আৰু চাবি আনিলৈ যাবলৈ নহ'ল। তাতে বহি, সেই 'দুৰন্ত' অসমীয়া প্ৰেমিক বাপজান আলিৰ হতুৱাই এই গীতটোৰ কেইফাঁকিমান লেখোৱাই ললোঁ। গীতটো খণ্ডাছিগা। তথাপি, কেতিয়াবাকৈ সম্পূৰ্ণ কৰিবপৰা হ'ব বুলি গীত কেইফাঁকি মোৰ "টোকোৰা বাহৰ" বহীত টুকি থলোঁ। (সেই সময়ত ভাল কথা পালে টুকি থবলৈ ন'টবুক এটা লৈছিলোঁ, তাৰে নাম দিছিলোঁ 'টোকোৰা বাহ'।) চাৰিআলি, বলিয়াঘাট, জেঙ্গনীকটীয়া, কোঞ্চৰপুৰ—এইবোৰ ঠাইত পতা কংগ্ৰেছ খিলাফটৰ সভাত সেই গীত পঢ়ি শুনাই ইস্লামপ্ৰাণ বাইজৰ মন ৰাজনৈতিক চানলৈ বগৰাই আনিছিলোঁ। কোঞ্চৰপুৰৰ ব্ৰাহিৰাম বৈৰাগী ডাঙৰীয়াই সেই জিকিৰৰ কথা উল্লেখ কৰি এখন সভাত মন্তব্য কৰিছিল "জিকিৰ শুনিলে, হিন্দু-মুছলমান দুটা বুলি ক'বই নোৱাৰি।"

মই টুকি থোৱা ভাগেই গীত কেইফাঁকি ইয়াত তুলি দিলোঁ:—

"আজানে উজালে, নবী ভটীয়ালে
স'ৰা গুৰিত পাতিলে মঠ,
ছকুৰি ফকীৰে লয় গুৰুৰ নাম
মাচুৰি বনৰে কঠ।
ওজা হৈ মেলিলে বহৰী শেনকে
আকাশৰ কুকুৰা ধৰে
আকাশৰ কুকুৰা মৎস্যক ধৰি খালে
অমৃত সাগৰৰ মাজে।
অমৃত সাগৰত পদ্মফুল ফুলিছে
ভোমোৰাই চুহিলে ৰস
ফুল চুমি ভোমোৰা ঐৰাৱত কৰিলে
পালেগৈ পছিমৰ ৰাজ।

পছিমৰ বাজৰে মাণিকৰ দোকানী
মূলেদি বেহাওঁতা নাই
দোকানীক চিনিবা পোহাৰীক চিনিবা
চিনিবা আৰবৰ বাট
বাছেকিবনীয়া মাণিকক বেহাবা
সাৰিবা সংসাৰৰ হাট।
দ-কৈ পুখুৰী আদমে খনালে
সৰিয়হ ন'গলে তল
গুৰুকৈ গোসাঁঞে সাধু মহাজনে
খাই গ'ল পুখুৰীৰ জল
কলিমা - কলিমা এটি কলিমা
চৰাই হৈ ফুৰিছে উৰি
সত্য গুৰুৱে ক'ৰলৈ ধৰিলে
কলিমা জিকিৰৰ গুৰি।
আইনো আয়ে বুলি মই পুতে মাতিলোঁ।
আইনো বুলিলে পুত
শাহুৰ মোকামত উকমি লাগিলে
ছিগিল কামনাৰ সুত।"
"জহাই, জপৰা, লঠাই, কপাই
এই তিনি চাবি গৰীয়াৰ খোদাই।"
বাপজান আলি হেনো সেই জহাইৰে সন্ততি।

**ৰহমৎ ৰবা ঃ** পীৰাকটাৰ জেহতুৰ মৰীয়াই মোক ভালেমান ফাৰ্চীৰ কলেমা বা শ্লোক শিকাইছিল। তাৰে এটা প্ৰায়েই বহুজনমান ইছ্‌লাম ধৰ্মাবলম্বী লোক গোট খালেই পঢ়ি শুনাওঁ। তেওঁবিলাকৰ মুখৰপৰা আৰু কিছুমান নীতি শ্লোক শুনিছিলোঁ। সেইবোৰ শ্লোক হুবুলি ৰবাগী কবিতা বুলিলে হে শুৱাব। শুনামতে, তাৰে এটা কবিতা আছিল :—

"কোদেৰা কোদৰৎ তুদাৰী, হৰচে খাহীঅা কুনী,
মোজ্জামা জান্ তু বখ্ছী জেন্দাৱা ৰেজা কুনী
গাহ গাদাৰা মুলক বখ্ছী গাহ শাদাৰা চুগাদা
আজ ৰবায়ে নিয়মানে দৰকাৰ ইম ৰা কুনী।

ইয়াৰ অৰ্থটো এইদৰে বুজাইছিল :—'হে ক্ষমতাবান! তোমাৰ অসীম ক্ষমতা; তুমি যিহকে ইচ্ছা কৰা তাকে কৰিব পাৰা; পথৰ ভিক্ষাৰীক ৰজা আৰু ৰজাক ভিক্ষাৰী কৰিব পাৰা। ৰজাৰ যেতিয়া তেনে অৱস্থা হয়, ৰজায়ো তেতিয়া দুৱাৰে দুৱাৰে কটী মাগিবলগীয়া হয়।' হাফিজ নে চাদী কোনোবা এজন কবিয়ে বোলে এই গীতি কবিতাটি ৰচনা কৰিছিল। গীতটো গোৱালে বা গালে প্ৰকৃত ইস্লাম ধৰ্ম্মীসকলে কাণসৰালি মাৰি শুনি থাকে। মই ব্যাখ্যা কৰোঁতে কওঁ—ধৰ্ম্মত মতি নহ'লে ৰজা পাটশ্বাহো বাটৰ মগনিয়া হয়। পৰমেশ্বৰক মানি কাম কৰিলে বাটৰ ভিকহুও ৰজা পাটশ্বাহ হ'ব পাৰে। মুঠ কথা, আমি অনীতি-অনিয়ম কৰা দেখিলে, আমাক দণ্ড দিবপৰা সকলোৰে এজন বিচাৰক আছে। তেওঁৰ আদেশ বা ইঙ্গিতত চলাটোৱেই আমাৰ প্ৰধান কৰ্ত্তব্য। তেওঁৰ ওচৰত হিন্দু মুছলমান, বামুণ, শূদিৰ—এইবোৰৰ বাছবিচাৰ নাই। আমাৰ ভিতৰত কেতিয়াবা কেতিয়াবা সঙ্কীৰ্ণ মনোভাব একোটাই উক দিয়ে। সেইবোৰৰ মলি গুচাব লাগিব। গুচাই, পৰম পবিত্ৰ হৈ নায়কৰ ওচৰ চাপিব লাগিব। তাকে কৰিবলৈ মহাত্মা গান্ধীয়ে উলিয়াই দিয়া অসহযোগৰ সাঁকোডালেদি বগাই যাব লাগিব। বলিয়াঘাট আৰু ম'ৰাবজাৰৰ মছিদ ঘৰত বহি গীতি কবিতাৰ অৰ্থ বুজাই এইদৰেই স্বাধীনতাৰ মৰ্ম্ম বুজাবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু, স্বীকাৰ নকৰি নোৱাৰোঁ যে সেই সময়ত আমাৰ বক্তৃতাই মছিদ যাত্ৰীৰ কোনো এজনৰ অন্তৰতো স্বাধীনতাৰ জুইকুৰা উমাই উমাই জ্বলিব পৰাও কৰিব নোৱাৰিলে। অৱশ্যে, শলগা আৰু উচটোৱাত বহুত সমজুৱাই আমাক চেৰ পেলাইছিল। আমগুৰি হাটলৈ যোৱা বাটতে নগা আলিৰ ওপৰতে ম'ৰাবজাৰৰ মছিদটো। সেই মছিদৰ কথাকে বলিয়াঘাটৰ বেঙেনা বেপাৰীবিলাকে নাজিৰা বাজমাই আমগুৰি হাটলৈ অহা যোৱা কৰোঁতে কোৱা মেলা কৰি যোৱাত আন্দোলনটোৱে একপ্ৰকাৰ গৌণ সহায় পাইছিল।

তিৰ্থেশ্বৰ শৰ্মা ৰাজগুৰু : এইদৰে হোজা পণ্ডিত, চহকী-দুখীয়া সন্ত-সাধু, ধূৰ্ত্ত-দুৰ্দ্দ সকলোৰে আশীৰ্ব্বাদ সহযোগ শিৰত লৈ আমি য'তে ত'তে নিৰ্ব্বিবাদে অসহযোগৰ সভা-সমিতি পাতিবপৰা হলোঁহক। আমাৰ পাচত আমগুৰি থানাৰ পুলিচ লাগিয়েই থাকে; অহকাণে পহকাণে শুনিয়েই আমাৰ কুৰাচকা, কোৱা-মেলা, সম্পৰ্কে পুলিচে মহকুমাধিপতিক সম্বেদ দিয়ে। তেওঁবিলাকে চালনীৰে চালি, কুলায়ে জাৰি পঠিওৱাৰ পাচতো যদি

ছুটি এটি খবচীয়া খবৰ থাকি যায়, তাকো বিতংকৈ লেখি পঠিয়ায় স্থানীয় মৌজাদাৰে। ম'ৰাবজাৰ মৌজাৰ মৌজাদাৰ আছিল মুক্তানাথ গোহাঁই ডাঙৰীয়া আৰু তেখেতৰ মহৰী বা কাকতিয়াৰ আছিল নীলনাথ শৰ্ম্মা বাজগুৰু। গোহাঁইদেৱে সেই ৰিপৰ্ট দিয়া অপ্ৰিয় কামটো নিজে নকৰি মহৰী নীল শৰ্ম্মাৰ হতুৱাই কৰোৱাইছিল। (তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰিবলগীয়া হোৱাত বাজগুৰুৱে পাচত মহৰী কামকে ইস্তফা দিলে।) মহৰীৰ আপোন ভতিজাক ডিম্বেশ্বৰে গাঁৱে গাঁৱে দিনে-নিশাই গান্ধীৰ নাম চিঞৰি ফুৰে। সেইবাবে ববদেউতাকে ভতিজাকক চকু পাৰিয়েই দেখিব নোৱাৰে। ডিম্বেশ্বৰে শত্ৰু মিত্ৰ সকলোৰে মাজত পিটপিটাই-পিটপিটাই অসহযোগৰ ববটি মেলি ফুৰে আৰু সপ্তাহত এদিনকৈ চামৰগাঁও ইস্কুলৰ ওচৰৰ ন-পুখুৰী পাৰতে ভলন্টিয়াৰবিলাকক চাপ খুৱায়। তাতে, কোনে কোন গাঁৱত কি কাম কৰিলে, কিমান কানীয়াৰ কানি টেমা অনা হ'ল, কিমানৰ ঘৰত সূতা কাটিবলৈ লোৱা হৈছে, কোন কোন চৰ্কাৰৰ ফলীয়া আৰু কোন কোন কংগ্ৰেছৰ ফলীয়া ইত্যাদি খবৰৰ সবিশেষ বিৱৰণ লৈ, পিচৰ খাপত কি উপায় কৰা হ'ব তাৰ মীমাংসা কৰে।

মৌজাদাৰৰ টেকেলাই ববকৈ আমাৰ পাচ লোৱা দেখি ডিম্বেশ্বৰে উচ্চৈস্বৰে সিহঁতক গুৱাল গালি পাৰিবলৈ ধৰিলে। তেওঁৰ মাতটো আছিল টিংটিঙীয়া; কথা ক'বলৈ পালে কাৰো মুখলৈ নেচায়—তেনেই কাতিমহীয়া কলাখাৰ—কংগ্ৰেছ নমনা আৰু কংগ্ৰেছৰ কামত বিঘিনি ঘটোৱাবোৰক চোকা কথা কৈ কুকুৰে কাঁইট নোখোৱা কৰে। ডেকা মানুহ, তাতে বামুণৰ ল'ৰা, খংটো সদায় টিকনিৰ আগতে থাকে। কোনোবাই টান এষাৰ ক'লেই তেওঁ দুষাৰ টান কথাৰে চুঙা-চাই সোপা এটা দি হে এৰিব। ১৮৩৩ শকৰ মাঘ বিহু। গাঁৱে গাঁৱে খোলা চিকণাই ভোজ-ভাত খাবলৈ মানুহে কাৰবাৰ কৰিছে; বিহু দিনা মেজি পুৰিবলৈ কাঠ বাঁহ ফলাই ফালিছে, খাৰ পত্তাই খাৰ পাতিছে। ডেকাডুমা গোট খোৱাৰ ছেদভেদ নাই। ডিম্বেশ্বৰে প্ৰত্যেকখন মেজি তলীলৈকে গৈ ৰাইজক বোধ-শপত দি কৈ আহিলগৈ বোলে, "এইবেলি কোনেও খাজনা নিদিবাইক।" ন-পুখুৰীত হোৱা মিটিঙতো ডিম্বেশ্বৰে সেইদৰে সকলোকে শুনালে, "ৰাইজ, এইবাৰ কোনেও খাজনা নিদিব।"

"সেৱকে যদি কৰে অপকাৰ, স্বামীক পাৱে অপযশ তাৰ।" এৰাথাঁতীয়ে খালে টোপ, নেমেৰীৰ গাত লাগিল খোপ। ডিম্বেশ্বৰে হাক দিলে খাজনা

নিদিবা বুলি আৰু অগৰ লাগিল মোৰ গাত। অৱশ্যে, আমাৰ কাৰ্য্য-সূচীত খাজনা বন্ধ কৰা আন্দোলন চলোৱাৰ কথা আছিল, কিন্তু তেতিয়া নহয়। কংগ্ৰেছ কৰ্ত্তৃপক্ষৰ নিৰ্দ্দেশ পাবলৈ বাট চাই আছিলোঁ। ভিয়েখৰে আবেগ উত্তেজনা দমাব নোৱাৰি, আগবঢ়তৰতে আমাৰ গুপ্ত অভিসন্ধিটোৰ ভেদ ভাঙি দিলে আৰু সিদিনে চৰ্কাৰৰ চাউল খোৱাসকলে আমাৰ আন্দোলনটোৰ আয়ুস চমু চপাই আনিবলৈ বঢ়িয়া চল পালে। মৌজাদাৰৰ ৰিপৰ্টত উঠিলগৈ, "বেণু শৰ্মাই গাঁৱে-গাঁৱে সভা পাতি, ঘৰে-ঘৰে গৈ ৰায়তক খাজনা দিবলৈ হাক দি ফুৰিছে। অলপতে, ন-পুখুৰীপাৰৰ ৰাজহুৱা সভাত তেওঁ প্ৰকাশ্যে সেই বিদ্ৰোহী কথা ঘোষণা কৰিছে। মধুৰাম কোঁৱৰ আদি সাক্ষী আছে। বেণু শৰ্মাৰ কথা মতেই ৰাইজ চলে। তেওঁ এনেকৈ হাক দি ফুৰিলে আমি খাজনা তুলিব নোৱাৰোঁ।" এই ৰিপৰ্ট পঠিওৱা গম পাই আমিও বুজিলোঁ আমাৰ আৰু সৰহ দিন নাই, চৰ্কাৰৰ বগাঘৰ "শ্ৰীক্ষেত্ৰলৈ" যাবৰ সময় পালেহি।

**মৌজাদাৰী ৰিপৰ্টৰ প্ৰতিক্ৰিয়া ঃ** "এনেও কাণী, তেনেও কাণী ভালকৈ দিওঁ শাকত পানী" বুলি, মৌজাদাৰী ৰিপৰ্ট যাবৰপৰা আমি ঘৰে ঘৰে আনকি চুৰ্থনমান সভাতো' 'খাজনা নিদিবা' বুলি কৈ ফুৰিবলৈ ধৰিলোঁ। ভিয়েখৰে যে ওৰেবাটে চিঞৰিয়েই ফুৰিছিল "খাজনা নিদিবাহঁক ঔ, ৰাইজ খাজনা নিদিবা।" দুৰ্গানন্দ কাকতীৰ দ্বাৰাই পৰিচালিত অৰাবাৰী কংগ্ৰেছে-সৈতে আমাৰ লিষ্টত ২৫০ জন ভলন্টিয়াৰ আছিল। ১০ জন, ১০ জনকৈ একোটা গোট কৰি, গোটটোৱেপতি কামৰ ভাগ আৰু গাঁৱৰ ভাগ বঁটাই দিলোঁ।

অফিচত্ত থকা গোটটোৱে শিৱসাগৰ কংগ্ৰেছৰপৰা প্ৰকাশিত "স্বদেশ"খন পঢ়ি শুনাই বিলাই দিয়ে আৰু পুলিচে দৌৰাত্ম্য বা অত্যাচাৰ কৰিলে নীৰৱে সহ্য কৰি থাকিবলৈ বুজনি দিয়ে। ঘৰে ঘৰে কপাহৰ খেতি কৰি, তাৰ কপাহেৰেই সূতা কাটি ল'বলৈ ডঢ়াই-ডঢ়াই কয়; খাজনা দিব নোৱাৰিলে বা নিদিলে কাৰোবাৰ যদি মাটি-বাৰী লীলাম হয় তাকো ভাকিবলৈ হাক দিয়ে। গৰধীয়ালালি, মহখুটি, মুগাচোং, জলয়া-পলয়াৰ ভূম, গৌৰীসাগৰ, আমগুৰি, দীকছৌ হাট এইবোৰত ভাগে ভাগে ভলন্টিয়াৰ সোমাই খাজনা নিদিয়া আন্দোলন চলাবলৈ ধৰিলে। দিন-ৰাতি খতি-খন নোহোৱাকৈ এইবোৰ গাঁৱৰ নামঘৰে-নামঘৰে সভা বহিবলৈ ধৰিলে—নাময়াং কৈবৰ্ত্তগাঁও,

কুমাৰগাঁও, বেজগাঁও, পেপেলাডুবি, সোণতলীছিগা, ন-খনা, শিঙৰীবিল, নামতিয়াল, ডুবৰা-কাকতী, ন-পাম খনিকৰ, খামোন-বাকৰুতি, খামোন-লাকৃলেঙ্গীয়া, পুৰণিমেলীয়া, মাজুমেলীয়া, ঢেঁকীয়াল, চাওভাং, জৰাবাৰী, ম'ৰাপুখুৰী, ভুঞাগাঁও, চাৰিঙ্গীয়া খনিকৰ, ধুনীয়াগাঁও, জেহেজীয়া মানতলীয়া, গধুলি বজাৰ হাতীমূৰীয়া, ৰতনপুৰীয়া, টেপাং, তেলীয়াল, ম'হছাল, চেতীয়া, চাৰিঙ্গীয়া, গড়কাষৰীয়া, লেবাক, চলিহা, চাৰিঙ্গীয়া-কাটনী, আৰু অগ্নিবৰ খনিকৰ। এমাহৰ আগত, যিবিলাকে গান্ধী-কংগ্ৰেছ অসহযোগ ইয়াৰ যেই-সেই এটাৰ বিৰুদ্ধেও আখটি জুৰিছিল, সেইবিলাকো এতিয়া ৰাইজৰ লগত চকু মুদি থকা হ'ল। আন্দোলনৰ বা-মাৰলীয়ে সকলোৰে মন খৰাজৰ ফালে পাক খুৱাই আনিলে। দুৰ্গানন্দৰ গাত যিটো কামৰ ভাৰ পৰিছিল, সেইটো ৰজাদিনীয়া 'মজিন্দাৰ' বিষয়ৰ লগতে হে খাপ খাইছিল। সেৱক দলৰ কোনে ক'ত কি কাম কৰিলে, কোন সেৱকক কোন গাঁৱত দিব লাগিব ইত্যাদি কামৰ 'ডায়েৰী' ৰখা আৰু নিৰ্দ্দেশ দিয়া 'বিষয়খন খাইছিল' দুৰ্গানন্দ কাকতীয়ে।

মোক গ্ৰেপ্তাৰ কৰা বাতৰিটো ঘুচুক-ঘানাককৈ ওলালতে, মুক্তানাথ গোহাঁই মৌজাদাৰ ডাঙৰীয়াৰ অফিচ ঘৰৰ সমুখতে চাৰিঙীয়া পথাৰত, পীতাম্বৰ হাজৰিকাৰ ঘৰৰ পাচফালে, বৰ ডাঙৰ সভা বহিল। নগা আলিৰ পৰা দুই ফাৰ্লংমান পছিমলৈকে চাৰিউপিনে মানুহৰ মূৰে ঠাহ খাই আছিল। ৰাইজৰপৰা বিদায় লওঁতে, শত্ৰুৱে যেন আমাৰ ৰৱৰৰ ছেদ কৰিব নোৱাৰে তাৰ নিমিত্তে সভাস্থ ৰাইজক সতৰ্ক হৈ থাকিবলৈ ক'লোঁ। আমাৰ মাৰ ভাঙিবলৈ আমাৰ ভিতৰত থকা বিভীষণেই বহুত চেষ্টা কৰিব। সেইবোৰ মানুহক যেন একোটা একোটা চিন দি থয়। কংগ্ৰেছত নেলাগে, বা লাগিব নোৱাৰে, দেখিবলৈ ভাল। কিন্তু আমাৰ লগতে থাকি যি বিশ্বাসঘাতী হৈ বুকুত কামোৰ মাৰে, তাক যেন ৰাইজে কেতিয়াও ক্ষমা নকৰে। বক্তৃতা অলপ দীঘল হৈছিল তথাপি সকলোৱে নিটাল মাৰি শুনি আছিল। মোৰ ঠাইত লোকনাথ কাকতী মেনেজৰ ডাঙৰীয়াক চাৰিং কংগ্ৰেছৰ চেক্ৰেটৰী মনোনীত কৰা হ'ল। আৰু তেতিয়াই তেখেতৰ ডিঙিত ফুলৰ মালা এধাৰি পিন্ধাই ৰাইজে সেই মনোনয়ন সমৰ্থন কৰিলে।

ম'ৰাবজাৰ মৌজাৰ মৌজাদাৰৰ কৰ্ম্মচাৰী, কাকতী গাঁও পঞ্চায়তৰ সভ্য এজন, আমগুৰি পুলিচ আৰু আমগুৰি চাহ বাগিছাৰ প্ৰধান মেনেজৰ কৰ্ণেল

চি. চিম্‌পিকিন্‌ছ চাহাবে আমাৰ প্ৰচাৰ কাৰ্য্য আৰু সজ্ঘবদ্ধতাত পাৰে-মানে বিধি-পথালি দিছিল।

চাহাবৰ দৃষ্টি আছিল আইন ভঙ্গ মনো-ভাবৰপৰা মানুহৰ মন বিৰত কৰা আৰু ইবিলাকৰ আছিল পেটৰ দায়ত পৰি চৰ্কাৰী আদেশ পালন কৰা। চিম্‌পিকিন্‌ছে কংগ্ৰেছৰ কাৰ্য্যত হে মন্ত্ৰী-কেৰেণী লগাই বাধা দিছিল, দুখীয়া অসমীয়া ল'ৰা কেবাটাকো কিন্তু, পঢ়ুৱাই শুনোৱাই ডাঙৰ মানুহ কৰিছিল। আমগুৰি চাহ কোম্পানীটো প্ৰতিষ্ঠা কৰে চাৰ জেমচ্ বকিংহামে। অসমীয়া ভাষা আৰু মানুহৰ প্ৰতি তেওঁৰ বিশেষ অনুৰাগ আছিল। তেওঁৰে উত্তৰাধিকাৰী চিম্‌পিকিন্‌ছেও সেই ঐতিহ্য ৰক্ষা কৰি গান্ধীবাদী মোকো পুৰণি পুথি ধনদিয়েক সংগ্ৰহ কৰি দিছিল। এইবিলাক দিহা-বুধি দিয়াৰ গুৰিতে আছিল ভোলানাথ গোঁহাই বৰ:কেৰেণী ডাঙৰীয়া।

**আমগুৰিত বিৰাট সভা ঃ** ১৯২২ চনৰ ২৬ জানুৱাৰী বৃহস্পতিবাৰে আমগুৰি থানাৰ ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীজনে বগা ঘোঁৰা এটাৰ ওপৰত উঠি, চিপাহী দুটামানেৰে, মোক চাৰিঙৰ ঘৰতে গ্ৰেপ্তাৰ কৰিবলৈ আহে। গ্ৰেপ্তাৰৰ সঠিক বাতৰি শুনি, কেউফালৰপৰা অফলা ভাগি মানুহ আহি আমাৰ গাঁও পালেহি। ৰাইজৰ মন খঙে-বিষে ইমান জৰ্জ্জৰিত হৈ আছিল যে চাৰিঙীয়া গাঁৱৰ মইনা কলিতা হাজৰিকাই আৰোহীয়েসৈতে সেই বগা ঘোঁৰাটো মৰিয়াই-খটিয়াই, গতিয়াই-ভুকুৱাই নি নগা আলিৰ খাৱৈত পেলাই দিছিলগৈ। চিংফো খহৱাৰ দুৱাৰ মুখতেই এইখন নিৰস্ত্ৰ যুদ্ধ লাগিছিল। খঙৰ ভমকত, ৰাইজ ডাৰোগা চিপাহীক মাৰি গুৰি কৰিবলৈ ওলাইছিল। মানুহৰ ভিৰ আৰু তমোময় মূৰ্ত্তি দেখি, ভয়তে মোক ধৰি নিনি চক্ৰান্ত কৰি পুলিচে জামিনত এৰি যাবলৈ ঠিক কৰিলে। জামিন ল'বলৈ কোনো নোলালত, জামিনৰ নামটো কৰি জামিন নামাত খিলাফটৰ চেক্ৰেটৰী ছেখ আব্দুলৰ চহীটো ললে আৰু মোক ৩০ জানুৱাৰীৰ দিনা শিৱসাগৰ কাছাৰীত হাজিৰ হ'বলৈ কৈ গ'ল।

২৭ জানুৱাৰী, শুক্ৰবাৰৰ দিনা, আমগুৰি থানাৰ ওচৰতে কৃষ্ণনাথ শৰ্ম্মা, শ্ৰীনাথ কাকতী, মুকুতা বৰুৱা (বাহাদুৰ), সোণটি ভূঞা, দুৰ্গানাথ ফুকনকে প্ৰমুখ্য কৰি সেই অঞ্চলৰ সকলো মূৰিয়াল লোক গোটখাই দুদিনীয়াকৈ বৰ ভাৱনা এটি পাতিছিল। ভাৱনাটোৰ নাম আছিল 'ৰাৱন-বধ'। স্বেচ্ছা-সেৱক সমূহৰ প্ৰবল প্ৰভাৱত সেই ভাৱনাৰ ৰভাতলখন একপ্ৰকাৰ কংগ্ৰেছ মণ্ডপতে পৰিণত হৈছিল।

ভাৱনা চাবলৈ টীয়ক, বামুণপুখুৰী, তামুলীছিগা, ধনামুখ, নবাগাঁও, নামতি, দেওপানী, ভৰঁলুৱা, অইন কি, দেওবৰৰ পৰাও মানুহ আহিছিল। চাৰিওত চাৰিং ফৌজৰ গান্ধী-জয়ে যেনেকৈ আকাশ-পাতাল থলক লগাই-ছিল, ৰামেশ্বৰ ভট্টাচাৰ্য্যৰ নেতৃত্বত গঠিত হোৱা বামুণপুখুৰীৰ সেৱকসকলৰ কোলাহলতো সেই অঞ্চলটো তেনেকৈ তল-ওপৰ লাগি আছিল।* সেই দিনা আমগুৰিত মহা-মহোৎসৱ। সন্ধিয়া লগাৰে পৰা জুমে জুমে ভাওনা চোৱা মানুহ আৰু ভলণ্টিয়াৰৰ সমাগম—যেন চক্ৰধ্বজ সিংহই বঙাল মাৰিবলৈ যোৱা অসমীয়া বণুৱাৰ দল-দোপ হেন্দোল-দাপৰ হে পুনৰ অভিনয় হৈছে। মানুহৰ নিদানে বিৰ দিও বাট পাবলৈ নাই, গান্ধী মহাত্মা, মহম্মদ আলি চৌকৎ আলিৰ জয় ধ্বনিয়ে যেন তলৰ মাটি ওপৰ কৰিছে। সোমৰৰ কাণ্টান আছেই। তাৰ কাণ তালমৰা চিঞৰে ধমনিৰ তেজ শিৰত তুলিছে। চাৰিং ফৌজৰ প্ৰত্যেকটো সেনাই একোটা একোটা বৰ সেনাপতি হৈ হে যেন ভাগ ভাগ সমদলবিলাকক থেম কৰাইছে।

সোমৰৰে উৎসাহ উদ্দীপনাৰ যি হুইধ্বনি মাৰি দিছিল, তাতেই দৰ্শক সমূহৰ গা-মন জিকাৰি উঠিছিল। মূঠৰ ওপৰতে আমগুৰিৰ সেই "ৰাৱণ বধ" ভাৱনা চাই ৰাৱণৰূপী ইংৰাজৰ অধীনতা ধ্বংস কৰিবলৈ সকলোটি ফুকলি মাৰি ওলাইছিল।

চি-আই-ডি চাময়ুল : গায়ন খোৱাৰ পিচতে সূত্ৰধাৰী ওলোৱাৰ কথা। কিন্তু, ৰাইজৰ মনোবাঞ্ছা পূৰণ কৰিবলৈ ভাৱৰীয়া সূত্ৰধাৰীৰ সলনি ওলাল কংগ্ৰেছ সূত্ৰধাৰী। কংগ্ৰেছৰ বচন গাবলৈ মৰে সেই সূত্ৰধাৰীৰ ভাও ললোঁ। উত্তেজিত সমাজৰ মাজত কথা কৈ মই দুগুণ অনুপ্ৰাণিত আৰু উত্তেজিত হৈছিলোঁ। 'ভাৱনা-হৰিনামৰ ওপৰত কংগ্ৰেছ টিপ্পণ' শুনি এজন হেনকৈ দৰ্শকেও কাহ এটি মৰা নাছিল। ভাৱনা ৰভাৰ চুক এটাতে সকলোৰে চকুত ধূলি মাৰি, চি. আই. ডি [ See I thee মই তোমাক দেখিছোঁ। ] অৰ্থাৎ চোৰাং খবৰ লওঁতা চাময়ুল হুচেইন ৰবাই বাঘে চোপা লৈ থকা দি টেপা খাই সোমাই আছিল।

* ভট্টাচাৰ্য্যৰ তেতিয়া বিশেষ কৰ্ম্মক্ষেত্ৰ আছিল জাঁজী কোম্পানীৰ চাহ বাগি-চাই আগুৰি থোৱা অসমীয়া গাঁও আৰু বনুৱা বস্তী। তাতেই, ইউৰোপীয় মেনেজৰ বিলাকৰ লগত তেওঁৰ প্ৰায়েই সংঘৰ্ষ হৈছিল। মকট নামৰ চুপাৰি-ণ্টেণ্ডেণ্ট এজনেৰে কথমপিহে হতাহতি নোহোৱাকৈ ভট্টাচাৰ্য্যৰ দিন কে . হৈ গ'ল।

চামছুল শিৱসাগৰ কাছাৰীৰ হেডক্লাৰ্ক, গনিঙৰ প্ৰিয়পাত্ৰ মৌলবী গুল_জাৰ আলিৰ ভায়েক আৰু হাইস্কুলত মোৰে সৈতে একে শ্ৰেণীতে পঢ়া লগৰীয়া। মোতকৈ তেওঁ ৭ বছৰমানৰ "চিনিয়ৰ" অৰ্থাৎ আগেয়েই নাম লগোৱা; কিন্তু সেই দিনত, ডিগ্ৰেদ্ কৰা অৰ্থাৎ প্ৰমোচন নেপালে তলৰ শ্ৰেণীলৈ নমাই দিয়াৰ নিয়ম থকাত, তেওঁ দুবাৰ তললৈ নামে আৰু মই ওপৰলৈ উঠি যাওঁ। এইদৰে, উঠা-নমা কৰি যেতিয়া তেওঁ মেট্ৰিকুলেছন পৰীক্ষা দিয়া শ্ৰেণী পালেগৈ, তেতিয়া তেওঁক মই লগ ধৰিলোঁগৈ। পৰীক্ষাত উঠিল নে নুঠিল মনত নাই। কিন্তু, হাইস্কুল এৰিয়েই তেওঁ পুলিচ বিভাগত সোমাল আৰু গনিং চাহাবৰ সৌহাত স্বৰূপ হৈ নন্ ক'অপাৰেশ্যনত চি-আই-ডিৰ কামত ( গুপ্তচৰৰ ) নিযুক্ত হ'ল।

মোৰ বচন বা বক্তৃতাৰ সামৰণি পৰিলতে, অকস্মাতে চামছুল ওলাই আহি এই বুলি কৈ, মোক সাবট মাৰি ধৰিলেহি "ভাই, মই আৰু ইয়াত নেথাকোঁ। তই যিহকে কৰ, কৰ। এই দুই বজাৰ বেলতে শিৱসাগৰলৈ যাওঁগৈ। ইয়াত থাকিলে, তোৰ বিৰুদ্ধে ৰিপৰ্ট দিব লাগিব।" মুখ চাই-চাই পৰশা, টেঙৰৰ শিৰোমণি চামছুলে সভা-সমিতিলৈ নোযোৱাকৈয়ে কেতিয়াবা কথাৰ ফৰ্ম্মুটি একোডাল মাৰি পঠিয়ায়। মোৰ বক্তৃতাৰ বিষয়েও সেইদৰে আগুজৰ ফৰ্ম্মুটি এডাল মাৰি পঠিয়ালে। একেলগে পঢ়া ক্লাছফ্ৰেণ্ড্ বুলি এই ফেৰাকে সঙ্কেত দি গ'ল বোলে তেওঁৰ ৰিপৰ্টে মোক একো অপকাৰ নকৰে। ভাঙি ক'বলৈ হ'লে, "অশ্বত্থামা হত ইতি গজ" আছিল তেওঁৰ ৰিপৰ্টটো। "আমগুৰি ভাৱনাৰ দিনা বেণু শৰ্ম্মাই বক্তৃতা দিছিল সচাঁ, কিন্তু কি কৈছিল, নিজ কাণে গোটেইখিনি কথা শুনিবলৈ নেপালোঁ। বেলৰ সময় হ'ল, গুচি আহিলোঁ।"—এইদৰে ক'বলৈকে হেনো চামছুলে মনতে সাজি থৈছিল। অথচ তেওঁ সচাঁই মিছাই এহালিছা লেখি পঠিয়াইছিল। মোৰ বিচাৰৰ দিনা সেই ৰিপৰ্ট দেখি হে চি-আই-ডিৰ ৰিপৰ্টৰ লক্ষণ বুজিলোঁ। শিৱসাগৰ জেলৰ ভিতৰত যিদিনা মোৰ বিচাৰ হয়, সেইদিনা চামছুল সাক্ষ্য দিবলৈকে নগ'ল। চি. আই. ডি. বুলিলে এতিয়াও মোৰ সহপাঠী বন্ধু চামছুলৰ টামটিঙালি কথাবোৰলৈ মনত পৰি অকলৈ অকলৈয়ে হাঁহো। এনেবিলাক "মই দেখিছোঁ" কৰ্ম্মচাৰীৰ ৰিপৰ্টেই নন্-ক'অপাৰেশ্যনৰ দিনত, জালেমান পানীচলা মেকুৰী যেন মানুহকো থৰে থৰে "ৰব ৰখত" 'সুমুৱাই' 'দেশ প্ৰেমিকৰ' শাৰীত বহুৱাইছিল।

তাৰ পিচদিনাও ভাৱনা হ'ল। চাৰিওৰ পচলাত দাঁত ভাঙি আহি, তাৰ গালি শপনিৰ পোটক তুলিৰলৈকে চিম্‌পিকিন্‌চেৰে গোট খাই সেই পুলিচ কৰ্ম্মচাৰী গৰাকী দ্বিতীয় দিনা ভাৱনা ৰবত ওলালগৈ। পুলিচী দম্ভ অহঙ্কাৰত মত্ত বিষয়াজনে, নিজে হিন্দু হৈয়ো ভাৱনাত পতা মূৰ্ত্তি ভাগৱতৰ থাপনাথন গোৰমাৰি পেলাই দিলে। গনিং চাহাবৰ বৃটিছ সাম্ৰাজ্য-বাদৰ কূটনৈতিক ধুৰন্ধৰ বুলি ইতিকিওৰ ভাবাবে প্ৰবিহণা দিয়া হৈছিল, তথাপি তেওঁ ধৰ্ম্মৰ গ্লানি কৰা বা ধৰ্ম উৎসৱত হাত দিয়া নাছিল। আমাৰ বিষয়াজনে পুলিচী বস্ত্ৰ আভৰণৰ হেঁচাত তেওঁক চেৰ পেলাই, কুলাচলৰ কীৰ্ত্তি অক্ষুন্ন ৰাখিলে। হিন্দু পুলিচ—কৰ্ম্মচাৰীজনৰ এই “বীৰোচিত” কৰ্ম-ফেৰা মই সক মনোবৃত্তিৰ লগুৱালি প্ৰতিযোগিতাৰেই ফল নে পদ মৰ্য্যাদাৰ অহঙ্কাৰেই ফল আজি পৰ্য্যন্ত ঠিক কৰিব পৰা নহ'ল। শাসকৰ আজ্ঞা ভৃত্যাই মনা উচিত, সেইবুলি অতিপাতকৈ নহয়। অতিমাত্ৰালৈ গ'লেই প্ৰভুৱে যে সন্তোষ নেপায় নে, বাইজেও গৰিহনা দিয়ে।

# পঞ্চম অধ্যায়

**অসহযোগৰ পুৰস্কাৰ ঃ** ১৯২২ চনৰ ১৬ জানুৱাৰী তাৰিখে শিৱসাগৰ মহকুমাধিপতি মিঃ কল্‌ভিন্ ষ্টুৱাৰ্ট গনিং চাহাবৰ আদেশ লৈ আমগুৰি থানাৰ পুলিচে কৌজদাৰী আইনৰ ১৭ (ক) আৰু ১৭ (খ) উপধাৰা মতে মোক ২৬ জানুৱাৰীত গ্ৰেপ্তাৰ কৰিবলৈ আহে। আইন শৃঙ্খলাৰ দ্বাৰাই প্ৰতিষ্ঠিত বৃটিছ গৱৰ্ণমেণ্টৰ আইনখন যি সঙ্ঘ বা অনুষ্ঠানে পদে পদে উলঙ্ঘা কৰিছিল আৰু যি এনে আইন বিৰোধী সভা বা অনুষ্ঠানৰ দলভুক্ত আছিল, তেওঁৰ প্ৰতিয়েই সেই উপধাৰা কিটা প্ৰয়োগ কৰা হৈছিল। জঙ্গী বাইজৰ হেঁচা ঠেলাত অঘটন ঘটিব পাৰে—এই আশঙ্কাকে কৰি ভয়তে ৩০ তাৰিখে মোক স্বয়ং শিৱসাগৰ কাছাৰীত হাজিৰ হ'বলৈ কৈ মোক সেইদিনা গ্ৰেপ্তাৰ নকৰি জামিনত দি পুলিচ গুচি যায়—এই কথা ওপৰত উনুকিয়াই আহিছোঁ।

**জেল যাত্ৰা ঃ** সেই মতেই ৩০ জানুৱাৰী তাৰিখে সোমবাৰৰ দিন' বাতিপুৱা আঠমান বজাতে খাই বৈ, পিতৃ মাতৃক সেৱা-সৎকাৰ কৰি, শিৱসাগৰলৈ বুলি যাত্ৰা কৰিলোঁ। লগত মোৰ আলধৰা সোমবৰ কাপ্টান লাগিয়েই আছে। আমাৰ ঘৰৰপৰা নগা আলিলৈকে আধা মাইল বহল "হাতীয়াজগা" খনিকৰ পথাৰখন মানুহৰ মূৰেৰে সাগৰ সদৃশ, 'লোকে লোকাৰণ্য।" গান্ধী, আলি ভ্ৰাতৃ দুজনৰ জয়ধ্বনিত যেন কাণৰ কণা মাকৰি সৰি গৈছে। সিফালে, চলিহা আলি মূৰত সোণাৰাম ভলণ্টিয়াৰে তেওঁ বিলাকৰ হাতীটো জেল-টেঙ' ধৰি সজাই পৰাই থৈছে। পথাৰৰ সেই সাগৰ সঙ্কাশ প্ৰজাৰ হেন্দোলনি পাৰ হৈ নগাআলি পাওঁমানেই কেউফালৰ পৰা গোটখোৱা ৰাইজে আলি পথাৰ ছানি পেলালেহি। পথৰুৱা আলি আৰু নগাআলিৰে অহা মানুহৰ সোঁত দেখি এনে হে লাগিছিল যেন সেইদিনা এটাইবোৰ বাটে চাৰিওফালে পোৱালি মেলিছে। মূল সমদলটোৰ আগতে কংগ্ৰেছ পতাকা লৈ সোণাৰামৰ হাতী পোৱালিটো, তাৰ পাছে পাছে লোকনাথ কাকতী (মেনেজৰ), লোকনাথ ফুকনকে প্ৰমুখ্য কৰি ম'ৰাবজাৰ মৌজাৰ মুখিয়াল মুখিয়াল লোকসকল আৰু স্বয়ংসেৱকৰ দল। সকলোটি

সমদলে তুবৰা কাকতী গাঁৱৰ মাজেদি গৈ সোণতলীহিগা পাৰ হৈ গৌবীসাগৰ পালতে, জাঁজী, বামুণপুখুৰী, খনামুখ, ভৰলুৱা গাঁৱৰ স্বেচ্ছাসেৱক সকলো লগ লাগিলহি। সমদলে বিৰাট আকাৰ ধাৰণ কৰিলে। নামদাঙৰ শিলৰ সাঁকোৰ মুৰতে পুনীয়া সত্ৰাধিকাৰ কমল চন্দ্ৰ দেৱ গোস্বামীয়ে গাভৰু সকলক শৰাই এখনি দি মোৰ ভিত্তিত মালা এধাৰি পিন্ধাই অভিনন্দন জনালে। বলিয়াঘাটৰ আলি মুখৰ কেৰিয়েদি গড়বপৰা জয়সাগৰৰ আলি কেঁকুৰিলৈকে পকৰা লানিৰ দৰে বগাটুপীৰ মূৰৰে লানি পাতি মোৰা প্ৰভাব হেন্দোলে গজপুৰৰ আলিটো (ৰৰআলি) শুৱাই গৈছিল। বংঘৰৰ ওচৰ পাওঁতেই, শিৱসাগৰত থাকি পঢ়া চাৰিওৰ ছাত্ৰ অৱনী কান্ত ফুকন, অতুল চন্দ্ৰ ফুকন আদি কেবাজনো ডেকাই বংঘৰৰ ওচৰতে চাহ-জলপানেৰে আমাক আদৰি নিলেহি।

আমগুৰিঘাট পাওঁতেই জিলা অফিচৰপৰা খবৰ আহিল বোলে নগৰত ১৪৪ ধাৰা জাৰী হৈছে; ৫ জনতকৈ বেচি মানুহ গোট খাই কথাপাতিব নোৱাৰে। সেই নিমিত্তে, কংগ্ৰেছ অফিচত পাল পাতি-পাতি ৫জন মানুহে থাকিবলৈ লৈছে। দেশৰ সমস্যা তেওঁবিলাকে হে আলচ কৰিছে। গাঁৱে গাঁৱে পুলিচ পিয়াপি দিছে। কাক, ক'ত, কেতিয়া গ্ৰেপ্তাৰ কৰা হয়, একো ঠিক নাই। ভুবনচন্দ্ৰ গগৈ আৰু দুৰ্গাপ্ৰসাদ বৰঠাকুৰ আগেয়েই জেলত সোমালগৈয়ে। গায়নে-বায়নে আগবঢ়াই খোৱা কনকচন্দ্ৰ চেতীয়া আৰু খিলাফট কৰ্মী দুজনমানকো সাঙুৰি আনি জেলত খোৱা হৈছে। বাহিৰত শান্ত যদিও, নগৰৰ ভিতৰখন আন্দোলনৰ কুঁহকুঁহীয়া পোৰণিত ছট্ফট্ ছাট্ফাট্। সেইদিনা কংগ্ৰেছ অফিচৰ বখীয়া আছিল হ'বপায় লক্ষীকান্ত বৰুৱা, অম্বিকা কুমাৰ বৰুৱা, পদ্মধৰ চলিহা, দুৰ্গাধৰ বৰুৱা, ৰামচন্দ্ৰ বৰা আৰু ওচৰতে আছিল হেমকান্ত বৰপুজাৰী আৰু তাৰাপ্ৰসাদ সিং সমন্বিতে জনদিয়েক স্বেচ্ছাসেৱক।

আমি দিখৌৰ বাঁহৰ দলং পাৰ হৈ নগৰৰ মাটিত ভৰি দিওঁতেই "কোনেও জয় নিদিবি" বুলি অফিচৰপৰা হাক দিয়া বতৰা আহিল। কিন্তু, সেইকথা শুনে কোনে? বজেশ্বৰ বৰদলৈ আৰু মানিক চন্দ্ৰ চলিহাই, মহাত্মাৰ জয় দি সেৱাবাহিনীক উত্তাৱল কৰিলে, আটাইৰে আগুৱাই যাবলৈ উঁটাপুটা লাগিল। নিষেধাজ্ঞাৰ বাধ ভাঙি সকলো কাছাৰীমুৱা হৈ শিৱৰ জয় মুখ পাওঁ পাওঁ হ'লগৈ। জিলা কংগ্ৰেছৰ চেক্ৰেটৰী বিমলা কান্ত বৰুৱাৰে সৈতে

মই শিৱৰ'লত সেৱা কৰিবলৈ সোমালো; তাৰ পিচত, কাছাৰীলৈ গৈ গনিগুৰ এজলাছ পালোঁগৈ।

**গনিগুৰ দুৰ্ব্যচাৰ ঃ** এনেতে, গনিং চাহাবে খাজনা গেৰাজৰপৰা এক 'ডজন' সশস্ত্ৰ গুৰ্খা চিপাহী লৈ, মোক ধৰবলৈ যোৱা মানুহবিলাকক এফালৰপৰা বেতেৰে কোবাই নিবলৈ ধৰিলে আৰু চিপাহীহঁতেও বন্দুকৰ চাঙ্গীনেৰে খুচি নিলে। হোজা মানুহখিনি "পলায় বাসব যেন পাচক নেচায়" হৈ প্ৰাণৰ ভয়ত যেনিয়ে পায়, তেনিয়ে পলাল। কোনো দৰ্জ্জী ঘৰত সোমাল, কোনো যমুনাত পৰিল, কোনো ধোবাৰ ঘৰৰ জকাত পৰিল আৰু কোনো পুলৰ তলত সোমাল। চিপাহীহঁতেও পছ খেদা দি খেদি নিবলৈ ধৰিলে। পুলৰ তলত সোমোৱাবোৰৰ গাটোইত হে তলত আছিল, টিকাটোইত ওলাই আছিল। সেই ওলোৱা টিকাতে চিপাহীয়ে খোঁচ ধৰিলে। ইমান অত্যাচাৰেও নাটিলে, গনিগে "ঔচ্-ঔচ, ধৰ-ধৰ" বুলি, দুম্‌দুম্ কৰে পথাৰৰ ফালে লৰি যোৱা মানুহবোৰৰ পাচত তেওঁৰ কুকুৰটো লগাই দিলে। চঙ্গীনৰ খোঁচত ৰবদলৈ, যজ্ঞেশ্বৰৰ মুৰ ফাটিল, মাণিক চলিহাৰ হাৰ ভাগিল।

তাৰ পিচত, গুৰ্খা ফৌজটো লৈ গনিগে কংগ্ৰেছ অফিচৰ ফালে হনা দলে। অফিচটো আছিল আমোলাপটিৰ সোমধৰ বৰুৱা ডাঙৰীয়াৰ ঘৰৰ সমুখত। চাহাবে চিপাহী কিটাক ঘৰটো কাটি, ভাঙি-ছিঙি পেলাই দিবলৈ হুকুম দিলে। চৰ্কাৰৰ নিমখ' খাওঁতা গুৰ্খায়ো ঘৰটোৰ খুঁটাবোৰ উভালিবলৈ ধৰিলে আৰু চুটামানত থুকুৰীৰে কোবো বহুৱালে। চুটামানে আকৌ অফিচৰ কাগজ-পত্ৰবোৰ মোহাৰি-সামৰি, ফালি-ছিৰি তগাস্তি কৰিলে।

**লক্ষীকান্ত বৰুৱাক অপমান, গ্ৰেপ্তাৰ আৰু শিৱসাগৰত হৰতাল:** সভাপতি লক্ষীকান্ত বৰুৱাই চিপাহীকিটাক সেইবোৰ কৰিবলৈ হাক দিয়াত তেওঁৰ মুৰৰপৰা গান্ধী টুপীটো খহাই আনিবলৈ গনিগে হুকুম দিলে। বৰুৱাই টুপী এৰি নিদিয়াত চিপাহীৰে সৈতে জোটাপুটি লাগিল। অৱশেষত, তেওঁৰ চুলিত খামোচ মাৰি ধৰি মুৰৰপৰা টুপীটো খহাই পেলালে আৰু তেওঁকো গ্ৰেপ্তাৰ কৰিলে। পদ্মধৰ চলিহাক ৰায় বাহাদুৰ ফণীধৰ চলিহাৰ পুতেক দেখি 'গ্ৰেপ্তাৰ কৰক' বুলি কোৱাতো গ্ৰেপ্তাৰ নকৰিলে।[১]

(১) এই দিনা হোৱা নৃশংসতাৰ বাতৰি এটা মহাত্মা গান্ধীৰ দ্বাৰাই সম্পাদিত "ইয়ং ইণ্ডিয়া' কাকতত হুবহু প্ৰকাশ হয়। পণ্ডিত মদনমোহন মালবীয়য়ো তেওঁৰ অত্যাচাৰ তদন্তৰ বিপৰ্টত ইয়াৰ এটি বিবৃত্তি দিয়ে।

গনিডে নিৰস্ত্ৰ মানুহক পশুতকৈও অধমৰ দৰে অত্যাচাৰ কৰা দেখি আৰু নেতাসকলক গ্ৰেপ্তাৰ অপমান কৰা শুনি নগৰৰ দোকান-পোহাৰ সকলো বন্ধ হৈ গ'ল। মহাত্মাৰ জয়ধ্বনিত থলক লাগি থকা শিৱসাগৰ নগৰখন কাঁহ পৰি জীন গ'ল। স্বাধীনতা পোৱাৰ আদি-আন্দোলনৰ বুৰঞ্জীত ১৯২২ চনত ৩০ জানুৱাৰী তাৰিখে হোৱা শিৱসাগৰৰ হৰতালটো নিশ্চয় স্মৰণীয় হৈ জিলিকি থাকিব।

**শিৱসাগৰ জেলত :** গনিডে লক্ষ্মীকান্ত বৰুৱাক গ্ৰেপ্তাৰ কৰি কাছাৰীলৈ লৈ আহিল। তেতিয়াৰলৈকে মইও তাতে বহি আছিলো। এজলাচত বহিয়েই মহকুমাধিপতি গনিডে ফৰাফৰ লেখি হুকুম দিলে, "৯ ফেব্ৰুৱাৰী তাৰিখলৈ বিচাৰ হ'ব, এতিয়া হাজোতত থাককগৈ।" মোৰ প্ৰতিয়ো

---

(২) শিৱসাগৰত কংগ্ৰেছৰ কাৰ্য্য :

যোৱা ৩০।১।২২ তাৰিখে কংগ্ৰেছ কৰ্মী শ্ৰীযুত বেণুধৰ শৰ্মা ডাঙৰীয়া ওৱাৰেণ্ট পাই চাৰিগুৰপৰা শিৱসাগৰ কাছাৰী ঘৰলৈ আহিছিল। তেওঁক আগবঢ়াবলৈ স্বৰাজ সঙ্গীত গাই ৫০০০ মান মানুহ শোভাযাত্ৰা কৰি আহিছিল। তেওঁলোক দ'লৰ মুখ পাওঁতেই মহকুমাধিপতি চাহাবে এদল গুৰ্খা-চিপাহীৰে সৈতে খেদি আহিলে। তাৰে মান মানুহক গুৰ্খাবিলাকে বন্দুকৰ নলীৰে খুন্দিযাপে আৰু জনদিয়েকক বিষমৰূপে আঘাত কৰিলে। শ্ৰীমান যজ্ঞেশ্বৰ দলৈ নামেৰে এজন উদ্যোগী সেৱকক পাঁচ বাৰ আঘাত কৰিলে আৰু তেওঁৰ মুখৰ পৰা তেজৰ লোৰ বোৱাই দিলে। তাতো নিবৃত্ত নহৈ মহকুমাধিপতি সসৈন্যে আহি জিলা কংগ্ৰেছ অফিচত থকা মানুহবিলাকক বাজ কৰি সভাপতি শ্ৰীযুত লক্ষ্মীকান্ত বৰুৱা বি-এল ডাঙৰীয়াক গ্ৰেপ্তাৰ কৰিলে আৰু তেওঁৰ মুৰৰ টুপী আৰু হাতৰ লাঠি বলেৰে আজুৰি লঘু-লাঞ্ছনা কৰি গুৰ্খাবিলাকৰ লগত "পেৰেড" কৰাই লৈ গ'ল। তদুপৰি কংগ্ৰেছ অফিচৰ ঘৰটো গুৰ্খা-বিলাকৰ হতুৱাই কাটি-ছিঙি চুৰমাৰ কৰিলে আৰু আনকি, চকী-মেজ আদি অন্যান্য বস্তুও ভাঙি পেলাই কাকত-পত্ৰবিলাক লৈ গল।

অফিচ ঘৰটো শ্ৰীযুত প্ৰেমনাথ বেজবৰুৱা ডাঙৰীয়াৰ পৰা কেৰেয়ালৈ লোৱা হৈছিল। তেখেতৰ ভালেমান নিজা বস্তু-বেহানি লোকচান কৰা দেখি তেখেতে মহকুমাধিপতিৰ ওচৰত আপত্তি কৰিছে।

শিৱসাগৰৰ অন্যতম নেতা দিচাং কলঘৰৰ স্বত্বাধিকাৰী শ্ৰীযুত যাদব প্ৰসাদ চলিহা ডাঙৰীয়াই কংগ্ৰেছৰ কাৰ্য্য কৰা বাবে মহকুমাধিপতি চাহাবে তেখেতক অলপতে সোণাৰিলৈ মাতি নি সতৰ্ক কৰিছিল। কিন্তু তেখেতে আগৰ দৰেই কাৰ্য্য চলাই থকা দেখি আকৌ ৩১ জানুৱাৰী তাৰিখে মণ্ডলাত হাজিৰ হবলৈ নটীছ দিলে।

সেইটোৱেই আদেশ। গুৰ্খা চিপাহী আছেই। হুকুম হোৱা মাত্ৰকে, কানত বাইফোল বন্দুকলৈ, ছ-টা ছ-টা কৈ সিহঁত দুশাৰী হ'ল। এশাৰী আগত, এশাৰী পাচত। কাছাৰীমুখ আৰু শিৱসাগৰ পুখুৰী পাৰত জুম বান্ধি থকা মানুহে ভয় খাওক বুলিয়েই হ'বলা, আমাক সিহঁতৰ মাজতে সুমাই লৈ কাছাৰীৰপৰা বৰপুখুৰীটোৰ পশ্চিম পাৰেদি মিলিটেৰী কদমত খোজ কঢ়াই (মাৰ্চ্চ) নি পুখুৰীৰ উত্তৰ পাৰে থকা জেলত ভৰালেগৈ।

দেখিলোঁ, বৰ ফাটেকৰ দুৱাৰ মেলখোৱা মাত্ৰকে আমাক ওলগ জনাবলৈ ভিতৰপিনে, আগেয়ে সোমোৱা লগৰীয়াবিলাকে চন্দামাছৰ দৰে বিৰ দি আছেহি। আঠখেলৰপৰা অনা খিলাফটী বন্দী বদৰুদ্দিনৰ ৰংটো হে আটাইতকৈ চাব দেখিলোঁ। তেওঁ হাঁহি মুখে অভ্যৰ্থনা জনাই ক'লেহি, "ন পুখুৰী পোনে জয় দিয়া শুনিলোঁ; বাহিৰত হাল্লাগোল্লাও শুনিলোঁ; গুৰ্খা চিপাহীৰ খমমদম লাগিছে বুলিও শুনিলোঁ। এইবোৰ শুনি ভাবিলোঁ—আজি মৌ

---

তেখেত ৫ ফেব্ৰুৱাৰীৰ পূৰ্ব্বে হাজিৰ হ'বলৈ অপৰাগ বুলি জনোৱাত আকৌ ৪ ফেব্ৰু-ৱাৰী তাৰিখে হাজিৰ হবলৈ কলে। কিন্তু, তেখেতে ৫ তাৰিখে দেখা কৰিবলৈ আহিলত আকৌ ৬ তাৰিখে পুৱা ১০ বজাত দেখা কৰিবলৈ কলে। সেই সময়ত দেখা কৰিবলৈ যাওঁতে চলিহা ডাঙৰীয়াক অকস্মাৎ গ্ৰেপ্তাৰ কৰি জেললৈ লৈ গ'ল।

সদৌ বাইজ নিৰুপদ্ৰৱ হৈ আছে। পুৰণি কংগ্ৰেছ কমিটি আৰু পঞ্চায়ৎবিলাকে দুগুণ উৎসাহেৰে কাম কৰিছে আৰু ন-কৈ ভালেমান ঠাইত কংগ্ৰেছ কমিটি গঠিত হৈছে। সেইবিলাক পৰিদৰ্শন কৰিবলৈ আৰু দিহা দিবলৈ জনদিয়েক উপযুক্ত কং-গ্ৰেছ কৰ্মীক পৰিদৰ্শক নিযুক্ত কৰি জিলা কংগ্ৰেছে পঠাইছে। জিলা কংগ্ৰেছৰপৰা গোহাৰি, কাকত-পত্ৰ আদিৰ বহুল প্ৰচাৰ হৈছে। ভালেমান ঠাইত নামোৎসৱ পাতি দেশৰ মঙ্গলৰ নিমিত্তে ঈশ্বৰক প্ৰাৰ্থনা জনাইছে। কোনো ঠাইত বিয়া পাতিলে নাইবা কেবাখনো গাঁৱে মিলি সবাহ পাতিলে, পূৰ্ব্বেই মহকুমাধিপতিৰ অনুমতি লব লাগিব বুলি চৰ্কাৰী নোটিছ জাৰি কৰা হৈছে।

মহিলাসকলেও কংগ্ৰেছৰ কাৰ্য্যত পাৰ্য্যমানে সহায়-কৰিছে। বৰ আনন্দৰ বিষয় যে তিলক-স্বৰাজ ভঁড়াললৈ শ্ৰীযুতা নিকুঞ্জলতা চলিহাই সোণৰ আঙঠি এটা, শ্ৰীযুতা ভুৱনেশ্বৰী দেৱীয়ে সোণৰ ৰুদ্ৰাক্ষৰ খিৰি এটা, শ্ৰীযুতা কমলকলি বৰুৱাই সোণৰ আঙঠি এটা, শ্ৰীযুতা ননীবালা চলিহাই সোণৰ কাণফুলা এযোৰ, শ্ৰীযুতা কনক বালা মহন্তই সোণৰ আঙঠি এটা, শ্ৰীযুতা খগেশ্বৰী বৰুৱানীয়ে সোণৰ মণি এধাৰ, শ্ৰীযুতা মোহিনী বৰুৱানীয়ে সোণৰ আঙঠি এটা আৰু শ্ৰীযুতা কুসুম কুমাৰী বৰুৱাই সোণৰ আঙঠি এটা দান কৰি স্বাৰ্থত্যাগ আৰু স্বদেশ-প্ৰেমৰ সুন্দৰ চানেকি দেখুৱাইছে।

—'অসমীয়া'

কি বৰালি কিবা এটা পৰিল হ'ব পাৰে? সচাঁকৈয়ে পৰিল, হয়।" তেওঁ আছিল জেলৰ চাংমাই শালৰ এগৰাকী অৰ্থাৎ ফাটেকিয়ালৰ ভাত ৰান্ধনি। আমি পাৰ জোখপোত দি, চিন চকৰবোৰ লেখোৱাই ভিতৰলৈ সোমাওঁতে-নো সোমাওঁতেই তেওঁ থাল দুখন লাগে বুলি জেল আৰোপাইলৈ ফৰ্মাচ দিলেই। ৰাতি গাত লবলৈ একোখনকৈ কম্বল লাগিব বুলিও "ৱাৰ্ডৰ চাহাবক" জনালে। পাঁচ বজাত সকলো ফাটেকিয়াল গঁৰালে গঁৰালে সোমালগৈ। আমিও সোমালোঁ গৈ। সেইদিনা লযোনেই থাকিলোঁ ইক। পিচদিনা ৰাতি-পুৱা আমাক গাইপতি একোখন-একোখন লোহাৰ থাল দিলেহি। কয়দী-হাজতিয়াল আটায়ে লোহাৰ কাঁহীত (থাল) হে ভোজন ব্যৱহাৰ চলাব লাগিছিল।

সেই থাল মামৰ উঠি ৰঙা হৈ থাকে, মোহাৰিৰ নেজানিলে মামৰ গুচোৱা টান। জেলৰ ন আলহী দুজন মানে দেখুৱাই দিয়াত আমিও ধুলি-মাকটিৰে থালখনহঁত মোহাৰি চিকচিকীয়া কৰি ললোঁ। তাতে কয়দী ৰান্ধনি এটিয়ে মাৰ ভাত দিলেহি। মাৰভাত মানে আগদিনাই সিজাই থোৱা ভাতৰ নিসনি। নামটো হে নিসনি। ভাত নো নেথাকে কি? বালি, শিলকপৰা, কুটা, ভুইঁৰ চোকোৰা এটাইবোৰ। গুৱালনী মাৰ্কাৰ বিলাতী গাখীৰৰ টিন এটাৰে এটিন এটিন গাইপতি পেলাই যাব। ক'ৰবাত কোনোবা-টোৰ থালত সৰহকৈ পৰিব লাগিলে বিলনীয়াৰ পিঠিত জমাদাৰে সাৰোপ-সাৰোপ কোব বহুৱাব। থাল লৈ, শাৰী পাতি বহি থকা খাৰৈয়াবিলাকৰ এজনক মাজতে এৰি থৈ গলেও, বিলনীয়াৰ পক্ষে ভাগৰ লেঠা। দিওঁতে থওঁতে এচাঁহী বা এফোঁটমান সৰহকৈ পৰিলেই জগৰ। এনেনো অমৃতখন, মুখত দিলেই ৰাতি অহা যেন কৰে। তথাপি, দিয়ন থোৱনন্ত তাৰে ৰঢ়া টুটা চাৰমেকে একোটা একোটা হাঁহৰ ওপৰত একোটা একোটা শিয়াল বজা!

**পনিঙৰ বিচাৰ ঃ** ৯ ফেব্ৰুৱাৰীৰ দিনা, শিৱসাগৰ জেলৰ ভিতৰতে মোৰ বিচাৰ আৰম্ভ হ'ল। পনিং চাহাবে হাতত লাখুটিডাল লৈ লেকেচিয়াই লেকেচিয়াই (তেওঁৰ ভৰি এটা চুটি আছিল) আহি বিচাৰকৰ আসনত বহিলহি। কাৰণে, আমগুৰি থানাৰ অফিচাৰ ইন-চাৰ্জজনো থিয় হ'ল। চাম-চুল হুচেইন বৰা চি. আই. ডি. ৰ লেজুৱা বিপৰ্টটো হ'ল—মোৰ বিৰুদ্ধে অনা মূল অভিযোগৰ নথি। চৰকাৰী সাক্ষী হ'ল ম'বাৰজান-মৌজাদাৰৰ পাৰমালখা

মহৰী পিলিডা গোহাঁই আৰু টেকেলা বগাধৰ গোহাঁই আৰু মধুৰাম কোঁৱৰ বুলি এজন। মোৰ পক্ষ সমৰ্থন নকৰোঁ বোলাত, চৰ্কাৰে উপযাচিয়েই মোৰ বৰীয়াকৈ অন্নদাচৰণ শৰ্ম্মাক উকীল ধৰি দিছিল। দৰ্শক ৰূপে মোৰ ৰবেৰেউভাৰ পুত্ৰেক দামোদৰ শৰ্ম্মা মণ্ডলো আছিল। উকীল অন্নদা শৰ্ম্মাক হে কাঠোৰ বহিবলৈ চকী এখন দিয়া হৈছিল। মোক গ্ৰেপ্তাৰ কৰাৰ দুদিনমানৰ আগতে আমাৰ গাঁৱত বাঘ এটা ওলাইছিল। সেই বাঘটো মাৰিবলৈ চিকাৰীৰ অভাৱত, গনিওক বন্দুক এটা খুজিছিলোঁ। অসহযোগীক বন্দুক নিদিয়ে বুলি জানি ওনিও চাহাবক জোকাই চাইছিলোঁ। মোৰ ওপৰত দিয়া মোকৰ্দ্দমাটো লওঁতে তেওঁ পোনেই চকু চেলাই সুধিলে, "You want a gun! You kill a tiger! (তোমাক বন্দুক লাগে, তুমি বাঘ মাৰিবা?) সেই কথাষাৰ সোধোঁতে গনিওে যিটো মূৰ্ত্তি ধৰিছিল, ভাবিলে আজিও গনিওক ৰাক্ষস যেন হে লাগে। তাৰ পিচত মৌজাদাৰ আৰু পুলিচৰ ৰিপৰ্ট পঢ়ি, মোলৈ চাই এইদৰে ক'লে, "তুমি চৰ্কাৰ বিৰোধী; গাঁৱে গাঁৱে মিটিং পাতি সুপ্ৰতিষ্ঠিত গৱৰ্ণমেণ্টৰ বিদ্ৰোহ আচৰিছা আৰু আনকো বিদ্ৰোহী হ'বলৈ উচটাই ফুৰিছা?" সাক্ষীৰ জবানবন্দীত মৌজাদাৰৰ টেকেলা-মহৰী আৰু মধুৰাম কোঁৱৰে চাহাবৰ অভিযোগকে ন-দি সমৰ্থন কৰাত, মই কিবা ক'ম নে কি বুলি সুধিলে। আত্মপক্ষ সমৰ্থন নকৰোঁ বুলি কোৱাত তৎক্ষণাৎ মোৰ ৩ মাহ অ-শ্ৰম কাৰাদণ্ড আৰু ৩০০ টকা জৰিমনা; জৰিমনা অনাদায়ে ৩ মাহ অ-শ্ৰম কাটেক, মুঠতে ৬ মাহ হ'ল।

সিদিনে, কাছাৰীত বিচাৰৰ নামটো কৰি গনিওে লক্ষ্মীকান্ত বৰুৱাক এবছৰ অ-শ্ৰম কাৰাদণ্ড ভোগ কৰিবলৈ আদেশ দিলে। ইয়াৰ ভিতৰতে, বনমালী চাহ বাগিচাৰপৰা (?) মতাই অনাই বাদৰ প্ৰসাদ চলিহাকো গনিওৰ বঙলাতে গ্ৰেপ্তাৰ কৰিলে আৰু তেওঁকো ৬ মাহ বহিঃখোৰা কাটেক দি ৫০০ টকা অৰ্থ দণ্ডও কৰিলে। দিনদিয়েক মানৰ পিচতে, শিৱচুঁ-গুৰিৰপৰা ৯ জন স্বয়ংসেৱকক পিকেটিং কৰা অপৰাধত পুলিচে ধৰি আনে। তেওঁবিলাকে চেটক হাচটাৰ যোৱা হাচৰ পাতী কেইখনমান আগতি আটক [illegible] হৈছিল। এই ৯ জনৰ ভিতৰত মিঠাৰাম গোহাঁই, টেকেলা গৰৈ, সোণেশ্বৰ গগৈ, [illegible] তাহ আবান, [illegible] [illegible] [illegible] [illegible] বহেবেক—ন মাহকৈ সশ্ৰম কাৰাদণ্ড দিলে। সেই সময়তে, [illegible] [illegible] জনটিয়াবেবে ( [illegible] [illegible] [illegible] কোনেও লেখাদিছিল। [illegible]

আন্দোলন হ'বৰপৰা হে সকলোৱে মুখে মুখে গুলাবলৈ ধৰিলে।) শিৱসাগৰ জেল ভৰি পৰিলহি।*

**জেলত জাত বিচাৰ :** জেলৰ ভিতৰখনো এখন সৰুসুৰা ৰাজ্যকে বুলিব পাৰি। বাহিৰত যেনেকৈ জাতৰ বিচাৰ, জেলৰ ভিতৰতো তেনেকৈ জাত বিচাৰ। স্বৰ্গলৈ গ'লেও বোলে নাহৰে ঢেঁকী দি ধান বানে। আজিও জাত-কুল বিচাৰ নথকা জেললৈ গৈ সেইদৰে তাৰ জাতৰ ভিতৰত লোৱাই নাৰদৰ দৰে তাতে ধান বানিবলৈ ধৰিলোঁ। জাত যাবোঁ বুলি গৈ, জাত

---

* শিৱসাগৰ : ২৩ জানুৱাৰী, (১৯২২ চন) তাৰিখে শিলাকুটী মৌজাৰ ৩ জন মুছলমান স্বৰাজ-সেৱকক গ্ৰেপ্তাৰ কৰি অনা হয়। তেওঁবিলাকক দুশমান মানুহে আগবঢ়াই কাছাৰীৰ দুৱাৰ মুখত থৈ যায়হি। বৰ্ত্তমান তেওঁবিলাক জেলত আছে। ২১ তাৰিখে গেপ্তাৰ কৰা ৬ জন স্বৰাজ-সেৱকৰ ভিতৰত ৫ জনক ৩০ টকাকৈ অৰ্থ-দণ্ড কৰা হ'ল। তেওঁবিলাকে টকা নিদিওঁ বুলি এক মাহকৈ সশ্ৰম কাৰাবাস খাটি-বলৈ সম্মত হ'ল।

চকবজাৰৰ আগৰ ২ জন স্বৰাজ-সেৱকক (শশীধৰ দত্ত, জয়নুৰ আলি) গুৰ্খা-বিলাকে গতিয়াই লাঞ্ছনা কৰাৰ কাৰণে শিৱসাগৰীয় ৰাইজে বজাৰখন ৪ দিন বন্ধ কৰি ৰাখিছিল।

শিৱসাগৰ চবডিভিজনৰ ভিতৰত বাগিছাৰ হাট প্ৰায় বিলাকে বন্ধ আছে। কাৰণ ইউৰোপীয় চাহ খেতিয়ক সকলে খাদৰ কাপোৰ পিন্ধা, গান্ধীটুপী পিন্ধা মানু-হক হাটৰ ভিতৰত সোমাবলৈ নিদিয়ে। —'অসমীয়া'

নাজিৰা : চংটক বাগিছাৰ এজন ফিৰিঙিয়ে গান্ধী টুপী আৰু খদ তোলা টিন এটি কাঢ়ি নিয়া সম্বন্ধে যোৱা সপ্তাহৰ 'অসমীয়া'ত প্ৰকাশ হৈ গৈছে। কিন্তু সুখৰ বিষয় ৩ টকা উপকৰা ধনেৰে সৈতে টুপী আৰু টিন, ঢোল পিটাই কোৱা হয় যে কাৰ টিন নিব পাৰে, কিন্তু কোনেও নিনিলে। শেষত বেচেৰাই নাজিৰা কংগ্ৰেছ অফিচলৈ নিজে গৈ দি আহেগৈ। হাট ভাঙিবলৈ স্বয়ংসেৱকসকলে যত্ন কৰি কৃতকাৰ্য্য হ'ল। ফলত পুলিচে শ্ৰীমান মিঠাৰাম গোঁহাই, ইদ্ৰিচ আলি, শ্ৰীযুত কুমৰদ্দিন, শ্ৰীযুত গোলোকচন্দ্ৰ গগৈ, শ্ৰীযুত টেকেলা গগৈ, চেখ চাজমান আৰু চেখ কাম্মিচক ২৯ জানুৱাৰী তাৰিখে পুনৰ গেপ্তাৰ কৰিলে। প্ৰায় ৫০০ মান মানুহে স্বৰাজ গীতেৰে সৈতে ফুলৰমালা দি থানাৰ ওচৰলৈকে আগবঢ়াই থৈ আহেগৈ। ৩১ জানুৱাৰীত তেওঁবিলাকৰ বিচাৰ শেষ হয়। প্ৰথম তিনিজনৰ এবছৰকৈ কঠোৰ পৰিশ্ৰমসহ কাৰাদণ্ড ও ৫ এশ টকাকৈ জৰিমনা, বাকী ৪ জনক ৬ মাহকৈ কঠোৰ পৰিশ্ৰমসহ কাৰাদণ্ড আৰু এশ টকাকৈ জৰিমনা। জৰিমনা নিদিলে ৩ মাহকৈ কয়দী খাটি দিব লাগিব। —'অসমীয়া'

সৃষ্টি হে কৰিলেঁ। জেলৰ সমাজখনত জাত বা শ্ৰেণী বহুত আছে। তাৰ ভিতৰত দুটাকে বৰ্ণাশ্ৰমী বুলিব পাৰি! দুয়ো বৰ্ণৰে উমৈহতীয়া নাম কয়দী বা ফাটেকিয়াল। সেই বুলি ক'লে চুলিডালমান অৰ্থৰ আঁতৰ হয় যদিও, ভুল নহয়। বৰ্ণ দুটাৰ এটাক বোলে কয়দী বা ফাটেকিয়াল আৰু ইটোক বোলে হাজতিয়াল। হিচাব শেষ হৈ যোৱাৰ পিচত, দণ্ড ভোগ বা ম্যাদ খাটিবলগীয়া বোৰেই হ'ল ফাটেকিয়াল; আৰু বিচাৰ নিষ্পত্তি নহয় মানে বিচাৰকৰ আদেশলৈ বাট চাই থাকিবলগীয়া বোৰেই হাজ-তিয়াল অৰ্থাৎ হাজোতত থাকোঁতা। ফাটেকিয়ালে কাম কৰিব লাগে আৰু জেলৰ কাপোৰ কানি পিন্ধিব লাগে; হাজতিয়ালৰ যেনিবা নেলাগে। গৰৈ চেঙেলীৰ দৰে এই ফেৰাই মাথোন ইফাল-সিফাল। এহেলৈ থকা থোৱা সকলো একে।

জেলৰ প্ৰজা : হাজতিয়াল—ফাটেকিয়ালই জেলৰ প্ৰজা। "মেট্", ক'লা পাগুৰী", 'জমাদাৰ', 'ধাৰ্ডাৰেই' সিহঁতৰ ওপৰৰ উঠি ৰজা আৰু জেল ডাক্তোগাজনেই বহি-ৰজা। ঘৰ একেটা হ'লেও, হাজতিয়াল ফাটেকিয়ালৰ কোঠা বেলেগ বেলেগ। এটা বৰ্ণই বা শ্ৰেণীয়ে ইটো শ্ৰেণীৰ লগত যাতে কথা-বতৰা পাতিব নোৱাৰে তাৰ বাবে শোৱা-খোৱাৰ নিয়ম স্বকীয়া স্বকীয়া। দণ্ড পোৱা কি নোপোৱা সকলোৱেই জেলৰ ভিতৰত সোমালেই, ফাটেকিয়াল নহ'লেও ফাটেকৰ নিয়ম মানি চলিবলগীয়াত পৰে। সেই বাবেই সকলো ফাটেকিয়াল পৰ্য্যায়ভুক্ত হয়। গোবৰ্দ্ধনৰ ভেঁটিটোৰ, দৰে ভেঁটি এটাত শুব লাগে। মূৰৰ শিতানো মাটিৰেই, ভেঁটিটো ইমান ঠেক যে কথমপি হে লুটি-বাগৰ মাৰিব পাৰি। তাৰ উপৰিও ঠেটুৰৈ ধৰা আৰৰ দিনতো উৰহৰ কিটিব-কিটিৰ কামোৰ আছেই। লগে-লগে থোপা-থোপা মহৰ কামোৰ আৰু কুনকুননি। শোৱা খোটালিটোৰ চুক এটাতে 'ক'মডৰ' পৰিবৰ্ত্তে কেৰচেন তেলৰ টিন এটা সমানে পেটতে কাটি তাৰ তল ভোথৰ বহনাকৈ থোৱা হয়। তাতে ৰাতি হ'লে, সকলোৱে সৰুপানী বৰপানী ছুব লাগে। শোৱা ভেঁটিৰ 'পাদোৎখনইত' ওচৰাওচৰি হ'লেও, ভেঁটিত পৰি প্ৰকাজন নিবোকাচামোন বা নিমাতী কন্তা হৈ থাকিব লাগে। সিহঁতৰ ওপৰত ৰবমতা বোলাবলৈ একো একোটা 'মেট' বা ক'লা পাগুৰী থাকে। এই 'মেট' বিষয়া পোৱা জন হৈছে 'প্ৰমোছন' পোৱা কয়দী। দীঘলীয়া ম্যাদ খাটিবলগীয়া যিটো কয়দীৰ সৰহ ভাগ উকলি যায়, তাকে

'ক'লা পাগুৰী পিন্ধাই' মেট্ পতা হয়। এওঁ নতুন কয়দী লৈ গৈ, বাহিৰত ফুৰাই-চকাই বা কাম-কাজ কৰাই আনিব পাৰে। এওঁৰ ওপৰতে জমাদাৰ; জমাদাৰ ফাটেকিয়াল নহয়—চৰ্কাৰী চিপাহী মাথোন। ক'লা পাগুৰী গ'লে, কয়দীৰ বখীয়া হৈ জমাদাৰ বাহিৰলৈ নগ'লেও হয়।

মুঠৰ ওপৰতে 'নৰকপুৰ' নামৰ খনৰ পোতাপুখুৰীত বাক হ'ব পৰা দায়িত্বপূৰ্ণ বিষয়া ক'লা পাগুৰীজনেই। এইখন বিষয় থাওঁতাৰ ওপৰতেই জেলৰ বান্ধনি (ডিচিপ্লিন) নিৰ্ভৰ কৰে। ৰাতি পুৱালেই অৰ্থাৎ পাঁচ বাজিলেই (সেই দিনৰ) সকলো শুই উঠিব লাগে। উঠিয়েই বাহিৰত শাৰী পাতি থিয় দিব লাগে। আগদিনা গবুলি জমা দিয়া মতে কয়দীবোৰ আছে নে নাই জমাদাৰে গন্তি কৰি চাব। তাৰ পিচত এটা এটাকৈ পাইখানালৈ যাব লাগে। শৌচাচাৰ কৰি আহি আকৌ বৈ থাকিব লাগে। লেথ-বুজ হৈ গ'লে, সকলোৰে সমানে দীঘলীয়াকৈ শাৰী পাতি (ফাইল হৈ) 'চৰ্কাৰ চেলাম' বুলি বুটিছ গবৰ্ণমেণ্টক অভিবাদন জনাব লাগে। তৎপশ্চাৎ 'ব্ৰেকফাষ্ট' অৰ্থাৎ মাৰ ভাত খাবলৈ শাৰী পাতি বহিব লাগে। স্বাধীনতা বিচৰা ন-আলহীৰ নিমিত্তে এইবোৰেই জেলৰ পোন প্ৰথম তিতা-কেঁহা সোৱাদ।

আমাক সুমুৱাই থোৱা ফাটেকৰ ঘৰটো ওখ। ওপৰখন টিনৰ। বেৰবোৰ ইটাৰে পকী কৰা। ভিতৰত মাত এবাৰ মাতিলেই জন্জনাই উঠে। আমাৰ কোঠাটো, ঘৰটোৰ পশ্চিম ফালে আছিল। পূবৰ খোটালিটোত হাজতিয়াল আৰু আমাৰ গাতে লাগি থকা মাজৰটোত ফাটেকিয়াল শুইছিল। ফুট গধূলিতে, সেই গঁৰালত ভৰাই থোৱাৰ পিচৰপৰাই 'মেট' নাইবা ম্যাদ অন্ত হ'বলগীয়া এটা কয়দীয়ে মানুহবোৰ গন্তি কৰিবলৈ লয় আৰু ৰাতিপুৱালৈকে সি গণিয়েই থাকে। এই গণনাটো বাহিৰৰ আগচালিত (বাৰাণ্ডাত) টহল দি থকা জমাদাৰজনে শুনাকৈ কৰি থাকিব লাগে। সেইদেখি, সি ওৰে ৰাতি ফাটেকিয়ালইত চাই-চাইহে যেন গন্তি কৰিছে, এনেভাৱে এটা এটাকৈ মাতি চিঞৰি থাকিব লাগে। লেখিবলৈ ধৰোঁতেই সি যেন ঠিক প্ৰত্যেকটো কয়দীৰ গালৈ আঙুলী টোৱাইহে লেখিছে এনে হেনকৈ পোনেই লাহে-লাহে মাতি যাব— এক, দুই, তিনি, চাৰি, পাঁচ, ছয়, সাত, আঠ, ন, দহ। শেহৰ সংখ্যাটো লেহেতিয়াকৈ নাকী সুৰেৰে মাত মাতি, দ-হ বুলিয়েই ক'ব— 'হাজত লম্বৰ ঠিক হ্যায়।'

দহৰ মাত্ৰটো মাৰ যাওঁতে নো যাওঁতেই ফাটেকিয়ালবটোৱে সেই দৰেই ধৰিব, '১, ২, ৩, ৪, ৫, ৬, ৭, ৮, ৯, ১০ দুই নম্বৰ ঠিক হৈয়।' ফাটেকিয়াল কোঠাৰ ভাক অন্ত পৰিলেই. হাজতিয়াল কোঠাবটোৱে ধৰিব। এনেকৈ, ঘূৰাই ঘূৰাই মাতি মাতি থাকোতে 'মেটে' টোপনিত পৰি ঢলকুচিয়াৱলে ধৰে। সিমানতো, তাৰ মুখৰপৰা ১, ২, ৩, ৪, ইত্যাদি ওলায়েই থাকে। কিন্তু, গন্তি কৰোঁতে এফালৰপৰা ১, ২, ৩, বুলি কৈ যাব নোৱাৰে। এক, দুই বুলিয়েই আপ মাৰি দীঘলীয়া সুৰ টানি একেবাৰেই দহত ধৰেগৈ। পোনেই এক বুলি কওঁতেই ডাঙৰকৈ মাতষাৰ মাতি, ক্ৰমান্বয়ে ঢিমাই দিয়ে, পিচত, মাতষাৰ চেৰ্চেৰীয়া পৰিলে, শেহৰ সংখ্যাটোও সে-নীয়া সুৰ লগাই টানকৈ কয়— দ-হ। মাজ নিশাৰপৰা শেহ নিশালৈকে এইদৰে হাজতিয়াল-ফাটেকিয়ালে লেখ কৰি থাকোঁতে থাকোঁতে এক, দুই, তিনি, চাৰি মাতি যাওঁতেই টোপনিজালৰ মাচত 'চটাই নো পৰেৰতে, ধুঁৱলী ঐ কুঁৱলী ঐ' বুলি বিহুনাম এবাৰকে গাব, নাইবা 'ভটীয়াই গলেগৈ, মণিৰাম দেৱান ঐ' বাটত খাই গলে জৰা' বুলি দেৱানৰ গীত এফাঁকিকে ধৰিব। ৰাগ-পদৰ লগতে গণনাত মাতিবলগীয়া সংখ্যাটো উৰি যায়। তথাপি, শেষৰ সংখ্যাটোত বৰ জোৰেৰে মাত লগাই দিবগৈ, 'দ-হ, পহিলা নম্বৰ ঠিক হৈয়।' 'মেটৰ' এই ভাওজোৰা ৰাগ-পদৰ ধ্বনি শুনি আমাৰ মনত এনে হে লাগিছিল যেন আমি ক'ৰবাৰ জোপোহা ৰবগছৰ তলত হে বাস কৰিছোঁহি আৰু ধোন্দত সোমাই থকা সেইবোৰ যেন কুকুৰীয়া হুদুৰে হে মাতিছে। সিইতৰ মাতে গহীন ৰাতিটোইত গহীনতৰ কৰি পেলাইছিল আৰু চিলমিল টোপনিত পৰি থকা আমাৰ কাণত মাদকতাৰ মৌ বৰষিছিল।

দুদিনমানৰ পিচত, যাদৱ প্ৰসাদ চলিহাও আমাৰ লগ লাগিলহি। এতিয়া আমি একে খোঁটালীবাসী তিনিজন হাজতিয়াল হলোঁইক—সম্মীকান্ত বৰুৱা, চলিহা আৰু মই। তিনিও হৰিষে-বিষাদে 'ৰাজভগনৰ পৰা, কল খোকা বাদুলীয়ে খোৱালৈকে' ৰাবেভচহ কথা পাতি সময় নিয়াওঁইক।

চলিহাদেৱ হাজতিয়াল হৈ সোমোৱাৰ দিনদিয়েকৰ পাচতেই, ঢোপাবৰ মৌজাৰ ৰূপাই (?) নামে মানুহ এটিও তিনিমহীয়া সশ্ৰমী ফাটেকিয়াল ৰূপে জেলৰ ভাত খাবলগীয়া হয়। এওঁ হাল বাই আহি, তিতাখৰেই বৈণীয়েকক 'ভাত হ'ল নে' বুলি সোধাত বৈণীয়েকে 'ৰাচিছোঁ' বুলি ক'লে। তাতেই খঙত গৰ্জি 'অ' তই এতিয়াহে ভাত ৰাঢ়িবলৈ লৈছ' বুলি, বৈণীয়েকক

ভিত্তিতে কোৰখনেৰে চাব মাৰি পঠিয়ালে। ধৈণীয়েকৰ মুৰ ছিগি মাটিত পৰিল। নৰহত্যাৰ অপৰাধত অভিযুক্ত কৰি, মহকুমাধিপতি গনিডে তাক তিনিমাহ মাত্ৰ কঠোৰ পৰিশ্ৰম কৰি ফাটেক খাটিবলৈ আদেশ দিলে। তাৰ দণ্ডৰ কথা শুনি লক্ষ্মীকান্ত বৰুৱাই 'ন্যায় বিচাৰৰ গৰ্ভপাত' বুলি বৰ আক্ষেপ কৰিছিল; 'চোৰাচোন বাক, গনিডৰ এইখন কি বিচাৰ। নৰঘাতী মানুহটোক দিয়ে তিনিমাহ ফাটেক আৰু আমি বক্তৃতা দি ফুৰোঁ। বাবে আমাক দিয়ে এবছৰ, এবছৰ। এইবোৰ দেখাদেখি বিচাৰৰ তেকো-ভাৱনা নহয় নে? 'বৰুৱা-দেৱৰ অভিমতটো শুনিহে থাকিলোঁ।—আমি একো মাতিবলৈ নহ'ল।

কয়দীক উখোৱা চাউলৰ ভাত দিয়ে। সেই চাউলৰ ধান সিজাই জেলৰ ভিতৰতে ত্ৰিপাল বা নগা-চাৰিত শুকোৱা হয়। শুকুৱাওতে ধানত কাউৰী পৰেহি। কাউৰী খেদাবলৈ কপাইক ধানৰখীয়া পাতিলে। সি সদায় ধানৰ ওচৰতে বহি নিগনিৰ দৰে কুটি-কুটি ধানৰ তুহঁ বা চোকোৰা একৰাই চাউল বোৰ কেঁচায় কেঁচায় চোবাহ খায়। এইদৰে নিতৌ কপায়ে এসেৰমান ধানৰ চাউল পেটলৈ পঠিয়ায়। ধানৰ জোখত চাউল কম ওলোৱা দেখি জমাদাৰে ধানৰ ওপৰত চকু দিবলৈ ধৰিলে। থকুৱা কপায়েই যে সেই ধানখোৱা কাউৰী, শেষত হাতে-লোটে ধৰা পৰিলগৈ।

জেল-ডাৰোগাৰ পহু এটা আছিল। কপাইক, সেই দিনাৰপৰা ধানৰখীয়া গুচাই পহুৰখীয়া পাতিলে। পহুটো চৰোৱা ঠাই হ'ল ফাটেক ঘৰটোৰ উত্তৰে পুখুৰী পাৰৰ চাল, আৰু ভাতৰ ধান শুকোৱা হয় তাৰ দক্ষিণে আগচোতালত। আমি থাকোঁ ঘৰটোৰ পশ্চিম মুৰত। ঘৰটোৰ কেউকাষে মুকলি ডুবৰি-বেঞ্জাবনৰ ঘাঁহনি। কপায়ে চু বুলি, পহুটো খেদাৰ ছলেৰেই তাৰ গাত থকা নোমাল কম্বল কাপোৰখন দলি মাৰি মেলি খোৱা ধান-ডবাৰ ওপৰত পেলাই দিয়ে আৰু পহুটো আঁতৰা মাত্ৰকে কম্বলখন বুটলি আনি আগৰ ঠাইত মহামহন্তটো হৈ বহি থাকেহি আৰু কাপোৰত লাগি থকা ধানবোৰ এটি-দুটিকৈ একৰাই কুটি কুটি খাই থাকে।

আমালৈ বাহিৰৰপৰা ভাতপানী পঠিয়াইছিল। আমি তিনিও ভাত খাই ঐ টেঙাৰ সিটাসোপা পেলাই দিওঁহঁক। কাৱৈ-মাগুৰ মাছৰ কাঁইটখিনিও মাটিত পেলাওঁ। কপায়ে পহু ৰখি থাকোঁতেই, কোনোৱা চুকৰপৰা আমাৰ ভাত খোৱালৈ পিৰিক-পাৰাকৈ চাই থাকে। এদিন আমি ভাত খাই এঁঠাইছোঁ, এনেতে সি দেখোন কোনোৱা ফালৰপৰা মলুৱা বান্দৰটোৰে

জঁাপ মৰাদি জঁাপমাৰি আমাৰ আগত থপৰ কৰে পৰিল হি; পৰি বৰ ভাবস্তিৰে ক'লে, 'দেউতা' বন্দী আছোঁ। নহয়। কাঁইটবোৰ কেলেই পেলাই দিছে?' এই বুলি কৈয়েই, সি মোকোৰা মোকোৰে কাঁইত সিটা, ছুৰা মকৰা সোপাকে বুটলি মুখত সুমাই পিহি পেলালে। দেখি বিচুৰ্ত্তি খালোঁহঁক। কোৱাকুই কৰিলোঁ, 'পাৰোতে সি ঘৈণীয়েকক কটা নাই।" আমাৰ তালৈ দয়া উপজিল। তেতিয়াৰপৰা তাক ভাতো দুটামান দুটা-মানও দিবলৈ ধৰিলোঁ। তাৰ মুখৰপৰা ঘৈণীয়েকক কটাৰ কথাবোৰ শুনি লক্ষ্মীকান্ত বৰুৱাই আগৰ ধাৰণা বদলাই ক'বলৈ বাধ্য হ'ল, 'এনেটো খকুৱা বাকসৰ ফাটেকেই হ'ব নেলাগিছিল। এতিয়া হে বুজিলোঁ, গনিঙে বৃটিছ আইনৰ সন্মান ৰাখিলে।"

অসম উপত্যকাৰ কমিছনাৰ মিঃ এলেন আহক এদিন জেল পৰিদৰ্শন কৰিবলৈ। লগতে মিঃ গনিঙো। গনিঙে এলেনক আমাৰ তিনিউজনৰে এই বুলি চিনাকি দিছিল—বৰুৱাৰ ফালে টোৱাঁই কৈছিল, 'হি ইজ দি লীডিং প্লিডাৰ অব চিবুচাগৰ বাৰ।' চলিহাৰ ফালে চাই কৈছিল, 'হি ইজ এ চন অব দি লেট ৰায়বাহাদুৰ কালি প্ৰসাদ চলিহা এণ্ড এন্ এডুকেটেড টী প্লেন্টাৰ' আৰু মোৰ পৰিচয় দিছিল, 'হি ইজ এ ব্ৰাহ্মিণ এণ্ড ফৰ্চফুল ৰাইটাৰ ' তেতিয়া এনেকুৱা হে লাগিছিল, সেইদিনা মোক ফাটেক দিয়া গনিঙ যেন এইজন গনিঙ নহয়েই।

সেই কংগ্ৰেছ অফিচ ভঙা, দৈত্য দানৱৰ প্ৰতিমূৰ্ত্তি গুৰ্খা চিপাহী কিটাই গধূলি হ'লে জেলৰ গাতে বাহিৰ পোনে ভজন গায় আৰু গান্ধী ভক্ত বুলি আমালৈ মিঠাই প্ৰসাদ পঠিয়ায়। টকা আৰু মাদকদ্ৰব্যৰ মোহত পৰি কেতিয়াবা কেতিয়াবা দেৱতাও দানৱ হয়। গুৰ্খা চিপাহী কিটাই তাকেই আমাক সোঁৱৰাই দিছিল।

# ষষ্ঠ অধ্যায়

**যোৰহাট জেলত ঃ** অসহযোগী ফাটেকিয়াল থবলৈ ঠায়ে নোজোৰাত শিমলুগুৰীয়া সেৱক কিজনেমৈতে আমাৰ তিনিউজনক শিমলুগুৰি ষ্টেছনেদি যোৰহাট জেললৈ স্থানান্তৰ কৰা হ'ল। ক'ৰবাত পলাই যাওঁ বুলি আমাৰ কাঁইটীয়া সঙ্গী চিপাহী দুজনে আমাৰ ওপৰত চকু দি আছিলেই। যোৰহাটৰ চেনিমৰা ষ্টেছনতে আমাক নমুৱাই বৰভেটালৈকে খোজ কঢ়াই নিলে। সাঁজ লগাৰ লগে লগেই বৰভেটা জেলৰ বাসিন্দা হলোঁগৈইক।

পাচদিনা ৰাতিপুৱা ৫ বজাত শুই উঠাৰ পিচতেই আমাক জেল ডাৱোগাৰ ওচৰলৈ নি, আমাৰ গাৰ জোখ আৰু ভৰৰ ওজন ল'লে। শিৱসাগৰত দিয়া 'হিচ্‌টৰী স্নীট' অৰ্থাৎ কোনদিনা আমাৰ গা কেনে আছে, ওজন কিমান বঢ়া-টুটা হৈছে তাৰ হিচাপ ৰখা তালিকাত আমাৰ গাৰ দীঘ বাণি আৰু তিল-মাহ-তুলসী আদি চিন-চকৰবোৰ টুকি ললে। তাৰ পিচত, মাৰ ভাত খুৱাই গৰাঁলত সুমুৱাই থলেগৈ।

বৰভেটা জেলটো যোৰহাটলৈ সদৰ ঠাই নিয়া সময়ত ১৯১১-১২ চনত সজোৱা। সেই বাবে, বাহিৰৰ ইটাৰ বেৰ বা দেৱালকিখন শিৱসাগৰৰ দৰেই পকী, ওখ আৰু কটকটীয়া, কিন্তু, গাঁঠন-ছাটন আৰু গঢ়টো আধুনিক ঠাঁচৰ।

শিৱসাগৰৰ দৰে, তেতিয়াও ফাটেকিয়ালৰ ঘৰ বাহিৰে-ভিতৰে পকীকৈ তুলিবপৰা নাই। ভিতৰখনত কয়দী থকা ঘৰো তাকৰ, সিও খেৰৰ। টিনৰ মূঠেই দুটা। ৰাজনৈতিক বন্দীবিলাকক চোৰ ডকাইতৰ ফাটেক ঘৰৰপৰা বেলেগাই ৰাখিবলৈ মাজতে দেৱাল এখন দি থোৱা আছিল।

আৱশ্যক নাছিল দেখিয়েই হবলা, যোৰহাট জেলত ৰাজনৈতিক বন্দী ৰখাৰ ভাল ব্যৱস্থা নাছিল। কোনোমতে গেঁাজা মাৰি থব পৰাকৈ কিছুমান সৰু-সৰু ঘৰৰ হাটী সজাই থোৱা আছিল। ঘৰটোইতৰ ভিতৰত যিবোৰ কোঠা বা গঁৰাল আছিল তাত চাৰিজনকৈ অধিক কয়দী থাকিব নোৱাৰে। হুওঁতে, দোন প্ৰথমতে আমাক নি টিনৰ ঘৰ এটাতে চিতলা মাছ জগাঁ।

দি জাপি থৈছিলগৈ। ঠাই নোহোৱা বাবেই হওক, জেল ডাৰোগাজনৰ অনুকম্পাৰ বাবেই হওক, কাম কৰিবলগীয়া কি, নলগীয়া কি, সকলো ৰাজনৈতিক বন্দীকে একে ঠাইতে খুপ খুৱাই থৈছিল।

আমাক নিয়াৰ আগৰেপৰা কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশনেতা কুলধৰ চলিহা, "মামা" কৃষ্ণনাথ শৰ্ম্মা, গোমোঠা দৃঢ় প্ৰতিজ্ঞ আৰু কোনেও আসৈ নোপোৱা ভুবন চন্দ্ৰ গগৈ আৰু টেটকুটীয়া চতুৰ ৰসিক দুৰ্গাপ্ৰসাদ বৰঠাকুৰ তাত আছিলেই। ৰাজনৈতিক বন্দীৰ নিমিত্তে আছুতীয়াকৈ থোৱা খলা বা চোঁতালখনতে তেখেতসকল কেইজন একেলগে থাকিবলৈ এটি জোংঘৰ সজাই দিছিল। তেখেত সকল তাতে থাকে, আৰু আমি থাকোঁ সুকীয়া সুকীয়া হাটীৰ সুকীয়া সুকীয়া বহাত।

ৰাতিটো বেলেগে-বেলেগে পৰি থাকোঁ যদিও, দিনটো সকলো একেলগ হওঁহক। আমাৰ লগৰীয়া আছিল (মনত পৰা কিজন) গুৱাহাটী জেলৰপৰা অনা কবি, চিত্ৰশিল্পী আৰু হাস্যৰসৰ থুনপাক মহেন্দ্ৰনাথ ডেকা ফুকন; সুঠাম শৰীৰৰ তামদলৈ বংশধৰ কৃষ্ণকুমাৰ বৰুৱা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, কৰ্ম্মবীৰৰ পুত্ৰ উমেশ বৰদলৈ; গুৱাহাটী উজানবজাৰৰ থুকুৰিল গাঁৱৰ ভলন্টিয়াৰ মহেশ চন্দ্ৰ দাস; যোৰহাটৰ ৰোহিণীকান্ত হাতীবৰুৱা; "ৰণৰ কুকুৰা" দেৱেশ্বৰ শৰ্ম্মা (কেন্দুগুৰি); বিদ্যাধৰ শৰ্ম্মা, পদ্মেশ্বৰ গোস্বামী, লক্ষেশ্বৰ বৰুৱা, অৰ্জ্জুন সিং পঞ্জাবী, শশীধৰ মলীয়া, জাঁজীৰ দেবেন্দ্ৰ নাথ ঠাকুৰ, দিবাকৰ ফুকন, সৰ্ব্বেশ্বৰ বৰচেতীয়া প্ৰভৃতি বহুত সেৱক। শিৱসাগৰৰ যোগকান্ত বৰুৱা, ইন্দ্ৰেশ্বৰ চুতীয়া, বোধেশ্বৰ গগৈ, দুৰ্গাধৰ বৰুৱা, মাজুলীৰ কেশৱ চন্দ্ৰ বৰা আদি সকল। এওঁবিলাকৰ উপৰিও, শিৱসাগৰ, বামুণপুখুৰী, টীয়ক, চাৰিগাঁও, কেন্দুগুৰি, টিলিকিআম, গোলাঘাট, মহিমা, গণকৰ পুখুৰী, দেৰগাঁও আৰু দক্ষিণ হেংেৰাৰ ভালেমান বন্দী ভলন্টিয়াৰ আছিল। তাৰ ভিতৰত যোৰহাটৰ ধেমেলীয়া সাহিত্যিক পজিৰুদ্দিন আহম্মদকো লগ পোৱা মনত পৰে।

তেতিয়া বৰদলৈ ডাঙৰীয়াৰ ককায়েক বিপিন চন্দ্ৰ বৰদলৈ পেঞ্চন লৈ ভৰাজানৰ নিজা ঘৰতে আছিল আৰু ভায়েক গিৰিশচন্দ্ৰ বৰদলৈয়েও যোৰহাটতে একট্ৰা এচিষ্টেণ্ট কমিচনাৰ হৈ থাইছিল। দুয়ো ককায়েক-ভায়েকে তেখেতলৈ সদায় ভাত-জলপান পঠিয়াই থাকে। মাছ আছেই; মঙহো সপ্তাহত দুবাৰ-তুবাৰকৈ আহে। জলপানৰ বস্তু ৰুটি-মাখন, কেতিয়াবা হে লুচি; তাকো আকৌ মনে মনে। কাৰণ, কয়দীৰ বেমাৰ হয় বুলি জেলত লুচি

খাবলৈ নিদিয়ে। চলিহা ডাঙৰীয়ালৈও সেই অনুপাতেই আছে। আছিলে নো কি হ'ব? —এপাচি কচুশাকত এটা আলুক! কাক দিব, কাক থব? সেইবোৰ অনা দেখিলেই, বলিয়া কুকুৰৰ দৰে পেটে-কঁকালে লাগি থকা সহকৰ্মী বিলাকৰ মুখৰ পানী টোপাটোপে বৈ অহা স্বাভাৱিক। তেনেকুৱা সতীৰ্থসকলক বঞ্চিত কৰি ৰবদলৈ ডাঙৰীয়াই কোন মতে সেই অন্ন-ব্যঞ্জন, জা-জলপান ভক্ষণ কৰিব? সকলোৱে, মনে জানিয়েই তেখেতক সেই ভোজ্যবস্তু অকলৈয়ে গ্ৰহণ কৰিবলৈ একবাক্যে-একচিত্তে অনুৰোধ কৰাত যেনিবা তেখেতে বাহিৰৰ পৰা দিয়া বস্তু গ্ৰহণ কৰিবলৈ মান্তি হ'ল। তথাপি, চকুত পৰা ল'ৰা ছলটিয়াৰ দুজনমানক খোৱাৰ ভাগ একোটা নিদিয়াকৈ ৰবদলৈ ডাঙৰীয়াই সেই বস্তু গ্ৰহণ নকৰিছিল।

সেইখন খলাতে গা-ধোৱা পানীৰ 'পাইপ' [নলী] এটা আছিল। তাত "শ্বাৱাৰ বাথ্" বা বৃষ্টিস্নান কৰিব পাৰি। পাইপটো খুলি দিলেই ৰবৰুণৰ এছাৰকণি পৰা দি গাত ছিৰ-ছিৰ কৰে পানী পৰিবলৈ ধৰে। 'পাইপ'ত গা ধোৱাটো "চখৰ" কথা। তদুপৰি কৰ্মবীৰৰ আদেশ—"ফাইল" কৰাৰ পাচতে আমি গা ধুব লাগে। গা ধুই উঠিয়েই জিৰণি লোৱা, চালি এখনৰ তলত দিহা-নাম গাবলৈ বহাদি শাৰী পাতি দুশাৰী হৈ বহিব লাগে। কেতিয়াবা কেতিয়াবা, সেই বহা ঠাইতে মাৰ ভাত দিয়েগৈ। পিচে, মাৰ ভাত খোৱাৰ আগেয়ে সঙ্গীতপ্ৰাণ ৰবদলৈ ডাঙৰীয়াই আমাক শ্ৰীমৎ শঙ্কৰাচাৰ্য্যকৃত অন্নপূৰ্ণা স্তোত্ৰটো মুখে-মুখে পাঠ কৰোৱায়। তেখেতে গলগলীয়া অথচ সুললিত সুৰেৰে পোনেই লগাই দিয়ে—

"নিত্যানন্দকৰী ভৱাভয়কৰী
সৌন্দৰ্য্য ৰত্নাকৰী
নিৰ্ধূতাখিলঘোৰ পাৱনকৰী
প্ৰত্যক্ষমাহেশ্বৰী।
প্ৰালেয়াচলবংশপাৱনকৰী
কাশীপুৰাধিশ্বৰী,
ভিক্ষাং দেহি কৃপাৱলম্বনকৰী
মাতান্নপূৰ্ণেশ্বৰী।"

আৰু আমি এটাইবোৰে ভক্তি ভাৱত, নাইবা, সুৰৰ মোহত গদগদ হৈ সমস্বৰে ঘোষাটো গাওঁহক, "ভিক্ষাং দেহি, কৃপাৱলম্বনকৰী, মাতান্নপূৰ্ণেশ্বৰী।"

কুটবোৰো তেখেতৰ লগে লগেই গাই গৈছিলে।। সেই সময়টোত, জেলখন আমালৈ, গোটাকৈয়ে নৈমিষাৰণ্য যেন হৈছিল। স্তোত্রটো পাঠ কৰোঁতে আত্মজ্ঞানী বৰদলৈ ডাঙৰীয়া ইমান আপোন-পাহৰা হৈছিল যে তেখেতৰ চকু চকুপানীৰে জলজলীয়া হৈ পৰিছিল। তেখেতে শব্দৰ ভুল উচ্চাৰণ সমূলিকে শুনিব নোৱাৰিছিল; কৈছিল, "শব্দ উচ্চাৰণৰ মাহাত্ম্য আছে।" তিনিবাৰ তপস্যা কৰি প্ৰোক্ত হোৱা বিশ্বামিত্র ঋষিৰ দৰে কৰ্ম্মবীৰ বৰদলৈ ডাঙৰীয়া থওাল আছিল যেনেকৈ, ছেকছপীয়েৰে পৰ্চিয়াৰ মুখত কোওৱা "স্বৰ্গীয় বস্তু কমাৰ" প্ৰতীকো আছিল তেনেকৈ। কংগ্ৰেছত শৰণ লোৱাৰ ছুবছৰমান আগলৈকে আছিল বিলাতলৈ নোযোৱাকৈয়ে সকলো কথাত বিলাতী জডবাদী চাহাবৰ দৰে; কিন্তু অন্তৰখন আছিল অধ্যাত্মবাদেৰে সৰস নিৰ্ভাজ ভাৰতীয়ৰ অন্তৰ। সেই হে সৰ্‌সৰ কৰে অন্নপূৰ্ণা স্তোত্ৰ গাব পাৰিছিল।

সশ্ৰমীবিলাকক জেলকৰ্ত্তাই পোনতে টান কামত লগোৱা নাছিল। এল'পাত [শন গছৰ পাত] খুন্দি, তাৰপৰা আঁহ উলিয়াবলৈ দিছিল। শুনোতে কামটো বৰ ঢিলা যেন লাগে, কিন্তু সি যে কঁকাল-ভঙাৰ বাপেক, খুন্দিবলৈ ললে হে ক'ব পাৰি। মৰিয়াই মৰিয়াই পাতৰ কোঁহথিনি একবাই আঁহবোৰ কঁটালোতে, তাৰ এঠা লাগি হাত-ভৰিবোৰ বৰ খজুৱায়। তথাপি মাৰভাত খায়েই অ-শ্ৰমী কয়দী কিজনেও এল'পাত খুন্দি সশ্ৰমীকিজনক অলপ লা-ঢো কৰি দিছিল। এইটো গানকে গাই, সকলোৱে পাতখন্দা ছুথক ছুথ গুবুলিছিল :—

"মাৰভাত খাই-বই এল'পাত খুন্দোগই
মৰি যাম, মানি যাম গান্ধীনাম ৰাখি যাম।"

এইদৰে নাম গাই-গাই খুন্দা শেষ কৰিয়েই সকলোৱে পাইপ্‌টো খুলি-বুটিস্নান লয়। এই কামত যোৰহাটৰ ভলন্টিয়াৰ কিজন বৰ চাৰ। তেওঁ-বিলাকে হোৱাতো-নোহোৱাতো পাইপৰ পানীতে থেট খেটাই থাকে। জেলৰ হ'ল বুলিও এইদৰে পানী অপব্যৱহাৰ কৰা ভাল নহয়। সেইদেখি, বৰদলৈ ডাঙৰীয়াই চলিহাক তাৰ ওপৰত চকু দিবলৈ ভাৰ দিলে। চলিহা ডাঙৰীয়াই কিন্তু প্ৰায়েই আওকণীয়া ভাও ধৰি থাকে। এদিন বাৰনা পথাৰৰ নে বামুণীৰ শিমলুগুৰীয়া ছোকা ভলন্টিয়াৰ গোলোক গগৈয়ে পাইপটোৰ মাৰিভাল [হেণ্ডোল] ছুই ছুইচা কি এইচা মাৰিছে হে, এনেতে, চলিহা ডাঙৰীয়াই ভেকাহি মাৰি তেওঁক খেচখেচাই বহুত কিবাকিবি ক'লে।

অকনামুৱা থং উঠিসত তেওঁ পোনছাটেই বৰদলৈ ডাঙৰীয়াক জনালেগে—"যোৰহটীয়া ল'ৰাবোৰে সদায় পাইপটো খটং-খটং বাৰিয়েই থাকে তেও চলিহা দেউতাই মুখেৰেই নেমাতে; মই চুইছিলো। হে, তাতেই দেউতাই মোক পাবেমানে ভাবি দিছে। যোৰহটীয়া হ'লে জগৰেই নাই।"

জেল ভলন্টিয়াৰৰ বৰ সেনাপতি তাবপ্ৰধান বৰদলৈয়ে কথাবাৰ সাঁৰ নোবাবিলে, তৎক্ষণাৎ তেওঁক বুজাই-বঢ়াই শান্ত কৰিবলৈ চলিহাক অনুৰোধ কৰিলে।

উঠি অহা স্বেচ্ছাসেৱকবিলাকৰ বহুতৰে নিতৌ ডাঢ়ি খুৰোৱা অভ্যাস আছিল। কিন্তু, সকলোৰে লগত খুৰ নাছিল। সেই দেখি, কোনোবা এজনৰ একেখন খুৰেৰেই ক্ষৌৰকাৰ্য্য কৰিবলৈ যাওঁতে প্ৰায় কটা-আজোৰা লাগে। বৰদলৈ ডাঙৰীয়াই আমাক সদায় কৈছিল, "আজি কালিৰ ডেকা-ল'ৰাবোৰ ডাঢ়ি-গোঁফ খুৰাই তিৰীমুৱা হ'বলৈ হে ভাল পায়। গোঁফ ৰাখিবাহঁক।" তেখেতৰ কথা মতেই তেতিয়াৰ পৰা মই গোঁফ ৰাখিবলৈ ধৰিলোঁ।

কি ৰাজনৈতিক, কি অ-ৰাজনৈতিক সকলো ফাটেকিয়াল-হাজতিয়ালেই (শিৱসাগৰ জেলৰ দৰেই) গুই উঠিসেই ফাইল হৈ, চৰ্কাৰৰ আনুগত্য জনাব লাগে। ইয়াকে জেলৰ অভিধানত "চৰ্কাৰ চেলাম" বোলা হয়। এই কাম দৈনিক কৰ্তব্যৰ ভিতৰত। তাতে, আকৌ কেতিয়াবা যদি উপকৰা জেল পৰিদৰ্শক এজন আহিল, তেওঁকো আকৌ "চৰ্কাৰ চেলাম" দিব লাগে। যুক্ত প্ৰদেশৰ (উত্তৰ প্ৰদেশৰ) চৌৰীচৌৰাত অহিংস অসহযোগীয়ে হত্যাকাণ্ড এটি কৰাত মহাত্মাই "মোৰ হিমালয়ান ব্লাণ্ডাৰ" (হিমালয় সদৃশ ভুল) হ'ল বুলি অনুতাপ কৰে। এই চৌৰীচৌৰাত হোৱা হত্যাকাণ্ডৰ উপৰিও "ইয়ং ইণ্ডিয়া" কাকতত "বৃটিছ সিংহৰ কেশৰ জোকৰা" বুলি আৰু এটা প্ৰবন্ধ লেখা-বাবে কাকতৰ সম্পাদক মহাত্মা গান্ধীৰ ছবছৰ কাৰাদণ্ড হয়। এই বাতৰিকে লৈ, তেতিয়া যোৰহাটৰ একটিং অৰ্থাৎ দিন দিয়েকৰ বাবে হোৱা বদলি ডেপুটী কমিছনৰ বেণুধৰ ৰাজখোৱা ডাঙৰীয়া আহক জেল পৰিদৰ্শন কৰিবলৈ। জেললৈ সোমায়েই পোনেই তেখেত আমি থকা ছাউনীলৈ আহিল। জমাদাৰৰ হুকুম মতে আমি আটায়ে "চৰ্কাৰ চেলাম" দিবলৈ সাজু আছোঁহক। তেখেতে আমাৰ মন ভাঙিবৰ অৰ্থে জয়ে-জয়ে বৰদলৈ ডাঙৰীয়াক ক'লে, "আজি বৰ ডাঙৰ খবৰ হৈ,

-গান্ধীৰ ছবছৰ যেন হ'ল।" বৰদলৈয়ে ক্ষণিকো বিলম্ব নকৰি স্বভাৱসুলভ ভেঙু চালি ঠেওবে অথচ, সসন্মানে চুঙা-চাই সোপা দি থলে,—"ভাল হ'ল, আজি থাহী মাৰি ভোজ খোৱাঁগৈ। (ৰাজখোৱা বৰদলৈ দুয়ো সমসাময়িক বন্ধু আছিল)।" তেতিয়া ডেপুটী কমিছনাৰে তেওঁৰ হাতত থকা 'ষ্টেট্‌ছ্‌মেন' কাকতখন বৰদলৈক দি, তেখেতৰ আগৰপৰা আঁতৰি গ'ল। সৰল প্ৰকৃতিৰ ৰাজখোৱা ডাঙৰীয়া ডেপুটী কমিছনাৰ নহৈ—আন কোনোবা এজন হোৱা হ'লে, সেই কথা কোৱা বাবে স্পষ্টবাদী কৰ্ম্মবীৰৰ হাতত গোটা জিজিঁৰি (বাৰ ফেটাৰ্চ) লাগিলহেঁতেন।

'মাকৰ ঘৰত বিহু খাবলৈ যোৱা' বৰদৈছিলাই এদিন দাগী চোৰ-ফাটেকিয়াল থকা ঘৰ দুটামানৰ মূধৰ চাল উৰুৱাই নিলে আৰু দুটামান মাটিত পেলাই হেৰেপা খুৱালে। ৰাজনৈতিক বন্দী আছিল টিনৰ ঘৰত। নেতাসকল থকা জোং-ঘৰটো ওখ-চাই খুঁটাৰ পোতনো আছিল। চাল-কিখনো সৰণ খেৰেৰে ভাঠকৈ ছোৱা, গাঠিবোৰো টান। সেই দেখি খুঁটাকিটা হে হেলেক্-লেক্ কৰি গ'ল। পাচদিনা জমাদাৰে চোৰ-কয়দী-দুটামানক আনি খুঁটাকিটা সলাবলৈ লগালে। খুটাৰ পোতন ইমান দ আছিল যে উজ্জ্বামূলা মানুহৰ লৰাবলৈ সাধ্য নাছিল। কেবাটায়ো হাতীপুৰ দি এটা খুঁটাকে উলিয়াব নোৱৰা দেখি, কয়দী এটাই উচাট মাৰি তাঁহাতক "চাওঁ গুচ বুলি" দুই হাতে খুঁটাটো সৰা মাৰি ধৰি ভাৰোক কৰে উঘালি পেলালে। পেলায়েই, উশাহ ছাৰি ভীমদৰ্পে স্বগতঃ উচ্চাৰিলে "ইয়ালৈকে আকৌ চোৰ নাম লৈ ফাটেক খাব লাগিছে। নেফিয়া-চোৰখনে কি খুঁটা উঘালিব? ভাতখোৱা গাৰিশলি একোটা হে আৰু! ইহঁতৰ লগত পৰি আমাৰো ভাল নাও সুমাবৰ ব্যাহ হ'ল।" দাঁতিতে বহি থকা এজনে সুধিলে "হেৰা নেফিয়াচোৰ কেনেকুৱা হে?" নেফিয়া নোহোৱা বীৰবাহু ফাটেকিয়াজটিয়ে উত্তৰ দিলে "বুইছে, দেউতাসকল, যেয়ে সেয়ে চোৰ হ'ব নোৱাৰে। চোৰ বোলালে গাত বহুত গুণ থাকিব লাগিব। ইহঁতে হাউলা খুঁটা এটাকে লৰাব নোৱাৰিলে, ইপিনে হেনো চোৰ! চোৰ যদিও লাপিলুপা হাত-লৰা চোৰ; আমাৰ দৰে দগধা গভাইত চোৰ নহয়। এইবোৰ চোৰ আমাৰ জোৰবো নহয়, ফেৰবো নহয়। ইহঁতে আমাৰ নিচিনা চোৰৰ নাক-কাণ হে কটালে। আমি কিবা ইহঁতৰ দৰে নে? চুৰ কৰিবলৈ হ'লে, আমি মোলা হাস্তীত উঠি যাওঁহক। লগত,

আমাৰে আলধৰা লওৱাই গায়ন-বায়ন গাই যায়। বাজনি বেলি মাৰ যাবৰ হ'লেই কোনোবা গাঁৱৰ নাম ঘৰত আচহুৱা গোসাঁই বুলি থাকিবলৈ লওঁগৈ। তাতে দুদিনমান জিৰাই গাঁওখনৰ উমান বুজোঁ। চহকী মানুহ আছে নাই, গম লওঁ। থকা গম পালেই, আমাৰ লওৱা আলধৰা তালৈ যোৱা ঘন হয়। তাহাঁতে সিবোলাকক কয়গৈ "এই গৰাকী অমুক সত্ৰৰ গোসাঁই; চহৰ ফুৰিবলৈ আহিছে। এই জোনাকী একাদশীতে চলাজনা গুৰুৰ তিথি পৰিছে। তিথিত "বঘাসুৰ বধ" ভাওনা কৰা হ'ব। তাকেকে, আপোনাসকলক জনাবলৈ আহিলোঁ।"

সেইমতে ভাওনাৰ দিনা ঘৰ উদং কৰি সিবোলাক ভাওনা চাবলৈকে যাব আৰু আমিও সেই ছেগতে ঘৰখন লুকি আহিমগৈ। এই শৰীৰেৰেই কেতিয়াবা লোৱৰ পেৰা একোটাও পিঠিত তুলি অনা হৈছিল। গোসাঁই মানুহ বুলি পুলিচ যে আমাৰ ওচৰলৈ নাহেই। আমি বাস্ত-ভণ্ড বজাই দমদমাই সেই স্থান পৰিত্যাগ কৰোঁ। এইদৰেই দেউতাসকল, কত ঠাইত চুৰ কৰিলোঁ, কতনা ঠাইত সিন্ধি দিলোঁ, তাৰ কি অন্ত পাব? অইন হে নেলাগে, জেলত থাকোঁতেও, জেল ডাৰোগাৰে কথা হৈ জেলৰ পৰাই চুৰ কৰোঁগৈ। চোৰাই মালৰ ভাগ অলপ ডাৰোগাকো দিব লাগে। আজিকালি পিচে, তেনেকুৱা জেল ডাৰোগা নাই। চুৰ কৰাও এটা ধৰ্ম বুলিয়েই ধৰকচোন। আমাৰো হৰি সহায় আছে। নহ'লেনো, কোনোবাটো চোৰক কেতিয়াবা সাপে খুঁটি মৰা শুনিছে জানো? বজ্ৰপাত পেলায়েই বা কাৰোবাক মাৰিছে? কেতিয়াবা পিচে পচলাতে দাঁত ভাঙিবলগীয়া হয়। মাৰভগা লগৰীয়ায়েই কথাৰ ভেদ ভাঙি দিয়ে। চোৰে কেতিয়াও চোৰ পৰকিত্তি এৰিব নোৱাৰে,' এইটো হ'লে খাটাং কথা। এৰিবপৰা হ'লে, অমুকাই এইবাৰেৰে সৈতে চৌদ্ধবাৰ ফাটেক খাওঁ নে?"

নিশাচৰ, গভাইত ফাটেককিয়ালটিৰ মুখৰপৰা চুৰ কৰা ফন্দীটো শুনি বৰদলৈ ভাণ্ডৰীয়াই আচৰিত হৈ মাত লগালে,—"ইমান দিন ওকালতি কৰিলোঁ; জেলৰ ভিতৰখনৰ কথাতো নাজানিলোৱেই, জেইলাৰে যে চুৰ কৰিবলৈ চোৰ-কয়দী মেলি দিয়ে, এইটো বাতৰিও আজিহে শুনিলোঁ।"

তাৰ পিচত, এজন খুহতীয়া বন্ধুৱে (বিদ্যাধৰ শৰ্মা হ'ব পায়) চৈধ্য-বৰীয়া জেল যাত্ৰীজনক গৌৰৱাই দিলে বোলে, "চোৱাচোন, তোমালোকে যেন লোকৰ অনিষ্ট কৰি ফুৰা, ধৰবৈছিলাই পাই বাত্তিৰ বাত্তিটো তোমা-

লোকক বৰঙ্গুণে তিয়ালে আৰু আমি যেন বাইজৰ উপকাৰৰ নিমিত্তে ফাটেকলৈ আহিছোঁ, আমাক বৰণ দেৱতাই একোকে নকৰিলে।"

**জেলৰ ৰং-ধেমালি ঃ** বেলি লহিয়ালেই আমাৰ ছাউনী-চৌতালত ছা পৰেহি। তেতিয়া সকলোৱেই হৈ-গুডু বা কাবাদি খেলিবলৈ আৰম্ভ কৰোঁহঁক। অৱশ্যে, সেই ধেমালিত বৰদলৈ, চলিহা, কৃষ্ণ শৰ্মা, মাখন উকীল আৰু ভুবন গগৈয়ে যোগ দিয়া নাছিল। কিন্তু, দুৰ্গাপ্ৰসাদ বৰঠাকুৰ উকলিকৃত হৈ ওলাইছিল। তেখেতে আমাৰ লগত যোগ দি, আমাক বৰ উৎসাহ দিছিল। বৰঠাকুৰ ওখই-পাখই বৰ গহীন পুৰুষ, গা-গাৰিও শকত, পেটটো হোৰোমা, বয়সতো আমাতকৈ জ্যেষ্ঠ। তেখেত যিটো দলতে থাকিব, সেইটোৱেই জিকিব, এই কথা ধুৰুপ। গতিকে তেখেতৰ বিপক্ষ দলটোৱে গুডু খেলাত মৰোঁ-জীওঁকৈ লাগিব লগাত পৰে; নাইবা চান্দনিসৰকা দিয়া বহুত বাগিবুগাও জানিব লগা হয়।

এদিন বৰঠাকুৰ দাদাই, "হৈ-গুডু মালি· · (তাৰ পিচত গাব লাগে, "ভগন পোৱালি, ভগন লেটি-পেটি কৰ্কাল ঘূৰাওঁ বেটী") বুলি, বিপক্ষৰ খলীত হৈ দিবলৈ ধৰোঁতেই ল'ৰা দুটামানে পাচফালৰ পৰা তেখেতক গৰা মাৰি ধৰিলে। বৰঠাকুৰৰ উশাহটো দীঘল হোৱাত "মাৰিবলৈ" বহুত পৰ লাগিল। ইপিনে উশাহো আছে, দৰৰা-দৰৰিত মুখৰ মাতো অন্ত হোৱা নাই (বিপক্ষৰ ঘৰত বান্ধত থাকোঁতে উশাহ গলেই মৰে), বৰঠাকুৰ "মৰে" কেনেকৈ ? ল'ৰাইতে টনা-আজোৰা কৰি, অৱশেষত, বৰঠাকুৰক লুটি খুৱাই পেলাই হে এৰিলে। পৰোঁতেও গুৰিকঠাল পৰা দি, বৰঠাকুৰৰ বিৰাট বপুটো নেকেহ কৰে পৰিল। তেতিয়া যে হাঁহিৰ কিৰীলিখন ? কি চাব ! ধেমালি কৰোঁতা—চাওঁতা আৰু যোগ দিব নোৱাৰি আঁতৰত থকা আটায়ে হাঁহি-চাপৰি মাৰি জেলৰ মেৰটো খলক লগাই দিলে। অইন কি, আউনী-আটী সত্ৰৰপৰা খেদা খাই আহি জমাদাৰ কাম কৰোঁতা হিন্দুস্থানী চিপাহী-টোৱেও আমাৰ লগতে উজান দিবলৈ লৰি আহিছিল। বৰঠাকুৰ হেন অবাসন্ধক পেলাবলৈ মহেন্দ্ৰ ভেকাফুকনে কেবাদিনৰ আগৰেপৰা বুদ্ধি-সাঁজ পাতি চান্দি আছিল। আৰক্ষ ভূমিত পতন হোৱাৰ পাচতে বৰঠাকুৰে গুডু খেলাৰো যৱনিকা পৰিল। অৰ্থাৎ বৰঠাকুৰে সেইদিনাৰপৰা গুডু খেলিবলৈ এৰি দিলে।

শকতে আৱতে, ওখই-পাখই বৰঠাকুৰৰ সমান আকহু জিলিকা বৃহৎ "কয়দী"—আমাৰ পাটী-নেতা আৰু ভলণ্টিয়াৰৰ মাজত আন কোনো নাছিল।

এদিন দক্ষিণ হেঙেৰাবপৰা আহিল "দাগী" অৰ্জুন সিং পঞ্জাবী ভাণ্ডাৰীৰ। আমাৰ চুপবীয়া চাউনীৰ দুৱাৰখন খোল-খোৱা মাত্ৰকেই বৰঠাকুৰে তেওঁক সাবট মাৰি ধৰি আগবঢ়াই আনিলেগৈ। পাচত, বৰঠাকুৰৰপৰা কথাই কথাই ওলাই পৰিল তেওঁতে হেনো সাবট মাৰি ধৰা জনেৰেই পঞ্জাবীজন নো তেখেতহঁতকৈ কিমান ওখ, তাকে হে জুখি চালে।

জেলৰ খোৱা বস্তু আৰু বৰঠাকুৰ : নিজা-নিজা ভাগৰ লোহৰ থালখন হাতত ধুলি-বালিৰে নাইবা এনেবাস্তেৰে মোহাৰি আগে আগে লৈ ভাত খাবলৈ বহোঁক। মুখামুখিকৈ দুশাৰী হৈ বহিব লাগে যাতে তাৰ বিলনীয়াটোৱে দুয়ো হাতে সমানে হেঁতাখনেৰে ভাত ছটিয়াই বাব পাৰে। এটাই বৰ টৌ এটাত এটো ভাত লৈ আহে; এটাই তাৰে মেলাজি কাঁহী (থাল) খনত ধৰেমানে ভাত পেলাই লয়, কাৰণ ওপচ হ'লেই কাটি থয়। ওপচকৈ দিবৰ নিয়ম নাই। থালখনত ধৰে তিনিছটাক বা পোন্ধৰ টকা ভাত। সিমানখিনি ভাত হে বিলনীয়াই কয়দীৰ 'কাঁহী"'ত দি বাব পাৰে। টৌ ধৰা আৰু বিলনীয়াৰ পাচে পাচে হাতত বেঁত এডাল লৈ জমাদাৰ যাবই। কাৰোবাক দুখেও (দুবাৰ) দিব লাগিলেই বিলনীয়াৰ কলাফুলত ছটপ্-ছটপ্ কোব। ভাতৰ লগত ভজা বুলি আধাকেঁচা আধাসিজা ডকৰা কৰিৰ পাত কিছুমান, নাইবা লাইশাক বা ঢেকৰা শাকৰ ঠাৰি কিছুমান দিয়ে। সেইবোৰ ভজা সুবুলি খাইব খৰলি বোলাই ভাল। আঞ্জাৰ নামত আধাসিজা খেচাৰী মাহৰ চেংচেঙীয়া পানী এটোপা (বহৰ মছুৰৰ পানীটোপা কাচিৎ হে চুৰলৈ পোৱা যায়)। তাতো আকৌ তেল-হালধিৰ সঁচ নাই—আহিয়া-আহিয়া পোন্ধত মুখলৈ নিবই নোৱাৰি। জেলৰ বহীত দিবৰ নিয়ম আছিল বুলি শুনিছিলোঁ হে; পিচে, মই থকা কিছুদিনত মাছ-গাখীৰ, কণী-মঙহৰ ছাঁটোকে চুই নেপালোঁ। জলকীয়া বা অইন তোহনঠেলা বস্তুও একোকে খাব নোৱাৰি—খাবলৈও মানা।

প্ৰসাদ উকীলৰ গা যেনেকৈ শকত, পেট যেনেকৈ ডাঙৰ, খাবনটোও তেনেকৈ "ব্যাঘ্ৰ অৱতাৰী,' তেখেতক জলকীয়া লাগেই, নহ'লেই নহয়। জলকীয়া নহ'বৰ দিনা তেখেতৰ খোৱাই চেলেং পেটেং। কোনোবাই দেখিলে খুজিব পাৰে, এই আশঙ্কা কৰিয়েই হ'বলা (আশঙ্কা কৰা মোল অনা উচিতো) তেখেতে মনাম হাতৰ মুঠিতে লুকুৱাই এমুঠি জলকীয়া লৈ যায়। বিলনীয়া 'ঠাকুৰে' ভাত পেলোৱা মাত্ৰকে আনে নেদেখাকৈ, সেই জলকীয়া মুঠি তেখেতে

ভাত-কাঁহীৰ মাজতে পুতি পেলায়। এই নিষিদ্ধ কঠিকৰ বস্তুটি জেলৰ ভিতৰত কেনেকৈ প্ৰবেশ হয়হি, সিও এটি ৰহস্যৰ কথা।

ফাটেকিয়ালৰ ভাগত পৰা ভাত কিটাৰেই বৰঠাকুৰৰ বৰপেটৰ চাৰি-চুকৰ এচুকৰে খকুৰতি নমৰে। কিন্তু, তেখেতৰ প্ৰতি বিধি প্ৰসন্ন। ওলাল জেলতে, তেখেতৰ 'পৰম সুহৃদ বান্ধৱ এজন'। সেইজনেই সেই ভাত বিলনীয়াজন। তেওঁ ফাটেকখোৱা মকৰ্দ্দমাটোৰে উকীল আছিল দুৰ্গাপ্ৰসাদ বৰঠাকুৰ। পূৰ্ব্বৰ মকেলী মিত্ৰতাৰ উপকাৰ স্মৰি বৰঠাকুৰৰ থালত তেওঁ থাপতে এহেঁতা ভাত বেচিকৈ দি যায়। বিলনীয়াজন "কেঞাবাবু"। নামটো আছিল পূৰণমল কি ছফৰমল। বৰঠাকুৰৰ ওচৰ পালেই খাওঁতাৰ চকু-টিপতে কোন টলকতনো ভাত হেঁতা পেলাই থৈ যায়, কোনেও মনিবকে নোৱাৰে। লোকৰ হাত দাঙিবৰ হয়, বৰঠাকুৰৰ সৈঁ। মাজ পায়গৈ হে দেখি, আটাইৰে চকু থিৰ। মাৰোৱাৰীও কম টেঙৰ নহয়—পাল্লা পাঞ্চাৰ ফেৰত মৰা ধূলিখিনি জেললৈ আহি জমাদাৰৰ চকুত মাৰিবলৈ শিকিলে। "স্বভাবো যাদৃশী যস্য, ন জহাতি কদাচন।" কিছুদিনৰ পিচত বিলনীয়াজনক ৰাজ-"পাকশালৰপৰা" আঁতৰাই ইতৰ কয়দীশালৰ পৰিচৰ্য্যাত নিযুক্ত কৰা হ'ল। সেইদিনৰ পৰা, আমাৰ দৰেই বৰঠাকুৰো আধাপেটীয়া হৈ থাকিবলগীয়া হ'ল।

জেলত পেট ভৰাই খালেও যেই, নেখালেও সেই। কিয়নো, স্বাস্থ্যৰ পঞ্জিকাত সদায় গাৰ ওজন বাঢে হে; টুটাটো নোলায়। বঢ়াটো দেখুৱাব পাৰিলেই, জেলৰ বৰটোকোলা কিজন প্ৰমোছন-প্ৰশংসাৰে বাট নেদেখা হয়। তেহেঁলৈ কয়দী মৰকেই বা তৰকেই তাক চাই কোনে? কোনো-বাই খোৱা বেয়া হৈছে বা আধাপেটী হৈছে বুলিলে তাকে দেখুৱাই গা-সাৰি থয়। ভূতৰ ওপৰত দানহ কেনেকৈ ওলাব, আন ঠাইলৈ চাবলৈ যাব নেলাগে—জেলতেই সৰ্ব্বতিকাল ওলাই আছে, চলি আছে।

কয়দী চলোৱা নিয়ম আৰু বান্ধনি যিমানেই কি কটকটীয়াকৈ বন্ধা নহওক, তাৰ ভিতৰত এটা নহয় এটা নিয়ম ভাঙিবপৰা সুৰুঙা ওলাবই ওলাব। জেলৰ ভিতৰত চুৰত খোৱা একেবাৰে নিষিদ্ধ। তথাপি, পইচা পালে বাহিৰৰ পৰা 'মেটে' কৰ্কালৰ ভোলত মেৰিয়াই চাখা ধপাত লৈ আহে। ধূমপায়ীবিলাকে তাকে চিকুটি-চিকুটি পৰীয়া চিপাহীৰ চকুত ধূলি মাৰি, কাপোৰৰ তলত মূৰ সুমাই জেঁকুৰা লগা মুখৰনইত শোধন কৰে। সশ্ৰমী, অ-শ্ৰমী সকলোৱেই ঘৰৰপৰা কাপোৰ কানি অনাই ল'ব পাৰিছিল।

ডাক্তৰৰ অনুমতি লৈ খোৱা বস্তুও গ্ৰহণ কৰিব পাৰে। কাপোৰৰ লগতে প্ৰায়েই চাধা-ধপাত আৰু চিঠি-পত্ৰও আহে। এই ক্ষুদ্ৰ গবাক্ষৰ-মাজেদিয়েই বৰঠাকুৰৰ জ'নকীয়া-বাণ্ডী (পাৰ্চেল) জেলৰ ভিতৰত প্ৰৱেশ কৰিছিল। ফাঁকি-ফুকা দিবলৈ যিমানবোৰ বুদ্ধি-সন্ধিৰ আৱশ্যক, সেই এটাইবোৰ জেলৰ ভিতৰত পাবতে গজি আছে। অভাৱত, বুদ্ধি আপোনা-আপুনি ওলায়। জেলৰ কঠোৰতকৈও কঠোৰ শাসন আৰু পাশৱিক ব্যৱহাৰেই অজলা অনাভুৱাটোকো ম'হৰ শিঙত কঁকিলা-দাৰ মাৰিবপৰা কৰে।

সেই জেলতে, তিনিজনে শীৰ্ষস্থানীয় পানী নেতাৰ ভিতৰত প্ৰায়েই থকাথুন্দা লাগিছিল। সিবিলাকৰ এজনো আজি সংসাৰত নাই। কিন্তু, তেওঁবিলাকৰ খেটেং-মেটেং বা উখনা-উখনিবোৰ আজিও পাহৰিবপৰা নাই। তিনিওজনৰ স্বভাৱ-চৰিত্ৰ আৰু চিন্তাধাৰা কাৰো লগত কাৰোৰ বাহি নাহে। তিনিউজন যেনিবা তিনিটা ধানবহোৱা উধান। মহাত্মাৰ প্ৰেম সত্যৰ জঁকাটোত বহি মাত্ৰ তিনিউৰো পানী যোৱা নলী এ:ক টা হৈছে। এই তিনি গৰাকী হৈছে—লক্ষ্মীকান্ত বৰুৱা[১] ভুবন চন্দ্ৰ গগৈ[২] আৰু কৃষ্ণ নাথ শৰ্ম্মা[৩]। লক্ষ্মীকান্ত বৰুৱা কবি, দাৰ্শনিক আৰু সঙ্গীতজ্ঞ,

---

১ লক্ষীকান্ত বৰুৱা : ১৯৪০ চনৰ ২৩ মাৰ্চ্চ, ১০ চ'ত. ১৮৬১ শক শনিবাৰে উত্তৰ গুৱাহাটীত লক্ষ্মীকান্ত বৰুৱা অকালতে অসীম শূন্যত লগত লীন গ'ল। বাতৰি অহা মাত্ৰকতে শিৱসাগৰখন জঁয় পৰিল। আমাকো মৰ্ম্মাহত কৰিলে। সৌন্দৰ্যৰ স্বৰূপ ···ন, চৌষষ্টি কলাৰ সুকুমাৰ বিশ্লেষণ আৰু মৌলিক চিন্তাৰ অনুশীলনেই আছিল স্বৰ্গীয় বৰুৱাদেৱৰ আজীৱনকাল প্ৰাণৰ আকাঙ্ক্ষা। তেওঁক হেৰুৱাই কবিৰ ভাষাতেই আমিও এটোপি চকুলো মাথোন টুকিলেঁ।—

অহা নাই কোন ?
যোৱা নাই কোন ?
    সকলো আহিছোঁ
    —সকলো যাম।
তুমিও আহিলাঁ
তুমিও গলাগৈ
তথাপি তোমাক
    —ইযাতে পাম।”

—'তৰুণ অসম'ৰ সম্পাদকীয়।

২ ভুবন চন্দ্ৰ গগৈ : কৰ্ম্মযোগী ভুবন চন্দ্ৰ গগৈদেৱৰ জীৱন অৱসান হয় ১৯৪০ চনৰ ৯ জুলাই মঙ্গলবাৰৰ দিনা পুৱা ৮·৩০ বজাত, ৫০ বছৰ বয়সত। “গগৈদেৱৰ দ্বেৰ

কৃষ্ণ শৰ্ম্মা সৰল, অমায়িক আৰু ধৰ্ম্মভীৰু, ভুবন গগৈ গোমোথা, দৃঢ়প্ৰতিজ্ঞ আৰু বৈষয়িক। কিন্তু, তিনিও সমালোচনা-অসহিষ্ণু, টেটুকৰ ডেমডেউকা হেন। চকু-চাওঁতেই ইলুটি, চকু-চাওঁতেই সিলুটি। কোনোবাই ধেমালিতে উপলুঙা কথা এষাৰ কলেই ঠেহ লাগে। তিনিও সমানে খিঙখিঙীয়া, অলপ কথাতে টিঙিচ্‌কৈ খংটো উঠে। তিনিওৰো বাক্যৰ শালিকাযুটীয়া জোটা-পুটিখন চাবলৈ বৰ ভাল। কোনেও কাৰো ক'টিহাকে নসহে, ফেঁপেৰি পাতি পাতি ধৰে।

এদিন গগৈয়ে বৰুৱাক ক'লে, "তোমালোকে এতিয়া বজাজ-ফণ্ডৰ টকা পাই আছা। কিহৰ চিন্তা। ঘৰখন চলিয়েই থাকিব। মোৰ কিটো আছে? দেউতা পুলিছ-অফিচাৰ। নন্‌-ক'অপাৰেছনত লগা বাবে ঘৰৰপৰা উলিয়াই দিলে। পাটসাঁকো স্কুলটো পাতি, পঢ়াতে এৰি থৈ আহিলোঁ। তাৰ বা এতিয়া কি হৈছে?"

বজাজ ফণ্ডৰ কথা কৈ আওপকীয়া কৈ খোঁচ এটা মৰাত বৰুৱাৰ খং উঠি জোকোৰা মাৰি ক'লে, "তুমি খালি আহোম-আহোম বুলি চিঞৰি ফুৰিবা। পাচৰ কথা ভাবিবলৈ হ'লে জুইত জঁাপ দিবই নেলাগিছিল।"

কৃষ্ণ শৰ্ম্মাক গগৈ-বৰুৱাই "বামুণটোলৈ চোৱাঁ" বুলি কেতিয়াবা-কেতিয়াবা ইতিকিং কৰে; শৰ্ম্মা নিমাখিত প্ৰাণী। মস্কৰা শুনিলেও মুখেৰেই নেমাতে। তেওঁৰ জীৱনৰ লক্ষ্য কেনেকৈ অস্পৃশ্যতা বৰ্জ্জন কৰি হিন্দু সমাজৰ কেৰোণ গুচাব পাৰি আৰু কেনেকৈ ঘৰে ঘৰে সূতা কটাই দেশখন খাদৰময় কৰিব পাৰি। তেওঁৰ মতে অসহযোগৰ যুদ্ধত অস্পৃশ্যতা-বৰ্জ্জন আৰু সূতা কটা—এই দুপাট হে প্ৰধান অস্ত্ৰ। তাৰ বাহিৰে, ইবোৰ কাম তেওঁৰ মতে পলসুৱা।

---

কথাই-কামে মিলাই কাম কৰা মানুহ নিচেই তাকৰ।" বহুত ভাগ্যবিপৰ্য্যয়ৰ মাজেদি তেখেতৰ জীৱন অতিবাহিত হৈছিল। তেখেত যে জাতীয় শিক্ষাৰ নাটকটীয়া আছিল, শিৱসাগৰ পলিটেকনিক স্কুলেই সোঁৱৰাই থাকিব। ভুবন গগৈৰ দৰে একনিষ্ঠ উদাৰ দেশসেৱক, নিৰ্ভীক কৰ্ম্মী আৰু স্পষ্টবাদী সততকাই ওলোৱা টান।

৩ কৃষ্ণনাথ শৰ্ম্মা : সৰল প্ৰকৃতিৰ কৃষ্ণনাথ শৰ্ম্মাই ৫৭ বছৰ বয়স পাই ১৯৬৭ চনৰ ২ ফেব্ৰুৱাৰী দেওবাৰৰ দিনা (১৮৬৮ শকৰ মাঘ মাহ) ইহ সংসাৰৰ পৰা বিদায় লয়। বাইজৰ আদৰৰ 'কৃষ্ণমামা'ৰ বিয়োগত অসমে এজন অকৃত্ৰিম হৰিজন বন্ধু, ঐশ্বৰ্য্য-বিভূতি নিস্পৃহ, অকপটীয়া, সাধু, ত্যাগী দেশসেৱক হেৰুৱালে।

এদিন বকৰাই জোকালে, "ইঃ এইবেলি চোৱাঁ। হাতেৰে সূতা কাটি কিমানক জোৰাব বা? সূতাকটা-কল (মিল) নবহুৱালে কোনে কিমান সূতা কাটিব হেঁ? চাবা বাক, মানুহে সূতা কাটিবলৈ এৰিয়েই দিবগৈ।"

শৰ্ম্মাৰ উঠিল খং ভমক কৰে, তাতে আগৰ দাঁতি খোৱা খংটোও উক দিলেহি; মুখলৈ নেচাই তৎক্ষণাৎ কৈ পেলালে, "মই তোমালোকৰ নিচিনা বাদুলি নহওঁ, বুইছা? যাইতক সূতা কাটিবলৈ কৈ থৰৰ ভিকতাক বিলাতী চিক্কৰ চেমিজ চোলেং নিপিন্ধাওঁ।"

বকৰা—"বাক চাম, কাৰ কথা ৰজে।"

এদিন গগৈয়ে খং তুলিবলৈকে ক'লে, "হেৰা কৃষ্ণ, তুমি সদায় অস্পৃশ্যতা-বৰ্জনৰ কথা কৈ ভোঁ-ভোঁৱাই ফুৰা। ক'তো এতিয়াও দেখোন লগুণ ডালকে নেৰিলা?" ৰঙা-চঙা পৰি কৃষ্ণ শৰ্ম্মা মনে মনে থাকিল। ফিৰিকা দিনা, মাৰ ভাত খাই উঠি তেওঁ স্পৃশ্য-অস্পৃশ্যৰ আলোচনা কৰিবলৈ ধৰিলে। শেহত সামৰণি মাৰিলেগৈ, "লগুণ অস্পৃশ্যতাৰ অন্তৰায় নহয়। তোমালোকক তোলাৰ দৰে, আনকো লগুণ লোৱাই ব্ৰাহ্মণ জাতলৈ নোতোলাটো হে অন্তৰায়। নেজানা নে "সংস্কাৰাৎ দ্বিজ উচ্যতে'।"

গগৈ-বকৰা-শৰ্ম্মা তিনিও পৰম বন্ধু, প্ৰায় সহপাঠী। জাৰ-জহ, শৰত-বসন্ত কেউটা ঋতুৰ চোকা-মধুৰ পৰশনত তেওঁহঁতলোকৰ বন্ধুত্বই গা-কৰি উঠিছিল। এনে বন্ধুত্ব আজকালি আতি বিৰল।

জেলৰ ভিতৰত গাৰ কাপোৰ-কানি কিতাপৰ বাহিৰে আন বস্তু লগত ৰাখিব নেপায়। অনুমতি লৈ, কাগজ পেন্সিল ব্যৱহাৰ কৰিব পাৰি। ইংৰাজ সম্পাদকৰ দ্বাৰাই সম্পাদিত "ষ্টেট্‌ছমেন" কাকতখন হে মাথোন আমাক পঢ়িবলৈ দিয়া হৈছিল। জাতীয় আন্দোলনৰ বা-বাতৰি বা প্ৰবন্ধ থকা একো কাকত বা কিতাপ দিয়াৰ নিয়ম নাছিল। তথাপি চকুচৰা উপায়েৰে "ইয়ং ইণ্ডিয়া" কাকত আৰু অন্যান্য ইংৰাজী উপন্যাস পঢ়িবলৈ পাইছিলোঁ। তদুপৰি, দিনেপতি ন-কৈ জেললৈ অহা "যাত্ৰী" সকলৰপৰা বাহিৰত দেশৰ পৰিস্থিতি কেনে হৈছে তাৰ ভু-ভা পাই আছিলোঁ।

**জেলৰ সভা ঃ** আবেলি হ'লে, ৰং-ধেমালি বাদ দি, মাজে-সময়ে আমাৰ ক্ষুদ্ৰ "ময়দান" বা 'প্ৰমোদ-বন"ৰ চোতালখনতে—একোখন একোখন 'কনফাৰেন্স' পাতোঁহক। সভাৰ উদ্যোক্তা হয় ৰসৰ সফুঁৰা মহেন্দ্ৰনাথ ডেকাফুকন। তেওঁ ক'ৰবাৰপৰা ভগা কেৰাচেন তেলৰ টিন এটা সংগ্ৰহ

কৰি থৈছিল। বিধি অনুসৰি, প্ৰস্তাৱিত সমৰ্থিত হোৱাৰ পাচত নিৰ্ব্বিবাদে যেতিয়া সভাপতি নিৰ্ব্বাচিত হয়, তেতিয়া সেই জগা টিনটোকে বজাই সভাপতি গৰাকীক নিৰ্দ্দিষ্ট আসনত উপবিষ্ট কৰোৱা হয়। সভাপতি ভাওৰীয়াৰ আসন আছিল ঢুখিলা আমপাত। ৰোহিনী কান্ত হাতীবৰুৱাইলৈকে সেই "লোভনগা" মানী আসনখন সদায় আছুতীয়াকৈ থোৱা হৈছিল।

**ৰোহিণীকান্ত হাতীবৰুৱা ঃ** ৰোহিণীকান্ত হাতীবৰুৱা আছিল আমাৰ সভাৰ এজন বিশিষ্ট সভ্য। তেওঁ বি-এ পাছ কৰি ক'তো চৰ্কাৰক ঘৰত মূৰ সুমুৱাবলৈ সুবিধা নেপাই ঘৰতে বহি আছিল। কুলধৰ চলিহা ভাওৰীয়াৰ সৎসঙ্গ লাভ কৰি, কংগ্ৰেছৰ কামত মূৰ সুমুৱালে অৰ্থাৎ কংগ্ৰেছৰ ভলন্টিয়াৰ হ'ল। হৈয়েই, চেনিমনা হাটলৈ নিয়া মাছৰ গাৰী পিকেটিং কৰি কংগ্ৰেছীৰ তীৰ্থস্থান জেলত প্ৰবিষ্ট হ'ল হি। শিক্ষিত কুনকী হাতী স্বভাৱতে যেনেকুৱা জাতি আৰু মাউতৰ বশ, আমাৰ হাতীবৰুৱাও তেনে নিৰ্জ্জু আৰু "লীডাৰ" ৰ [নেতাৰ] বশ।

আমি থকা পোনে দেৱালৰ সিপাৰেই চাওডাং গাঁও চ'তৰ বিহু ওচৰ চাপি আহিছে। গাঁৱত ওৰে ৰাতি বিহুনাম-বিহুনাচ। টকা-পেপা আৰু জাঁত-জাঁত বিহু নামৰ ধ্বনি "ৱাল" ভেদ কৰি আহে; শুনিলেই আমাৰ মন উৰি যাওঁ—পুৰি-যাওঁ কৰে। তাত বিহুৱতীহঁতে গায়,

"তামোলৰ চকুৱা, জোনাকী পকুৱা
কিয় মনে যাৰি থাক?
থাকোঁ মনে মাৰি লোকৰ ঘৰেৰাৰী
কাইলৈ উলিয়াই দিব।"

আৰু আমাৰ ইয়াত গাওঁহঁক—

"তামোলৰ চকুৱা জোনাকী পকুৱা
কিয় মনে মাৰি থাক?
থাকোঁ মনে মাৰি "জেলৰ" ঘৰেৰাৰী
কাইলৈ মাৰ ভাত দিব।"

বিয়লি, আমাৰ কনফাৰেন্স অৰ্থাৎ সভা ভাগিলেই, এইটিকেই সকলোৱে থিয় হৈ জাতীয় সঙ্গীত ৰূপে গোৱা হয়।

হাতীবৰুৱাৰ ম্যাদ উকলিবৰ হ'ল। বিহুৰ আগে-আগে ওলাই যাব। এদিন মহেন্দ্ৰ ডেকাফুকনে হাতী বৰুৱাৰ বিদায় সভা এখন আহ্বান

কৰিলে। হাতীবৰুৱাৰ বি-এত অৰ্থশাস্ত্ৰ আছিল। বিদায় সভা বহিলত, ফুকনে পানীন্দ্ৰ নাথ গগৈৰ "আগছোৱা" কিতাপৰ বেটা [বেট্টু] পাতত থকা হাতীৰ ছবিটো লৈ, এইবুলি ভাওজুৰি ফেঁকুৰি ফেকুঁৰি কান্দিবলৈ ধৰিলে, "আজিৰ পৰা আৰু বইত, চাম বুলিবলৈ মোৰ 'হাতীটোক' ক'ত পাম? লাংচিং ভালতো মামৰে ধৰিব। "হাতীত" উঠি মই পানীৰাম কেনেকৈ ঘৰলৈ যাম? ওলাই গৈয়ে "হাতী" লোকৰ কলনি বাৰীত সোমাবগৈ আৰু শুঁৰ পকাই লোকৰ শইচ তহিলং কৰিবগৈ। হাতী! তুই সেইবোৰ কৰিবগৈ নোৱাৰ। শুন, তই যাবি। গৈ, ঘৰেপতি একোটা একোটাকৈ ঘিলা-পিঠা গোটাবি [ভগা টিন বজাই সভাসদসকলৰ হৰ্ষধ্বনি], লগতে, আৰু কি পাব, পিঠাপনাও আনিবি। আনি, আমাক তোৰ শুঁৰেৰে 'ৰাজ'ৰ ওপৰেদি দলিয়াই দি যাবি (আকৌ হাত চাপৰিৰ খলকনি)। হাতীক অৰ্থশাস্ত্ৰ শিকাব নেলাগে। সূতাকটা মানুহৰ ঘৰেপতি ঘিলাপিঠা একোটা তুলিলেই আমি সূতাকটা কাম কিমান চলিছে, বুজিব পাৰিম। এতিয়া, হাতী! পাক এটা দিয়াচোন" এইবুলি ফুকনেই ওপৰত দিয়া বিহুনামটো জুৰি দিব আৰু হাতী বৰুৱায়ো হাতীয়ে নচা দি লুপুব-থুপুব কৰে নাচন এটা দিব। হাতীবৰুৱাৰ "ফেয়াৰৱেল-মিটিংখন'ত (বিদায়-সভাত) ভেকাফুকনৰ টেটুকুটীয়া বক্তৃতা শুনি হাঁহোতে-হাঁহোতে আমাৰ পেটুনাড়ী ছিগা যেন হৈছিল।

সেই সভাত, আন আন গুৰুতৰ কথাবো আলোচনা হৈছিল। তাৰ ভিতৰত স্বৰাজ পালে কোনে কি কৰিব, কোন মানুহক কি 'পৰ্টফলিয়' দিব, মন্ত্ৰীৰ দৰ্মহা কিমান হ'ব, ডেপুটী কমিছনৰ বখা হ'ব নে নহয়, শিক্ষা প্ৰণালী পছিমীয়া কৰা হ'ব নে ভাৰতীয় কৰা হ'ব,—ইত্যাদি নানান বিষয়ে কৰা কথন-মথনেই যাই। সেইবোৰ এতিয়া, অতীতৰ কল্পনা-কুসুম। লেখাৰ আৱশ্যক নাই। মুঠতে, তেতিয়া পঢ়া কল্পনা আজিৰ যুগত নৈত উটি অহা জগা-কাঠ। কল্পনা হে নেলাগে, কল্পনা কৰা যুৱ-বোৰো আজি মলাৰ ফুল—"গুৰুতো নেলাগে, ভকততো নেলাগে, থাকে তলে তৰি সৰি।"

দুৰ্গাধৰ বৰুৱা : দুৰ্গাধৰ বৰুৱাৰ ঘৰ শিৱসাগৰ আমোলাপটিত। তেওঁ-মরে সহপাঠী—একেলগে, একে বছৰতে 'মেট্ৰিকুলেছন' পৰীক্ষা "পাছ" কৰিছিলোঁ। তেওঁ অহত বৰ ঢোকা আছিল আৰু কোনেও নজনাকৈ

মনে-মনে সাহিত্য চৰ্চ্চা কৰিছিল। তেওঁৰ চিন্তাৰ ধাৰাই সুকীয়া—আনৰ লগত নিমিলে। বকৰাক দেখিব, অনুক্ষণ তেওঁ আশু-শীঘ্ৰে দেশ উদ্ধাৰ কৰিবলৈ কিবা এটা নহয় কিবা এটা উপায়ৰ কথা ভাভি-পাতিয়েই আছে। আমি হাইস্কুলত পঢোতে হাতেৰে লিখি "জেউতি" নামে আলোচনী কাকত এখন উলিয়াইছিলোঁ। সেইখনত তেওঁ স্বামী বিবেকানন্দৰ আৰ্হিৰে দ ভাবৰ প্ৰবন্ধ লেখিছিল। তলে-তলে "বাছা" (তেওঁক ঘৰত মতা নাম) পৰমহংসী আদৰ্শৰ এজন "ছালা" আছিল বুলিও শুনি-বলৈ পোৱা গৈছিল। ডুৰ্গাধৰক গনিং চাহাবে ৯ মাহ সশ্ৰম কাৰাদণ্ড দিয়ে তেওঁৰ 'প্লেন' আছিল—এদিন এটাইবোৰ জাকে জুমে গৈ কাছাৰীটো দখল কৰা (অৱশ্যে আগেয়েই কংগ্ৰেছ কৰ্তৃপক্ষৰ অনুমতি লৈ), আৰু দখল কৰিয়েই "আমি স্বাধীন হলোঁ।" বুলি ঘোষণা কৰা। বকৰাই আঠুৰ মুৰলৈকে শুধ খাদৰৰ চুৰিয়াভোখৰ মাত্ৰ পিন্ধি ফুৰে, আৰু গাত ও লাগিলে হে কাপোৰ এডোখৰ মেৰাই লয়। 'বাছা'ৰ নামটো হে বাছা, কথাত বাচাল নহয়; কিন্তু খণ্ডাল। কামৰ সময়ত হ'লে মৰমিয়াল। তেওঁ কুমাৰে চাকত গঢা দিয়া দি ভলন্টিয়াৰ গঢিব জানিছিল। এটা কথাত, তেওঁক সদায় ভাল লাগিছিল। সেইটো হৈছে যেতিয়াই আউল ভাঙিব নোৱাৰা সমস্যা এটা শুনায় আৰু সেই সমস্যাটো ভাঙিব নোৱাৰি বহুতৰে দোধোৰ-মোৰ লাগে, তেতিয়াই তেওঁ কিবা এটা দিহা-বুদ্ধি পাতি জেবীয়া সমস্যাটোৰ আউল ভাঙি দিবই দিব। বকৰাদেৱ আজীৱন স্বাবলম্বী। লোকৰ কথা কামত হাত দি লেঠা লগোৱা তেওঁৰ দস্তুৰ নাই। এডুইন এনজেলিনৰ অনুৰূপ ঔপন্যাসিক জীৱনৰ আৰ্হি লৈ লেখা কেবাখনো পুথি হেনো বকৰাৰ ঘৰত জপা-গৰকা হৈ আছে। মুঠতে বকৰা তলে তলে বৰ ডাঙৰ সাহিত্যিক; ৩৯ খন কিতাপ লেখি থোৱাই আছে।

**সৰ্ব্বেশ্বৰ বৰচেতীয়া ঃ** যোৰহাট টিলিকিআম অঞ্চলৰ সৰ্ব্বেশ্বৰ বৰচেতীয়া আছিল অৰ্থনীতিপ্ৰিয়—প্ৰত্যেক সমস্যাটোকে অৰ্থনীতিৰ কালৰ-পৰা হে টুকৰিয়াই চায়। কলেজত "মেলথছৰ থিয়ৰী" পঢ়ি আহি, আমাৰ গাঁৱতো সেই আৰ্হিৰেই সমাজ গঢিবলৈ বৰ কবাল চিন্তা কৰিছিল। বৰচেতীয়া 'ফিলচফাৰো" অৰ্থাৎ দাৰ্শনিক ভাবাপন্নও। আগলৈ কি ব্যৱস্থা হাতত ললে বাইজৰ আৰ্থিক অৱস্থা ভাল হ'ব তাকে-হে তেওঁ নিৰন্তৰ ভাবি থাকে। তেতিয়া মহাত্মাই লোণ আইন অমান্য কৰাৰ কথা ঘোষাই

নাছিল, দাণ্ডী-যাত্ৰাও স্বপ্নৰ অগোচৰ। আমাৰ ৰবচেতীয়াই কিন্তু, তেতিয়াই লেখ বুজ কৰি কৈছিল—আমাৰ জনসংখ্যা প্ৰায় ত্ৰিছ লাখ; এই ত্ৰিছ লাখ মানুহক নাই-নাই বুলিও নিতৌ ডুয়ো সাঁজতে, ১৮৭৫ মোন লোণ লাগে। আৰু এচকল, টেঙা একুটা খাবলৈও লাগে। তিথিয়ে-উৎসৱে, শৰাধে-বিধিয়ে, বিয়াৰ-সবাহে লোণ নহ'লে যে নহয়েই। গড়-হিচাপে ধৰিলে দিনে ২০০০-৩০০০ মোন লোণৰ কম নহ'ব। ইয়াক বৰ্জ্জন কৰি আমাৰ খাৰত বা ডুখৰীয়া লোণত ধৰিলে লিভাৰপুলীয়া সদাগৰইঁতে ভালকৈয়ে এসেকা পায় দেখোন? পতিকে, আমি এনেও খাৰখোৱা অসমীয়া, তেনেও খাৰখোৱা অসমীয়া—আমিচোন খাৰ খায়েই মৰোঁহক। লিভাৰপুলৰ লোণ বেপাৰীবো মূৰ মৰক আৰু আমাৰ ইয়াৰ খল ঘঁৰিয়ালবোৰবো মূৰা মৰক।" স্বপ্নত মানুহে বজা হয়, সাৰ পালে "যেই তিমিৰ, সেই তিমিৰেই" থাকে। ৰবচেতীয়াৰ কল্পনাই জেলত থাকোঁতে স্বৰগ ঢুকি পাইছিলগৈ, ওলাই আহিলত আকৌ "যাৰ হাতে নেথাও ভাত, তাইতে হে ঘুৰি-ঘুৰি চাত" পাতিবলগীয়া হ'ল।

ৰবচেতীয়াই তেতিয়া ভাবিছিল অৰ্থনীতিৰ কথা। স্বৰাজ পোৱাৰ পাচতো সেই মগজুৰেই ভাবি আছে হিন্দু সমাজনো আগলৈ থাকিব নে নেথাকে।

ন-বৈণীয়েক একো গৰাকীক এৰি থৈ আমাৰ কেবাজনো সতীৰ্থ বিৰহৰ বেজাৰত ভেঁপুঁ-ভেঁপুঁ আছিল। তেওঁবিলাকৰ বুকুৰ পোৰণি মাৰিবলৈ দেৱালৰ দাঁতিতে থকা আম এজোপাই বিৰহীকিজনৰ ইঙ্গিত দিলে কোনোবা মেঘ-দূতীয়া ভলণ্টিয়াৰ থাকিলে, তেৱেঁই দেখোন তাৰ ওপৰত উঠি বিৰহিনীৰ লগত পত্ৰালাপ কৰাব পাৰে। সেই ইঙ্গিত মতেই মেঘদূতৰ ভাও দিবপৰা ভলণ্টিয়াৰ এজনে বাহিৰৰপৰা হা-কমুনিয়াহবিনি বোকোচাত বান্ধি আনি সেই আমজোপাৰ ওপৰৰপৰা বিৰহীয়ে পোৱাকৈ দলিয়াই দি যায়। কিবা দুৰ্ব্বিপাকত এদিন ধৰা পৰি এই 'মেঘদূতজন' কাৰাগাৰত বন্দী হ'বলগীয়া হ'ল। তেওঁ আহি যেনিবা আমাৰ মাজত ভুচুং পহৰে ওলালহি, সেইজনক লৈয়েই বাৰকুৰি কবিতা সৃষ্টি হবলৈ ধৰিলে। তাৰে দুটামান পাচত বিদ্যাধৰ শৰ্মাই প্ৰকাশো কৰিছিল।

বন্দীশালৰ দুখ-দহনৰ মাজতে, হাঁহি-ধেমালিৰে এইদৰেই আমাৰ দিনকিটা পাৰ কৰি পঠিয়ালোঁ। জেল, মুক্তি খোৱাৰ পাচত এতিয়াও পুৰণি কাকতৰ

পাত লুটিয়ালে, সেই 'মেঘদূতী' কবিতা গোটাদিয়েকে যোৰহাট জেলৰ মধুময় স্মৃতিটো চকুৰ আগতে দাঙি ধৰেহি । ধৰিলেনো হ'ব কি। সেই হাঁহিৰ ৰহঘৰা যে এটি এটিকৈ অনন্তত লুকাই গৈছে । থকা কিজনৰ অৱস্থাও 'দন্তং বিহীনং জাতং তুণ্ডং'—তাৰে হঁহুৱায় বা কাক, হাঁহে বা কোনে ?

শিৱসাগৰ জেলত লক্ষ্মীকান্ত বৰুৱা আৰু যাদৱপ্ৰসাদ চলিহাই মৈতে একেলগে একে কোঠাতে আছিলোঁ। তাৰপৰা যোৰহাটলৈ বদলি কৰিলত, যোৰহাট জেলত, যাদৱে মযে একেলগে আছিলোঁ। আমাৰ চাৰিঙীয়া গাঁৱৰে জানিবামৰ ভায়েক এটা সেই জেলতে ৱাৰ্ডাৰ আছিল। সি ৰাতি মনেমনে গৈ আমাক মিঠাই চিঠাই অলপমান দি আছিল। জেল কম্পাউণ্ডৰ বাহিৰত আমগছ তলোপা মান আছিল। তাত উঠি, তাৰপৰাই দলিমাৰি শঙ্কৰ বৰুৱাই কুলধৰ চলিহাৰ ঘৈণীয়েকৰ চিঠি পেলাইছিল। এদিন ধৰা পৰিল। শঙ্কৰৰ এমাহ ফাটেক হ'ল।

যোৰহাট জেলত সতীৰ্থসকলেৰে জাকেজুমে ধেমালি-ধুমুলা কৰি পকাত ঘৰলৈ মনতেই নপৰিছিল। আমাৰ নিমিত্তে সেইখন বন্ধ দুৱাৰ নহৈ মুক্ত-বন হোৱাদি হৈছিল। সকলোৰে উমৈহতীয়া লক্ষ্য আছিল স্বৰাজ লাভ। সেই স্বৰাজ পালে, কোনে কি দায়িত্ব গ্ৰহণ কৰিব আৰু সেই দায়িত্ব কেনেকৈ সম্পাদন কৰিব ইত্যাদি কথা ভাবোতে-গুণোতেই দিন-ৰাতি পাৰ হৈ গৈছিল। এনেতে, হঠাতে ঘৰত দেউতাৰ মৃত্যু হ'ল বুলি খবৰ আহিল ; মযে বৰ-

* অসহযোগীৰ সম্পত্তি আটক :

৩০০ টকা জৰিমনা আদায় দিব নোৱাৰে বোলাত অসহযোগী শ্ৰীযুত বেণুধৰ শৰ্মাৰ বুলি তপত লিখা এজমালী মাললিখিনি যোৱা পহিলা জুলাই তাৰিখে আমগুৰি থানাৰ পুলিচে জব্দ কৰি গৈছে।

১) ভঁৰাল ঘৰ এটা (এখুটলীয়া) ধানে সৈতে ১০০ টকা ; ২) চ'ৰা ঘৰ, মাৰল ঘৰ আৰু ৰন্ধা ঘৰ ১০০ টকা ; ৩) আলমাৰি এটা ২০ টকা ; ৪) পিতলৰ চৰিয়া এটা ১ টকা ; ৫) কাঁহৰ চৰিয়া এটা ১ টকা ; ৬) কাঁহৰ বাতি এটা ১ টকা ; ৭) পিতলৰ ঘটি এটা ২ টকা, ৮) কাঁহৰ লোটা এটা ২ টকা ; ৯) তামৰ থাল এখন ২ টকা ; ১০) মেজ তিনিখন ৪ টকা ; ১১) চকি দুখন ১৬ টকা ; ১২) কেম্প টেবোল এখন ৮ টকা ; ১৩) গোসাঁই ঘৰ আৰু বাক্কনী ঘৰ ২০ টকা ; ১৪) কাঁহৰ বটা এটা ৪ টকা ; ১৫) শঁৰণ খেৰ আঠশ গোট ২ টকা। মুঠ ৩২৩ টকা।

অসমীয়া, ২৫ আহাৰ, ১৮৪৪ শক, ৯ জুলাই, ১৯২২ চন

পুতেক, শ্ৰাদ্ধাদি নকৰিলে ধৰ্ম ৰক্ষা কৰা নহ'ব—এই সন্দেহ কৰি বাহিৰৰপৰা যেনে তেনে মতে মোক উলিয়াই নিয়াৰ হেঁচা পৰিল। সিফালে উঁড়ালৰ ধান বেচি জৰিমনা আদায় কৰিলেই, ম্যাদৰো বাকী আছিল অলপ দিন মাত্ৰ। বাকী থকা দিন কেইটাৰ নিমিত্তে আন্দোলনত যোগ নিদিয়াৰ প্ৰতিশ্ৰুতি দিলে ওলাই যাব পাৰে বুলি ফিলিপচন ডেপুটী কমিছনাৰে আদেশ দিলে। সাপ মাৰি নেগুৰত বিষটো নো কিয় থৈ যাওঁ বুলি মোৰ ওলাই আহিবৰ ইচ্ছা নাছিল। কিন্তু, গ'নঙৰ দৌৰাত্ম্য, ঘৰৰ নাজল-নাথল অৱস্থা ভাবিব-লগীয়া হ'ল,* তাতে কুলধৰ চলিহা ডাঙৰীয়াৰ বাহিৰে বাকী কেইজন ক্ৰিয়াকাণ্ড পক্ষপাতী নেতাই উপদেশো দিলে। গতিকেই, কতীয়া দিনেৰে ম্যাদ পূৰ্ণ কৰিয়েই জেলৰপৰা ওলাই আহিবলগীয়া হ'ল। ফেব্ৰুৱাৰীৰপৰা ৪ মে লৈকে জেলত থকা কেইমাহতে দেশৰ মোট বহুত সলনি হ'ল। চৰ্কাৰে জাতত দলাদি স্বাধীনতাৰ অদম্য আকাঙ্ক্ষা দলি পেলালে। পাই-কাৰী জৰিমনা লগাই, গাঁৱে গাঁৱে ৰণুৱা চিপাহী সুমুৱাই ৰাইজক থৰ-ঘুগুতি লোহোৱা কৰিলে। বামুণৰ পুখুৰীত যে পুলিচৰ দৌৰাত্ম্যই পানীত হাই-নচৰা অৱস্থাৰ সৃষ্টি কৰি পেলালে। পণ্ডিত মদন মোহন মালৱীয়ও আহি গ'ল,—অত্যাচাৰৰ তদন্ত কৰিবলৈ। সেই সময়ত ৰাইজৰ মন ভাগি গৈছিল। গড়মূৰীয়া গোস্বামী পীতাম্বৰ দেৱগোস্বামীদেৱে হে চাৰিওভ কংগ্ৰেছৰ ধ্বজা উকৱাই আছিল।

মই মুচলেকা দি যাব লাগে বুলি যেতিয়া জেলৰ ভিতৰত কথা ওলাল, দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, ভুবন চন্দ্ৰ গগৈ আৰু নবীন চন্দ্ৰ বৰদলৈ ডাঙৰীয়াই সম্মতি দি ক'লে, হিন্দু হৈ শ্ৰাদ্ধ নকৰাটো ডাঙৰ পাপ। সেই বাবে মই ওলাই অহা ভাল। কুলধৰ চলিহাই কিন্তু সেই কথাত সমূলিকে হবিজৰ নিদিলে। তেওঁৰ মতে জেলত ঘি সোমালোঁ সোমালোৱেই, পাছলৈ চাবৰ দৰকাৰ কি? মইও কিন্তু, পোনেই ওলাই অহাৰ ঘোৰ বিৰোধী আছিলোঁ। বৰঠাকুৰ দাদাই বহুত বুজাই-বঢ়াই মোক ওলাবলৈ ক'লে; মাখন দাদাৰ কথা মই কেতিয়াও নেপেলাওঁ! তেওঁও ক'লে—"তুমি গ'লে খেয়া নহয়"। ইতিমধ্যে পূৰ্ণানন্দ পাঠক ককাইদেৱক জনোৱা হ'ল যে তেখেতে যেন মুচলেকাখন মোক এবাৰ চাবলৈ দিয়ে। মোৰ ৬ মাহৰ ম্যাদ আছিল। তাৰ প্ৰায় তিনিমাহ গ'লেই; বাকী তিনিমাহ কংগ্ৰেছত যোগ নিদিওঁ বুলি লেখি দিলে তি চি মাফি হ'ব নে বুলি সোধোৱালোঁ। তি চিৰ

লগত লেখা-লেখি কৰি থাকোতেই, গনিভ চাহাবে Distress warrant পঠিয়াই জৰিমনা টকা আদায় কৰিবলৈ আদেশ দিলেই। যি হওক, অৱশেষত বাকী তিনি মাহৰ নিমিত্তে মই মুছলুকা দি জেলৰ পৰা ওলাই আহিলোঁ। দেউতাৰ শৰাধৰ আগদিনাহে ঘৰ পালোঁহি। মই পোৱা মাত্রে আমাৰ ঘৰত এটা শোকৰ ছাঁ পৰিল। বোৱে কান্দিবলৈ ধৰিলে। ধৰ্ম্মেশ্বৰে-প্ৰসাদে-মৱে শৰাধ কৰিলে।। শ্ৰীযুত লক্ষী বৰপিতাই মোক মহাচান্দ্রায়ণ প্ৰায়চিত্ত কৰাব খুজিছিল। মই মাস্তি নোহোৱাত ৭ ধেনু পৰাচিত কৰিলে। হিমকান্ত শৰ্ম্মা পুৰোহিত, অন্যান্য ব্ৰাহ্মণ-সজ্জন অনেক আহিছিল। আমাৰ মেছাঘৰত থকা কানাই ককাইটি, কালুগাঁৱৰ দেমু ককাইটি, কোঁৱৰপুৰৰ মেজেং ভিনীহি. জগদ্বৰাৰৰ জেঠপা, বৰ মোমাই— এটাইবিলাক আহিছিল।

বোৱে চকুপানী টুকি কৈছিল, “বহাগৰ আঠ তাৰিখ শুকুৰবাৰে পোনা উপজিছে। দেওবাৰৰ দিনা দেউতাৰে দান দিবলৈ পোহাৰীক মাছ আনিবলৈ কৈছে। বুধবাৰৰ দিনা মাছ আনি পোৱাইছেহি আৰু চোঁতালত কাটিবলৈ লওঁতেই দেউতাৰৰ কফে ধৰিলে। তথাপি তাৰেই মাছ কটাই সকলোকে বিলাই দিয়ালে। মাছ-তাছ দিয়েই লোকে-বেজাৰে খুন্দা মাৰি ধৰিলে আৰু কফ উলিয়াব খোজোতেই চকু লুটি খাই গ'ল। ঘৰত কোনো নাছিল। কোনোমতে টানি নি বাহিৰলৈ উলিয়ালোঁ।।”

দেউতাৰ আদ্যশ্ৰাদ্ধ হৈ যোৱাৰ পাচত, আমাৰ বৰ লটি-ঘটি হ'বলৈ ধৰিলে। ধৰ্ম্মেশ্বৰে পঠিওৱা পইচাৰে ঘৰখন চলে। সি তেতিয়া কাম কৰিছিল তেজপুৰৰ বাহিপুখুৰী বাগিছাত (কলনী)। প্ৰসাদৰ দোকান খনো বন্ধ হ'ল। এনেতে বাধা ফুকনে তেওঁৰ হাতী মহললৈ মাতিলে আৰু বৰপুতেক তিলকৰ লগত গৱমপানীলৈ যাবলৈ ক'লে। আহিনৰপৰা চ'তৰ বিহুলৈকে হাতীমহলত বা হাতীখেতত থাকিলোঁ। মহলৰ ধুৰা পাতিছিল দৈয়াঙৰ পাৰত। ওৱাটিঙৰ বাউতমল কেঞাৰ তাৰপৰা মালবস্তু খাইছিলোঁ। ঔৱাটিং বাগিছা দোকানৰ লগতে। মই বাস্তি প্ৰায়ে ঔৱাটিঙৰ বঙলাতে থাকোঁ। বঙলাত আছিল ফনীধৰ মোৰ জেঠেৰী শৰ্ম্মা মেনেজৰ। তাত পূৰ্বণি বন্ধু চীবেশ্বৰ দাসক লগ পাওঁ—তেওঁও এজন নন্-কো-অপাৰেটৰ। তেওঁ-বিলাকৰ ঘৰ নোগোৰাত। দেউতাক অজাৰচিয়েৰ আছিল। চীবেশ্বৰ দেখিবলৈ বৰ ধুনীয়া আৰু মাত-কথাবোৰ অমৰ লগা আছিল। আগেয়ে তেওঁ

ভিনীহিয়েক বাপুৰাম হাজৰিকাৰ লগত থাকি শিৱসাগৰত পঢ়িছিল। তাৰপৰাই চিনাকি। মহেন্দ্ৰ বৰুৱাও আছে। মহেন্দ্ৰ মোৰ সহপাঠী শিৱসাগৰ হাইস্কুলৰ তৃতীয় শ্ৰেণীতে। গোলাঘাটত চৰকাৰী হাইস্কুল নথকাত তেওঁ শিৱসাগৰত, ভূধৰ চৌধুৰীৰ তাত থাকি পঢ়িছিল। তেওঁৰ দেউতাক ঘনশ্যাম বৰুৱা; এতিয়া নিজা বাগিছা দলৌজানত মেনেজৰী কৰে। মহেন্দ্ৰ চাহাব, ফণী শৰ্ম্মা চাহাব—আমি হীবেশ্বৰে মনে হে কেৱল "নেটিভ"। তথাপি চাহাবৰ মইবৰ ভাব তেওঁবিলাকৰ গাত নাছিল। অৱশ্যে মহেন্দ্ৰ একেবাৰে গান্ধী বিৰোধী। হোৱাটো স্বাভাৱিক—কাৰণ তেওঁৰ দেউতাকেই আছিল স্বায়ত্ত শাসন বিভাগৰ প্ৰথম মন্ত্ৰী বৃটিছ আমোলত।

# সপ্তম পৰ্ব্ব

## প্ৰথম অধ্যায়

**হাতী খেদত ঃ** জেলৰপৰা আহি দেখিলোঁহি—ঘৰৰ অৱস্থা না-জল-না-থল। গনিং চাহাবৰ নিগ্ৰহ আৰু চৰ্কাৰী কৰ্ম্মচাৰী জনদিয়েকৰ (পুলিচ বিভাগৰ) "ৰাজভক্তি" ৰ ফলত ভঁৰালৰ ধান আৰু ভিত্তকৰা সম্পত্তিও লাং-লাং ঠাং-ঠাং হ'ল। মোৰ চেৰাল। বাহী বিয়া-দিনাৰ দৰে দেশৰ পৰিস্থিতিও বিঙা; মানুহৰ মনবোৰ অশান্ত। লগাই দিলে কিন্তু আন এপিনে হনা লবলৈ টগ্ৰীৱ হৈ আছে।

এনেতে, তিনিপুৰুষীয়া হাতীগিৰি আৰু বনৰীয়া হাতী ধৰাত সুপাগত, 'হাতীধৰা' বুলি সুখ্যাতি লাভ কৰি আহোঁতা ৰাধাকান্ত ফুকন ডাঙৰীয়াই মোক মাতি নি ষেতিয়া ক'লে, "ঘৰতে বহি থাকি নো কি কৰিবা? বৰ-বোপাটিয়ে (তিলকান্ত ফুকনে) মিকিৰ মহলত তবছৰলৈ হাতী চিকাৰৰ অনুমতি পাইছে। তামৈকে যোৱা। চৰ্কাৰী চিঠিপত্ৰ লেখি ৰববোপাটিক সহায় কৰি দিবা। দৰ্ম্মহা ল'লেও ল'ব পাৰা; নললেও গড় বা মেলা চিকাৰৰ ভাগ এটাকে লবা", মইও মান্তি হলোঁ। মই একো এটা সৰ্ত্তকে ল'বলৈ নহ'ল। তেখেতসকলৰ ইচ্ছাৰ ওপৰতে সকলো পেলাই দি হাতী মহললৈ ওলালোঁ।

বনৰীয়া হাতী ধৰা কাৰবাৰটো বৰ দুঃসাহসিক আৰু ৰোমাঞ্চকৰ। যেনেকৈ, ৰঙে-ধেমালিয়ে পৰিপূৰ্ণ ৰহস্যময়ো তেনেকৈ। হাতী মহলত একোটা একোটা "ৰোমাঞ্চো" হয়। হাতীখেদৰ ভাষাৰে বনৰীয়া হাতীক বোলা হয় 'বন্দুৱা' আৰু যিবোৰ ঘৰচীয়া হাতীৰে বন্দুৱা হাতী ধৰা হয়, সেই বোৰক বোলে "কুন্‌কী"। কুন্‌কী' হাতী বুলিলেই বুজিব লাগিব বনৰীয়া হাতী ধৰাত পাকৈত হাতী। পূৰ্ব্বে, গৱৰ্ণমেণ্টে জঙ্ঘলী বিভাগৰ অফিচাৰৰ দ্বাৰায়েই হাতী ধৰোৱাইছিল। পাচত হে, একোজন মহলদাৰৰ নামত বন্দবস্ত কৰি জঙ্ঘলৰ একো অংশত হাতী ধৰিবলৈ দিয়া হয়। সেই নিয়ম এতিয়াও চলি আছে। উজনি অসমত এই কেইজন মানুহেই 'বন্দুৱা হাতী

ধৰি সুখ্যাতি লাভ কৰিছিল—গঙ্গা গোবিন্দ ফুকন, এৰল গ্ৰে, কিংচলি, ৰাধাকান্ত ফুকন, সাধন ৰায়বাহাদুৰ, লক্ষেশ্বৰ গোহাঁই আৰু ধামৃতি বৰুৱা। তেতিয়া বৰ নাম হৈছিল, ৰাধাফুকনৰ পুত্ৰেক জিলকান্ত ফুকনৰ।

বনৰীয়া হাতীধৰা নিয়ম দুটা ঃ—(১) খেদা চিকাৰ আৰু (২) মেলা চিকাৰ। খেদা চিকাৰত গড় বান্ধি, হাতীৰ "চাহন" (জাক) খেদি আনি সেই গডত সুমুৱাই ধৰাকে খেদাচিকাৰ বোলে। আৰু কুন্‌কী হাতী লৈ গৈ, বনৰীয়া হাতীৰ চাহত সোমাই ফান্দীয়ে 'বছুৱা'ৰ ডিঙিত ফাঁচ লগাই হাতী ধৰাটোকে মেলা চিকাৰ বোলে। খেদা চিকাৰতকৈ মেলা চিকাৰ বেচি বিপদজনক। হাতী ধৰিব জনা মাউতটোকে ফান্দী বোলে। এই ফান্দীৰ বিষম সাহ আৰু বুদ্ধি থাকিব লাগিব। হাতীৰ 'চাহন' একোটা জাক পাতি পাতি লোণৰ পুং বা লুডলুডীয়া মুকলি ঠাইত চৰি থাকে। যিটো ঘৰচীয়া হাতী বা কুনকীৰে হাতী ধৰিবলৈ যোৱা হয়, সেইটোৰ আহোনত উঠি তাৰ কাণৰ তলতে মূৰটো লুকুৱাই ফান্দীয়ে হাতীটো চাহনৰ মাজলৈ সুমুৱাই দিয়ে। এইদৰে সুমাই দিবলৈ দঁতাল হাতীতকৈ মাখুন্দী হাতী ভাল। 'কুন্‌কী'টো সোমোৱা মাত্ৰকে 'বছুৱা'বোৰে তাৰ ওচৰলৈ আহি লেঙেৰা-লেঙেৰি কৰেহি আৰু শুঁৰটো ডাঙি ঘৰচীয়াটোক ধৰিব খোজে। যেই শুঁৰ ডাঙে সেই কানৰ ভিতৰৰপৰা ফান্দীটোৱে বছুৱা হাতীৰ শুঁৰৰ ওপৰেদি ফাঁচডাল সুমাই দিয়ে। তাৰ আৰু এক প্ৰকাৰ আছে। দুটা ঘৰচীয়া হাতী বছুৱা হাতীটোৰ দুফালে পাশত সমানে সমানে ৰাখে আৰু ফান্দীয়ে মনে মনে বছুৱাৰ ডিঙিৰ ওপৰেদি জৰীডাল পেলাই দিয়ে। মাটিত ওলমি পৰি থকা আগটো ডাঙি আনি খোৰোচা গাঁঠি লগাই দিয়ে। আৰু হাতীৰ ডিঙিত ৰচি বান্ধি পেলাই বছুৱা হাতীটো ধৰি লৈ আহে। কুন্‌কী দুটাৰ মাজত সোমাই বছুৱাটোৱে কেনিও কাটিকুটা কৰিব নোৱাৰে। এইদৰে হাতীটো লৈ আহোঁতে, হাতীটোৰ চিঞৰি চিঞৰি গগণ ফালে। তাৰ চিঞৰ শুনি চাহনৰ বাকী বোৰ বছুৱা হাতীৰ পাচে পাচে খেদি আহে। সেই সময়ত ফান্দীইতৰ জীৱন চুলিৰ আগত বন্ধা। ধৰি অনা বছুৱাটোৱে যেনিয়ে পায় তেনিয়ে কুন্‌কী কিটাক বা এটাক (কেতিয়াবা কেতিয়াবা) কাঁইটনি-বেতনি হাবিৰ মতভিয়াই টানি নিয়ে। এইদৰে টানি নিওতে কাঁইট, লতা বা গছৰ চেপাত কেতিয়াবা মাউত ফান্দীৰ প্ৰাণো যায়। আগকালো সেইদেখি

দাবে হাবি-লতা কাটি যাব লাগে আৰু পাচফালেও মাউত বা ঘাঁহীয়ে যেদি অহা হাতীৰ চাহনটোলৈ ধমাধম বন্দুক মাৰিব লাগে, জুই দেখুৱাব লাগে আৰু ভগা টিন বজাব লাগে। চাহনটো যেদি পঠিয়াব পাৰিলে পাচফালৰ বিপদৰ হাতসৰা যায়। কিন্তু আগফালৰ বিপদ থাকে। তথাপি যেতিয়ালৈকে 'বন্দুৱাটো ধৰি আনি ধুৰা কেম্প পোওৱাহি নহয় তেতিয়ালৈকে ফান্দী মাউতৰ জীৱনত ভৰসা নেথাকে।

ধুৰালৈ আনি, গছ এজোপাত ইকাটি সিকাটি কৰিব নোৱৰাকৈ বন্দুৱা হাতীটো বান্ধি থোৱা হয়। তাকে গল খেমাৰি বোলে। কল-বন, ঘাঁহ খাবলৈ দিয়া হয়। লাহে লাহে যেতিয়া সি দুৰ্ব্বল হৈ আহিব. তেতিয়া নৈৰ বালিচত শিকাবলৈ নিয়া হয়। আগেত-পিছু-চাম-বিঠক-তেৰে ইত্যাদি হাতীৰ ভাষা শিকাই বন্দুৱাটোক ঘৰচীয়াৰ দৰে কৰিলেই 'টকাচুৰ' হয় অৰ্থাৎ সম্পূৰ্ণ শিক্ষা পায়।

ফান্দী মাউতক কানি নহ'লেই নহয়। গৰমপানীত মহল থাকোঁতে, গুৱাহাটীলৈ গৈ মই বেণ্টিঙ্ক চাহাব কমিছনাৰৰ পৰা আমাৰ মহলৰ নিমিত্তে মাহে দুসেৰকৈ কানি মঞ্জুৰ কৰাই আনিছিলোঁ। সেই কানিৰ দাম আগতে দি গোলাঘাট ট্ৰেজাৰীৰপৰা আনিব লাগিছিল। মই নিজেই বাই-চাইকেল মাৰি জামুগুৰিৰপৰা, ওৱাটিঙং, দৈয়াঙৰপৰা সেই কানি আনিছিলোঁগৈ।

আমাৰ মহলদাৰ আছিল তিলকান্ত ফুকন। ভায়েক ভীমকান্ত ফুকন আছিল ধুৰাৰ মেনেজৰ। ফুকনৰ দুটা বৰ ভাল ফান্দী আছিল। চৰ্দ্দাৰ আছিল লচৈ। ভীমকান্তই কানি খাইছিল। মই অনা কানিৰ প্ৰায় এপোৱামান তেঁৱেই হাত কৰিছিল। আমাৰ ধুৰা (Camp) আছিল— জামুগুৰিত, নোগোৰাত আৰু দুইনৈ মুখত।

**খেদা চিকাৰ:** হাতীমহলৰ যি যি ঠাইত বনৰীয়া হাতীয়ে জাক-পাতি লোণ পুং খাবলৈ আহে বা যি বাটেদি সদায় অহা-যোৱা কৰে, মহল লোৱাৰ লগে লগে, সেই পটি' বা দাণ্ডি চাই আহিবগৈ লাগে। সেইবোৰ চোৱাত যি মানুহ লগোৱা হয়, তাহাঁতক চুঁড়ি বোলে। খামতি মানুহে হাতীৰ বাট আৰু থকা ঠাই বৰ চিনি পায়। গড় মৰা মানুহ আৰু চুঁড়ি কিছুমান লৈ চৰ্দ্দাৰ হোৱা জনে হাতীৰ থলীত গড় একোটা মাৰে। গড়টোৰ চাৰিওফালে খাল খান্দি, হাতী অহা মুখটোৰ পোনে

কেৱল নখগুটাকৈ থৈ বাঁহৰ বৰ গড এটা মাৰে। বাটটোৰ পোনে চকৰী লগোৱা জাপ দুৱাৰ থাকে—ওপৰলৈ তুলি নিব পাৰি। গোটা বাঁহেৰে টাটিৰ দৰে গড়টো মৰা হয়। দুৱাৰমুখৰ পোনে হাতীৰ ওপৰত (টাটী-বোৰক হাতী বোলে) প্ৰায়ে দুটা মানুহ থাকে। হাতীৰ চাহন আহিলেই, সেই দুৱাৰ দুখন ওপৰলৈ ডাঙি দিয়ে আৰু হাতীবোৰ ভিতৰলৈ সোমায় যায়। গড়ৰ ভিতৰত যিমান হাতী ধৰিব পাৰে, সিমান কিটা সোমালেই দুৱাৰ দুখন বন্ধ কৰি দিয়া হয়। লগত অহা বাকীবোৰক টঙনিয়াই, বন্দুক মাৰি ভয় খুৱাই হাবিলৈ খেদি দিয়া হয়। হাতী সোমোৱা মাত্ৰকে ধুৰাত থকা মহলদাৰলৈ খবৰ দিয়া হয়। বন্ধুৱা হাতী অনুসৰি মহলদাৰে ৪।৫ টা কুনকী হাতী ফান্দী-মাউত-ঘাঁহীয়ে সৈতে পঠিয়াই দিয়ে। তেতিয়া ফান্দী একোটাৰ হেম ৰজাতকৈও ডাঙৰ। সি যিহকে বিচাৰে মহলদাৰে তাকে দিয়ে। বিশেষকৈ ফান্দীয়ে বিচাৰে কানি। ভীমকান্ত আছিল অতি চোকা ফান্দী। ফান্দী মাউতহঁত আহি গডৰপৰা বৰ কষ্টে-মষ্টে বন্ধুৱা হাতী টানি উলিয়াই পালাত দি ধুৰালৈ লৈ আহে। তাকে শিকাই বুজাই সদাগৰক বেচে। গৰমপানীত মহল থকা বছৰি হাতীৰ দাম ২০০০ টকাৰ পৰা ৫০০০ টকা লৈকে আছিল।

হাতী পৰা শুনিলেই ভাটিৰপৰা সদাগৰ আহে। সিহঁতে দুই চাৰিদিনৰ আগৰপৰা মহলদাৰক ভাবে-ভেঁটিয়ে কুটুৰি থাকেহি—সস্তাত দাম খতম কৰি-বলৈ। ধুৰা পোৱা মাত্ৰেই হাতীৰ ডাক হয়। কিনোতাই ডাকি কিনি লয়। ভাটীৰ হৰিহৰ মেলা, অমৃতসৰ, ৰাজস্থান আদিৰপৰাও সদাগৰ আহে। তাত যি মেলা হয়, সেই মেলাত ৰজা-জমিদাৰবিলাকে চখতে হাতী কিনে। সদাগৰহঁতে ইয়াৰপৰা যি দামত হাতী কিনি নিয়ে, সেইখিনি পালেই তাৰ দাম তিনি গুণ কৰেগৈ। হাতী পঠিয়াবলৈ ৰেলৰ ভৰা লাগে। দৰ্খাস্ত দিলে ৰেল কোম্পানীয়ে সেই ভৰা সময়মতে পঠাই দিয়ে। কিন্তু, বন্ধা মতে বুক নকৰিলে, পোৱা দিনৰেপৰা ভৰাটোৰে পতি সদাগৰে দিনে বাৰ অনাকৈ ভৰিব লাগে। কিনা হাতীটো 'টকা চুৰ' কৰিয়েই, যিমান সোনকালে পৰা যায়, সিমান সোনকালে বুক কৰি পঠোৱাটোৱেই সদাগৰৰ পক্ষে লাভ। পিচে, তাকে পঠিয়াবলৈ লাগে "ট্ৰেনজিৎ পাছ", নিয়াৰ অনুমতি পত্ৰ। সেই পত্ৰখন পোৱানেই মহলদাৰে কিনোতাৰ নামে দিব লাগে। তাৰ পিচত জঙ্গলী বিভাগৰ কৰ্ত্তৃপক্ষই চাৰ্টিফাই কৰিব লাগে। সেই "পাছ" পাবলৈকে কোনো

কোনটো সদাগৰে মোক ৩০০-৪০০ টকা "ঘোচ" দিছিল। সেই ঘোচ বা ভেঁটী দিবলৈ সিহঁত বাধ্যও হৈছিল, কিয়নো মই লেখি-পঢ়ি দিলেও, সিহঁতে জঙ্গলী অফিচৰপৰা 'পাছ' উলিয়াই আনিবগৈ নোৱাৰে। মই ভেজিখি লৈ, নিজেই ধুৰাৰপৰা বাইচাইকেল মাৰি গোলাঘাটৰপৰা 'ট্ৰেনজিং পাছ' আনি দিওঁ। সদাগৰহঁতে খুচীমতে তিনিশ-চাৰিশ টকা দিয়ে। তাৰে অলপভাগ বেঞ্জাৰকো দিওঁ। তেতিয়া বেঞ্জাৰ আছিল ৰজনীকান্ত দাস ( বৰপেটাৰ, এতিয়া গুৱাহাটীত )।

হাতী খেদত থাকি ভালেই লাগিছিল। হাতী মহলদাৰ, হাতী-ধনী, সদাগৰ, হাতীবেপাৰী, মাউত-ফান্দী আৰু গড়মৰা মানুহবোৰে হাতীধুৰা সদায় গম্ গমীয়া হৈ থাকে। নগাহঁতে হাতী মৰা খবৰটো তৎক্ষণাৎ কেনেকৈ পায় গৈ, ভাবিলে আচৰিত হ'ব লাগে। এদিন হাতী এটা মৰিল। পেলাবলৈও সুবিধা নাই। এনেতে কৰবাৰপৰা এজাক নগা আহিল। আহিয়েই দাৰে কাটি বথলা বথলে একৰাই হোৰাত ভৰাই লৈ গ'ল। হাতী মঙহ হেনো নগাৰ বৰ প্ৰিয়।

আমিও প্ৰায়ে শৰপহু-হৰিণা পহুৰ মঙহ খাবলৈ পাইছিলোঁ। ওচৰতে নেপালী খুঁটিত গাখীৰো উভৈনদী। দৈয়াঙত মাছমৰা মানুহে আমাক মাছ বেচে, সেয়ে শনিবাৰে মঙ্গলবাৰে হে। জামুগুৰিত চ-মিল বা কাঠকলা কল এটা আছিল। তাতে মেনেজৰ আছিল জখলাবন্ধাৰ গোলোক খাউণ্ড নামে এজন ভব্য-গব্য গোঁফাল লোক। তেওঁৰ মাতষাৰ বৰ টনটনীয়া। কেতিয়াবা-কেতিয়াবা খাউণ্ড আমাৰ ধুৰালৈ আহে। তেওঁৰ গলগলীয়া মাত, গোঁফ আৰু গোটেইটো নোমাল গাৰ কথাকে কৈ আমি বৰ ৰং ধেমালি কৰোঁ। তেওঁৰ খং উঠা দেখিলেই আমিও মনে মনে থাকোঁ।

শশীধৰ ফুকন ( উত্তৰ লক্ষীমপুৰৰ ) নামেৰে এজন পেটীদাৰ আছিল। পেটীদাৰ বোলা অৰ্থাৎ বৰ ঠিক নহয়, দালাল বুলি হে কথাষাৰ বজিন্তা খায়। তেওঁৰ হাতত টকা নাই, বুদ্ধি কিন্তু অপাৰ। তিলক ফুকনৰ গড়ত বৰ কাৰলাং (ডাঙৰ) ধুহ (মাথুন্দী হাতী) হাতী এজনী পৰিছিল। ধুৰা পোৱাৰ দিনাই ডাক হ'ল; অমৃতসৰৰ সদাগৰ এটাই ৫০০৲ টকা হাওলাত বা অগ্ৰধন দিলে। দিয়েই সি টকা আনোগৈ বুলি গুটি গ'ল, গ'ল যি গ'লেই এমাহৰ ভিতৰতো ঘূৰি নাহিল। ১৫ দিনৰ ভিতৰত ডাকি লোৱা টকাৰ আধাটো অন্ততঃ নিদিলেই কিনোতাই আৰু টকা ঘূৰাই নেপায়। হাতীজনী মেৰাধীও

আছিল। শশী ফুকনে, তিলক ফুকন মহলদাৰৰপৰা ১০০০ ( এহেজাৰ ) টকাত বন্দবস্ত কৰি সেই হাতীজনী তালাপী কৰিবলৈ ললে। তিনি মাহ তালাপী কৰাৰ পাচত হাতী হৃষ্ট-পুষ্ট হৈ পৰিল। এতিয়া তাইৰ দাম উঠিল ৫০০০৲ টকা লৈকে। শশী ফুকনে বেচোঁ-নেবেচোঁকৈ সদাগৰ এটাক ৫০০০৲ টকাত সেই হাতী বেচ ১০০০৲ টকা মহলদাৰক দিলে আৰু ১০০০৲ মান তালাপী কৰা মানুহক দিলে আৰু যি বাকী থাকিল তেওঁৰ হ'ল। হাতী মহলত কৃৰি এইদৰে ধনী হোৱা মানুহ বহুত আছে। তাৰ ভিতৰৰে শশী ফুকনো এজন।

শশীফুকন এসময়ত মোৰ সহপাঠী আছিল। শিৱসাগৰত তেওঁৰ সমান অঘাইটং ল'ৰা এটা আৰু নাছিল। আমাৰ ধুৰাৰ ওচৰত থকা গাঁৱলৈ গৈ তেওঁ নোজোকোৱাকো জোকাবগৈ আৰু অনাহকত মাইকী মানুহবোৰৰ গালি খাই আহৰ। বিলাহি বেঙেনা জলকীয়া-আলুগুটি বিচাৰি সিহঁতক যিহে মৰম লগাই-মৰম লগাই কথা ক'ব, গালি পাৰিলেও, মাইকী মানুহবোৰে শশীফুকনক ডুপইচা সম্ভাকৈ নিদিয়াকৈ নোৱাৰে।

নগাঁৱৰ কমলানন্দ ভট্টাচাৰ্য্য, যোৰহাটৰ ষ্টাৰ কোম্পানীৰ মেনেজৰ চন্দ্ৰ ধৰ শৰ্ম্মা, নগাঁৱৰ জগৎ চন্দ্ৰ বেজবৰুৱা আৰু ভাদেমান নগৰীয় ভদ্ৰলোকে হাতীমহলত চিকাৰ কৰিবলৈ আহিছিল।

হাতীখেততত থাকোঁতেই মই নিজাকৈ নিউ হুডচন নামৰ বাইচাইকেল এখন কিনিছিলোঁ। সেয়ে প্ৰথম কিনা। কিনি দিছিল ষ্টাৰ কোম্পানীৰ মেনেজৰ চন্দ্ৰ শৰ্ম্মাই—১৫০৲ টকাত। চন্দ্ৰ শৰ্ম্মাক মই 'হৰিভকত' বুলি মাতিছিলোঁ।

বনৰীয়া হাতী জঙ্গলৰপৰা বা গড়ৰপৰা ধৰি অনাৰ পিচত বাটত যদি মৰে নাইবা ধুৰাত বান্ধি থওঁতে মৰে তেন্তে মহলদাৰে তাৰ ৰয়েলটি ভৰিব লাগে—প্ৰত্যেকটোত ৫০০৲ টকাকৈ। এবাৰ তেনেকৈয়ে হাতী আনি বান্ধ থওঁতেই দুটা হাতী মৰিল। হাতী দুটা 'চাৰিন্' পোৱালি আছিল। কনজাৰ্ভেটৰ অৱ ফৰেষ্ট মিঃ মেক্‌কগাৰ আহিল ধুৰা চাবলৈ। তেওঁ অহা শুনিয়েই ছিলঙৰ মৰেল কোম্পানীৰ পৰা ভাল ভাল কেক্ অনালোঁ। আৰু সুমথিৰা টেঙা আৰু অন্যান্য খোৱাবোৰ আনিলোঁ। ধুৰা পালত, তেওঁক খুৱাই-পকাই আনি চাহ এটোপা খুৱাওঁতেই ছয় বাজিবৰ হ'ল। মই লবালৰিকৈ গৈ হাতীকিটা মৰাত মহলদাৰৰ দোষ নাই বুলি লেখাই

আনিলোঁ। তিলক ফুকনক ১০০০্ টকা বছৰাই দিয়াত বাবে মোৰ নিজ-ৰেই মনটো ভাল লাগিল। আৰু তেখেতৰ দেউতাক ৰাধা ফুকনে শুনি বৰ সন্তোষ পালে।

হাতী চিকাৰৰ বিষয়ে দীঘলীয়া প্ৰবন্ধ এটি ষ্টেট্‌চমেন কাকতলৈ পঠাইছিলোঁ। আৰু চমুকৈ এটি 'টাইম্‌চ অব আসাম'তো দিছিলোঁ। চিকাৰৰ ভাষা. হাতী শিকোৱা ভাষা আৰু নিয়ম, হাতীধৰা নিয়ম আগতকৈ আজিকালি বহুত সলনি হৈছে। কিন্তু হাতীক শিকাই-বুজাই চলাই লৈ ফুৰোৱা ভাষাটো হ'লে গুজৰাটৰপৰা অসমলৈ একে, এই বিষয়ে কোনেও আজিলৈকে গৱেষণা কৰা নাই। "হস্তীবিদ্যার্ণব" আৰু "হস্ত্যায়ুৰ্বেদ"ৰ কথা আৰু আমাৰ গাৱেঁ-ভূঁয়ে থকা হাতী পুথিবিলাক আৰু হাতীৰ বেমাৰ ভাল কৰা, হাতীচিনা—ইত্যাদি পুথি বিচাৰি ভগদত্তৰ দিনৰপৰা বিখ্যাত হৈ থকা আমাৰ হস্তীবিদ্যাটো সম্পৰ্কে পুঙ্খানুপুঙ্খ ৰূপে গৱেষণা হোৱা উচিত।

১৯২০-২১ চনত তিলক ফুকন উত্তৰ কাছাৰত হাতীমহলৰ মেনেজৰ আছিল। সেই মহলত তেওঁৰ একলাখতকৈও ওপৰ টকা লাভ হৈছিল। তেতিয়া একোজন মানুহক মহল দিয়া নহৈছিল—সেই মহলটো চৰ্কাৰে নিজে তত্বাৱধান কৰি চলাইছিল। তেতিয়া ফৰেষ্ট কনজাৰ্ভেটৰ আছিল এ জে ডব্লিউ মিলৰয়। চিকাৰ অন্ত হ'লত, শিৱসাগৰৰ এচ. ডি. অ' গণিং চাহাবে ফুকনৰ আয়ৰ ওপৰত টেক্স লগালে। ফুকনে তৎক্ষণাত মোক লগত লৈ কনজাৰ্ভেটৰ চাহাবৰ শুচৰ পালেগৈ। তেতিয়া চাহাব আছিল কামৰূপৰ কুলচী বিজাৰ্ভত। আমি ৰেলেৰে গৈ গুৱাহাটীত নামিলোঁ। তাৰপৰা গৰুগাড়ী এখন লৈ পলাশবাৰী পালোঁগৈ। পলাশবাৰীত নৱনাথ শৰ্ম্মা হাতীমহলদাৰ আছিল।

পলাশবাৰীৰপৰা লোহাৰ ঘাটেদি ঘটং ঘটংকৈ গৈ গৈ নিশা ১২ মান বজাত সেই ৰিজাৰ্ভ পালোগৈ। ফুকনে মিলৰয় চাহাবৰ কেম্প বিচাৰি ফুৰোঁতেই বহুত সময় হল। তেওঁ শুই তাৰি আছিল। ফুকনে যেইমাত্ৰ "তিলকান্ত ফুকন" বুলি নামটো পঠিয়ালে, এ. জে. ডব্লিউ মিলৰয় চাহাব তৎক্ষণাৎ বাহিৰলৈ আহি "ঐ ফুকন বাবু, ক'ৰ পৰা আহিলে" বুলি খপজা মাৰি ধৰিলেহি। হাতী ধৰা কৌশল-কিচিপ জনা বাবে ফুকনক চাহাবে বৰ ভাল পাইছিল। তেওঁৰ ওচৰলৈ যোৱাৰ কাৰণটো শুধিয়েই গণিং চাহাবলৈ

লেখি দিলে—হাতী মহলৰ হিচাপ চাই লাভ-লোকচান ধৰিব নোৱাৰি ; মুঠ আয়ৰ দহ ভাগৰ এভাগ মান হে মেনেজৰলৈ থাকে। গতিকে ফুকনক ইনকম্ টেক্সৰপৰা ৰেহাই দিব লাগে। বাকি খাই-বৈ শুই থাকি, পাচ-দিনা ৰাতিপুৱাতে ফুকনে চাহাবৰ পৰা বিদায় লৈ যথা সময়ত ঘৰ পালেহি। গণিতক সেই চিঠি দেখুউৱা মাত্ৰকে ফুকনৰ 'সাত্তগুণ মাফ হ'ল" অৰ্থাৎ ইন্‌কম্‌টেক্সৰ পৰা ৰেহাই পালে—অৱশ্যে ৩০/৩৫ টকা মান তৰিলে। চাহাবৰ দিনত চাহাবে চাহাবৰ কথা ৰাখে—কিন্তু যুক্তিযুক্ত অৱস্থাত হে; নহ'লে চাহাবেও নেৰাখে। তিলক ফুকন মিলবয় চাহাবৰ বৰপুতেক হেন আছিল। সেইবাবেই ঘিলাধাৰীৰ কুশল গগৈ কেৰেণীয়ে ফুকনক দেৱতা দেখাদি দেখিছিল।

১৯২৩ চনৰ অক্টোবৰ মাহৰ পৰা ১৯২৪ চনৰ এপ্ৰিল মাহলৈকে হাতী চিকাৰ থাকে। বাহিৰাও খেদা চিকাৰ হয়। কিন্তু, তিলক ফুকনে খৰালি চিকাৰ কৰিবলৈহে মহল লৈছিল। ১৯২৪ চনৰ অক্টোবৰৰ পৰা অৰ্থাৎ বিজয়া দশমীৰ পাচৰ পৰাই আকৌ গৰমপানীতে ফুকনে হাতীমহল পাই-ছিল। ফুকনৰ মহল থাকোঁতেই মেয়ো ছমাহ-ছমাহ হাতীমহলত আছিলোঁ। এই ছেগতে গৰমপানী, কাছমাৰী আদি পানীৰ উহঁ আৰু বুৰঞ্জী প্ৰসিদ্ধ ঠাইবোৰ চাওঁ। প্ৰত্যেক ঠাইতে কছাৰী জাতিৰ ঐতিহ্যৰ অৱশিষ্ট আছে।

আমাৰ ধুৰাত কুশল গগৈ নামে যিজন খৰচপাতিৰ হিচাপ ৰখা কেৰেণী আছিল, তেওঁৰ ঘৈণীয়েক ভুজনী—ঘৰ বকৰা গাঁৱৰ ঘিলাধাৰীত ( মৰুং )। মই 'আলোচনী' "বাঁহী" আৰু আন আন কিতাপ ঘৰৰপৰা নি পঢ়োঁ আৰু ডাঃ বেজৰ বুৰঞ্জীখন নকল কৰি প্ৰেছৰ নিমিত্তে পাণ্ডুলিপি তৈয়াৰ কৰোঁ। তাকে দেখি তেওঁ এদিন মোক ক'লে, "আপুনি যিমানেই অসমীয়া ভাষাৰ গল্প উপন্যাস নপঢ়ক, আনন্দচন্দ্ৰ আগৰৱালাই লেখা'—

"আছিল সেউতা মোৰ ভৰলু পাৰত,
চম্পক ফুকন নাম জনা জগতত" ৰ

নিচিনা কবিতা ক'ত্তো নেপাব। তেওঁ বৰকৈ কোৱাত, মই ঘৰৰপৰা "জোনাকী" খন নি তেওঁক দিলোঁগৈ। তেওঁ নি আকৌ ন ঘৈণীয়েকক ( দ্বিতীয়পক্ষ ) শুনালেগৈ। ঘৈণীয়েকেও হেনো পঢ়ি বৰ ভাল পালে।

**অন্যান্যলীক :** বুঢ়িছৰ দিনত হাতীধৰা বুলি আৰু বনৰীয়া হাতী ধৰি সুখ্যাতি লভোতা বাইজডীয়া ফুকনৰ ঘৰৰ ভিত্ৰকান্ত ফুকনে, ১৯২৭ চনত

খাচীয়া পৰ্ব্বতৰ থাইৰেম (পুৰণি নাম খৈৰামী কছাৰী) মহলটো ডুবছৰলৈ লৈছিল বনৰীয়া হাতী ধৰিবলৈ। যিহেতু থাইৰেমৰ চীয়েমৰ অধীনত মহলটো, তাত ধৰা হাতীৰ বাবে যি ৰয়েল্টি বা কাটল লাইবা মাছুল আদায় হয় তাৰে পাঁচ ভাগৰ তিনি ভাগ চীয়েমে পায় আৰু দুভাগ বৃটিছ গবৰ্ণমেণ্টে পায়। কিন্তু অনুমতি পত্ৰ চীয়েমে দিলে হে হাতী ধৰিব পাৰি—বৃটিছৰ তাত অধিকাৰ নাই। গড় মাড়ি বা মেলা চিকাৰত ধৰি অনা হাতীটোৰে পতি ৰয়েল্টি দিব লাগিছিল ৫০০৲ টকাকৈ।

প্ৰথমতে ধূৰা আছিল তপাতলীতে। খাইৰেমত হাতী ধৰিবলৈ, এই ঠাইৰ পৰা কেউফালে ওচৰ হয়। কিন্তু, ঘাহ পানী আৰু হাতীবন্ধা ঠাই অভাব হ'লে ধূৰা বা চোং সলোৱা হয়। জাগীৰ'ডৰ ন-খন' খোলাত আমাৰ ধূৰা আছিল। এবছৰ তপাতলীতেই গ'ল। পিচৰ বছৰ সোণাপুৰলৈ আহিলোঁ। ধূৰা পতা ঠাই কেউখনৰ দাঁতিয়ে কাষে থকা মিকিৰ গাঁৱলৈ প্ৰায়ে ঠৈ ছিলোঁ।

মিকিৰ তিৰোতা বিলাকে পল, জাল, জুলুকি লৈ মাছ মাৰিবলৈ যায়। জোকাজোকে শ'ল, খৰিয়া, বৰালি মাছ জালৰ টঙিত খাৰি বা পলৰ ভিতৰত পেলাই আনে; পুঠী, খলিহা, কাৱৈ, গৰৈ যে খালৈ ভৰি ভৰি আহে। বাটত খুজিলে মাছ দিয়া দূৰৈৰ কথা, খোজে টাটোক গালি পাৰি সাং কৰে। কিন্তু, ঘৰলৈ গৈ খুজিলে কুচি, শ'ল, খৰিয়া যি থাকে তাৰে দুই-চাৰিটাকৈ দিয়ে। মোৰে লৈতে চা-চিনাকি থকাত, মই খুজিলেই সৰহকৈ পাওঁ

তপাতলীৰ পৰা এক ফাৰ্লং মান উজাই এঘৰ মানুহ পাইছিলোঁ। সেই ঘৰ হেনো শংখলোৰ পৰা অহা, উপাধি দলৈ। মানুহ ঘৰত কালী গোসাঁনীৰ মূৰ্ত্তি আছিল, আৰু পূজা কৰা দবা, খোল, তাল—এইবোৰো আছিল। এইবোৰতকৈও এটা বস্তু চাইহে মই হৰ্ষান্বিত হৈছিলোঁ। সেইটো হৈছে, এখন ডাঙৰ তৰোৱাল। সেই খনেৰেই হেনো গোভাৰ ৰজা ছত্ৰসিঙে বৰ্লটন, বেডিংফিল্ড চাহাবক কালী গোসাঁনীৰ আগত বলি দিছিল, অৰ্থাৎ সেই তৰোৱালেৰে চাহাব দুজন কাটিছিল। (এই সম্বন্দটোৰে মোক মণিৰাম দেৱানৰ তথ্য সংগ্ৰহ কৰাত সহায় কৰিলে।)

ক্ষেত্ৰীতো আমাৰ ধূৰা আছিল—ধূৰা ছয়ুলি, ধূৰা সলাবলৈ যাওঁতে বাটত বোৱা খপুৰা বুলিহে কোৱা উচিত। এই খপুৱাতে, সেই ঠাইক

প্ৰতিপত্তিশালী বৰো মূদৈৰ ঘৰলৈ গৈছিলোঁ। তাত তেখেতে হাতীধুজীয়া বাটিত আমি যোৱা কেউজনকে যিহে একোটা থামুচীয়া এঠা দৈৰে কোমল চাউলৰ জলপান খুৱালে, দেখি আচৰিত। তেখেত হাতীগিৰীয়া। হাতী চিকাৰত যি বিলাকৰ নাম মহল পাবপৰা বুলি তালিকাত ভুক্ত আছিল, সেই বিলাকৰ ভিতৰৰ তেখেতো এজন।

তেখেতৰ ঘৰৰপৰা অলপ উজাই ফুকন উপাধিৰে এজন চাবলগীয়া মানুহ আছিল। তেখেতে প্ৰায় মানুহৰ লগত কথা নেপাতে; ধনী আৰু সম্ভ্ৰান্ত বংশীয় মানুহৰ লগত হে তেখেতৰ কাৰবাৰ। ফুকনে যাৰে তাৰে লগত হলিগলিকৈ শুয়ুৰেও; তাৰ কাৰণটো হৈছে তেখেত হেনো চন্দ্ৰ কান্ত সিংহ ৰজাৰ আজোনাতি, কলিয়াবৰৰ ফালে আধা-খাজানাত খাতপামো খাবলৈ পাইছে। ফুকন সদায় বাইচাইকেলত হে উঠি ফুৰে। কিন্তু, তেখেত যে ৰজাৰ নাতি, তাৰ চিনটো এটা তেখেতে দেখুৱাব লাগে, এই বাবেই হ'বলা (আন কাৰণো থাকিব পাৰে, কিন্তু অজ্ঞাত) তেখেতে চাইকেল চলাওঁতে আন মানুহ বহা দৰে "চেডোলত' নবহে, পাচফালে 'কেৰীয়াৰত' হে বহে। তেখেত আছিল টিলা এটাৰ ওপৰত। তেখেতে ঘৰৰ কথা ৰৰকৈ ক'ব নোৱাৰে, জীয়েক দুজনীয়েই চলায়। যতা মানুহ ঘৰত নাই বুলি ঘৰ উদং নহয়, চৰ্কাৰী কাম কৰা আলহী অতিথিয়েই ঘৰ উকৱাই থাকে।

ন-খনা খোলাত এজন কানি মহলদাৰ আছিল। তেওঁ মাউত ফান্দীক কানি যোগাব লাগিছিল। আমাৰ পৰা চাৰ্টিফিকেট এখন নি এসেৰ কানি বঢ়াকৈ বেচিব পৰা হ'ল। কানি বেচিবলৈ দি তেওঁক যেনিবা ভীম কলৰ গুৰিত সাৰহে চপাই দিয়া হ'ল। তাৰ উপকৰা লাভেৰেই সেইখিনিতে এঁকৰা মিকিৰৰপৰা ভালেমান মাটি কিনিলে আৰু অইন ঠাইৰপৰা আচহুৱা মানুহ আনিও বহুৱালে। কানিয়েই কানীয়া মিকিৰ কেইঘৰক অৰৰী কৰিলে আৰু ন-খনা খোলাৰ কানি মহলদাৰবে সেই অঞ্চলত অধিকাৰ হ'ল।

তপাতলীত থাকোঁতে থাচীয়া বজাৰৰ পৰা বস্তু-বেহানি বিশেষকৈ চাউল-পাত, শাক-পাচলি, আলু-কচু আদি কিনি আনিবলগীয়া হৈছিল। খাচীয়া নিয়ম মতেই হাটখন বহে। আমাৰ ইয়াৰ দৰে হাটৰ নাম বুধবৰীয়া বা মঙ্গলবৰীয়া বা দেওবৰীয়া হাট নহয়, ঠিক বাৰে বাৰে নবহে। ছিলঙৰ বৰ বজাৰৰ দৰে এটা বাৰ এৰি হাট বহে। তাত শুৱৰ্থিৱা টেঙা পইচাটোৰ এটাকৈ পায়, কুকুৰা কণী গোটে পইচা, কচু গোটটোত এক অনা বা

ছপইচা (এসেৰ মান-ডুলেৰ মান হৰ)। কিন্তু সেইবোৰ বস্তু নৈ পাব হৈ, আমাৰ পাৰলৈ আহিলেই বস্তুৰ দাম ওলোটা হয়। টেঙাৰ দাম গোটে দুপইচা, কণীৰ দাম দু পইচা বা তিনি পইচ', কচুৰ দুই অনা বা তিনি অনা। কাৱৈ-মাগুৰ মাছো পায়। চেঙা মাছ একোটাত অতি বেচি দু পইচা। তপাতলীত হেঁপাহ পলুৱাই ভোগ কৰিলোঁ।

সোণাপুৰ বাগিছাৰ মিডোল্‌টন ঃ খাইৰেম হাতী মহলত থাকোঁতে সোণাপুৰ চাহ বাগিছাৰ স্বত্বাধিকাৰী মিডোল্‌টন চাহাবৰ লগত চিনাকি হয়। তেওঁ লৰ্ড মিডোল্‌টনৰ নাতি আৰু সেই লৰ্ড পৰিয়ালৰ বংশধৰ হোৱা বাবে তেওঁ নিজকে নিজে বৰ ডাঙৰ বুলি ভাবিছিল। সেইদেখি, মিডোলটনে সৰু-সুৰা চাহাবৰ লগত বৰকৈ হলিগলি নকৰে। ছিলঙত থকা চাহাব বিলাকক তেওঁ ডগ, ফুল্‌, ৰেম বুলি গালি পাৰিছিল। আনকি, বৃটিছ হৈও, বৃটিছ গৱৰ্ণমেণ্টকে নেমানে। সোণাপুৰৰপৰা গুৱাহাটীলৈ যোৱা বাটত খানাপাৰাত এখন দুৱাৰ আছিল। গুৱাহাটী আৰু ছিলঙৰপৰা মটৰ গাড়ী অহা-যোৱা কৰা সময়ত হে সেই দুৱাৰখন জপোৱা-মেলা হয়। মিডোলটনৰ নিমিত্তে গুৱাহাটীলৈ যোৱা সেইটোৱেই একমাত্ৰ বাট। গুৱাহাটী-ছিলং মটৰৰ সময়লৈ তেওঁ বাট চাই থকা অসম্ভৱ। সেইবাবে, সেই দুৱাৰ খন অনবৰত খোলা থাকিব লাগে বুলি তেওঁ গৱৰ্ণমেণ্টলৈ লেখি-লেখিও খোলা ৰাখিব নোৱাৰিলে। শেহমত উপায় নাপাই দুৱাৰখনকে এদিন ভাঙি পেলালে। দুৱাৰভঙা অপৰাধত মিডল্‌টনৰ ৫০০ টকা জৰিমনা হ'ল। সেইদিনাৰপৰা মিডল্‌টনে 'ডেম গৱৰ্ণমেণ্ট নোবোলাকৈ কথাকে নোকোৱা হ'ল।

আমাৰ হাতী মহলৰ ধুৰা আছিল তেওঁৰ বাগিচাৰ ওচৰতে, টোটোলা গাঁওবুঢ়াৰ গাঁৱত। আমাৰ হাতী এটাৰ কাঁড়ী-ঘা হোৱাত বাগিচাৰ ডাক্তৰ-খানাৰপৰা অলপ 'আয়ডিন' আনিবলৈ গলোঁ। ডাক্তৰখানাতে মিডল্‌টনক লগ পালোঁ। কথায় কথায় তেওঁ ক'লে বোলে তেওঁক চিকাৰ কৰিবলৈ হাতী দুটা লাগে। দিব পাৰিম নে কি বুলি সোধাত নই 'পাৰিম' বুলিয়েই কলোঁ। কথাবাৰ সুধি মোৰ মনটো হে জুৰি চালে, মিডোলটন কিন্তু হাতী নিবলৈ নাহিল।

আমাৰ ধুৰাৰপৰা দিগাৰু হৈছেন আৰু ডাকঘৰলৈ যাব লাগিলে, সোণাপুৰ বাগিছাৰ এমূৰে চৰ্কাৰী আলিবাটে যাব লাগে। সেই বাটটো

আমাৰলৈ প্ৰায় ৪ মাইলমান ঘূৰণ হয়। কিন্তু, ধুবাৰ দাঁতিয়েদি বৈ যোৱা দিগাক নৈখন পাৰ হৈ গ'লে, ডাকঘৰলৈ পোনাই মুঠে ডেৰ মাইল মান হে হয়। নৈ পাৰ হ'বলৈ আকৌ নাও নহ'লে নহয়। এদিন মিডোলটনক ক'লোঁ, "আমাক নাও এখন দি কুলিনমানৰ নিজিতে সহায় কৰিব নোৱাৰে নে, আৰু আপোনাৰ বাগিচাৰ মাজেদি ডাকঘৰলৈ যাবলৈ দিব পাৰিব নে?" চাহাবে সেইদিনা শলাগি থলে। ভাবিলোঁ। মিডোলটনৰ নিচিনা জেমধৰা চাহাব এজনে আমাক নো ক'ত নাওখন দিব? পিচদিনা দেখোন, তেওঁ ৮ মান বজাতে নিজে নাওখন বাই লৈ আহি আমাৰ ঘাটতে লগাই দিলেহি। দিয়েই, আমাৰ মহলদাৰ তিলকান্ত ফুকনৰ মাতৰি ললে; তেখেত নাই বুলি ক'লত মুখেৰেই তেখেতলৈ 'চালাম' এটি এৰি থৈ বাগিচাৰ প্ৰান্তত সোমাল। ঘৰৰ আদিৰলৈ যাবৰ দিনাই মিডোলটনক কৈছিলোঁ।—আমাৰ মহলদাৰ তিলকান্ত ফুকন ডাঙৰ মানুহৰ ঘৰৰ। বজাদিনত তেওঁবিলাকৰ বিষয় আছিল বাইডঙ্গীয়া ফুকন; চাহ বাগিছাও আছে; ভাই ককায়ো সাতজন। দেউতাক ৰাধাকান্ত ফুকনৰ সমান মাতঃবৰ হাতীগিৰিয়া গৌৰীপুৰৰ জমিদাৰৰ বাহিৰে অসমতে নাই। এইবোৰ কথা কাণত পিন্ধাই থোৱা বাবেই, ডাঙৰ মানুহৰ ঘৰৰ ল'বা অসমীয়া তিলকান্ত ফুকনক উপবাচিয়েই সম্ৰান্ত বংশী মিডোলটনে নিজে নাওখন আনি ঘাটত বান্ধি দিছিলহি আৰু "প্ৰবেশ নিষেধ" প্ৰান্টৰ মাজেদি মোক ডাক ঘৰলৈ যাবলৈ অনুমতি দিছিল। এই কথা তেওঁ পিচত এদিন, তেওঁৰ বঙলাতে মোৰ আগত ব্যক্ত কৰিছিল। ৰত্নে হে ৰত্নন চিনে। গুণী মিডোলটনে হে ফুকনৰ গুণ চিনি পাইছিল।

এদিন তেওঁৰ বঙলাতে কথা পাতি আছোঁ। এনেতে গুলাল মোৰ কাপ কিহত। কলোঁ, বুৰঞ্জী ভাল পাওঁ বুলি। এই বুলি ক'বলৈ হে পালোঁ, উঠিল মিডোলটন গিৰিস কৰে তেওঁৰ বঙলাৰ পাচফালে থকা কোঁঠ এটা দেখুৱাবলৈ। মইও গলোঁ। কোঁঠটো পায়েই তেওঁৰ চিনচকবোৰ এটা এটাকৈ দেখুৱাই গ'ল—"এইটো আগফালৰ থাল, সৌটো পাচফালৰ; এইটো "পিকেট প'ষ্ট, 'এইটো ভান প'ষ্ট" ইত্যাদি। সৌটো যে পুখুৰী দেখিছে, তাতে মানইতে অপ্ৰাকিত ধন-সোণ পেলাই হৈ গৈছিল। এইটো "বৰ্মীজ কৰ্ট"—মানৰ কোঁঠ; মানৰ দিনত মানে বান্ধিছিল।"

সুধিলোঁ।—"সেইবোৰ ধনসোণ চাইম আপুনিয়েই তপালে।"

মিডোলটন—"মই চপাবলৈ নেপালোঁ। মোৰ আগেয়ে মিঃ গিলমেনে জাল পেলাই লৈ গ'ল।" তাৰ পিচত কন্তেকমান থাকি মোক সুধিলে, "পিকেট পষ্ট' মানে বুজিছে নে ?"

মই আকৌ জনাটো যেন দেখুৱাই কৈ থলোঁ, "বুজিছোঁ।"

মিডোলটন—"নাই বুজা। বুজিছে যদি অভিধান-মতে বুজিব পাৰে। এইটো হৈছে, বণুৱা চিপাহীৰ শব্দ। এই "পিকেট প'ষ্টটোৱেই বণুৱা চিপাহীয়ে যুদ্ধ নেৰাৰ শেষ চিন। খুঁটাটোত থকা চিপাহীটোৱে যেতিয়াই তাৰ হাতৰ নিচানডাল পেলাই দিব, তেতিয়াই জানিবা তেওঁ সেই খুঁটা এৰিলে অৰ্থাৎ পৰাজিত হ'ল। মুঠতে, ৰণৰ একেবাৰে শেষলৈকে যিটো খুঁটাত চিপাহীয়ে ধৰি থাকে, সেইটোৱেই পিকেট্‌প'ষ্ট"—ধৰি থাকিব পাৰিলেই জয়, নোৱাৰিলেই পৰাজয়। এইবোৰ ব্যাখ্যা দিয়েই মোক শুনাকৈ মাত লগালে, "বৰ্ম্মীজ ৱাৰ" (মানৰ ৰণ) ১৮৩৬ চনত হৈছিল, নহয়নে—

মই কলোঁ, "নহয়, ১৮১৬ চনত।"

দুয়ো খোজ চলাই আহি থাকোঁতে ৰণ লগা শকটো যেন তেওঁৰটো হে শুদ্ধ, এই বুলি, আকৌ স্বগতঃ মাত লগালে, "ৱেল্। বৰ্ম্মীজ ৱাৰ টুক প্লেচ ইন্ এইটিন থাৰ্টি চিক্স (১৮৩৬ চনত মানৰ ৰণ লাগিছিল)

মইও আকৌ শুধৰাই দিলোঁ, "১৮১৬ চনত"।

কোঁঠটোৰপৰা বঙলাটোলৈ প্ৰায় ডেৰ ফাৰ্লং বাট হ'ব। উলটি আহোঁতে এই ডেৰ ফাৰ্লং, চাহাবৰ মুখত সেই একেটা কথা "ৱেল, বৰ্ম্মীজ ৱাৰ টুক প্লেচ ইন্ এইটিন্ থাৰ্টিচিক্স্"। মোৰ সেই একেটা মাত—ন,' এইটিন, চিক্সটিন", নহয়, ১৮১৬)।

এইদৰে, ওৰে বাটটোৱে একেষাৰ কথাকে কোৱাকুই কৰি দুয়ো বঙলা পালোঁহি।

মিডোলটনৰ বঙলাটোৰ একাল লাইব্ৰেৰী, কিতাপেৰেই খুন্দ খাই আছে। লাইব্ৰেৰীটোত ভুমুকি এটা মাৰোঁ বুলি, সোমাই পৈয়েই, হঠাৎ চাহাবৰ "ষ্টেটিছটিকেল একাউন্ট"খন মেলি মিডোলটনক দেখুৱাই দিলোঁ, তেওঁ শুধৰাই লেখি থোৱা "বৰ্ম্মীজ ৱাৰ টুক প্লেচ ইন্ এইটিন্ চিক্সটিন্।" মোৰ কথা বজা দেখি যুৱকী অনুৰাগী বৃটিছ সন্তান মিডোলটনৰ আনন্দত পাৰ নাইকিয়া হ'ল। তেওঁ ইমান উত্ৰাৱল হৈছিল যে মোক কি খুৱাম, কি

দিম বুলি উচপিচাবলৈ ধৰিলে। তেতিয়াহে তেওঁ মোক এভাৰমান কিতাপো দিলে। হাতীত তুলি লৈ আহিলোঁ।

হাতী চিকাৰত থকা মানুহৰ শয্যাত ল'বলৈ ক'ৰ শিমলু-তুলাৰ তুলী পাব? নল-খাগৰী, ইকৰা পাতেকে তুলা কৰি শয়ন কৰিব লাগে। মিডোলটনৰ কিতাপবিলাক আস্তোল-তোলকৈ দিলো হয়, এতিয়া থওঁ ক'ত? বিছনা শয্যা বুলিছোঁ, সেইখনতে তুলীৰ দৰে কিছুমান পাৰি ললোঁ আৰু ওনাদিয়েকক গাৰু কৰিলোঁ। ডলবাৰীৰ শ্ৰীকান্ত চৌধাৰীৰ ভায়েক বিখ্যাত হাতী চিকাৰী হৰকান্ত চৌধাৰী আছিল, আমাৰ ধুবাতে। কিতাপৰ জগতে তেওঁৰ সম্বন্ধ নাই—সদায় মাউত ফান্দীক ভবিয়াই থাকে। মিডোলটনৰ কিতাপ পঢ়ি শুনালতে যেনিব, মাউত ফান্দীৰ প্ৰতি তেওঁ পৰবশ হ'বলৈ ধৰিলে আৰু যি হৰকান্তই চাহাবৰ নাম শুনিলেই শিৰশিৰাই উঠে, মিডোলটনৰ জ্ঞানস্পৃহা দেখি তেওঁ আচৰিত হ'ল।

গধূলি হ'লে, দীননাথ ফুকন, বুলল চন্দ্ৰ গগৈকে প্ৰমুখ্য কৰি হাতী ধনী, হাৰ চুৰবীয়া গাহৰীয়া ৰাইজ আৰু মাউত ফান্দী আটাইৰে আগত সেই পুথি মেলি, ইংৰাজে কি বুজিবে আমাৰ দেশখন ললে, তাকে বুজাবলৈ সোণালী ছেগ ওলাল। উঁহ আৰু পুলিচৰ উৎপাতৰ হাত সাৰি মিডোলটনে দিয়া যি দুই এখন কিতাপ এতিয়াও মোৰ হাতত আছে সেইবিলাকলৈ চালে কোনোবা অচিনাকি দেশ এখনত থকা যেন হে লাগে। সেইবিলাক কিতাপেই যেই-সেই কথাতে আজিও মোক প্ৰেৰণা দি থাকে।

মিডোলটন আছিল অসমীয়াক ভাল পাওঁতা চাহাব, ৰুকণ ফুকন আছিল তেওঁৰ বন্ধু। ব্যৱস্থাপক সভাৰ সভ্য নিৰ্ব্বাচনত মিডোলটনে ফুকনকে ভোট দিছিল।

এদিন সুধিলোঁ, মিঃ মিডোলটন, আপুনি অসমীয়া ভাষা জানে নে নেজানে?

উত্তৰ দিলে, "বুজোঁ।"

আকৌ সুধিলোঁ, "নিশিকে কেলেই?"

হাঁহি এটি মাৰি মিডোলটনে এষাৰ কথা ক'লে যাক আৰু ব্ৰহ্মাক্ষৰেৰে প্ৰকাশ কৰিব নোৱাৰি। মিডোলটনে টেটুকুটীয়া কথা কৈ ভাল পাইছিল। এদিন অসমীয়া নেজানে বুলি দায় ধৰাত হাঁহিব চলেৰেই কৈছিল:—

"তোমালোক অসমীয়া ভকতে কুকুৰা নোখোৱা, ৰাম পাৰ হ'লে খোৱা। গৰু হ'লে নোখোৱা মেথোন হ'লে খোৱা।" এইবাৰ কথা কৈয়েই "ৰাতি-খোৱা ভকতৰ গীত এফাঁকি মাত্তি শুনালে।"

মিডোলটনৰ কথা বহুত। কংগ্ৰেছলৈ পইচাও দিছিল; কংগ্ৰেছৰ বাতৰি কাকতো কিনিছিল। কিন্তু সৰিয়হ তলীত তেওঁ পানী ছটিয়াই থাকোঁতে মই যেতিয়া কাবেদি ডাকঘৰৰ পৰা আহোঁ, তেতিয়া তেওঁ কৈছিল, "তোমালোকে তিনিজন তৰুণৰাম ফুকন ওপজাব লাগিব, তেহে স্বৰাজ পালে, ৰাখি থাব পাৰিবা।"

মিডোলটনৰ অদ্ভুত চৰিত্ৰ, অদ্ভুত কথা, অদ্ভুত জ্ঞান, অদ্ভুত উদ্যোগ। মুঠতে সোণাপুৰৰ হাতীধুৰাত থাকোতে মিডোলটনৰপৰা মই বহুত কথা শিকিলোঁ।

এ জি হোৱাইট: ন-থনা খোলা বা জাগীৰ'ডৰ পূবলৈ (কিলিং-ভেলী টি ইষ্টেট) কিলিং ভেলী চাহ বাগিচা। তাৰ মেনেজৰ আছিল এ. জি. হোৱাইট। জাগীৰ'ড ডাকঘৰেই তেওঁৰো ডাকঘৰ, আমাৰো ডাকঘৰ। তাতে হোৱাইটৰে মোৰে পৰিচয় হয়। হোৱাইটে কথায় কথায় বাগিছাত কাম কৰা অসমীয়া কৰ্ম্মচাৰীক পশুৰ দৰে ব্যৱহাৰ কৰে। মিডোলটনৰ ঠিক ওলোটা। তেওঁৰ বাগিচালৈ বা বাগিচাৰ মাজেদি কোনো অসমীয়া মানুহে ছাতি মেলি বা ঘোঁৰাত উঠি যাব নোৱাৰে। নিন্দিলে ভুক্তিবলৈ পায় বুলি এনেয়ে কোৱা নাই। তেওঁ অসমীয়া মানুহক নিন্দা কৰাৰ ফল হাতে হাতে পালে, আৰু মই নোহোৱা হ'লে তেওঁৰ জীৱনৰে সংশয় হ'লহেঁতেন।

হোৱাইটৰ লগত চিনাকি হোৱা আৰু হোৱাইটৰ জীৱন ৰক্ষা কৰা ঘটনাতো হৈছিল এই ৰূপে—তপাতলী ধুৰাত থাকোঁতে গড়খপৰা ধৰি অনা হাতীপোৱালী চাৰিটা মা লগাত গলধেমাৰীত (বহুৱা হাতীৰ বান্ধন) মৰি থাকিল। চাৰিটা হাতী মৰাত চৌধৰীৰ ৩০০, কৈ ১২০০, আৰু গৱৰ্ণ-মেন্টৰ দুণকৈ ৮০০ টকা লোকচান। ধুৰাত হাতী মৰাটো বৰ ডাঙৰ কথা; মৰাৰ কাৰণবোৰ পদে-প্ৰমাণে দেখুৱাব নোৱাৰিলে মহলদাৰৰ বি জৰিমনা হ'বই নে, আগলৈ হাতী ধৰা মহল পোৱাৰো ভিকাচন লাগিব। হাতী চাৰিটা পোৱালী বুলি দিয়া ৰিপৰ্টটো চৌধৰীয়ে নেমানিলে। তেওঁ নিজে আহি অনুসন্ধান কৰিবহি বুলি আমাক জনালে।

চীয়েমক ভালকৈ খুৱাই-বুৱাই সন্তুষ্ট কৰি পঠিয়াম বুলি ভাবি মই কাশ্মীৰৰ শুকান আপেল, শুকান বাদাম, আখৰোট, পেষ্টা ছুৱাকচৰ অৰ্ডাৰ দিছিলোঁ। সেই ফলাহাৰৰ পাৰ্চেল আগীৰ'ত ডাকঘৰ পালেহি। ডাকঘৰত পাৰ্চেলটো হোৱাইটৰ চকুত পৰিল। চাহাবে পষ্টমাষ্টৰক আচৰিত হৈ সুধিলে এইটো কোন ইমান ডাঙৰ মানুহ আছে, কাশ্মীৰৰপৰা শুকান ফল আনিছে। পৰহিলৈ মই আহিম, আপুনি পাৰ্চেলৰ গ্ৰাহককো মাতিব। সেইদিনা তেওঁক লগ পাব লাগে। আমি চিনাকি হ'ব লাগে।" মাষ্টৰৰ চিঠিমতে তিলক ফুকনৰ সলনি মযে গলোঁ। চাহাবক বুজাই দিলোঁ যে ফুকন ডাঙৰ মানুহ, তেওঁ ডাকঘৰলৈ নাহে, তেওঁৰ নিজা চাহ বাগিচা আছে। ৪০ টা হাতীও আছে। মই তেওঁৰ চেক্ৰেটৰী। কি ক'ব লাগে, মোকে কওক। চাহাবে চিকাৰলৈ হাতী খুজিলে, কিন্তু মুখেৰে কোৱা বাবে পঠিয়াবলৈ ন'হল।

হোৱাইটৰ লগত চিনাকি হলোঁ। কথা-বতৰা পাতিলোঁ। তিলক ফুকনৰ পৰিচয় দিলোঁ। সিমানতে। তাৰ পিচত প্ৰায় চৌদ্ধ বছৰ পাৰ হৈ গ'ল। তেতিয়া মই চাৰিঙত। এদিন ৰাতিপুৱা শুনিলো বোলে, আমাৰ ঘৰৰপৰা ছমাইলমান দূৰত মাছখোৱা গড়ৰ আলি-দাঁতিতে চাহাব এটা বাইজে বান্ধি থৈছে। চাহাবটোক চাবলৈ গলোঁ বৰ হেঁপাহকৈ। তেতিয়া আইন অমান্যৰ দিন—বিয়াল্লিছৰ বিপ্লৱৰ দিন। বালিকা স্কুল, ডাক বঙলাতে জুই লগাই ৰাইজে বুটিছ খেদাৰ হেঁপাহ পূৰাইছে, চাহাব পালে আৰু শুদাই এৰিবনে ?

মই চাহাবৰ ওচৰলৈ গৈ মোধাত বুজ পালোঁ—তেওঁৰ নাম এ. জি হোৱাইট, কিলিং ভেলী বাগিচাৰ মেনেজৰ। মটৰ কিনিবলৈ গৈছিল ডিব্ৰুগড়ৰ প্ৰেণ্টাৰ্চ ইৰ্চলৈ। ঘূৰি আহোঁতে, সেইখিনিতে গৈবাসহ এটা তেওঁৰ মটৰখনে খুন্দিয়ালে। তাতে ৰাইজে ধৰি তেওঁক বান্ধি থৈছে।

মই ৰাইজক বান্ধটো খুলি দিবলৈ কলোঁ, আৰু মহটো মৰিলে মূল্য ৬০্ টকা আৰু ভাল কৰিবলৈ ভালাপীৰ নিমিত্তে ৪০্ টকা লাগিব বুলি ক'লত চাহাবে বংমনে ১০০্ টকা দি পেলালে। তেতিয়া চল পাই ক'লোঁ, "আশা কৰোঁ মিঃ হোৱাইট্ অসমীয়াক যেন আপুনি গালি পাৰি নথাকে।" তাৰ পাচত হোৱাইটে অসমীয়া ভাষা আৰু বুৰঞ্জীৰ বিষয়ে জনাবৰ নিমিত্তে মোলৈ চিঠিপত্ৰ লেখি আছিল।

এদিন দেখোন মোৰ পৰম বন্ধু বসুকান্ত বৰকাকতী দেব ভটংকৰে ভপাতলী ধুৰাত ওলালহি। মনতে ভাবিলোঁ। বৰকাকতীক আকৌ হাতী মোহনীয়ে পালে নেকি? কবিতা মোহনীয়ে যি কৰিব লাগে কৰিলে। (কবিতাৰ কথা ভাবি থাকোঁতে-থাকোতেই তেওঁৰ যোজা গ'ল, ঘৰ-বাৰী গ'ল) খুৱাই-বুৱাই স্বস্থ কৰি সুধিলোঁ—"নহা মানুহ আহিল দেখোন।"

বৰকাকতী : (খং মূৰা হৈ) "চকচোন এইখন বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই 'আসাম বান্তি'ত কি লিখিছে?" এইবুলি তেওঁ হাতত লৈ অহা "আসাম বন্তি'খন মোৰ হাতত দিলে। পঢ়ি চালোঁ। দেখিলোঁ ১৯৩১ চনত বহিৰঙ্গীয়া সাহিত্য সভাৰ শিৱসাগৰৰ অধিবেশনত লক্ষ্মীনাথ বেজবৰুৱাক যি অভিনন্দন দিব খোজা হৈছে, সেই অভিনন্দন বেজবৰুৱাৰ প্ৰাপ্য নহয়, প্ৰাপ্য পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াৰ। গোহাঞিবৰুৱা হে কৃতী সাহিত্যিক—এনেকুৱা ভাললেমান অভিযোগেৰে বৰ দীঘল চিঠি এখন বেণুধৰ ৰাজখোৱাৰ চহীৰে প্ৰকাশ পাইছে।

বৰকাকতীয়ে হেচাঁ মাৰি ধৰিলেই বোলে ইয়াৰ প্ৰতিবাদ এটা আমি দুয়ো কৰোঁ আহক। মই কলোঁ, 'বন্তি' খনত লেখিলেই জানিবা। সাহিত্য সভাই আগেয়েই স্থিৰ কৰা প্ৰস্তাবটো লুটিয়াই পেলালে সভাৰ কিবা মৰ্য্যাদা থাকিব জানো? হাতীৰ দাঁত এবাৰ ওলাল, ওলাল। ৰাজখোৱাৰ প্ৰতিবাদে আমাৰ গা লৰাব নোৱাৰে।"

বৰকাকতী : বেজবৰুৱা আমাৰ সাহিত্যৰ কৰ্ণধাৰ। তেখেতক অভিনন্দিত হ'বলৈ নিদিয়া মানেই সাহিত্য সভাক অৱমাননা কৰা, আমি প্ৰতিবাদ এটা কৰিবই লাগিব।

তাৰ পাচত দুয়ো গৰকিল কৈ প্ৰতিবাদ-লেখি ছাত্ৰ সম্মিলনৰ 'মিলন' কাকতলৈ পঠালোঁ। "মিলন"ত সেইটি প্ৰকাশ হ'ল, কিন্তু প্ৰতিবাদটো এনেকুৱাকৈ এচুকত ঠাই দিয়া হ'ল যে পাঠকৰ চকুত পৰিল নে নপৰিল, একো গম নেপালোঁ। তথাপি ছপা হ'ল, সেই ফেৰাই সন্তোষ। ৰাজখোৱা ডাঙৰীয়াৰ চিঠিখনৰ প্ৰতিক্ৰিয়া এটি অৱশ্যে নোহোৱাকৈ নেথাকিল।

ভপাতলীত যি দুবছৰ (এমাহ-দুমাহকৈ) থাকিলোঁ, সেই দুবছৰে সাহিত্যিক, সামাজিক, ৰোমাঞ্চিক ঘটনা বহুত হৈছিল, তাৰ ভিতৰত মোৰ মনত মুগমীয়া হৈ থাকিল বসুকান্ত বৰকাকতীৰ সাহিত্যিক ধৰফৰণিটো।

## দ্বিতীয় অধ্যায়

**গাঁৱত ধৰ্ঁাগৈ ঃ** হাতী মহলত থাকোঁতেই দেশবন্ধু চিত্তৰঞ্জন দাসৰ দ্বাৰাই উত্থাপিত প্ৰস্তাৱ এটা সদৌ ভাৰতীয় কংগ্ৰেছ-সভাত সৰ্ব্বসম্মতিক্ৰমে গৃহীত হয়। প্ৰস্তাৱটোৱে কংগ্ৰেছ কৰ্ম্মী সকলক উপদেশ বা নিৰ্দ্দেশ দিছিল গাঁৱত সোমাবলৈ। সেই সময়তে, কংগ্ৰেছৰ ধৰ-ধৰ মাৰ-মাৰ উৎসাহ উত্তেজনাৰ গতিও মন্থৰ হৈ আহিছিল। কলেজ বন্ধ কৰি জেল খোৱা সৰহভাগ ছাত্ৰ আকৌ কলেজলৈ গৈছে, আদালত বৰ্জ্জন কৰা উকীলবো প্ৰায় ভাগেই পুনৰ ওকালতিত ধৰিছে। কোনেও 'পুনৰমূষিক" হ'বলৈ কুণ্ঠা-বোধ কৰা নাই। বাতৰি-কাকতৰ সম্পাদকবো কোনো কোনো জনে নতুনকৈ প্ৰতিশ্ৰুতি দি ন-কৈ কাগজ উলিয়াবলৈ যো-জা কৰিছে। অসমৰ একমাত্ৰ অসহযোগী কাকত "আসাম বিলাসিনীৰ" সম্পাদক কৃষ্ণ পেস্কাৰে (কৃষ্ণকান্ত ভট্টাচাৰ্য্যাই) পেঞ্চন পৰ্য্যন্ত হেৰুৱাইও কাকতখন সতৰ্কভাৱে চলাবলৈ মান্তি হৈছে। কংগ্ৰেছৰ পৰাও নিৰ্দ্দেশ আহিলে "গাঁৱত ধৰ্ঁাগৈ।"

মইও গাঁৱত সোমাই চাৰিং-সংস্কাৰৰ কামত চুচুৰীয়া ভাৱে লাগিবলৈ ধৰিলোঁ। তেতিয়াও এখন গাঁৱৰপৰা আইন এখন গাঁৱলৈ যাবলৈ আলিৰ সঁচেহ নাছিল। কৃষ্ণপদ ডুবৰা বৰমহৰীয়ে কৰাই থৈ যোৱা ডুবৰা আলি-টোহে মাথোন আলি বুলিবপৰা হৈ আছিল। এইটোৱেই তেতিয়া সদৰ আহিবলৈ ওলোৱা সোমোৱা মৌজাটোৰ একমাত্ৰ আলি! সিও বাৰিষা হ'লে, টেক্ টেক্ কৰে পিচল। দলঙো কেৰাণন! ছয়াহয়ান হৈ থাকে। তুকবীয়া কাকতীত আলি নাছিলেই। বাট বুলি যিবা এটা আছিল, সিও আধাডুৱৰীয়া। চলিহা কাকতী গাঁৱত থৰা আলি এটা মাত্ৰ আছিল। ভোগৰাম কাকতী মণ্ডলৰ পুত্ৰ যোগানন্দ বৰকাকতী, চাৰিঙত প্ৰথম মাইনৰ স্কুল পাতোতা নবীনচন্দ্ৰ কাকতী, লোকনাথ কাকতী (গুইন) আৰু যজ্ঞেশ্বৰ কাকতীয়ে মাটিগিৰিহঁতৰ লগত লগা কাজিয়া পৈচাল ভাঙি, ধন ভৰি গজপুৰীয়া কাকতী আলিটো চোতাইছিলে হে মাথোন। ৰত্নপুৰীয়া, বৰ-ফলীয়া, টেঁপৰ, পুৰথিমেলীয়া, ম'হছাল, ভেলীয়াল—এইবোৰ গাঁৱত কেৱল

লুংলুঙীয়া ছিগা গৰুবাট একোটা হে আছিল। স্বৰ্গদেৱসকলে পোন প্ৰথমেই যি দুটা আলি কৰাইছিল, তাৰ ভিতৰত নগা আলিটোও এটা ; এইটোৱেই চাৰিঙৰ ৰাজহাড় স্বৰূপ ৰাজআলি। তথাপি তাৰ প্ৰতিও চকু দিওঁতা কোনো নাই। লোকেল-বৰ্ডে মন গ'লে বছৰি এচপৰা-দুচপৰা মাটি পেলোৱায়। কিন্তু, বাৰিষা হ'লেই সেই মাটি উটি যায়। মুঠতে ১৯২৩ চনলৈকে নগা আলিটো দুবুলি হাতী-মহ-গৰু খোৱা এটি খাবৈ বুলিব পৰা হে আছিল। আলিৰ অৱস্থা এনেকুৱা শোচনীয় আছিল যে যোৰহাট প্ৰবাসী নকুলচন্দ্ৰ ভূঞাৰ কলমটোৱে যেন বাতৰি-কাকতত নগা আলিৰ বিষয়ে লেখিবলৈকে জনম ধৰিছিল। ডাক্তৰ হৰকান্ত দুৱৰা আৰু বলোৰাম দুৱৰা বি,এ দেৱেও আলিটো গাড়ী-গুৰা যাবপৰা কৰিবলৈ নথৈ চেষ্টা কৰিছিল। শিৱকান্ত দুৱৰাই গাঁঠিৰ ধন ভাঙি, লোকেল-বৰ্ডৰ চেয়াৰমেনক নগাআলিৰ উন্নতি অৰ্থে খাটি-লুটিয়েই আছিল। চলিহা আলিটো পাচত সকমন গগৈ বি-এই অশেষ পৰিযত্ন কৰি, ধন ভৰি সদৰ আলিত লগোৱা কৰিলে। সেই কাৰণেই, ভুবনচন্দ্ৰ গগৈ চেয়াৰমেন হৈ থকা কালত পুৰণি চলিহাটোতে গগৈ নামটো যোগ দি চলিহা আলিটোৰ নাম চলিহা গগৈ-আলি খোৱা হ'ল।

অসহযোগৰ জুইকুৰা চিমাই অহাৰ সময়ত, যদুনাথ হাজৰিকা, টেপুৰাম গগৈ, সকমন গগৈয়ে গাঁৱলীয়া ঠাইবোৰ সুগম কৰাত দেহা উবুৰিয়াই লাগিছিল। নামদাঙৰ শিলসাঁকোৰ পৰা ধোদৰ আলিলৈকে ৯ মাইলমান বাটৰ ভিতৰত ২১খন দলং বছৰি সজাই থাকিবলগীয়া হোৱাত লোকেল বৰ্ডে নগা আলি আওভোৱা কামত টকা খৰচ কৰাত হাত-ধৰি চলিছিল। বহুদিনৰ পাচত, তাৰাপ্ৰসাদ চলিহা যেতিয়াৰ চেয়াৰমেন হোৱা কালত, ৰাধাকান্ত ফুকন ডাঙৰীয়াই ১০০০ টকা বৰ্ডক ধাৰলৈ দি নগা-আলিটো সঁচা-সঁচি আলিস্বৰূপ কৰালে। সেই টকাৰেই দলং থকা ছিগাবোৰত মাটি দিয়ালে। এই আলিটোৰ উন্নতিৰ ওপৰতে ম'ৰাবজাৰ মৌজাৰ আৰ্থিক উন্নতি নিৰ্ভৰ কৰে।

ফুকন ডাঙৰীয়াই অম্লান বদনে মূলধন ৰকমটী পেৰাবপৰা ১০০০ টকা জৰ্জৰ কৰে লোকেল-বৰ্ডক চাজি দিয়াৰ কাৰণটো এইদৰে উত্তৰ দৈছিল :-

সেই সময়ত বোৰ্ডৰ তাৰাপ্ৰসাদ চলিহা ডাঙৰীয়া আছিল শিৱসাগৰ লোকেল-বৰ্ডৰ চেয়াৰমেন। নগা-আলিৰ "দলংবোৰ সদায় আবস্তৰতে ভাগি

থাকে। সেইবেলি ন-খনাজান আৰু মেথিজানৰ তগা-বাঁহৰ দলঙৰে গৈলেবেদি যোৱা তুখন গাৱঁৰ গৰু ঘূৰীয়া হয়। সেই বাবে "অৱমীয়া" কাকতলৈ চেয়াৰমেনক দোষাৰোপ কৰি পাকে-প্ৰকাৰে কথা বুলি, নাম নিদিয়াকৈ এখন চিঠি দিছিলোঁ। সেই চিঠি প্ৰকাশ হ'লত, ফুকন ডাঙৰীয়াৰ চহীৰে তাৰ উত্তৰ ওলাল। উত্তৰটো আছিল, 'নগা আলিটো মোৰ তুৱাৰমুখৰ আলি। এই আলিয়েদি সদায় মটৰগাৰী, গৰুগাৰী আদি নিৰ্বিঘিনিয়ে চলি থাকে। যি জনে চেয়াৰমেনক কথা বুলি অভিযোগ কৰিছে, সেইজন হে কথা।" চিঠিখন লেখাৰ গুপ্ত ৰহস্যটো অৱশ্যে ভেদ কৰিলোঁ। এনেতে ঈশ্বৰৰ কি লীলা ক'ব নোৱাৰোঁ, এদিন চলিহা ডাঙৰীয়া আহক নগা-আলিয়েদি, মটৰ লৈ। ফুকনৰ ঘৰৰপৰা উলটি যাওঁতে, কিবা স্বৰূপত মটৰখন আলিৰ পৰা পিছলি গৈ আবোহীয়ে সৈতে আলিৰ দাঁতিত থকা দ-পথাৰৰ দলনিত ছোঁৰোপা খাই সোমালগৈ। দলনিৰপৰা তুলি আনি চোৰমেনক সুস্থ কৰাৰ পিচত, ফুকন ডাঙৰীয়াৰ সাক্ষাতে কলোঁ, "কথা কোন, এতিয়া ওলাই পৰিল।"

তাৰ পিচত, চলিহা ডাঙৰীয়াক বুদ্ধি দিলোঁ, ফুকন ডাঙৰীয়াকে আলি বঙ্কোৱাৰ ভাৰ দিবলৈ। ফুকনকো অনুৰোধ কৰিলোঁ, আলি নবন্ধালেও বৰ্ডক অন্ততঃ কেইহেজাৰমান টকাকে ধাৰলৈ দিয়ক। শেহাস্তত, চলিহাক ১০০০ টকা ফুকনে ধাৰলৈ দিলে আৰু সেই টকাতে ভেজনি দি বৰ্ডে নগা আলিটো ওখ আৰু বহল কৰিলে। নগা-আলিটো আলিমূৰা কৰি ভালৈ অনাত ফুকন ডাঙৰীয়াৰ অযাচিত দানেই প্ৰথম।

**গৌৰীসাগৰ ডাকঘৰ:** চাৰিঙৰ মানুহৰ নিমিত্তে গৌৰীসাগৰ ডাক ঘৰটোৱেই একমাত্ৰ ডাকঘৰ আছিল। দক্ষিণ চাৰিঙৰপৰা ডাকঘৰলৈ চাৰি মাইলমান বাট হ'ব। মাজখনতে ইয়াত পিয়ন এটা আছিল। ডাকঘৰটোৰ আয় নাই বুলি সেই পিয়নটো গুচাই পেলোৱা হ'ল। সেইদেখি, মানুহে নিজে চিঠি-পত্ৰ আনিবগৈ লাগে। '২১-২২ চনত ধুমধাম কংগ্ৰেছৰ কাম চলাই থাকোঁতে শ্যামসুন্দৰ চক্ৰৱৰ্ত্তী সম্পাদিত কলিকতীয়া দৈনিক কাকত 'চাৰ্ভেণ্ট' খন আনিবলৈকে দিনো গৌৰীসাগৰলৈ যাবলগীয়া হৈছিল। নিতৌ অহাযোৱা কৰা বৰ টান। পিয়ন নায়েই, বিপুৰা নো কিমান ধৰিব? বহুত কটকটৰ সুৰত কেম্ব্ৰিয়াৰা হে বিশ্বাসী মানুহ এজন-তুজন পোৱা হয়। পইমাইবৰ ভয়তে কোনো মানুহ ডাকঘৰলৈ যাব নোখোজে।

**হৰি পষ্টমাষ্টৰ :** পষ্টমাষ্টৰ আছিল হৰিনাথ শৰ্ম্মা বৰঠাকুৰ। তেখেতৰ বয়স তেতিয়াই ৫০ বছৰমান হৈছিল। তেখেতৰ কাম অসংখ্য—গোৰীসা গৰৰ দ'লত দৈনিক পূজা কৰিব লাগে, গৰু পাউণ্ড তদাৰক কৰিব লাগে, ডাকঘৰৰ কামো চলাব লাগে। তাৰ উপৰিও, ওচৰ চুবুৰীয়া গাঁৱত সভা-সমিতি হ'লে বক্তৃতা দিবলৈও যাব লাগে। কেউটা কামৰ জুমুৰিয়ে যেতিয়া তেখেতক জপটিয়াই ধৰেহি তেতিয়া তেখেতৰ তত হেৰাই যায়। এনেয়ে এসৰীয়া মানুহ, তাতে তত্ হেৰালে কথাবোৰ খেলি-মেলি লাগে। আভোকৰ ন-মূঠিয়েই জুৰি থাকে, তাতে যদি অসময়ত থাকো কোনোবা এজন আহি টিকট-লেফাফা খোজেহি, বৰঠাকুৰদেৱৰ খংটো টিঙিচ কৰে পোনেই মূৰৰ ওপৰত উঠেগৈ। চিঠি বিসৰাজনে তেখেতৰ এবাৰ নহয় এবাৰ খিংখিঙীয়া মাত শুনিবই শুনিব। ডাকপখিলী এটা বা পষ্টকাৰ্ড এটা বিচাৰিলেও সততকাই পাব নোৱাৰি, এঘন্টামান বহি থাকিলে হে পোৱা যায়। মনি-অৰ্ডাৰ বা ৰেজেষ্টৰী কৰিবলৈ কিমান সময় যে ল'ব লাগে ঠিকেই কৰিব নোৱাৰি। তিনিটা কাৰ্ড ললেও একেজাপ কৰি নিদিয়ে, তিন-তিকান নকৈ ন বেলি লুটিয়াই লুটিয়াই লেখি, ন-বেলি নটা কোব মাৰিহে কাৰ্ড-কেইটাকে দিব। তাৰ উপৰি তেখেতৰ হুজাউৰিমান বক্তৃতা আছেই। চাৰি মাইল বাট বাটকুৰি বাই গৈ আকৌ খিংখিঙীয়া মাত শুনা যে কেনেকুৱা তিতা-মূৰীয়া লগোৱা কথা, শুনাজনে জনমলৈ শিকিছে—মুখেৰে আনৰ আগত ক'বৰ সাধ্য নাই।

পষ্টমাষ্টৰৰ বাদত হে ডাকঘৰত হৰিনাথ শৰ্ম্মা সময় আৰু ভদ্ৰতাৰ মোল বুজোতা মানত অজিন পাতকী, এনেয়ে ভদ্ৰতা, নিষ্ঠা, চিন্তাশীলতা আৰু স্পষ্টবাদিতাত হ'লে সকলোৰে ভক্তিভাজন। চৰ্কাৰী কৰ্ম্মচাৰী হ'লেও, দেশ-প্ৰেমৰ উদ্দীপনাত পৰি ওচৰৰ চুবুৰীত বহা কোনো কোনো ৰাজহুৱা সভালৈ তেখেত নোযোৱাকৈ নেথাকে; সভালৈ গ'লেই, বক্তৃতাও বৰ লেহুৱা আৰু কথাই পানী নসৰকে। তেখেত ডাকঘৰত থাকোঁতে জমদগ্নিৰূপে যিটো মূৰ্ত্তি ধৰি থাকে, বক্তৃতা দিওঁতেও সেই মূৰ্ত্তিকে ধৰি ছাত্ৰবিলাকক স্বভাৱ-চৰিত্ৰ ভাল কৰিবলৈ, ধৰ্ম্মপৰায়ণ হ'বলৈ আৰু শিক্ষাগুৰু-পিতৃগুৰুক মানিবলৈ ভাবি-ধমকি দিয়াদি টানি উপদেশ দিয়ে। বাহিৰ আৰু চৰ্কাৰৰ ঘৰত সুনাম থৈ হৰিনাথ শৰ্ম্মাই ২৯ বছৰৰ মূৰত ডাকঘৰীয়া কামৰপৰা অৱসৰ ললে।

**চাৰিং ডাকঘৰ ঃ** চাৰিঙতে ডাকঘৰ এটি পাতিবলৈ ঠিক কৰি, ডাক বিভাগৰ ওপৰৱালাসকললৈ ঘনে ঘনে দৰ্খাস্ত দিলোঁ। ১৯২২ চনৰ পৰা ধাৰাবাহিকভাৱে আবেদনৰ কৰ্ম্মুঠি যাবি যাছিও ডিবুৰুত থকা চুপাৰিণ্টেণ্ডেণ্ট অফিচৰ বঙালী কৰ্ম্মচাৰীৰ মন কোমলাব নোৱাৰিলোঁ। বাৰে বাৰে উত্তৰ আহে চাৰিঙত ডাকঘৰ দিব নোৱাৰি। অৱশেষত ১৯২৭ চনত, কলিকতাত দেশভক্ত ফুকনৰ কাণত মেই নাউমান কথাটি পেলাবলৈ সুযোগ পালোঁ। তেতিয়া তেখেতে পুৰুষসিংহ চন্দ্ৰকমল বেজবৰুৱাৰ বিখ্যাত "বাটৰ খৰ" (বাইট্ অব ব্ৰে) মকৰ্দমাটো তদ্বিৰ কৰিবলৈ কলিকতাত অৱস্থান কৰিছিল। ফুকন ডাঙৰীয়াক চাৰিঙত ডাকঘৰ এটা পতাৰ কথা ক'লতেই, তেখেতে তৎক্ষণাৎ মোক মিঃ জি. পি, ৰায়ৰ ওচৰলৈ লৈ গ'ল। ৰায় আছিল সদৌ ভাৰতৰ ডাক-টেলিগ্ৰাফ বিভাগৰ উচ্চতম বিষয়া।

তেওঁৰ আগত ফুকনে মোৰ কথা এই বুলি ক'লে, "এই ল'ৰাটি আহিছে সুদূৰ অসমৰ পূব-প্ৰান্তৰপৰা, আহিছে—আপোনাৰ ওচৰত সৰু ডাকঘৰ এটি ভিক্ষা কৰিবলৈ। শিৱসাগৰৰ ভিতৰত চাৰিংখন পুৰণি শিক্ষিত সম্ভ্ৰান্ত লোকৰ বসতি স্থান। ইয়াত ডাকঘৰ এটা দিবই লাগে।" ফুকনৰ কথা-খিনি শুনিয়েই ৰায় চাহাবে সোঁ-চকুৰ মাছখন একত্ৰাই মোৰ হাতৰপৰা দৰ্খাস্তখন লৈয়েই মোক বিদায় দিলে।

তাৰ পাচত মাহাদয়েক গ'ল। মই ঘৰ পালোঁ হি। এদিন গৌৰীসাগৰ ডাকঘৰলৈ গৈছোঁ, শিৱসাগৰৰপৰা ডাক নৌ পাওঁহি এখোন। বাবু অশ্বিনী চৌধুৰী নামৰ ডাকঘৰীয়া ইন্‌স্পেক্টৰ এজনে গৌৰীসাগৰ ডাকঘৰ পৰিদৰ্শন কৰিছে। কথায় কথায় মই উলিয়ালোঁ। কোলোঁ, 'চাৰিঙত ডাকঘৰ এটা নহ'বই নেকি?' চৌধুৰীয়ে সিহি মাতেৰে কিন্তু তাচ্ছিল্য ভাৱেৰে ক'লে,— 'আপোনাৰ চাৰিঙৰ নিচিনা গাঁৱলীয়া ঠাইত কি ডাকঘৰ হ'ব?' (মই ইংৰাজীৰে সুধিছিলোঁ, তেওঁ উত্তৰ দিছিল বাংলাৰে।) কথাষাৰে মোক খিন্নাই উকালি ডাকিলে। মইও বঙা-চঙা পৰি গোজোৰা মাৰি কলোঁ, 'বগা চামৰা এজন থকা হ'লে আজিয়েই ভৰি চেলেকি ডাকঘৰ দিলেহেঁতেন (Were there a single European soul, I think, you would have licked his foot and given him a Post Office.)' মোৰ ডোকা মাত শুনি তেওঁ কি উত্তৰ দিব জানি পালোঁতেই [illegible] হৈছিল, সদায় মোক আওকাণ কৰি [illegible] আক-চিং-চিং - [illegible] কৰি তেওঁ পাৰিলেই এৰিলে।

—১৯

'বেণু বোপা, খালা, তুমি ভাল খালা। মোৰ আগতে ইন্‌স্পেক্টৰক টান কথা কৈ মোৰ কামটোও নিয়ালা এতিয়া ............!'

. এনেতে, শিৱসাগৰৰ ডাকোৱাল পালেহি। 'বেগ' খুলি চাওঁতেই মোৰ নামে দিয়া শিলঙৰ ডেপুটী প'ষ্টমাষ্টৰ জেনেৰেলৰ চিঠিখন ওলাল। পঢ়ি চাই দেখিলোঁ:—মই যদি নগদ ৩০০ টকা জামিন দি ঘৰ এটা দিব পাৰোঁ আৰু ১০ টকাত ডাকোৱাল ডাকবাবু (প'ষ্টমাষ্টৰ) এজন বন্দবস্ত কৰি দিব পাৰোঁ, তেন্তে ১৯২৮ চনৰ ১৬ জুলাইৰপৰা চাৰিঙত পৰীক্ষামূলক ভাবে ডাকঘৰ এটা চৰ্কাৰে পাতি দিব পাৰে। মোলৈ দিয়া চিঠিৰ, সেই সময়ৰ শিৱসাগৰীয় কাউন্সিল সদস্য তাৰাপ্ৰসাদ চলিহা বেৰিষ্টাৰ ডাঙৰীয়ালৈ দিয়া চিঠিৰ নকল আছিল। চিঠি পঢ়ি, ইন্‌স্পেক্টৰে সেমেনা-সেমেনি কৰিবলৈ ধৰিলে আৰু মোক ভদ্ৰভাবে ক'লে, 'ভাল হ'ল, এতিয়া আৰু ডাকঘৰ পাতকগৈ।'

সেই চিঠি পাই আমাৰ আনন্দ-উলাহ থবলৈকে ঠাই নোহোৱা হ'ল। গধূলি পাতি হাঁহ মাৰি ভোজ খালোঁহক। শৰৎচন্দ্ৰ গজপুৰীয়া হুকুমক চাৰিং ডাকঘৰৰ মাষ্টৰ পাতিলোঁ। আমগুৰি ষ্টেচনৰপৰা ডাক আনিবলৈ পাল পাতি পাতি ৰুণ্টিয়াৰো ওলাল। তাৰ ভিতৰত এই কেইজনেই আছিল আগৰণুৱা—উমাকান্ত ডুবৰা, সূৰ্য্যকান্ত ফুকন, থিটিবা খনিকৰ, সজনীকান্ত ফুকন, চিদানন্দ হাজৰিকা, জীৱকান্ত ডুবৰা আৰু সোণধৰ খনিকৰ আদি শ্ৰীমান কিজন।

ডাকঘৰটো যে নহ'লেই নহয় আৰু তাৰ লগত যে দুৰণিৰটীয়া মানুহ আৰু অনুষ্ঠানৰো ঘনিষ্ঠ সম্পৰ্ক আছে, তাৰ প্ৰমাণ দেখুৱাবলৈ লণ্ডনৰপৰা ভি. পি. কৈ ২৫ টকা দামৰ [ইয়াত তেতিয়া জোতাৰ দাম আছিল ৩৷৷০ টকা] জোতা আনিও দেখুৱাইছিলোঁ। বিদেশলৈ দিয়া চিঠিত আমাৰ ডাকঘৰৰ নামটো চাৰিং ক্ৰছ [লণ্ডনত থকা চেৰিং ক্ৰছ নামানুসাৰে] বুলি দিছিলোঁ; ডাকঘৰটো স্থায়ী কৰিবলৈ ডুমডুমাৰ হেমকান্ত বৰকাকতী, নাগিনীজান বাগিছাৰ যোগেশ্বৰ সন্দিকৈ, নকচাৰী মৌজাদাৰ যোগেশ্বৰ বৰুৱা, মোৰ ভাই ধৰ্মেশ্বৰ শৰ্ম্মা, নাজিৰাৰ ভোলানাথ শৰ্ম্মা পূজাৰী আৰু লোকনাথ কাকতী মেনেজাৰে সহায়-বুদ্ধি দি যথেষ্ট কষ্ট কৰা নাছিল। বলোৰাম ডুবৰা বি,এই তিনুকৰপৰা কেইটা প্ৰকাৰেও সহায় কৰিছিল। হৰিপ্ৰসাদ ডুবৰা দেৱানে বাহে আঠ আনাকৈ, শিৱকান্ত ডুবৰাই বাহে

এটকাকৈ আৰু তিলকান্ত ফুকন আৰু লোকনাথ ফুকনে লাগ বুলিলেই যিমান লাগে সিমান ৰৰঙণি দিছিল। ডাক্তৰ হৰকান্ত দুৱৰাই বাইচাইকেলেৰে ঘূৰি-পকি গোটেইখনতে টিকট লেফাফা বেচি ফুৰিছিল আৰু ভালেমানে যি পাৰে তাকে দি সহায় কৰিছিল। সকলোৰে উদ্যমশীল আৰু আশাশুধীয়া সহায়-সহানুভূতিৰ ওপৰত নিৰ্ভৰ কৰি চাৰিং ডাকঘৰটি সুপ্ৰতিষ্ঠিত কৰিবপৰা হ'ল।

কিবা এটি বেমেজালি লগাত শৰৎ বৰুৱাই কামৰপৰা অৱসৰ লব লগা হ'ল। তাৰ পাচতে, ডাকঘৰৰ ঘৰ টনা-আজোৰা লাগিল। পষ্ট মাষ্টৰো বদলি হ'ল। বহুত মেল-মৰ্দ্দমাৰ মূৰত চৰ্কাৰৰ ফালৰপৰা চলিহা আলিৰ মূৰৰ ৰৰগছ জোপাৰ তলতে ডাকঘৰ হ'ব বুলি ঠাই বাছি দিলে। শৰৎ গজপুৰীয়াৰ পিচত গোপাল শৰ্ম্মা কটকী পষ্টমাষ্টৰ হয়। তাৰ পিচত বলোৰাম চলিহা। চলিহাৰ পিচত, আকৌ গোপাল শৰ্ম্মা হয়। এইদৰে, অগীয়া-বগীয়াকৈ কেবাজনো মাষ্টৰ হোৱাৰ পিচত, আকৌ গোপাল শৰ্ম্মাই মাষ্টৰ হয়।

ডাকঘৰটোৰ নাম চাৰিং নিদি, কাকতীগাঁও দিব লাগে বুলি কেব'-জনেও ওজৰ উলিয়াইছিল। সেই ওজৰ নচলিল। চাৰিং নামেই থাকিল। এই নামটো ৰাখিবলৈকে বুঢ়িচ আমোলৰ পুৰণি বুৰঞ্জী আৰু বহুত চৰ্কাৰী ৰিপৰ্ট ঘূৰুকিবলগীয়া হৈছিল। শেহতত ১৯২৮ চনৰ ১৬ জুলাইৰপৰা সাত মৌজাৰ চাৰিংখনৰ জগতৰ লগত ডাকঘৰৰ যোগেদি লগুণ গাঁঠি লাগিল।

**চাৰিং ছাত্ৰ সভা :** চাৰিং মাইনৰ স্কুলৰ হেড্ মাষ্টৰ নবীনচন্দ্ৰ কাকতী, বলোৰাম দুৱৰা, কেশৱ চন্দ্ৰ দুৱৰা দেবেন্দ্ৰনাথ দুৱৰা, টুনীৰাম কাকতী আৰু অতুল চন্দ্ৰ ফুকন এইবিলাকেৰে পৰামৰ্শ কৰি পুৰণি ছাত্ৰ সভাখন উজ্জীৱিত কৰিবলৈ স্থিৰ কৰিলে।। সেই সভাই উঠি অহা ছাত্ৰ-চামৰ মন স্বদেশানুৰাগত মতলীয়া কৰি পেলালে! সেইসভাৰ বিৱৰণটি বাতৰি কাকতৰপৰাই তুলি দিলোঁ।:—

"১৯২৯ চনৰ ১৫/১৬ এপ্ৰিল তাৰিখে শিৱসাগৰৰ চাৰিঙৰ শ্ৰীযুত পদ্মধৰ চলিহা এম-এ, বি-এলৰ সভাপতিত্বত অতি আগ্ৰহ-উৎসাহেৰে চাৰিং ছাত্ৰ-সভাৰ দ্বিতীয় বাৰ্ষিক অধিবেশন হৈ গ'ল। আদৰণি সভাত হৈ শ্ৰীযুত অতুল চন্দ্ৰ ফুকনে পাঠ কৰা অভিভাষণখনি সাৰুৱা আৰু সময়োপযোগী হৈছিল। সভাপতি ডাঙৰীয়াৰ দীঘলীয়া অথচ জুৰুলা হৃদয়গ্ৰাহী অভি-ভাষণ শুনি সকলো মুগ্ধ হৈছিল।

প্ৰথম দিনা সভাৰ কাৰ্য্য শেষ হোৱাৰ পিচত, ৰাতিলৈ ছায়াপট বা মেজিক লেণ্টাৰ্ণৰ সহায়েৰে "সাবিত্ৰী সত্যবান" ৰ কাহিনী, মেলেৰীয়া জ্বৰৰ কাৰণ, কলাজ্বৰ আৰু হাইজা ৰোগৰ বিস্তাৰ বন্ধন উপায় দেখুউৱা হয়। পাচদিনা, শ্ৰীযুত ঘনকান্ত দুৱৰাই এটি ৰবগীত গাই সকলোকে সন্তোষ দিয়ে। প্ৰস্তাৱৰ ভিতৰত আছিল লালা লাজপৎ ৰায়ৰ মৃত্যুত শোক প্ৰকাশ, সমাজ সেৱা দল স্থাপন, ৰাগীয়াল বস্তু নিবাৰণ আৰু দেশীয় কাপোৰ-কানি প্ৰচলন কৰা আদি।

পোনৰ দিনৰ সভাত, স্থানীয় মুনিহ ছাত্ৰৰ উপৰিও, বকতা, বলিয়াঘাট, বামুণপুখুৰী, তামুলীছিগা, জাঁজী, আমগুৰি, নাজিৰা আৰু শিৱসাগৰৰ ভালেমান ছাত্ৰ আৰু শিক্ষক উপস্থিত আছিল। 'অসমীয়া' কাকতৰ সম্পাদক শ্ৰীযুত লক্ষ্মীনাথ ফুকন, শ্ৰীযুত ইন্দ্ৰনাথ কাকতী বি,এ, শ্ৰীযুত যজ্ঞেশ্বৰ বৰুৱা, শ্ৰীযুত দেৱেশ্বৰ খাটনিয়াৰ, শ্ৰীযুত আনন্দ ৰাম হাজৰিকা, শ্ৰীযুত প্ৰিয়নাথ বৰুৱাকে প্ৰমুখ্য কৰি বিশিষ্ট অতিথি সকলে সভাত যোগ দি কাটনী-কৈবৰ্ত্ত-চুতীয়া-আহোম-কাকতী-কটকীৰে ঠাহ খাই খকা সভাৰ ৰভাঘৰৰ শ্ৰী-গাম্ভীৰ্য্য বৰ্দ্ধন কৰিছিল। শ্ৰীযুত ফকন আৰু খাটনিয়াৰে সমাজৰ কেৰোণ কানি-ভাং-চুৰুতৰ অপকাৰিতা সম্বন্ধে আৰু সামাজিক মাধৰ আৱশ্য-কতা দেখুৱাই একোটি বক্তৃতা দিছিল। দাৰ্শনিক কবি শ্ৰীযুত ইন্দ্ৰনাথ কাকতী, উদ্যোগৰ ফিৰিঙটি আনন্দ হাজৰিকা আৰু চিন্তাশীল সাহিত্যিক শ্ৰীমান কৃষ্ণকান্ত গগৈয়ে তেজী বক্তৃতাৰে ছাত্ৰ আভভাৱকৰ কৰ্ত্তব্য বিলাক ফাঁহয়াই দেখুৱায়। উচ্চাকাঙ্খী শ্ৰীমান মোহন চন্দ্ৰ ফুকন আৰু শ্ৰীমান উমাকান্ত দুৱৰা যুটীয়া সম্পাদক নিৰ্ব্বাচিত হয়। চাৰিমান বজাত শ্ৰীযুত বিষ্ণুৰাম বৰকাকতী ডাঙৰীয়াই গোৱা এটি বৰগীত আৰু সভাপতিৰ সামৰণি মন্তব্যেৰে চাৰিং ছাত্ৰসভাৰ দ্বিতীয় বাৰ্ষিক অধিবেশন অন্ত পৰে।

এই ছাত্ৰ সভাই আমাক বল বল দিলে; অন্ততঃ, পুলিচৰ ঢেপা-খুন্দা আৰু ভাবুকিলৈ ভয় নকৰা কৰিলে। ১৯৩০ চনৰ পৰা ১৯৪২ চনলৈকে স্বাধীনতা অৰ্জনত যিবিলাকে নিৰ্য্যাতন ভোগ কৰিলে, সেইবিলাকৰ সৰহ ভাগেই এই ছাত্ৰ সভাৰ পৰাই পোন প্ৰথম প্ৰেৰণা পোৱা।

১৯৩০ চনৰ মহিলা আন্দোলন : ১৯৩০ চন পালেহি। ১৯২১ চনতকৈ এই চনৰ অসহযোগ আন্দোলনে অধিক আকাৰ ধাৰণ কৰিলে।

'২১ চনত যদি জেললৈ যোৱা, অবিমনা ভৰা মানুহ সমৌ ভাৰতত্ৰ হেজাৰ-বিজাৰ হৈছিল, এই চনত লাখ-বিলাখ হ'লগৈ। আগবঢ়োৱা আন্দোলনত প্ৰত্যক্ষভাৱে কাম কৰোতা আৰু নিৰ্য্যাতন ভোগোতাসকলৰ ভিতৰত পুৰুষৰে আগভাগ আছিল। এই আন্দোলনত কিন্তু, মহিলাই হে তীব্ৰতা বঢ়ালে। বোম্বাই প্ৰদেশৰ গুজৰাটী মহিলাসকলে গোন প্ৰথমেই জাকৰুৱা ভাৱে সত্যাগ্ৰহ কৰি আইন অমান্য কৰে। বোম্বাইবাসী মহিলা জাগৰণৰ পচোৱা বতাহে আমাৰ অঞ্চলতো থকা চাৰিঙৰ মহিলাৰ গাতও ছাটি এটা মাৰিলেহি। চাৰিঙৰ আই মাতৃ-জীয়াৰী-বোৱাৰীও কংগ্ৰেছৰ নিৰ্দ্দেশ-মতেই কাটেক খাবলৈ সাজু হ'ল।

আগবেপৰা জাতীয় আন্দোলনৰ আগ-গুৰি কাটি অহা সুন্দৰী কাকতী-মনীয়ে নায়িকাৰ দায়িত্ব লোৱাত চাৰিঙৰ বুঢ়ী আইসকল আৰু জীয়াৰী-বোৱাৰীইতৰ গা দাং খাই উঠিল। ডাঙৰীয়া কৃষ্ণপদ দুৱৰাৰ ভাৰ্য্যা ৭৫ বছৰ বয়সীয়া উপমা দুৱৰানী, ৭০ বছৰীয়া যজ্ঞেশ্বৰী দুৱৰানী, মহীধৰ দুৱৰাৰ পত্নী, বলোৰাম দুৱৰা কেৰেণীৰ সহধৰ্ম্মিনী, ৰাধাকান্ত ফুকন ডাঙৰীয়াৰ ভাৰ্য্যা আইটী ফুকননীও ওলাই আহিল—নতুনক বাট দেখুৱাবলৈ। ঠায়ে ঠায়ে মহিলা সভা পতা হ'ল। লীলাৱতী হাজৰিকানী, কুসুম কুমাৰী দুৱৰানী, লীলাৱতী দুৱৰানী, ৰাসেশ্বৰী ফুকননী, গুণদালতা ফুকননী, খগেশ্বৰী দুৱৰানী, স্বৰ্ণলতা দুৱৰা, ৰহিলা দুৱৰা, পৰিলা দুৱৰা, ৰমণীলতা বৰকাকতী, মাধৱলতা ফুকন, হেমপ্ৰভা কাকতী, মাদৰীলতা ফুকন, প্ৰেমদালতা ফুকন, হেমলতা ফুকন প্ৰভৃতি শ্ৰীমতী আইদেওইতে—এই সকলোটিয়েই আগৰণুৱা হৈ সমদলে ফুৰি-ফুৰি ঠায়ে-ঠায়ে সভা-সমিতি পাতিবলৈ ধৰিলে। এওঁবিলাকেই সভা পাতি দৈনিক কংগ্ৰেছ অফিচত সূতা কাটিবলৈ লয় আৰু বিয়াই-সবাহে সকলোকে বিলাতী-বৰ্জ্জন কৰিবলৈ অনুৰোধ কৰি ফুৰে। দেওবাৰে দেওবাৰে একোখন গাঁৱলৈ গৈ সভা পাতি মহিলাবিলাকক কংগ্ৰেছৰ সভ্যভুক্ত কৰে। শিৱসাগৰ কাছাৰীৰ আগত বৰ ডাঙৰ সভা এখন হৈছিল। বুটিছৰ আইন নেমানো বুলিয়েই মহিলাসকলেও তাত প্ৰস্তাৱ গ্ৰহণ কৰিছিল। সেই সভালৈ চাৰিঙৰ পৰা ২০ গৰাকী, বলিয়াঘাটৰপৰা ৫ গৰাকী আৰু কালুগাঁৱৰপৰা ৪ গৰাকী সম্ভ্ৰান্ত পৰিয়ালৰ মহিলা গৈছিল। শিৱসাগৰৰ কমলালয়া কাকতী, শশীপ্ৰভা চলিহা, কনকলতা চলিহাই মাজে-মাজে সভাবিলাকলৈ আহি স্থানীয় মহিলাসকলক বুদ্ধি-পৰামৰ্শ দিছিল।

চাৰিঙৰপৰা শিৱসাগৰলৈ নগা আলি-মাছখোৱা গড় ৰৰআলি-ন-আলি-য়েদি (বংধৰ-তজাতল ঘৰৰ মাজেদি) ১২ মাইল বাট। এই বাৰ মাইল বাট চাৰিঙৰ মহিলা-সমদলটোৱে চৰণ চলায়েই বাট বুলিছিল। আন্দোলনৰ ঢৌ ইমানলৈকে উঠিছিল যে ডুৱৰাপাৰৰ এগৰাকী মহিলাৰ (শিৱকান্ত ডুৱৰাৰ পত্নী) আজিত বাদে কাইলৈ গ' এৰাৰ সময়, তথাপি শিৱসাগৰৰ সেই আইন নমনা সভালৈ তেৱেঁ। উকলিকৃত হৈ ওলাই গৈছিল। বলিয়াঘাটৰ শ্ৰীমতী সাবিত্ৰীবালা কাকতীৰ বিষম সাহ আৰু বক্তৃতাৰ ভঙ্গি দেখি আচৰিত হৈ কোনেও তেওঁক নশলাগি নোৱাৰিছিল। বলিয়াঘাটৰ এগৰাকী আৰু কালুগাঁৱৰ দুগৰাকী মহিলাই সেই অনুপ্ৰেৰণাৰ ফলতেই কাৰাবৰণ কৰিব পাৰিছিল।

**চাৰিং-কংগ্ৰেছ-অফিচ পৰিচালনা :** তেতিয়া চাৰিং-কংগ্ৰেছৰ অফিচ ঘৰটো যি মাটিত আছিল, তাৰ গিৰিহঁতজন ৰব একা চেকা বিধৰ আছিল আৰু তেওঁ কংগ্ৰেছৰ নামত উফৰি ফুৰিছিল। বহুত বুজাই-ৰঝাই কাবৌ-কোকালি কৰি দুৰ্গানন্দ কাকতীয়ে যেনিবা তেওঁৰপৰা সন্মতি লৈ এজাৱৰণি চাৰি ভাঙি কংগ্ৰেছৰ ঘৰটো সাজিলে। তাৰ বাৰে, মাটি গিৰিহঁতক কোনো কোনো সময়ত আৰ্থিক সহায়ো কৰিব লগীয়া হৈছিল। সেই ঘৰতে দূৰ দূৰনিৰপৰা অহা সেৱকসকল জিৰাবহি। নগাঁও, দেৰগাঁও, ঢেঁকীয়াল আৰু যোৰহাটৰপৰা অহা স্বেচ্ছাসেৱকসকলৰ সেইটোৱেই বাটঘৰ। ঢকুৱাখনাৰ টুনীৰাম দত্ত ভুঞা নামেৰে এজন নিৰীহ অকপটী গ্ৰাম্য সেৱক আহি চাৰিং কৌলৰ লগতে আপোন হৈ জাপখাই আছিল। নাম্তি চাৰিআলিৰ বগাধৰ গোঁহাই বুলি এটি ডেকা ল'ৰাযো তাতেই স্থায়ী বসতি লৈছিল। সেৱাদলৰ নায়ক আছিল চিদানন্দ হাজৰিকা, বলোৰাম চলিহা, সূৰ্য্য কান্ত ফুকন, পাচত সলনা সলনিকৈ পিকেটিঙৰ নায়ক হৈছিল ৰজনীকান্ত ফুকন, জীৱকান্ত ডুৱৰা, মোহনচন্দ্ৰ ফুকন, সহদেৱ ডুৱৰা, ফটিকচন্দ্ৰ কাকতী আৰু দেউৰাম কাকতী।

দুৰ্গানন্দ কাকতীয়ে কাপোৰ দিয়া কল এটা লৈ তেওঁৰ দোকানত দেশী কাপোৰৰ চোলা ব্লাউজ আদিও দিছিল। শিৱসাগৰৰ শ্ৰীৰাম হৰ্কৰা নাজীৰে ঘৰৰপৰা খেদাই দিয়াত গুড়েক বিষ্ণুৱে আমাৰ কংগ্ৰেছত আশ্ৰয় লয়হি। কাকতীয়ে তেওঁক সজাই-পৰাই বাইজৰ আগলৈ উলিয়াবলৈ কাপোৰ দি ঘাঁহি থকা বাৰ-বৰণৰ বাঁহ টুকুৰা কাপোৰেৰে এটি টিকনা

পথৰা ঢোলা কৰি দিছিল। ঢোলাটোত ৩৬ টা ফেল আছিল। বিচুক পঙা হৈছিল প্ৰচাৰ বিভাগৰ 'লীভাৰ'। বিয়া-সবাহত ভাৱনা হ'লেই, পথৰা ঢোলা পিন্ধি বিষ্ণু বৰুৱাই বিপ্লৱীধাৰী প্ৰচাৰ কৰি ফুৰে। বালিয়াঘাটৰ ললিত নাথ কাকতীৰ বিয়াতো ঢকুৱৰীয়া হৈ গৈ, তেওঁ গোলাঘাটত যোগেন্দ্ৰনাথ বৰুৱা জৰৰ ঘৰতো অসহযোগৰ বক্তৃতা দিছিল। তেওঁৰ চকু এটি কেঁৰা আছিল। অসহযোগ ভাল নোপোৱা মানুহে প্ৰতিবাদ কৰা দূৰৰ কথা, বিষ্ণুৰ চকুত এবা পাৰ কাপোৰ জানি আক কেঁৰা বদনৰ ছবি চায়েই ভোল যায়। বিষ্ণুপ্ৰসাদৰ টকটকীয়া উৎসাহতো সৰ্ব্বাংকেয়ে লেখত লবলগীয়া আছিল।

**বগাধৰ গোহাঁই :** আমাৰ সেৱাদলটোৰ ভিতৰত মূঠেই ক-বুলিব নজনা ভলণ্টিয়াৰ আছিল বগাধৰ গোহাঁই। কিন্তু নিৰক্ষৰী যদিও, তেওঁৰ লগত উলমূলা জিভাক্ষৰীয়েও ফেৰ মাৰিব নোৱাৰিছিল। বগাধৰ বৰ গোহাঁই ঘৰৰ-ল'ৰা, হাত ভৰি নিপোটল, মুখখনো ফলিক—তেজে ফুটি যাওঁ ফুটি যাওঁ। তেওঁৰ নিচিনা গঢে-পিতে সুন্দৰ সুঠাম ডেকা আমাৰ ভিতৰত আক আন এজনো নাছিল। বগাধৰে অলপ বেজালি ব্যৱসায় জানিছিল-কুমন্ত্ৰও কৰিব পাৰিছিল। মাইকী মানুহৰ অন্তেষপুৰত তেওঁ প্ৰবেশ কৰিব নোৱাৰিছিল যদিও, তেওঁৰ বিৰুদ্ধে কোনে কি কয় সেইবোৰ হ'লে গম পাই আছিল। কথাৰ মূৰত, সেই গুপ্ত কথাৰ ভেদ ভাঙি দি এটাইবোৰকে বিচুৰ্ত্তি খুৱাইছিল। বগাধৰৰ ডাঙৰ গুণ আছিল, তেওঁ হৰেক ৰকমৰ চৰাই চিৰিকতি, কুকুৰ, মেকুৰী, মানুহ-দুনুহৰ মাতটোইত অবিকল নকল কৰিব পাৰিছিল।

**দুৰ্গাধৰ বৰুৱাৰ নেতৃত্বত প্ৰচাৰ কাৰ্য্য :** বগাধৰৰ ঘৰ আছিল নামতি চাৰি আলিৰ গোহাঁই গাঁৱত। সেই গাঁৱত তেতিয়াও কংগ্ৰেছৰ পোহৰপৰা নাছিল। শিৱসাগৰ জিলা কংগ্ৰেছ সেৱাদলৰ মুখ্য নায়ক আৰু মহাত্মা গান্ধীৰ প্ৰপন্ন শিষ্য দুৰ্গাধৰ বৰুৱাই শিৱসাগৰ মহকুমাটোৰ দলোদিল কংগ্ৰেছৰ ধ্বনিৰে কপাই দিওঁ বুলি বিৰাট সমদল এটা গঠন কৰিছিল। সেই দলটোৱে শিৱসাগৰৰপৰা ওলাই আহি বলিয়াঘাটতে প্ৰচাৰৰ প্ৰথম ঘেটা মাৰিলেহি। তাতে কেইজনমান কংগ্ৰেছ সভ্য কৰা হ'ল। তাৰপৰা চাৰিঙলৈ আহিল। চাৰিঙৰপৰা ৰাঁজী, আমগুৰি; আমগুৰিৰপৰা নামতি পালেগৈ। নামতি পাওঁতে পাওঁতেই স্বয়ংসেৱকৰ সংখ্যা তিনি

গুণ বাঢ়িল। নামৃত্তিত দেউকণ মহন্তই সকলো লেখকক হুলাজ খুৱাই বুৱাই আমাক নৈৰে আপ্যায়িত কৰিলে। পাৰৰ দিনাই গধূলি, আমি থাই থৈ এঁটাই মাটিয়ে-মাজিয়ে পৰি শুই আছোঁ। দুৰ্গাধৰৰ ওচৰতে মই; মোৰ কাষতে সোণাৰাম দত্ত (এম-এল-এ)। আমাৰ চিল্‌মিল্‌কৈ টোপনি আহিছে। এনেতে, বাৰীত ফেউ-ফেউ মাত শুনি চক খাই উঠিলোঁহক। চকু-মধ মোহাৰি চাওঁ দেখোন, বাহিৰত নামৃত্তিৰ ভকতিয়াবিলাকে আমি খাই অহা ভাতৰ পাত—দলিয়াইছে আৰু বাটিবে ঘটং ঘটং কৈ পানী তুলি চুৰা ধুইছে। মানুহৰ উছলি মুছলি লাগি থাকোঁতেও চুৰা-পাতনিত ফেউ-ফেউ কৰিবলৈ ক'ৰ ফেকুৰাটো আহিল, ভাবি অবাক।

ভঙ্গ-ঘুমটি ভাগিলে আৰু সহজাই টোপনি নাহে। আমাৰ যি টোপনি ভাগিল, ভাগিলেই। ফেকুৰাৰ মাতটো ক'ৰপৰা আহিল বুলি আমি কোৱাকুই কৰি থাকোঁতেই, ঘপকৰে এজন মানুহ ওলালহি। মানুহজন খাটুৱা, পাত ধকধকীয়া বগা পঞ্জাবী চোলা এটা, চুৰিয়া থোপটো মাটিত চুঁচৰি গৈছে আৰু হাতত লেতেকা লাখুটি এডাল। লাখুটিডাল ঘূৰাই ঘূৰাই এইটো বেশেৰে আমাৰ ফালে আহিয়েই তেওঁ ভকতীয়া ভাবে সুধিলে, "আপোনাসবৰ খাবন যোৱম হল নে?" সিমানকে সুধিয়েই সেই "ভদ্ৰ-লোকজন" আমাৰ আগৰপৰা অভিনেতাৰ দৰে অন্তৰ্দ্ধান হ'ল। তেওঁ আওাজ, বেৰখনৰ কাষ হৈছেগৈ হে, এনেতে মাজ চোঁতালতে মতা শুনিলোঁ, 'ফেউ, ফেউ।' আমাক সোধপোচ কৰিবলৈ অহা সেই ভদ্ৰ-লোক-জনৰেই এই ফেউ-ফেউৰ ৰব নেকি? এওঁৰেই কাম নে কি এই ফেৰা? ভলপলিকে, তেওঁক মাতি আনি কথাৰ চয়-নিচয় মাৰি পেলালোঁ। ফেকুৰাৰ মাত মতা পুৰুষজন সেইজন ভদ্ৰলোকেই- যিজনে লাখুটি ঘূৰাই ঘূৰাই আমাৰ খোৱা বোৱা হ'ল নে বুলি বুজ লৈছিলহি। এওঁৰে নাম কলাধৰ গোঁহাই।

পিচদিনা মুকলি সভাত তেওঁ, আঁক-বাওঁতে মেকুৰীৰ কেনেকৈ কাঁহি উঠে, আৰু মেকুৰী হালে কোচ-কোচায়; নাতিনীয়েকক কুৱাৰ ধৰি উলিয়াই দিওঁতে বুঢ়ী মাকে কেনেকৈ ফেকুঁৰি ফেকুঁৰি কান্দে; শিয়ালে কেনেকৈ হোৱা দিয়ে, আৰু সেই হোৱা হোৱা শুনি ৰতামাইকী শিয়াল-শিয়ালীয়ে কেনেকৈ বিৰাগ বিৰহ জগায়; "হৰিৰ সন্তানে যোৱা" মতা ভাউৰ চৰাইটো

ঘূৰি নহাতৈকে ভাউকী জনীয়ে কেনেকৈ বিৰহত "ৱাক্-ৱাক"কৈ চিঞৰি থাকে—এই এটাইবোৰবে হুবহু মাত কাঢ়িবলৈ ধৰিলে।

সোণাৰাম দত্তই মনে মনে ইন্ ইন্ আন্ আন্‌কৈ দুখ কৰিলোঁ, 'কেনেকৈ, আমাৰ এইবোৰ সন্তানলৈ কোনে চকু দিয়ে? সাগৰৰ অতল তলিত যে মাণিক-মুকুতা লুকাই থাকে, তালৈ কোনে মন কৰে? দুখৰ মাতটোইও ওচৰতে যতা যেন কৰিবপৰা, সকলোৱে মাতটোইকে অবিকল কাঢ়িবপৰা এই মানুহটো বঙ্গদেশত থকা হ'লে, তাক মানুহে মূৰত তুলি লৈ ফুৰালেহেঁতেন। আমাৰ দেশত, তেনে গুণী মানুহক কোনে পূজা কৰিব?'

"হৰ বোলা" বগাধৰ ঃ সেইদিনাই বগাধৰৰ নাম দিলোঁ হৰবোলা অৰ্থাৎ যি হৰেক ৰকমৰ বুলি ক'ব পাৰে বা মাত কাঢ়িব পাৰে সিয়েই হৰবোলা। তেতিয়াই বগাধৰক মাতি আহিলোঁ আমাৰ অফিচলৈ অৰ্থাৎ চাৰিং কেম্পলৈ। দিনেবাৰে বগাধৰ আহি চাৰিওত ওলালহি আৰু আমাৰ কংগ্ৰেছ বহাতে তেওঁক থাকিবলৈ ঠিক কৰি দিয়া হ'ল।

কংগ্ৰেছৰ সভা পাতিলেই বগাধৰকো আমাৰ লগতে লৈ যাওঁ। তেওঁ দেও হেকাঁৰিব পাৰিছিল। আহোম ভাষাৰে দেও হেকাঁৰি দেও হেকাঁৰি বাইজক ভধা লগাইছিল; কুকুৰৰ ভুকভুক, মেকুৰীৰ ফেঁচ ফেঁচ শিয়ালৰ হোৱা হোৱা, ছাগলীৰ বে, ফেঁচাৰ কুকলি, নিয়ন্তীৰ নিউ নিউ ইত্যাদি মাত তৰহে-তৰহে উলিয়াই সভালৈ নহা মানুহকো টানি আনিছিল।

বগাধৰে নগা নাচো দিব পাৰিছিল। বৌ মাছৰ বাকলি এসোপাকে বেনাই ডিঙিত "কণ্ঠভূষণ" ৰূপে আঁৰি লৈছিল। তামোলৰ ঢকুৱা এছিৰা চুণ সানি পোক বা লেজুটি কৰিছিল। নাচিবৰ সময়ত সাল্যাৰ নগাৰ দৰেই হাতত যাঠীপাট আৰু ককাঁলৰ খাটাওত (দা সুমুৱা ফাঁক) নগা-দা ভৰুৱাই লৈছিল। ভৰিৰ সক গাঁঠিত চিঞাহীৰ আঁক-বাঁক, কলামুলৰ বোলোৱা মৰাপাট এসোপাৰ মেৰ, মূৰত হাঁহৰ পাখি আৰু কাণলতিৰ বিন্ধাত কুঁহিলাৰ কেক পিন্ধি, মুখত ছানিবে তামোল এমোকোৰা ভৰাই বগাধৰ গোহাঞে যেতিয়া নগাৰ ৰণচালি নাচ দেখুৱাবলৈ ধৰে, তেতিয়া কেউফালৰ পৰা ভাগি-ভুইঁৰি মানুহ আহি সভাৰ ভৰি পৰেহি।

বগাধৰ গোহাঞিৰ ভেৰাকুটি অপাৰ। যেনে কি মানুহটোৱে মাৰিবলৈ নাহক, তাক বগাধৰে থমক খুৱাই ৰখাবই ৰখাব। কানীয়াবোৰে কেতিয়াবা কাৰৈৰ জলকীয়াৰ কাটিবলৈ লৈছি আছে। তেতিয়া বগাধৰে, "হে হে হুঁৰা

ব-ৰ কথা এটা আছে। এই বুলি, হাতখন দাঙি ভলুৱাখন বিয়ৈকে দিয়েই কানীয়াৰ থংটো দমাই পেলায়।

পিকেটিং কৰিবলৈ গ'লে, হাট বা বজাৰৰ মাজলৈ সোপোমাই দগৰীয়া জনদিয়েকক সোমাবলৈ দি তেওঁ পুলিচৰ আলেখ-লেখ চাই থাকে আৰু কোনে ক'ত কি কথা পাতিছে তাৰ উঙ লৈ ফুৰে। বাটে-ঘাটে কোনোবাই জোপাৰ তলত জলটিয়াৰৰ সদ্‌নাম-বদ্‌নাম গালেও বগাধৰৰ কাণত পৰেহি। পিকেটিং বা সভা-সমিতি হ'লে হাতত ধূলি এমুঠি লৈ বগাধৰে মন্ত্ৰ মাতি শত্ৰুক যাদু কৰাৰ চলেৰে কেউফালে সেই ধূলি মুঠি ছটিয়াই ফুৰে। মুঠতে, বগাধৰ গোহাঁয়ে লেখা-পঢ়া নেজানিছিল যদিও আমাৰ অফিচটোৰ সন্মান আৰু পৰিচালনা পদ্ধতিটোৰ শৃঙ্খলা অটুট ৰাখিছিল। লাঠিখেল দেখুৱাই তেওঁ বলিয়াঘাট, শিৱসাগৰ, কোঞৰপুৰ আদি ঠাইত সোণৰ পদক লাভ কৰিছিল। সেই সময়ত, চাৰিং কংগ্ৰেছৰ সুনাম চৌফলীয়া ব'দৰ দৰে কেউফালে মেলাহি হৈ-গৈছিল। চাৰিঙৰ স্বেচ্ছাসেৱক বাহিনী বা চাৰিং-ফৌজটো যদি নগ'ল, সেইদিনত শিৱসাগৰ জিলা কংগ্ৰেছৰ অধিবেশনেই উকটা হৈ থাকিব—এনেকুৱাই আছিল চাৰিংফৌজৰ পয়োভৰ। "অল্ ৰ'ডচ লীড্ বাট টু ৰ'ম" এটাইবোৰ আলি ৰোমত লগাৰ দৰে অৰ্থাৎ এটাইবোৰ আলি গড়গাঁৱলৈ যোৱাৰদৰে দূৰ-দূৰান্তৰৰ স্বয়ংসেৱক বিলাকো চাৰিং কংগ্ৰেছলৈকে চিৰ চিৰাই গৈছিল।

**চাৰিং-ফৌজৰ খেম ঃ** কংগ্ৰেছ অফিচত থকা সেৱকবিলাকে নিতৌ ফেঁহুজালি দিওঁতেই শুই উঠিব লাগে। উঠিয়েই গীতাৰ শ্লোক দুটামান আৰু নামঘোষাৰ কাকুতি-প্ৰাৰ্থনাখিনি সকলোৱে জাত লগাই গাব লাগে। তুতি প্ৰাৰ্থনাৰ সামৰণি পৰিলেই কেম্পৰ গাতে লাগি থকা পদ্ম ভূঞাৰ পুতেক দুৰ্গাৰাম ভূঞাই একোটোপা চাহ পানী আৰু একোটা ঘিলাপিঠাৰে সকলোৰে পেটৰ খজুৱটি মাৰি গা-মন প্ৰফুল্লিত কৰে। আমাৰ কেম্পতে চিলেটৰ (শ্ৰীহট্টৰ) পৰা অহা চৰিত্ৰমোহন মালাকৰ নামে এজন ফট'গ্ৰাফাৰ আছিল। ফট' তোলাটো তেওঁৰ গৌণ কাম; সেৱকদল গঠন কৰাটো হে মুখ্য। ৰাতি শেষ নিশাও তেওঁ মেৰিজানৰ দলঙৰপৰা ভুৱৰা আলিৰ মূৰ মাছখোৱা-গড়লৈকে এই আঠ মাইল বাট সেৱকবিলাকক ফুচ-কাৱাজ শিকাৰ আৰু মাৰ্চ কৰাই বগুৱা চিপাহীৰ দৰে খোজত খোজ মিলাই কেনেকৈ খেম কৰিব লাগে তাক দেখুৱাব। সেৱকদলক ট্ৰেণিং দিয়াৰ তাৰ আজিক

মালাকৰৰ গাত। মালাকৰ জাতিত বঙালী; বঙালী হ'লেও, অতি অলপ দিনৰ ভিতৰতে তেওঁ এনেকুৱা সৰ্বাঙ্গীয়াকৈ অসমীয়া কথা ক'বপৰা হ'ল যে লামগুৰি, চাবিং, বলিয়াঘাট, শিৱসাগৰ এই কেউ ঠাইৰ অস্থ পৰিয়ালৰ মজিয়া ঘৰেই তেওঁৰো ভাতঘৰ হ'বলৈ ধৰিলে।

মুৰদাবাদ, আলিগড় আৰু পিঠাপুৰমৰপৰা খাদিৰ কাপোৰ আনি দুৰ্গানন্দৰ দোকানত থৈ বিক্ৰী কৰা হৈছিল। কাকতী গাঁও কেউখনতে সেই দোকানৰ-পৰাই খাদৰ যোগোৱা হয়। মহিলা সভাই কটা সূতাৰে কোনো কোনো ছোৱালীয়ে একোটা কপাহী 'চুৰেটাৰ' চোলা গুঁথি প্ৰিয়জনক উপহাৰ দিছিল আৰু সেই উপহাৰ উত্তৰ-লক্ষীমপুৰৰ মহিলাসকলৰ ওচৰ পাইছিলগৈ। প্ৰায় মানুহেই দীঘৰ সূতাটো দোকানৰ আৰু বাণিৰটো হাতেকটা সূতা দিয়েই কাপোৰ-চুৰিয়া বৈ লৈছিল।

**স্বৰাজৰ নাম ৰচনা ঃ** বিয়া সবাহত গাবলৈ গান্ধী-জৱাহৰলাল, পেটেল-মতিলাল, তৰুণ নবীনৰ নাম জোৰাই কিছুমান স্বৰাজৰ নাম সুন্দৰী কাকতীয়নীয়ে মুখে মুখে ৰচনা কৰিছিল। বোপাটি কেওঁত ৰা মূগী ভলন্টিয়াৰে সেইবোৰ নাম দিহা নাম উঠানামত লগাই দিছিল। শিৱসাগৰলৈ যাওঁতে নামঘৰৰ শিলৰ সাকোঁৰ ওপৰত দুফালে দুশাৰী হৈ স্বয়ংসেৱক বিলাক ব'লেই, বোপাটি নাম লগোৱাই নাম লগাই দিয়ে—

'তিলক' নামৰ নৌকাখনি
'গান্ধী' নামৰ ব'ঠা,
'স্বৰাজ' আমি লব লাগে
সূতা কাটি উঠা।"

আৰু আমি এটাইবোৰে চাপৰি বাই সেই নামকে গাওঁহক। সেইটোৰ বাহিৰেও, বোপাটিয়ে জাত লগাই লগাই ঠেও ধৰি-ধৰি বিধে বিধে বহুত নাম গাইছিল। আমাৰ নামৰ ধ্বনিয়ে ৰৰ আলিৰ দুয়োপাৰে থকা নামদাং কৈবৰ্তগাঁৱৰ আগকাল-পাচকাল আৰু জুহালৰ গুৰি ভেঁজি গৈছিল। তেতিয়া-লৈকে কৈবৰ্তগাঁৱৰ এজন মানুহেও পইচা দি কংগ্ৰেছৰ বাহত সোমোৱা নাছিল। শিৱসাগৰলৈ যাওঁতে আহোঁতে বাৰদিয়েক এইদৰে শিলা সাকোঁত নাম গাবলৈ ধৰাত কৈবৰ্ত ৰাইজৰ মন যোৰ খালে। ৰাজেন্দ্ৰনাথ দাস পণ্ডিত আৰু শ্ৰীমান দেৱেন্দ্ৰনাথ দাস আমাৰ সভাজভুক্ত হ'ল। ৰাজেন দাসৰ নিচিনা ভাৰত বিতোৰ, সমাজৰ উন্নতিকামী, উদ্যোগী ডেকা ৰাজেন-

কৈৱৰ্ত্তকুল চুড়ামণি স্বৰ্গীয় গণেশচন্দ্ৰ হাজৰিকাদেৱৰ পিচত তেতিয়ালৈকে নিচেই কম হে ওলাইছিল। বাংজনৰ কাৰ্য্যক্ষেত্ৰৰ সীমা নিচেই ঠেক আছিল। কৈৱৰ্ত্ত ৰাইজক কেনেকৈ শিক্ষায়-মাতে-কথায় ধনে-ধানে উন্নত কৰিব, তাকেই বাজেন পণ্ডিতে দিনে-ৰাতিয়ে ভাবি থাকে। বৰ-আলিয়ে যোৱা কোনোবা এজন দেশকৰ্মী; চৰ্কাৰী বিষয়া বা জনাজনা শিক্ষিত লোক লগ পালেই, তেওঁ আগ-ভেঁটি ধৰি ৰাখিবই আৰু লগে লগে ডুমাইল মান বাট খোজকাটি সেইজনৰপৰা গাঁও-উন্নতি বিষয়ক পৰামৰ্শ ল'ব। নিমানতো তেওঁৰ হৈপাহ নপলায়। শিলাসাঁকোৰ কৈৱৰ্ত্ত নামঘৰত একো-খন সভা পাতি নেতাসকলৰ হতুৱাই ৰাইজক বুজোৱাৰও।

**বলোৰাম চলিহা :** স্বৰাজৰ সহজ ভাগ নাম মানুহৰ মুখে-মুখেই ৰচিত হৈছিল। বলোৰাম চলিহায়ো বহুত ৰচনা কৰিছিল। সেই দুয়ো-বিধ নাম চলিহাই নিজৰ জেপৰ ধন ভাঙি, সংগ্ৰহ কৰি ছপাই উলিয়াই-ছিল। কংগ্ৰেছৰ আত্মশুদ্ধি বৰ্ণাই, সদৌ ভাৰতীয় নেতাসকলক ছবি পদাৰেৰে আঁকি, কীৰ্ত্তনৰ পদৰ দৰে লেচাৰী, দুলাৰী ছন্দত লেখি নাম বিলাক প্ৰচাৰ কৰাইছিল। চলিহাৰ "স্বৰাজৰ নাম" পুথিখনে ভকতীয়া-অভকতীয়া সকলোৰে অন্তৰপুৰত প্ৰৱেশ কৰি আন্দোলনৰ জুইকুৰা গপ-গপীয়া কৰি পেলাইছিল।

**মোহনলাল চলিহা :** কীৰ্ত্তনীয়া বা সৰ্ব্বসাধাৰণ নামৰ সুৰ লগো-ৱাত বোপাটি যেনেকৈ ওজা আছিল, বিয়াবোৰত যেনেকৈ শ্ৰীমান মোহন-লাল চলিহাও "স্বৰাজৰ নাম" দিয়াত সুৰদি-সুৰীয়া নামতি আছিল। মোহনৰ কোমল মাত, মধুৰ হাঁহি আৰু মৰমলগা কথ'-বতৰাই বিয়া নামৰ সুৰটোইতৰ লোণতে সুৰগা চৰাইছিল। তেওঁ গোৱা নাম শুনি মানুহে ইমান ভাল পাইছিল যে চাৰিওফালৰ জীয়ৰী-বোৱাৰী সকলোৰে সেইবোৰ কণ্ঠস্থ হৈছিল আৰু বিয়া-বাৰুলৈ যাওঁতে চাৰিগাঁও-টীয়ক-শিৱসাগৰ-কাদুগাঁও-মেকবাৰী-কুমাৰনীছিগা (ভিতৰুৰ), ঢেৰগাঁও, নাজিৰা, শিলাকুটীৰ অঞ্চলৰ গাঁৱৰ নামতী বিলাকে শুনি আহি নিজা-নিজো, অথবাও সেইবিলাক প্ৰচাৰ কৰিছিল।

**গোঁসাই-নেৰা :** কংগ্ৰেছ অফিচত অকল গান্ধীৰ নামকে যে লোৱা হৈছিল এনে নহয়, বা বৃটিছৰ শাসন অন্ত পেলাবলৈ সকলোৱে মনে পতি একোটা একোটা নামিলৰকে লৈ লাগিছিল সিও নহয়, শুচি সংযমী হৈ

নাম-গুণ গাই মানুহৰ ঘৰত পূজা-সেৱা কৰি ভকতীয়া হোৱাৰো উপায় অৱলম্বন কৰিছিল। গাঁৱত কাৰোবাৰ ঘৰত কিবা আহকাল হ'লে, বা কাৰোবাৰ নৰিয়া হ'লে, নাইবা কোনোবা ক'ৰবালৈ যাত্ৰা কৰিবলগীয়া হ'লে, সেৱক বাহিনীৰ সেৱকসকললৈকো একোটা ভোজ দিবলৈ মানস কৰা হৈছিল; নতুবা, মাহ-চাউল এভাগকে দিবলৈ টোপোলা বন্ধা হৈছিল। সকলোৱে ভাবিছিল— দইজন ৰ'ত, নিৰঞ্জন ভ'ত। কংগ্ৰেছ সেৱকৰ প্ৰতি ৰাইজৰ ইমান শ্ৰদ্ধা-ভক্তি হৈছিল যে আমাৰ কেম্পত একে মাহতে ভোজ খাবলৈ অবিহনা পেলোৱা পাত্তি হাহ ৩০টা আৰু ৰাজহাহ ৫ টা গোট খাইছিল। কংগ্ৰেছত ভোজ খোৱাটো যে কিমান উলাহ-বিলাহৰ কথা আছিল, তাক বয়স লহিয়াই যোৱাৰ লগে-সগে ভাবি যাওঁতে, কোনোবা স্বপ্নপুৰী বৃন্দাবনত থকা যেন লাগে। লাগ বুলিলেই, আলুগুটি বভালাও, জাতিলাও, কোমোৰা, মাহ-হালধি, তেল, থেকেৰা, নেমুটেঙা, চাউল, গাখীৰ-গুৰ, মাছ (এদিন হে কাছ) আৰু নানান তৰহৰ কিমান যে শাক-পাচলি গোট খাইছি কোনেও ক'বকে নোৱাৰে। ভোজৰ "হেড্ লেডী চুপাৰিণ্টেণ্ডেণ্ট" (মুখ্য মহিলা পৰিচাৰিকা) আছিল সুন্দৰী কাকতীয়নী স্বয়ং, আথলৰ মেনেজৰ আছিল কীৰ্ত্তিনাথ কটকী আৰু বিলনীয়া আছিল দুৰ্গানন্দ কাকতী। জাক-জাক এয়ঁা আৰু গাভৰু ছোৱালীয়ে শাক-পাচলি কুটি, মঙহ বাছি, পাত পাৰি ভোজ-ভাত খোৱাত উলহ-মালহৰ গুৰ নপৰিছিল। খোল-দোং সিয়া, পাতকটা, খৰি যোগান দিয়া, চৌ-লেপা, এইবোৰ কামৰ সৰয় দিছিল চেমনীয়া ভলণ্টিয়াৰবিলাকে। তাওবেও লা-ধো এথন কৰি সহায় নকৰাকৈ থকা নাছিল। কাৰো-কাৰো ঘৰত গান্ধীৰ হে আইনাম গোৱা আৰু সংত-নাৰায়ণৰ (সত্যনাৰায়ণ) পূজাও কৰা হৈছিল।

এবাৰ টুকৰীয়া কাকতীৰ নামঘৰত, পূজ্যপাদ শ্ৰীশ্ৰীযুত পীতাম্বৰ দেৱ গোস্বামী গড়মূৰ সত্ৰাধিকাৰ প্ৰভুৱে নিজ-হাতে ৰন্ধন কাৰ্য্য কৰি যি ভাৱে সমূহ সেৱক বৃন্দক পাতে পাতে সিদ্ধান্ন প্ৰসাদ বিতৰণ কৰি দিছিল, তাক আৰু কস্মিন্ কালেও বিস্মৃতিৰ গৰ্ভত বিলুপ্ত কৰিব নোৱাৰি। সেইদিনা, অগ্নিকুণ্ডৰ প্ৰজ্বলিত তাপত—কঁকিলাসজীয়া শ্ৰীমন্ত প্ৰভুৰ মুখাকৃতিয়ে কেনেকৈ ৰক্তোৎপলৰ বৰ্ণ ধাৰণ কৰিছিল, এতিয়াও জলজ হৈ স্মৃতিপটত তৰৰবাই আছে। ১৯২২ আৰু ১৯৩০ চনত, এই গৰাকী গোস্বামীৰ প্ৰেৰণায় আৰু উৎসাহতিয়ে চাবিং আৰু চাবিং কংগ্ৰেছত ৰবাৰৰ যি আঁৰাল আত্মনিয়োগ

সৌম্য বোৱাই দিছিল সি সচাঁকৈয়ে চাৰিং হে নেলাগে সকৌ অসমতে কংগ্ৰেছ আন্দোলনৰ অভিনৱ অধ্যায় এটি সৃষ্টি কৰিলে।

**কামৰ ভাগ বঁটৰা :** কংগ্ৰেছ অফিচত থকা মূল সেৱকদলক ভাগে ভাগে কাম বঁটাই দিয়া হৈছিল।

বগাধৰ গোহাঁয়ে লাঠিখেলো কৰিব পাৰিছিল। জঁাজীৰ লাচিত উৎসৱ আৰু আন আন ঠাইত হোৱা সভা-সমিতিলৈ তেওঁক পঠিয়াইছিলোঁ। শাৰীৰিক শক্তিৰ বল দেখুৱাবলৈ। ১৯২১ চনীয়া কিজন আছিলোঁ গুৰি ধৰাত। চৰিত্ৰ মালাকৰ আৰু বগাধৰে (মাজে মাজে) পালীৰূপে সেৱকদলক কুচ-কাৱাজ বা থেম কৰিবলৈ শিকাইছিল। বলোৰাম চলিহা আছিল বৰ সেনাপতি। চলিহাই নিজা খৰচতে নগাঁৱলৈ গৈ সেৱকদলৰ শিবিৰত থাকি সেৱক পৰিচালনা কৰাত প্ৰশিক্ষণ লাভ কৰি আহিছিল। চিদানন্দ হাজৰিকা ভলণ্টিয়াৰৰ কাপ্টান। দুৰ্গা ভূঞা, সূৰ্য্যকান্ত ফুকন, ৰজনীকান্ত ফুকন, টুনীৰাম দত্তভূঞা, নীলকান্ত বাৰুতী, দেউৰাম কাকতী— পালী নায়ক। সোণতলীছিগা, চাৰিঙীয়া কাটনী আৰু লেবাক গাঁৱৰ কেবাজনো "মাৰি যাওঁ—মৰি যাওঁ" বিধৰ দাও-দাও সেৱক বা সেনা-সেনানীৰ (গাঁও-মুৰী) ভাগত পৰিছিল জঙী-জঙী চুবুৰীয়া গাঁওবিলাক।

মহিলাসকলৰ ঘাই নেত্ৰী হ'ল সুন্দৰী কাকতীয়নী, আৰু সাদিনীয়া সভা বিলাকত প্ৰায়েই লাজ সলনিকৈ গুৰি বঠা ধৰিছিল আইটী ফুকননী, লীলাৱতী হাজৰিকানী আৰু ৰাজেশ্বৰী ফুকননীয়ে। জঁাজী, শিৱসাগৰ, আমগুৰি, আদি ঠাইত হোৱা সভাবিলাকলৈ শ্ৰীযুতা লীলাৱতী হাজৰিকানীয়ে মহিলা সেৱিকাীৰ ফৌজটো লৈ গৈছিল। আজিকালিৰ দৰে তেতিয়া পদূলিৰ মুখে মুখে বাছ, মটৰ গাড়ী, ৰিক্-শ বা আন যানবাহন একো নাছিল। সকলোটিয়ে খোজ কাঢ়িয়েই সেইবোৰ ঠাইলৈ গৈ সভা-সমিতিত যোগ-দিছিলগৈ। চাৰিঙৰ কোনো ছোৱালীয়ে গানত এঁ কৰিব নেজানিছিল। শ্ৰীমতী পখিলা ডুৱৰাই হে পোন প্ৰথমেই স্বৰাজৰ গান গাই শুনায়।

আমাৰ অফিচত এই কেইখন বাতৰি আৰু আলোচনী কাকত লোৱা হৈছিল:—'অসমীয়া', আৱাহন' আৰু কল্যাণীয়া কাকতী আৰু কনকলতা চলিহাই সম্পাদন কৰা 'ঘৰ জেউতী'। "মুখে জনিকোল"থলো লৈছিলোঁ। তাৰ হৰণনিৰ এফাল শিৱকান্ত ডুৱৰা আৰু এফাল হৰিপ্ৰসাদ ডুৱৰা ফাজনীয়াৰপৰা পাইছিলোঁ।

দুৰ্গা কাকতীয়ে দোকানত যি লাভ পায়, আলহী অতিথিক খুৱাওঁতে খুৱাওঁতেই আধ্যা পৰে। অ'লৈ-ত'লৈ যাবলগীয়া হ'লেই, শিৱকান্ত দুৱৰা, মাজে-সময়ে (ঘৰত থাকিলে) লোকনাথ ফুকন আৰু তিলকান্ত ফুকনে জো-জো কৰে আমাক ধন ঢালি দিছিল। দুৱৰাৰ ঘৰখন যে একপ্ৰকাৰ সক স্বৰা কংগ্ৰেছৰ শিবিৰেই আছিল। আমগুৰি, বামুণৰ পুখুৰী, শিৱসাগৰৰ পৰা (চাৰিওৰ থলুৱাখিনি বাদ দিও) দূৰে-দূৰে ভলন্টিয়াৰ আহি তেখেতৰ ঘৰতে জিৰায়হি আৰু দুৱৰাই সকলোকে জা-জলপান খুৱাই পাৰে মানে পৰিচৰ্য্যা কৰে। শিৱ দুৱৰা লোকেল ৰৰ্ডৰ ঠিকাদাৰ আছিল। ১৯৩০ চনত, অকুণ্ঠিতভাৱে, দেশ সেৱকক শুশ্ৰূষা কৰা ফলতেই তেখেতৰ আৰ্থিক অৱস্থা পৰি আহে। আন কি, তাৰ পৰিণামতেই তেখেতৰ মাটি-ভেঁটি পৰ্য্যন্ত খাজনাৰ নীলামত বিক্ৰী হৈ যায়। অৱশ্যে পাচত দুৱৰাৰ অৱস্থা ৰবৈয়া হয়। নৰৰূপী নাৰায়ণক সেৱা কৰাৰ ফল দুৱৰাই জীৱন্তে উপভোগ কৰিবলৈ পালে। প্ৰত্যুষতে শো ৱাপাটী পৰিত্যাগ, অবিশ্ৰান্ত পৰিশ্ৰম আৰু কৰ্ম্মব্যস্ততা, কচি অনুসৰি পথ্যাপথ্য ভক্ষণ, অন্তৰৰ দয়া-দাক্ষিণ্য সহৃদয়তা আৰু সদৌ শেহত পৰমেশ্বৰত একান্ত ভৰষা আৰু সমস্ত অৰ্পণ এইবিলাক পিত্ৰাৰ্জ্জিত ধৰ্ম্মৰে অনুধাৱক শিৱকান্ত দুৱৰাই আগৰ দৰেই পিচতো জন-হিতকৰ কামৰ গুৰি ধৰি গ'ল।

গৌৰীসাগৰ হাটত পিকেটিং : শুকুৰবাৰে শুকুৰবাৰে গৌৰীসাগৰত হাট বহে। এতিয়াৰ দৰে, তেতিয়া মঙ্গলবাৰীয়া হাট বহা নাছিল। ১৯৩০ চনত, হাটত বস্তু বেচোঁতা, পোহাৰী-সমাৰী আৰু হাটকৰা-বাটকৰা সকলোৱে হাটখোৱাক পইচা নিদোঁ বুলি মঠ জোৰে। লোকেলবৰ্ডে গৌৰী সাগৰৰ পুখুৰীপাৰত হাটখোৱা নোহোৱাকৈ হাট পাতিবলৈ নিদিয়ে বুলি হুকুমজাৰি কৰাত বাইজে হাটখন তিনি আলিৰ মূৰলৈ তুলি নিলে। সেই হাটবহা ঠাইতে কানি-দোকান। হাটত ওৱাহোৱাকৈ বিলাতী কাপোৰ বেচাকিনা কৰা হয়। সেইগুণে, পুখুৰীপাৰত হাট থাকোঁতেই আমাৰ শিবিৰৰপৰা সপ্তাহে সপ্তাহে হাটত পিকেটিং কৰিবলৈ দুজন দুজনকৈ ভলন্টিয়াৰ পঠিওৱা হৈছিল। প্ৰথম খেপত গ'ল চিদানন্দ হাজৰিকা, সূৰ্য্যকান্ত ফুকন, জীৱকান্ত দুৱৰা আৰু লক্ষেশ্বৰ দত্ত। এই তিনিউজনকে বিলাতী কাপোৰৰ দোকান আৰু কানি দোকানত পিকেটিং কৰা বাবে পুলিচে গ্ৰেপ্তাৰ কৰে। সেইদিনাই হাটত বৰ হুলস্থুল লাগিল। ভালেমান দোকানীয়ে দুলগুৱেমান

বিলাতী কাপোৰ নেবেচাকৈ থাকিল। পাচত, আকৌ বেচিয়া বেচিবলৈ ধৰিলে, তেতিয়া বলোৰাম চলিহা, মোহন চন্দ্ৰ ফুকন আৰু ফটিক চন্দ্ৰ কাকতীক পঠিওৱা হ'ল—পিকেটিং কৰিবলৈ। সেওঁবিলাককো পুলিচে ধৰি নিলে। মোহন ফুকন আৰু ফটিক কাকতীক গুৱাহাটী জেল পোৰাকৈগে। এই সময়ত বলোৰাম চলিহাৰ বক্তৃতা আৰু পুলিচৰ হাতত বন্ধন হোৱাটোও বিশেষকৈ উল্লেখ কৰিবলগীয়া। এই সময়ত নবনাথ শৰ্ম্মাৰ নেতৃত্বত সেৱক সকল পৰিচালিত হৈছিল *

**মহিলাৰ দ্বাৰাই পোন প্ৰথম সত্যাগ্ৰহী সম্বৰ্দ্ধনা ঃ**

তিনিমাহ জেল খাটি অহাৰ পিচত ১৯৩০ চনৰ ১৫ ডিচেম্বৰ তাৰিখে মোহন ফুকনকে ফটিক কাকতীকে আইটা ফুকননীৰ নেতৃত্বত চাৰিং মহিলা সমিতিয়ে সম্বৰ্দ্ধনা জনায়। মোৰ বোধেৰে, কংগ্ৰেচ সেৱকক বা সত্যাগ্ৰহীক মহিলাই সম্বৰ্দ্ধনা জনোৱা অসমত এয়ে প্ৰথম। চিদা হাজৰিকাইতৰ

---

* শ্ৰীযুত নবনাথ শৰ্মা প্ৰভৃতিৰ গ্ৰেপ্তাৰ :

যোৱা (১৯৩০ চনৰ) ১৯ আগষ্ট তাৰিখে আকৌ গৌৰীসাগৰ হাটত পিকেটিং কৰিছে বুলি চাৰিঙৰ কৰ্মী শ্ৰীমান মোহন চন্দ্ৰ ফুকন, শ্ৰীমান ফটিক চন্দ্ৰ কাকতী আৰু শ্ৰীমান লক্ষেশ্বৰ দত্তক পুলিচে গ্ৰেপ্তাৰ কৰে। তেওঁবিলাকক ধৰাৰ অলপ পিচতে শ্ৰীযুত নবনাথ শৰ্মা ডাঙৰীয়াক গ্ৰেপ্তাৰ কৰা হয়। যোৰহাটৰপৰা পুলিচ চুপাৰিণ্টেণ্ডেণ্ট, এছিষ্টেণ্ট পুঃ চুঃ, শিবসাগৰৰ পুঃ ইঃ, আমগুৰিৰ চিপাহীসকল আৰু লাঠিসহ গুৰ্খা পল্টন হাট বহাৰ এঘণ্টামানৰ পূৰ্ব্বেই ইনস্পেক্‌চন বঙলাত হাজিৰ হয়হি। লগতে চি. আই. ডি বিভাগৰ চতুৰ কৰ্মচাৰী মিঃ খাইৰুল হুছেইন থকাও। এওঁলোকক নিবৰ নিমিত্তে এখন লৰী আৰু দুখন মটৰকাৰ প্ৰস্তুত কৰা হৈছিল। হাটত মুছলমান দৰ্জ্জী কেজনৰ বাহিৰে সকলো কেঞাৰেই দেশী কাপোৰ বিক্ৰী কৰিছিল। তাৰ ভিতৰতে দুলজী নামেৰে কেঞাৰ বস্ত্ৰ বেচোঁতা এজনে ফৰ্ম্মাহি মাৰি বহুত বিলাতী কাপোৰ জৰডাই থৈছিল। সেইজন কেঞাৰ দোকানৰ ওচৰত থিয় হৈ থাকোঁতেই ভলণ্টিয়াৰ কেজনক এই পিনে আহাঁ বুলি কৈ গ্ৰেপ্তাৰ কৰা হয়। শ্ৰীযুত নবনাথ শৰ্মা ডাঙৰীয়াই বাইজৰ লগতে উজাই দি সেই কেঞাক বিলাতী কাপোৰবোৰ বান্ধি থবলৈ কোৱা বাবেই গ্ৰেপ্তাৰ কৰি তৎক্ষণাৎ পুলিচ চুপাৰিণ্টেণ্ডেণ্টে তেওঁৰ মটৰত তুলাই শিৱসাগৰলৈ লৈ গ'ল। এই দিনাৰ হাটলৈ চাৰিং, জাঁজী, আমগুৰিৰ প্ৰায় ১৫০ জন মান ভলণ্টিয়াৰ গৈছিল আৰু চাৰিঙৰ পৰা তিনিকুৰি বছৰীয়া বৃদ্ধা মহিলাও ৩০ গৰাকী মান গৈছিল। কৰ্মী কেইজনক লৰী আৰু মটৰত তুলি নিবৰ সময়ত "গান্ধীৰ জয়" আৰু "বন্দে মাতৰম্" ধ্বনি হৈছিল। "অসমীয়া"

ম্যাদ দীঘলীয়া হোৱাত, পলমকৈ জেলৰপৰা ওলাই আহে। তেওঁবিলাকক মহিলাসকলে সেইদৰে সম্বৰ্দ্ধনা জনাইছিল।

গ্ৰেপ্তাৰ কৰিবলৈ পুলিছৰ তৎপৰতা যিমানেই কি হোৱা নহওক লাগে, ম'হৰ শিঙত কেঁকিলা দাৰ মৰা বিধৰ আছিল আমাৰ কংগ্ৰেছ সেৱকদল। সত্যাগ্ৰহীক তেতিয়া শৰণ-ভজন দিছিল শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতি কংগ্ৰেছ নেতা চণ্ডমূৰ্ত্তিধাৰী নবনাথ শৰ্ম্মাই (জাঁজীৰ)। তেওঁৰ পৰামৰ্শমতেই কৰ্মীবৃন্দই পুলিছক কেতিয়াও হাতেলোটে অৰ্থাৎ গা দেখুৱাই কাম কৰি ধৰা দিয়া নাছিল। আমাৰ টিপাটোৰ শিপা আমগুৰিত ওলাইগৈ। তাত পুৰণি কৰ্মী ফটিক চন্দ্ৰ ভূঞা, গঙ্গাৰাম হাজৰিকা আৰু নতুন কৰ্মী নগেন্দ্ৰ নাথ শইকীয়াকে প্ৰমুখ্য কৰি জনচেৰেক কৰ্মীয়ে সংগ্ৰামী পিকেটিং কৰাৰ ফলত সিবিলাকৰ "বগাঘৰত" বাস হ'ল। জাঁজীত নবনাথ শৰ্ম্মাৰ পকা আঙঠা যেন বক্তৃতাৰ ভাপে দ-চুক, মৰাণ গাঁও, ভামুগীছিগা আৰু নামতিৰ কেবাজনো স্বয়ংসেৱকক জেলযাত্ৰী কৰিলে। গান্ধী আৰউইনৰ আলোচনাৰ ফলত ৰৰদৈচিলা হেন আন্দোলনটোৰ প্ৰবল গতি শাম কাটি আহিল। জেললৈ যোৱা উৎসাহ আগ্ৰহো চেঁচেঁৰা পৰিল।

## তৃতীয় অধ্যায়

**স্বৰাজ লাভৰ নতুন পথ ঃ** সেই বুলি দেশ সেৱা ব্ৰতৰ উদ্যম টুটি নগ'ল। ই আন প্ৰকাৰে ঢাল লৈ বহল ভাৱে সংক্ৰামক ৰূপে বিস্তাৰিত হ'বলৈ ধৰিলে। অসংখ্য সেৱক ওলাল। স্বদেশোদ্ধাৰৰ নতুন-ৰূপ প্ৰদৰ্শন কৰি সিবিলাক আকৌ নতুন আন্দোলনত প্ৰবৃত্ত হ'ল। এনিয়া আৰু আগৰ দৰে কাৰাবৰণ কৰা আন্দোলন নহয়; মানুহৰ অন্তৰত ধীৰে-লাহে স্বাধীনতাৰ বঠীয়া পৰা বতৰ। পৰাধীন দেশ স্বাধীন কৰিবলৈ হ'লে, আগ-পাচ বহুত কথা ভাবি চাব লাগে। জাতিটোৰ নাড়ীডাল কোনখিনিত সবল আৰু কোনখিনিত দুৰ্ব্বল, তাক ভালকৈ জানিব লাগে। প্ৰেম, জ্ঞান আৰু সংগঠন শক্তিৰে পৰিশোধিত নোহোৱা স্বদেশ প্ৰেম যিমানেই কি উগ্ৰ আৰু অকপটীয়া নহওক, তথাপি সি সেমেকা হিলৈ খাৰ—তাৰে শত্ৰু নিধন কৰা সম্ভৱ নহয়। তেনেকুৱা উগ্ৰ প্ৰেমক কোনোবা বিষধৰ থাকিলেও সেই বিষধৰৰ বিষ নাই—ফোপাউৰি মাত্ৰ সাৰ। তদুপৰি, স্বতন্ত্ৰতা আৰু আত্মনিৰ্ভৰশীলতাৰ সম্বন্ধ অবিচ্ছিন্ন। জনমভূমিক কেউদিনে জয়-জয়াকাৰ কৰিবলৈ গ'লেই, এই দুয়োটা গুণেৰেই পৰাধীন প্ৰাণক তিয়াই-বুৰাই ল'ব লাগিব। সেই দেখিয়েই, গান্ধী-আৰউইন চুক্তিৰ পাচত, যি পৰিস্থিতি উদ্ভৱ হ'ল—তাৰে গইনা লৈ জেললৈ যাব নোৱৰা দুজনমান সেৱকে ঘৰতে থাকি স্বৰাজ্য লাভৰ নতুন পথ আউটিবলৈ ধৰিলে। এওঁবিলাকৰ কাম আছিল আইন ভঙ্গৰ ওচৰ নচপাকৈয়ে গাঁৱৰ উন্নতি কৰা, সামাজিক ৰীতি-নীতি সময়ৰ লগত খাপ খোৱাকৈ সংস্কাৰ কৰা, পৰিশ্ৰমৰ সুগুণ বুজোৱা আৰু ঘৰৰ বস্ত্ৰ ঘৰতে উপাৰ্জন কৰিবলৈ উপায় উদ্ভাৱনি দিয়া।

**ভোগদল শইকীয়া ঃ** টেপৰগাঁও অঞ্চলৰ ৰাইজ প্ৰায় সকলো কামতে মাৰৰঙা। তেওঁবিলাক পাই-পোটা পেটে ভঁড়াল নহয়—একগোট। ইয়াত ঢোকাত্তে কল, কলতে ঢোকা হৈ কাম কৰোতা মানুহ বহুত আছিল। তাৰ ভিতৰত, দুজন মানুহৰ হাত-মুখ ছেদ-ভেদ নোহোৱাকৈ কামত লাগিয়েই আছিল। তাৰে এজন ভোগদল শইকীয়া আৰু ইজন সোণাৰাম কৈৱৰ্ত্ত।

টেপৰৰ ম'হছাল গাঁৱত অক্লান্ত কৰ্মী ভোগদল শইকীয়াৰ ঘৰ। এওঁৰ পূৰ্বপুৰুষ এজনে মহছাল শইকীয়াৰ বাব পাইছিল। সেই পুৰুষজন ইমান পৰিশ্ৰমী আৰু কামকে মোৰ বোলা মানুহ আছিল যে নিতৌ ৰাতিপুৱাই গা ধোৱে যদিও, গা-ঘঁহিবলৈ সময় নেপায়—গাৰ মলি গাতে কৰ্দমা বান্ধি থাকে, ৰ'দ উঠিলেই শুকাই ধূলি হয়। মহৰ গাত চাপৰ মাৰিলে যেনেকৈ ধূলি উৰে, তেওঁৰ গাত চকা মাৰিলেও তেনেকৈ ধূলি ওলায়। তেনেকুৱা একোজন কৰ্মী পুৰুষ ৰাজ্যৰ আপুৰুগীয়া সম্পত্তি বুলি ৰজাই তেওঁক শইকীয়া পাতিলে আৰু তেতিয়াৰপৰা তেওঁৰ নাম ম'হছাল শইকীয়া হ'ল। তেওঁৰ নাতিপুতি বাঢ়ি গৈ যিখন গাঁও হ'ল, সেয়ে মহছাল গাঁও। শইকীয়াৰ সন্তিসন্ততি বহুত হৈছিল। কিন্তু, মানৰ দিনত এটাইবোৰ থান্ থান্ বান্ বান্ হোৱাত, এতিয়া, ভোগদল শইকীয়াৰ বংশৰ পৰিয়াল থকা গাঁওখনে হে তেওঁৰ নামটো জীয়াই ৰাখিছে। উজনি অসমৰ প্ৰত্যেকখন গাঁৱৰ নামটোৱেই যেনেকৈ একোটা শিল্পৰ কথা সূচায় অৰ্থাৎ শিল্প অনুসৰি গাঁৱৰ নাম, ম'হছাল গাঁৱৰ নামটোৱেও তেনেকৈ গাঁওখনৰ কৰ্ম্মৰত কথা সূচায়।

১৯২১-২২ চনত, ম'ৰাবজাৰ মৌজাৰ টেপৰ খণ্ডৰ এই মহছাল আৰু তেলীয়াল খামোন গাঁৱলৈ যাবলৈ আলিপদূলি সমূলি নাছিল। পথাৰৰ মাজে মাজে একোটা বঁ-কিয়াইদি হে অহা যোৱা কৰিব পৰা হৈছিল। হাতী আছিল দেখি, নামলাগী ঘৰৰ মানুহে সৰু আলি এগছ মাথোন নিজৰ মাটিয়েদি কৰি লৈছিল। নিৰ্ম্মল পানীৰ পুখুৰীও নাছিল। ঘৰৰ পাচফালে পাচফালে কোনো কোনো ঘৰৰ বাঁহতলে বাঁহতলে একোটা একোটা খুবুং পুখুৰী। মানুহৰ অৱস্থাও বৰ ভাল নাছিল (আজি কালিৰ তুলনাত)। কিন্তু মানুহ বিলাক হ'লে বৰ সুখী আছিল। খেতি পথাৰ কৰি কোনো-মতে টোক টোক টাক-টাককৈ খাই আছিল। গাঁওখনৰ এভাগটি মানুহে, তাৰপৰা সাতমাইল দূৰত থকা আমগুৰিৰ দেওবৰীয়া হাটত, নাইবা তিনি মাইলমান আঁতৰত থকা দীকছো হাটত, নতুবা জোপদৰ হাটত চাউল দুপুৰামান, কোমোৰা এটা বা দুটা, গুড় দুঘটমান, কানত ভাৰ বান্ধি নি বেচেগৈ। সৌৰীসাগৰৰ হাটখন তেতিয়া ন-কৈ বহুৱবলৈ আৰম্ভ হে কৰিছিল। গ্ৰাহক নাই দেখি, তালৈ এইফালৰ মানুহৰ বৰকৈ আগ্ৰহত নাছিল।

সেইদিনত বস্তুৰ দাম এনেকুৱা আছিল :—টকাত আৰৈ চাউল দহ সেৰ, শালি পোন্ধৰ সেৰলৈকে ; মছুৰ মাহ সেৰে দুইঅনা, কলা বা খেচাৰী মাহৰ ছপইচা, মহৰ 'ডাইল' দহ পইচা, মাটিমাহ ছপইচা ; লোণৰ সেৰে শদহীয়াকৈ আনিলে এক অনা, ডাকৰীয়াকৈ হলে পাঁচ পইচা, খোৰা তেল (সৰিয়হৰ) সেৰে ছয় অনা, কেৰাচেন তেল সেৰে দুই অনা ; কপাহ ফুলীয়া দহ হতীয়া চুৰিয়া খনে পাঁচ মহা, তাৰৰ (মাৰ্কিন) কাপোৰ টকাৰ ১৬ হাত। পাতিহাঁহৰ মতাটোৰ গোটে ছয় অনা, মাইকী জনীৰ হ'লে চাৰি অনা ; আমৰলীয়া ডেকেকল মতা হাঁহটোৰ দাম হে অলপ বেচি—অতি হয় যদি আঠ অনা। পাৰৰ জোৰে চাৰি অনা। ৰাজহাঁহৰ জোৰে ডেডটকা-দুটকা। গুড় সেৰে দুই অনা। গৰুৰ গাখীৰ সেৰে এক অনা, ম'হৰ হে দুই অনা, তাকো আকৌ ক'তো বিচাৰি ফুৰিব নেলাগে ; প্ৰায় ঘৰে ঘৰেই গৰু মহ পালে। কাৰোবাৰ ঘৰত সকাম নিকাম বা বিয়া সবাহ হ'লে সকামলৈ অহা মানুহে অনা মু-চোৰা বা মিতিৰ-বৰীয়া গাখীৰৰ টেকেলি কলহেৰেই ঘৰঘৰ-মাৰল ঘৰৰ চাং ঠাহ খায়। মাছ উভৈনদী। জকাই এখন বা জুলুকি এটা লৈ গৈ লাচনীৰে ডোঙা এৰোকটা সিঁচিলেই খালৈয়ে খালৈয়ে মাছ পায়। নামতি, টিফুক, শিঙৰাজান, বৌমাৰী বিল, নামদাং গোহাঁইকুৰ, মিতং বামুণৰজান, থৰথৰী, দোপল-পথাৰৰ পুখুৰী, চাৰিঙৰ পোন্ধ পুখুৰী, ঘোঁৰা-জান,—এই বোৰত খৰালি হ'লেই জাল-জৰ-পল জুলুকি বাই তাৰে তাৰে মাছ মাৰি আনে। মাছৰ খলি থকা নৈ-বিলবোৰ ডাক লোৱাৰ পৰা হে মাছ হৰিবলৈ ধৰিলে।

মুগাপুহীয়াবিলাকে ১৪ মাইল আঁতৰত একো ভৰা চোমনি লৈ মুগা পোহেহৈগে। পকা মুগাও খনে খনে পায়। সেই মুগাৰ সঁচ বছৰি আনিছিলগৈ কামৰূপৰ সোণতলা পৰ্ব্বতৰপৰা বা কুকুৰাৰপৰা। মুগা সূতাৰ সেৰে আছিল ১০ টকা। তেলীয়াল কাটনা আৰু খামোন-গাঁৱত বৰ নিৰন্তৰে পাটসূতা কাটিছিল ; তাৰ দাম আছিল সেৰে ১৬ টকা। সোণতলী ছিগা আৰু চাৰিঙীয়া গাঁৱতো পাট সূতা কটা হৈছিল। অসমীয়া পাট পজু আৰু মুগাপোহা মঁৰাৰজৰীয়া মাইজৰ ভাঙৰ খেতি। কটাৰ এলাহত মুগাবোৰ কম দামতে বেপাৰীক বেচি দিয়া নিয়ম আছিল। সেই কাৰণে, পাট মুগাৰ নিচিনা আপুৰুগীয়া বস্তু উৎপন্ন হোৱা বাবে ম'ৰাকজাৰ মৌজাৰ নাম এসময়ত বৰ প্ৰখ্যাত হৈ উঠিছিল। এই শিল্পৰ প্ৰতি ক্ৰমাৎ মানুহৰ ইমান আওকেলা

হৈ আছিছে যে অচিৰেই হনুমনিয়াহ একোটা কাঢ়াই মাথোন আমাৰ সাৰ হ'বগৈ। মাইকী মানুহবিলাকেও বনৱৰী কৰি উশাহ মুকলি নেপাইছিল। বেলি ওলোৱাৰ পৰা সাঁজ লাগি অন্ধকাৰ হোৱালৈকে এখন্তেক আজৰি নাই। মৰণাৰ খেৰ জোকৰা, বুকলি খেৰেৰে জকাঁত ধান বহোৱা, জাঁৰবীয়াত সূতা কটা, তাঁত বোৱা, পানী অনা, ভাত ৰন্ধা—এইবোৰ থাকটা মাহৰ জেবটা কাম আছিলেই। খেতিৰ দিনত, কঠীয়া তোলা, ভুঁই ৰোৱা, ধানদোৱা কাম যে চিৰকাল লাগিয়েই থাকে। সবাহ খোৱা, গোপিনী সবাহ, জেওৰবীয়া সবাহত নামগোৱা, বিহুৰে সংক্ৰান্তিয়ে খোলকাঢ়ি মাকৰ আৰু মিতিৰ-কুটুমৰ ঘৰলৈ যোৱা এইবোৰ চোতে থৰ মাৰি কৰা কামৰ লেখেই নাই। গধূলি হ'লে, জোনাক নিশা চোতালত বহি বুঢ়ী আই সকলে সাধু কথা কোৱা, পাটগাভৰুহঁতে জাঁত জাঁতে বিয়ানামৰ আখৰা কৰা, মহছাল গুঞ্জা আইসকলৰ এটা নিত্য নৈমিত্তিক ধৰ্ম্মই।

এইখন অসমীয়া গাঁৱতে জনম লভি ডাঙৰ-দীঘল হ'ল ভোগদলৰ শইকীয়া। ভোগদলৰ শিক্ষা গাঁৱলীয়া পঢ়াশালি চমাৰ গাঁৱতে অন্ত। তথাপি, অভ্যাসৰ বলত, মেলে-দোৱানে, সভায়-সমিতিয়ে তেওঁ চুবাৰ মাত মাতিব পৰা হ'ল। মানুহটো দীঘল, মাতষাৰো ডাঙৰ—সভাত উঠিলেই সকলোৰে চকুত পৰে। কামতো কাঠী-কামী কৰা, ঘৰসজা, জাল-জুলুকি-পলম্বা, কুঁহিয়াৰ ৰোৱা, পেৰা, নগাচাৰি-পাটিচাৰি সজা এইবোৰৰ একোতে পেলাব নোৱাৰি শিঙৰাজান টিফুকৰ কাষলৈ, তেওঁৰ ঘৰৰ পৰা দুমাইলমান আঁতৰত হ'ব। তাত হাল-কোৰ বাই আহিও ভোগদলে ঘৰৰ বাৰীতো আকৌ কুঁহিয়াৰখনিত কোৰ মাৰেহি। যি কুঁহিয়াৰ খেতি কৰিবলৈ ছয় পো ছয় নাতি লাগে, সেই খেতি ভোগদলে অকলেয়ে কৰিছিল। নিজে মুগা পুহি, আনকো মুগা খেতিটো বহলকৈ কৰিবলৈ পৈ-পৈকৈ কৈ ফুৰিছিল।

গাঁৱে-ভুঁয়ে গান্ধী আৰু অসহযোগৰ কথাই খোঁকি বাখৌ লগাই থকাত এওঁও মোৰ লগ লাগিলহি। ভোগদলে কৰিব পৰা কাম নিজৰ গাঁওখনৰ ভিতৰত হে, আঁতৰলৈ নেযায়; যাওঁ বুলিলেও যাবলৈ সময় নাই। গাঁৱতে ফুৰি, চমাৰ মহছাল গভৰুবীয়াত বহুত কংগ্ৰেছ মেম্বৰ কৰিলে। শইকীয়াৰ গাত ভাৰ আছিল গাঁৱৰপৰা বিলাতী কাপোৰ আৰু কানি গুচোৱা। তেওঁ নিজেই কপাহ বৈ, কাই, খেতি কৰি ঘৰত লগা কাপোৰ-কানি কিছোখৰ ঘৰতকটা সূতাৰেই বোৱাই লৈছিল। সূতাকটা প্ৰদৰ্শনীত চুবাৰ নে

এবাৰ ভোগদলে ধঁটাও পাইছিল। তেওঁৰ পৰিয়ালটোও শকত। ভোগদলৰ পৰিয়ালৰ সকলোৰেই সূতা কাটিবলৈ ধৰিলে। ভোগদলে থৈয়ানথৈয়াকৈ কাজিয়া লাগি থকা দন্দুৰা মানুহকো মিলাব পাৰিছিল। এইটোকো তেওঁৰ এটা ডাঙৰ গুণ বুলিব পাৰি

ৰাজিপুৰা-গধূলি ভোগদলে কানীয়া-ভঙুৱাৰ জুহালে-জুহালে পাক একোটা মাৰে। কানিপানৰ খোলাত বহি কানীয়াক কানি এৰিবলৈ কয়। কানীয়াৰ খং উঠা যেন দেখিলে, ভকতীয়া কথা কৈ খংটো মাৰ নিযায়। অসহযোগৰ ৰাজনৈতিক তাৎপৰ্যাতকৈও মহাত্মা গান্ধীৰ সাত্বিক মাহাত্ম্যৰ কথা ক'লে হে কানীয়া-ভঙুৱাৰ কাণত সোমায়। সেই কাৰণে, সেওঁ গান্ধীৰ 'মাহাত্ম্য'ৰ কথা হে বৰকৈ কৈছিল। ১৯৩০ অৰ পিচত, মহছাল তেলীয়াল গাঁও চৰ্খাৰাৰ ভাৰ এওঁৰ ওপৰতেই পৰে। ভোগদল শইকীয়াৰ নিচিনা বিশ্বস্ত, দায়িত্বশীল কৰ্ম্মী পোৱা অতি কঠিন। ৰজা আৰু ৰাইজৰ লগত, ভোগদলে তেতিয়াৰপৰাই যুঁজ কৰিবলৈ শিকিলে আৰু ডাক্তোপমৰা কৰ্ম্মচাৰীৰে সৈতে খৰিয়াল কৰি হলেও, "বান্দৰৰ মুখৰ কল ভুকুৱাই সৰকাৰ" পৰ হ'ল। ভোগদলৰ মুখ আৰু গাৰ চেষ্টাতেই চৰ্কাৰী কৰ্তৃপক্ষৰ মহছাল গাঁৱলৈ দৃষ্টি পাত হ'ল। ৰাইজেও একমুঠীয়া হৈ ভোগদলে যি কয় তাকে সমৰ্থন কৰিবলৈ ধৰিলে। অধিক বাটে লাগি কোনেও গুড ধমনা কৰা নাছিল। ভোগদলে দহ বুলিলেই দহ, পাঁচ বুলিলেই পাঁচ হৈছিল। গাঁৱত হুকীয়াকৈ কংগ্ৰেছ কমিটি এখন, ৰৰপুখুৰী এটা, অকণ অকণ ল'ৰা ছোৱালীয়ে পঢ়িব পৰা পঢ়াশালি এটা, তাঁতশাল দুখনসৈতে চৰ্কাৰী তাঁতশালৰ ঘৰ এটা, খেমদেউ পুখুৰীলৈকে বন্ধোৱা তৌথা আলিটোত লগাই নগা আলিদপৰা কৰা বাট এটা তেওঁৰ চেষ্টাতে হোৱা এইবোৰ অনুষ্ঠান আৰু কাম আজিও জলজল পট্‌পট্‌কৈ জিলিকি আছে।

মহছাল গাঁৱৰ নামঘৰত মাহৰা সত্ৰৰ অধিকাৰ থাকিবলৈ দৈছিল। সেই গোসাঁই ঘৰতে সকলো জলন্টিয়াৰ থুপ-থুপকৈ গোট খায় আৰু তাতে দেশৰ বা-বাতৰি অনোবাজনি হয়। গোসাঁয়ে কানি খাইছিল। তথাপি স্বেচ্ছাসেৱকক তেখেতে সন্মান কৰিছিল। ভোগদলৰ অনুৰোধমতেই গোসাঁয়ে ভাৱনা বৰ-সবাহ পাতি গান্ধীকথা প্ৰচাৰ কৰাত মহছলীয়া ৰাইজক বৰ উৎসাহ দিছিল।

তেলীয়াল গাঁৱত পাঠশালা এটি স্থাপন কৰি চিপহা সত্ৰৰ শত্ৰুধৰ মহন্তই পোন প্ৰথমেই এই অঞ্চলত শিক্ষাৰ পোহৰ পেলায়। ভোগদলৰ

উদগণি পাই তেখেতৰ কাজী পত্নীয়ে বাছকবনীয়া কাপোৰ ববলৈ ধৰে আৰু সেই বাবে শিবসাগৰ মহকুমাধিপতিয়ে মহন্ত ভাৰ্য্যাক পুৰস্কাৰ দিয়ে। ফৌজদাৰী আইনৰ সংশোধিত উপ-ধাৰা ১৭ (ক) আৰু ১৭ (খ) মতে ভোগদল দণ্ডিত হৈ বন্দীশালত সোমোৱা নাছিল সঁচা, কিন্তু তেওঁ স্বাবলম্বী হ'বপৰা বিধিনি কাম বেহা লগাই পাতি থৈ গ'ল, তাৰ কেৰ দহজন কাৰাবৰণ কৰা "কংগ্ৰেছীয়েও" মাৰিব নোৱাৰে। দিয়েক-বছৰ হ'ল, আমাদেমা পুত্ৰ এটি এৰি অকালতে, ভোগদল 'দীঘলা' ঢুকাল। আজি মহছাল গাঁওখনি নিষ্প্ৰাণ, তেনেহ উকলা। সেই হে সেইকালে গ'লেই ভোগদললৈ মনত পৰে। দুখ লাগে; ভোগদলে—

"নেদেখিলে সংসাৰত সুখৰ পোহৰ
দুখকেই মোৰ বুলি ললে,
বিপদ-ধুমুহা আহি আশাৰ পুলিটি
অকালতে মোহাৰি পেলালে।"

সোণাৰাম বৰা কৈবৰ্ত্ত ঃ টেপৰৰে চাৰিঙ্গীয়া কৈবৰ্ত্ত গাঁৱৰ সোণাৰাম বৰা আছিল যুক্তিপূৰ্ণ কথা কোৱাত বৰ পাকৈত। তেওঁ যে মোৰ বাজহুৱা জীৱনৰেই লগৰীয়া এনে নহয়, চমাৰ গাঁও পাঠশালাত বিদ্যাৰম্ভ কৰা দিনৰপৰাই সহপাঠী বন্ধু। বঢা-টুটাৰ ভিতৰত এইকণেই আছিল যে তেওঁ চমাৰগাঁৱতে পঢ়া শেষ কৰিলে আৰু মই অলপ ওপৰলৈ গ'লোঁ।।

স্বৰ্গদেৱ চক্ৰধ্বজ সিংহৰ দিনত মোগলেৰে সৈতে যুদ্ধ কৰিবলৈ বজাই যেতিয়া কাঁড়ী-বাকৰুতি বাহিছিল, তেতিয়া এগৰাকী ডাঙৰীয়াই কৈছিল, "কুমাৰে চক ঘেৰে, কিনোতাই ভাল নে বেয়া বজাই চায়, ভাল যদি হ'ল, সকলোৱে কিনে। বেয়া হ'লে কোনোৱাই কিনে নে কি?" গড়মূৰীয়া সত্ৰাধিকাৰ গোস্বামীয়ে যেতিয়া তুকৰীয়া নামঘৰত বহি অস্পৃশ্য বৰ্জনৰ বিষয়ে বক্তৃতা দিয়ে আৰু যেতিয়া হামচৈয়া গাঁৱৰ কৈবৰ্ত্ত ৰাইজক নাম-ঘৰত সুমুৱালত সেই ৰাইজে ভকত বহা আসন ভেই গৈ প্ৰভুৰ চৰণ স্পৰ্শ কৰে, তেতিয়া সোণাৰামেও কুমাৰৰ চক বজাই চোৱাৰ দৰে অস্পৃশ্যবৰ্জন আন্দোলনটো ঢেপঢেপীয়া নে পাগছিঞা, ভালকৈ গমি পিটিকি টুকুৰিয়াই চাইছিল।

এদিন কথা প্ৰসঙ্গতে সোণাৰামে কোৱা কথা এযাৰ মনত পৰিছে। অস্পৃশ্যতা বৰ্জন আন্দোলন চলি থাকোঁতেই সোণাৰামহঁত কেবাজনো

গোটখাই পুৰণিমেলীয়া গাঁৱত ভাও চাবলৈ গৈছিল। পুৰণিমেলীয়া গাঁওখন চাৰিজ্জীয়া গাঁৱৰপৰা আঢ়ৈমাইলমান হ'ব। সেই গাঁৱৰ বাইজৰ মাজত তেতিয়া এই আন্দোলন সোমোৱাগৈ নাই। পুৰণি নিয়মমতেই সকলো কাম-কাজ চলি আছিল। গান্ধীৰ নামটো লʼৰা-ছোৱালীৰ মুখত ওলাইছিল যদিও, বৰ বিলাকে গান্ধীকথাৰ এটাকো খামোচ মাৰি ধৰা নাছিল। থোৱতে ক'বলৈ হ'লে, পুৰণিমেলীয়া বাইজ সামাজিক নিয়ম-কাৰণত বৰ নিকপকপীয়া আছিল। বহা দিনীয়া জাতিভেদ প্ৰথাই তাত অখণ্ড ৰাজত্ব কৰিব পাৰিছিল। সেই দেখি, সামাজিক গঢ়-গতি সলাব খোজোঁতা দেশসেৱকসকলে তাত মুকলি ভাৱে সোমাবলৈ ভয় কৰিছিল।

ভাও চাবলৈ যাওঁতে, সোণাৰামইঁতৰ লগতে হাতকোঙা ধপতুৱা এজনো গৈছিল। তেওঁ বৰ ধপাত খায়; কিন্তু নিজৰ হাত দুখনেৰে মুঠিমাৰি চিলিমটো ধৰিব নোৱাৰে। লোকে-তেওঁৰ মুখত চিলিমটো ধৰি এঢোপা খুৱাই দিব লাগে। এবেলগে, একে সময়তে চিলিম, ধপাত আৰু ধপাত-খুউৱা মানুহ পোৱা টান। সেই দেখি, কোঙা ধপতুৱাজনে, অ'লৈ-ত'লৈ গ'লে, গাঁঠিতে ধপাত খোৱা সঁজুলিটো লৈ যায় আৰু থাকৰ মন গলেই লগৰ এজনক এচিলিম উলিয়াই দিয়ে; তেওঁৱেই লগাই ধপতুৱাজনক খুৱায়।

ভাৱনালৈ যোৱাৰ পিচত কি হ'ল সোণাৰামে এইদৰেই নিজ মুখে কৈছিল: "ৰভাৰ তললৈ যাব নেপায় দেখি, আমি এমূৰতে থিয়াথিয়ি কৰি আছোঁহঁক। এনেতে, ভাৱৰীয়া বাইজৰ এজনে 'আপোনালসৱ কোন থিনিৰপৰা আহিছে' বুলি সুধিলেহি। আমি বোলোঁ, 'চাৰিঙৰপৰা আহিছোঁ।' চাৰিঙৰ বুলি ক'লত 'আহক বহক' বুলি আমাক বহিবলৈ ততকে নিদিয়া হ'ল। হয় হে তেওঁবিলাকে আথেবেথে ক'লে-মেলিলে. আমি কিন্তু, 'বহিমচোন ৰাক বহিম' বুলি কৈ থিয় হৈয়ে থাকিলোঁ। সিফালে সূত্ৰধাৰী ওলাবৰ হৈছে আৰু ইফালে আমাৰ জুমটোৰ এজনে মলা ধপাত এচিলিম ভ পিৰলৈ ধৰিছে। আমাৰ লগত যোৱা ধপতুৱাজন ধপাতৰ ধেঁাৱাৰ গোন্ধ পালে ৰবই নোৱাৰে—কেঁটসাপ লাগি যোৱা দৰে ধেঁাৱাৰ লগে-লগে লাগি যাব খোজে। ধপাতৰ চাত মৰা দেখিয়েই তেওঁ আকুলি-বিকুলি মাত লগালে, 'হেৰ,' মোকো দেচোন এই পিনে, এঢোঁপা সাওঁ।" 'সাওঁ' বোলা মাতষাৰ নোলাওঁক বুলিয়েই, লৰালৰিকৈ খোৱাটোৰ মুখৰ পৰা চিলিমটো কাঢ়ি আনি ধপতুৱা জনৰ মুখত লগাই দিলোঁহি। তেওঁও মনে মনে থাকিল।

"এইদৰে আছোঁ নিটাল মাৰি, তামোল এখন খোৱা-পৰ। এনেতে, সুত্ৰধাৰী ওলালো গ'লও। দুজনমান ভাৱৰীয়াও ওলাল, গ'ল। পাচত আহিল ভীম-জৰাসন্ধ। দুয়োৰো লাগিল যুদ্ধ। সিপিনে বতাৰ সোঁমাজত দুই বীৰে "হুহ হুহ' বুলি তৰ্জন-গৰ্জন কৰিছে আৰু ইপিনে বতাৰ মূৰত আমাৰ ধপতুৰা কাইটিয়ে 'ধপাত এহোঁপা খাওঁ অ' বুলি মুখেৰে টপটপাব লাগছে। টিপতে ধপাত এচিলিম লগাই, তেওঁৰ মুখত ধৰি খন্তেকলৈ যেনিবা মুখৰ সিৰিকণিটো মাৰিলোঁ। পাচে ইমুখ-সিমুখ হৈ চিলিমটো হাত বাগৰি জুমটোৰ মূৰ পালত, ধপতুৰাৰ বাইখ নোহোৱা হ'ল। বহুত বেলি হৈও, চিলিমটো আকৌ নোপোৱা দেখি, তেওঁ নিলাজে ওচৰতে আটাহ পাৰি দিলে 'হেৰ' কতক নো-সাৰ অ ?

ইমান বেলি, আমি ক'ৰ মানুহ কোনেও চিনি পোৱা নাছিল। চাৰিওফালে ভাল মানুহ বুলি গেলাই-গপাই আছিলোঁ। এওঁৰ ডকৰা মাতেই এতিয়া আমাক ধৰা পেলাই দিলে। আমাৰ মাৰবৰ বাহ হ'ল। আমি যে ধৰা পৰিলোঁহেই যে, কোনোবাই ধৰিবহি লাগিলে, আমাক বা কি কৰে ঠিক নাই। পূৰ্ণমেকীয়া বাইজ যিহে চঙ্গী, আমাৰ আৰু মূৰ নথয়। এই বুলি, এটাইকেউটাকে গতিয়াই-ভুৰুৱাই বস্তা তলৰপৰা উলিয়াই আনিলোঁ। আনিয়েই ক'তো আৰু ৰবলৈকে নহ'ল; পোনছাটেই ঘৰ সোমালোঁহি।

"কংগ্ৰেছে শুদ্ধ কৰি আমাক কৈৱৰ্ত্ত কৰিব খুজিছে, ভাল কথা। পিচে, আমাৰ মাতষাৰেই দেখোন শুদ্ধ নহ'ল। হয় হে, লোকে ঠেলি হেঁচি আমাক 'কৈৱৰ্ত্ত' বুলিবলৈ কৈছে, ক'ত্তা, আমাৰ মুখত দেখোন 'কৈৱৰ্ত্ত' নোলায়, ওলায় 'কৈপৰ্ত্ত' হে। 'কৈৱৰ্ত্ত' টোকে যেতিয়া শুধকৈ ফুটাব নোৱাৰোঁ, ঢাকছাল কোবাই আমাৰ মানুহবোৰক কেনেকৈ ওপৰলৈ তুলিব ? একেলগে বহি, দৈবাৎ মাহচাউল এগাল গলিয়ালেই আমি স্বৰ্গলৈ নেযাওঁ, আপোনা-লকলো তললৈ নাহে। ভালকৈ লেখা-পঢ়া সিকিলেই, এইবোৰ উচ্চ-নীচ ভাব আপোনা-আপুনি নাইকিয়া হ'ব। কৈ থাকিলে, ফাঁট মেলি বহল হৈ যাব। আগেয়ে মুছলমান ছুলেই হিন্দুৱে গা ধোৱে, আজি কালি দেখোন একেলগে বহি চাহপানী-জলপান, ভোজ-ভাতো খায়। কোনোবাই কাৰো কাৰোবাক হাতত ধৰি 'খা-খা বুলি কৈছিল ? আমিও হিন্দু, আপোনালকলো হিন্দু। ইয়াৰ ভিতৰত আকৌ খিলা-খিলিখন কিহৰ ?"

সোণাৰামৰ মই-সক ভাবৰ কথাখিনি শুনি পেটে পেটে হাঁহিছিলোঁ। যেনেকৈ, তেওঁখেৰী যুক্তি দেখি আচৰিতো হৈছিলো। তেনেকৈ। পাচত ভাবি চালোঁ, সোণাৰামৰ যুক্তিটো সঁচাকৈয়ে লাখটকীয়া। তেওঁ ভলণ্টিয়াৰ হোৱা নাছিল। তথাপি, নামঘাট, বাসিয়াবাট, চামগুৰি, কোঞ্চপুৰ, জাঁজী এইবোৰ ঠাইৰ য'ত য'ত তেওঁৰ মিতিৰ-কুটুম আছিল তাতে কংগ্ৰেছৰ ভাল-বেয়া সমালোচনা কৰি মানুহৰ মন ৰাজনৈতিক চিন্তাৰ ফালে ঢাল খুৱাই আনিছিল। সোণাৰামৰ সোণ-চেকুৰা হেন গুণ খিনিৰ মোল বুজোঁতা মানুহ আজি ক'ত ওলাব ?

**পাণ্ডু কংগ্ৰেছৰ (১৯২৬) এচেৰেঙা ঃ** কাণপুৰ অধিবেশনত, ফুকন বৰদলৈৰ আন্তৰিক সহযোগ কামনা কৰি কৃষ্ণনাথ শৰ্ম্মা আৰু ৰোহিণীকান্ত হাতীবৰুৱাই মৰমাহ দি অসমলৈ কংগ্ৰেছ সভা নিমন্ত্ৰণ কৰে। এয়ে প্ৰথম নিমন্ত্ৰণ। সেই অনুসৰি, গুৱাহাটীৰ পাণ্ডুত, ১৯২৬ চনৰ ডিচেম্বৰ মাহত অখিল ভাৰত কংগ্ৰেছ মহাসভাৰ ডুকুৰি একছৰীয়া অধিবেশন বহে। মহা-সভাৰ সভাপতি আছিল মাদ্ৰাজৰ শ্ৰীনিবাস আয়েঙ্গাৰ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল দেশভক্ত তৰুণৰাম ফুকন। ওজা ফুকনৰ লগতে এইসকল সতীৰ্থয়ো ভাগত পৰা দায়িত্বটোইত পৰিপাটিকৈ সম্পাদন কৰি, ৰামসিংহই শলাগি যোৱা অসমীয়া সৈন্যৰ পুনৰাভিনয় কৰি দেখুৱাইছিল :—
প্ৰধান সম্পাদক :— কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, সহকাৰী সম্পাদক :— ৰোহিনীকান্ত হাতীবৰুৱা, সভামণ্ডপ তদাৰক কৰোঁতা :—গোপীনাথ বৰদলৈ, ধন-ভঁড়ালী :—উপেন্দ্ৰনাথ সেন, বিষ্ণুৰাম মেধি, আৰু কুলধৰ চলিহা, খুৱন-খুৱনৰ পৰিচৰ্য্যাত :— কালীপ্ৰসাদ বৰুৱা ; বাহৰতলী চাওঁতা আৰু আলহী সোধোঁতা : কালিৰাম বৰ্ম্মন, সিদ্ধিনাথ শৰ্ম্মা, কামাখ্যাৰাম বৰুৱা ; পানী যোগাওঁতা (কলৰে) :—লক্ষ্মীনাথ দাস, চিকিৎসাৰ ব্যৱস্থা কৰোঁতা :— ডাক্তৰ ভুৱনেশ্বৰ বৰুৱা; পৰিষ্কাৰ-পৰিচ্ছন্নতা চাওঁতা :—নিধিৰাম দাস, সঙ্গীত পৰিচালক :—শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱা, সেৱক বাহিনীৰ সেনাপতি আৰু পালী সেনাপতিসকল :—শ্ৰীযুত দেবেশ্বৰ শৰ্ম্মা, গৌৰীকান্ত তালুকদাৰ ধনীৰাম তালুকদাৰ, যানবাহনৰ ব্যৱস্থাপক :— ৰোহিনী কুমাৰ চৌধুৰী ; প্ৰদৰ্শনী আয়োজক :—কৃষ্ণনাথ শৰ্ম্মা।

মৰণলৈ দৃকপাত নকৰি অদম্য উৎসাহেৰে অগণন দেশ-সেৱকে বনৰীয়া বাঘ-চোং ভাঙি, পাণ্ডুত দেশোদ্ধাৰকৰ মন্ত্ৰণা চ'ৰা পাতিলে। পাণ্ডু-সদিলাপুৰৰ

মাজত, ব্ৰহ্মপুত্ৰৰ পাৰতে, নেতাসকলক আছুতীয়াকৈ থাকিবলৈ বাহৰ সজাই দিয়া হৈছিল। সেই বাহৰৰ নাম আছিল "চিত্তৰঞ্জন পুৰ"। প্ৰদৰ্শনী পথাৰৰ নাম থোৱা হৈছিল "পাণ্ডু নগৰ"। কংগ্ৰেছ-মণ্ডপৰ সিংহ দুৱাৰখনৰ নাম দিয়া হৈছিল "স্বৰাজ-দুৱাৰ" তাৰ পছিমৰ খনৰ "গান্ধী দুৱাৰ" আৰু দক্ষিণৰ খনৰ "আঞ্চাৰী দুৱাৰ" নাম আছিল।

কংগ্ৰেছৰ অধিবেশন পাতি, অসমৰ সুনাম ৰক্ষা কৰাত কোনো দিনে যাতে ত্ৰুটী হ'ব নোৱাৰে তাৰ নিমিত্তে, অসমীয়াৰ যে কথাই নাই, মাৰো-ৱাৰী, বঙালীসকলেও মুক্ত হস্তে ধনৰ টোপোলা আগ বঢ়াইছিল। "অসমীয়া" কাকতৰ প্ৰতিস্থাতা চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াই, কোনেও নজনাকৈ বৰ গুপুতে গুপুতে কংগ্ৰেছ অভ্যৰ্থনা সমিতিৰ হাতত নগদ দহ হেজাৰ টকা উপযাচি দিছিল। কবি আগৰৱালাদেৱৰ এই অপ্ৰত্যশিত বদান্যতাৰ কথা বহুত দিনৰ পাচতহে জনা গৈছে। লিখালোকে, পাণ্ডু কংগ্ৰেছৰ আদ্যোপান্ত বিৱৰণ লেখিছে। আমি মাত্ৰ ওপৰে ওপৰে ছুই হে গলো।।

উজনি অসমৰ ধনৰ পেৰা মেলাৰ ভাৰ লৈছিল ফুকন ডাঙৰীয়াই নিজেই। তেখেত চাৰিওফালেকো আগিছিল। সেই সময়ত ৰাধাকান্ত ফুকনেই আছিল চাৰিওৰ একমাত্ৰ আঢ্যৱন্ত পুৰুষ। ফুকন আছিল অ-কংগ্ৰেছী। তেখেতে কংগ্ৰেছলৈ বুলি ১০ টকাৰ টোপোলা এটা বান্ধি থৈছিল। দেশভক্ত ফুকন গ'লত, হাতীগিৰীয়া ফুকনে মুখ হৰিব নোৱাৰি লোৱৰ পেৰাত যি পায় তাকে নিজেই খুলি আনিবলৈ চাবিটো দি দিলে। ৰোহিণী হাতীবৰুৱাই খুলি যি পালে তাকে ৫০০ টকা বুলি লৈ গ'ল। সেই দানৰ আসমতে চাৰিওৰ লোকনাথ ফুকন, ভিশ্বেশ্বৰ চলিহা, দুৰ্গানন্দ কাকতী আৰু সুন্দৰী কাকতীয়নীয়ে চাৰিং কংগ্ৰেছৰ প্ৰতিনিধিত্ব লাভ কৰিলে।

অনুক্ৰমণিকা মতে সভাৰ কাৰ্য্য চলি থাকোঁতেই আচম্বিতে স্বামী শ্ৰদ্ধা-নন্দক হত্যা কৰা বাতৰিটো ওলালহি। বিনা মেঘে বজ্ৰপাত হ'ল। সকলো জঁয় পৰিল। শোকাভিভূত অন্তৰত উগুল-থুগুল প্ৰতিহিংসাৰ ঢৌ উঠিল; কিন্তু, ক'তো উচ্ছৃঙ্খল উত্তেজনাৰ ভাৱ প্ৰকাশ নেপালে। সভাৰ আলো-চনা প্ৰস্তাৱাদি ধীৰ-সংযত ভাৱেই গৃহীত হৈ গ'ল। তথাপি, শ্ৰদ্ধানন্দ হত্যাৰ নিচিনা আগমজহ খোৱা শোচনীয় ঘটনা এটা পাহৰিবলৈ হেজাৰ চেষ্টা কৰিলেও পাণ্ডু কংগ্ৰেছৰ স্মৰণত সি আপোনা আপুনি ভুমুকি নমৰাকৈ নেথাকে। তাৰ লগতে, এইটোও মনলৈ আহে যে সেইদিনা

শোকাচ্ছন্ন ৰভাৰ তলত দৰ্শক মণ্ডলীৰ দহটকীয়া ভাগিত আসন গ্ৰহণ কৰি অসমীয়া মুছলিম নেতা চৈয়দ মহম্মদ ছাদুল্লায়ো মৌন ভাবেই কংগ্ৰেছৰ লগত সমবেদনা জ্ঞাপন কৰিছিল।

কংগ্ৰেছ ৰভাৰ তলতে হিন্দু মহাসভাৰো বছেৰেকীয়া অধিবেশন এটা বহুউৱা হৈছিল। সভাপতি আছিল পণ্ডিত মদন মোহন মালবীয়। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল গড়মুৰ সত্ৰৰ অধিকাৰ পীতাম্বৰ দেৱ গোস্বামী। তেখেতে মাতৃভাষা অসমীয়াৰে অভিভাষণখন পাঠ কৰাৰবলগীয়া হোৱাত, পঢ়ি যোৱাৰ লগে লগেই সেই কথাখিনি ইংৰাজীলৈ অনুবাদ কৰি দি যাবৰ প্ৰয়োজন হ'ল। অনুবাদ কৰিবলৈ প্ৰথমতে উঠিল ডেকা উকীল গৌৰীকান্ত তালুকদাৰ। সমাজৰ কোঢ়ালত, তেখেতৰ মাত ডুব গ'ল। তাৰ পিচত উঠিল কৰ্ম্মবীৰ বৰদলৈ। বৰদলৈ ডাঙৰীয়াৰ উচ্চস্বৰ আৰু অঙ্গী-ভঙ্গীয়েও অফলা ভগা দৰ্শকৰ মাত জিনিব নোৱাৰিলে। প্ৰকাশৰ অভা-বতে এতিয়া অসমীয়াৰ প্ৰতিভা মুমাও-মুমাও। এনে উগুল-থুগুলতে থিয় হ'ল তৰুণৰাম ফুকন। মঞ্চৰ টুপ পাওঁতে নোপাওঁতেই ফুকনৰ ব্যক্তিত্বই অজগৰে হোঁপা দি সমজুৱাৰ মন ফুকনৰ ফাললৈকে হুঁপি লৈ গ'ল। ফুকনে কি কয় শুনিবলৈ সকলোৰে কাণ থিয় হ'ল।

সভাপতি গোস্বামীদেৱে এষাৰ এষাৰকৈ তেখেতৰ বক্তব্য কৈ গৈছে, ফুকনেও যাৰ-যাৰকৈ ইংৰাজীলৈ সেই বাক্য তৰ্জ্জমা কৰি গৈছে। তিনটা-মান ছেদ অন্ত কৰিয়েই ক'লে, "হিন্দু ধৰ্মই সদায় অহিংসব্ৰত অবলম্বন কৰি আহিছে।"

এই বাক্যষাৰেই আছিল অভ্যৰ্থনা সভাৰ সভাপতি-ভাষণৰ হাঁও-ফাঁও। শ্ৰদ্ধানন্দ-হত্যাৰ লগত ইয়াৰ সম্বন্ধও বাশিষ্ঠীগঙ্গা দিখৌ সোঁতৰ দৰে অন্তঃসলিলা। সেইগুণে, গড়মুৰীয়া গোস্বামীৰ লিখিত বাক্যষাৰৰ অনুবাদটো ভাবে-ভাষাই এনেকুৱাকৈ প্ৰাঞ্জল, একাৰ্থবোধক, মনোগ্ৰাহী আৰু বজিতা হোৱা হ'ব লাগিব যাতে অসমীয়া বুবুজা শ্ৰোতাসকলে তাৰ মৰ্ম্মটো অন্তৰে অন্তৰে উপলব্ধি কৰি যাব পাৰে। যেই গোসাঁয়ে মাত লগালে, "হিন্দু ধৰ্মই সদায় অহিংস ব্ৰত অবলম্বন কৰি আহিছে", সেই ফুকনেও খপকৰে ইংৰাজীৰে আৰম্ভ কৰিলে, 'হিন্দু ৰিলিজিয়ন হেজ,—'এই খিনিতে লাগিলে খুদুৱনি, পাচৰটো শব্দ কি ক'ব, ভাৰি অলপ বেলি ফুকন দমকা মাৰি ৰৈছে। নৱগৰীয়া হঠাতে নিমাত হোৱা দেখি সমজুৱাৰ মাজতো নিস্তব্ধতাই

দেখা দিলে। সকলোৱে মুখে-কপালে হাত দি ফু-ফু ফা-ফা কৰিবলৈ ধৰিলে, 'ভাল কথা হ'ল, ফুকনো এতিয়া চন্দ্ৰুৱা পৰে কি চবে হে।" এনেতে বোমা ফুটাদি ধুম কৰে ফুটিল, 'নেভাৰ অ'পোনড্ এন ইনিমিকেল আই টু এনি আদাৰ বিলিজিয়ন।" মুখখন কান্তিকৈ তেওঁ ডিঙিটো ঘূৰাই ল'বলৈ হে যেন "হেগু" বুলিয়েই দমক মাৰি বৈছিল। ফুকনৰ মুখৰ-পৰা ছকস্ কৰে মাতষাৰ ওলাই পৰিলতে শ্ৰোতাৰ মাজত যে চাপৰিৰ জাউৰি আৰু হাঁহিৰ খলখলনিখন। আমি আশ্বস্ত হলোঁ। স্বগত: কলোঁ ও, "আজি ভাল ৰক্ষা কৰিলা প্ৰভু "

পাণ্ডু কংগ্ৰেছৰ কথা ওলালেই ফুকনৰ সেই বাক কৌশলৰ কথাও ওলায়। সভাৰ দিনা মধুপুৰ চাহবাগিছাৰ স্বত্বাধিকাৰী ৰাসেশ্বৰ শৰ্মাই মঞ্চে লগা-লগিকৈ বহিছিলোঁ। তেখেতক লগ পালেই সেই ডেৰকুৰি বছৰীয়া পুৰণি কথাষাৰ সদায় ওলাইছিল। ওলালেই কওঁইক, 'সেইদিনা তৰুণ ফুকন নোহোৱা হ'লে, আমাৰ মান নেথাকিলহেঁতেন ; গড়মূৰীয়া গোসাঁয়ো ভাৰতৰ পূজনীয় হ'ব নোৱাৰিলেহেঁতেন। বাগ্মীতাও বাস্তৱিকতে ঈশ্বৰ প্ৰদত্ত শক্তি।'

সেই সভাৰ আৰু এটা কথা আজিও পাহৰিবপৰা নাই। পণ্ডিত মদন মোহন মালৱীয়ক হুছৱাও বুলি কোনেও ইছৱাব নোৱাৰে। তেওঁৰ হাঁহি দেখিবলৈ পোৱাটো সৌভাগ্যৰ কথা। ভাৰত বিখ্যাত সঙ্গীতাচাৰ্য্য বিষ্ণুদিগম্বৰ পালুস্কৰো সেইদিনা সভাত আছিল। "না-ৰ-দ' এই আখৰ তিনিটাতে তেওঁ কতনো সুৰ নলগালে। সুৰৰ সঞ্চাৰ, ধ্বনিৰ লয় আৰু মুখৰ ভঙ্গিমা দেখি দৰ্শকবৃন্দ হাঁহিতে বাগৰি ফুৰা যেন হৈছিল। মালৱীয়জীও প্ৰতিমা হেন গহীন হৈ থাকিব নোৱাৰিলে, তেওঁৰো ওঁঠত হাঁহি বিৰিঙিল। সমজুৱাই হাত চাপৰিৰে বিষ্ণুদিগম্বৰৰ সঙ্গীত চাতুৰ্য্যৰ ওপৰত জয়মালা অৰ্পন কৰিলে। বিষ্ণুদিগম্বৰে জলতৰঙ্গৰ সুৰ মিলাই এই দিনাই—

"ৰঘুপতি ৰাঘৱ ৰাজাৰাম
পতিত পাৱন সীতাৰাম"

বোলা গীতটোৰ প্ৰথম জোৰণি ধৰে। এই কলিৰপৰাই পশু প্ৰবৃত্তিৰো মন ভাল লগোৱা "ৰামধুন" গীতৰ পাহি মেলিলে। এইখন মহাসভাতেই শ্ৰীশ্ৰীযুক্ত গৰমূৰীয়া সত্ৰাধিকাৰ গোস্বামীৰ গভীৰ আধ্যাত্মিক জ্ঞান আৰু হিন্দুধৰ্ম্মৰ নেতৃত্ব ল'বপৰা যোগ্যতা, দেশভক্ত ফুকনৰ উপস্থিত বুদ্ধি আৰু

ব্যক্তিত্বশালী বাগ্মীতা আৰু বিষ্ণু দিগম্বৰৰ সুৰৰ মহিমা ভাৰতময় প্ৰকটিত আৰু প্ৰচাৰিত হ'ল।

আলান অক্টেৱিচ হিউমে ভাৰতবাসীক এটা জাতি ৰূপে পৰিণত কৰাৰ অভিপ্ৰায়ে ১৮৮৫ চনত, ভাৰতত কংগ্ৰেছ মহাসভা স্থাপন কৰে। তেতিয়াৰে পৰা ৪০ বছৰ ভাৰতৰ নানান ঠাইত বছৰে বছৰে কংগ্ৰেছ উপলক্ষে সকলো প্ৰদেশৰ ইংৰাজী শিক্ষিত লোকৰ সমাগম হৈ আহিছে। দেৱীচৰণ বৰুৱা, সত্যনাথ বৰা, ৰাধানাথ চাংকাকতীয়ে আগৰ অধিবেশন খনদিয়েকত বক্তৃতা দি অসমীয়াৰ চিনাকিও দি থৈছিল। তথাপি, অনা-অসমীয়া ভাৰতীয়ই সিমানতো অসম দেশখন বাঘ ভালুকেৰে ভৰা অটব্য অৰণ্য বুলিয়েই ভাবিছিল। তেনে অপুদুঘাট ধাৰণাকে পোষণ কৰি আছিল বুলি প্ৰতিনিধিৰ হৈ শলাগৰ শৰাই আগ বঢ়াওঁতে মাদ্ৰাজৰ টি প্ৰকাশনে মুক্তকণ্ঠে প্ৰকাশ কৰিছিল। সেই প্ৰসঙ্গতে তেওঁ আৰু কৈছিল, বোলে, অসমৰ মনোৰম সৌন্দৰ্য্য, গহীন দৃশ্য আৰু সবাতোকৈ ওপৰত। অসমীয়া মানুহৰ সৰল আতিথ্য আৰু বিপুল সংগঠন শক্তি দেখি তেওঁ বিমুগ্ধ হৈছে আৰু প্ৰত্যেকজন প্ৰতিনিধিয়েই তবধ মানিছে।

কংগ্ৰেছ পতাত বহুত টকা ধাৰ লাগিল। কংগ্ৰেছৰ নিমিত্তে দেহা মাৰি কাম কৰিলে খৰিভাৰী হুজুৰা অসমীয়া ডেকাই আৰু বহনাৰে ধন চপালে পেট মোহৰা সদাগৰবিলাকে। ফলত, ফুকন-বৰদলৈ-দুৰ্গা বৰুৱা (দুৰ্গানাথ বৰুৱা) আদি ভাগ্যমান দেশপ্ৰেমিকে হাতত লাওটোকাৰী লৰ-লগীয়া হ'ল। "আৰ্জিলে নন্দৰ গুৱালে, খালে থৈৰা শিয়ালে।" সৰ্ব্বস্বান্ত হ'ল যদিও, ফুকন-বৰদলৈয়ে জীৱনত সেই বাবে আক্ষেপ কৰা কোনেও নুশুনিলে।

অভ্যৰ্থনা জনাওঁতে ফুকনে কৈছিল,—"আগুৱালটোৰ পাচে পাচে ইবোৰ ভেড়াই যেনেকৈ বাট ধৰে, আমাবো তেনেকৈ মহাত্মা গান্ধীৰ পাচ ধৰি স্বৰাজ লাভ কৰিবলৈ ওলোৱাইক।" এই বাক্যবাৰ ওলোৱা মাত্ৰকে কংগ্ৰেছ মণ্ডপ হাত চাপৰি আৰু হৰ্ষধ্বনিত ভাগোভাগো যেন হৈছিল।

১৯২৬ চনৰ কংগ্ৰেছেই ১৯৩০ চনৰ আইন-অমান্য আন্দোলনৰ ভেঁটি বান্ধি দিলে।

পাণ্ডু-কংগ্ৰেছৰ বিৰাট আয়োজন সুপ্ৰশংসাৰে সুসম্পন্ন কৰাত, অমায়িক ৰোহিণীকুমাৰ হাতীবৰুৱা, দৰিদ্ৰ-নাৰায়ণ অমিয়কুমাৰ দাস, চৌকস বুদ্ধিৰ

চূড়ামণি লক্ষ্মীধৰ শৰ্মা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, ভীষ্ম প্ৰতিম, দৃঢ়প্ৰতিজ্ঞ ধনীৰাম তালুকদাৰ, বুদ্ধি-কৌশলৰ বহঘৰা শ্ৰীযুত দেৱেশ্বৰ শৰ্মাকে মুখ্য কৰি ডেকাতৰুণ সেৱক আগুৰি সোঁহাৰা উদ্যমেৰে টাকুৰি ঘূৰাদি ঘূৰি ফুৰিছিল। হাতীবৰুৱাৰ সৰহ ভাগ দিন-ৰাতি যে গুৱাহাটী-কলিকতাৰ দোমাজতেই গৈছিল। সম্পাদকৰ কৰিবলগীয়া কামৰ সম্পূৰ্ণ বোজাটো তেওঁৰ মূৰতেই হাতে মূৰে পৰাত, সকলো ৰথাতে হাতীবৰুৱা নহ'লেই নহৈছিল। কলিকতাৰ কোন ঠাইত ইলেকট্ৰিক বাল্ব এটা সস্তাকৈ পায়, তাকো হাতী বৰুৱায়েই তদবিৰ কৰিব লাগিছিল। কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ লওঁতা এই লেখকৰ হতুৱাই ইংৰাজীৰে "কংগ্ৰেছ-গাইড" এখনো তেওঁ বানচ দি লেখোৱাই অসম কংগ্ৰেছৰ নামত তেৱেঁই প্ৰকাশ কৰিছিল। তেতিয়া অমিয় কুমাৰ দাস আছিল 'অসমীয়া' কাকতৰ সম্পাদক। কংগ্ৰেছ অধিবেশনৰ কাম চোৱাৰ উপৰিও, তেওঁ 'অসমীয়া'খন মহাসভাৰ কেইদিন দৈনিককৈ উলিয়াইছিল। দাসৰো উশাহ-স্ফূৰ্তিয়েই নাছিল। মুঠৰ ওপৰতে, কংগ্ৰেছ নগৰ নিৰ্মাণ, মণ্ডপ গঠন, প্ৰদৰ্শনীৰ ৰভাতোলান, কলেৰে পানী যোগান— এইবোৰ কাম কৰোঁতে গোটেই অসমীয়া শক্তিটো যেন কেৰেলুৱাৰ দৰে পাণ্ডুতেই মেৰপাতি আছিল। পাণ্ডু কংগ্ৰেছেই সকলোৰে মনৰ কুঁৱলি গুচাই পেলালে।

# চতুৰ্থ অধ্যায়

**মণিৰাম দেৱানৰ তিথি :** আমি—আমি মানে, দুৰ্গানন্দ কাকতী, সুবৰ্ণলতা দুৱৰা, বলোৰাম চলিহা, উমাকান্ত দুৱৰা আৰু মই ভাবি-চিন্তি ঠিক কৰিলোঁ, বীৰ পূজাৰ উৎসৱ এটাকে পাতিবলগীয়া হ'ল। এই বুলি, চাৰিওৰ তেজ মঙহেৰে গঠিত মণিৰাম দেৱানৰ স্মৃতি উৎসৱকে পতাটো স্থিৰ কৰিলোঁ। জাঁজীত শ্ৰীযুত বিনন্দচন্দ্ৰ বৰুৱাই 'লাচিত বৰফুকনৰ উৎসৱ' পাতি পোন প্ৰথমেই গাঁৱলীয়া ঠাইত বীৰ পূজাৰ আদৰ্শ দেখুৱায়। লাচিতৰ ঘটনাৱলী পুৰণি—ৰজাদিনীয়া। মণিৰামৰ ঘটনা হ'ল অতি আধুনিক—বৃটিছ আমোলৰ। গৰখীয়াৰ মুখতো মণিৰাম জীয়াই আছে। চকুৰে নেদেখা মণিৰামক সোঁৱৰা মানেই চলি থকা বৃটিছ শাসনৰ সমালোচনা কৰা। ৰাজহুৱা সভা পাতি মণিৰামকে উপলক্ষ কৰি বৃটিছ শাসনৰ দোষ-গুণ খোচৰা যেনে, শাসনৰ বিৰোধিতা কৰাও তেনে—বিশেষকৈ প্ৰকাশ্যে বৃটিছ আমোলক নিন্দা কৰা দিনত। কিন্তু, তিথি পতাত অন্তৰায়ৰ অন্ত নাই। তথাপি, একোলৈকে ভ্ৰূক্ষেপ নকৰি, ১৮৫২ শকৰ ১৯ ফাগুনৰ দিনা দেৱানৰ তিথি পাতিবলৈ মৰিমূৰ্জি লাগিলোঁহক। এই শক তাৰিখৰ ৭৩ বছৰ পূৰ্ব্বেই ১৭৭৯ শকৰ ১৬ ফাগুন শুকুৰবাৰৰ দিনা, ফল্গুৎসৱৰ মেথদাহৰ তিথিত মণিৰাম দেৱানক ফাঁচি দিয়া হৈছিল। সেই বাবেই, সেই দিনটো ধাৰ্য্য কৰা হ'ল।

উৎসৱলৈ এতিয়া সভাপতি এজন লগা হ'ল। কাক পাওঁ, কি কৰোঁ বুলি আমাৰ মনত খুণা-গঁথা লাগিল! যাৰ ওচৰলৈকে যাওঁ তেৱেঁই "নোৱাৰোঁত" বাজে 'পাৰোঁ' নোবোলে। জীয়াজুইত নো কোন পৰি মৰিবলৈ আছে? মণিৰাম দেৱানৰ তিথি পাতিম, তাত সভাপতিজন চৰকাৰ বিৰোধী উগ্ৰপন্থী নেতা নহ'লে কেনেকৈ হয়? ইয়াকে সিদ্ধান্ত কৰি, জেলত নোলোমাৰকৈ থকা দুগৰাকীমান নেতাৰ কাষ চাপিলোঁ। তাৰে দুজনে মাথোন যি উত্তৰ দিলে, সিও 'না'। বাকী কিজনে আকৌ অনুৰোধ পত্ৰৰ সম্বিধান

দিয়াটোকে ভদ্ৰোচিত যেন নেভাবিলে। হতবুদ্ধি হৈ, ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ কাষ চাপিলোঁ।

**ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা :** বৰুৱা ডাঙৰীয়া আছিল পুৰণি চহকী আৰু অসমীয়াৰ ভিতৰত আটাইতকৈ প্ৰভাৱশালী ধনাঢ্য চাহ-খেতিয়ক। অৱশ্যে, ৰায় বাহাদুৰ যেতিয়া, বৃটিছ চৰকাৰৰ সহযোগী। তেওঁ তেতিয়া মহাত্মাৰ বিলাতী বৰ্জ্জন নীতিটো অসাৰ বুলি ভাবিছিল। সূতা কাটিবলৈ কোৱাটোতো একো নতুনত্ব বিচাৰি নেপাইছিল। ৰায় বাহাদুৰৰ ঘৰত কিন্তু, কেঁচামুগাৰ সূতা কাটি সোণবৰণীয়া কাপোৰ বোৱাই দেখুৱাইছিল। ইংৰাজ গৱৰ্ণমেণ্টৰ অবিৰোধী যদিও, বৰুৱা ডাঙৰীয়া অসমীয়া জাতীয়তাৰ ডাঙৰ পৃষ্ঠপোষক আছিল। মণিৰাম দেৱানো আছিল নিভাঁজ অসমীয়া দেশপ্ৰেমিক; তাতে আকৌ ৰায় বাহাদুৰৰ সম্পৰ্কীয়ও। এইবোৰ সাতে সোতৰে মিলাই চাই বৰুৱা ডাঙৰীয়াক খাটিলোঁ যে চাৰিওফালে মণিৰাম দেৱানৰ তিথি পাতিছোঁ, আপুনি যি হয় টকা-সিকা দি আমাক সহায় কৰিব লাগে আৰু আপুনিয়েই সভাপতিও হ'ব লাগে! মোৰ অনুৰোধটো শুনিয়েই তেখেতে তথাকথিত কংগ্ৰেছ নেতা জনদিয়েকৰ ভুৱা দিয়া, তেকুৱা কুটীয়া আচৰণৰ তিতা সমালোচনা কৰিলে। তাৰ পাচত, কণ কুৰি টকা দিয়াই ক'লে, 'তোমালোকে নীলমণি ফুকনক নধৰা কেলেই? তেওঁ হে সভাপতি হোৱা মানুহ। মোৰ সলনি তেওঁ.কই পাতঁ।চোন। মইও লেখোঁ বাক। এই সপ্তাহতে, মই কলিকতালৈ যোৱাৰ কথা আছে। তিথিৰ সময়তে আহিবো নোৱাৰিব পৰিছে হ'বলা।" শিৱপ্ৰসাদ বৰুৱাৰ ওচৰত বুদ্ধি পৰামৰ্শ লৈ ঘৰ পালেঁ।হি।

নীলমণি ফুকন তেতিয়া ইংৰাজতকৈও এখোপ চৰা। 'নীলমণি' চাহ-বাগিচাৰ স্বত্বাধিকাৰী আৰু স্বয়ং তাৰ মেনেজৰ : গাৰ বৰণ তেজগোৰা; আটোম-টোকাৰি সাজপাৰ—ভাল ভাল বিলাতী চাহাবেও ধুন মৰাত চেৰ পেলাব নোৱাৰে। মুখতো ভিক্টোৰিয়ান যুগৰ ইংৰাজী মাত-কথা আথে ফুটাদি ফুটি থাকে। ৰেল বা জাহাজত আজিকালিৰ প্ৰথম শ্ৰেণীতকৈও ওপৰ, তেতিয়াৰ দ্বিতীয় শ্ৰেণীত ফুৰা ফুকনৰ সজ। বিলাতী কাপোৰ পুৰি ইংৰাজৰ শাসন ওৰ পেলোৱা কথাবাৰ ফুকনৰ নিমিত্তে বিশ্বাসৰ অতীত। তেখেত অসম ব্যৱস্থাপক সভাৰ সদস্যও আছিল। তেতিয়া চৰ্কাৰী নীতি সমৰ্থন কৰাত ফুকনে সদায় আগভাগ লৈছিল। সেইবুলি,

অসমীয়া জাতি বিধ্বংসনা প্ৰস্তাব ওলালেই, হয় গোটা প্ৰস্তাৱ দি, নহয় জাউৰিয়ে জাউৰিয়ে থকা-সবকাকৈ সমালোচনা কৰি সেই প্ৰস্তাৱ গুকোৰাই পঠিয়াইছিল।

ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাই প্ৰতিষ্ঠা কৰা সাদিনীয়া 'বাতৰি' কাকতখনৰো [পিছত সিয়েই দৈনিক হয়। এইখনেই সদৌ অসমৰ পোন প্ৰথম দৈনিক কাকত] এখেত সম্পাদক। "বাতৰি" জন্ম হোৱাৰ বহু বছৰৰ পূৰ্ব্বে ফুকন ডাঙৰীয়াই চন্দ্ৰকুমাৰ আগৰৱালাৰ দ্বাৰাই প্ৰতিষ্ঠিত "অসমীয়া" কাকতো সম্পাদন কৰিছিল। আসাম এছচিয়েছনৰো তেখেত এগৰাকী মুখ্য পাৰিষদ আছিল; ডিব্ৰুগড়ৰ 'অসমীয়া ভাষা আলোচনী সভা'ৰপৰা ওলিওৱা "আলোচনী" খনৰো সম্পাদক আছিল। ডিবুৰুৰ জৰ্জ্জ স্কুল স্থাপনৰ গুৰিতো ফুকনৰ হে দেহা মাৰি কৰা যত্ন আৰু পৰিশ্ৰম।

"কেপা কানি বিহৰ শেষ
কানিয়েই খালে অসম দেশ"।

মানুহক নপুংসক কৰা এনে বিহ কেনেকৈ অসমৰপৰা নিৰ্ম্মূল কৰিব পাৰি, তাৰ বিষয়েও চিন্তা-অভিজ্ঞতা খটাই ফুকনে পৰিপাটিকৈ কেবাখনো কাকতত প্ৰবন্ধ লিখিছিল। নীলমণি ফুকন একাধাৰে শিক্ষাবিদ, জনহিতৈষী, সাংবাদিক, কবি, সাহিত্যিক, বাগ্মী আৰু পুৰণি সম্ভ্ৰান্ত বংশজাত। অনৰ্গল বক্তৃতা দিয়াত ভাটিৰ তৰুণ ফুকনৰ পাচতে নীলমণি ফুকন। ধানটোৰে পতি কণটো, মানুহটোৰে পতি মনটো হোৱাৰ দৰে তৰুণ-নীলমণিৰ মানসিক কণটোইতৰো অন্তৰ্ভুক্ত বহুত তাৰতম্য আছিল। উজনিৰ ফুকন বুলিলে নীলমণি ফুকনক হে বুজাইছিল। ফুকনৰ ঢেকেৰনি সদৃশ কণ্ঠস্বৰ আৰু অসমীয়া ভাষাৰ শব্দ-ঝঙ্কাৰত আপোনা আপুনি ফুকনৰ নামৰ আগত "বাগ্মীবৰ" বিশেষণটো লাগিবলৈ পাইছিল। অসমৰ সলিসিয়ান ৰাজনীতিজ্ঞ পুৰুষ মণিৰাম দেৱানৰ স্মৃতি উপলক্ষে পতা পোন প্ৰথম তিথিত এনে জন বাগ্মী পুৰুষ হতুৱাই অৰ্ঘ্য দিয়াবলৈ পালে আমাৰ তিথি পতা সাৰ্থক হ'ব— এই বুলি, ফুকন ডাঙৰীয়াৰ্লৈ সভাপতি পদ যাচি অনুৰোধ পত্ৰ দিলোঁ।

অনতিপলমেই চিঠিৰ সম্বিধান আহিল তেখেত সন্মত হৈছে। আগেয়ে ধাৰণা আছিল নীলমণি ফুকন ইংৰাজৰ পটিয়ে খোৱা মানুহ, আমাৰ খাৰখোৱা মানুহ-পূজা কৰা সভালৈ কিয় আহিব? সম্বিধান পাই বুজিলোঁ, আমাৰ ধাৰণা তেনেই পানীৰ ও টেঙা। ফুকন যে আচলতে 'ক'অপাৰেটৰ'

নহয়, 'নন্-ক-অপাৰেট'ৰ হে, সেইদিনাৰ পৰা সেই বিশ্বাসে আমাৰ অন্তৰ অধিকাৰ কৰিলে। তেখেতৰ মতে গান্ধীপন্থী হ'বলৈ হ'লে সহানুভূতিশীল অন্তৰ লাগে। কাঠ হাঁহি মাৰি দেখুৱাবপৰা ভুচুং পয়ৰ বাবাই মহাত্মাৰ উদ্দেশ্য কেতিয়াও সিদ্ধ নহয়।

মণিৰাম দেৱানৰ নিচিনা লোক হ'বলৈ যোৱা মানেই চৰকাৰৰ বিৰাগভাজন হোৱা। হ'লেও বা বিৰাগভাজন, তথাপি পিতৃপুৰুষৰ শ্ৰাদ্ধ নপতাকৈ পাৰি জানো? সম্ভৱতঃ এইবোৰ সাত-পাঁচ ভাবিয়েই সন্মত হ'ল ফুকন ডাঙৰীয়া, আমাৰ মহান তিথিৰ পুৰোহিত হ'বলৈ। চিঠি পাই বুজিলোঁ—জন্মভূমিৰ মঙ্গলাৰ্থে কৰা চেষ্টা-ভাৱনাৰে তেখেতৰ অন্তৰখন উথলি আছে। সভাপতি বছা লেঠাটো জানিবা মাৰিল। আহিম বুলিছে যেতিয়া ফুকন আহিবই—তাত আৰু আমাৰ ভাবিবলগীয়া একো নাই।

এতিয়া সভাৰ আয়োজন কৰা কামটোৱে আমাক পেপুঁৱা লগালে। সভা বা মণ্ডপ সাজিবলৈ খেৰ পাম ক'ত, বাঁহ পাম ক'ত, নিমন্ত্ৰণ পত্ৰ ছপাবলৈ পইচা পাম ক'ত, নিমন্ত্ৰিত সকলক অন্ততঃ চাহপানী এটোপা খুৱাবলৈ বস্তু যতাওঁ কেনেকৈ আৰু সেইবোৰৰ লাচনি-পাঁচনি কৰিব কোনে ইত্যাদি কথা ভাবি, একোটোৱে মোৰ নোপোৱা হলোঁ। সাংসাৰিক বুদ্ধিত বৃহস্পতি দুৰ্গানন্দ কাকতীয়ে উপযাচিয়েই ক'লে, "আপুনি পইচা বিচাৰি যক; মই বাক, সভাৰ মণ্ডপটো সাজিবলৈ গাত ললোঁ।"

সেই আশ্বাসতে নিৰ্ভৰ কৰি মই বাইচাইকোল ডোখৰ লৈ ওলালোঁ উজনিৰ ফালে। পোনেই আমগুৰি বাগিচাতে সোমাই, টিফুক বৰচলাই দি সৰকি, মেজেঙা বাগিছা ওলাই নাজিৰা পালোঁগৈ। সেই আউটিত যি দান-দক্ষিণা পোৱা হ'ল, কাকতীলৈ মণিঅৰ্ডাৰ কৰি পঠিয়াই দিলোঁ। তাৰপৰা লাকোৱাইদি চক্ৰাই-নাফুকত সোমালোঁ। ধোদৰ-আলিয়ে বাট ধৰি জয়পুৰ-নাহৰকটীয়া (নাহৰখতীয়া) অঞ্চলত অলপ টকা সংগ্ৰহ কৰিলোঁ। তাৰ পিচত, ইটাখলী-তিনিচুকীয়াত ডাক্তৰ গকুল বৰুৱাৰে লগ লাগি কিছু তুলিলোঁ। তিনিচুকীয়াৰপৰা ডুমডুমালৈকে বাটৰ দুয়ো দাঁতিয়ে থকা বাগিছাবোৰত সোমাই, কেঁয়াকৈয়াকৈ তুলি বিছাখুপী বাগিছাৰ হেমকান্ত বৰকাকতীৰ ঘৰত বলোঁগৈ। তাতে থাকি, সেই লুটিৰ মহৰী-কেৰেণ্ডীসকলৰ ওচৰত হাত পাতিলোঁ। ডুমডুমাৰপৰা হাতবাগীৰেই ডিব্ৰুগড়লৈ পোনালোঁ। ডিব্ৰুগড়ত মণিৰাম দেৱানৰ নাতি বাছাৰাজ বৰুৱা

দুলাল চন্দ্ৰ বৰুৱা, গিৰীশচন্দ্ৰ বৰুৱা প্ৰভৃতি শ্ৰীযুতসকলৰপৰা আশাতীতৰূপে উচাহ-সহায় লাভ কৰিলোঁ। ডিব্ৰুগড়লৈকে সংগৃহীত ধন ৫০০ টকা মান হ'ল। তাৰে অলপ দুৰ্গানন্দলৈ পঠালোঁ। টকা পাই, তেওঁ দ্বিগুণ উৎসাহেৰে অকলেয়ে এহালিছা মাটি জোৰাই প্ৰকাণ্ড হোলোংঘৰ সদৃশ, এটীয়া খুঁটাৰে মণ্ডপ এটা সাজি পেলালে। খুঁটাটোতে চন্দলাইকৈ ভেঁজা দি, সাত আঠ হেজাৰ মানুহ বহিবপৰা ঠাই উলিয়ালে। সেই বিৰাট মণ্ডপটো দেখি, দৰ্শকসকল পাচত স্তব্ধ লাগিছিল।

গোহাৰি-পত্ৰ পঠিয়াইও ভালেমান সদাশয় লোকৰ পৰা দান সংগ্ৰহ কৰা হৈছিল। কামৰূপ জিলাৰ সোণাপুৰ চাহ-বাগিচাৰ মেনেজিং প্ৰপ্ৰাইটৰ মিঃ এল্. ডব্লিউ মিডোলটন চাহাবৰ আগ্ৰহটোত হে আটাইতকৈ আচৰিত মানিছিলোঁ। তেওঁ নগদ দহ টকা দান দেৱানৰ তিথিত লগাবলৈ পঠিয়াই 'মনিঅৰ্ডাৰ কুপন' আৰু বেলেগে দিয়া চিঠিত লেখি পঠিয়াইছিল, "মনিৰাম দেৱান ৱজ্ এ মেন্ অব্ গ্ৰেট পাৰ্চনেলিটি।" আসাম-কোম্পানীৰ জেনাৰেল মেনেজৰ মিঃ চক্ চাহাবে হ'লে "একোকে সহায় নকৰোঁ!" বুলি স্পষ্টকৈ লেখি দিছিল।

কলিকতাৰ "আবাহন" প্ৰেছৰপৰা চালে-চকুৰোৱাকৈ নিমন্ত্ৰণ-পত্ৰ ছপাই আনিছিলোঁ। শিৱসাগৰৰপৰা বেণ্ডপাৰ্টি আনি তিনিদিনৰ আগৰেপৰা গাঁৱে গাঁৱে ফুৰাই দেৱানৰ তিথিৰ জাননী দিয়া হৈছিল। আজি-কালি চিনেমা চাৰ্কাছৰ প্ৰচাৰ পদ্ধতি যেনেকুৱা, তেনেকুৱা পদ্ধতি তেতিয়া নচত যি নাছিলেই নে মচতো নাছিল।

থুকুবিল সত্ৰৰ অধিকাৰ বত্নেশ্বৰ মহন্তদেৱে দেৱানে গাতবোৱা, অসমীয়া গুণাকটীয়াই কটা, গুণাৰে গোটেইখনতে ফুলবছা (কাচিপী) কপাহী কাপোৰ এখন, ভোটৰ বজাই দেৱানক দিয়া এখন অসমীয়া তুলাপাতৰ পুথি দেখুৱাই সকলোকে তবধ লগায়। ৰাতিলৈ সভামণ্ডপতে, চিপহা সত্ৰৰ (তেলীয়াল গাঁৱত থকা) শঙ্খধৰ মহন্তই অকীয়া নাট "ইন্দ্ৰজিত"ৰ ভাৱনা কৰি দেখুৱায়। মিচি ডেকা-গাভৰুক সিধাপাতি দি শুকীয়া বাহৰত ৰাতি থাকিবলৈ দিয়া হৈছিল।

১৯ ফাগুনত তিথি। ১৮ তাৰিখেই মনোনীত সভাপতি ফুকন ডাঙৰীয়া শিৱসাগৰ পালেহি ইপিনে, চাৰিওফালে পালে পালে জাকে-জুমে চিপাহী লিতাপিতকৈ ফুৰিছে, বাইজৰ মন কলৈ-যাওঁ গোপাল কলৈ যাওঁ কৃপাল;

সকলোৱে কোৱাকুই কৰিছে "কাইলৈ শেনৰ এৰাত্ত। কাক ক'ত নিয়ে একো ঠিক নাই। কাইলৈ হে কাইলৈ।" আমাক নিব বুলি আমাৰ মন উদ্গুদায়ে আছিল। তাতে দুজনমানে আকৌ 'সহযোগী' (ক'অপ্যৰেটৰ) "ফুকন বাঘটোক যেনেতেনে মতে আমাৰ লগতে ফান্দত পেলাব পাৰিলেই হয়" বুলি ৰং ৰহইছো কৰিছিল।

দুৰ্গানন্দ কাকতীয়ে কৌশল লগাই সজা ভইৰাকাৰ মণ্ডাপৰ তলত পূবৰ মূৰলৈ কাঠ পাটৰ চাং (মঞ্চ), তাৰ ওপৰত সাজতে সভাপতিৰ আসন। দুয়ৰ হকাত (২ টিত) চাঙৰপৰা পাছমমূৰাকৈ বাওঁহাতে কংগ্ৰেছ সেৱক, সভাপতি আসনৰ সোঁহাতে মঞ্চৰ ওপৰত বিশেষভাৱে নিমন্ত্ৰিত অভ্যাগত, তলত সভাপতি আসনৰ সোঁহাতে অৰ্থাৎ উত্তৰ ফালৈ মহিলা, সমুখৰ খলাত পাছমলৈ আলহী আৰু দূৰণিবটীয়া দৰ্শক—এই সকলোকে ডাগিয়ে ডাগিয়ে কাহ লগাই বহুউৱা হৈছিল সভাপতি আসনৰ আগলৈ পোনে পোনে মাটিত পঞ্চাশ ব্ৰাহ্মণ সকলক আসন দিয়া হৈছিল। সেই সকলক ভালেখিনি আহিছিল ভঁাজীমুখৰ দ-গাঁৱৰপৰা। মণ্ডপৰ চৌপাশে, পুলিছ বিভাগৰ উচ্চ কৰ্মচাৰীৰ পৰা আৰম্ভ কৰি চিপাহী চন্তাৰলৈকে সকলো টহল দি ফুৰিছিল।

**মণিৰাম দেৱানৰ তিথি** ঃ দেৱানৰ তিথিলৈ কেউফালৰ পৰা ভাগি-ভুইঁৰি মানুহ জমা-হোৱাৰ কাৰণ ভালেমান। যি মণিৰাম দেৱানৰ নাম ললেই চিপাহীয়ে মানুহ ধৰি ধৰি নিয়ে, যি মণিৰামৰ নাম এবাৰ গালেই গাওঁতাৰ পিঠিত চৰ্কাৰী কৰ্মচাৰীয়ে এছাৰি ছিঙে, যি মণিৰামৰ গুণ বখানিলে ফাটেক জৰিমনা হয়, সেই মণিৰামৰ আখ্যান মেলিলে শুনোতা সমষ্টিতে সভাপতিক খৰে-খৰে বগাঘৰত সুমুৱাবগৈ নে? এইটোকে চাবলৈ দিখৌমুখ-দিচাংমুখ বনৰীয়া চাপৰিৰপৰা মিৰিৰাইজ বৰ হাউচকৈ আহিছিল। কংগ্ৰেছ বিৰোধী-বিলাক আহিছিল, দেৱানৰ তিথিত কিনো ভো-চক্ৰ পাতি দেশ ভোঁহাবিব খুজিছে, তাক চাবলৈ। দ-গাঁৱৰ বাপুসকল আহিছিল—মণিৰাম দেৱানৰ তিথিত আজলি ভৰাই দক্ষিণা দিব বুলি শুনি, দক্ষিণা ল'বলৈ।*

* মণিৰাম দেৱানৰ তিথি, ১৯ ফাগুন, ১৮৫২ শক।
চাৰিং, কাৰ্য্য তালিকা :
১। বাতিপুৱা ৭ বজাৰপৰা ৮ বজালৈকে দেৱান ওপজা ঠাইত হুজ পাতি অঞ্জলি প্ৰদান।

খুলীয়া-গায়ন এযোৰা আৰু বেণ্ড্ পাৰ্টি এযোৰাই গাই-বাই নিৰ্ব্বাচিত সভাপতি ফুকন ডাঙৰীয়াক শিৱকান্ত দুৱৰাৰ ঘৰৰপৰা আগবঢ়াই আনেগৈ। তাৰ পিচত দেৱান ওপঙ. ভেঁটিত সমদলে সভাপতিয়ে পুষ্পাঞ্জলি প্ৰদান কৰে। দুৱৰাপাৰৰপৰা প্ৰায় দুমাইল নিলগত থকা চলিহাপাৰৰ মূৰত এই লেখকৰ কঠিয়াতলীখন আছিল সভামণ্ডপৰ স্থল। তালৈকে সভাপতিক আগে পাচে আগুৰি "চতুৰঙ্গ" দলে "বন্দেমাতৰম" ধ্বনিৰে থলক লগাই আদৰি আনিলে।

সভাঘৰলৈ অহা বাটতে. ফুকন ডাঙৰীয়াৰ ককাদেউতাক ঘনশ্যাম থাৰ-ঘৰীয়া ফুকনৰ পুৰোহিতৰ নাতি লক্ষীনাথ কটকীৰ ঘৰ। এই কথা শুনি ফুকনে কটকীৰ ওচৰলৈ গৈ প্ৰণাম কৰি সুধিলে, "দেউ, আমাৰ ঘৰৰ সেই নৃসিংহ মূৰ্ত্তিখন ক'ত আছে?" কটকীদেৱে তেখেতক গোসাঁই ঘৰলৈ লৈ গৈ মূৰ্ত্তিখন দেখুৱালে আৰু ফুকনেও তেখেতৰ সাতাম পুৰুষীয়া বিগ্ৰহজনাক গলবস্ত্ৰ হৈ সেৱা জনালে. সেৱা কৰি উঠাৰ পিচত, কটকীদেৱে স্বগতঃ মাত লগালে, "নীলমণি বোপাক চাহাব বুলি কোনে কয়? এওঁ বোলে শুক গোসাঁই একোকে নেমানে। এঃ, এইবোৰ তেনেই মিছা। এতিয়া বোপাই যি নিষ্ঠাৰে গোসাঁই সেৱা কৰি গ'ল, ভাল ভাল পণ্ডিত ব্ৰাহ্মণেও নকৰে।"

---

২। ৮ বজাৰ পৰা ৯ বজালৈ হৰিধ্বনি আৰু নামকীৰ্ত্তন। দুপৰীয়া ১১ বজাৰপৰা সভা:—সভাপতি বাগ্মীবৰ শ্ৰীযুত নীলমনি ফুকন, বি-এ।
৩। বৰগীত—প্ৰফুল্ল চন্দ্ৰ বৰুৱা।
৪। উদ্দেশ্য ব্যাখ্যা—বেণুধৰ শৰ্ম্মা
৫। সভাপতি বৰণ
৬। মালা বৰণ
৭। মণিৰাম দেৱানৰ গীত—শঙ্খধৰ মহন্ত
৮। সভাপতিৰ অভিভাষণ পাঠ
৯। তৰ্পন—গোকুল চন্দ্ৰ বৰুৱা (ডাক্তৰ), শ্ৰীযুতা বীৰবালা বৰুৱা, নিৰ্ম্মলা বালা দত্ত
১০। ৰচনা পাঠ—উমাকান্ত দুৱৰা আৰু লক্ষীকান্ত ফুকন
১১। চেতাৰ বুলন—দেৱবালা চলিহা
১২। নিৰ্দ্দিষ্ট বক্তা—উপেন্দ্ৰনাথ বৰুৱা
১৩। প্ৰস্তাৱ (১৫) অনুচালনা—ৰগাধৰ গোহাঁই, ভুবন চন্দ্ৰ ভূঞা, সাধু—ফণীনাথ বৰুৱা, হৰবোলা ৰগাধৰ গোহাঁই, সভাপতি মন্তব্য, জাতীয় সঙ্গীত—প্ৰফুল্ল বৰুৱা; প্ৰদৰ্শনী—সোনোৱালী কাপোৰ, আচকণ চোলা, শাঁচিপতীয়া পুথি:—ৰত্নেশ্বৰ মহন্ত, পদুলি—যোগনাথ ভট্টাচাৰ্য্যৰ সাধুকথা, নিশা দহ বজাৰপৰা শঙ্খধৰ মহন্তৰ ইন্দ্ৰজিৎ ভাওনা। "বাতৰি", ২৮ ফেব্ৰুৱাৰী, ১৯৩১

কটকীৰ ঘৰৰপৰা পোনে-পোনেই মণ্ডপৰ সিংহ দুৱাৰেদি সোমাই সভাৰ ভিতৰত প্ৰৱিষ্ট হ'লতে, সভাস্থ লোকসকলে একে চাবেই থিয় হৈ আগন্তুক সভাপতিক সম্বৰ্দ্ধনা জনালে। গাত "টুইল" নে "টচৰ" কাপোৰৰ কামিজ এটা পিন্ধি, ডিঙিত গলধনৰ ফালৰপৰা আগলৈ মেৰতিভীয়াকৈ মেৰিয়াই লোৱা চেলেং এখনেৰে সুশোভিত হৈ, ফুকন ডাঙৰীয়া, ঠিক ডেকা নহ'লেও, ডেকা চাঙৰপৰা ওলাই অহা ডেকাটিৰ দৰেই গমহ-গমহ খোজ দি সভাপতি মঞ্চত উপস্থিত হ'লগৈ। সভাৰ কাৰ্য্যসূচী অনুসৰি ফুকন ডাঙৰীয়াক সভাপতি আসনত বহুৱালতে লাগিল সভাৰ মাজত হুলস্থুল।

সভাপতিয়ে মাত মাতিবলৈ গাটো পোনাওতেই কংগ্ৰেছ ভাগিৰ পৰা আহিল ঠেহেৰ কৰে এবাৰ মাত। মাতবাৰে বজ্ৰ মৰাদি মাৰি পঠিয়ালে; "বিলাতী কাপোৰ পিন্ধি সভাপতি হ'ব নোৱাৰে। গাৰ কাপোৰ খহায় যদি খহাওক। নহলে, আমাৰ উঠাইক।" এইবুলি কৈয়েই সেই মাত-মতা মানুহজনে নিমাই নাচ দি চিঞৰিবলৈ ধৰিলে, 'দূৰ কৰ ভাই, বেইমান দূৰ কৰ; বেইমান চৰকো দৰিয়া পাৰ কৰও ...' ইত্যাদি। হয় হে, শুভ-কাৰ্য্যত বিঘিনি নঘটাবলৈ তেওঁক হাতযুৰি কোৱা হ'ল, তথাপি তেওঁ কটাহিকে নকৰিলে। আন কি, ভাবসাৰ চাটকে নসহিলে। গিৰিস কৰে উঠি বাবলৈকে ওলাল আৰু লগৰীয়া বিলাককো "ওহ" বুলি ভুলি ললেই। হৰিনামৰ ওপৰত টিম্পনমৰা শুনি কোনেও ভাল পোৱা নাছিল। তেহে হ'বলা, তেতিয়া প্ৰাদেশিক কংগ্ৰেছৰ কমিটিৰ সভাপতি যাদৱ প্ৰসাদ চলিহাক কথা বিসঙ্গতি হ'ল বুলি বুজাই দিয়াত, তেখেতে সকলোকে বহি থাকিবলৈ ক'লে। সেই মতেই সকলো বহি থাকিল, আৰু কোঢ়ালেও শাম কাটিলে।

নীলমণি ফুকনক তিনি-চাৰি হেজাৰ মানুহৰ মাজত এইদৰে বাহভাঙ্গি বিলাতী কাপোৰ খহাবলৈ কোৱা মানুহজনেই আছিল—জাঁজীৰ তীক্ষ্ণাগ্নি অসহযোগী পুৰুষ নবনাথ শৰ্ম্মা সভাপণ্ডিত। ১৯২০-২১ চনত, এখেত পানী-দিহিঙৰ মৌজাদাৰ আছিল। আনে সভা-সমিতি পাতি, বক্তৃতা দি পিকেটিং কৰি স্বদেশী প্ৰচাৰ কৰিছিল আৰু নিৰ্য্যাতন ভুগিছিল; শৰ্ম্মা ডাঙৰীয়াই কিন্তু, মৌজাৰ খাজনা তুলি খাজনা 'গেৰাজত (ট্ৰেজুৰীত) লৈই টকা জমা দিয়াত পাকিলি বা গহৰি কৰি অসহযোগৰ আন্দোলনত লাগনি ধৰি বোলাইছিল। সেইধাৰে শিৱসাগৰৰ মহকুমাধিপতি মিষ্টৰ গনিং চাহাবে নিজে

তেখেতৰ ঘৰ লুককি বহী আৰু অন্যান্য সকলো কাগজ-পত্ৰ লৈ আহে। তাৰ পিচত, তেখেতক গ্ৰেপ্তাৰ কৰি ৯ বছৰমানলৈকে জুলুক-জুলুকিকৈ শিকালে। গনিং যদি বাৰে-বে আছিল, নৱ শৰ্ম্মা আছিল তেৰে-বে। শৰ্ম্মাই গনিঙকো লাহে লাহে পানী খুখুৱাকৈ এৰা নাছিল। মহাত্মাৰ লগত দাণ্ডীলৈ গৈ তেখেতে হেনো লোণ আইন অমান্য কৰিছিল। সেই গান্ধী লোণ আনি হাটে-বজাৰে মানুহক দেখুৱালত, সকলোৱে তোলাত টকা-টকাকৈ দি কিনি নিছিল। ১৯৩০-৩২ চনলৈকে, এই গৱাকী বাক-চতুৰ পুৰুষেই তাওৱ মুক্তি ধাৰ চতুৰ্ম্মুখী বক্তৃতাৰে গোটেই শিৱসাগৰ মহকুমাটো জাৰি পেলাইছিল। আৰু গাঁও-ভূঁইৰ অন্ধকূপতো সোমাই বৃটিছৰ কুটনীতি ভক্ত গঙ্গাটোপ বিজাকৰ গেলাগপটোইত ভাঙি চুপচাপ কৰিছিল। চকাৰ আৰু চৰ্কাৰী কৰ্ম্মচাৰীৰ প্ৰতি তেওঁৰ মুখখন, মুখ নহয় যেনিবা কাতিমহীয়া কথা ভীমকলৰ মধুনা-খাৰ হে। সেই কলাখাৰ সদৃশ চোকা অসহযোগীজনৰ মুখৰ খাৰ কাটব পাৰিছিল (অন্ততঃ সেই দিনা) অকল বৃটিছ অনুৰক্ত উচ্চৈশ্ৰৱা হেন পুৰুষ নীলমণি ফুকনে হে।

ফুকনে কাঁহতলীয়া মাতেৰে ঠন্‌ঠনকৈ সকলোকে শুনাই তেজী ভাষাৰে ঘোষিলে, "স্বদেশ-প্ৰেম, গাৰ কাপোৰ ডোখৰত সোমাই নাথাকে। থকা বুলি ভৰা জনতপৰ খালতপৰা লোক আৰু নাই। এই মুহুৰ্ত্ততে, মই গাৰ কাপোৰ দালয়াই পেলাব পাৰোঁ। মোৰ বুকু ফালি চক্, দেখিব, হনুমন্তৰ দৰে মোৰ বুকুতো লেখা আছে, অসমৰ প্ৰতি ভক্তি—"জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী।" জন্মভূমিৰ অৰ্থে প্ৰাণ দিম, দিও ভাল, তথাপি কাপোৰ পিন্ধি দেশভক্ত হোৱাতো কেতিয়াও স্বীকাৰ নকৰোঁ। শুদা গা টোৰেই মৰিবামৰ তিথি পাতি যাম, তত্ৰাচ কাপোৰ ডোখৰৰপৰা দেশাত্মবোধ নিৰূপণ নকৰোঁ।"

তীহতিহীয়া, স্পষ্টবাদী শৰ্ম্মাই যেতিয়া ফুকনক সেই বিৰাট সভাৰ মাজতে বিলাতী কাপোৰ থহাই সভাপতি হ'বলৈ কৈ, শিৰশ্ছেদৰ সমান অপমান-সূচক বাক্য প্ৰয়োগ কৰে, তেতিয়া ফুকনে হুৰহুৰীয়া ৰৰমুন দিয়াদি নৱ-শৰ্ম্মা আৰু তাওজোৰা কংগ্ৰেছী আচৰণৰ বিৰুদ্ধে অগ্নিজলাই বাণ বৰষিবলৈ ধৰিলে। এনেকুৱাকৈ বৰষিলে যে কংগ্ৰেছী—অকংগ্ৰেছী সকলোৱেই ফুকনৰ ভমকত তাপ মাৰিলে। মাৰিলে হে মাৰিলে, নৱ শৰ্ম্মা কিন্তু অচল অটল হৈয়ে থাকিল। কাঠে কাঠে পৰি শৰ্ম্মা-ফুকনে যৰা বজ্ৰ হেন বাক্য মুক্তিৰ

যুদ্ধখন চাই হ'লে সকলোৱে বৰ আনন্দ উপভোগ কৰিছিল। অলপ পাচতে, সভাখৰ কাঁহ পৰি জীন গ'ল। সভাৰ কাৰ্য্যও সুকলমে আৰম্ভ পৰিল।

সভাপতি ভাণ্ডাৰীয়াই মুখচ ফুটোৱা শব্দ ঝঙ্কাৰেৰে যি তুমৰ্কাকাল ধাৰা-সাৰে বক্তৃতা দিলে, শুনি, এগৰাকী উচ্চপদস্থ পুলিচৰ বিষয়ায়ো আচৰিত হৈ সেতিয়াই নকৈ নোৱাৰিলে বোলে, "নীলমণি ফুকন ঠিক বাগ্মীৰ দৰে!"

বুটিছ আমোলত, স্বাধীনতা লাভৰ অৰ্থে জীৱন আহুতি দিয়াওতা সকলৰ ৰাজহুৱা ভাৱে তিথি-উৎসৱ পাতি শ্ৰদ্ধা তৰ্পণৰ অঞ্জলি অৰ্পণ কৰা, ভাৰতত হয় নে নহয় কব নোৱাৰোঁ, অসমত হ'লে মণিৰামৰ সোঁৱৰণী তিথিয়েই সৰ্ব্বপ্ৰথম।

স্বৰ্ণলতা তুৱৰা, ৰহিলা তুৱৰা, মাখনীলতা ফুকন, পখিলা তুৱৰা, জেউতী তুৱৰা, আইদেও হাজৰিকা সুখমাই হাজৰিকা, গুণদালতা ফুকননী প্ৰভৃতি জীয়ৰী-বোৱাৰী সকলে নঘোৰ-ভোকে থাকি চাহ-পানী, জলপান তৈয়াৰ কৰি গাৰঁলী-অতিথিৰ আপ্যায়ন ধৰি, উৎসৱটি নিয়াৰিকৈ সমাধা কৰাত অশেষ সহায় কৰিছিল। এওঁবিলাকেই ওচৰচুবুৰীয়া গাঁৱৰ ঘৰে ঘৰে গৈ, ভাতৰ চাউল, কোমল চাউল আৰু পাই-পইচা খুজি আনিছিল, মানুহে খাই যোৱা কাঁহী-বাটি ধুইছিল আৰু কলহে কলহে ভঁড়ালী বৰুৱা পুখুৰীৰ পানী তুলি, কাষতলৈ লা-নি পাতি আনি, পানী কলহবোৰ গোটাই থৈছিল। (কিয়নো, মাঙ্গলিক কাৰ্য্যত ভৰাপানীৰ কলহ অশুভনাশক)। আজিকালি যান্ত্ৰিক যুগত এইদৰে পানী কঢ়িওৱা সেৱকিনী জানো ক'ৰবাত ওলাব? ছোৱালী কিজনীয়ে ভোগ-তামোল, থুৰিয়া তামোল, খৰিকা তামোল, বাৰ মহলা দিয়া খিলি তামোল পিতলৰ ডাব-কটাৰীৰেই কাটি-ছিল আৰু সেইবিলাক পাণবটাত ভাগ-ভাগ কৰি সজাই, মানুহ চাই খাবলৈ দিছিল। আদহীয়া আইসকলে সৈতে এই কিগৰাকী লাৱণী কুমাৰীয়েই ১৯৩০-৩২ চনত চাবিং কংগ্ৰেছখন সুৱাগী আৰু ফুলাম কৈ থৈছিল। স্বৰ্ণ ৰহিলা পখিলা আজি এই সংসাৰত নাই। নহ'লেও চাবিং কংগ্ৰেছৰ বুৰঞ্জীত মণিৰাম দেৱানৰ তিথি অধ্যায়ত তেওঁবিলাকৰ নাম সুৱাগৰ সেন্দুৰ বুলি ভোটোকা ভোটোকা আখৰেৰে লিখা থাকিব।

১৯৩০ চনত, বৃটিছে আমাৰ ৰাজনৈতিক আশা-আকাঙ্ক্ষা ভালিখলৈ যিখন দমন জাঁত আমাৰ ওপৰত পেলাই আমাক পিছি পেলাইছিল, সেইখনলৈ কেৰেপ নকৰি নীলমণি ফুকনে পোতখাই থকা মণিৰাম দেৱানৰ স্মৃতিটো

উদণ্ডাই দি বাইজৰ অৰ্চ্চনীয় কৰি পেলালে। নকৰা হ'লে, আজিকোপতি একো আলৈ-আহকাল নোহোৱাকৈ দেৱানৰ সুমৰণ চলি থাকিব আৰু নোৱাৰিলেহেঁতেন। ফুকনৰ পিচতে বছৰি-বছৰি হোৱা মণিৰাম পিয়লীৰ তিথি উৎসৱত ভালেমান মুখ্য মুখ্য লোকে সভাপতিৰ আসন অলঙ্কৃত কৰিছিল। সেইসকলৰ ভিতৰত এই কেইজনৰ নামেই মনত পৰিছে ২য় অধিবেশনৰ সভাপতি অম্বিয়কুমাৰ দাস, তাৰ পিচত ক্ৰমান্বয়ে হোৱা গড়মূৰীয়া সত্ৰাধিকাৰ পীতাম্বৰ গোস্বামী, পুৰুষ সিংহ চন্দ্ৰমকল বেজবৰুৱা, মহাদেৱ শৰ্ম্মা, নবনাথ শৰ্ম্মা, ঘনকান্ত গগৈ, ইন্দ্ৰেশ্বৰ চুতীয়া, মৌঃ ফখৰুদ্দিন আলি আহমদ, অদময় ৰাজখোৱা জয়ৰাম দাস দৌলতৰাম আৰু লোকনাথ ফুকন।

মহিলা-সভাত বিবিলাক পাট গাভৰু আৰু গাভৰু ছোৱালীয়ে হাতেপতি টাকুৰী একোটা লৈ সূতা কাটিছিল, সেইবিলাক সভালৈ অহাত কোনো দিনা খতি নহৈছিল, ৰচনা কবিতা লেখি সভাত পঢ়ি শুনাইছিল আৰু জাতীয় পতাকা তোলা সময়ৰাত ধ্বজ সঙ্গীত গাইছিল, সেইবিলাকৰ ভিতৰত 'শকুন্তলা' ৰূপী সেৱকিনী আছিল সুবৰ্ণলতা দুৱৰা। এওঁৰ অমায়িক মুখৰ আৰ্জা, মৰম-লগা আচৰণ, সৰল পিন্ধন-উৰণ, লোকৰ সোৱবুজা স্বভাৱ আৰু তৰলা মাতকথাই সবাকে মুহি থৈছিল। কোন ভলণ্টিয়াৰ কামৰ উপযুক্ত, কোন দিনা কি বিষয়ে সভা পাতিব লাগিব, কাৰ কাৰ গাত কি কি ভাৰ দিয়া উচিত—ইত্যাদি নিচেই সকলৰা, অথচ, নহ'লে নচলা কথা-বোৰৰ শিৰোমুৰী জোৰা দিব জানিছিল সুবৰ্ণলতা দুৱৰাই।

এদিন আবকালি জুহানৰ ওচৰত থুপথূপকৈ আমি কেবাজনো বহি সাধুকথা কৈছিলোঁহঁক। মোৰ পালত পৰা সাধুটোৰ নাম আছিল 'বাঁহী-মাতৰ গছ'। সেই সাধুটো আগদিনা জুহানৰ কাষত কেনেকৈ কৈছিলোঁ, সুবৰ্ণই প্ৰায় ঠিক তেনেকৈয়ে লেখি পাচদিনা মোৰ হাতত দি দেখুৱালে। পঢ়ি চাই, কি ভাবিলোঁ, একপ্ৰকাৰ ক'বৰ সাধ্য নাই। ইমাকে ক'লেই যথেষ্ট হ'ব যে, সেই সাধুটোকে দুৰ্বছ মোৰ "বাংপতা" পুথি খনত লিপিত থুৱাই সুমুৱাই থৈ মোৰ ভাবনাৰ এক কণিকামান মাত্ৰ প্ৰকাশ কৰিব পাৰিলোঁ।

সুবৰ্ণলতাই হাতেৰে শূতা কাটি-কাটিয়েই চিদানন্দ হাজৰিকা, পূৰ্ব্যকান্ত ফুকন, পুলিন চন্দ্ৰ দুৱৰা, বলোৰাম চলিহা আৰু এই সোঁৱৰণ লেখকক

কোনোক চেলেং ( চাদৰ ), কোনোক মকচা ( কমাল ), কোনোক 'চুৰেটাৰ' আৰু কোনোক গামোচা একোখন উপহাৰ দিছিল। তেওঁ নিজেও পিন্ধা কাপোৰ ৰিহা-মেখেলা আৰু "বডিচ্" ( চোলা ) টো নিজে কটা সুতাৰেই বৈ লৈছিল। নিশা চুপৰলৈকে শুনিৰ, সুবৰ্ণই আইদেউহঁতেৰে সৈতে গুণ-গুণ গীত গাই সূতা কাটিব লাগিছে, ৰাতি পুৱালে খাবলৈ ঘিলাপিঠা ভাজিছে আৰু ৰাতিপুৱাই শুই উঠিয়েই গাটো ধুয়েঁই জুইত বহুবাৰ পৰাকৈ "ভেগটোত" পানী ভৰাই থৈছে। ঘৰত দিনো ১০-১২ জন আলহী আছেই। আলহীক ভাত-পানী খুৱাই, তামোল-ছালি দি, শুবলৈ চাৰিপাটি পাৰি দি হে সুবৰ্ণহঁত সূতাকটাত লাগেগৈ। তেতিয়া "আৱাহন" কাকতৰ প্ৰতীক বা টোকৃৰাটো আছিল গাভৰু ছোৱালী এজনীয়ে সেৱা কৰি থকা যঁতৰ এটা। সেইদৰেই সুবৰ্ণয়ো ঘৰে-ঘৰোৱাহ শুই নিঃপালি দিলে মহৰা ফুৰায় আৰু ফুৰোৱা হ'লেই, যঁতৰটো সেৱা কৰি সূতাকটা কাম সামৰি থয়। আমাৰ লগত ফুৰা ৰগাধৰ "হৰ বোলা"ৰ সমৰ্থন লৈ, যঁতৰ সেৱা দৃশ্যটোকে লক্ষ্য কৰি, "মৰমৰ কাৰেং" শিতান দি, এটি চুটি গল্প লেখিবলৈ উদগনি পাইছিলোঁ।

চাৰিং কংগ্ৰেছৰ পয়োতৰ বঢোৱাত সুবৰ্ণলতা চুৰবাৰ এহাতধীয়া আন্তৰিকতাই যিমানখিনি সহায় কৰিলে তাক "ৰাতিটোতে কংগ্ৰেছী হাতীটো" হোৱা দিনত লেখি বুজাবলৈ গ'লে, ধুমকলাৰ আগত টোকাৰী বাই শুনোৱাৰ নিচিনা হে হ'বগৈ।

সুবৰ্ণলতাৰ "স্বৰ্ণীয়া সৰ্ফৰা" অন্তৰত সৰস্বতী চণ্ডিকাৰ পূৰ্ণ শক্তি সমানে থিত দিছিল। কিন্তু ফুৰিবলৈ নেপালে। ঢোপাকলিতে তেওঁক নিষ্ঠুৰ কালে, মৰমতে মাৰি লৈ গুচি গ'ল—আমি আৰু ধৰি ৰাখিব নোৱাৰিলোঁ। তথাপি,

> "মৰি গৈ সোণ সৌ তৰা এটি
> হ'ল হে, তৰা এটি হ'ল,
> চাৰিওত কৰলৈকে কথা এটি
> ৰ'ল হে কথা এটি ৰ'ল।"

বুলি মন তাঁপৰি থাকিলোঁইক।

# অষ্টম পৰ্ব্ব

## প্ৰথম অধ্যায়

**ৰেড বুৰঞ্জী প্ৰকাশ (১৯২৭) :** ১৭৯২-৯৩ চনত কাপ্তান ৱেলছ যেতিয়া অসমলৈ আহে গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ বিৰুদ্ধে থিয় হোৱা "মোৱামৰীয়া বিদ্ৰোহ" দমাবলৈ, তেতিয়া সেই ফৌজৰ লগতে আহিছিল চিকিৎসাবিদ, অনুসন্ধিৎসু, চকুৱাল ডাক্তৰ জন পিটাৰ ৱেড এফ্, আৰ. এ. এচ। তেওঁ গৌৰীনাথ সিংহৰ দিনত অসমখন কেনেকুৱা আছিল, তাৰ এটি 'আইনা' যেন বিৱৰণীয়ে সৈতে অসমৰ এখন বুৰঞ্জী লিখিছিল সেই বুৰঞ্জীখন বিলাতলৈ পঠাওঁতে ক'ৰবাত হেৰাই থাকিল। সেই খনৰ উপৰিও, তেওঁ— 'An Account of Assam' (অসম বুৰঞ্জী) নাম দি আৰু এখন বুৰঞ্জী লেখিছিল। এইখন তেওঁ নিজে দেখি-শুনি, সুধি—পুচি লেখা বুৰঞ্জী নহয়, বাইলুং ভাষাত লেখা এখন আৰু অসমীয়া ভাষাত লেখা এখন,—এই দুখন বুৰঞ্জীৰ অনুবাদ। অনুবাদ যদিও, সেই দুখনকে পাঢ় তেওঁ পাতনিত আমি নজনা কথা গোটাদিয়েক পোহমাৰি থৈছে—যেনে, আগৰ দিনত অসম দেশ শস্যে-মৎস্যে অনুপম সমৃদ্ধিশালী, বৰ পৰাক্ৰমী দেশ আছিল; পৰাক্ৰম ইমান আছিল যে এই দেশৰপৰা চাৰি লাখ বহুৱা সৈন্য একেলগে উকলিকৃৎ হৈ ওলাই যাব পাৰিছিল, নেপাল ৰাজ্য, ভোটৰ দেশো, অসমৰ নৃপতি সকলৰ ৰাজ্যান্তৰ্গতেই আছিল। আন হে নেলাগে কৰতোৱা পৰ্য্যন্ত গৌৰ দেশ জয় কৰি, ত্ৰিপুৰা আৰু কোচবেহাৰ সমন্বিতে গঙ্গাৰ পাৰলৈকে থকা পূবৰ সমস্ত ৰাজ্যখনি স্বৰ্গদেৱ সকলেই জিনি থৈছিল।

ৱেডে ভৌগোলিক বিৱৰণো লেখিছিল; সেই সময়ৰ বাতৰি আৰু আলোচনী কাকততো তেওঁ ভালেমান প্ৰবন্ধ-পাতি লেখিছিল। সেইবোৰত অসমৰ ভূ-সম্পদ, নদ-নদীৰ উপকাৰিতা, দাঁতিয়লীয়া ৰাজ্য, সোণ-কয়লা ৰূপ-সোণ, গছ-গছনিৰ বিষয়ে অপাৰ কথা প্ৰকাশ কৰিছিল। এঠাইত

লেখিছিল, অসমলৈ যেই-সেই বিদেশী মানুহ ব্ৰহ্মপুত্ৰইদি সোমাব নোৱাৰে, কপিলী নৈৰ আগাৰিয়েদি হে সোমাব পাৰে। (এইখাৰি কথাৰ সোণ সেৰীয়া মূল্য বাছিবলৈ এতিয়াও আমাৰ দেশত বুৰঞ্জী যেত্তা লোক ওলোৱা নাই)।

বাইলুং আক অসমীয়া ভাষাৰ পৰা ইংৰাজীলৈ ভাঙনি কৰা বুৰঞ্জীখন প্ৰকাশ হৈ গৈছে আক পঢ়োতা সকলে পঢ়ি তাৰ মৰ্মও পাইছে। কিতাপখন অনুবাদ কৰা হৈছিল ১৮০০ চনত কিষেণগঞ্জ নামে ঠাইত। তাৰপৰা ডাক্তৰ বেডে সেই খন লেফ্‌টিনেন্ট কৰ্ণেল কাৰ্ক পেট্ৰিকলৈ অসমত থকা ১৮ বছৰীয়া অভিজ্ঞতাৰ চিন স্বৰূপে উপহা'ৰ পঠিয়াইছিল। তেতিয়াৰপৰাই কত্তীয়া বছৰেৰে প্ৰায় শ বছৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত গাপ লাগি থকাৰ মূৰত কেনেকৈ উদ্ধাৰ হ'ল, তাৰে এইটি চমু আভাস।

১৯১৮ চনৰ ঘামকালি এদিন কলিকতাৰ ষ্ট্ৰেণ্ড ৰ'ডৰ ওপৰত থকা মেটকাফ হলৰ ইম্পিৰীয়েল লাইব্ৰেৰীৰ ভিতৰত বহি (আজিকালি সেই লাইব্ৰেৰীৰ নাম দিয়া হল নেশ্যনেল লাইব্ৰেৰী আক তাক আগৰ ঠাইৰ পৰা তুলি নি আলিপুৰৰ বেলভিদাৰ প্ৰাঙ্গনত বহুৱা হ'ল), পুৰণি 'ইংলিছমেন' কাকতৰ ফাইল এটা আনি নিস্‌মৰ মাৰি 'Assam the Romantic East'—প্ৰবন্ধটি পঢ়ি আছোঁ, এনেতে সেই লাইব্ৰেৰীতে নিতৌ পঢ়িবলৈ যোৱা ঠৰভা ডাঢ়ীয়া চাগাৰ ভদ্ৰলোক এজনে "ওলাই বাওঁতে মোক লগ পাব" বুলি স্লিপ এডুখৰি মোৰ আগতে পেলাই দিলে। হলৰ ভিতৰত মুখেৰে কোনেও ওঁ-আ একো কৰিব নোৱাৰে, নিয়ম নাই। কাৰোবাক লগ পাব খুজিলে বা কিবা ক'বলগীয়া থাকিলে স্লিপ দিহে জনাব লাগে। আনকি পানী এটোপা বা কাগজ এডোখৰ লাগিলেও টিলিকি মাৰি হে পৰীয়াক মাতিব লাগে। আহিৰৰ পৰত, বাহিৰলৈ ওলাই তেওঁক লগ ধৰিলোঁ। (সেই সময়ত সকলোৱেই ওলায়)। জানিব পাৰিলোঁ, ভদ্ৰলোক জন কচিয়ান বা কচ দেশৰ পৰা অহা ভাৰতীয় সভ্যতা সংস্কৃতিৰ গৱেষক। ইংলেণ্ড-ফ্ৰান্স-ডেনমাৰ্ক-লাইপজীগ প্ৰভৃতি য়ুৰোপীয় দেশত থকা ডাঙৰ-ডাঙৰ লাইব্ৰেৰীবোৰ মাটি-মুটি ভাৰতবৰ্ষৰ কলিকতা পাইছেহি।

মই অসমৰ কথা পঢ়ি থকা দেখি কচিয়ান জনে অসমৰ বিষয়ে মোৰ ৰাপ আছে বুলি ধৰি ললে আক সেই অনুমানৰ ওপৰতে ভিৰ দি মোক এটা বতৰা দিবলৈ তেওঁৰ মন গ'ল। বতৰাটো আন একো নহয় এখন

বুৰঞ্জীৰ সম্ভেদ। তেওঁ লগ পাব খোজা স্লিপ অনুযায়ী মই লগ ধৰিলত ক'লে, "লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত ইংৰাজী ভাষাৰে হাতে লিখা "Account of Assam" (একাউন্ট অব আসাম) এখন পড়ি আছিছোঁ। আপুনি অনুসন্ধান কৰি চাব পাৰে।" কচিয়ান জনৰ খবৰটোৱে মোৰ সন্ধিৎসু মনৰ ঔৎসুক্যটোৰ শনাইত ধাৰ হে যেন তুলিলে।

ছাত্ৰাৱস্থাত লণ্ডনৰ পোনে হাত মেলা অসম্ভৱ দেখি লাইব্ৰেৰীৰ ঠগাতে সেই পুথিখনৰ কিবা শুং সূত্ৰ পাওঁ বুলি কিতাপৰ কেটেলগ বা তালিকাৰ পাত লুটিয়াবলৈ আৰু বাকী নথলোঁ। বুৰঞ্জী, ইতিবৃত্তি, বিৱৰণী, সাংবাদিক প্ৰবন্ধও বহুত চোৱা হ'ল। অৱশেষত 'ভাবিলে ভাবক পায়' বুলিয়েই হ'বলা আলোচনী চেলফৰ (ঠগা) চুক এটাত ধুলিয়ে-মাকটিয়ে পোত খাই থকা কিতাপ এটিলৈ চকু পৰিল। আনি, জাৰি, জোকাৰি চাই দেখিলোঁ— কিতাপ খনি, কিতাপ নহয়—এখনি আলোচনী, কেইবা সংখ্যাও একেলগে আটোম-টোকাৰিকৈ বন্ধাই থোৱা। নাম—Asiatic Annual Register 1805'। এই কাকতৰ নাম আগেয়ে ক'তো শুনা নাই। গেইটৰ 'হিছটৰি-কেল প্ৰগ্ৰেছ ৰিপৰ্ট'তো নাই। পাত ফুখিলামান লুটিয়াই যেতিয়া দেখিলোঁ।' A Geographical Sketch of Assam' by Dr. John Peter Wade—1800, মোৰ মন আনন্দত পৰি নাইকিয়া হ'ল। ভোক-পিয়াহ ক'ৰবালৈ গ'ল। তৎক্ষণাৎ নকল কৰিবলৈ বহি গ'লোঁ। নকল কৰোঁতে তিনি দিন কলেজো ক্ষতি হ'ল।

তলতীয়া কৰ্ম্মচাৰী দুজনমানে নকল কৰাত হেৰ্চ-টেপ কৰিছিল যদিও, লাইব্ৰেৰীয়ান চেপ্‌মেন চাহাবে এচুকীয়া ঠাই একণত বহি নকল কৰিবলৈ চল লগাই দিছিল।

সেই ভৌগোলিক বিৱৰণত পোৱা নতুন কথা দুটা "বাঁহী"লৈ পঠিয়াই দিলোঁ। "মধুপৰ্ক" নাম দি। তাৰে এটা- আছিল, যোৰহাটৰ দিছৈ নৈ খনৰ নামটো কিয় "ভোগদৈ" হ'ল। তাতে হে সেই সম্ভেদটো পালোঁ- মোৱামৰীয়া বিলাকে স্বৰ্গদেৱৰ বিৰুদ্ধে যুজ কৰোতে খুটীয়া পোতাত যি কোঁঠ মাৰিছিল, সেই কোঁঠটোৰ বাঁহ কাঠবোৰ উটাই নিবলৈ পূৰ্ণানন্দ বুঢ়াগোহাঁই ভাণ্ডৰীয়াই ভোগ দি দিছৈ নৈক পূজা দি কাকুতি কৰিছিল। পূজাত সন্তুষ্ট হৈ একে বাণ্ডিয়েই দোকোল টকা হৈ বাঢ়ি অহা দি-ছৈ নৈয়ে মোৱামৰীয়াৰ কোঁঠ উটাই-বুৰাই লৈ গ'ল। ভোগ দি অনোৱা

থাবেই দি-ছৈৰ নাম তেতিয়াৰপৰা জোগলৈ হ'ল। (এই কথা ভালেমান বছৰৰ পাচত শ্ৰীনাথ দুৱৰা বৰুৱাৰ বুৰঞ্জীৰ প্ৰকাশ হ'লত তেওঁৰ বিৱৰণটো সত্য বুলি প্ৰমাণ হৈ গ'ল)। তেওঁৰ বিষয়ে আৰু বায়চেবেক কথা 'বাঁহী'ত লেখিছিলোঁ। তেওঁৰ কথা আমাৰ মানুহে হে নেজানে, ই, এ, গেইট, ডক্টৰ হটন, ডব্লিউ, ৰবিনচন, কৰ্ণেল জেন্টিন, এল. ডব্লিউ চেক্‌ছপীয়েৰ প্ৰভৃতি ডবা-গৰা বোৰজ্ঞিৰসকলেও ক'তো উল্লেখ কৰা নাছিল বা জনাই নাছিল। মোৰ পোনে একাদশত বৃহস্পতি আছিল গুণেই হ'ব পায় 'জিয়গ্ৰেফী' খন পাই তেওঁৰ প্ৰতি মোৰ অন্তৰখন ভক্তিত নতশিৰ হৈ গ'ল। তেওঁৰ জীৱনী সম্পৰ্কেও বহুত কাকত-পত্ৰ লিখিকি বিচাৰি চালোঁ। ইষ্ট ইণ্ডিয়া কোম্পানীৰ দিনতে মৰা মানুহৰ কবৰখানাও চুটা চালোঁ। তাৰে এটা আছিল কলিকতাৰ পাৰ্কষ্ট্ৰীট বেৰিয়েল গ্ৰাউণ্ডত। কেবাদিনো একে লেখাৰিয়ে গৈ গৈ কবৰখানাৰ শিল এডোখৰত লেখা পালোঁ গৈ—"In memory of Dr. John Peter Wade Died on 14th October, 1802"। সেই সম্বাদটো মিঃ চেপমেনক যেতিয়া দিলোঁ গৈ, চেপমেন আনন্দতে উৎফুল্ল হোৱা দি হ'ল। সেই মুহূৰ্ততে, চাহ-জলপান যি মোক খুৱালেইনে, আগলৈকো দুই বস্তাত খুউৱাৰ দিহা কৰি থলে।

মণ্ট্‌গমাৰী মাৰ্টিনৰ দ্বাৰাই সম্পাদিত "Eastern India" (ইষ্টাৰ্ণ ইণ্ডিয়া) বোলা ডব্যাকাৰ গ্ৰন্থত ইতিমধ্যে বন্ধনী চিনৰ ভিতৰত লেখি থোৱা পালোঁ—ৱেডে লেখা হস্ত লিপি বুৰঞ্জী এখন লণ্ডনৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ লাইব্ৰেৰীত আছে। তেওঁৰ পম খেদি ফুৰোঁতে ফুৰোঁতে বুৰঞ্জীৰ এই ফুটটো পাই মনত আশাৰ সঞ্চাৰ হ'ল—ভাবিলোঁ। চেষ্টা কৰিলে পুথিখন নিশ্চয় পাবপৰা হ'ব।

১৯১৮ চন গ'ল, '১৯ চন গ'ল, '২০ চনো গ'ল। মহাত্মা গান্ধীৰ ছিল দল তঙা অসহযোগ আন্দোলন আহিল। সেইবিলাক বুৰঞ্জী উদ্ধাৰৰ আশা আকাঙ্ক্ষা, আৰাধনা, গৱেষণা, অন্বেষণ, অনুসন্ধান সকলো হেৰোৱা থাকে।

১৯২৩ চনত আন্দোলনটো চিমাই আহিলত ৱেডৰ বুৰঞ্জীৰ উহ বিচৰা হেপাহটোৰে উক দিলেহি। মাৰ্টিনে লেখা ইষ্ট ইণ্ডিয়া কোম্পানীৰ লাইব্ৰেৰীটোৰ নাম সলনি হৈ ইণ্ডিয়া অফিচ লাইব্ৰেৰী হ'ল। তাত সেই বুৰঞ্জীখন আছে নেকি বুলি সুধি লাইব্ৰেৰীয়ানলৈ চিঠি দিলোঁ আৰু যদি হে আছে, তাক চাবলৈ দিব পাৰিবনে বুলি সুধি পঠিয়ালোঁ। অনতি

পলমেই সন্নিধান আছিল—কিতাপ আছে; স্থানীয় জিলাধিপতিৰ যোগেদি পঠিওৱা আবেদন পত্ৰ পালেই মোটেই পঠিয়াই দিব পাৰিব। সেই অনুসৰি শিৱসাগৰ জিলাৰ সেই সময়ৰ অধিপতি মিঃ ফিলিপ ছনৰ ওচৰত ইণ্ডিয়া অফিচলৈ দিয়া দৰ্খাস্তখন দাখিল কৰিলোঁ। মোৰ নামটো তেতিয়া গবৰ্ণ-মেণ্ট বিৰোধী দাগী লিষ্টত পায়েই নেকি ক'ব নোৱাৰোঁ, মোৰ আবেদন পত্ৰখনৰ ছুই নাযকে নসলে। তথাপি উত্তৰ এটা দিলে বোলে— "I cannot support your petition, (আপোনাৰ আবেদন পত্ৰ অগ্ৰাহ্য কৰা হ'ল)।

লাভৰ ভিতৰত, মোৰ অন্তৰত কিতাপ পোৱা আশাৰ যিটো সান্দহ খোৱা বাটি বান্ধি থৈছিলোঁ, সেইটো তেনেই তল গ'ল। তেনেতে মনত পৰিল ইম্পিৰীয়েল লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান সেই মিঃ জে. এ. চেপমেনলৈ। সেই লাইব্ৰেৰীত পঢ়া কালত মাজে মাজে তেওঁ মোক মাতি নি চাহ-জলপান খুৱাইছিল; অসমীয়া ছাত্ৰ বুলি ভালেমান কথাত মৰমেৰে বুদ্ধি-পৰামৰ্শও দিছিল। মোক ভাল পোৱাৰ কাৰণ এটা আছিল। কোনোবাই আত্ম-শ্লাঘা বুলি ভাবিলেও ভাবক, হানি নাই। তথাপি কওঁ। অসমৰ বিষয়ে লেখা বা অসমৰ সম্পৰ্ক থকা বহুদিনীয়া পুৰণি পুৰণি পুথিপত্ৰ বিচাৰি মই বিচুইজিছন স্লিপ দিওঁ। বিচৰাৰ এলাহতে হওক বা অইন কিবা কাৰণতে হওক তলতীয়া বঙালী কৰ্মচাৰী জনদিয়েকে মোৰ কাগজখন পেলাই থৈ দিয়ে। খুজিলে লেখি পঠিয়ায়, 'weeded out' (নিৰাই পেলোৱা হ'ল)। ত'ত যে সেই কিতাপ বা কাগজ এলান্ধুকলীয়া হৈ পুথি ঠগাতে গাপ লাগি সোমাই আছে, কৰ্ম্মচাৰীজনে ভু-কে নেপায়। নাই বুলি কোৱাৰ পাচত মই নিজেই কেটেলগৰ নম্বৰতে অনুমতি লৈ কিতাপ বিচাৰোঁ। লৈ। বিচাৰোঁতে বিচাৰোঁতে মই বিচৰা কিতাপখন ওলাই পৰেগৈ। আক weeded out বোলা স্লিপ ডোখৰেৰে সৈতে কিতাপখন নি চেপমেনক দেখুৱাই দিওঁগৈ। এইদৰে এবাৰ নহয়, ছবাৰ নহয়, তিনি-চাৰিবাৰ কিতাপ থাকিও মোক উলিয়াই নিদিয়ে। সেই কথা লাইব্ৰেৰীয়ানক হাতে-লোতে দেখুৱাই দিলত, মোক তেওঁ বৰ ভাল পোৱা হ'ল।

মোক বঞ্চিত কৰা এনেকুৱা এখন কিতাপ আছিল—১৬৮২ চনতে লিখা 'An unfortunate voyage to the kingdom of Bangala' যি খন আনি মই তৰ্জমা কৰি 'বদমুৱা নৌ যাত্ৰাৰ আপদীয়া কাহিনী' বুলি

বহুত দিনৰ পাচত ছপাই পেলালোঁ। মিঃ জন. জন, মেনন নামে 'এচিয়াটিক ছ'চাইটিৰ লাইব্ৰেৰীতো এজন জাৰ্মান চাহাব লাইব্ৰেৰীয়ান আছিল। তেওঁও মোক বৰ সহায় কৰিছিল; অসমীয়া ভাষাত লিখা 'চাণক্য-শ্লোক'ৰ গ্ৰন্থকাৰ সকলৰ নাম ফুটামান মোৰপৰা তেওঁ শুধি নিছিল। গুৱাহাটীৰ বাঘবটাৰি বোলা গাঁও এখনৰপৰা ৰাম শৰ্মাই কামৰূপীয়া কবিতা ভাষাত অনুবাদ কৰা 'চাণক্য-শ্লোক'ৰ পুথিখনিও তেওঁলৈ পঠিয়াইছিলোঁ। এই জন মেননে বুৰঞ্জী গৱেষণা কৰাৰ ভালেমান আধুনিক পদ্ধতিও মোক শিকাইছিল। 'সাহাব বৰ্ণন' নামে কবিতাৰে লেখা অসম বুৰঞ্জীৰ পাত ছুখিলা মান মোক দেখুৱাই তেওঁ বৰ বহস্য কৰিছিল। সেই বৰ্ণনাটো 'বাঁহী'ত 'মধুপৰ্ক' নাম দি উলিয়াইছিলোঁ। চেপমেনৰ লগতে জন মেননলৈও মনত পৰে দেখি তেওঁৰ নামটো নলৈ নোৱাৰিলোঁ।

ফিলিপ ছনৰ চিঠিয়ে হতাশ কৰাৰ পাচত চেপমেনলৈ মোৰ গোটেইখিনি কথা লিখি পঠিয়ালোঁ আৰু বিলাতৰপৰা কিতাপখন অনাই দিবলৈ বিশেষ ভাৱে অনুৰোধ কৰিলোঁ। বিজুলী সঞ্চাৰে মোৰ চিঠিৰ উত্তৰ আহি পালেহিয়েই: "Sit tight, Benudhar, you will get the book at home". এই ফাঁকি কথাৰ তলতে (ভিতৰ-বিশ্বাসত) চৰকাৰী ভাৱেও যাবচেৰেক কথা লিখি পঠিয়াইছিল। সেইবোৰ বাৰু যি কি নহওক, দুমাহমানৰ মূৰত অসম গৱৰ্ণমেণ্টৰ চীফ চেক্ৰেটৰীৰপৰা চিঠি এখন আহিল, মোৰ নামে হেনো লণ্ডনৰ পৰা এটা পাৰ্চেল আহি আছেহি, ৩০০ টকা ইন্সিয়ৰৰ খৰছ দি মই ছিলঙলৈ নিজে গৈ সেই পাৰ্চেলটো চীফ চেক্ৰেটাৰীৰপৰা চমজি ল'বগৈ লাগে। মোৰ ঠিকনাটো 'বেণুধৰ শৰ্মা c/o চীফ চেক্ৰেটৰী, গৱৰ্ণমেণ্ট অৱ আসাম, ছিলং' বুলি দিয়াত মোৰ চিঠিয়ে কেবাটাও ডাকঘৰীয়া মোহৰৰ চুমা খালে, তথাপি সেই চুমনসহ চীফ চেক্ৰেটৰীৰ চিঠিয়ে মোক অনতিবিলম্বেই চেপমেনে কোৱাৰদৰে চাৰিওৰ ঘৰতে টোপনিয়াই থাকোঁতেই সম্ভাষণ জনালেহি।

নাগিনীজান বাগিছাৰ বৰ কেৰেণী মোৰ সকলো কথাতে পৃষ্ঠপোষক আৰু পৰামৰ্শ দিওঁতা মুকেশৰ সন্দিকৈ ডাঙৰীয়াৰপৰা নগদ ৩০০ (তিনিশ) টকা লৈ, ১৯২৩ চনৰ আগষ্ট মাহৰ ২০ তাৰিখে ছিলং পালোঁগৈ। ছিলঙত ভৰি দিওঁতেই শনি লাগো লাগো হৈছিল, কথমপি হে সাৰিলোঁ।

ক'ৰ্মাৰ্চিয়েল কেৰিয়িং কোম্পানীৰ মটৰ ষ্টেচনৰপৰা অলপ দূৰ গৈয়েই বৰবজাৰৰ ওচৰত থকা হোটেল এটাত সোমাই হাত-মুখ ধুই কালোৰ

কানি সলালোঁ। খাটীয়াৰ দৰে মুৰত পাগ এটা মাৰি চুৰিয়া, কোট-কামিজ পিন্ধি বজাৰখন চাওঁ বুলি ওলাই গলোঁ। এনেতে ওপৰৰপৰা খটখটীয়েদি তললৈ নামি আহোঁতেই ওপৰলৈ উঠি অহা পুলিচ বেশ ধৰা এজন মানুহে কাষৰি কাটোঁতেই সুধিলে, 'Is Benudhar Sharma in, who has come from Sibsagar?' (শিৱসাগৰৰপৰা অহা বেণুধৰ শৰ্ম্মা আছেনেকি?) মোৰ গাত কংগ্ৰেছৰ ভাগ থকা দেখি গা চেবালেই; ভাবিলোঁ, ভাল আপদে পালে! আকৌ পুলিচ! তেওঁক তৎক্ষণাৎ জবাব এটা দি মই লৰা-লৰিকৈ তললৈ নামি গ'লোঁ। জবাবটো দিছিলোঁ, 'Yes. he has just gone out" বুলি। পুলিচক কথাবাৰ কলোঁ হে, ভতৰত কিন্তু বুকু টিপি টিপি—জানোচা আকৌ আহে, আহি 'বগাঘৰ'ত সুমুৱাই থয়গৈ। পিচত জানিলোঁ, সেইজন হেনো সচাঁসঁচি চি-আই ডি, এই গুৱাহাটী ফালৰপৰা মটৰ অহাৰ পাচতেই হেওঁ হোটেল বোৰত কোন ক'ৰপৰা আহিছে খবৰ লৈ থাকে।

হোটেলৰপৰা ওলাই ৱাৰ্ড লেক পালোঁগৈ। তাৰ পাৰতে ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ এছ্‌লি হল নামেৰে ছিলঙত স্থায়ীভাবে জিৰোৱা ঘৰ এটা আছিল। তাতে, মই যোৱা সময়ত, তেখেতৰ ভিনীহিয়েক দেৱীচৰণ বৰুৱা বি. এল, এম-এল চি ডাঙৰীয়া (দিল্লী কাউন্সিলৰ মেম্বৰ) আছিল। চি, আই, ডি, য়ে মোৰ পাচ লৈছে বুলি কোৱাত, তেখেতে মানুহ পঠিয়াই সেই হোটেলৰপৰা মোৰ বি লাৰ-ভাৰ মাল-বস্তু আছিল তেখেতৰ ঘৰলৈকে নিয়ালে। তেখেতৰ তাৰপৰাই গৈ পাচদিনা বিলাতৰপৰা অহা পাৰ্চেলটোও খৰচ পাতি দি খালাচ কৰিলোঁ।

পাৰ্চেলটো আছিল তিনিটা টীক কাঠৰ বাকচেৰে সাঁফৰ মাৰি পানী নসমাকৈ 'পেক' কৰা আৰু ইন্সিয়ৰ কৰা আছিল ৩০০৲ টকাৰ। টকা জমা দিয়া হ'লত আসাম গৱৰ্ণমেণ্টৰ চীফ্‌ চেক্রেটৰী মিঃ চমচ, (পাচত চাৰ), ছৈয়দ মহম্মদ ছা-দুল্লা (পাচত চাৰ), পাচত স্বায়ত্তশাসনৰ মন্ত্ৰী হোৱা (ৰায় বাহাদুৰ) কনকলাল বৰুৱা আৰু চেক্রেটৰীয়েটৰ চেক্রেটৰী (ৰায় বাহাদুৰ) মহেন্দ্ৰ নাথ দাস (পাচত মন্ত্ৰী) আগত থাকি পাৰ্চেলটো খোলাই মোক কিতাপ বাকচ পতাই দিলে আৰু চেক্রেটৰীয়েটৰ লাইব্ৰেৰী ৰুমতে চকী মেজ সজুলি সুকীয়াকৈ দিয়াই পাৰ্চেলৰ কিতাপ বাকচত পঢ়িবলৈ আৰু দৰকাৰ হ'লে কিবা কথা টুকি লবলৈ কলম লগাইও দিছিলে। বাকচটোত

কোনো নাই ; মই আক ডেকা চিলটীয়া লাইব্ৰেৰীয়ানজন। সেই কালত ৰেজিষ্ট্ৰাৰজন ক্ষমতাত গৱৰ্ণৰতকৈও চৰা। চাহঁৰ ওপৰত পিয়ন বেলে বৰা, তেওঁও কৰ্মচাৰী বিলাকৰ ওপৰত তেনে বৰা। সেই গৰাকী বিষয়াই মই নো কি কৰিছোঁ-কি নাই কৰা মাজে-মাজে ভুমুকিয়াই ভুমুকিয়াই চাই থাকেহি। এদিন তেখেতে চাই থকা সময়তে মই লিখি থকা কাগজ অন্ত হ'লত মোক কাগজ দুখিলামান লগা হ'ল। বায় বাহাদুৰক সুধিলোঁ, "Will you please supply me a few sheets of paper ?" ( ইংৰাজী মাতষাৰ অৱশ্যে ভদ্ৰোচিত নহ'ল )। তেখেতে ৰেজিষ্ট্ৰাৰী তেমেৰেই মোক গেজেৰা মাৰি ক'লে, "Go to Jamatullah & Sons" (জামাতুল্লাৰ দোকানলৈ যোৱা)। মোকো চুঙা চাই সোপা দিলে অৰ্থাৎ মই যি ভাৱত যি ভাষাৰে কৈছিলোঁ। সেই দৰেই ( অভদ্ৰভাৱে ) উত্তৰটো দিলে। মইও আকৌ দোহাৰি অনুৰোধ কৰিলোঁ, "I am a stranger here, will you, sir, guide me over to the shop" ( মই আচহুৱা মানুহ, আপুনিয়েই বাৰু দোকানখন দেখুৱাই দিয়কচোন )। মোৰ কথাষাৰ অন্ত হ'বলৈ পাওঁতে নৌপাওঁতেই ৰেজিষ্ট্ৰাৰ মহাশয় মোৰ আগৰপৰা ফোঁ ফোঁ কৰে তেখেতৰ কোঠাৰ ফালে গতি কৰিলেই। ইপিনে মোৰ কাষত থকা সেই ডেকা লাইব্ৰেৰীয়ানজনৰ যে ভেওপাৰণিৰ জমকখন উঠিল কি কম ! তেওঁ মূৰে-কপালে হাত দি ধৰ ফৰাবলৈ ধৰিলে, বোলে "আপনি কি মশায় ? আমাদের রেজিষ্ট্ৰাৰ চাহাৰকে এমন কথা বলেন ? আপনি কি মাদ্ৰাজী ?" উৰনি লোৱা পাতিহাঁহৰ দৰে তেওঁ বেত্তিয়া স্থান মাহাত্ম্যৰ পৰিচয়ৰূপী ফাঁ ফাঁ শব্দৰ ঝঙ্কাৰ দিবলৈ ধৰিলে, মই বোলোঁ। এইটো কি ? তলগুজীয়া মূৰটো দাঙি চাই দেখিলোঁ। দেখোন মোৰ সহপ্ৰকোষ্ঠী বন্ধুজনৰ ৰেজিষ্ট্ৰাৰানুগত্যৰ কি অদ্ভুত প্ৰদৰ্শন। সেইদিনাৰপৰা সেই প্ৰকোষ্ঠী বন্ধুজনে মোক কোনোৰা অফিচাৰ বুলি ভাবি তাত থকা তিনিমাহ বৰশীত লগা মাছটোৰ দৰে মোৰ আগত কেঁকোৰা হৈ ফুৰিছিল।

বুৰঞ্জীখন উদ্ধাৰ কৰিবলৈ যাওঁতে সৎপুৰুষ দেৱীচৰণ বৰুৱাৰ লগত যি সঙ্গ লাভ হ'ল, সিয়েই মোক বহুত ওপৰলৈ তুলিলে। তেখেতৰ অভয় দানৰ কথা মনত পৰিলেই সকলে শুনা সেই গুৰুকৰাৰ সাধুটোও মনত পৰে। গুৰুকৰা থাকে গোবৰৰ ভেৰত ; সিয়েই কেনেবাকৈ এদিন বিক্ৰমাদিত্য ৰজাৰ কাণত উঠিল। বিক্ৰমাদিত্য গৈছিল গঙ্গাস্নান কৰিবলৈ। গুৰুকৰাবো সেই হেঁপাহতে

গঙ্গাৰ পানীত স্নান কৰা হৈ গ'ল। তাৰ দেহা পবিত্ৰ হ'ল। তেতিয়াৰপৰা তাক যদি কোনোবাই সুধিছে, সি এইটো কৈ গৌৰৱ কৰে—

"সজ্জৰ লগত সঙ্গ কৰিলোঁ,
বিক্ৰমাদিত্য ৰজাৰ কাণত
উঠিলোঁ,
গঙ্গাত কৰিলোঁ স্নান।"

মইও সেইদৰে দেৱীচৰণ বৰুৱাৰ যত্নতে চাৰ হেন্‌ৰী কাৰ গৱৰ্ণৰ চাহাবৰ বঙ্গলা দেখিলোঁ, ৰায় বাহাদুৰৰ মুখত শলাগনি শুনি লাট চাহাবে মোৰ কৰমৰ্দ্দন কৰিলে আৰু মোক কি লাগে বুলি সুধিলে; যি কালত গৱৰ্ণৰৰ কথা নকওঁৱেই, য়ুৰোপীয় জিলাধিপতি এজনে হেণ্ডচেক্ কৰা বাবেই দুজন-মান অসমীয়া ভদ্ৰলোক গৌৰৱানন্দত মূৰ্চ্ছা গৈছিল সেই কালত লাট চাহাবৰে সৈতে চিনাকি হৈ তেওঁৰ হস্ত স্পৰ্শন কৰিবলৈ পোৱাটো মোৰ পক্ষে কম ভাগ্যৰ কথানে? তাতে মই সাজো ছাত্ৰ (কলেজৰপৰা অলপতে অহা) দেৱীচৰণ বৰুৱা ডাঙৰীয়াৰ অনুগ্ৰহত মই ৰৰগ ঢুকি পালোঁ। সেই দিনাৰপৰা বুৰঞ্জীয়েও মোৰ লগ নেৰা হ'ল।

পাৰ্চেমেন্টো মুকলি কৰিবলৈ যি তিনিশ টকা ধাৰলৈ আনিছিলোঁ, সেই টকা এতিয়া পৰিশোধ কৰোঁ কেনেকৈ, তাৰ চিন্তাই হে খুলি খুলি খাবলৈ ধৰিলে। গুৱাহাটীলৈ আহি অধ্যাপক (তেতিয়া ডক্টৰ হোৱা নাই) সূৰ্য্যকুমাৰ ভূঞাক সুধিলোঁ টকা কেইটা পাবৰ কিবা এটা উপায় কৰিব নোৱাৰিনে? কামৰূপ অনুসন্ধান সমিতিয়েই সহায় কৰিব পাৰে। তেতিয়া অনুসন্ধান সমিতিৰ সদস্য আছিল হেমচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, কনক লাল বৰুৱা, অধ্যাপক উমাকান্ত গোস্বামী, গৌৰীকান্ত তালুকদাৰ আৰু জনদিয়েক। সূৰ্য্যকুমাৰ ভূঞা বোধকৰোঁ সম্পাদকেই আছিল। জ্ঞানদাভি-ৰাম বৰুৱাও কিবা এটা আছিল হ'ব পায়। তেখেতে আৰু ভূঞাই টানি ধৰাত সমিতিয়ে মোক ২০০৲ টকা দি সহায় কৰিলে; তাৰ বাবে মই বুৰঞ্জীখনৰ নকল এটি কামৰূপ অনুসন্ধান সমিতিক দিবলগীয়া হ'ল। সেই মতে সকলো কাম কৰা হ'ল। ভূঞাই কটন কলেজ মেগেজিনত ইংৰাজীৰে বুৰঞ্জীখনৰ এটি সমালোচনাও লিখিলে।

ইয়াতে আকৌ বিখিনি ওলাল। কুকুৰে খোলে মই টিলিকতে গঙ্গা-স্নান কৰি আহিব পাৰোঁ, বাটত জাতিয়ে লগ পাই দেখি হে। মোৰো

সেই দশাই হৈছিল। কুকুৰ ওলালেও বাহিৰত যেনেকৈ জ্যোতিসবে ঘেং ঘেং কৰে, আৰু যাব নোৱৰা হয়, মোকো তেনেকৈ বন্ধুৱেই বাটত বাধা দিবলৈ ধৰিছিল। এইবোৰ বহুত কথা, নোকোৱাই ভাল। লাকোৱা, বাগিচাৰ ছোট চাহাব জে. চি. হেণ্ডাৰ্চনে কিতাপ খন ছপাবলৈ আগবাঢ়ি আহিছিল। কিন্তু, তেনেতে, বাগিচাত বৰুৱা বিভ্ৰাট হোৱাত তেওঁক কামৰ পৰা গুচাই পেলোৱা হ'ল। তাতো মোৰ আশা নিষ্ফল হ'ল। সি যি কি নহওক, শেহত মধুপুৰ বাগিছাৰ স্বত্বাধিকাৰী মোৰ জেঠেৰী ৰামেশ্বৰ শৰ্ম্মাই সকলো খৰচ বহন কৰি কলিকতাৰ প্ৰথম শ্ৰেণীৰ ছপাশাল কুন্তলীন প্ৰেছত কিতাপ-খন ছপাই উলিয়ালে। ডি পি আই ডাঃ জে. পি, আই, কানিংহাম চাহাবে গোটেইখিনি কিতাপ কিনি লব খুজিছিল। কিন্তু তাতো মোক দুৰ্বাসনাই পালে। দপ্তৰীৰ ঘৰতে ৫০০ মান কিতাপ উয়ে খালে আৰু বাকীখিনিৰো সৰহভাগ মধুপুৰ বাগিছাতে নষ্ট হ'ল। যি শ চেৰেক থাকিল, তাকে লণ্ডন, পেৰিচ, বোম্বাই, কলিকতালৈ পঠিওৱা হ'ল। গেইট চাহা-বকো দিয়া হ'ল। তেওঁ 'জাৰ্নেল অৱ দি ৰয়েল ছচাইটি অৱ গ্ৰেট বৃটেইন' ত (Journal of the Royal Society of Great Britain) মোৰ কিতাপৰ সমালোচনা এটিও প্ৰকাশ কৰিলে।

এইখিনিতে আমাৰ জ্যাতিস কলৰ অপ্ৰয়াৰ বিষয়ে এবাৰ কথা নকৈ নোৱাৰি। কিতাপখন যেতিয়া ছপাহৈ আহিল, এজন কৃতবিদ্য বুৰঞ্জী পণ্ডিতে কানিংহামলৈ লিখিলে, বোলে বেণু শৰ্ম্মাই সম্পাদন কৰা হেতুৰ বুৰঞ্জীখন প্ৰচাৰ কৰিব নোৱাৰি, ইয়াত বাৰে পাচি ভুল আছে। এই বুলি তেওঁ বৰ্ণাশুদ্ধি, ডাৰি, কমা আদি ফচহু ভুল কিছুমান দেখুৱাই আৰু নামবাচক বিশেষ্যবোৰৰ জোঁটনি বেলেগ কৰিছে বুলি কৈ বিলাতৰপৰা কিতাপখন পুনৰ অনাই মিলাই চাবলৈ ক'লে। ডি, পি, আই চাহাবেও তদনুৰূপে কিতাপ আনি চালে; দেখিলে, যিবোৰ ভুল দেখুৱা হৈছে, সেইবোৰ অতি সামান্য; গতিকে পুনৰ ছপোৱাটো নহ'ল। নহ'ল হে নহ'ল, কানিংহাম চাহাবে কিন্তু সেই বুৰঞ্জীবিদজনে মোৰ বিৰুদ্ধে লিখা চিঠি, আৰু ভুলৰ তালিকাখন মোলৈ পঠিয়াই দিলে। মোৰ জীৱনৰ বুৰঞ্জী অন্বেষণত এইটো প্ৰত্যক্ষ ঘটনাই এইবুলি পৈ-পৈকৈ সুঁৱৰি থাকিবলৈ ক'লে—

"কাৰলতিৰ চুকত চিকৰা সোমাই থাকে, তত্ লৰা আৰু বাটৰ কুকুৰৰ দৰে ঘেং ঘেং কৰা কুহুবো থাকে তাৰো ও চাৰা।"

প্ৰকাশিত কিতাপখন প্ৰকাশ হৈছে, থাকিল। দুই চাৰিজন ইংৰাজ আৰু ভাৰতীয় লোকলৈ উপহাৰ স্বৰূপে পঠিওৱা হৈছিল, সেই কেইজনৰ সকলোৱেই মোৰ কামটো অভিনৱ যেন দেখি কিতাপৰ বন্ধা মূল্যৰ দুগুণ মূল্য দিছিল। নগা হিলৰ (ডি, চি,) বৰ চাহাৰ ডঃ হটনে মূল্যটোৰ দুগুণ বেচ দি পঠিয়াইছিলেই নে, বৰ দীঘল চিঠি এখনো লিখি পঠিয়াইছিল। তাৰ এফাঁকি কথাই মোক সঁচাসঁচিকৈয়ে আজিও বৰ উৎসাহ দি থাকে। হটনে লেখিছিল, "আমি ডঃ ব্ৰেডৰ কথা আগেয়ে নেজানিছিলোঁ, আপুনি লিখোঁতে এইটো ডাঃ বেইৰে ভুল ৰূপান্তৰ বুলি হে ভাবিছিলোঁ। · আপোনাক দীৰ্ঘায়ুস কৰক ।"

**ব্ৰেডৰ বুৰঞ্জী বেচিবলৈ যাওঁতে হোৱা দুৰ্গতি ঃ** ব্ৰেডৰ বুৰঞ্জী বেচিবলৈ যাওঁতে মোৰ যি দুৰ্গতি হৈছিল তাৰ এটা ঘটনা এইখিনিতে কোৱা ভাল।

চন ১৯৩২-৩৩। ডুমডুমাৰ অন্তৰ্গত কুমচাং বাগিছাৰ মেনেজাৰ অলিভাৰ চাহাবক ব্ৰেডৰ বুৰঞ্জী বেচিবলৈ বুলি ডুমডুমাৰ হেমকান্ত বৰকাকতীৰ ঘৰৰ বাইচাইকেল এখন লৈ গ'লোঁ। যাওঁতে বুদলাভেটা বাগিছাইদি যাব লাগে। সেই বাটেদি গৈ কুমচাং পালোঁগৈ। কুমচাঙত আছিল ডিবুৰুৰ চাংকাকতী হেডক্লাৰ্ক। তেওঁৰ ঘৰত সোমাই চাহ এটোপা খাই মোৰ যোৱাৰ উদ্দেশ্য কোৱাত তেওঁ মুখ বিকটাই ক'লে, 'আপুনি অলিভাৰ চাহাবক কি কিতাপ বিক্ৰী কৰিব? চাহাব যেনেকুৱা বলিয়া, আপোনাক মৰিয়াই নেখেদিলেই ৰক্ষা।' মই পাচে সেইবোৰ কথালৈ ভ্ৰূক্ষেপ নকৰি চাহাবৰ বঙলা পালোঁগৈ। বঙলাটো দুমহলীয়া। ওপৰত চাহাব থাকে খাচীয়ানী মেম এজনীয়ে সৈতে আৰু তলত অফিছ, মহৰী-কেৰেণী বিলাকে কাম কৰে।

বঙলাৰ আগ পাই, বঙলাৰ সমুখৰ গছ এজোপাতে মোৰ বাইচাইকেলখন আঁওজাই থৈ, মই থিয় হৈ আছোঁ। এনেতে ওপৰৰপৰা খাচীয়ানী মেমে দেখি চাহাবক মোৰ কথা ক'লেগৈ হ'ব পায়। চাওঁ দেখোন বুঢ়া অলিভাৰ চাহাব গোটেইটো গুজৰি আহিছে—All these Nababs and Zamindars coming to trouble me. আৰু কিবা কিবি বহুত। চাহাব গুজৰি অহা দেখি কৰ্মচাৰী কিজন তটস্থ ভ্ৰস্তমান। আহিয়েই পোনেই মোক ভেকাহি লগাই সুধিলে, "who you bugger?" মই কিংকৰ্ত্তব্যবি

বিমূঢ় হৈ ঠৰ লাগিলোঁ। আকৌ চাহাবে টানি সুধিলে, "what do you want bugger?" তেতিয়াও মই নিমাত। আকৌ "Rasoal, swine, stupid what you want?" তথাপি মোৰ মুখত মাত নাই। মোৰ চাৰিওফালে ঘূৰি ঘূৰি চাহাবে বৰ ডাঙৰ ডাঙৰকৈ প্ৰশ্নকিটা সুধিছিল। মই জঠৰ লাগি থকা দেখি চাহাবে ধমকি দিলে। "well, Bugger, got chit?" চিট মানে কি, মই তেতিয়াও জনা নাছিলোঁ। মই তাঁকৈ থকা দেখি চাহাবে পুনৰাই সুধিলে—Have you got certificate, bugger? চাহাবে মোক কোনোবা candidate কাম বিচৰা মানুহ বুলি ভাবিছিল।" চাৰ্টিফিকেটৰ নাম ক'লত মযো ডাঙৰকৈ মাত লগালোঁ, "I am not a candidate, I have a book for sale"—এই বুলি কৈয়েই চাহাবৰ হাতত কিতাপৰ নমুনাটো দেখুৱালোঁ। তৎক্ষণাৎ অলিভাৰে "Kerani Babu, order for two copies of this book and pay him an advance of Rs 4/-" এই বুলি কৈয়েই মোক চাৰিটা টকা দিলে চাংকাকতীয়ে ঘৰলৈ আহি মোক ভাল সাৰিলে বুলি আশ্বাস্ত প্ৰকাশ কৰিলে।

অলিভাৰ কলা আছিল, কাণ দুখনেৰে ভালকৈ শুনে। সেই গুণে, মানুহক ডাঙৰ ডাঙৰকৈ কথা কৈছিল। ষ্টাফৰ মানুহে অলিভাৰক যম দেখাদি দেখে। চাহাবৰ সাহিত্য অনুৰাগ দেখি সেইদিনা সকলো আচৰিত হ'ল।

এই অলিভাৰ চাহাবৰ তলত ফটিক বৰুৱা নামেৰে চাৰিগাঁৱৰ হাত-ভগা ডেকা ল'ৰা এটি হ'ব ক্লাৰ্ক আছিল। চাহাবে প্ৰেন্টাৰ্চ ইবৰপৰা বস্তু আনে। বহীত সেই বস্তুৰ মূঠ হিচাবত চাৰিটা অঙ্ক হ'লেই অৰ্থাৎ হেজাৰ হ'লেই অকজকাই ধৰে। এনেকৈ এদিন ভাবি চিন্তি বৰুৱাই কলমাৰি এডালেৰে চাহাবক মাৰ মাৰি দিলে। সেইদিনাৰপৰা চাহাব আৰু বৰুৱা বন্ধু হ'ল।

কমচাণ্ডৰপৰা ঘূৰি আহোঁতে বুমলাভেটা বাগিছাতে পাঁচ বাজিল। বাগিছাৰ মাজতে অৰ্থাৎ বাগিছাৰ মাজেদি যোৱা বাজ আলিটোৰ মাজতে ভাব মেনেজৰ এলেন চাহাবেৰে ভেটাভেটি হ'ল। মই পূব ফালৰপৰা আহিছোঁ—বাইচাইকেলত উঠি আৰু চাহাব গৈছে কামফালিৰপৰা উলটি। মোক দেখিয়েই চাহাবে ধমকি দি ক'লে, "Get down, don't you know

this is my garden." মই নামি পেলাই কলোঁ। বোলো আপোনাৰ বাগিছা হ'লেও বাটত বাধা দিয়া ক্ষমতা আপোনাৰ নাই। গবৰ্ণমেণ্টৰ চাৰ্কুলাৰ পোৱা নাই নেকি? (সেই সময়ত গবৰ্ণমেণ্টৰপৰা এখন চাৰ্কুলাৰ বাহিৰ কৰি জনোৱা হৈছিল যে কোনো মানুহে ঘোঁৰা বাইচাইকেল আদিত বাগিছাৰ মাজেদি উঠি গ'লে মেনেজৰে বাধা দিব নোৱাৰে)। চাহাবে মোৰ কথা শুনি উলটি যাবলৈ ক'লে,ময়ো কলোঁ—"উলটি যাব লাগিলে আপোনাৰ বঙলাতে আলহী থাকিব লাগিব।" এই বুলি চাইকেল ঘূৰাই মই বঙলামুৱা হলোঁ। দণ্ডিধৰ ফাটোৱালী (মহৰী) য়ে অফিচৰপৰা আমাৰ কথা-বতৰা বোৰ চাই আছিল। অলপ দূৰ যোৱাৰ পিচতে চাহাবে মোক "This is the first time; you can go back" বুলি আকৌ উলটি আহিবলৈ ক'লে। মইও ক'লোঁ, "This is the first time, you will learn a lesson."

বৃন্দাভেটাৰপৰা আহিয়েই ডুমডুমাৰপৰা কাউন্সিল মেম্বৰ কুলধৰ চলিহালৈ টেলিগ্ৰাম দিলোঁ, "বৃন্দাভেটা বাগিছাৰ মেনেজৰ এজেন চাহাবে মোক বাটত বাধা দি জুলুম কৰিছে" বুলি। বাগিছাৰ চুপাৰিণ্টেণ্ডেণ্ট কৰ্ণেল গাৰ্বেট (Col Garbett) লৈও এখন চিঠি দিলোঁ। ইতিমধ্যে মই ঘৰ পালোঁহি। গাৰ্বেটে এজেনৰ পৰা কৈফিয়ৎ খুজি যি পালে মোলৈ লেখিলে। এজেনে লিখিছিল:– "While the gentleman in question came riding a bicycle, I simply asked him who he was"—the rest is exaggeration. সেই চিঠিৰ নকল পাই মই গাৰ্বেটলৈ লিখিলোঁ— "Let it be decided in a law court if it was an exaggeration. চিঠি পাই গাৰ্বেটে মোক তেওঁৰ পানীতোলা বঙলালৈ মাতি পঠালে। গাৰ্বেটে আকৌ চিঠিত বিয়োগ দিলে "বাবু" (বাবু বেণুধৰ শৰ্ম্মা) বুলি। মই লিখিলোঁ, আপুনি ইমান দিন অসমত থাকিও, তথাপি অসমীয়াক সম্বোধন কৰিব নেজানিলে। Don't you know Babu is quite a derogatary term for the Assamese" গাৰ্বেটে—"I owe you an apology for using the word Babu. This was a clerical error.

অৱশেষে পানীতোলালৈ মই গ'লত, এইবোৰ সকলো পৰিষ্কাৰ হ'ল আৰু এজেনে মৈতে মিতমাত কৰাই দিলে। গাৰ্বেটে তাৰ ফলতেই এজেনক

বদলি কৰিলে। সেই সময়ত চাহ বাগিছাবালাৰ ৰাজত্ব পূৰ্ণোদ্যমে চলিছিল। এনেনৰ লগত লগা কাজিয়াই আইন কৰক নকৰক, ভুমডুমা চাৰ্কোলৰ কৰ্মচাৰী বিলাকৰ মাজত মই প্ৰখ্যাত হৈ পৰিছিলোঁ। পৰম লাভ!

পেটন চাহাব : শিৱসাগৰত এ, জি পেটন (A G Patton I.C.S.) এচ ডি অ' আছিল। বেড চাহাবৰ বুৰঞ্জীখনৰ বিষয়ে তেওঁক ক'বলৈ গৈছিলোঁ। হাতত নিছিলোঁ ডাক্তৰ সূৰ্য্যকুমাৰ ভূঞাৰ সমালোচনা পুস্তিকা খনি। সমালোচনাটো পঢ়ি এঁতাই ছপা হ'লে এখন কিতাপ তেওঁক দিবলৈ ক'লে। তাৰ পিচত সুধিলে, মই নন্-কোঅপাৰেছনত কিয় লাগিছোঁ। মই কলোঁ, আঁমি বৃটিছ জাতিৰ লগত একো অসহযোগ কৰা নাই, কৰিছোঁ বৃটিছৰ শাসন পদ্ধতিৰ লগত। আপোনাসকলে হে আমাৰে সৈতে অসহযোগ কৰিছে। আপুনি গাঁৱলৈ গৈ কাহানিবা জানো গাঁৱলীয়া মানুহৰ লগত হলি-গলিকৈ কথা-বতৰা পাতিছে? তাহানি কেপ্তেইন ব্ৰজী চাহাব আছিল শিৱসাগৰত। তেওঁ হাতী এটাত উঠি গাঁৱে-গাঁৱে গৈ গাঁওবুঢ়া বা মুখিয়াল মানুহক লগ ধৰি গাঁৱৰ বা ৰাইজৰ দুখ-সুখৰ কথা সুধি ফুৰিছিল। তেওঁ যেনেকুৱাকৈ অসমীয়া কথা কৈছিল, আজিকালি কোনো চাহাবে তেনেকুৱাকৈ কথা ক'ব নোৱাৰে। আনকি কোনোবাই ক'লেও বুজিকে নেপায়।" মোৰ কথাবাৰ শুনি চাহাবে অকণ আচৰিত হৈ যোৱা যেন দেখুৱাই তাঠি মাত লগালে, "কেলেই, মই অসমীয়া কথা বুজি নেপাওঁ নেকি? মই লক্ষ্মীনাথ বেজবৰুৱাৰ 'বুঢ়ী আইৰ সাধু' পঢ়িছোঁ নহয়। অসমীয়া ঘৰুৱা কথা খুব ভালকৈ বুজোঁ।" কথা-বতৰা ইংৰাজীৰে হৈছিল। "বুঢ়ী আইৰ সাধু" পঢ়িছোঁ বোলোতে টানি কৈছিল, "well you don't know, I have read your "Buri Air Sadu" written by Lakshinath Bezboroa? মোৰ কথাবাৰ বজাবৰ নিমিত্তে মইও ন দি কলোঁ, "I can't believe that you understand Assamese."

'No, I do understand very well'—বুলি চাহাবে খাটাংকৈ কৈ পেলালে।

মই তেতিয়া সুধিলো, "বাৰু Look before you leap." বাক্যষাৰৰ নিভাঁজ অসমীয়া কি হ'ব?

চাহাব : "জাফ্ দিবতো দেখি জাফ দিব।"

মই "আপোনাৰ অনুবাদটো নিভাঁজ অসমীয়া নহ'ল। আপুনি জানেই, মোৰ

পুৰণি উদাহৰণ দি কথা কোৱা অভ্যাস। তাহানি কেম্পবেল বুলি এজন ডেপুটী কমিছনাৰ আছিল। তেওঁ এচিষ্টেণ্ট কমিছনাৰ হৈ থাকোঁতে, অসমীয়া ভাষাত পৰীক্ষা দি উত্তীৰ্ণ হ'ব লাগিছিল। তেওঁৰে সৈতেই একেলগে আমাৰ টাউনৰে কণীধৰ চলিহাদেো বিভাগীয় অসমীয়াৰ পৰীক্ষা দিবলগীয়া হৈছিল। প্ৰশ্ন আছিল To translate "Look before you leap" into idiomatic Assamese. কেম্পেবেলে পৰীক্ষাত পালে ৭০ নম্বৰ আৰু চলিহাই পালে ৩০ নম্বৰ। খং উঠি চলিহাই উত্তৰৰ কাকতবোৰ ঘূৰাই অনালে। তেওঁ অসমীয়া হৈ নম্বৰ ৩০ পায় আৰু কেম্পেবেল চাহাব হৈ ৭০ পায়, এইটোৱেই তেওঁৰ খঙৰ কাৰণ। উত্তৰৰ কাগজ পাসত চলিহাই লাজ পাই তেওঁ পোৱা ৩০ নম্বৰও চাহাবেই পাব লাগিছিল বুলি ক'লে। চলিহাৰ অনুবাদ আছিল 'জাপ মাৰিলে, চাই মাৰিব' আৰু চাহাবে লেখিছিল "নেচাই ভেলে গা-লৈকে ঘাটি।" চাহাবৰ বাক্যবাৰ ইমান জতুৱা আৰু শুৱলা যে চলিহাই নশলাগি নোৱাৰিলে। সেই দেখিয়েই তেওঁৰ নম্বৰখিনিও চাহাবে হে পাব লাগিছিল বুলি কৈছিল। এই কথা মোক চলিহা ডাঙৰীয়াই নিজে কোৱা। এতিয়া আপুনিও যদি তেনেকৈ অসমীয়া শিকিলেহেঁতেন আৰু অসমীয়া মানুহৰ লগত মিলিজুলি দুখ-সুখৰ প্ৰতিকাৰ কৰিলেহেঁতেন।" মোৰ কথা শুনি পেটন টলফা মাৰি ব'ল। অলপ বেলিৰ মূৰত, প্ৰবোধ দিয়াৰ ছলেৰেই মোক সুচালে, "why don't you apply for SDCship. মই অনুৰোধ নম্ৰ ভাবে ক'লোঁ। I don't like to bind myself hand and feet. Please excuse me."

**যুৱতী-অন্বেষণত বিলাই-বিপত্তি আৰু হৰ্ষ-বিষাদ ঃ** মোৰ জীৱনৰ তিনিকুৰি বছৰমান গ'ল যুৱতীৰ কথা বিচাৰি ফুৰোতেই। ঘটনা একোটা সঁচা নে মিছা, তাৰ গুং খেদোতে-খেদোতে, কিমান নো বিলাই-বিপত্তি হ'ল, কৈ ওৰ পেলাব নোৱাৰি। দেহা-লটি-ঘটিৰ যে সীমাই নাই; ইয়াৰ উপৰিও, অপমান-অপমৃত্যু-অপযশ, নিৰানন্দ নিৰুৎসাহ, গঞ্জনা-গৰিহনা—এইবোৰৰ এটা নহয় এটাৰ ঔ-কিল নপৰিবলৈও আজিলৈকে এৰা নাই; মিছা কথা একোটাকে সঁচা বুলি যুৱতীৰ বৰ ভেঁটি বান্ধোঁতাসকলৰ আগত কেতিয়াবা কেতিয়াবা সমালোচনাৰ টাকোন জোকৰা বাৰে বৰ-নৈৰ বুকুতে অনন্ত-শয়নৰ শেষেশীৰ্ষন পাৰিবলগীয়া হৈছিল। আয়ুসত চাউল আছিল দেখি হে কথমপি প্ৰাণটো ৰক্ষা পৰিল।

সঁচা-মিছা বুৰঞ্জী-সমলবোৰ গোটাই আনি চালি-জাৰি চোৱাৰ পিচত, সেইবোৰৰ সৰহ ভাগকেই যেতিয়া সঁচা বুলি প্ৰতিপন্ন কৰিব পাৰোঁ, তেতিয়া মোৰ মনে আনন্দত উৰি-যাওঁ উৰি-যাওঁ কৰে।

এনেকুৱা দুখ-বেজাৰ আৰু ৰং-আনন্দৰ কণকণি কথা গোটাছিয়েকক কওঁ: ১৯২৩ চনৰ আগলৈকে ৱেড নো কোন; ৱেডৰ বুৰঞ্জীখন নো কি বস্তু কোনেও জনা নাছিল। আনকি, ছাৰ এডৱাৰ্ড গেইট চাহাবেও একো [illegible]

লাইব্ৰেৰীয়ান মিঃ চেপমেন চাহাবৰ একেখন চিঠিৰ কোবতে যেতিয়া ছিলং-চেক্ৰেটেৰিয়েট পালেছি, মই তেতিয়া তাৰ প্ৰতিলিপি এটা লবলৈ গলোঁ। এই কথা ওপৰত কোৱা হৈছে। বাটতে, নংপ খাজিখোৱাত (আস্থানত) নগা পৰ্ব্বতৰ ডেপুটী কমিছনাৰ বুৰঞ্জীবিদ ডাক্তৰ হটন চাহাবক লগ পালোঁ। ৱেডৰ নাম শুনি তেওঁ পোন প্ৰথমেই মোৰ প্ৰচেষ্টাটোৰ মূৰতে চেঁচা পানী ঢালিলে,— বোলে মই যাক ৱেড বুলি কৈছোঁ সেইজন হেনো ৱেড নহয়, "বাৰভূঞাৰ বুৰঞ্জী" লেখোঁতা ডাক্তৰ ৱাইজ হে। কথাষাৰ শুনিয়েই মোৰ মূৰত বজ্ৰপাত পৰা যেন লাগিল। যাৰ নিমিত্তে ইমান দুখ-কষ্ট-লিখালিখি কৰি, ধন ভাঙি, আলৈ-আকৰকাল নেওচি, সাত-সাগৰ—তেৰ-নদীৰ সিপাৰৰপৰা ডাক্তৰ ৱেডৰ নামটো আৰু তেওঁৰ বুৰঞ্জী পুথিখন উদ্ধাৰ কৰিলোঁ সেই জনেই যদি কেনেবাকৈ ৱেড (Wade) গুচি ৱাইজ (Wise) হ'বলৈ হ'ল তেন্তে মোৰ আশা-ভৰসা [illegible] [illegible] [illegible] "পতেনং" হ'ল বৰঞ্জী উদ্ধাৰৰ

[illegible]

পৰাত মই বওতে পাৰ নোপোৱা হলোঁ।

হ'লে নো কি হব? আকৌ ওলাল গ্ৰহশক্ৰ। মধুপুৰ বাগিছাৰ স্বত্বাধিকাৰী ৰামেশ্বৰ শৰ্মাৰ হতুৱাই বুৰঞ্জীখন প্ৰকাশ কৰোৱাত পাচত, "বাৰে পাচি ভুল থকা" ৱেডৰ বুৰঞ্জী An Account of Assam" খন চৰকাৰে নিজে ছপাব লাগে বুলি এহালিছা চিঠি লেখি মোৰ সুখ্যাতিৰ টোপা-কলিটো মোহাৰি পেলাবলৈ দুজনমান বন্ধুৱে কুকংকোৱাং কৰিছিল। পাচে, তেওঁসকলৰ ষড়যন্ত্ৰটো ধৰা পৰিল আৰু সেই "বন্ধুসকলৰ" চিঠি-পত্ৰবোৰো মোৰ হস্তগত হল।

সুখৰ কথা, ৰেভৰ বুৰঞ্জীখন প্ৰকাশ হলত জে, চি হেণ্ডাৰ্চন আৰু ফ্লাক্স (Handerson & Flux) চাহাবে চৰাইদেও পৰ্ব্বতৰ ওপৰত চুকাফা স্বৰ্গদেৱৰ মুগমীয়া মৈদাম এটা বান্ধিবলৈ অচিৰেই হাতত লব লাগে বুলি মোলৈ ভালেমান দিনলৈকে চিঠি-পত্ৰ দি আছিল।

এই পুথি উদ্ধাৰৰ পাচত, সেই তথাকথিত বন্ধু কেইজনে যি কৰিবলৈ লৈছিল, সিয়ো বুৰঞ্জী-গৱেষকলৈ এবিধ অস্থূয়া। মোক, এই অস্থূয়া-ভূতে পোৱাটোও এটা চমৎকাৰ ৰহস্য।

১৯১৯ চনত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ গুৱাহাটিলৈ আহে। তেওঁক সম্বৰ্দ্ধনা জনাই গুৱাহটীয়া সাহিত্যিক চূড়ামণিসকলে এখনি জাককৰা পোহৰ-ছবি লয় অৰ্থাৎ গ্ৰুপ ফটো লয়। পাচ ফালে থিয় হৈ থকা শাৰীটোত মইও আছিলোঁ। বহুত বছৰৰ মূৰত ১৯৬০ চনত সাহিত্য একাডেমীৰ দ্বাৰা মই পুৰস্কৃত হোৱা সময়তে সেই ছবিখন গুৱাহটীয়া সুপ্ৰসিদ্ধ কাকত এখনত প্ৰকাশ কৰা হ'ল। উদ্দেশ্যটো কি বুজা টান। তথাপি হ'ল। দেখিলোঁ ফটোখনত আটাইৰে মূৰ্ত্তি মূৰ্ত্তিমান হৈ ট-ট কৰে জিলিকি আছে। মোৰখনৰ হে কেৱল বিকৃতি ঘটিল। একেবাৰেই নাই বুলিও ক'ব নোৱাৰি। মোৰ চুৰিয়াৰ থোৰটো তলফালে থৈ, কঁকালৰপৰা ওপৰছোৱা গাঁৰি ভোখৰে সৈতে কাটি মূৰটো ছিঙি মৰিশালিৰ কবন্ধ বা কন্ধকৈ থোৱা আছে। ছবিটো কাৰ আছিল ধৰিবৰ সাধ্য নাই। এজন মানুহ আছিল বুলি থোৰটোৰপৰা মাত্ৰ ধৰিব পাৰি। সেইখন মোৰেই পোহৰ ছবি। মোক কন্ধ কৰা "মহৎ কৰ্ম্ম ফেৰি" হেনো আগেৰে উল্লিকিয়াই অহা বন্ধুকিজনৰ দ্বাৰাই সম্পাদিত হৈছিল। বুৰঞ্জীৰ অনুসন্ধানত পম খেদি গ'লেই নহ'ব, এনেকুৱা আপদীয়া হেঙাৰবোৰলৈ চাব লাগিব।

সেই সময়ৰ মটক-মৰাণ—এই শব্দ দুটাৰ প্ৰকৃত বুৰঞ্জীমূলক গূঢ়াৰ্থ আৰু তাৎপৰ্য্যৰ বিষয়ে, বৰ বাদানুবাদ হৈছিল। - তৰ্ক যুদ্ধখন ইমান ভাঙৰ হৈছিল গৈ যে আমাৰ জাকত-জিলিকা বুৰঞ্জীবিদসকলেও পুলুকা মাৰিবলগীয়া হৈছিল।

১৯২৫ চন মানত হ'ব পায়, মই ডুমডুমালৈ গৈছিলোঁ। তাতে শুনিলো বোলে দৈমুখীয়া বাগিচাৰ আগতে বাঘৰ মৰাণৰ নাতিয়েক ৰঞ্জিতসিং নেওগ মৌজাদাৰে চাহ বাগিচা এখন খুলি মেনেজৰ হৈ বহি আছে। বাঘৰ মৰাণৰ নামটো যুগমীয়া কৰাৰ অভিপ্ৰায়ে বাগিচাখনৰ নাম দিছিল "বাঘৰ

টা হৈছেট"। তৰ্ক লাগি থকা শব্দ দুটাৰ কিবা উই পাওঁ বুলি বেলি-মুখীয়াকৈ খোজকাঢ়ি গৈ তেওঁৰ বাগিছা ওলালোঁগৈ।

নেওগৰপৰা দুটামান নতুন কথা শিকিলোঁ। দেখি মোৰ দুখ বৰ্ণনাৰ লগতে সেই কিটাও সাঙুৰি থলোঁ। তেওঁ থকা-ঘৰ আছিল খেৰৰ— কিন্তু লেখত ঘন ঘনকৈ সজা কেইবাটাও। মই যোৱা শুনি হাতত কানি-ধোৱা-খোৱাটোৰে সৈতে ওলাই আহি ক'লেহি, "বহ",। মই কলোঁ, সেইবোৰ পাৰ গুৰ ওপৰত বহিব নোৱাৰো। সিঙে ঠেঁহেৰা মাত দি কলে, "থ,থ, তাতে চাহাবইত আহি লেপেটা কাঢ়ি বহি থাকেহি। তই আক' নবহাটো ক'ৰ পৰা ওলালিহি?" মই উত্তৰ দিবলৈ নোপাওঁতেই বেজীয়া নামৰ লগুৱাটোৰ হতুৱাই তামুলী পীৰা এখন অনাই মোক বহিবলৈ দিলে।

তাৰ পিচত মই যোৱাৰ কি সকাম, সুধিলে। তেওঁৰ মূৰ্ত্তি দেখিয়েই মোৰ ভং হেৰাল। যি কি নহওক, তেওঁৰেই উপযাচি বাঘৰ মৰাণৰ ইতিবৃত্তি ক'লে। তেনেতে মইও সুধিলোঁ, "মৰাণ-মটক একে নহয় জানো?" তেওঁ একে আষাৰেই ক'লে যে মৰাণ হৈছে খেলবন্ধীয়া পুৰণি জাতি এটা আৰু মটক হৈছে গোসাঁইঘৰীয়া ভকত। মটকটো পিচে চিংফৌৱে দিয়া নাম; বৰ সাহিয়াল লোকক সিহঁতৰ মতে মটক বোলে আৰু বৰ ভোদা-অঁকৰামুৱা বোৰক বোলে মুলুং।

দুপৰীয়া এঘাৰমান বাজিবৰ হ'লত মই উঠিবৰ হ'ল, তেখেতক সাহিত্য-সভাৰ সভ্য হ'বলৈ অনুৰোধ কৰিলোঁ। মোৰ অনুৰোধটো শুনি তেখেতে একেবাৰেই জাঙুৰ খাই উঠিল, বোলে "মই সাহিত্য সভাৰ সভ্য হৈ কি কৰিম? মোৰ ঘৰত "হেমকোষ" এখন নগদ ৩৲ টকা দি কিনি আনি থৈছোঁ। অসমীয়া ভাষানো আমাক কেলেই লাগিছে? আজি বছৰচাৰেক হ'ল, ডিব্ৰুগড়ত বৰ সভা এখন হৈছিল, গুৱাহাটীৰ পৰা ডাঙৰ উকীল এজন আহিছিল সভাপতি হৈ। তেওঁ ইংৰাজীৰে বক্তৃতা দিয়া দেখি খামতি-বজায়ে মমে গুচি আহিলোঁ।।"

খামতি বজাৰ কথাষাৰ অন্ত কৰিয়েই তেখেতে অবুজন তবুজন বুলি বহু কথা ক'লে। কথাৰ গতিয়ে আওপাকে ঢাল খোৱা যেন দেখি মই 'যাওঁ আক' বুলি বিদায় ললোঁ।

"এই ভৰ দুপৰীয়া তই এতিয়া কলৈ যা? সোটো কলহ দিছোঁ, জানৰ পৰা পানী একলহ আনগৈ"—এই বুলি কৈয়েই তেওঁ বেজীয়াৰ হতুৱাই

চোঁতালৰ মুখন চিকুণাই পেলোৱালে আৰু খুঁটি তিনিটা পোতোৱাই পিত্তলৰ টৌ এটা ধুই-পখালি দিয়াই মোক ভাত ৰান্ধিবলৈ ক'লে। এই সময়টোতে ৰণজিৎ সিং নেওগ মৌজাদাৰ ডাঙৰীয়াৰ লগত অনেক কথা হলোঁ। ভাতপানী খাই উঠি বিদায় লবৰ পৰত অসম সাহিত্য সভাৰ সভ্য হৈ তেখেতে মোক ৰবগুণি ফেৰা যি দিলেই নে তেখেতে সংগ্ৰহ কৰা 'নিদান পুথি' এখনো দিলে।

অসম বুৰঞ্জীত এতিয়াও অনেক কথা অনাবিষ্কৃত হৈ পৰি আছে আৰু ভালেমান কথা প্ৰমাণ সাপেক্ষে ঐতিহাসিক বুলি নিৰ্ব্বিবাদে গ্ৰাহ্য হৈ আহিছে। এনেবোৰ সত্য অপলাপী ঘটনাৰ সিদ্ধান্তবোৰ নিছিদ্ৰ কৰিবলৈ হ'লে আমাক লাগে নিৰহ-নিপানী বুৰঞ্জী অন্বেষণ। দুখে-কষ্টে, ৰঙে-ৰহস্যই বুৰঞ্জীৰ গুৰি খুঁচৰি যি মাধুৰী উপভোগ কৰিছিলোঁ। তাৰে আভাসটি মাত্ৰ দাঙি ধৰা হ'ল।

## দ্বিতীয় অধ্যায়

চন্দ্ৰকমল বেজবৰুৱাৰ সৈতে ঃ ১৯২৯/৩০ চনত কলিকতাত চন্দ্ৰ কমল বেজবৰুৱাই বলমা টী কোম্পানী খুলি, আগৰ দোকান ভাঙি দিয়ে। তাৰ পিচত তেখেত বহুবজাৰৰপৰা ২৫ নং মেকলেইড ষ্ট্ৰীটলৈ যায়। তাৰপৰা আকৌ ২৬/১ পাৰ্কলেনত এটা ঘৰৰ ওপৰ মহলত ২০০ টকা ভাড়া কৰি থাকিবলৈ লয়। সেই ঘৰৰ দাঁতিৰ এটা ঘৰত অম্বিকা বৰা আৰু জ্ঞান বৰা দুই ভাতৃ বাস কৰিছিল। চন্দ্ৰকমলৰ বিখ্যাত নাম চি, কে। বৃটিছ চাহ কোম্পানী কানান দেৱান হিলছ্ প্ৰডিউচৰ ওপৰত চি কেই এটা ডাঙৰ মোকৰ্দ্দমা তৰিছিল। এই কোম্পানীৰে নকছাৰী বাগিছা। নকছাৰীৰ পূবে-উত্তৰে বেজবৰুৱাৰ বলমা বাগিছা; নকছাৰীৰ পশ্চিমেও আউনীআটি সত্ৰৰ পৰা কিনি লোৱা মাটিত কৰা বেজবৰুৱাৰ নতুন বাগিছা বৈদিহা। এই বৈদিহাৰ কেঁচাপাত মাৰেপে বলমাত। লৰী বা গাড়ীৰে বৈদিহাৰপৰা পাত নিব লাগে নকছাৰী বা বাইজৰ মাজেৰে যোৱা আলিয়েদি। সেই আলিটো বহুদিনীয়া পুৰণি। টড চাহাবে পোনেই নকচাৰী বাগিছা খোলোতেই বোলে আলটো চোতাই গৰুগাড়ী যাবপৰা কৰিলে। তেতিয়াৰ পৰাই অন্ততঃ ১৮৬০ চন মানৰপৰাই নকছাৰী কোম্পানীয়ে বাটটো ব্যৱহাৰ কৰি আছে। তাৰ আগেয়ে সেইটো আলি নাছিল, নগাপাহাৰৰ পৰা ককিলা মুখলৈ মানুহ অহা-যোৱা কৰা লুংলুঙীয়া বাট আছিল।

নকছাৰী মেনেজাৰে আলিটো নিজৰ প্ৰাইভেট বুলি বৈদিহালৈ বেজ-বৰুৱাৰ গাড়ী অহা-যোৱা কৰিবলৈ নিদিয়া হ'ল। বেজবৰুৱাই সেই বাবেই Right of Way বা 'বাটৰ স্বত্ব' দাবী কৰি এটা মোকৰ্দ্দমা তৰিলে।

মকৰ্দ্দমাটো বৰ ডাঙৰ; কাৰণ এজন বেজবৰুৱাই যদিও এটা কোম্পানীৰ ওপৰত মকৰ্দ্দমা কৰিছিল মকৰ্দ্দমাটোয়ে চাহাবৰ স্বত্ব বা অন্যায় দাবী ধ্বংস কৰিবলৈ যোৱা বাবে ভাৰতীয়ৰ স্বত্ব আৰু বৃটিছৰ গৰ্ব্বৰ মাজত মকৰ্দ্দমা লাগিছিল। চাহাবৰ স্বত্ব নাইকিয়া কৰিব পাৰিলেই উজনি অসমৰ ইউৰুপীয় চাহ খেতিয়ক বিলাকৰ তেজ-অহঙ্কাৰত মাধমাৰ পাৰব। এইবাবেই

এইটো আছিল এটা পৰীক্ষামূলক মকৰ্দ্দমা। গতিকে অসমীয়া মাত্ৰেই বেজবৰুৱাৰ পক্ষ অৱলম্বন কৰিছিল।

বেডৰ 'Account of Assam' কুন্তলীন প্ৰেছত ছপাওঁতে, তাৰ আহি কাকত আদি চাবৰ নিমিত্তে, মই ১৯২৭ চনত বেজবৰুৱাৰ লগতে উক্ত পাৰ্কলেনৰ ঘৰত আছিলোঁ। তাতে গুৱাহাটীৰপৰা তৰুণ ফুকনো থাকেগৈ। তেখেতৰ পৰা বেজবৰুৱাই মকৰ্দ্দমাৰ পৰামৰ্শ লয়।

বেজবৰুৱাৰ মকৰ্দ্দমা চলিছিল আসাম উপত্যকাৰ জজৰ আদালতত। তেতিয়া জজ আছিল চাহাব। এৰাৰ তেজপুৰত জজৰ আদালত বহে। তালৈকে গুচবীয়া বেজবৰুৱা যাবৰ দৰকাৰ পৰিল। কিন্তু মকৰ্দ্দমাত হাজিৰ হলেই যে চাহাবে চাহাবৰ ফালেহে টানিব—এই আশঙ্কা কৰি বেজবৰুৱাই অলপ টগৰ-বগৰ কৰিলে। যথা, তেখেত ষ্টেচনলৈ আহি গুৱাহাটীলৈকে ৰেলৰ টিকেট কিনিয়েই নোযোৱাটো হ'ল—পেট কামুৰিছে বুলি কলিকতা নেৰিলে। তেজপুৰলৈ টেলিগ্ৰাম দিলে—'বেমাৰ হৈছে, যাব নোৱাৰো, দিন দিব লাগে।

তৰুণ ফুকন তেজপুৰত হাজিৰ আছেই। তেখেতলৈ টেলিগ্ৰাম দিলে 'Adjourn Case' দিন হৈঁাহকোৱা খৰচ দিবলৈ ৰাজী হ'ব লাগে বুলি। এই ৰূপেই যোগেন্দ্ৰনাথ বৰুৱা জজ হোৱা দিনলৈকে নানান অজু-হাত উলিয়াই মকৰ্দ্দমাটো চোঁচোৰাই নিলে। ইতিমধ্যে যোগেন্দ্ৰনাথ বৰুৱা জজ হ'ল; যোৰহাটত তেওঁৰ বিচাৰালয় বহিল। বোধকৰো, ১৯৩০ চনত।

নৰুচাৰীৰ মাজেদি যোৱা আলিটো যে, প্ৰাইভেট নহয় পাব্লিক হে, তাকে প্ৰমাণ কৰিবলৈ বেজবৰুৱাক সাক্ষী লগা হ'ল। বেজবৰুৱাই ৰায় চাহাব নাৰায়ণ বৰুৱাৰ পুতেক বাবু (বিষ্ণুপ্ৰসাদ বৰুৱা), ভদ্ৰ কাকতী, বিশ্ব-নাথ বৰপূজাৰী আৰু মোক কেবাজনো স্থানীয় মানুহেৰে সৈতে ভড়লুৱা গাঁও, তিনিকুৰীয়া ফেচুৱাল, বংদৈ এইবোৰত বুঢ়া মানুহ বিচাৰিবলৈ লগালে। আমি ককিলামুখৰপৰা যোৰহাট-বামুণ পুখুৰীলৈকে ফুৰি ২৫০ জনমান মানুহৰ নাম দিলোঁ।

ইয়াৰ উপৰিও, মোক এদিন ডিবুৰুলৈ লৈ গৈ তাৰ গৰুকাপ্তানী বিভাগত থকা পুৰণি মেপ উলিয়াবলৈ দিলে। ডিবুৰু গড়ত ৰায়বাহাদুৰ পৰ্ত্তৰাম খাউণ্ডৰ ঘৰত দুৰাতি থাকিলোঁ। বেজবৰুৱাও আছিল। প্ৰথম দিনাই মোৰ হাতত তেওঁ ৩০ টকাৰ তিনিখন দহ টকীয়া নোট দি ক'লে,



ৰবীন্দ্ৰনাথ ঠাকুৰলৈ সম্বৰ্দ্ধনা, গুৱাহাটী, ১৯১৯ চন
সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী, ৰবীন্দ্ৰনাথ ঠাকুৰ, ভোলানাথ দাস, জ্ঞানদাভিৰাম বৰুৱা, দুৰ্গানাথ বৰুৱা, অম্বিকাগিৰি
সূৰ্য্য কুমাৰ ভূঞা, বাণীকান্ত কাকতী, চন্দ্ৰনাথ শৰ্মা (কৰ্মবীৰ), বেণুধৰ শৰ্মা, মুক্তাৰাম শৰ্মা।

'তুমি হেডক্লাৰ্ক জনৰ ঘৰলৈ যোৱা। সি তোমাৰ কথাটো উলিয়াবা।" তেতিয়া এইটোও মোক ভঢ়াই-ভঢ়াই কৈছিল, 'যদি মেপ আছে বুলি কয়, তৎক্ষণাৎ মোৰ ওচৰলৈ আহিবা।" সেইমতে মই কোম্পাত কেৰাণীজনে মেপ আছে বুলি কলে। কিন্তু সেই মেপত Todd's Road বুলিহে লেখা আছে। মেৰামতিৰ কাৰণে লোকেল বৰ্ডৰপৰা সাহাৰ্য্য গ্ৰাণ্ট আহে। যেই হওক, তেওঁৰ পৰা মেপ এখন উলিয়াই আনিলোঁ।

তাৰ পিচত গৰু-গাড়ী সমমত কেতিয়া চলিব তাৰো নথি আনিব লগীয়া হ'ল। পাটনাৰ খোদাবক্স লাইব্ৰেৰীৰপৰা ৰায়বাহাদুৰ কনকলাল বৰুৱাই সেই খবৰ আনি থৈছিল। তেওঁৰপৰা গোটেইটো খবৰ আনিলোঁ।

নানান ঠাইৰপৰা বুঢ়া মানুহ, পুৰণি কাগজ আৰু নথি-পত্ৰ আনি যোগাৰকৈ দিয়া হ'ল। যোৰহাটৰ কাছাৰীত মকৰ্দ্দমা হ'ল। বেজবৰুৱা জিকিল।

এই মকৰ্দ্দমাই গোটেই যোৰহাট, যোৰহাট কি গোটেই উজনি অসম তল-ওপৰ লগাই আছিল। বেজবৰুৱা যে 'এক নম্বৰ মামলা ওস্তাদ' তৰুণ ফুকনেও এই মোকৰ্দ্দমাতে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল। মোকৰ্দ্দমাত জিকিলে যদিও, বেজবৰুৱাই আমাক কৈছিল, "তোমালোকে কেতিয়াও গোচৰ নকৰিবা। গোচৰে মানুহক পশু কৰে।"

পদ্ম বৰুৱাৰ লগত সাক্ষাত : তেজপুৰ আদালতত এবাৰ 'শুনানী' হওঁতে বেজবৰুৱাই মোকো লৈ গৈছিল। বেজবৰুৱা আছিল ডাক বঙলাত আৰু মই আছিলো ভৱানী ভট্টাচাৰ্য্যৰ তাত।

তাত থাকোতে এদিন পদ্মনাথ গোহাঞী বৰুৱাৰ ঘৰলৈ গৈছিলোঁ। পদ্মনাথ বৰুৱাক তাহানিখনেই শিৱসাগৰত পোনেই দেখোঁ। তাৰ পিচত ডিবুৰুগড়ৰ ছাত্ৰ সন্মিলনত। 'উষা'লৈ দিয়া প্ৰবন্ধৰ যোগেদি অৱশ্যে লিখা-লিখি চলি আছিল। তেজপুৰত বহা ছাত্ৰ সন্মিলনত ডিবুৰুৰ মৌলবী মৈজদুৰ আলি চাহাবে 'Materials of Assam History from Persian sources'—বুলি বুৰঞ্জী সভাৰ গোটাওতাজনলৈ ৫০ টকা পুৰস্কাৰ আগবঢ়াইছিল। সেই পুৰস্কাৰ মুয়ে পাওঁ। তেতিয়াৰ পৰা গোহাঁই বৰুৱা ডাঙৰীয়াৰ লগত ঘনিষ্ঠ সম্পৰ্ক হয়। সাধাৰণতে তেখেতক ৰাতিপুৱা লগ ধৰা বৰ টান। সেইদেখি পধুলি ৭ মান বজাত বৰুৱা ডাঙৰীয়াক দেখা কৰিবলৈ গলোঁ। সোধন-পোচন ভালেই হ'ল। বৰুৱা ডাঙৰীয়া অলপ 'বঙা

'ঘোঁৰাত উঠি টিপচী' হৈ আছিল। তেখেতে শ্ৰীমদ্ভাগৱত, শ্ৰীকৃষ্ণ, গীতা, প্ৰভৃতি পুথি লেখাত কিমান স্মৃতি-শক্তি লোহোৱা হৈছে তাক বিবৰি কয়, আৰু কয় যে ষষ্ঠিৰ আহিঁ কাকত চোৱাও এটা বৰ আহকলীয়া কাম। তদুপৰি মিউনিচিপেলিটিৰ কাম আছেই। ইমানবোৰ কামৰ হেঁচাকো হেঁচা দুৰ্বুলি ঢৌতে খৰ মাৰি তেওঁ সাহিত্য চৰ্চ্চা কৰি আছে। পদ্ম বৰুৱাৰ ল'ৰা নাছিল। এটাইকেইজনী ছোৱালী। আউনীআটি গোসাঁই শ্ৰীশ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামীত শৰণ লোৱাত তেওঁৰ একেটি মাত্ৰ ল'ৰা হ'ল। সেই দেখি ল'ৰাটিৰ নাম থলে হৰেকৃষ্ণ আৰু কৃষ্ণচৰিত পুথিখন লেখি তেওঁৰ গুৰুৰ নামে উচৰ্গা কৰিলে। তেতিয়াৰ পৰাই পদ্ম বৰুৱাই নিতৌ গীতা পাঠ কৰিবলৈ ধৰি মহা বৈষ্ণৱভক্ত হৈ পৰিল। শৰণ লোৱাৰ পাচত ল'ৰাটি হোৱা কথাটো বৰুৱা ভাণ্ডৰীয়াই সেইদিনা মোক নিজ মুখে কৈছিল।

সেইবাৰ চন্দ্ৰনাথ শৰ্মা বি-এলক দেখা কৰোঁ। দণ্ডি কলিতাৰ ভালৈ যাওঁ। ফটিক শৰ্মাক লগ পাওঁ। তেজপুৰত বঙালী ভদ্ৰলোকৰ সংখ্যাই সৰহ। এপাচি কচু শাকত এটা আলুক—পদ্ম বৰুৱা। তেৱেঁই ভগা বাগী ডোখৰতে উঠি সগৌৰৱে অসমীয়াৰ হক ৰক্ষা কৰি আছে।

বান হৈল চালোঁ—আগেয়ে শুনামতে এতিয়া আৰু সেই পয়োভৰ নাই। তেতিয়াৰ দৰে ভাৱৰীয়াও নাই, তেজপুৰত অসমীয়া হাকিম বা আন কৰ্মচাৰীও নাই যে হৈলৰ বস্তিত নতুনকৈ শলিতা লগাব।

# তৃতীয় অধ্যায়

**চাৰিং শলগুৰি ৰায়ত-সভা ( ১৯৩৩ খৃঃ ) ঃ** সাপৰ যেনেকৈ বৰ-সৰু নাই, এটাইবোৰৰে বিষ আছে, অসন্তোষৰো তেনেকৈ সৰহ-তাকৰ নাই— এটাইবোৰেই কেতিয়াবা খাণ্ডৱ বন দাহ কৰিব পাৰে। চৰ্কাৰৰ কিছুমান কাম ৰাইজৰ মনঃপুত হোৱা নাছিল, ইফালে সেইবোৰৰ প্ৰতিকাৰ কৰিবলৈ ৰায়ত দুৰ্ব্বল। গতিকে, বু-বু বা বাকৈয়ে মনৰ অসন্তোষ মনতে মাৰ নিয়ায়। ঘপ্ কৰে, খেতিয়কৰ মন প্ৰত্যক্ষ বিপ্লৱৰ ফালে ঢাল খুউৱাও টান। অৱশ্যে, জাককৰা নাও বামেও চলে। সেইগুণে, খেতিয়কৰ উমৈহতীয়া বিক্ষোভত বা দিব পাৰলেই জাককৰা জাগৰণৰ স্থায়ী অগ্নি-পৰ্ব্বত এটা অনায়াসে নিৰ্ম্মাণ কৰিব পাৰি। দেৱানৰ ভিথি পাতি সাধাৰণ ভাৱে বুজোৱা হ'ল যে দেশোদ্ধাৰকৰ পুৰস্কাৰ মৃত্যুদণ্ড; সেই পুৰস্কাৰ পাবলৈ হ'লে প্ৰাণৰ মমতা এৰিবই লাগিব। খেতিয়কো ততিয়া বুজাব লগীয়া হ'ল, সংহতি নহ'লে জগতত একো কামেই নিসিজে। আমাৰ দেশত ধান-টোৰেইপতি কণটো যেনেকৈ, মানুহটোপতি মনটো তেনেকৈ। এনে স্থলত অসন্তোষীয়া স্বাৰ্থটো উমৈহতীয়া নহ'লে, বাৰ বেবেজীয়া মানুহ কেতিয়াও একগোট নহয়। সেইবাবে, কামোৰ মাৰিব পৰা তেনেকুৱা ছেগ এটালৈ খাপ দি থাকিব লগা হ'ল। এনেতে জ্বলিল একুৰা জুই বেলিমুখীয়া গ্ৰেজিঙত। সেই জুইতে ঘিঁউ ঢালি, মোৰ অভিপ্ৰেত ছেগটো খামোচ-মাৰি ধৰিলোঁ।। বেলীমুখীয়া গ্ৰেজিঙৰ ঘটনাই অন্ততঃ ওচৰচুবুৰীয়া সকলোকে ৰাজহুৱা স্বাৰ্থত মুঠ বান্ধিবলৈ শিকালে। শিকালে "ৰাজহুৱা বিপদে সকলোকে সামৰি পেলায়।"

**বেলিমুখীয়া গ্ৰেজিং ঃ** ম'ৰবজাৰ আৰু শলগুৰিৰ মৌজাৰ সীমাতে বেলিমুখীয়া গ্ৰেজিং। সেই গ্ৰেজিং বা চৰণীয়া পথাৰত দুয়োটা মৌজাৰ ২৯।৩০ খন গাঁৱৰ গৰু ম'হ চৰে আৰু ওৱাকুচোং বুলি যিখন হাবি আছে, তাৰপৰা মানুহে খৰি কাঠ আনে। হাবিখন বৰ ডাঙৰ হাবি। ওৱাক্ চৰায়ে বাহ লৈছিল দেখি ওৱাক্-চোং বোলে। কোনোৱে কোনোৱে কয়, তাত হেনো ডাহানিতে ওৱাক নামে কছাৰী এজনে চোং পাতি

আছিল। বজাদিনত, তাত জগৰীয়া মানুহে যেনি শাস্তি দিয়া হৈছিল। ১৯৩৩ চনত, দিবুকবাল, নামতিয়াল, মৃদজীয়া, জাঁপিসজীয়া, জবাববীয়া আৰু বেলিমুখীয়াৰ কিছুমান মানুহে চৰ্কাৰৰ হুকুম নোলোৱাকৈ সেই গ্ৰেজিং বেদখল কৰে আৰু তাত ঘৰ সাজি গৰু ম'হ বান্ধি নিগাজীকৈ থাকিবলৈ লয়।

এদিন, টেপৰ, তেলীয়াল, খামোন, চাংমাই, মাউত গাঁৱৰ বাইজ গোট খাই বেদখলকাৰী মানুহৰ ঘৰ দুটামান ভাঙি পেলায় আৰু দুটামানত জুই লগাই দিয়ে। বেদখলকাৰীহঁতে জুই লগোৱা মানুহ কিটাৰ বিৰুদ্ধে, নাম ধৰি আমগুৰি থানাত এজাহাৰ দিলেগৈ। পুলিছ আহি তদন্ত কৰাৰ ফলত ৫৫জন মানুহক গ্ৰেপ্তাৰ কৰিবলৈ হ'ল। ইমানবোৰ মানুহ একেলগে গেপ্তাৰ কৰিলে গণ্ডগোলৰ সৃষ্টি হ'ব পাৰে—এনে আশঙ্কা কৰি পিচদিনা "প্ৰত্যেক-জনেই গাইপতি ৫ টকাকৈ জপ লৈ থানালৈ যাবাইক" বুলি পুলিছে অভিযুক্ত বিলাকক কৈ গ'ল।

সেই ৰাতিয়েই তাৰে দুজনমান আহিল 'কি কৰা উচিত' বুলি মোৰ দিহা-পৰামৰ্শ লবলৈ। তাবুৰপৰা তলুৱালৈকে ঘটনাটো গমি-পিটিকি চাই বুধি দিলোঁ, "তোমালোক কোনো নাযাবাইক। পুলিছে কি কৰে কৰক-চোন বাৰু।'

পাচে, পিচ দিনা, ৰাতি পুৱাই মই শিৱসাগৰলৈ গৈ, মোৰ হাতত থকা পুৰণি কেডেষ্ট্ৰেল মেপ এখন দেখুৱাই মহকুমাধিপতিক জনালোঁ, 'বেলি-মুখীয়া গ্ৰেজিংটো ১৮৬০ চনৰপৰাই চৰ্কাৰী হৈ আছে, আৰু তাক হামচৈয়া মানুহে এতিয়াও 'মহাৰাণীৰ গ্ৰেজিং' বুলি কয়।" লগতে, নতুন মেপ মিলাই চাবলৈও অনুৰোধ কৰিলোঁ। মহকুমাধিপতিক জনোৱাৰ পিচতেই অসম উপত্যকাৰ কমিছনাৰ চাহাবলৈও টেলিগ্ৰাম দিলোঁ। পুলিছৰ ৰিপৰ্ট আৰু মোৰ আবেদন মিলাই চাই মহকুমাধিপতি চৰজমিন্ তদন্ত কৰিবলৈ আহিল। তেওঁ আমাৰ কথা সচাঁ পালে। পুলিছৰ ৰিপৰ্ট তাতে ভসম উঠিল। ৰাইজৰ পয়মলাৰ ঢো নিলগতে মাৰ গ'ল। কামটো নিচেই ক্ষুদ্ৰাতিক্ষুদ্ৰ, তথাপি, ৰাইজে তাকে অসাধ্য সাধন বুলি ভাবিলে।

ঘৰপোৰা হেন জগৰৰপৰা ৰক্ষা যে পোৱা হ'লেই নে, গ্ৰেজিং বেদখল-কাৰী মানুহ কেইঘৰকো উচ্ছেদ কৰা হ'ল। ঘৰত জুই-লগোৱা অপৰাধত কৈ ডাঙৰ অপৰাধ নাই। এনে অপৰাধত লিপ্ত থকাৰ প্ৰমাণ পোৱা হ'লে, পুলিছে জয়পতাল মকৰ্দ্দমা এটা তৰি ৰাইজখনক কিমান নো কাছাৰীলৈ

নোচোচৰালেহেঁতেন আৰু ৰাইজৰেই বা কিমান লটিঘটি নহ'লহেঁতেন, তাৰে কি সীমা আছে? হেজাৰ টকা ভৰিবলগীয়া মকৰ্দ্দমা এটা যে তিন-টকীয়া টেলিগ্ৰাম এটাতেই নিষ্পত্তি হ'ল, তাৰ বাবেই ৰাইজ আনন্দত উল্লাসিত হ'বলৈ ধৰিলে আৰু অমিল হৈ থকা, ৩৩খন গাঁও মিলিজুলি আনন্দৰ চিন স্বৰূপে কিবা এটা কৰিবলৈ ঠিক কৰিলে। তাৰ ফলত্তে, ৰায়ত-সভা এখন পতা হ'ল। চাৰিং কাকতী গাঁৱৰ আজুলীমুৰত লেখিব পৰা কিজনে হে যোগ দিছিল। তলৰ মাটি ওপৰ কৰা উৎসাহ লৈ ছেদ-ভেদ নোহোৱা ধুমধুপালেৰে বোমাৰী বিলৰ মাজতে মুকলি পথাৰত সভাখন পাতিবলৈ আয়োজন কৰা হ'ল। নিৰ্ব্বাচনত কংগ্ৰেছে সৈতে প্ৰতি-দ্বন্দিতা কৰি পৰাজিত হৈ থকা নিৰ্ভীক কংগ্ৰেছ সেৱী লক্ষ্মীকান্ত বৰুৱা (মাখল উকীল) বি-এলকে সকলোৱে সভাপতি মনোনীত কৰিলে। সভাৰ দিনা বানৰ মুখত থকা চন্দা মাছৰ দৰে ইমান হেঁচা টেপা হৈছিল যে তেলীয়াল, ম'হছাল, গড়কাবৰীয়া আৰু কৈবৰ্ত্ত গাঁৱৰ মাজেদি কাঁড-এটা সৰকি যাবলৈও সন্ধি নোহোৱা হৈছিল। সভা দুদিনীয়া। দুয়ো দিনা সাতোটাকৈ ভাৱনা কৰা হৈছিল। দুয়ো ৰাতি ভাওচোৱা মানুহৰ কিৰীলি, ভাৱৰীয়াৰ বচন আৰু গায়ন-বায়নৰ গিৰগিৰণিত বোমাৰী বিলৰ চৌপাশে থকা মানুহে টিপ এটাও মাৰিবপৰা নাছিল। কেউটা ভাৱনাৰ ভিতৰত জৰাবাৰী সত্ৰৰ "ৰাৱন বধ" ভাৱনাটোৱেই এটাইতকৈ ভাল হৈছিল। হেজাৰ-বিজাৰ মানুহক চাহপানী দি, দৈ-গাখীৰ—কোমল চাউলৰ জলপান খুৱাই আৰু তামোলছালি দি সোধপোচ কৰিছিল অভ্যৰ্থনা সমিতিৰ হৈ ভোগদল শইকীয়া, শঙ্খধৰ মহন্ত, চিৎৰাম শইকীয়া, ৰামনাথ শইকীয়া, কমল চন্দ্ৰ শইকীয়া, সুৰথ চন্দ্ৰ গাঁওবুঢ়া, মোহন চন্দ্ৰ বৰুৱা আদি কৰি অসংখ্য কেঁচা মৌ হেন উদ্যোগী ডেকাই।

একেলগে সাতোটা ভাৱনা কৰিবপৰা বিৰাট ৰভা-ঘৰটো সাজিবলৈ ইজন-সিজনৰ ভিতৰত তুমুল প্ৰতিযোগিতা চলিছিল। কোনে সোনকালে সৰহকৈ বিৰিণা খেৰৰ ভাৰ পেলাবহি পাৰে, কোনে আটাইতকৈ আগেয়ে জাতি-বাঁহ-ভলুকা বাঁহৰ খুটাবোৰ কাটি অন্ত কৰিব পাৰে, কোনে আগেয়ে কাঠী-কামী, বেতসূত-টঙাল চাচি উলিয়াব পাৰে, তাৰ হে অহিয়াঅহি লাগিছিল। ডেকা-বুঢ়া, অইন কি, জীয়াৰীবিলাকেও কাৰো কামত কোনেও বাগি ধৰা নাছিল। উৎসাহৰ অহিয়াঅহি কৰিবলৈ এটাইবোৰেই যেন ঘৰৰপৰা টঙালি

বান্ধিয়েই ওলাই আহিছিল। "আটাই আঙুলীয়ে খায়, বুঢ়াই হেঁচুকিলে হে যায়" এই দেখি, এই সকল বুঢ়া-মেথাই ৰভাৰ খলাত থিয় হৈ "ই-সি কৰ" বুলি দিহা-বুদ্ধি দি আছিল:—চাংমাই গাঁৱৰ বাপুৰাম গগৈ সভাপতি, লক্ষেশ্বৰ গাঁওবুঢ়া, সোনেশ্বৰ গগৈ; তেলোয়ালৰ বহাই নাথ মেধি, গুপীৰাম নাথ, সোপোকা নাথ, চেতীয়াৰ যোগেশ্বৰ ফুকন, বাপীৰাম ফুকন; গজপুৰীয়া-কাকতী-গাঁৱৰ যোগানন্দ বৰকাকতী, লুকীৰাম কাকতী; চাংমাই চেতীয়াৰ ভুৱা চেতীয়া; ম'হছালৰ যোগেশ্বৰ লেখাক; বেলিমুখীয়াৰ লম্বোদৰ শইকীয়া, গুভাই নাথ মুক্তিয়াৰ, নামতিমুখৰ গুণাৰাম বৰুৱা ফৰেষ্টৰ; গুণাকটীয়াৰ ফটো কলিতা, চিমলাই মেধি (বেথাৰাম বৰমেধি), টেপৰ গাঁৱৰ যোগাই শইকীয়া মুক্তিয়াৰ, মোহন চন্দ্ৰ বৰুৱা, দামোদৰ গগৈ, কাশীনাথ কাকতী, ভম্বৰু বৰা, পোহৰ হাজৰিকা আৰু গোহাঁই-গাঁৱৰ ঘনকান্ত ফুকন প্ৰভৃতি-সকল। এই সকলৰ উপৰিও নামতি কাকতী গাঁও, কুকুৰাচোৱা, ভৰলুৱা, শেনচোৱা, লেবাক, পুৰণিমেলীয়া, জেহেঙ্গীয়া, মানতনীয়া, জবাবৰীয়া গাঁৱৰ ৰাইজৰো উৎসাহ-উদ্দীপনা বিলক্ষণ দেখা গৈছিল। তেতিয়ালৈকে নগৰৰ পৰা শিক্ষিত মানুহ আহি দেখুৱাই দিয়াত হে আওভাও নোপোৱা গাঁৱলীয়া ৰাইজে সভা-সমিতি পাতিব পাৰিছিল। কিন্তু, এই গাঁৱলীয়া উদ্যোক্তা-সকলে দেখুৱাই দিলে যে নগৰীয়াৰ সহায় নহ'লেও, ৰোমাৰী বিলৰ বায়ত সভাৰ নিচিনা একোখন নাগৰ সঙ্কাশ ৰভা সাজিব পাৰে আৰু হাতীপটিৰ তৰা যেন সমবেত প্ৰজাক সুশৃঙ্খলভাৱে দেশৰ অভাৱ অভিযোগ, ক্ষোভ অসন্তোষৰ কথা আলোচনা কৰিবলৈ দিহা দিব পাৰে।

মুকলি সভাৰ তৰ্ক-বিতৰ্কত মাহী গাঁৱৰ ডেকা কৰ্ম্মী কমলা কান্ত বৰুৱা, নামতিমুখৰ গুণাৰাম বৰুৱা ফৰেষ্টৰ, নামতি কাকতী গাঁৱৰ মানিক লাল বৰুৱা, জবাবাৰী সত্ৰাধিকাৰ আৰু চাংমাই চেতিয়াৰ ভুৱা চেতীয়া আদিয়ে জোৰ লগাদি লাগি বৰ আগ্ৰহেৰে যোগ দিছিল। নিয়মাৱলী এখন ৰচনা কৰি সভাখনৰ স্থায়ী নাম দিয়া হল "চাৰিং-খলগুৰি ৰায়ত সভা"। কমলচন্দ্ৰ শইকীয়া আৰু ধীৰেন্দ্ৰ লাল বৰুৱা হ'ল সম্পাদক; আগৰ অস্থায়ী সভাপতি বাপুৰাম গগৈয়েই পুনৰ স্থায়ী সভাপতি হৈ থাকিল।

প্ৰেছিডেণ্টো ৰাইজলৈ মুকলি কৰি দি তাত কোনো মানুহ বহিব নোৱাৰাকৈ মানাহি দিয়াত আৰু উচ্ছেদকাৰীৰ ওপৰত চৰকাৰে একো হস্তক্ষেপ নকৰাত, চৰকাৰৰ খলাগ লোৱা হ'ল।

তাতে আৰু দুটা প্ৰস্তাৱ সৰ্ব্বসন্মতিক্ৰমে গৃহীত হৈছিল। প্ৰথমটো আছিল—নগা আলিৰপৰা তেলীয়াল গাঁৱৰ মাজেদি, ছিগি-ভাগি থকা তীণা আলিটো পূৰে খেমদৈ পুখুৰী আৰু দীকছৌহাটৰ ওচৰত ধোদৰ আলিত লগাই ৰাইজে ন-কৈ বান্ধিবলৈ লোৱা। দ্বিতীয়টো আছিল চাৰিঙত এটি আস্পতাল স্থাপন কৰা। ৰাইজৰ মাৰবন্ধা উদ্যোগত অলপ দিনৰ ভিতৰতে খেমদৈ বা খেমদৌ পুখুৰীলৈকে আলি হৈ গ'ল।

ৰায়ত সভাখনৰ দুটা বছেৰেকীয়া অধিবেশন খৰ জাকজমকেৰে পতা হৈছিল। বৌমাৰী বিলত বহাখনৰ পিচত, খেমদৌ পুখুৰী পাৰত যিখন সভা হৈছিল তাত যোৰহাটৰ শ্ৰীযুত মোহনচন্দ্ৰ মহন্ত বি-এল দেৱে সভাপতিৰ আসন শুৱাইছিল। সেই সভাতে ৰায়ত সভাৰ নিয়মাৱলীখন সদৌ অসম ৰায়ত সভাৰ নিয়মাৱলীৰ লগত খাপ খোৱাকৈ শুধৰাই লোৱা হয়। সভাই আন কৰক-নকৰক, ৰায়তক হ'লে পৰিশ্ৰমৰ মোল-মৰ্য্যাদা বুজা কৰিলে। লোকেল বৰ্ডৰ সহায় নোলোৱাকৈয়ে ৰাইজে ম'হছাল গাঁৱৰপৰা খেমদৌ পুখুৰীলৈকে আলিটো নিজে-নিজে বান্ধি উলিয়ালে। দীকছৌ চাৰিৰপৰা নামতি কাকতী গাঁৱলৈ, ধোদৰ আলিৰপৰা মাউত গাঁৱলৈ নগা আলিৰ পৰা সন্দিকৈ গাঁৱলৈ একোটা আলি এই সভাৰ উদগনিতেই বন্ধোৱা হ'ল। তদুপৰি, তেতিয়ালৈকে ম'ৰাবজাৰত কেৱল চাৰিং পঞ্চায়ত নামে পঞ্চায়ত এখন হে আছিল; এই সভাৰ পিচতেই ৫ খন গাঁৱলীয়া পঞ্চায়ত চৰ্কাৰী-ভাৱে স্থাপিত হ'ল। চাৰিং-শলগুৰি ৰায়ত-সভাৰ অনুপ্ৰেৰণাই বহুত ডেকা ল'ৰাৰ অন্তৰত স্বাৱলম্বনৰ গুটি পচাই দিলে। তাৰে এটি মৌসৰা ডেকা শ্ৰীদেবেন্দ্ৰ চন্দ্ৰ নাথ এতিয়াও ৰাজহুৱা কামতে লাগি আছে।

**চাৰিং আস্পতাল ঃ** চাৰিং-শলগুৰি ৰায়ত সভাৰ প্ৰস্তাৱ মতেই আস্পতালটো ক'ত পতা হ'ব, এইটোকে স্থিৰ কৰিবলৈ বহুত বাক-বিতণ্ডা হ'ল। অৱশেষত, ম'ৰাবজাৰ আৰু শলগুৰি দুয়োটা মৌজাৰে চল-লগা ঠাই চাৰিঙেই বাছনিত উঠিল। ৰায়ত সভাৰ প্ৰস্তাৱটো স্বায়ত্ত শাসন বিভাগৰ মন্ত্ৰীলৈ পঠিয়াই দিয়াত মন্ত্ৰীয়ে উত্তৰ দিলে, সেই প্ৰস্তাৱ স্থানীয় ব'ৰ্ডৰ যোগে যাব লাগে বুলি। ব'ৰ্ডে পতাৰ আৱশ্যক দেখিলে হে চৰ্কাৰে মাটি আদি অধিগ্ৰহণ কৰি আস্পতাল পতাৰ সুবিধা কৰি দিব পাৰে। ব'ৰ্ডৰ চেয়াৰমেন আছিল মৌলবী জামায়দ্দিন আহমদ। তেখেতে আমাৰ প্ৰস্তাৱটি গ্ৰহণ কৰিলে। সেই সময়ত স্বায়ত্ত শাসনৰ মন্ত্ৰী আছিল ৰায় বাহাদুৰ

কনক লাল বৰুৱা। তেখেতলৈও ব্যক্তিগত ভাৱে আমাৰ অসুবিধাবোৰৰ কথা লিখিলোঁ। তেখেতে মোলৈ চিঠি লেখি জনালে, "তোমালোকে ঘৰ এটা সাজা। দৰৱপাতি যি লাগে চৰকাৰে দিব। লোকেল বৰ্ডৰ পৰা দাবীৰ অনুমোদন টোকা পালেই হ'ব। ঘৰ সজা হ'লেই তোমালৈ বাক মোৰ হাত-খৰচৰপৰা ২০০ টকা পঠিয়াম।" মন্ত্ৰী তাওবীয়াৰ চিঠি পাই আস্পতালৰ নিমিত্তে মুৰপুতি লাগিবলৈ মোৰ গা উঠি গ'ল।

কিন্তু, বিতোখৰ মাটিত আস্পতাল ঘৰ সাজোঁ বুলি ভাবিছিলোঁ, সেই-তোখৰ মাটি শলগুৰি-ম'ৰা বজাৰৰপ্ৰায় সদম খলিতে যদিও, মানুহ বহি থকা বাবে ঘৰৰ মাটিকে বাছি উলিয়াব নোৱাৰিলোঁ। মাটিৰ গিৰিহঁতজনক তেওঁৰ খিনিৰ পৰিবৰ্ত্তে, তিনিগুণ মাটি দিওঁ বুলি কলোঁ, তথাপি, তেওঁ স্বইচ্ছাৰে মাটি এৰি দিবলৈ মান্তি নহ'ল। শেহত, লোকেল ব'ৰ্ডৰ যোগে সেই মাটি অধিগ্ৰহণ কৰা হ'ল। ভাল কামত সদায়েই কিলিখা লাগে। মাটিৰ মূল্য ঠিক হ'ল ১০২ টকা আৰু সেই টকা মাটি গিৰিহঁতে লবলৈও ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু, কুটশাল মানুহৰ ফুচুলনিত পৰি, গিৰিহঁতজনে বাৰবুৰি লেচু দেখুৱাই 'আপীল' কৰিলে। আপীলত মাটিৰ ধাৰ্য্যকৰা মূল্য ৫০০ টকালৈ বাঢ়িল। ইফালে, মাটি গিৰিহঁতৰ লগত গোচৰ-হাৰি কৰি থাকোঁতেই ছুৰছৰমান পাৰ হৈ গ'ল। মন্ত্ৰী কনকলাল বৰুৱায়ো অৱসৰ ললে। স্থানীয় ৰাইজৰ মাত্ৰ মুখধনি হে, টকা-সিকা দিবলৈ শকতিয়েই নাই।

নাহৰকটীয়া বাগিছাত মোৰ ভাই ধৰ্মেশ্বৰে কেৰেণী কাম কৰিছিল। তাৰপৰা ৩০০ টকা ধাৰলৈ আনি অধিগ্ৰহণ কৰা মাটিৰ দামটো ট্ৰেজুৰীত জমা দিলোঁ। সেই টকা পোনেই তাৰপৰা নোপোৱা হ'লে, পোৱা আস্পতালো হেকৰালোঁ হঁতেন। তাৰ পিচত অ'ত ত'ত দান-বৰঙনি বিচাৰিবলৈ ধৰিলোঁ। আমগুৰি চাহ-কোম্পানীৰ জেনেৰেল মেনেজৰ মিঃ ৰাবেন চাহাবৰ ওচৰত দান বিচাৰোঁতে নাটৰ কাহিনী এটিয়েই হৈছিল।

আস্পতালৰ সহায় খুজি, ৰাবেণলৈ চিঠি দিয়াত ৰাবেণে চাৰিংখন ৰাজনীতিৰ আখল বুলি পইচা এটাকে নিদিলে। বৰং, সহায় খোজা বাবে মোলৈ ইতিকিং কৰি হে চিঠিৰ উত্তৰ দিলে। প্ৰত্যুত্তৰত মই তেতিয়া লেখিলোঁ, "আপোনাক ইমান অ-মানবীয় বুলি ভবা নাছিলোঁ। ভাবি-ছিলোঁ, আপুনি চাৰ জেম্‌চ বকিংহামৰ উত্তৰাধিকাৰী। বকিংহামৰ দৰে আপোনাৰো মানৱীয়তা আছে। আপোনাৰ অন্তৰত তেনে মহৎ গুণৰ অভাৱ

দেখি আচৰিত হৈছোঁ।" চুণা চাই লোপা পৰিলত, ৰাবেণে মোক ৰাতি পঠিয়ালে আৰু শ্ৰীমান যোগেন্দ্ৰনাথ মজিন্দাৰ বৰুৱাক লৈ ভগা মটৰ এখনেৰে তেওঁৰ বঙলা ওলালোঁগৈ। মোক দেখা মাত্ৰকে, চাহাবে "মোক নিষ্ঠুৰ নুবুলিব, (Don't call me inhuman) নিষ্ঠুৰ নুবুলিব" বুলি ক্ষমা খুজিলে আৰু মোক কপ ২০ টকা দিবলৈ ক'লে। তাৰ পিচত, আশ্বাস দিলে বোলে দৰ্কাৰ হলে, ৰবৰাম বাগিচাৰ পুৰণি মামৰেধৰা টিনপাত কিছুমান আৰু আমগুৰি বাগিছাৰ গৰুলৰে গছ দুজোপাও আস্পতালৰ ঘৰ সাজিবলৈ মই অনাৰ পাৰিম।

এইখিনিতে ৰাবেণৰ বৃটিছসুলভ জাতীয় গৌৰৱৰ জিলমিল পোহৰ একণ মানৰ আভাস পাইছিলোঁ। আগেয়ে ভাবিছিলোঁ, বাগিচাৰ চাহাববোৰৰ একো ভদ্ৰতা নাই। সিবিলাকক বুজালেও একো কথা নুবুজে; গোটে-পাতে চেকৰা ঠাৰি বুলি হে বহুতৰে ধাৰণা। কিন্তু ৰাবেণৰ কথা-বতৰাই সেইবোৰ আমাৰ মনৰ ভিতৰত চৰি ফুৰা ধন গুলৈ জুই বুলি হে ঠাৱৰ কৰালে। আস্পতালৰ নিমিত্তে দান আশ্বাস দিয়েই তেওঁ মোক সুধিলে "আপোনাৰ বয়স নিচেই কম; জেম্ছ বকিংহামৰ কথা কেনেকৈ জানিলে?" কলোঁ, "আসাম বিভিউত' মই লিখা চাৰ জেম্ছ বকিংহামৰ প্ৰবন্ধটো পঢ়া হ'লেই বুজিলেহেঁতেন।"

চাহাবে ভোলা কেৰেণীক সেই "আসাম ৰিভিউ"খন চাই দিবলৈ ক'লে। কেৰেণীয়ে কাকতখন দিয়াত, প্ৰবন্ধটো পঢি চাই, ৰাবেণ আচৰিত হ'ল। কন্তেকমানৰ মূৰতে, তেওঁ বকিংহামৰ ব্লকৰ খৰছ আৰু প্ৰবন্ধ লেখাৰ পুৰস্কাৰ স্বৰূপে মোক ৫০ টকা কপ বেলেগে দিলে।

এই দানৰ কথাটোকে চাৰিওৰ চকুচৰহা ডেকা দুজনমানে বৌমাছৰ টোটোলা বা ফুটবল ওফন্দোৱাদি ওফোন্দাই বৌচি ফুটালেগৈ বোলে, "ৰেণু শৰ্মাই আমগুৰি চাহাবৰপৰা ২০০ টকা কণ আনি আস্পতালৰ ফণ্ডত ২০টকা জমা দি বাকী টকা খালে।" এনেবোৰ ঘটনাই মোৰ মন ভাঙি দিলে—আমগুৰিৰ টিনপাত গৰুসৰে গছ আৰু আনিবলৈ নহ'ল। চাহ-বাগিছাৰ চাহাব আৰু আন আন অসমীয়া কৰ্মচাৰীবৰ্গ দান আনি ট্ৰেজুৰীত প্ৰথমেই জমা দিয়া টকাৰ ধাৰ মৰা হ'ল। কিন্তু মই ফুৰোঁতে চাকোঁতে, ৰেল-বাইচাইকেলৰ খৰছ আৰু ঠাই ঘটোৱা বাবদ হোৱা খাৰলৈ অন্য জিনিষ হে নিজৰ মাটি বেচি ম'বাবজাৰ কোৱঁৰ গাঁৱৰ খৰ্দেশৰ কৌৱৰক

পৰিশোধ কৰিবলগীয়া হলোঁ। উচটাই বাগী গৰু হাল বোওৱা বিলাকে মাজতে বিধি-পথালি নিদিয়া হ'লে, ১৯৩৬ চনতে চাৰিঙত এটি প্ৰথম শ্ৰেণীৰ চিকিৎসালয় স্থাপিত হ'লহেঁতেন। তাৰ ১২/১৩ বছৰৰ মূৰত যদিও, "আছে গৰু নবয় হাল, হোৱাতকৈ নোহোৱাই ভাল" বিধৰ যি এটি একণমান আস্পতাল স্থাপিত হ'ল, সিও কেৱল চাৰিং-পলগুৰি ৰায়ত সভাৰ উদ্যোক্তা সকলৰ দৃঢ়তা আৰু নিস্বাৰ্থ দাবীৰেই ফল বুলি নথী-পত্ৰই বিভিয়াই বিভিয়াই কৈ থাকিব। আৰু এইটোও ক'ব যে, চাৰিং আস্পতাল স্থাপনৰ সময়ত চাৰিং কাকতী গাঁৱৰ তিনিজন মানুহে আস্পতাল পাতিবলৈ একেবাৰে দেহমন উবাৰি লাগিছিল। তাৰে যাই গৰাকী আছিল শিৱকান্ত দুৱৰা— যিজনে আস্পতাল পতাত আৰ্জ্জনৰ ধন পাচলৈ নেচাই উচৰ্গি দিছিল। দ্বিতীয়জন পৃষ্ঠপোষক আছিল ডাক্তৰ হৰকান্ত দুৱৰা আৰু তৃতীয়জন হ'ল বিষ্ণুৰাম বৰকাকতী। বৰকাকতীয়ে দানৰ নামত মুঠেই সিকি এটা হে আগবঢ়াইছিল। কিন্তু, নিজেও কৰিব নোৱৰা, লোকেকো কৰিবলৈ নিদিয়া আক্ৰোহী বিলাকৰ উৎপাতত যেতিয়া কি কৰিম কি নকৰিম বুলি পেপুৱা লাগি আছিলোঁ, তেতিয়া তেখেতে যি উপায়-বুদ্ধিৰ সজা এটা আঁকি দিছিল, তাৰ মূল্য সেই সিকিটোৰ হেজাৰ গুণ হ'ব।

আস্পতালৰ মাটি দখল ল'বলৈ যাওঁতে, মাটিৰ গিৰিহঁতজনে মোক কুঠাৰেৰে কাটিবলৈ আহিছিল আৰু বছৰদিয়েকৰ পিচত মাটিভোখৰ জেওৰা দি বেৰাই থোৱা দেখি জনদিয়েক উতনুৱা ডেকাই সেই জেওৰাৰ খৰিৰে 'বেণু শৰ্মাৰ জুমুধি পুৰিছেঁ।' বুলি গৰধীয়া ল'ৰাৰ দৰে চৌৎকাৰো কৰিছিল। এতিয়া দেখি ভাল পাইছোঁ সেই জুমুধি পোৰা ঠাইতেই চৰ্কাৰৰ অনুগ্ৰহত চাৰিং আস্পতাল বিৰাজমান।

আমাৰ দোকান (১৯৩৩): স্বৰাজ আন্দোলনত 'সূতা কাটা', সূতা কাটা' বুলি গোটেইখনতে চিঞৰ-বাখৰ হৈছিল যদিও ঘৰখনক জোৰাকৈ কোনেও সূতা কাটি ল'বপৰা নাছিল। কংগ্ৰেছ ভলন্টিয়াৰৰ হাতেপতি টাকুৰী একোটা আছিল সচাঁ; কিন্তু, সি কেৱল লোকক দেখুউৱা হে। তাৰে মানুহৰ অভাৱ পূৰাবপৰা নহৈছিল। সেইদেখি আমি পিচ্ছা চোলা-চুৰিয়া কাপোৰ মুৰদাবাদ, পাটনা আৰু মাদ্ৰাজৰ পিঠাপুৰমৰপৰা অনাই লৈছিলোঁ। নগাঁৱতে তেতিয়া আটাইতকৈ সৰহ খাদৰ প্ৰস্তুত হৈছিল; ১৯২৬ চনত, পাণ্ডু কংগ্ৰেছৰ প্ৰদৰ্শনী—আৰ্য্যাৰোটো নগঞা খাদৰেৰেই নিৰ্ম্মাণ

কৰা হৈছিল। মাজে মাজে যোৰহাটৰ খাদী প্ৰাণ কৃষ্ণনাথ শৰ্ম্মাই আমাক নগাঁৱৰ পৰা খাদৰৰ কাপোৰ আৰু কপাহ অনাই দিয়াইছিল। সামান্য কাপোৰ এডোখৰৰ বাবেই ঘনাই ঘনাই লোকক বাতে খাটি- থাকিব নেলাগে, তাৰ নিমিত্তে এটি উপায় উলিয়ালোঁ। উপায়টো আন একো নহয়—এখন দোকান খোলা। দোকান খনৰ নাম দিলোঁ—'আমাৰ দোকান। 'মেড ইন জাৰ্ম্মেনী' অৰ্থাৎ জাৰ্ম্মান তৈয়াৰী বুলিলেই যেয়ে সেয়ে নোচোৱা-নিচিন্তাকৈয়ে আগ্ৰহেৰে বস্তু কিনে, তেহেলৈ সি লাগিলে অতি অধমেই হওক। আওপাকে, তাৰ দ্বাৰাই সেই বস্তু নিৰ্ম্মাণ কৰোঁতা জাতিটোলৈ আমাৰ প্ৰগাঢ় সম্মান বঢ়োৱা হয়। "আমাৰ দোকানলৈ আহিলে 'আমাৰ' বুলি সকলোৰে মনলৈ এটি ভাব আহিব। এইটোৱেই উদ্দেশ্য আছিল "আমাৰ দোকানৰ"। ক'-অপাৰেটিভ নামটোও একপ্ৰকাৰে "আমাৰ দোকানৰেই" অনুৰূপ। কিন্তু আমাৰ দোকানত কাৰো ভাগ বা অংশ নাছিল। মোৰেই তাত সম্পূৰ্ণ স্বত্ব আছিল।

তিলকান্ত ফুকনৰপৰা ৩০০ টকা ধাৰলৈ লৈ দোকানখন পাতিলোঁ। ফাটেক খোৱা বাবে, গজপুৰীয়া কাকতী গাঁৱৰ বাইজে ফটিক চন্দ্ৰ কাকতীক সকাম-নিকামত শাৰীৰ মূৰত হে বহিবলৈ দিছিল আৰু অলপ হেয় ভাবেৰে চাইছিল। তেওঁকে আনি "আমাৰ দোকানৰ" মেনেজৰ লগোঁ।

গধূলিবজাৰ-ম'ৰাবজাৰৰ মুগা সূতা ভাল বুলি এটি সৎনাম আছে। ১৯৩১ চনত, মুগা সূতাৰ দাম সেৰে ১৬ টকা আছিল। সেই সূতাকে সলাই খাদৰ কাপোৰ আনিছিলোঁ। কেবাঘৰৰ পৰা ভালে-বেয়াই সূতা কিনি সেইবোৰ মিলাই একেআগী কৰি মাদ্ৰাজৰ পিঠাপুৰমলৈ পঠিয়াওঁ। তাৰ বিনিময়ে তাৰ দোকান এখনে আমালৈ হাতেকটা সূতাৰ থান-কাপোৰ, চুৰিয়া, তলত পৰা. শেতেলীচকা, মেজৰ কাপোৰ, গাৰু গিলিপৰ কাপোৰ আৰু ব্লাউজৰ ছীট্ (ব্লাউজৰ নিমিত্তে ডুখৰীয়া কাপোৰ) পঠিয়ায়। দোকানত পিতলৰ টাকুৰী, যঁতৰ, নেওঠনি আৰু কপাহ হে ৰখা হৈছিল। ধাৰধুৰ মাৰি আমাৰ হাতো জৰ্জ্জৰীয়া হৈছিল। কিন্তু, সাতপুৰুষত দোকান দি নোপোৱা অসমীয়া মানুহে দোকান দি "কঁৰীয়া লৈ গাই খীবোৱা" হ'বলৈ গ'লে যি দশা হয়, আমাৰো সেই দশাই হ'ল। ডুবছৰমানৰ মূৰত "আমাৰ দোকানত" "লালবাত্তি "জলিল অৰ্থাৎ আমাৰ দোকান বন্ধ হ'ল।

শনিবাৰে শনিবাৰে, নাইবা দৰ্শহাপোৱা দিনা চেলেংহাট, ডালিম, হেমলাই, চটাই আৰু নাগিনীজান বাগিছাত হাট বহে। তাতে বেচিবলৈ, মোৰ বাইচাইকোলতে একোটা খাদৰৰ "মূটৰি" বা টোপোলা বান্ধি লৈ যাওঁ। নাগিনীজানলৈ চাৰিঙৰ পৰা ২০ মাইল বাট। এইখিনি বাট বাইচাইকোল মাৰিয়েই যাওঁ, বাটতে, আমগুৰিত শ্ৰীনাথ কাকতীৰ ঘৰত সোমাই ভিজিটো অলপ তিয়াওঁ মাথোন। নাগিনীজান পোৱাৰ আগতে হেমলাই বাগিছা। সেই বাগিছাত উৰীয়া বন্নুৱাই সৰহ। আমাৰ চিতৰা-পখৰা, ৰংচঙীয়া কাপোৰ দেখিলেই, চাহনিত পাত ছিঙি থকা বন্নুৱাবোৰ লৰি আহে। যি দাম কওঁ, সেই দামকে দি সিহঁতে কাপোৰ কিনি লয়। মোৰ নিমিত্তে, হেমলাই বাগিছাৰ বন্নুৱাখিনি পেট্ৰন বা পৃষ্ঠপোষক আছিল। তাৰ মেনেজৰজন ইংৰাজ। তেওঁ চৰ্কাৰী আলিয়েদি যাওঁতে মোৰ ফাললৈ কেৰাহি-কেৰাহিকৈ চাই যায়।

এদিন তেওঁ ৰৰমহৰী ৰজনী ঠাকুৰক মোৰ কথা এই বুলি কৈছিল, "এই মানুহটোৱে বৰাবৰ গান্ধী কাপোৰ বেচেহি। ইয়াক মানা কৰি দিবি—ইয়াত নাই আহিব।" ৰৰমহৰীয়ে "আপুনিয়েই ক'ব" বুলি কৈ চকও বোৱালে, চাউলো সিজালে। চাহাবে কিন্তু, মোক হ'লে, কাপোৰ বেচা বাবে নিজ মুখে এদিনো একো কোৱা নাছিল। এদিন মাত্ৰ, হেমলায়েদি চটাই বাগিছালৈ যাওঁতে সেই চাহাব জনে আগভেঁটি মোৰ বাইচাইকোল খনৰ আগ-চকাটো তেওঁৰ ঠেং দুটাৰে খপ্ কৰে চেপা মাৰি ধৰি মোক চাইকেলৰ পৰা নমুৱাইছিল। তেতিয়া, তেওঁ দুটামান প্ৰশ্ন সুধিছিল আৰু তাৰ উত্তৰ এই ধৰে দিছিলোঁ।

চাহাব—হোৱেৰ আৰ ইউ টু?

মই—আই এম টু চটাই টী ইষ্টেট।

চাহাব—হোৱাত আৰ ইউ?

মই—আই এম এন্ ইনকমটেক্স এছেছৰ।

চাহাব—বেল, দিচ ৰ'ড লিদচ ষ্ট্ৰেইট্ টু চটাই।

এইবুলি, মোক বাটটো দেখুৱায়েই চাহাব আৰু তাত তিলেকমানো নৰ'ল; ফো-ফো কৰে বঙলালৈ গুচি গল। বোধকৰোঁ, মোৰ মুখত ওলোৱা ইনকমটেক্সৰ নামটোতেই ভয় খাই চাহাবে ফুকং কৰে চকাটোৰ পৰা ঠেঙৰ ভাপটো একেবাৰে নিলে। "ইনকমটেক্স এছেছৰ" শব্দটো খপ্ কৰে মোৰ

মুখত কেনেকৈ ওলাল, ক'ৰই নোৱাৰো। হওক তেও, মিছা যদিও, হঠাতে ওলোৱা কথাষাৰেই চাহাবৰ ক্ৰুদ্ধ মুখত কিল পৰাদি পৰিল আৰু মযো সেই মুহূৰ্ত্তলৈ ৰক্ষা পৰিলোঁ।।

চটাই বাগিছাত আছিল নিৰ্ম্মল চন্দ্ৰ হাজৰিকা—সেই বাগিছাৰ ভাৰপ্ৰাপ্ত মেনেজৰ। হাজৰিকা মানুহজন বৰ ধৰ্ম্মপৰায়ণ; বাগিছাৰ মেনেজৰ বুলি উনৈছত বা-বলাই সুফুৰে। তেওঁৰ ঘৰত লগা কাপোৰৰ গোটেইটো সৰু লি "আমাৰ দোকানৰ" পৰাই যোগোৱা হৈছিল। নিৰ্ম্মল হাজৰিকাই কংগ্ৰেছত নাম লগাবলৈ বৰ ভয় কৰিছিল। সেই ভয়ৰ বাবে, খাদৰৰ এগুণ দামৰ ঠাইত দুগুণ দাম দি পৰাচিত হৈছিল। নাগিনীজান বাগিছাৰ মুক্তেশ্বৰ সন্দিকৈ আৰু ৰত্নেশ্বৰ শৰ্ম্মা শ্ৰুতিকৰৰ খাদৰ প্ৰীতিও বিশেষকৈ মনত ৰাখিব লগীয়া। তেখেত সকলে মোৰপৰা কাপোৰ, টাকুৰী লৈ বাগিছাৰ বনুৱা বিলাকক মনে-মনে বেচিছিল। সন্দিকৈৰ ঘৰ গোলাঘাটৰ বেঁজিয়নী সন্দিকৈ গাঁৱত, শ্ৰুতিকৰৰ ঘৰ চাৰিঙৰ জৰাধৰা গাঁৱত আছিল। "আমাৰ দোকানে তেতিয়া ভামোলৰ লগত খোৱা চুণ্ডা ধপাত, পুৰণি কুঁজি থেকেৰা, ফুলাম গামোচা, চেলেং, পিঠাগুৰি চালনী, দেশ দেশান্তৰে থকা অসমীয়া মানুহলৈ বাণ্ডিকৈ (ডাকত) পঠিয়াইছিল। ভিলকান্ত ফুকন আৰু চাৰিঙৰ সকলো ৰাজহুৱা কামৰ গুৰি ধৰি থাকোঁতা লোকনাথ ফুকনে মিকিৰ পৰ্ব্বতৰপৰা কেইবা মোনও কপাহ দোকানত লাভ নোলোৱাকৈ বিক্ৰী কৰিবলৈ থৈছিল। সেই কপাহ দেৰে চাৰি অনাকৈ বেচা হৈছিল। ১৯৩২-৩৩ চনত এক প্ৰকাৰ আকালে দেখা দিয়াত "আমাৰ দোকানে" গুৱাহাটিৰ পৰা চাউল অনাই আকালগ্ৰস্ত মানুহক বাকীকৈ বিক্ৰী কৰিছিল। আঢ়ৈ বছৰমানৰ মূৰতে দোকানৰ দুৱাৰ জপোৱা ইও এটা কাৰণ। "আমাৰ দোকান" দিয়াৰপৰা আমাৰ এই এটা অভিজ্ঞতা হ'ল যে যেই সেই কাৰবাৰ কৰিবলৈ গ'লে, একে হাতে দুই ফল ধৰিবলৈ চাব নেলাগে; এহাতে খেতিয়ে-পথাৰে গৃহস্থীখন, আনহাতে দোকান চলোৱা দুয়োটা কাম সমানে চলিব নোৱাৰে। অসমীয়া গাঁৱলীয়া দোকানীয়ে দোকান বন্ধ কৰি বিয়া-সৰাহ খাবলৈ যায়; ৰাতি হ'লে—ভাৱনা চায়গৈ। দোকানৰ ব্যৱসায়টো তেওঁবিলাকে 'হাটৰো বাট মাকৰো ঘৰ' বুলি হে ভাৱে; এনেদৰে কৈ দোকানত লাগি নেথাকে। এই হেতুকেই আমাৰ দেশত অসমীয়া জেকা ল'ৰাই দোকান-পোহাৰ দি নিজৰ আৰু দেশৰ অৱস্থা উন্নত কৰিব নোৱাৰে।

যেতিয়ালৈকে আমাৰ মানুহে দোকান-পোহাৰ দি বেপাৰ-বাণিজ্য কৰিবলৈ নিশিকে, তেতিয়ালৈকে আমি, অনা-অসমীয়া বৈশ্যৰ উদ্‌হতীয়া হৈয়ে থাকিব লাগিব। বৈশ্যবৃত্তিত সিদ্ধহস্ত হ'ব নোৱাৰিলে স্বৰাজ পোৱা যেই, নোপোৱাও সেই। ঘনকান্ত গগৈৰ কথাই সচাঁ।

"আমাৰ দোকানৰ" বস্তু বেচিবলৈ ফৰাচী দেশত তৈয়াৰী বাইচাইকোল এখন চন্দন নগৰৰপৰা অনাই লৈছিলে।। তাৰ সজা (ফ্ৰেম) আৰু মডগাৰ্ড (বোকা-ঢাকনি) দুছলা জাতীয় পতাকা অনুৰূপ ত্ৰিবৰ্ণেৰে ৰঞ্জিত কৰা আছিল আৰু সেই মডগাৰ্ডৰ ওচৰত চাৰিং কংগ্ৰেছ নামটো সোণালী আখৰেৰে ঘূৰণীয়াকৈ মোহৰ মৰা আছিল। সেইখন চাইকোলত উঠি ফুৰা দেখি, আমাৰ সুপ্ৰসিদ্ধ ভাবুক সাহিত্যিক তেজপুৰৰ মহাদেৱ শৰ্ম্মাই মোক ধেমালিতে মাতিছিল "চখেৰ চুড়ামণি" বুলি। দোকান গ'ল যদিও, ১৯৩৭ চনলৈকে, সেই বাইচাইকোল খনে লেউসেউ হৈ মোৰ লগতে কংগ্ৰেছৰ সঁচাৰ ফুৰাই আছিল আৰু অসম প্ৰাদেশিক কংগ্ৰেছৰ সদস্যৰূপে কংগ্ৰেছৰ কাম কৰাত সহায় কৰি আছিল। শিৱসাগৰ কংগ্ৰেছত ২৮.২।৩৮ তাৰিখৰ পৰা নিৰ্ব্বাচন কেৰোণ সোমোৱাৰ লগে লগে সেই চাইকেল আৰু বৰ্ম্ম অচল হৈ পৰিল বাহন অচল হ'লত, আৰোহীজনো স্বাভাৱিকতে 'অকৰ্ম্মণ্য' হৈ পৰিল।

# চতুৰ্থ অধ্যায়

**মহাত্মাৰ সম্বৰ্দ্ধনা :** "অস্পৃশ্যতা নিবাৰণৰ" আন্দোলনটো চোৱাই দিবলৈ ১৯৩৪ চনৰ ১৮ এপ্ৰিলৰ দিনা মহাত্মা গান্ধীৰ শিৱসাগৰলৈ শুভাগমন হয়। শিৱসাগৰলৈ অহাৰ আগেয়ে, তেখেতে যোৰহাটতে দুদিনমান জিৰণি লৈছিল। তাতে থাকি, ওপৰ-অসম ভ্ৰমণৰ তালিকাখন যুগুত কৰে। চাৰিঙতো অমুষ্টুপীয়াকৈ ধনৰ টোপোলা এটি আগবঢ়াই তেখেতক মান ধৰিবলৈ আমিও মানস কৰিলোঁ। কিন্তু, বাটত কণাবিখিয়ে পথালি দি ধৰিলে। গান্ধীজীক চাৰিঙত ৰখোৱা অনুমতিটো পাবলৈকে শিৱসাগৰ, যোৰহাট দুয়ো ঠাইৰে কংগ্ৰেছ অফিচৰ ৰথমুৰীয়াসকলক ভৰসা কৰিব লগীয়া হ'ল। সিসকলৰ এজনেও, মাজবাটতে মহাত্মাক অভিনন্দিত কৰিবলৈ একোপধোই এৰি দিব নোখোজে। চাৰিং, শিৱসাগৰ জিলা কংগ্ৰেছৰ অন্তৰ্গত। জিলা কংগ্ৰেছৰ কটকটীয়া নিয়ম নিৰহ-নিপানীকৈ পালন কৰোঁতা বিষ্ণুপ্ৰসাদ চলিহাই যে নিয়ম-উলঙ্ঘা কৰাৰ নামত জুইতো খেৰ এডাল নিদিছিল। শুনামতে, কুলধৰ চলিহা ডাঙৰীয়াই ভ্ৰমণ-তালিকাখন ৰচনা কৰিছিল। অসম অস্পৃশ্যতা বৰ্জ্জন সঙ্ঘ বা সমিতিৰ চেক্ৰেটৰী দেবেন্দ্ৰ নাথ শৰ্ম্মাই আগপাচ ধৰি মহাত্মাৰ প্ৰাইভেট চেক্ৰেটৰীক (পিয়াৰীলালক হ'ব পায়) লগ ধৰাই দিয়াত দুই মিনিটৰ নিমিত্তে চাৰিঙত পদাৰ্পণ কৰিবলৈ মহাত্মা-সন্মত হ'ল। চাৰিঙৰ আগত, জাঁজী আদি কংগ্ৰেছী ঠাইত গান্ধীক নৰখোৱাত, সেই সময়ৰ "বাতৰি"ত স্থানীয় লোকে চলিহা ডাঙৰীয়াৰ বিচাৰ-বুদ্ধিৰ তীব্ৰ সমালোচনা কৰিছিল। জাঁজীৰ জনে লেখিছিল, "জাঁজীত মহাত্মাজীতো নৰলেই, চলিহা ডাঙৰীয়াইও "শকুনি হাঁহি" মাৰি হে আমাৰ ফাললৈ চাই গ'ল।" সকলোকে সন্তোষ দিবলৈ গ'লে, গাধ-বুঢ়া আৰু পুতেকৰ সাধুটো পুনৰাভিনয় হ'ব বুলিয়েই হ'বলা, চলিহা ডাঙৰীয়াই মহাত্মাজীক পোনে পোনেই চাৰিঙলৈ লৈ আহিল। প্ৰকৃতপক্ষে, চলিহাৰ নিৰ্দ্দেশ মতে মহাত্মাৰ ভ্ৰমণ তালিকাখন সালসলনি কৰা হোৱা নাছিল। সময় ৰাখি দেবেন্দ্ৰনাথ শৰ্ম্মাই হে তালিকা প্ৰস্তুত কৰি দিছিল। মহাত্মা যোৱাৰ পাচত হে এই কথা প্ৰকাশ পায়। টিয়কত মহাত্মাক

সপৰিয়ালে দৰ্শন কৰিবলৈ আছি, দৰ্শন নেপাই, সেই বেজাৰতে হেৰম্বচন্দ্ৰ বৰুৱাই 'অচ্যুত-তয়নত' ইহলীলাকে সম্বৰণ কৰিলে।

চাবিঙত মহাত্মাৰ পদধূলি : মহাত্মাই চাবিঙত ধুলা পেলাব বুলি খবৰটো ওলোৱা মাত্ৰকে, আমগুৰি, দেওপানী চাহ-বাগিছালৈকে থকা গাঁও বিলাকত মহাত্মাক চাবলৈ উখল-মাখল লাগিল। আমি, ঘৰমুৰি ভূপইচা-চাৰি পইচাকৈ তুলি চাবিংকংগ্ৰেছৰ নামত মহাত্মাৰ হাতত দিবলৈ ১০১ টকা ধণ সংগ্ৰহ কৰিলোঁ। মহাত্মাৰ শুভাগমনত আমাৰ মন উলাহতে থৌকিবাথৌ লাগিল। তেওঁক নো কোন ঠাইত আদৰ-অভ্যৰ্থনা জনোৱা হ'ব, তাকে লৈয়ে বহুত কথন-মথন হ'ল। অন্তত মাছখোৱা গড়ৰ দাঁতিত নেওগ গোহাঁই পুখুৰী পাৰতে সম্বৰ্দ্ধনা জনাবলৈ সভ মণ্ডপ এটি সজাবলৈ ঠিক কৰা হ'ল। কিন্তু, সেই সময়ত, সেই পুখুৰী-ওচৰত টেপুৰাম গগৈ, কৃষ্ণকান্ত গগৈ, বিষ্ণুৰাম হাজৰিকা, থিৰমন শইকীয়া, মিঠাৰাম শইকীয়া আদি সকল আৰু কৃষ্ণকান্ত গগৈৰ পত্নী ভদ্ৰেশ্বৰী গগৈৰ বাহিৰে পৰোক্ষ বা অপৰোক্ষে দেহ-মুৰ টাকি কাম কৰা কংগ্ৰেছ ভক্ত বা কংগ্ৰেছ-সেৱকিনী কোনোৱেই নাছিল বুলিব লাগে। কিন্তু তেওঁবিলাকৰ গাঁৱতে জগৎবৰেণ্য মহাত্মা গান্ধীক আদৰিবলৈ পাই সকলোটি উবুৰি খাই; পৰিলেহি। একে দিনাই, গাঁৱৰ সকলো মানুহ গৈ পুখুৰী-পাৰটো চুকদি, চিকণাই মিহিকৈ পেলালে। য'ত ফাট বা গাত্ত এটা বা গকখোজ এটা, নাইবা অলপ কোবোকাকুকি আছিল, তাকো বালি দি পুতি সমান কৰিলে। এদিন এৰাত্তিৰ ভিতৰতে চাবিং-কংগ্ৰেছৰ সেৱক-সেৱকিনীয়ে নেবানেপেৰাকৈ কাম কৰাত পুখুৰীপাৰটো কু-মাৰি ভাত খাব পৰা হ'ল।

আলিবপৰা সম্বৰ্দ্ধনা-মণিকূটলৈ সোমোৱা বাটটো এধানমান চপৰা দলি এটাও নথকাকৈ, বালি ছটিয়াই তুলা যেন কোমলকৈ থোৱা হৈছিল—যেন মহাত্মাৰ মটৰখন অকণকে জোকাৰ নেখায় আৰু যেন হেলাৰঙে নাও যোৱাদি গৈ পোনে পোনেই মণিকূট পায়গৈ।

মহাত্মা আহি সেইখিনি পোৱাৰ কথা আছিল দুপৰীয়া দুই বজাত। কিন্তু, বেলিটো ওলাবলৈ হে পালে, নেওগ-গোহাঁই পুখুৰীৰ চাৰিউপিনে থকা মুকলি পথাৰত, বিশেষকৈ জকাইচুক পথাৰত, গুড়ি পকৱাৰ দৰে মতা-মাইকী, ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ীৰ লা-লী নিছিগা হ'ল। ইফালে সিফালে মাছখোৱা গড়ৰ আলিত কেৱল টুপলিকটা মানুহৰ থূপ; ফুলপানী ছিগা

পুৰণিমেলীয়া, চলিহা, চাৰিঙ্গীয়া পথাৰৰ মাজত হিচিং হিচিং মানুহৰ জাক। পুব ফালৰপৰা চাহ-বাগিছাৰ বন্ধুৱাবিলাক নেওগ-গোঁহাই পুখুৰী মূ-কৰি কেৰেলুৱাৰ ঠেংবোৰ যে যেন আহিব লাগিছে। বাস্তিটোৰ ভিতৰতে মহাত্মা অহা বাতৰিৰ টিপাটো যে কেনেকৈ গোটেইখনতে বিয়পাই পেলালে, ভাবি অবাক। আমাৰ মাজত আগদিনাৰ পৰাই উলহ-মালহ লাগিবলৈ ধৰিলে। পইচা তোলাত পইচা তুলিলে, খবৰ দিয়াই কাকতী খাঁৱত খবৰ দিলে। তিলকান্ত ফুকনৰ বৰ-জীয়েক শ্ৰীমতী মাধৱীলতা ফুকনেই মহাত্মাজিক বুঢ়া ধনৰ টোপোলাটোত পোন প্ৰথম অৰিহণা পেলালে। দেখাদেখিকৈ কংগ্ৰেছত নলগা ধনী মানুহৰ ঘৰৰপৰা অৰিহণা অহা দেখি কংগ্ৰেছী-অকংগ্ৰেছী সকলোৱে কেৰ্কেটুৱাৰ বাঁহ পাতেই ভেটি স্বৰূপ দুই-চাৰি পইচা পেলাবলৈ ধৰিলে। বাতিপুৱাৰ বেলি দুপৰলৈ নৌ পাওঁতেই মহাত্মালৈ মানস কৰা "অস্পৃশ্যতা বৰ্জ্জনৰ" টোপোলাটোত ১০১ টকা জমা হ'লহি।

শ্ৰীকৃষ্ণক চাবলৈ গকুলৰ নৰনাৰীয়ে যেনেকৈ "এৰিলন্ত গৃহবাৰী" হৈ গৈছিল, গান্ধীক চাবলৈও চাৰিওফালৰ মানুহে ঘ'ৰে বস্তু ত'তে এৰি ঢাপলি মেলিছিল। ন-মান বজাতে আমাৰ সেৱক বাহিনী নেওগ গোঁহাই পুখুৰী-পাৰত গোট খালেগৈ, মহিলা বাহিনীৰ নায়িকা হ'ল গুণদালতা ফুকননী; পুৰুষ বাহিনীৰ অধ্যক্ষ বা সেনাপতি হ'ল চিদানন্দ হাজৰিকা আৰু বলোৰাম চলিহা। বাতিপুৱাৰপৰা মাছখোৱা গড়ৰ বাটটোৰ দুয়ো দাঁতিয়ে সেৱক-সেৱিকিনীহঁতে ঠেয় কৰিবলৈ ধৰিলে। এটাইবোৰে চকু যোৰহাটৰ ফাললৈ; মহাত্মা কেতিয়া পায়হি-কেতিয়া পায়হি লাগি আছে। শিৱসাগৰ যোৰহাটৰ সদৰ কংগ্ৰেছ অফিচৰ কৰ্মকৰ্ত্তা সকলে মটৰেৰে সঘনে অনবাটি কৰি ঠাহখাই থকা জনতাৰ মনটোহঁত ডোলাই আছিল। ৰ'দত থিয় হৈ থাকোঁতে, সেৱক-সেৱিকিনীহঁতৰ গা ঘামি জোল বৈছিল, মুখখনহঁত ৰ'দে কোবোৱাত ডেই গৈছিল। তথাপি স্বাধীনতাৰ জীৱন্ত প্ৰতিমূৰ্ত্তিৰ পুণ্যাগমনৰ উৎকণ্ঠাই সকলোকে শীতলাই থৈছিল। ইপোনে, মণ্ডপ আৰু মণ্ডপৰ আগত বহা ঠাই লৈ মানুহৰ হৈচা-হৈচি, ঠেলাঠেলিৰ অন্ত নাই। কাজিৰা কোঢাল, আৰু হুমগমত গোটেইখন থকাক লাগিছে। চিন্তামণি গড়ৰপৰা অহা কংগ্ৰেছ কৰ্মী পূৰ্ণকান্ত বৰুৱাই (পূৰ্ণ মহৰী) মাথোন মাজে মাজে একোবাৰ "আইৰ মনে মনে থক" বুলি টান মাত দি সকেকলৈ জনতাখনিকো শাঁত পেলাইছে। এনেকৈয়ে, আইৰ বুঢ়া হৃদয়খনৰ মাজতো শান্তি-বিজয়ৰ আভাহ বহি আছিল।

'২১ চনৰপৰা '৩০ চনলৈকে হিৰণ্যকশিপুৰ দৰে চাৰিঙত বিধি-পথালি দিয়া মানুহ দুজন আছিল। এজন, বাকৰুতী গাঁৱৰ পশুৰাম গগৈ, ইজন পেপেলাডুবি বেজগাঁৱৰ হাডি কৈবৰ্ত্ত সাতোলা। শত্ৰুক সদায় ৰৰপীৰা দিবলৈ কৈছে। এই নীতি বাক্যকে মানি, গগৈ-কৈবৰ্ত্ত দুয়ো গৰাকীক নি মাহাত্মা বহিব লগীয়া আসনৰ ওচৰতে বহুৱাই থলেঁ গৈ। সেইদিনাই খাদৰ বিৰোধী দুয়োজনা বুঢ়া আপক মুগাৰ চুৰিয়া-চাপকণ, মুগাৰ পাগুৰি মাৰি অহা দেখি আমাৰ মনৰ কুৰাৰিভাৱ আতঁৰি গ'ল। এইজন পশুৰামেই গান্ধীৰ নাম লোৱা বাবে এদিন খৰি ফালি থকা কুঠাৰখনকে মোৰ গালৈ মাৰি দিছিল। হাড়ি কৈবৰ্ত্তই "গান্ধীয়ে পথাৰৰ গান্ধী হৈ আটাইকে সৰ্ব্বনাশ কৰিব" বুলি কৈ বেজগঞা ৰাইজক কংগ্ৰেছত সোমাবলৈ হাক দি ফুৰিছিল।

ইজন সিজনকৈ কতজন মানুহ পাৰ হৈ গ'ল, চাওঁতে চাওঁতে চকুও বিষাবলৈ ধৰিলে। সদৌ শেষত, গুৱাহাটীৰপৰা অহা গান্ধীৰ বাটকটীয়া লীলাধৰ বৰুৱাই চিঞৰি কৰে কৈ গ'ল, "মহাত্মা পায়হি হে লাগে—আহিছেই।" বৰুৱাই কথাষাৰ দলি মাৰি পেলাই গৈছে হে মাথোন, মহাত্মা আহি পালেহিয়েই। ওৱাটিং বাগিচাৰ এজন স্বত্বাধিকাৰী মহেন্দ্ৰনাথ শৰ্ম্মাই কোটি কোটি ভাৰতীয়ৰ আৰাধ্য দেৱতা মহাত্মাজীক লৈ তেওঁৰ মটৰ গাৰীখন সাউৎকৰে মণ্ডপৰ মুখ পোৱালেগৈ। একো সাৰস্থুৰ নোহোৱাকৈ, কেতিয়ানো মহাত্মাৰ গাড়ীখন ৰাইজৰ মাজলৈ সোমাল, কোনেও ততকে ধৰিব নোৱাৰিলে।

চাৰিঙত মোৱা প্ৰগ্ৰেম ৰা সময় বন্ধা আছিল মুঠেই দুই মিনিট। দুই মিনিট সময়নো কি? কাতিকুতা কৰোঁতেই যায়। তথাপি, ৰৰ খৰধৰকৈ চাৰিং কংগ্ৰেছৰ ৰবীয়াকৈ ১০১ টকাৰ টোপোলাটোৱে সৈতে মহাত্মাক অভিনন্দন পত্ৰ এখন দিলোঁ।* চাৰিঙত কানীয়া কিমান, আগেয়ে কিমান আছিল আৰু কংগ্ৰেছ হ'বৰ পৰা কিমান কমিল, সূটাকটা মানুহৰ সংখ্যা, শিক্ষাদানত চৰ্কাৰৰ আওকণীয়া ভাৱ, অস্পৃশ্যতাৰ প্ৰভাৱ কিমান—ইত্যাদি কথা তুলনামূলক ভাৱে তাতে লেখা আছিল। সেই পত্ৰখন পঢ়োতে মোৰ গাটো ঠক্‌ঠক্ কৰে কঁপি ভৰিলৈকে জৰখামে গোটেই গাটো ঘামিবলৈ

* শিৱসাগৰ জিলা কংগ্ৰেছৰ অনুমোদন নোহোৱাকৈ মহাত্মাক চাৰিঙত ৰাখি ২৫ মিনিট পলম কৰা বাবে মই কৈফিয়ৎ দিবলগীয়া হৈছিল।

ধৰিলে। মুখৰ মাতো থোকাথুকি হ'ল। গৱৰ্ণৰৰপৰা গাঁওবুঢ়ালৈকে কথা বতৰা পাতিলোঁ। কতো ভয় সংশয়ে মোক অলপমনো কেকোঁৱা কৰিব নোৱাৰিলে। কিন্তু, কি আচৰিত, মহাত্মাৰ হাতত টোপোলাটো অৰ্পণ কৰোঁতেই গান্ধী মাহাত্ম্যৰ আগত মোৰ সকলো গৰ্ব অহঙ্কাৰ তম হৈ গ'ল। ভাবিলোঁ'—শ্ৰীমোহনচাঁদ কৰমচাঁদ গান্ধী সাধাৰণ পুৰুষ নহয়, ঐন্দ্ৰজালিক গুণ-সম্পন্ন কুহিৰ শক্তিকাৰ কোনোবা যাদুকৰ হে।*

"বাণৰজা" : "বাণৰজা" বোলোঁতে, সেই তাহানিথনৰ শোণিত পুৰাধিপতি বাণৰজাৰ নাম কৈছোঁ বুলি ভাবিলে ভুল কৰা হ'ব। এওঁ "বাণৰজা" হৈছে এগৰাকী মাইকী মানুহ যাক ধৰ্মপাল ৰজাৰ দিনৰ জনা গাভৰু বা অসম-ৰজা দিনীয়া মূলা গাভৰুৰে সান্যাথ জাতিস্মৰ বুলি ক'ব পাৰি। "বাণৰজাৰ" ঘাই নাম কি পাহৰিলোঁ। কিন্তু অগ্নিবৰ খনিকৰ গাঁৱৰ বিখ্যাত খোলাকটি মেধিঘৰৰ কমলাৰ মাক বুলিলেই বহুতে চিনি পাব। কমলাৰ মাক এগৰাকী লেখত ল'বলগীয়া আহিং তিৰোতাও। এই মেধিঘৰৰে এওঁ আৰু এগৰাকী বোৱাৰীয়ে নেছানেছে কপাহৰ সূতা কাটি, পেটে পেটে গান্ধীৰ নাম ভাল নোপোৱা খনিকৰ গাঁওখনত অসহযোগৰ জাঁৰিয়া ডাল জলাই আছিল। খোলাকটি মেধিঘৰ আউনীআটী সত্ৰৰ এঘৰ প্ৰধান শিষ্য। এওঁ বিলাকৰ ঘৰত মেধি-সাতোলা-বায়ন এই কেউটি গোসাঁই ঘৰীয়া বাব আছিল। গায়ন-বায়ন আৰু ভাৱনা-সবাহত মেধিঘৰৰ

---

*যোৱা ১৮ এপ্ৰিল বুধবাৰে চাৰিগুৰ নেওগ গোহাঁই পুখুৰী পাৰত মহাত্মাক চাৰিগুৰ ৰাইজে আদৰি ১০০ টকাৰ এটি ধনৰ টোপোলা আগবঢ়ায়। পুখুৰীটোৰ পাৰৰ সমানে পথাৰত এখনি বেদী স্থাপন কৰি তাৰ ওপৰত জাতীয় নিচান উৰি থকা এটি মণ্ডপ সাজি মহাত্মাজীক অভ্যৰ্থনা জনোৱা হৈছিল। ট্ৰাঙ্ক ৰ'ডৰ ওপৰত ২-৩ ফাৰ্লং আতঁৰে-আতঁৰে গছলতা ফুলেৰে তোৰণ-দুৱাৰ সজাই থোৱা হৈছিল। মহাত্মা আহিব বুলি শুনি আগদিনাৰ পৰা দেওপানী, আঠখেল, বৰচলা, টীয়ক, আমগুৰিৰ বনুৱা আৰু গাঁৱলীয়া মানুহ আহি চৌখুটি মাৰি নেওগ-গোহাঁই পুখুৰী পাৰত থাক-বলৈ লৈছিল। মণ্ডপৰ ভিতৰত দুখনি আসন কৰা হৈছিল, এখনি মহাত্মাজীৰ নিমিত্তে, ইখনি শ্ৰীযুত গড়মূৰীয়া গোস্বামীৰ নিমিত্তে। আসনৰ আগতে আমডালি ভৰোৱা জলপূৰ্ণ কলহ, পুষ্পমালা আৰু ধূপ-ধূনা দি পঞ্চপ্ৰদীপ জ্বলোৱা হৈছিল। শ্ৰীযুত বলোৰাম চলিহাই পৰিচালনা কৰা সেৱক-সেৱিকাসকলৰ মাজেদি গান্ধীৰ শিষ্য শ্ৰীমতী মীৰাবাঈ সৰকি যোৱাত মহাত্মাজীলৈ সকলো সচকিত হ'ল। ঠিক ৪—১১ মিনিট যোৱাত মহাত্মাজী আৰু মিঃ ঠক্কৰ আহি নেওগ গোহাঁই পুখুৰী পালেহি। মহাত্মাজী মণ্ডপৰ ভিতৰত থিয় হয় আৰু শ্ৰীযুত বেণুধৰ শৰ্মা ডাঙৰীয়াই এখনি অসমীয়া আৰু এখনি ইংৰাজী অভিনন্দন পত্ৰ দিয়ে। শ্ৰীমতী মাখনলতা ফুকনে হাতেকটা সূতাৰে এধাৰি মালা প্ৰদান কৰে।" —'অসমীয়া'

মানুহক কি খোল-তাল বোৱাত, কি নাম গোৱাত বা নাম দিয়াত, কি ৰাগ টানি পুথি পঢ়াত, কোনেও চেৰ পেলাব নোৱাৰিছিল। "গায়নৰ ঘৰৰ বোকাতো ৰাগ দিয়ে" বুলি যে কথা এষাৰ আছে সেইষাৰ কথা খোলাকটি যেখিৰ ঘৰতে খাটে। আজি গোসাঁইঘৰৰ বাৰখোৱা মানুহ লিখিলাকৰ ঘৰত এজনো নাই যদিও, নাতিপুতিবোৰৰ কেবাজনো সুৰীয়া মাতৰ অধিকাৰী বা ওজা হৈ আছে।

এই ঘৰৰে বোৱাৰী "বাণৰজা", শহুৰেকৰ ঘৰৰ পাগত যি উঠিছিলেই নে, চুতীয়া ৰীৰজায়া সাধনী কুঁৱৰীৰো চানেকি আছিল। তিনিজনী ছোৱালী আৰু এটি ল'ৰা ঘাটমাউৰা কৰি তেওঁৰ গিৰীয়েকে ডেকাকাল পাৰ হৈ প্ৰৌঢ়ৰ সোঁমাওঁতেই ইহসংসাৰৰপৰা বিদায় ললে। বাণৰজা বিধৱা হ'ল। ছোৱালী তিনিজনী ডাঙৰ, কমলা বোলা ল'ৰাটি মাথোঁ দুমহীয়া। আমাতিয়া ল'ৰাছোৱালী কেইটিক "বাণৰজাই" বুকুত সাৱটি দিন নিয়াৰ লৈ ধৰিলে। ঘৰখনত তেওঁ আৰু ল'ৰাছোৱালী কেইটিত বাজে আৰু কোনো নাই। শাহুৱেক মেথিয়নী আছিল যদিও, কঁকাল-পৰা, এনিতেনি লৰি-চাপৰি ফুৰিব নোৱাৰে, বন এখন কৰি বোৱাৰীয়েকক সহায়ো কৰিব নোৱাৰে। তথাপি, কণাৰ লাখুটিৰ দৰে মেথিয়নীয়ে কেঁচুৱা ল'ৰ-ছোৱালী কেটাকে খুউৱা-ধুউৱাত অলপ সহায় কৰিছিল, চোতালত মেলি থোৱা ধানৰ ওপৰত হাঁহ-ছাগলী লাগিলেহি চুঃ বুলি খেদি দিছিল আৰু আলহী আহিলে বটা-টোৰে লৈতে তামোল-পাণ এটা আগবঢ়াই কুশল-পাচিমে নধৰা দুখৰ বকলা মেলিছিল। মেথিয়নী গৰাকীৰ আৰু এটি ডাঙৰ গুণ আছিল। সেইটি হৈছে, তেওঁ কেতিয়াবা কেতিয়াবা হাতত লাখুটিডাল লৈ কুঁজাকুজকৈ ওচৰ চুবুৰীয়া ইঘৰ সিঘৰলৈ গৈছিল। লগতে নাতিনীয়েক এটিক লৈ আমাৰ ঘৰলৈও আহিছিল। শকীমুখী মেথিয়নীয়ে কাঠৰ খুন্দনা এটাত তামোল খুন্দি খায়। তামোল খুন্দি থাকোঁতেই 'বৰ-মাই" (আমি তেওঁক 'বৰ-মা' বুলি মাতিছিলোঁ।) আমাৰ আগত ইমানবোৰ নিজৰ কথা কয় যে আমি শুনি বৰ ভাল পাওঁ। গাভৰু দুখনীয়া লোৱাৰেণৰা এওঁ কেনেকৈ আইক মাৰিবলৈ গৈছিল, কেনেকৈ খিহ খাবিছিল, কেনেকৈ বিহুৱান বৈছিল, কৈচ-জালি দিয়াতে পৰা বাছনি বেলি ওলোৱাইলৈকে বনৰীয়া কৰি কেনেকৈ উৰুৱাই ঘূৰাণি ঘূৰি ফুৰিছিল, এইবোৰকে মোজনা-কৰ দিয়া কৈ আমাক শাৰেমানে দুহৰাইছিল। মেথিয়নীয়ে পঢ়া-লেখা কটা কুৱাৰাৰ হে ভাল পাইছিল,

"এ দেও, দেখা কথাত নো কি পাই মকলখন চাবা, কাটেক খালেই মহা-ৰাণীয়ে দেশ এৰি দিবনে ?

সেই বুঢীৰে বোৱাৰীয়েক "বাণ ৰজাই" পাৰ্ব্বতী হাক-বচন বেদ বাক্যৰ দৰে মানিছিল। "বাণ ৰজাই" নিজে কোৰখাৰি কঠীয়াতলী উলিয়ায় ; শালি খেতি কৰা মাটি চহায়, চহোৱা মাটিত আলি দিয়ে ; ভূঁই ৰোৱে ; কুঠাৰেৰে খৰি ফালে ; কণ্থাৰ ৰবে, খাৰণী-লটাৰে কাপোৰ ধোৱে ; ৰাতিপুৱা গৰু মেলি পথাৰত চৰায় ; কেতিয়াবা-কেতিয়াবা হাতত দাখন লৈ ওচৰৰ লুকমা হাবিৰপৰা ডালি খৰিও আনে, আন কি; মুগাও পোহে হে, বাটলু গুটি মাৰি ভাদৰকলী চৰাই খেদে, এইবোৰ পুৰুষে কৰা কাম যে "বাণ ৰজাই" কৰেই নে, তিৰোতাই কৰা কামবো এটিও বাদ নিদিয়ে। গোহালি ঘৰ অঁতোৱা, চোঁতাল ঘৰ সৰা, মাছমৰা (আন মাইকী মানুহে জুলুকিৰে মাছ ধৰে, এওঁ জালেৰে ধৰে,), গাখীৰ খীৰোৱা—এইবোৰ কাম কৰোঁতে তেওঁৰ খন্তেকো আজৰি নাছিল।

"মতাই ভাত ৰন্ধা, মাইকীয়ে গৰু ৰখা—ইয়াতকৈ আৰু কুৎসিৎ কাম পৃথি-ৱীতে নাই বুলি কয়। কিন্তু, কুৎসিৎ হ'লেও আমাৰ এই গৰাকী কলিকলীয়া বীৰজায়া চুতীয়া ৰমণীয়ে "একে হাতে দুই কল ধৰি" স্ত্ৰী পুৰুষৰ কলঙ্ক-ভঞ্জন কৰিছিল। এইবাবেই এওঁক সকলোৱে উপলুঙা নাম দিছিল "বাণৰজা"।

নিজে পোহা মুগাৰ সূতা যে কাটেই বে, 'বাণৰজাই' কপাহৰ সূতাও কাটে। গান্ধীয়ে সূতা কাটিবলৈ কোৱা শুনি তেওঁ সকলোকে কৈছিল, "মোক সূতা কাটি কাপোৰ বৈ লোৱা দেখি আটাইয়ে হাঁহে, এতিয়া সেয়া চোৱা, গান্ধী মহাত্মায়ো সূতা কাটিবলৈ হে কৈছে। খনিকৰ গাঁৱত, 'বাণৰজাৰ' দৰে মিহিকৈ সূতা কাটিবপৰা আৰু শানী নসৰাকৈ টানি কাপোৰ ব'ব জনা তিৰুতা আঙুলীৰ আগতে লেখিবপৰা আছিল। তেওঁক ঠাওকতে পাঁচসেৰ কৈ কপাহ দি, তাৰ চাৰিভাগৰ এভাগকৈ সূতা কটাই লৈছিলোঁ। এই নিৰিখ মুখেৰে হে বাকিছিলোঁ, সূতা পাওঁতে প্ৰায়েই সৰহকৈ হে পাইছিলোঁ। সেওগ গোহাই পুখুৰী পাৰত মহাত্মা গান্ধীক আদৰোঁতে এওঁ দুখীৰ দুখী অৱস্থাৰে এডুখৰি হাতেকটা সূতাৰ কপাহী কাপোৰ আৰু লিকি এটি আগবঢ়াইছিল। ৰজাৰৰ লিখিতে, দুখকো দুখ নুবুলি ভদ্ৰভাৱে কাম কৰা মাইকী মানুহ তেতিয়া নিচেই তাকৰ আছিল। এই বাবেই সকলোৰে আগত ৰাইজো বাণৰজাক পৃথি ... নটি ভোলাৰপৰা নাই।

# পঞ্চম অধ্যায়

**উত্তৰ লক্ষীমপুৰত সাহিত্য সভা আৰু পদ্মনাথ গোহাঁই বৰুৱাৰ সম্বৰ্দ্ধনা (১৯৩৩):** সেই বেলি উত্তৰ লক্ষীমপুৰত সাহিত্য সভাৰ চতুৰ্দ্দশ অধিবেশন। সভাপতি জ্ঞানদাভিৰাম বৰুৱা বাৰ-এট-ল্। তাতে পদ্মনাথ গোহাঞি বৰুৱাক মানপত্ৰ দি অভিনন্দন জনোৱা হয়। এই সম্পৰ্কত্তে দুটামান কথা লেখি থলোঁ।

"আৱাহন'ত ওলোৱা 'কটকী চৰিত্ৰ' প্ৰবন্ধত আহোমৰ কটকী 'ডোদা' আৰু 'আৰ্য্যসভ্যতাৰ সোঁতত আহোমৰ সত্তা লুপ্ত নকৰা হ'লে আহোমৰ বুৰঞ্জীথন অষ্ট্ৰেলীয়া হনলুলুৰ দৰে অতীত নিষ্প্ৰাণ হৈয়ে থাকিলহেঁতেন' বুলি লেখিছিলোঁ। সেই প্ৰবন্ধটো প্ৰতিবাদ কৰি মোৰ বাল্য বন্ধু যোগকান্ত বৰুৱাই 'আৱাহন' আৰু 'বাঁহী'লৈ চিঠি লেখিছিল। কিন্তু, প্ৰকাশ নহল। তাতে ক্ষুব্ধ হৈ তেওঁ নাহৰকটীয়াৰ ওচৰৰ কুঁৱৰী গাঁও নে কি এঠাইত আহোম-সভা পাতিলে আৰু আমাৰ ওচৰৰে কোঞবপুৰৰ বয়োবৃদ্ধ পুৰুষ ত্ৰাহিৰাম বৈৰাগীক সভাপতি আসনত বহুৱালেগৈ। মোকো নিমন্ত্ৰণ কৰিছিল। মইও গৈছিলোঁ। উইত্তিং ডেমন্‌ষ্টেটৰ ধ্বজেন্দ্ৰ নাৰায়ণ মেধিয়ে সভাঘৰৰ আগতে পাই বাধা দিলে বোলে সভালৈ নেযাব আপোনাৰ ওপৰত বাইজ গৰ্জ্জি আছে আৰু আপোনাক গৰিহণা দিয়া প্ৰস্তাৱো লৈছে। তথাপি মই গলোঁ। মোক দেখি সকলো নিমাত। গালি-গঞ্জনা সকলো হৈ যোৱাৰ পিচত পোৱাগৈ দেখি বোধকৰোঁ, মোক কোনেও একো নক'লে। বৈৰাগীয়ে আদৰ-সাদৰ কৰি ওচৰতে বহুৱালে আৰু পিচত চাহ-তামোল খাবলৈ দিলে। ইতিমধ্যে মোক গৰিহণা দিয়া প্ৰস্তাৱটো সৰ্ব্বসম্মতি ক্ৰমে গৃহীত হৈ গলেই। তাৰ পাচত প্ৰস্তাৱৰ দাৱাই একো কাম নোহোৱাত যোগকান্ত বৰুৱাইতৰ বৰ আক্ষেপ হ'ল। মোক পালেই যেন মাৰি পেলাব এনে ভাব হ'ল। সেই ভাব অকল যে যোগ বৰুৱাৰেই আছিল এনে নহয়। আনেকইতেও মোৰ বিৰুদ্ধে ৰাজে-ছুকে "আহোম বিদ্বেষী" বুলি প্ৰচাৰ কৰিবলৈ ধৰিলে।

তাৰ মাহদিয়েক পাচত, উত্তৰ লক্ষীমপুৰত বহা অসম সাহিত্য সভালৈ যাবলগীয়া হ'ল। মই চাবিত্তৰপৰা যোৰহাটলৈ গৈ তাতে ৰেলত উঠি ককিলা-মুখ পালোঁগৈ। যোগকান্ত বৰুৱাও আকৌ মটৰ লৈ ককিলামুখ পাওঁহি। আমি দুয়ো সেইখিনি পোৱাৰ অলপ আগতে ঘাটৰপৰা জাহাজ (ফেৰী) এৰি দিলে। পাৰ হবলৈ উপায় নেপাই, ওটাৰা নাও এখনকে বন্দবস্ত কৰিলোঁ। এনেয়ে পাৰ কৰা ভেবোণ চাবি অনা। সেইদিনা নাৱৰীয়াই আমাক বিপদত পৰা দেখি আমাৰপৰা সৰহকৈ পইচা আদায় কৰিবলৈ মন কৰি গাইপতি আমাক এটকাকৈ 'চাৰ্জ' কৰিলে। যোগক কলোঁ—"তুমিয়েই মোৰ ভাৰাটোও দিয়া। মই এটকা কণ দিব নোৱাৰো।" বৰুৱা মান্তি হ'ল আৰু নাও এখন লৈ দুয়ো নাৱত উঠিলোঁ। নাৱৰীয়াই নাও বাই নি ব্ৰহ্মপুত্ৰৰ সোঁমাজ পোৱাইছেগৈ; এনেতে উঠিল খং যোগৰ। খঙৰ ভমকত বৰুৰকাৰলৈ ধৰিলে—তোমালোক বামুণবোৰ একে। 'আৱাহন'ৰ সম্পাদক বামুণ, দীননাথ শৰ্মা। 'বাঁহী'ৰ সম্পাদকো বামুণ, লক্ষীনাথ বেজবৰুৱা মোৰ প্ৰতিবাদটো সিহঁতে কেলেই ছপাব? ('কটকী চৰিত্ৰ'-ৰ প্ৰতিবাদ এটি পঠাইছিল, প্ৰকাশ নহ'ল—সেই বাবেই এই খং)। প্ৰতিবাদ সভা পাতিলোঁ, তাৰো ৰিপ'ৰ্টটো চমুকৈহে কাগজত ওলাইছে।" কথা কৈ যোৱাৰ লগে লগে বৰুৱাৰ খং চৰি গৈছে। শেষত চকু-তকু পকাই মোৰ কালে হাউলি আহি, মোৰ গাতে ধৰিলেহি আৰু "নৈতে পেলাই দিওঁ" বুলি মোক দাঙি লৈ পেলায়েই। এনেতে মই কলোঁ, "পেলোৱা, পেলালেও মই নমৰো। দধীচিৰ দৰে আগলৈকে মোৰ নাম থাকিব, বোলে সেই বামুণটোৱে 'কটকী চৰিত্ৰ' নামে প্ৰবন্ধ এটা লিখি ব্ৰহ্মপুত্ৰৰ বুকুত আহ গ'ল আৰু যোগকান্ত বৰুৱাই, বামুণটোক গতিয়াই পেলালে। দিয়া পেলাই, পাৰা যদি। আৰু চাৱা, 'কটকী চৰিত্ৰ'ই এগুণা হে কৰিছিল, মোক পেলাই দিলে তুমি যে ভোদা গোটেইখনতে প্ৰচাৰ হ'ব আৰু কথাৰ চাঁগাও আগলৈকে থাকিব।" মোৰ কথাত, 'হয় নে কি' বুলি বৰুৱা আচৰিত হৈ টভক মাৰিলে আৰু মোৰ ওচৰৰপৰা আঁতৰি নাওখনৰ এমূৰলৈ গ'ল গৈ।

নাও গৈ উত্তৰপাৰৰ ঘাট পালেগৈ। ঘাটৰ ওচৰ পোৱাৰ অলপ আগতে উত্তৰ-লক্ষীমপুৰলৈ যোৱা বাচ-মটৰো এৰি গুছি গ'ল। আমি এতিয়া নিৰুপায়। ঘাটতে আকৌ এৰাতি থাকিবলগীয়া হ'ল। পাৰতে মিৰি লোকো এটাৰ দোকান এখন আছিল। আৰু কলোঁ, "বোপাই তোৰ দোকানখনতে

আমাক আজি ৰাতিটো থাকিবলৈ দে। তই ৰাতিটো ঘৰতে থাক গৈ।" সি যেনিবা মান্তি হ'ল। তাৰ হতুৱায়েই গাঁৱৰপৰা গাখীৰ-চাউল অনাই, তাৰে টৌ এটা কৈ, দোকানৰ দাঁতিতে পায়স ৰান্ধি দুয়ো খালোঁ। গধুলি হ'লত বকৰাক কলোঁ, "তোমাৰ বিছনাখন দোকানৰ চাঙতে পাৰা। দুয়ো কোনোমতে ৰাতিটো পৰি থাকোঁ।" বকৰাই বিচনাখন পাৰিলে। মোৰ এনেতে সংশয় লাগিল—জানোচা এই বিৰাট বপুটোৱে (যোগবকৰা) নিশা-খন মোক চেপা মাৰি মাৰিয়েই থয়। গতিকে যোগক কলোঁ; "বুইছা যোগ, ৰাতিখন বোন্দামহৰ কামোৰ খাই কিমান থাকিবা হে? আমাৰ শোৱা নহয়। মহৰ কামোৰ খোৱাহে হ'ব। (আবকালি যদিও, বৰনৈৰ পাৰত নিশা মহৰ কুম্বুমনিত শুব নোৱাৰি।) এতেকে, ব'লা মিৰি গাঁৱলৈকে যাও—মিৰি নাচ চাওঁগৈ।" এই বুলি দোকানৰ মেলা দুৱাৰ মেলাতে থৈ আমি দোকানীটোৰ গাঁৱলৈ গলোঁ। যোগই তাৰ হাতত টকা এটা দি নাচ এখোৰা বন্দবস্ত কৰিবলৈ ক'লে। সিও নাচৰ যোগাৰ কৰিলে। শেষ নিশালৈকে আমি নাচ চালোঁহঁক। ৰাতি পুৱাও পুৱাও হবৰ সময়ত দোকানতে অলপ শুলোঁ। মোৰ চিলল মিকৈ টোপনিও আহিছিল। কিন্তু বকৰাৰ টোপান নাই।

সৰ্ব্বেশ্বৰ বকৰাই পিচদিনা উত্তৰ লক্ষীমপুৰৰপৰা মটৰ পঠিয়াই দিয়াত আমি যেনিবা সভা বহাৰ লগে লগে উপস্থিত হলোঁগৈ। পদ্মনাথ বকৰাক আভনন্দন দিয়াৰ পিচতে সভাপতিৰ অভিভাষণ পাঠ হ'ল। সভাপতি জে বকৰাৰ বক্তৃতা শুনি সকলোৱে ভাল পালে। পিচদিনা বুৰঞ্জী শাখাৰ অধিবেশন। সভাপতি আছিল সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী।

মুকলি সভাত এটা প্ৰস্তাৱ আহিল 'আসাম' নামৰ ঠাইত 'অসম' হ'ব লাগে আৰু আচাম অচম দুবুলি কেৱল 'অসম' বুলিব লাগে। পদ্ম বকৰাই আহোমৰ পৰা অসম হৈছে বুলি ক'লত যোগ বকৰাই দুৰ্ঘোৰ প্ৰতিবাদ কৰিলে যোলে আহোমৰপৰা কেতিয়াও অসম শব্দ ওলোৱা নাই। গতিকে অসমৰ নাম অচম বুলি হে মাতিব লাগে। পদ্ম বকৰাৰে যোগ বকৰাৰে অলপ সময় তৰ্ক লাগিল।

তাৰ পিচত গোহাঁই বকৰাই ক'লে "মই কাহানিবাৰপৰাই মোৰ 'বন্তি'ত অসম হ'ব লাগে বুলি লেখি আছোঁ।" অসম নাম নোহোৱাৰ পক্ষে একো যুক্তি বিচাৰি নেপাওঁ।" বাগীবৰ নীলকান্ত ভুকনে তেতিয়া হাত দিলে,

"আপোনাৰ আখৰ পঢ়িব নোৱৰা লেপ্‌থেপ্‌ 'বহ্নি' কোনে পঢ়ে। কেতিয়াবা ওলায়—কেতিয়াবা নোলায়। খিমিক-খামাককৈ ওলোৱা 'বহ্নি' থকা যেনেকুৱা নথকাও তেনেকুৱা।" ফুকনৰ কথাষাৰ অন্ত হওঁতে নৌহওঁতেই পদ্ম বৰুৱা দাং খাই উঠিল আৰু খঙে-বিৰে অগ্নিবৰ্ণ হৈ গৰ্জ্জি উঠিল যোলে "অ', মোৰ 'বহ্নি'ক তই ইতিকিং কৰ! নেজান নে মোৰ তেজেৰে বহ্নি ওলাইছে।" এই বুলি কৈয়েই গোহাঞি বৰুৱাই "টপা মূৰটো ভাঙিয়েই থওঁ" বুলি হাতত থকা লাখুটিডাল ফুকনৰ মূৰলৈ বুলি মাৰিয়েই পঠিয়ালে। ভাগ্যে যেনিবা কোনোবা এজনে ধৰি ৰাখিলে, ফুকনৰ মূৰত পৰিবলৈ নেপালে। জে, বৰুৱা, চন্দ্ৰধৰ বৰুৱা তাতে ত্ৰস্তমান। নীলমণি ফুকনৰ টপামূৰ ভঙা পৰ্বটো শেষ হলত কতেক বেলিলৈ সভা নিজম পৰিল। 'অসম' হ'ব বুলি কোৱা প্ৰস্তাৱটোও গৃহীত হ'ল।

তাৰ পিচদিনা প্ৰাইমাৰী স্কুলৰ শিক্ষক বিলাকৰ এখন সন্মিলনী আছিল— ঠিক সাহিত্য সভা মণ্ডপৰ গাতে। তাতে কুলধৰ চলিহাৰ সভাপতিত্বত ৰায়ত সভাও বহিছিল। শিক্ষক সন্মিলনীৰ দিনাই গোলাঘাটৰ ডাক্তৰ ৰামপ্ৰসাদ কাকতীয়ে তেওঁৰ ঘৰতে সাহিত্য সভাৰ প্ৰতিনিধি বিলাকক চাহ খাবৰ নিমিত্তে নিমন্ত্ৰণ কৰিছিল। শিক্ষক সন্মিলনী বহা সভাঘৰৰ সমুখতে ডাক্তৰ কাকতীৰ ঘৰ—মাত্ৰ আলিটোৰ সিপাৰে।

কাকতীৰ ঘৰলৈ আমি এজন দুজনকৈ আলহী গৈছোঁ। তেতিয়াৰ 'অসমীয়াৰ' সম্পাদক পদ্মধৰ চলিহা, ৰত্নকান্ত বৰকাকতী, সৰ্বেশ্বৰ শৰ্মা কটকী, মহাদেৱ শৰ্মা, সূৰ্য্যকুমাৰ ভূঞা প্ৰমুখ্যে সকলো প্ৰতিনিধি ওলালগৈ। গোহাঞি বৰুৱা তাঙৰীয়াও উপস্থিত। ফুকন আৰু চলিহা (কুলধৰ) নহা দেখি আমাৰ চাহ-মেলৰ আয়োজনটো অলপ ধীৰে ধীৰে হৈছে। ইতিমধ্যে ডেকাবিলাকে গোহাঞি বৰুৱাক নানান বিধৰ প্ৰশ্ন কৰি ৰহস্য কৰিবলৈ ধৰিলে। তাৰে গোটাদিয়েক প্ৰশ্ন এতিয়াও পৰিষ্কাৰকৈ মনত আছে। আটাইবিলাকে প্ৰশ্ন সুধিবলৈ মোক লগাই দিয়ে আৰু মযে সোধো। পোনেই সোধা হ'ল—"আপোনাৰ 'বহ্নি'ত দেখোন, কি চৰ্কাৰী কি বেচৰ্কাৰী আটাইবোৰ কথাৰে সমালোচনা বৰ পলমকৈ ওলায়? গোহাঞি বৰুৱা (পদ্ম চলিহালৈ চাই):—তোমালোকে সাহিনে সাহিনে লেখি থাকিবা, মই চাই থাকিম। তাৰ পাচত 'বহ্নি'ত একেবাৰে টাঁহি মাৰি পঠিয়াম। তোমালোকে তেকাহিতে চাই থাকোঁতেই যাব। মোৰ কৰ্কাবিক যে তত্ত্ব পাচতহে বুজিবাহঁক।"

আকৌ প্ৰশ্ন আছিল, 'আপুনি অনতিপলমে শব্দটো কিয় ভাল পায় ?"

উত্তৰ :—বঙ্গলাত আছে 'অনতি বিলম্বে'। পলমটো অসমীয়া শব্দ। সংস্কৃত 'অনতিৰ' লগত 'পলম'টো লগাই দিলে অসমীয়া জিভাই ক'বলৈ ভাল পাব আৰু শুনিবলৈও অসমীয়া অসমীয়া লাগিব। 'অনতিপলমে' শব্দটো সঞ্চালনিকৈ চলোৱাত বৰ চেষ্টা কৰিবলগীয়া হৈছিল। প্ৰথমতে 'বন্তি'ত শব্দটো লেখোঁ। তাৰ পিচত চিঠিপত্ৰত লেখোঁ। শেষত ভাবিলোঁ 'ত'ত লক্ষীনাথ বেজবৰুৱা ডাঙৰীয়াই যদি শব্দটো গ্ৰহণ কৰে, তেন্তে মই উঠি ৰহিলোঁ।।" এইবুলি ত'লৈ বাৰে বাৰে চিঠিত লেখোঁ, অনতিপলমেই যেন সমিধান পাওঁ।" বেজবৰুৱা ডাঙৰীয়াই নেলেখে হে নেলেখে। অৱ-শেষত এদিন লেখি পঠিয়ালে, 'আপানাৰ পত্ৰ পালেঁা আৰু "অনতিপলমেই তাৰ উত্তৰ দিলোঁ।' চিঠি পঢ়ি, মোৰ বুকুখন এহাতমান ডাঠ হ'ল। হওক তেও, মোৰ চেষ্টাই গুটি ধৰিলে। ত'ত বেজবৰুৱা ডাঙৰীয়াই যেতিয়া গ্ৰহণ কৰিলে, মই আৰু কালৈ ভয় কৰেঁা।। সেই দিনা আনন্দতে ভাত খাবলৈ নহ'ল। সেইদৰে আজিকোপতি শব্দটোও উলিয়াই দিলোঁ।। সকলোৱে লৈছে।

"মোৰ ভগা বাগীডোখৰ লৈ বাহিৰত বৰ মানুহ বোলাই ফুৰেঁা।। ভিতৰত কি মই হে জানো। আমাৰ বোপা ককাইতৰ নিয়ম মতেই মই চলেঁা—বাহিৰত বৰ চুৰিয়াৰ ফেৰ, ভিতৰত চকুৰাৰ বেৰ। তেজপুৰ হেন ঠাইত সেইদৰে নচলা হ'লে, বঙালীহঁতে মোক কাহানিবাই ফু মাৰি উৰাই দিলেহেঁতেন। এহাতে 'বন্তি', আনহাতে মিউনিচিপেলিটিৰ কমিছনাৰ হৈ অসমীয়াৰ স্বত্বটো ৰক্ষা কৰি আছোঁ।"

তৃতীয় প্ৰশ্নৰ উত্তৰত বৰুৱা ডাঙৰীয়াই নিচেই সৰল ভাৱে তেওঁৰ ভিতৰুৱা জীৱনৰ কাথাখিনি কৈ পেলালে :

"মই সাহিত্যিক পেঞ্চন পাওঁ ২৫ টকা আৰু নৰ্মাল স্কুলত কাম কৰি অকালতে অৱসৰ লোৱাত অকাল পেঞ্চন বুলি পাওঁ ১৫ টকা, এয়ে সেয়ে মোৰ আয়ৰ ঘৰত মাহে ৪০ টকা হয়গৈ। 'বন্তি', 'উষা' চলাওঁ, সম্পাদন কৰেঁা। তাৰ পইচা এটিও জমাৰ মৰলৈ নাহে ; আশীৰ্ব্বাদীয়া গ্ৰাহকে ধাৰৰ সংখ্যাটো হে বঢ়ায়। কাকতৰ বৰগুণি সাধি সাধি আমনি লাগেগৈ। ইফালে মিউনিচিপেল টেক্স, মাটিৰ খাজনা, ঘৰুৱা খৰচ, 'বন্তি'-উষাত' কাম কৰা মানুহক দিবলগীয়া দৰ্মহা, প্ৰেছৰ আহিলা পাতি কিনা—এইবোৰ খৰছৰ বাহ।

পদ্মশলীয়া কিতাপ কিখনৰ পৰা অনুমান পাওঁ—দিও এপাচি কচু শাকত এটা আলুক। ধকবাৰ মাগপত ৰক্ষা নেপাই জ্বিনত মৰলৈ মই। নিশা হে 'বস্তি-উষাৰ' আহি-কাকত চাওঁ আৰু লেখা-পঢ়া কৰোঁ। সেই দেখি বাতি-পুৱা শুই উঠা পলম হয়। 'বস্তি'খন মোৰ জেলৰ শলিতাৰে জ্বলাই আছোঁ। নিজে আহি-কাকত চাওঁ, কম্পজ কৰোঁ, ডাকত পঠিয়াবলৈ লেবেল লগাওঁ; কেতিয়াবা কেতিয়াবা ভগা বাক্স ডোখৰতো ভৈ দিওঁ, ডাক-ঘৰতো নিজেই দিওঁ গৈ হে। বৰ জোৰৰ নিজেৰৰ গোহাঁলে যাহে যাহে অলপ পঠিয়াই-দিও নাটে।

"তাহানি গৰ্ডন চাহাবে কৈছিল—Hem Chandra is very intelligent and Padmanath too clever—অৰ্থাৎ হেমচন্দ্ৰ গোস্বামী বৰ বুদ্ধিয়ক, পদ্মনাথ অৰ্থাৎ মই বৰ টেঙৰ।"

"মই অসমীয়া সাহিত্যৰ বাবে পেঞ্চন লাভ কৰাৰ পাচত তেওঁ এই মন্তব্য কৰিছিল। ইয়াৰ কাৰণটো হৈছে—

"হেম গোসাঁই আছিল কমিছনাৰৰ পাৰ্চনেল এচিষ্টেন্ট। গোসাঁইক চাহাবে ইমান ভাল পায় যে গোসাঁয়ে যিহকে কয় চাহাবে তাকে মানে, গোসাঁইৰ ওপৰত চাহাবৰ অটল বিশ্বাস।

"মই পোৱা সাহিত্যিক পেঞ্চনটি উলামুলা নহয়। ই ভাৰত বিলাতৰ ষ্টেট চেক্ৰেটৰী লৰ্ড মৰ্লীৰ পৰা মঞ্জুৰ হৈ অহা; কিতাপ এটা লেখিয়েই পোৱা পেঞ্চন নহয়।"

এইবোৰ কথা কৈ মেলি শেষ কৰোতেই সিফালে শিক্ষক সন্মিলনীৰ সভাপতি ফুকনে দিয়া বক্তৃতালৈ তেখেতৰ চকু পৰিল। যেই পৰিল, সেই খেজেলিয়াই খেজেলিয়াই আমাক শুনাই ক'লে, "চোৱাচোন চোৱা, সৌ টপামুৰীয়াটোৱে ধকৰা পণ্ডিত খনক পাই মুৰ একালি আছে—একালি আছে, (আগদিনাৰ খঙৰ পোটক)।

১০ মিনিট মানৰ মূৰত ফুকনো ওলালহি। তেওঁ নোমাতে মাত লগালে, 'চাহৰ আয়োজন কিমান দূৰ ?' আমাৰ জনদিয়েকে ক'লে, "আপোনালৈকে বৈ আছোঁহক। অলপ গান বাজনাও হৈছে।" ফুকনে ধপধাই কৈ পেলালে, "মইও গান জানো।" পদ্ম বৰুৱা আৰু ধ'ৰ নোৱাৰিলে। মাউঁৎকৰে লাখুটিডালত ধৰি থিয় হৈ চিঞৰি-চিঞৰি ক'লে, "ই এনে গান জনাটো ? বুঢ়া হ'লহি, কাহানিও গানত এঁ কৰা নাই। এতিয়া আকৌ গান জানো বুলি গপাবলৈ আহিছে ?"

আমাৰ মাজত হাঁহিৰ খলকনি লাগিল। আগদিনাৰ আক্ৰোশটো পদ্ম বৰুৱাৰ মনত লাগিয়েই থাকিল। অসম সাহিত্য সভাৰ লগতে হোৱা উত্তৰ লক্ষীমপুৰীয়া এই ঘটনাটো সুঁৱৰি এতিয়াও মনে মনে হাঁহি উঠে।

উত্তৰ লক্ষীমপুৰীৰপৰা সকলোটি ঘূৰি আহি যোৰহাটত এদিন থকিব লগীয়া হ'ল। তাতে 'বকুলবন'ৰ কবি আনন্দ চন্দ্ৰ বৰুৱাই প্ৰতিনিধি সকলক সম্বৰ্দ্ধনা জনাবলৈ যোৰহাট থিয়েটাৰ হলতে এখনি সভা পাতে। সভাত যোৰহটীয়া সকলো সম্ভ্ৰান্ত লোক উপস্থিত আছিল। আনন্দ বৰুৱাৰ সভা সজোৱাত বিশেষ বৈশিষ্ট্য আছে। তেওঁৰ সৌন্দৰ্য্য-জ্ঞান আৰু গাম্ভীৰ্য্য পৰিবেশ সৃষ্টি কৰাত অদ্ভুত শক্তি দেখি আচৰিত হলোঁ। ৩০ জনমান সাহিত্যিক তাত উপস্থিত আছিল। জে বৰুৱাও আছিল। আনন্দ বৰুৱাই প্ৰত্যেকজন সাহিত্যিকৰে বিশেষ গুণটোইত ব্যাখ্যা কৰি সেই সাহিত্যিকক একোটি বস্তু উপহাৰ দিছিল—কোনোক দোৱাত-কলম, কোনোক ফুল, কোনোক ফুটবল ইত্যাদি। মোক দিছিল এডাল পেন্সিল। সেই পেন্সিলডাল দিওঁতে বৰুৱাই কৈছিল, 'পৰ্য্যাদেৱ অনিসন্ধিৎসু; যলৈকে যায় ত'তে বুৰঞ্জীৰ তথ্য সংগ্ৰহ কৰে। সেই কাৰণে, তেখেতলৈ এই কাঠ পেন্সিল ডালি আগবঢ়োৱা হ'ল। (পেন্সিল দি) আপুনি য'লৈকে যায়, ত'তে এই পেন্সিলডালেৰে বুৰঞ্জীসমল পালেই টুকি থব।"

বকুলবনৰ কবিয়ে উপহাৰ দিয়া পেন্সিলডালৰ কথা স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াই মৰিবৰ আগলৈকে মোক সোঁৱৰাই আছিল আৰু সেই প্ৰসঙ্গতে আনন্দ চন্দ্ৰ বৰুৱাই কৰা সাহিত্যিকৰ মূল্যাঙ্কনৰ কথা কৈ বৰুৱাক বৰ শলাগিছিল। সঁচাকৈয়ে আনন্দ বৰুৱাৰ নিচিনা পেটেমুখে এক সাহিত্যিক পোৱা বিৰল।

উত্তৰ লক্ষীমপুৰৰপৰা ঘূৰি আহোঁতে আৰু এটা হাঁহি উঠা ঘটনা হৈছিল। যোৰহাটৰ মুক্তানাথ বৰুৱাই (যি পাচত সাহিত্য সভাৰ সম্পাদক হৈছিল) সাহিত্যৰ পাঠ্যপুথি এখন যুগুত কৰি তাত মোৰ প্ৰবন্ধ এটাও মোৰ বিনা অনুমতিত সুমুৱাই দিছিল। কমলাবাৰী ঘাটত পাৰ হওঁতে জাহাজতে তেওঁক ধৰিলোঁ—বোলোঁ আপুনি এনে চৌৰ্য্যবৃত্তি কেতিয়াৰপৰা অৱলম্বন কৰিলে। জাহাজৰ ডেকতে চালিচ বহুৱালোঁ—মোৰ অভিযোগত জনালোঁ মুক্তা বৰুৱাই মোৰ অনুমতি নোলোৱাকৈ মোৰ প্ৰবন্ধ এটি চুৰকৈ আনি তেওঁৰ পাঠ্যপুথিত সুমাই দিছে। [illegible] বিচাৰ কৰি মুক্তা বৰুৱাক

দণ্ড কৰিলে। বৰুৱাই সুমথিৰা এখাং আনি আমাক সকলোটিকে দি জগৰ ভঙালে। সেইখন মেলৰ সভাপতি আছিল তেজপুৰৰ মহাদেৱ শৰ্মা।

বেজবৰুৱালৈ সাহিত্য সভাৰ অভিনন্দন : ১৯৩১ চনৰ ডিচেম্বৰ মাহত শিৱসাগৰত অসম সাহিত্য সভাৰ ত্ৰয়োদশ অধিবেশন বহে। সভাপতি আছিল মেছপাৰাৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী। যুৱকী শাখাও বহিছিল। সভাপতি সোণাৰাম চৌধুৰী। সেই অধিবেশনৰ বিশেষত্ব আছিল লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্য সভাৰ দ্বাৰাই অভিনন্দিত কৰা। প্ৰধান সম্পাদক দেৱেশ্বৰ চলিহাই অভিনন্দন-পত্ৰ পাঠ কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি পতা হৈছিল ভুৱন চন্দ্ৰ গগৈক। তেতিয়া গগৈদেৱৰ লগত বিষ্ণু চলিহাৰ ৰব বন্ধুত্ব। গগৈদেৱ হৈছে ৰাজনীতিত লগা মানুহ আৰু পলিটেকনিকেল স্কুল পাতি ল'ৰাক নানান বিধৰ শিল্প কামত উপযুক্ত কৰিব পৰাটোৱেই আছিল তেওঁৰ একমাত্ৰ চিন্তা

কালীপ্ৰসাদ মেমৰিয়েল হ'লটো তেতিয়া মাত্ৰ উলিওৱা হৈছিল। বেৰ-খোৰ একো নাছিল। ভেঁটিটোও পকা হোৱা নাছিল। চাৰিউপিনে ইটা দি ভেঁটিটোৰ ভিতৰত মাটি ভৰাই থোৱা হৈছিল মাত্ৰ। লক্ষ্মীকান্ত বৰুৱা বি-এল ৰ নিৰ্দ্দেশত সাহিত্য সভাৰ নিমিত্তে জাবৰে জোঠৰে পৰিখকা ঘৰটিও এনেকুৱাকৈ পৰিষ্কাৰ কৰা হ'ল যে তাত ফু মাৰি ভাত খাবপৰা হ'ল। সভাৰ প্ৰাঙ্গনত বিধনি ছুৱাৰ আৰু তোৰণ কৰা হৈছিল, সেইখন মাখন উকীলে নিজেই লাগি ভাগি তৈয়াৰ কৰিছিল। তেওঁৰ সৌন্দৰ্য্যবোধ আৰু মিহি খনিকৰী কাম দেখি তেওঁক নশলগা মানুহ কোনো নাছিল। সভাৰ কাৰ্য্যাৱলী বৰুৱায়েই বান্ধি দিছিল। আৰম্ভৰ গীত কেইটি যতীন দুৱৰা আৰু লক্ষ্মীকান্ত বৰুৱাই ৰচনা কৰিছিল। পদ্ম চলিহাৰ নামঘৰি গীত। যুৱকীৰ সভাখন হে তেওঁৰ গীতেৰে আৰম্ভ কৰা হৈছিল। তাৰাপ্ৰসাদ চলিহা আছিল অভ্যৰ্থনা সমিতিৰ কাৰ্য্যনিৰ্ব্বাহক সভাৰ প্ৰধান সভ্য। গুজ্জানন বৰুৱা, ৰাম কুমাৰ বৰুৱা, হৰেশ্চন্দ্ৰ ৰাজখোৱা প্ৰভৃতি শিৱ-সাগৰৰ সকলো গণ্যমান্য লোকেই দেহা উবুৰিয়াই সভাত যোগ দিছিল আৰু গাঁৱৰপৰা অহা সকলৰ সৈতেও লগ লাগি দিহা-পৰামৰ্শ দিছিল।

যুৱকী শাখাত ডিব্ৰুগড়ৰ প্ৰতিনিধি মৌঃ ফৈজনুৰ আলি বি-এল ডাঙ-ৰীয়াই অসম যুৱকৰ খ'ত এটা উলিয়াই কৈছিল—অসমৰ সিংহই বিদ্যা-বাক্কতা কৰি হে কাৰ্যকলাপৰ আকৰ্ষণ কৰিছিল। [illegible]

লগত কৰা মোগলৰ সন্ধি তেওঁ ভঙ্গ কৰিছিল। এই কথাত সভাত অলপ চাঞ্চল্যৰ সৃষ্টি হৈছিল। সৰ্বেশ্বৰ কটকীয়ে সোণাৰাম চৌধুৰীলৈ সভাপতি বৰণৰ প্ৰস্তাৱ কৰিছিল। বুৰঞ্জী শাখাৰ অভ্যৰ্থনা সমিতিৰ পক্ষৰ পৰা মই আদৰণি জনাইছিলোঁ। মূল সভাৰ দিনা এখন বেঞ্চত এমূৰে তাৰাপ্ৰসাদ চলিহা আৰু এমূৰে মই বহি আছিলোঁ। চলিহাদেৱে হঠাতে উঠি দিয়াত বেঞ্চখন দাংখাই গ'ল আৰু মই লুটি খাই পৰিলোঁ। নাকত আৰু চকুৰ তলত ঘা লাগিল; হস্পিটেললৈ নি বেণ্ডেজ কৰি মোক পদ্ম চলিহাহঁতৰ ঘৰলৈ লৈ গ'ল। দুখ বেচি পোৱা নাছিলোঁ। পাচ দিনা ঘৰলৈ যাব পৰা হলোঁ। নাকটোত দাগ এটাহে ৰ'ল। নাকৰ ঘা লৈয়ে অভ্যৰ্থনা অভিভাষণ পাঠ কৰিলোঁ।

বেজবৰুৱা বেলত আহোঁতে চাহাবী পোছাক পিন্ধি আহিছিল। তাতে কিছুমান ল'ৰাই "এয়া ৰূপাবৰ বৰুৱা" বুলি বিদ্ৰূপ কৰি প্ৰচেছন কৰিছিল। বেজবৰুৱাক সেই দিনাই Wade's An Account of Assam এখন "সাতসেৰা জনাই" উপহাৰ দিছিলোঁ। তেওঁ তেতিয়াও কৈছিল, ' তোমালোকে হাঁহিবলৈ শিকা, অতীতৰ শোকলগা কথা সুমৰি বিবা: নতুন বুৰঞ্জী ৰচনা কৰিবলৈ আগবাঢ়ি ওলোৱা। পৰাধীন জাতিৰ ৰাজনীতি নাই।" বেজবৰুৱাই পুৰণি ঘৰবাৰী চাই যোৰহাটলৈ যায়। ( ডায়েৰীৰ টোকা )

**বেজবৰুৱাৰ সৈতে শেষ সাক্ষাৎ ঃ** ১৯৩৮ চনৰ ফেব্ৰুৱাৰী মাহত লক্ষ্মীনাথ বেজবৰুৱা যেতিয়া জোঞায়েক ৰোহিণী বৰুৱাৰ ঘৰত ডিব্ৰুগড়ত বেমাৰ পৰি আছিল, তেতিয়া নেছনেল ইণ্ডিয়ান লাইফ ইন্সিয়ৰেঞ্চ কোম্পানীৰ আসাম ব্ৰাঞ্চৰ মেনেজৰ ৰমেশ চন্দ্ৰ মজুমদাৰে গুৱাহাটীৰপৰা মটৰেৰে উজনি অসমৰ এজেন্সী চাবলৈ আহে। বেজবৰুৱাক চাবলৈ যাওঁ বোলাত মোকো তেওঁ লগতে লৈ ডিব্ৰুগড় পালেগৈ। বেজবৰুৱাক চাব খুজিছোঁ বুলি কোৱাত ৰোহিণী বৰুৱাই প্ৰথমতে চাবলৈ যাব নিদিছিল। বেজবৰুৱাক মোৰ নামটো ক'লত, তৎক্ষণাৎ বেজবৰুৱাই মোক তেওঁৰ শুবিয়াপাটীৰ কাষলৈ মাতিলে। মই ওচৰ পোৱা মাত্ৰকে তেওঁ বিচনাৰপৰা উঠি মোক সাবট মাৰি ধৰিলে আৰু ক'লে, "তুমি মোতকৈও Clever ( টেঙৰ ) হে"। এইদৰে কোৱাৰ অৰ্থ হৈছে। তাৰ কিছুদিনৰ আগতে "দেশদ্ৰোহী কোন বদন নে পূৰ্ণানন্দ?" বোলা সমালোচনামূলক প্ৰবন্ধটো 'আৱাহন'ত ওলাইছিল। বেজবৰুৱা ডাঙৰীয়াই 'বেলিমাৰ নাটত' পূৰ্ণানন্দক প্ৰসংশাৰে

ৰ্বাই পেলাইছে আৰু "বাহী"ত ৰদনক "অসমৰ কাণ কটালি" বুলি পাও-পাতত উঠিব নোৱৰাকৈ থৈছে। মোৰ প্ৰবন্ধটোত পূৰ্ণানন্দক অপবাদমা পাতি ৰদনক দোষমুক্ত (বিদ্ৰোহৰ পৰা) কৰা যাবে, সেই কথা কৈছিল। তেতিয়া বেজবৰুৱাৰ প্ৰায় অন্তিম সময়—গাটো তেনেই নিস্তেজ, উঠিব নোৱাৰে। তবি লৰক-ফৰক।

# নৱম পৰ্ব্ব

## প্ৰথম অধ্যায়

সাংবাদিক জীৱনত বিপৰ্য্যয়-'দৈনিক বাতৰি' : ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াই সাদিনীয়া "বাতৰি"খন যেতিয়া দিনেকীয়া বা দৈনিক কৰে, তেতিয়া তাৰ প্ৰধান সম্পাদক হয় বাগ্মীবৰ নীলমণি ফুকন। ফুকন ডাঙৰীয়াৰ সম্পাদনাত ১৯৩৫ চনৰ ১২ আগষ্ট তাৰিখে সদৌ অসমৰ পোন প্ৰথম দৈনিক বাতৰি-কাকত "দৈনিক বাতৰিৰ" জন্ম হয় আৰু ৰায় বাহাদুৰৰ ঠেঙালত থকা পৈতৃক বাসস্থানৰ টোলৰ ভিতৰৰ পৰা প্ৰকাশ পায়। ইয়াৰ আগতে সাদিনীয়া 'বাতৰি' ওলোৱাৰ এমাহ মানৰ পিচত, এদিন ৰায় বাহাদুৰ বৰুৱাৰ ভায়েক শশী প্ৰসাদ বৰুৱাই আমাৰ চাৰিঙৰ ঘৰত চিঠি এখন দি থৈ যায়। চিঠিত লেখিছিল, "বাতৰি"খন দৈনিক কৰিব খোজা হৈছে। তালৈকে তেওঁৰ ককাইদেৱেকে মোৰে সৈতে কিবা কথা পৰামৰ্শ কৰিবলৈ ঠেঙাললৈ মাতিছে। সেই অনুসৰি মই পাচদিনা বাইচাইকেল মাৰি ঠেঙাল পালোঁগৈ। বৰুৱা ডাঙৰীয়াই মোক 'বাতৰি' প্ৰেছটো দেখুৱালে আৰু তাতে থাকি কাগজখন চলাবলৈ ক'লে। নীলমণি ফুকন সম্পাদক—তেখেত থাকিব যোৰহাটত; ৰায় বাহাদুৰ নিজে থাকিব ঠেঙালত—স্বত্বাধিকাৰী হৈ। ফুকনৰ কাম সম্পাদকীয়টো লেখি যোৰহাটৰ পৰা পঠোৱা আৰু মোৰ কাম টেলিগ্ৰাফত অহা বাতৰিসমূহ অসমীয়ালৈ ভাঙি তাৰ শিৰোনামা দি কাকতত প্ৰকাশ কৰা। মোক পাতিলে সহকাৰী সম্পাদক—দৰ্মহা ৭০ টকা; কিন্তু খোৱা খৰচ ৰায়বাহাদুৰৰ নিজা। পোনতে মোক বৰ আদৰ-আপ্যাল কৰিছিল। কণ্টিলা নামে বামুণ ৰান্ধনি এটিয়ে মোলৈ ভাত ৰান্ধিছিল; সকচৰাই বাগি-চাৰপৰা অনা কাবৈ-বাঙৰ মাছ আৰু মেজেঙা বাগিছাৰপৰা অনা গাখীৰ মোক খাবলৈ দিছিল। থাকিবলৈ দিছিল আলহী থকা ঘৰটোৰ কোঠা এটাত।

ফুকন ডাঙৰীয়া যোৰহাটত থাকে আৰু প্ৰায় আঠ মাইল বাট খটকেৰে ঠেঙাললৈ যায়। খবৰ লোৱাখিনি. সম্পাদকীয়ৰ তত্ত্ব লিখিছে যিখিনি

প্ৰয়োজন সেইখিনি যোৰহাটৰপৰাই লেখি পঠিয়ায়। তেখেতৰ কাম সিমা-লৈকে। অৱশ্যে সম্পাদক যোৱা, সম্পাদকীয় দায়িত্ব থাকবহ। বৰুৱা ডাঙৰীয়া ৰায়বাহাদুৰ আৰু ফুকন ডাঙৰীয়া খিতাপবিহীন। ৰায় বাহাদুৰ যেতিয়া চৰকাৰৰ পৰা খোল অনা সমৰ্থন কৰা হ'বই লাগিব। তিতাৰ নহ'লেও অন্ততঃ মুখপত্ৰৰ পাতত। ফুকনৰ মত স্পষ্ট—তেখেতে নিজা যুক্তি আৰু আত্মবিশ্বাসেৰে যিটো সত্য বুলি ভাবে তাকে ব্যক্ত কৰিবই— তেনেহলে সি চৰকাৰৰ সপক্ষেই যাওক বা বিপক্ষেই যাওক। মতৰ ইফাল সিফাল হোৱা বাবেই অৰ্থাৎ প্ৰতিষ্ঠাপক আৰু সম্পাদকৰ নীতি কেতিয়াবা কেতিয়াবা বেলেগ হোৱাত দুয়ো গৰাকীয়ে ভিতৰত মাজে-সময়ে অলপ-অচৰপ মন্তেকীয়া খকা-খুন্দা একোটা নলগাকৈ নাছিল। তথাপি শিক্ষা, ৰাজনীতি, আৰু ভাষাৰ ক্ষেত্ৰত অসমীয়াৰ স্বাৰ্থ সম্পূৰ্ণ বজাই ৰখা নীতিত উভয়ৰে পানী একে নলায়ে গৈছিল।

"সাপ্তাহিক বাতৰি"য়ে পোন প্ৰথমেই ১৮৫২ শকৰ বিজয়া দশমীৰ দিনা (১৮ অক্টোবৰ ১৯৩০ চন) যোৰহাট দাস কোম্পানীত মুদ্ৰিত হৈ ৰাইজৰ আগত দেখা দিয়ে। তেতিয়া তাৰ সম্পাদকীয় প্ৰবন্ধ লেখিছিল সঙ্গীতৰ ওজা, সু-সাহিত্যিক স্বৰ্গীয় কীৰ্ত্তিনাথ বৰদলৈয়ে। তেওঁ "বাতৰি" এৰি পাচত ১৯৪০ চনত "স্বৰাজ" আৰু "অসম" নাম দি দুখন কাকত আগা-পিচাকৈ চলায় 'অসম' খনৰ পৃষ্ঠপোষক আছিল ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈ।

১৯৩৫ চনৰ ১২ আগষ্টত "দৈনিক বাতৰি" ওলোৱাৰ এমাহমানৰ আগতে "নগৰৰ কথা" বুলি বাপুতা বা মঃ মফজ্জল হুচেইনে যোৰহাট নগৰৰ খণ্ডীয়া খুচুৰীয়া বাতৰি প্ৰকাশ কৰি এখিলীয়া পাতেৰে এখন দৈনিক কাকত প্ৰকাশ কৰে। কিন্তু দুমাহমানৰ মূৰতে কাগজ নাইকিয়া হ'ল। যোৰহাটতে আৱদ্ধ থকা বাবে আঁতৰৰ মানুহে তাৰ কথা শুনিবলৈ নেপাইছিল। "দৈনিক বাতৰি" আছিল সদৌ অসমৰে মুখপত্ৰ ৰূপে। সেই গুণে, সদৌ অসমৰ পোন প্ৰথম দৈনিক কাকত কোনখন বুলিলে "দৈনিক বাতৰি" কে আঙুলিয়াব লাগিব।

"বাতৰি" এই নামটো দিছিল জয়ে জয়ে, ৰায়বাহাদুৰৰ মৰমৰ ভাগিনীয়েক ভগৱতী প্ৰসাদ বৰুৱাই। "বাতৰি" অফিচৰ দক্ষিণে বাঁহনি বাৰী, উত্তৰে বৰপুখুৰী; বাঁহনিৰে পুখুৰীৰে মাজত দক্ষিণ ফালৰপৰা ক্ৰমান্বয়ে চৰকাৰী আলি, আলিটো ভেয়ে ৰায়বাহাদুৰৰ বিৰাট টোল; টোলৰ ভিতৰত, আলি-টোৰ ফালে ফুলনি, ফুলনিৰ উত্তৰে স্বত্বাধিকাৰী শিৱপ্ৰসাদ বৰুৱাৰ বৃহৎ

অট্টালিকা, পুবে আলহী থকা ঘৰ আৰু বাগিচাৰ অফিচ; তাতে নিবাস "বঙ্ক বৰু" লক্ষেশ্বৰ বৰুৱাৰ। অট্টালিকাৰ পশ্চিম-দক্ষিণ চুকে "বাতৰি"ৰ ছপাশাল আৰু অফিচ। অফিচৰ আৰু ভিতৰুৱা জেওৰা-জঞ্জাল মৰাৰ জেনেৰেল মেনেজৰ "নোমে গোফে ভোবোকাৰ" ভদ্ৰকধৰ ফুকন। অফিচৰ কেৰেণী পকা থেকেৰীয়া বোবেশ্বৰ বৰদলৈ। সহকাৰী সম্পাদকৰ গাদীত বহা মোৰেই অধিকাৰ আছিল যদিও, আৰু দুজন ডেকা আছিল সহযোগী। সেই দুজনৰ এজন হ'ল শ্ৰীমান কৰুণাকান্ত গগৈ। এওঁ কবি, সাহিত্যিক আৰু সংস্কৃত ভাষাত সুন্দৰ জ্ঞান থকা ডেকা। তদুপৰি 'বাতৰি'ত সোমোৱাৰ কিছুদিন আগেয়ে কহিমাত মিলচ আৰু লেম্বার্ট চাহাবক ঘৰতে অসমীয়া শিকাইছিল। কৰুণা বৰ্ণ বিন্যাস জ্ঞানত ইমান প্ৰোক্ত আছিল যে তেওঁ কাচিৎহে 'হেমকোষ' চাবলগীয়া হৈছিল। তেওঁ নগা-বিহুনাম কিছুমানৰ এনেকুৱা শুৱলা ভাঙনি কৰি "আৱাহন"ত প্ৰকাশ কৰিছিল যে সেইবোৰ মুকীয়াকৈ দিয়া হ'লে, যেয়ে সেয়ে পঢ়ি ক'লেহেঁতেন—এইবোৰ কৰুণা গগৈয়ে নিজে লিখা। চিঠি-পত্ৰ আৰু 'বাতৰি'ৰ শিতান দিয়াত এওঁ বৰ কাজুৱা আছিল। ইজন হ'ল ৰাজীৱলোচন বৰুৱা, এওঁ লুকুৱা কবি; লুকাই লুকাই কবিতা লেখে, কথাত ৰসো উলিয়ায়। বিষয় এটি পালেই এওঁ বহলাই লিখিব পাৰে। "বাতৰিত" থাকোতেই ৰাজীৱে "অকণোদই" আদি কেইটামান প্ৰবন্ধ লেখিছিল। মোৰ কাম আছিল বিশেষকৈ "ৰয়টাৰ" আৰু "এচচিয়েটেড প্ৰেছৰ" টেলিগ্ৰামবোৰ অসমীয়া কৰা আৰু টেলিগ্ৰামত অহা বাতৰি বোৰৰ একোটা চাঞ্চল্যকৰ 'হেডিং বা 'শিতান' দিয়া—অবশ্তে "বাতৰি"ৰ নীতিৰ লগত ৰজিতা খুৱাই। প্ৰথমতে সেই টেলিগ্ৰামৰ 'ক'ড ৱৰ্ড' বিলাকৰ (সাঙ্কেতিক শব্দ বিলাক) তেতিয়া জনা নাছিলোঁ। বাতৰি কাকতলৈ পঠিওৱা বাতৰিত কিছুমান সঙ্কেত মূলক শব্দ আৰু বিভক্তি প্ৰত্যয় ব্যৱহৃত হয়—সেইবোৰৰ অৰ্থ ভালকৈ জানিব লাগে। তৰ্জমা কৰোঁতে, Ex, Pro, Wards, ইত্যাদি কিছুমান লেটিন, প্ৰত্যয়ে বৰ খেলিমেলিথন লগায়। কৰুণাই মযে দুয়ো বাতৰিবোৰ তৎ-ক্ষণাৎ কাগজত দিবপৰা কৰিছিলোঁ। ছাপকটা সত্ৰৰ নন্দ গোসাঁই নামৰ এজন প্ৰিন্টাৰ আছিল। আমি যেনেকৈয়ে প্ৰিন্ট অৰ্ডাৰ দিওঁ, তেনেকৈয়ে তেওঁ ছপায়। ৰাতি ১/২ বজাত ছপাৰ কাম শেষ কৰি ৰাতি নৌ-পুৱাওঁতেই ঠায়ে ঠায়ে কাগজ পঠিয়াব লাগে। কাগজ চলোৱাত ৰস্তৰ একো অভাৱ

নাছিল। ছপাশালৰ নিমেষতে যেতিয়াই যি বস্তু লাগে বুলি কোৱা হৈছিল তাকে বৰুৱা ডাঙৰীয়াই অকুণ্ঠিত ভাৱে যোগাইছিল। ছপাৰ বস্তুৰ যবৰবাহ কৰা মেনেজৰ আছিল ভৃগুধৰ ফুকন। চাহ বাগিছাৰ বিভাগ সম্পূৰ্ণ বেলেগ। বাতৰি কাকত বিভাগত যেনেকৈ নীলমণি ফুকনে চলাইছিল, বাগিছাৰ বিভাগটোত সেইদৰে বঙালী কেৰেণী এজনে চাইছিল।

এদিন ফুকন ডাঙৰীয়াৰ লেখাৰ ওপৰত আমি তিনিও গোট খাই তেখেতৰ বৰ্ণাশুদ্ধি ছুটামান কাটি "হেমকোষ"ৰ দৰে কৰিলোঁ। আৰু পিচ দিনাৰ কাগজত সেইদৰে ওলায়ো গ'ল। আজীৱন লেখি থকা অভ্যাসৰ গুণেই সেই ভুল সম্পাদক ডাঙৰীয়াৰ চকুত পৰা নাছিল। শব্দ কিটা ঠিক মনত নাই। কিন্তু এই কেইটাৰে কিবা এটা হ'ব পায়—লাগতীয়াল, নাইকীয়া, ফুলনী, বৈশিষ্ট্যতা। আমি দীৰ্ঘঈকাৰ কিটা গুচাই হ্ৰস্ব ইকাৰ কৰিলোঁ, আৰু গুণবাচক শব্দটো অসমীয়া কৰিলোঁ, যথা-বিশিষ্টতা। আমি শুধৰোৱা মতে ছপাত আখৰ কিটা দেখি, পিচদিনা সম্পাদক আহি আমাৰ ওপৰত গৰ্গৰাই উঠিলহি, বোলে,—"খবৰদাৰ আজিৰপৰা (ককণা-ৰাজীৱক) তোমালোকে মোৰ প্ৰবন্ধত হাত নিদিবা। মই Passed 'পাছদ' বুলি লেখা যেই সেই প্ৰবন্ধ, চিঠি তোমালোকে কাট-কুট নকৰিবা।" সেই দিনাৰপৰা আমি কোনেও তেখেতৰ তাৰপৰা 'পাছদ' বুলি অহা বাতৰি, প্ৰবন্ধ, চিঠিত যেনেদৰেই লেখা আছে তেনেদৰেই ছপাই পেলাবলৈ ধৰিলোঁ। এদিন আহিল এটা প্ৰবন্ধ, প্ৰবন্ধটো এজন ওজা সাহিত্যিকে লেখিছিল। লেখিব লাগিছিল—"সতিনী বঙলা ভাষা· · ···"। তেওঁৰ কাপৰ পিছলনিত লিখিত হ'ল "সতীনী বঙ্গ ভাষা · · ।" সম্পাদক ফুকন ডাঙৰীয়াই লেখকৰ নামটো চায়েই, প্ৰবন্ধটো নোচোৱা নিচিন্তাকৈয়ে মাৰি পঠিয়ালে Passed (পাছদ্)। আমিও "যথা-দৃষ্টং তথা ছেপিতং" কৰি পেলালোঁ। পিচদিনা যেতিয়া সেই হেন "ভব্যাকাৰ" ভুলটো সকলোৰে চকুত পৰিল আৰু 'আখৰ জোঁটনিকেই যেতিয়া নেজানে, কি বাতৰি কাকত চলাব' বোলাৰ নিচিনা বাইজৰ ফটাজলীয়া সমালোচনাবোৰ যেতিয়া ফুকনৰ কাণত পৰিল গৈ, ফুকন ডাঙৰীয়া জমদগ্নিৰূপে বাতৰি অফিচত প্ৰৱেশ কৰিলেহি। কৰিয়েই ছপাশালৰ আখৰ বাছোতা, ছপাশাল চলাওঁতা, ছপাৰ কাম চাওঁতা, আৰ্হি কাকত চাওঁতা, সহকাৰী সম্পাদক সৰ্মাইতে সহকাৰী সম্পাদক আৰু মিঠা-মুখীয়া কেৰেণী—সকলোকে সম্পাদকীয় ছাৱপাতল প্ৰভুত্বৰ বাক্য-বচনেৰে

ঠেৰেঙ লগাক্লে। আমি সেই খণ্ডতে তেখেত নোহোৱাত 'বাতৰি' খন এদিন সম্পাদকীয় নোহোৱাকৈয়ে উলিয়াই দিলোঁ ইক। ফুকন গৈছিল মঙ্গলদৈত বহ সাহিত্য সভালৈ।

সম্পাদক নহ'লে সহকাৰী সম্পাদকে সম্পাদকীয় স্তম্ভটো পূৰোৱা নিয়ম। মই কিন্তু পূৰাবলৈ নহ'ল। খণ্ডৰ ভমকন্ত আৰোপিত দায়িত্ব সম্পন্ন নকৰাৰ বাবে অনতিপলমে 'বাতৰি'ৰ লগত সম্পৰ্ক ছেদ কৰিবলগীয়া হ'ল। 'বাতৰি'ত প্ৰায় ডেৰ বছৰ কাম থাকলোঁ। এই ডেৰ বছৰতে, বাতৰি কাকত চলোৱাৰ অভিজ্ঞতা যথেষ্ট অৰ্জ্জন কৰিলো। আৰু লগতে এইটোও শিকিলোঁ যে প্ৰতিষ্ঠাপক, সম্পাদক, সহকাৰী সম্পাদক প্ৰবন্ধ আৰু আদি কাকত চাওঁতা, সকলোৰে মত এজনৰ সমান ইজনৰ নিমিলিলে, কোনো বাতৰি-কাকতেই সৰবৰহী আৰু স্থায়ী হ'ব নোৱাৰে।

**শিৱপ্ৰসাদ বৰুৱাৰ ঘৰ :** শিৱপ্ৰসাদ বৰুৱাৰ ঘৰত আলহী-ডুলহি, ফকিৰ-ফকৰা, আউনীআটীৰ ভকত, মিতিৰ-কুটুম সদায় ভৰি থাকে। সিবিলাকক সোধ-পোচ কৰাৰ ব্যৱস্থাও আছে। সোধ-পোচৰ গৰাকী সেই ডম্বৰুধৰ ফুকন। দিনটোত যিমান আলহী আহে, সিমানলৈকে যিটো বোজ বা সিধা লাগিব, তাৰ লিষ্টি এটা কৰি ফুকনে নাতুৰাম কেঞাৰ ঘৰলৈ পঠিয়াই দিব। নাতুৰামে আকৌ তাৰে অলপ চান কাটিব। সেই চান কটা বস্তু পালেহিয়েই যক্ষৰাজ লক্ষেশ্বৰে সকলোকে ফেৰিফেৰিকৈ জগাই বাঁটাই দিব। যক্ষযক্ষই তাৰে অলপ চান কাটি বোজৰ বস্তু অলপ বাহিৰ কৰিব। এইদৰে, চানকাটি কাটি নিওতে যি থাকে সেয়ে আলহীৰ ভাগত পৰিবহি। চান কটা নিয়মটো এনেকুৱা :—আজি যেনিবা ফকিৰ ৪ জন, আউনীআটীৰ ভকত ৪জন, বামুণ ২জন, নিজগতীয়া বেলেগে সিজাই খোৱা মিতিৰ ২জন, সৰ্বমুঠ মিলি ১২ জন আলহী। ১২ জনক চাউল লাগিল ১২ পোৱা, ডাইল লাগিল ২ সেৰ, আলু লাগিল ২ সেৰ, তেল লাগিল আধা সেৰ, চেনি ১ সেৰ, চাহপাত ১ পোৱা। ডম্বৰু ফুকনে নাতুৰামৰ দোকানলৈ কোনোবা এজনক পঠিয়ালে মালখিনি আনিবলৈ। নাতুৰামে আকৌ জাৰি জোকাৰি চাই অমুকটো নাই তমুকটো নাই বুলি প্ৰত্যেক দফা বস্তুৰে এপোৱা বা আধা পোৱা কমাই দিলে। এইদৰে সিও সৰ্ব্বমোট বচায় জুমেৰমান। সেই কম মালখিনি আকৌ লক্ষেশ্বৰৰ হাতত পৰিলে, তেওঁও আকৌ তাৰে কিছু কমাই পেলায়। এই ধৰণেই ৰায়বাহাদুৰৰ

ঘৰখন সদায় চলি থাকে। কিন্তু সূৰ্য্যৰ মুখত কোনেও সোপা দি ৰাখিব নোৱাৰে। ভিতৰুৱা টালি-বাজিখিনি এদিন তেনেই ওলাই পৰিল।

ৰংদৈৰ দেউনাথ খাউণ্ড (কৃষ্ণ খাউণ্ড) শৰ্ম্মাই গছেৰে কথা নকয়। তেওঁ যলৈকে যায়, যাৰ সৈতে কথা পাতে, তাতে তেওঁ পছেৰেহে কথা পাতে। সাধাৰণ প্ৰশ্ন এষাৰ সোধোতেও পছৰ ভাষা হে। সেইজন বামুণেই এদিন ৰায়বাহাদুৰৰ ঘৰত আলহী হ'লহি। পোনেই খাব-বৰলৈ দি ৰতিয়াকৈ সোধপোচ কৰা হ'ল। গোসাঁই ঘৰত ভাত ৰান্ধি খাবলৈ দিয়া হ'ল। আলহী ঘৰৰ কোঠা এটাতে শুবলৈও দিয়া হ'ল। পিচদিনা ৰাতিপুৱাই উঠিয়েই তেওঁ কেবাজনো ভদ্ৰলোকৰ আগতে, পছেৰে ৰায়বাহাদুৰক এই বুলি কৈ শুনালে।

"শুনিছিলোঁ শিৱপ্ৰসাদ অতিকে সুপুৰুষ,
ৰায়বাহাদুৰ উপাধি আছে, নাই অসন্তোষ;
পৰম বৈষ্ণৱ সিটো বিষ্ণুৰাম বৰুৱা নন্দন,
ঘোৰাবাগী মটৰ গাড়ী সতে সদা কৰয় ভ্ৰমণ।"

এই কিষাৰিৰ পিচত যি কলে, তাক কবলৈ গ'লে এনেকুৱা হ'ব:— "আপুনি বৰ ধনী আৰু ধাৰ্ম্মিক আৰু দানী পুৰুষ বুলি আপোনাক চাবলৈ আহিলোঁ। আপুনি সুধিপুচি ভাত-পানী ৰান্ধি খাবলৈ যতন কৰাই দিয়ায়। চাউলত তুঁহ, মচুৰমাহ এমুঠি; আলুগুটি এটা, তেল এচিকটা, লোণ অকণমান—এয়ে সিধাৰ বস্তু। তাকে ৰান্ধি আধাপেটকৈ খোৱা হ'ল। শুবলৈ আহিলোঁ। শোৱা বিছনাৰ ওপৰত পাৰৰ বাহ, পাৰই হাগি আঠুৱাৰ ছাল ভৰালে। তাতে আকৌ আঠুৱাখনো ফটা, মহ সোমায়, খাই গাৰ ছাল বোবোৰা বোবোৰ কৰিলে। ইয়ালৈকে ধন ঘটিব লাগিছে। এনেকুৱা ধনৰ ওপৰত আমি গৰিহা দিওঁ। এতিয়া আৰু তুৰন্তে ইয়াৰপৰা যোৱা হে কথা। আপোনাৰ অভ্যুদয় সম্পত্তি কি হ'ব।" এই কথাষাৰ কৈয়েই দেউনাথ বামুণ ভোঁ-ভোঁ কৰে শিৱপ্ৰসাদ বৰুৱাৰ বঙলাৰ পৰা ওলাই গ'ল। কাৰো কথা নুশুনিলে। গ'ল যি গ'লেই। তাৰ পিচদিনা নীলমণি ফুকনক পঠিয়াই ৰংদৈৰ পৰা বামুণজনক আনি ৰায়বাহাদুৰে সেৱা-শুশ্ৰূষা কৰি দক্ষিণা দি বিদায় দিছে।

গধুলি বৰুৱাই ডম্বৰু ফুকনকে লক্ষেশ্বৰকে গোটাই সুধিলে আলহীক কিয় এনেকৈ বিড়ম্বনা কৰিলে বুলি। তেওঁবিলাকে ক'লে, "আমিয়েই যদি এইদৰে

আপোনাৰ দুই-চাৰি পইচা বাহি নকৰো, কোনে কৰিব। আপোনাৰ সম্পত্তিৰ আচল মালিক আমি হে।" ৰায়বাহাদুৰে হাঁহি মাৰি কৈ থলে, 'ভাল কৰিলি বাক।"

মই অহাৰ পিচত, লক্ষীনাথ ফুকনক সহকাৰী সম্পাদক কৰি নিয়ে। কিন্তু লাহে লাহে 'বাতৰি'ৰ প্ৰতিপত্তি কমি আহিল।

অসমত বঙালী হাইস্কুল পতাত 'বাতৰি'য়ে দুৰ্ঘোৰ আপত্তি কৰিছিল। মাৰ্ঘেৰিটা আৰু তেজপুৰত বঙালীয়ে বাতৰিৰ পাৰ্চেল পুৰি পেলাইছিল। 'শ্ৰীহট্ট বিচ্ছেদ'—এইটোৱেই আছিল বাতৰিৰ মূলমন্ত্ৰ, "Slogan"।

## দ্বিতীয় অধ্যায়

**শিৱসাগৰ লোকেল বৰ্ডৰ নিৰ্ব্বাচন (১৯৩৭) ঃ** ১৯৩৭ চনত শিৱসাগৰ লোকেল বৰ্ডৰ মেম্বৰ নিৰ্ব্বাচন হয়। সেই নিৰ্ব্বাচনত মইও প্ৰতিদ্বন্দ্বিতা কৰোঁ। কংগ্ৰেছৰ মনোনয়ন বিচাৰিছিলোঁ। মোক নিদি পীতাম্বৰ হাজৰিকাক হে দিলে। হাজৰিকা উকীল, শিৱসাগৰ নগৰত থাকে, মই গাঁৱত থাকোঁ, কামকাজ একো নাই, আৰু খোজকাঢ়ি ফুৰোঁ বা বাইচাইকেলেৰেও ফুৰোঁ। শ্ৰীযুত ৰবীন্দ্ৰ নাথ কাকতী আছিল শিৱসাগৰ কংগ্ৰেছৰ চেক্ৰেটৰী। জিলা কংগ্ৰেছৰ পৰা হাজৰিকাই মনোনয়ন পালে আৰু মই নেপালোঁ। সেই দেখি, মই অকলৈয়ে নিৰ্ব্বাচন যুদ্ধ চলাবলগীয়া হয়। মোৰ বিৰুদ্ধে দুৰ্গা প্ৰসাদ বৰঠাকুৰ, ইন্দ্ৰেশ্বৰ চুতীয়া, ভুবনচন্দ্ৰ গগৈ আৰু শ্ৰীযুত ৰবীন্দ্ৰ নাথ কাকতীয়ে বিপুল প্ৰচাৰ কাৰ্য্য চলাইছিল। বৰঠাকুৰে বামুণ সমাজত, চুতীয়াই চুতীয়া সমাজত, গগৈয়ে আহোম সমাজত আৰু কাকতীয়ে কাকতী সমাজত মোৰ বিৰুদ্ধে যিমান পাৰে প্ৰচাৰ-অপপ্ৰচাৰ কৰিলে। গধূলিবজাৰ, ম'ৰা বজাৰ—এই দুটা মৌজাই আছিল মোৰ সমষ্টিৰ ভিতৰত। গধূলিবজাৰত মোৰ বিপক্ষে দিনে-ৰাতিয়ে প্ৰচাৰ চলাইছিল মুক্তিনাথ শৰ্ম্মাই। সেইকালে মোৰ জয় হোৱা আশা বৰ কম আছিল। তথাপি বৰবাম, চুতীয়া কাঁডী, ঘৰফলীয়া গাঁৱত নিজে-নিজেই গৈ কেনভাচ কৰিছিলোঁ গৈ। বৰবাম বাগিচাৰ বৰ মহৰী কেশৱ দত্তই মোক বৰ আশা দিছিল। কিন্তু, ভোটৰ দুদিনমানৰ আগতে মোৰ বিপক্ষ হৈ উঠিল। এনেকুৱাকৈ কেবাজনেও মোক ভোট দিম বুলি, পাচত কংগ্ৰেছৰ ফলীয়া হৈ কেনভাচ কৰিবলৈ ধৰিলে।

পীতাম্বৰ হাজৰিকাক মনোনীত কৰা বাবে আমি চাৰিং কংগ্ৰেছ ভাঙি পেলালোঁ। মাত্ৰ ভিম্বেশ্বৰ চলিহাই হে কংগ্ৰেছ ভাঙিব নোৱাৰে বুলি আমাৰ সভাৰপৰা ওলাই গ'ল। মোৰ পক্ষ অৱলম্বন কৰিলে দুৰ্গা কাকতী, মোহন ফুকন, বলোৰাম চলিহা আৰু সকলো স্থানীয় কংগ্ৰেছ কৰ্ম্মীয়েই। চুতীয়া, নাথ আৰু কাকতী গাঁৱৰ সকলোৱেই একেমুখে মোক ভোট দিম বুলি প্ৰতিশ্ৰুতি দিলে আৰু সেই মতে ভোটো দিলে। গোহাঁইগাঁও, চেতীয়া

গাঁৱেও মোকেই দিলে। টেপৰগাঁৱৰ ৰাইজে যে কংগ্ৰেছৰ ফলীয়া ভোট-দাতাক টাঙোন লৈ মাৰিবলৈ খেদিয়েই গৈছিল। দামোদৰ গগৈ, মোহন চন্দ্ৰ বৰুৱা, হৰিপ্ৰসাদ বৰুৱা আৰু কলাই চৰ্দ্দাৰ আছিল এই যুদ্ধত আগ-বগুৱা। ভুবন গগৈয়ে বলমীয়া, চাওডাং আৰু গধূলিবজাৰৰ মানুহখিনিক কংগ্ৰেছৰ ফলীযা কৰিলে। ম'ৰাবজাৰৰ ঘৰফলীয়া ৰাইজ গোটেইখিনি মোৰ ফলীযাই আছিল। কাকতীগাঁৱৰ সাতজন বিশিষ্ট লোকে মোক ভোট নিদিলে বুলি খাটাংকৈ জানিব পাৰিলোঁ। মই হাৰিলোঁও ৭ টা ভোটত। অমিয় কুমাৰ দাস. শ্ৰীযুত দেৱেশ্বৰ শৰ্মা আৰু ডুজন নে এজন অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সভায়ো মোৰ বিৰুদ্ধে নিৰ্ব্বাচনী যুদ্ধত নামিছিল। ভোট গণনাৰ দিনা শিৱসাগৰ কাছাৰীত বৰ হুলস্থুল লাগিছিল। হৰেশ চন্দ্ৰ ৰাজখোৱা, লক্ষ্মীকান্ত বৰুৱা, বিষ্ণুপ্ৰসাদ চলিহা (যদিও কংগ্ৰেছৰ) আৰু আমোলাপটিৰ সকলো ভদ্ৰলোকেই মই হৰাত বৰ দুখ পাইছিল। মোঃ আমায়ৎদ্দিন আহমদে বৰ বেজাৰ কৰিছিল। এফালে মই অকলে আৰু সিফালে কংগ্ৰেছ কমিটিয়ে ধনে জনে যুদ্ধ কৰাৰ ফলত মাত্ৰ ৭টা ভোটত হৰা বাবে একো বেজাৰ পোৱা নাছিলোঁ; কিন্তু, বেজাৰ পালোঁ, মোক ভোট দিম বুলি যে জনদিয়েক আপোন মানুহেই বিশ্বাসঘাতকতা কৰিলে। যোৰহাটৰপৰা মোৰ জেঠেৰী ধৰণীধৰ শৰ্মাই মটৰেৰে ভোট দিয়া মানুহ ক'ঢ়িয়াই আনিছিল। তেখেতৰ সহায় মই কেতিয়াও পাহৰিব নোৱাৰোঁ। ৰাঙ্গী কেন্দ্ৰ আৰু আমগুৰি কেন্দ্ৰত মোৰ মানুহ নথকাতেই সেই দুটা কেন্দ্ৰত বহুত কম ভোট পালোঁ।

স্থানীয় ৰাইজে নিজ ইচ্ছামতেই ভোট দিয়াত মই পালোঁ ৫৩৫ আৰু হাজৰিকাই পালে ৪৪২। এই নিৰ্ব্বাচনৰ পাচতে কংগ্ৰেছ পৰিত্যাগ কৰিলোঁ। মোকে, দুৰ্গানন্দকে, মোহন ফুকনকে ডুবছৰ-তিনিছৰলৈ কংগ্ৰেছৰ পৰা বহিস্কাৰ কৰিলে। কাকতীয়ে-ফুকনে ক্ষমা খুজি আকৌ কংগ্ৰেছত সোমাল। মই আৰু যি নোসোমালোঁ নোসোমালোঁৱেই। এই নিৰ্ব্বাচনৰ ফলাফল ঘোষণা কৰাৰ পিচতে ঘৰফলীয়া কংগ্ৰেছ স্থাপন কৰা হ'ল। তেতিয়াৰ পৰাই ম'ৰাবজাৰ, গধূলিবজাৰ মৌজাত সৰহভাগ মানুহৰ মন কংগ্ৰেছৰ পৰা পালটি গল।

নিৰ্ব্বাচন যুদ্ধৰ নিচিনা লেতেৰা কাম নাই। বিপক্ষ দলৰ কুৎসা ৰটনা কৰি, যুদ্ধত জয়ী হোৱাৰ নিচিনা নীচ কামো একো নাই।

এই ভোট যুদ্ধত চেঙৌয়া গাঁৱৰ কজিয়া ফুকন, যোগেশ্বৰ ফুকন, মহছাল গাঁও গোটেই খনেই, লেবাক, পুৰণিমেজীয়াৰ সকলো আৰু কাকতী গাঁৱৰ, দুৱৰা পাৰৰ, সোণাৰি চুকৰ সাওজন মানৰ বাহিৰে সকলোৱেই মোৰ হৈ প্ৰাণটাকি চেষ্টা কৰিছিল।

কংগ্ৰেছৰপৰা খেদা খালোঁ যদিও, স্থানীয় আলি-পদূলি কৰা, ডাক্তৰখানা পতা, ইত্যাদি কামৰপৰা বিৰত হোৱা নাছিলোঁ। টেপৰ গঞা বাইজে মোক সকলো কামতে সমৰ্থন জনাইছিল। শিৱসাগৰ কংগ্ৰেছ কমিটিৰ চকুৰ কুটা দাঁতৰ শাল হৈছিলোঁ যদিও, দুই এজনৰ বাহিৰে সকলোৱেই মোক ভাল পাইছিল। দুৰ্গা কাকতী, মোহন ফুকন আৰু বলোৰাম চলিহাই পুনৰ কংগ্ৰেছ ভুক্ত হোৱাত, মই অকলশৰীয়া হলোঁ। তথাপি হতাশ হোৱা নাছিলোঁ।

"তৰুণ অসম"ৰ সম্পাদক থাকোতে ঃ ১৯৩৯ চনৰ আগষ্টৰপৰা ১৯৪২ চনৰ জুন মাহলৈকে "তৰুণ অসম"ৰ সম্পাদক আছিলোঁ। "তৰুণ অসম"ৰ জন্মৰ লগত তিনটা বিশেষত্ব জড়িত আছে। প্ৰথম, দেশভক্ত তৰুণৰাম ফুকনৰ ; দ্বিতীয়, অসমৰ ডেকা শক্তিৰ, তৃতীয়, চিৰতৰুণ, অগ্নিঋষি কমলাকান্ত ভট্টাচাৰ্য্যৰ বৰ পুতেক তৰুণ কুমাৰৰ। ১৯৩৮ চনৰ ৩১ জুলাই তাৰিখে তৰুণ ফুকন স্বৰ্গী হয়, আৰু ১৯৩৯ চনৰ ৩১ জুলাইত তেওঁৰ বছেৰেকীয়া শ্ৰাদ্ধ। সেই শ্ৰাদ্ধৰ দিনাই 'তৰুণ অসম"ৰ জন্ম। সেই গুণে, ইয়াৰ লগত তৰুণ ফুকনৰ স্মৃতি বিজড়িত। অসমৰ তৰুণ শক্তিক জগাবৰ নিমিত্তেই "তৰুণ অসম"ক জন্ম দিয়া হৈছিল। সেই বাবেই ডেকাইতৰ আশা-আকাঙ্ক্ষা ইয়াৰ লগত সাঙোৰা আৰু তৰুণ কুমাৰ ভট্টাচাৰ্য্যই ইয়াৰ হোতা। সেই দেখি "তৰুণ অসম"ৰ জন্মৰ লগত তিনি তৰুণৰ-সংযোগ। ভট্টাচাৰ্য্য সাংবাদিক ৰূপে আগৰেপৰা পৰিচিত। তেওঁ ছিলঙৰপৰা "ইন্টাৰনেচনেল টাইমচ "বুলি এখন ইংৰাজী কাকত উলিয়াইছিল আৰু কোনো কোনো ইংৰাজী সংবাদ পত্ৰলৈও প্ৰবন্ধ-পাতি দিছিল। তৰুণ ভট্টৰ স্মৃতিশক্তি অতি আচৰিত। ১৯১৯ চনত কি ১৯২০ চনত (পাহৰিছোঁ) নাগপুৰত যেতিয়া সদৌ ভাৰত ছাত্ৰ সন্মিলন বহে, তেতিয়া ভট্টাচাৰ্য্য অসমৰ পৰা প্ৰতিনিধি হৈ যায়। বাওঁতে, কলিকতাৰ কলেজ স্কোৱাৰত এখনি সভা হয়। তাত তৰুণ কুমাৰে ইংৰাজী ভাষাৰে অনৰ্গল বক্তৃতা এটি দি সকলোকে চমৎকৃত কৰে। এবেঁই ডিব্ৰুগড়ৰ স্বনামধন্য পুৰুষ নন্দেশ্বৰ চক্ৰৱৰ্ত্তী

ডাঙৰীয়াৰ ওচৰ চাপি কাকত এখনৰ আৱশ্যকতাৰ কথা বুজাই দিয়াত চক্ৰৱৰ্ত্তীয়ে অকুণ্ঠিত ভাৱে কাকত উলিয়াবলৈ গাত পাতি ললে, আৰু তেখে-তেই প্ৰতিষ্ঠাতা হৈ তৰুণ কুমাৰ ভট্টাচাৰ্য্যক সম্পাদক পাতি ১৯৩৯ চনৰ ৩১ জুলাই তাৰিখে "তৰুণ অসম' উলিয়াই দিলে।

তৰুণ কুমাৰ ভট্টাচাৰ্য্যাই দুমাহমান সম্পাদক হৈ কাকত চলোৱাৰ পিচত, চক্ৰৱৰ্ত্তী ডাঙৰীয়াৰ তাতে কাম কৰা, মণিৰাম দেৱানৰ এজন নাতিয়েক গিৰীশচন্দ্ৰ বৰুৱা আৰু পুণ্যধৰ শৰ্মাই মোক মাতি পঠিয়ালে আৰু ডিব্ৰুগড পালত, চক্ৰৱৰ্ত্তী ডাঙৰীয়াই মোক প্ৰথমে যুটীয়াকৈ আৰু এমাহৰ পাচতে সম্পাদকৰ সম্পূৰ্ণ দায়িত্ব দি 'তৰুণ অসম' চলাবলৈ ক'লে। কৃষ্ণকান্ত বৰুৱা আৰু সাৰদাশঙ্কৰ প্ৰসাদ দত্ত মোৰ সহকাৰী। কৃষ্ণ বৰুৱাৰ আচল ঘৰ উত্তৰ লক্ষীমপুৰত; ছিলঙত বহুত দিন কাম কৰি অৱসৰ লৈ ডিব্ৰুগড়তে থাকিবলৈ লৈছিল। তেখেতৰ বুৰঞ্জী আৰু টাই ভাষাত বৰ ৰাপ আছিল। মানুহজন এক কথাৰ মানুহ, নিজৰ কাম নিজে নিজে কৰি থাকে, কাৰো লগত খাটিব নাই। সাৰদাশঙ্কৰ ডিব্ৰুগড়ৰ বিখ্যাত সাহিত্যানুৰাগী তুলসী প্ৰসাদ দত্ত (জ্ঞানানন্দ জগতী) ৰ পুতেক। তেওঁ ইংৰাজীত পাৰ্গত আছিল; জৰ্জ স্কুলৰ পৰা মেট্ৰিকুলেছন পাছ কৰিয়েই 'আউনীআটী সত্ৰৰ' প্ৰতিদ্বন্দ্বিতা মূলক এশ টকীয়া পুৰস্কাৰ লাভ কৰিছিল। প্ৰতিদ্বন্দ্বিতাত ৰচনাৰ ভাষা আছিল ইংৰাজী। সাৰদাই ইংৰাজীৰ ৰচনাখন লেখি প্ৰথম পুৰস্কাৰ পাইছিল। 'তৰুণ অসম' মৰাৰ পিচত তেওঁ 'Public Voice' ('পাব্লিক ভইচ') নাম দি ইংৰাজী পাক্ষিক পত্ৰ এখনো চলায়। পুণ্যধৰ বৰঠাকুৰ আছিল ছপাখানাৰ মেনেজৰ। ২য় মহাসমৰৰ পিচত হোৱা গণ আন্দো-লনৰ সময়তে ১৯৪২ চনত 'তৰুণ অসম' ৰ প্ৰকাশ বন্ধ হয়।

**সম্পাদকৰ বিপদ:**—'তৰুণ অসম'ৰ কোনোবা এটা সংখ্যাত এখন চিঠি আৰু চিঠিকে ভেঁটা কৰি লেখা এটি সম্পাদকীয় প্ৰবন্ধ ওলাইছিল। চিঠিখন লেখিছিল শদিয়াৰ হৰিনাথ গগৈ নামৰ এজন সংবাদদাতাই। চিঠিখনৰ মূল বস্তু আছিল, শদিয়া হাইস্কুলত বঙালী শিক্ষক এজন নিযুক্ত কৰাৰ প্ৰতিবাদ। সেই শিক্ষকজন শদিয়া পলিটিকেল অফিচৰ বৰ কেৰেণীৰ কোনোবা সম্পৰ্কীয় আছিল। চিঠিখনৰ ভাষা অৱশ্যে চোকাই আছিল কিন্তু সম্পূৰ্ণ সত্য। সেই চিঠিতে ভেঁজা দি সম্পাদকীয়ত লেখিলোঁ। যাৰ চমু আভাস এই:—অসমৰ মাজ তালু শদিয়া চহৰত বঙালী মাষ্টৰ নিয়োগ।

কি চমৎকাৰ খবৰ! অসমীয়া ডেকা কোন ক'ত আছা হেঁপোৰ পিটি ডেও দিয়াহঁক আৰু খেৰৰ ঘৰবোৰত জুই লগাই দি হাত চাপৰি বাই নাচাহঁক। × × "এৰা, টেঙৰ বঙালী নহ'লে বুজিছে জানো সাম্রাজ্যবাদৰ লাই খুঁটাটো পুতিব পাৰে? × ×।"

সেই সংখ্যা কাকত প্ৰকাশ হোৱাৰ লগে লগে, শদিয়া পলিটিকেল অফিচৰ বৰ কেৰাণী জনৰ পৰা 'নটিছ' পালেহিয়েই—মই হেনো 'তৰুণ অসমত' তেওঁৰ বিৰুদ্ধে মিছা কথা লিখি তেওঁৰ মান হানি কৰিছোঁ আৰু সেইবাবে মই ৫০০০ টকা ক্ষতিপূৰণ দিব লাগে আৰু প্ৰকাশ্যে ক্ষমা খুজিবও লাগে। ১৫ দিনৰ ভিতৰত ইয়াৰ সন্তোষজনক কৈফিয়ৎ নেপালে তেওঁ মোৰ ওপৰত মান-হানি মোকৰ্দ্দমা কৰিবই।

মই পিচে তাৰ উত্তৰ দিবলৈ নহ'ল। ২০ দিন মানৰ মূৰত দেখোন 'বডি ৱাৰেন্ট'ৰ (যেনে আছে তেনেই ধৰি অনা) কাগজ লৈ দুটা চিপাহীয়ে মোক ধৰি নিবলৈ আহিলেই। অগত্যা শদিয়া পালোঁগৈ। ফণীধৰ গোহাঁই পুলিচ ইন্‌স্পেক্টৰে সকলো আগ পিচ কৰি দিলে। পলিটিকেল অফিচৰ কাছাৰী ঘৰটো পাইছোঁগৈ হে এনেতে অসমীয়া কৰ্মচাৰী যি কেইজন আছিল তেওঁবিলাকৰ প্ৰত্যেকেই মোক মাতি নি এ্কোটোপা চাহ খুৱাই বিদায় দি সম্বৰ্দ্ধনা জনালে—যেন মই বলিশাললৈ নিয়া পঠা ছাগলীটো হে- পলিটিকেল অফিচাৰৰ ওচৰ পালে ঘূৰি অহাৰ আশা নাই। নাই নাই বুলিও, লাঙে-লাঙে পোনেই তিনিমাহ শ্ৰীঘৰত বাস কৰিবৈগয়ে লাগিব। অজাতি মুলুকৰ বিচাৰ নাই। সেইবাবেই মোক ইমান সৎকাৰ।

সি যি হওক, পলিটিকেল অফিচাৰৰ এজলাচ্ পালোঁগৈ। অফিচাৰজন আছিল মিঃ গডফ্ৰে। পোৱা মাত্ৰকে, অভিযুক্ত আছামী যদিও, ভদ্ৰভাৱে সম্ভাষণ কৰি তেওঁ মোক বহিবলৈ ক'লে। তাৰ পিচত গুচৰীয়া কেৰেণী-জনক তেওঁৰ গোচৰৰ কাৰণ উত্থাপন কৰিবলৈ আদেশ দিলে। গুচৰীয়াই আৰম্ভ কৰিলে:

"হৰিনাথ গগৈ নামেৰে এজন সংবাদদাতাৰ মিছা বাতৰিৰ ওপৰত নিৰ্ভৰ কৰি "তৰুণ-অসম"ৰ সম্পাদক শ্ৰীযুত বেণুধৰ শৰ্মাই মোক 'টেঙৰ' বুলি কৈ অপমান কৰিছে। 'টেঙৰ'ৰ অৰ্থ হৈছে Cunning, Sly and wily অৰ্থাৎ ধূৰ্ত, দগাবাজ, দুষ্ট ইত্যাদি। গতিকে, "টেঙৰ" শব্দ প্ৰয়োগ কৰি মোক 'তৰুণ অসম'ৰ সম্পাদকে দস্তৰমতে মানহানি কৰিছে আৰু বাইজৰ

আগত হেয় প্ৰতিপন্ন কৰিছে। সম্পাদকে ৫০০০৲ টকা দিয়ক আৰু আদালতৰ নিৰ্দ্দেশ মতে ক্ষমা খোজক। এয়ে মোৰ গোচৰৰ কাৰণ।"

চাহাবে মোক সুধিলে, "হৰিনাথ গগৈ কোন? তেওঁৰ নাম ঠিকনা জানিবলৈ দিলেই আপোনাক এই অভিযোগৰ পৰা অব্যাহতি দিয়া হ'ব।"

মই কলোঁ, "বাতৰি-কাকতৰ সম্পাদকে বাতৰি যোগনিয়াৰৰ নাম প্ৰকাশ কৰাটো সাংবাদিকতাৰ নিয়ম নহয়। অভিযোগৰ সত্যা সত্য প্ৰমাণ কৰাটো হে আই কথা। আপুনি চাব লাগিব—শদিয়া হাইস্কুলত হাটখোৱা বঙালী এজনক শিক্ষক নিয়োগ কৰাটো সঁচা নে মিছা? আৰু তেওঁৰ সেই কাম পাব পৰা উপযুক্ততা আছে নে নাই?" সেই প্ৰশ্নটো তল পেলাই তেওঁ মোক আকৌ জেৰা কৰিলে—"what do you mean by Tengar?" টেঙৰ মানে আপুনি কি বুজাইছে? মোৰ উত্তৰ : Tengar means clever; টেঙৰ মানে বুধিয়ক।

গদক্ৰেৰ মেজত হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ', মাখন লালৰ অভিধান, বুদ্ধীন্দ্ৰ ভট্টাচাৰ্য্যৰ অভিধান এই কেয়োখন থাক পাতি থোৱা আছিল। মই কোৱা অৰ্থটো মিলাই চাবলৈ তেওঁ কেউখন অভিধানৰ পাত লুটিয়াই চালে। পালে—টেঙৰ মানে Shrewd, intelligent, Sly, clever, Smart ইত্যাদি। চাহাব পৰিল বিমোৰত। উপায় নেপাই ওচৰতে থিয় হৈ থকা তেওঁৰ এচিষ্টেণ্ট পলিটিকেল অফিচাৰজনক সুধিলে "টেঙৰৰ ইংৰাজী কি?" এ, পি, অই টপৰাই কৈ পেলালে—হয় কেৰেণীয়ে কোৱা টোৱেই অৰ্থাৎ wily (ৱাইলি)।

শুনি, মোৰ টিঙিচকৰে খং উঠিল। মোৰ হাতত সোকা বেত এডাল আছিল; সেই দালকে টোৱাই, ঘপ কৰে থিয় হৈ জেক্ জেক্ কৰে ধৰিলে। 'হেৰি, সৌ ল'ৰাটো বৰ টেঙৰ। তাক ৱাইলি বুলিয়েই ক'বনে?'

খং মূৰ্ত্তিৰে সোধা মোৰ প্ৰশ্নটোৰ গাত্তটোলৈ চাই গদক্ৰে চাহাবে সেই পিনে থৰ লাগিল। খন্তেক মানৰ পিচতে, তেওঁ মোক অভিযোগৰ পৰা নিস্কৃতি দি সসম্মানে ডিব্ৰুগড়ত থোৱাই দিলে।

মাতৰাৰ চাঁনি খামিডাঠৈকে নোকোৱা হ'লে সেইদিনা নিশ্চয় সেই অসমীয়া এ, পি, অ, জনৰ ভাবাজ্ঞানে মোক বগাৰৰত সুমুৱালেগৈহেঁতেন। পিচত জানিব পাৰিলোঁ, সেইজন ডেকা এ, পি, অ' হেনো যোৰহাটৰে এজন সাত পুৰুষীয়া অসমীয়া।

বুটিছৰ দিনত অসমীয়া বাতৰি-কাকত চলোৱা এটা বৰ বিপদজনক কাম আছিল। ইংৰাজীতকৈও অসমীয়া শব্দ ব্যৱহাৰ কৰোঁতে বিশেষ সাৱধান হ'বলগীয়া হৈছিল। একোটা সামান্য শব্দ পাকতে ব্যৱহাৰ কৰাৰ ফলত কেইবাবাৰো বহুত লটি ঘটি হৈছিল।

"তৰুণ অসম"ৰ নীতি আছিল ছাদুল্লা গৱৰ্ণমেণ্টৰ নীতি। সেই নীতিৰ লগত মই আছিলোঁ। তেল-পানী—গতিকেই প্ৰতিষ্ঠাপকৰ নীতি-নিৰ্দেশ মানি চলিব নোৱাৰাত, প্ৰায়েই ঠেক পোৱা হৈছিল। ফৌজদাৰী দণ্ডবিধি আইনৰ কবলত পৰি দণ্ডিত হোৱাতকৈও মালিকী স্বত্বাধীন কাকত চলোৱাৰ বিপৰ্যয় আছিল বেছি গুৰুতৰ। 'তৰুণ অসম'ত থাকোঁতে মই নামত হে সম্পাদক। চক্ৰৱৰ্ত্তী, হাকবচন আৰু নিৰ্দেশ মতেহে প্ৰবন্ধ লেখিব লাগে। তেতিয়া ছাদুল্লা গৱৰ্ণমেণ্ট। ছাদুল্লাক সন্তোষ দি চক্ৰৱৰ্ত্তীয়ে কেনেকৈ দিষ্টি-কেৰী [মদন ভাণ্ডাৰীৰে লব পাৰে তাৰ হে কেৱল চিন্তা। বিখ্যাত কংগ্ৰেছ কৰ্ম্মী জাঁজীৰ নবনাথ শৰ্মাক চক্ৰৱৰ্ত্তীয়ে বিপুৱা লগে। তেওঁ মন্ত্ৰী ৰোহিণী চৌধুৰীৰ এজন প্ৰধান শিষ্য। ছিলং।ডিব্ৰুগড়ৰ মাজত নব শৰ্মা আছিল এটি মাকো। ছাদুল্লা-চক্ৰৱৰ্ত্তীৰ কথোপকথনৰ আগপাচ কৰিও দিছিল নব শৰ্ম্মাই। 'তৰুণ অসম'ত ছাদুল্লা মতৰ বিৰুদ্ধে কিবা একাষি কথা থাকিলেই নব শৰ্ম্মাক কোব হে চাব হয়।

চিলাঙৰপৰা নব শৰ্ম্মা মটৰেৰে অহা যোৱা কৰে। শৰ্ম্মাৰ কপালত এছলা ফোঁট আৰু বৰ নৈষ্ঠিক ভাৱে সন্ধ্যা-পূজা কৰাত আদৰ্শ পুৰুষ। তেওঁ আছিল ৰোহিণী চৌধুৰী আৰু ছাদুল্লাৰ অন্ধ সমৰ্থক। অসমত মৈমনসিঙীয়া মানুহ দিনে দিনে কেনেকৈ বাঢ়ি আহিছে আৰু ছাদুল্লাই মৈমনসিঙৰপৰা নগাঁৱৰ মৈৰাবাৰীলৈকে কেনেকৈ একোখন ৰেল কৰি দিছে, তাৰ বিষয়ে মৈমনচিঙীয়া বৃদ্ধিৰ দহবছৰীয়া হিচাপ এটা কৰি ছবিয়ে লৈতে 'তৰুণ অসম'ত উলিয়াই দিও। তাতে নব শৰ্মা গৰ্জ্জি উঠি চক্ৰৱৰ্ত্তীক মোৰ বিৰুদ্ধে বহুত কথা লগালে। চক্ৰৱৰ্ত্তীৰ লগত মোৰ তৰ্ক লাগিল।

চক্ৰৱৰ্ত্তীয়ে ছাদুল্লা মন্ত্ৰীসভাক সমৰ্থন কৰিছিল। ২০০ খন 'তৰুণ অসম'ৰ বৰঙণি চৰ্কাৰৰপৰা দিছিল। গিৰীশ চন্দ্ৰ বৰুৱা আছিল কাগজৰ মেনেজাৰ। চক্ৰৱৰ্ত্তীয়ে সদায় মোক দোষ ধৰে—কাগজখন মই বেচাও বুলি। মই লিখিপঢ়ি বাতৰিবোৰ চাইচিতি দিয়াটোৱেই মোৰ কাম। সেই কাম অন্ত হ'লেই প্ৰেছত বোন্দাপৰ দি থকাৰ সকাম কি? কাগজত প্ৰায়েই বৰ্ণ

বিন্যাসৰ ভুল থাকে। শুধৰাই দিলেও কম্পজিটৰে শুদ্ধ নকৰে বা কৰিব নোৱাৰে। চক্ৰৱৰ্ত্তীয়ে এদিন ভুল দুটামানলৈ আঙুলিয়াই দি মোক খেচ্-খেচ কৰি ধৰিলে—"আপুনি একোকে নেচায়। বাৰেপাচি ভুলে সৈতে কাগজ ওলালে কাগজ কি চলিব? আপোনাক মিছাকৈয়ে সম্পাদক ৰাখিছোঁ।" মই কলোঁ। "আপুনি দেখৰমানে অপদাৰ্থ কম্পজিটৰ ৰাখিছে, সিহঁতৰপৰা কি ভাল কাম হ'ব? দৰ্মহা সৰহকৈ দি ভাল কাম জনা মানুহ ৰাখিলে হে কাম ভাল হয়।"

চক্ৰৱৰ্ত্তী :—"আপুনি মানুহ তৈয়াৰ কৰিব লাগিব। মই মদাৰখাটত (চাহ বাগিছাত) বনুৱাৰ ল'ৰাক কাম দেখুৱাই দেখুৱাই হাজিৰা মহৰী পৰ্য্যন্ত কাম দিছোঁ। সিহঁতে বৰ ভাল কাম কৰিছে। আপুনি কিয় কৰিব নোৱাৰিব?"

মই :—বাগিচাত কাম কৰা বনুৱাৰ কামে, বাতৰি-কাকত চলোৱা কামে একে নহয়।

সেইদিনাৰপৰাই আমাৰ ভিতৰত এক প্ৰকাৰ কুখাৰি ভাব সোমাল। ইপিনে জাৰ্মান যুদ্ধ আহিছে খৰতৰ বেগে। চৰ্কাৰেও ৰণুৱা চিপাহীক মদ খুৱাবলৈ মদ যোগাবলগীয়া হ'ল। সেইদেখি অতি সোনকালেই ছাদুল্লায়ো নন্দেশ্বৰ চক্ৰৱৰ্ত্তীক মদাৰখাটতে মদৰ ভাতী খুলিবলৈ আইন মতে চুক্তিপত্ৰ সম্পাদন কৰিলে। 'তৰুণ অসমো' যুদ্ধৰ অনাতন বুলি বন্ধ কৰা হ'ল।

নন্দেশ্বৰ চক্ৰৱৰ্ত্তী আছিল সুক্ষ্মদৰ্শী ব্যৱসায়ী। ধৰ্মভাবো আছিল। কিন্তু মানুহজন একাচেকা বিধৰ আছিল। কাশীৰপৰা শিৱলিঙ্গ অনাই সোণৰ কলচী লগাই, ঘৰৰ ভিতৰতে এটি শিৱ মন্দিৰ স্থাপন কৰিছিল। কবিৰ অন্তৰত কবিতাই যেনেকৈ আপুনি বাট লয়, নন্দেশ্বৰ চক্ৰৱৰ্ত্তীৰ অন্তৰত কাৰবাৰী বুদ্ধিয়েও তেনেকৈ আপুনি বাট লৈছিল।

'তৰুণ অসম'ত থাকোঁতেই স্বত্বাধিকাৰী চক্ৰৱৰ্ত্তীয়ে মোৰ কিতাপ দুখন-মান ছপাই দিম বুলিছিল। বিশেষকৈ 'মণিৰাম দেৱান'খন। যেই হওক পিচত তেখেতে মোক কাগজ সাত ৰীম দিলে। তাকে হৰেন্দ্ৰনাথ ভট্টাচাৰ্য্যক দি 'ৰাংপতা'খন ছপাওঁ। চক্ৰৱৰ্ত্তীয়ে সেই সাত ৰীম কাগজ নিদিয়া হ'লে কিতাপ ছপোৱাৰ সমূলি আশা নাছিল। 'ৰাংপতা' ছপোৱাৰ পিচত তাতে ভেজনি লৈ হে আন আন কিতাপ ছপাওঁ।

**সাৱৰকৰৰ আগমন ঃ** ১৯৪১ চনত ডিব্ৰুগড়লৈ বীৰ বিনায়কৰ দামোদৰ সাৱৰকৰ আহে। তেওঁ সদৌ ভাৰতীয় হিন্দু মহাসভাৰ সভাপতি।

ডিব্ৰুগড়ীয়া বাইজে তেওঁক ভাগে ভাগে সম্বৰ্দ্ধনা জনাবলৈ স্থিৰ কৰে। পঞ্জাবী, হিন্দুস্থানী, মাৰোৱাৰী, বঙালী সকলোৰে ফালৰপৰা তেওঁক অভিনন্দিত কৰা হ'ব। সভাৰ ঠাই আছিল, নগেশ্বৰ চক্ৰৱৰ্ত্তীৰ ঘৰৰ ওচৰত, ৰামকৃষ্ণ মিচনৰ সমুখৰ পথাৰ। ডিব্ৰুগড় হিন্দু মহাসভাৰ সভাপতি আছিল ৰায়বাহাদুৰ নীলাম্বৰ দত্ত আৰু সম্পাদক আছিল ৰোহিণী কুমাৰ বৰুৱা।

সকলো সম্প্ৰদায়ে অভিনন্দন দিয়া ঠিক হৈ গ'ল। মাত্ৰ অসমীয়াৰ ফালৰ পৰা হে দিবলৈ বাকী। সভাত, পোনেই অসমীয়া ভাষাৰে হে তেওঁক চিনাকি কৰি দিব লাগিব। সাৱৰকৰৰ বিষয়ে দুআষাৰ কৈ ৰাইজক চিনাকি কৰি দিব লাগে বুলি ৰোহিণী বৰুৱাই মোক অনুৰোধ কৰিলেহি। ৰায়-বাহাদুৰ দত্ত সভাপতিয়ে নিজমুখে মোক অনুৰোধ নকৰিলে, সেই কামৰ ভাৰ লব নোৱাৰো বুলি কলোঁ।

এইদৰে জেদ ধৰাৰ কাৰণ এটা আছিল। কাৰণটো হৈছে:—নাহৰ-কটীয়া অঞ্চলৰ চাঁচনি লোকেল বৰ্ডৰ দলং এখনৰ ঠিকা এটা অসমীয়া মানুহক নিদি, লোকেল বৰ্ডৰ চেয়াৰমেন ৰায়বাহাদুৰ নীলাম্বৰ দত্তই দেছুৱালী মানুহ এজনক দিলে। এইটো সেইফালৰ সংবাদদাতা এজনে "তৰুণ অসম'লৈ লেখি পঠালে আৰু মইও "তৰুণ অসমত" "চেয়াৰমেনে ৫০০ টকা ঘোচ খাই দেছুৱালীক দলঙৰ ঠিকা দিলে" বুলি সংবাদাতাজনে যেনেকৈ লেখিছিল তেনেকৈয়ে প্ৰকাশ কৰিলোঁ। ৰায়বাহাদুৰে মোৰ ওপৰত ৫০০০ টকা দাবী কৰি মানহানিৰ মোকৰ্দ্দমা কৰিম বুলি নটিশ দিলে। নটিশ পাই চক্ৰৱৰ্ত্তী ডাঙৰীয়াৰ খং উঠিল আৰু তেখেতে মোক ক্ষমা ভিক্ষা কৰিবলৈ ক'লে। মই ইতিমধ্যে চাঁচনিলৈ গৈ তথ্য পাতি আনিলোগৈ। এইবোৰ যা-যোগাৰ কৰি থাকোঁতেই সাৱৰকাৰ আহিল।

ৰোহিণী বৰুৱাই যেতিয়া ৰায় বাহাদুৰক গৈ ময়ে সাৱৰকাৰক পৰিচয় কৰি দিব লাগে বুলি মোক অনুৰোধ কৰিবলৈ ক'লে, ৰায়বাহাদুৰ গৰ্জ্জি উঠিল আৰু তেখেতৰ স্বভাৱ সুলভ ভাষাৰে ৰোহিণী বৰুৱাক ডাবি দিয়াদি দিলে 'তৰুণ অসমৰ সম্পাদকক মই কব নোৱাৰোঁ। তেওঁ মোকে ঘোচখোৰ চেয়াৰমেন লেখি, অপমান কৰিছে।" ৰোহিণী বৰুৱাই কেবাবাৰো কৈ কৈ মোক মান্তি কৰাব নোৱাৰিলে। "মইও আকোৰগোজীয়াকৈ লাগিলোঁ, "ৰায়বাহাদুৰে নিজমুখে নক'লে মইও নোৱাৰোঁ।"

অসমীয়াৰ মান ৰক্ষালৈ চাই অৱশেষত ৰোহিণী বৰুৱাক কলোঁগৈ, 'বাৰু, আমি দুয়ো যাওঁ বলক; ৰায়বাহাদুৰে যদি মোক ক'বলৈ কোৱাৰ চিন স্বৰূপে মাত্তি হৈ একণমান মূৰটো বন্দি কাত্তি কৰে, বা মূৰটো দুপিয়াই শলাগে, মই বাৰু কম।' —এই বুলি দুয়ো ৰায়বাহাদুৰৰ ঘৰলৈ গলোঁ। মই বাহিৰতে বহি আছোঁ। ৰোহিণী বৰুৱাই ভিতৰলৈ গৈ মোৰ কথাবাৰ কৈছে—এনেতে তেওঁও লাহেকৈ সন্মতি প্ৰকাশ কৰিলে, আচ্ছা ক'ব পাৰে।" মই কথাবাৰ শুনি আছোঁ, আৰু পৰ্দাৰ ফুকডাই দি ৰায়বাহাদুৰৰ কথাৰ ভাৱভঙ্গীবোৰো চাই আছোঁ। বৰুৱা ওলাই আহি কবলৈ সন্মতি দিছে বুলি জনালেহি। তেতিয়া সময়ো আতাইতাই—চাউলখোৱা হৈচৈনৰপৰা দলে বলে, হাতীয়ে-হুতাই, ডব শঙ্খ বজাই বিৰাট সমদলে শাস্তিপাৰাৰ ৰেলগেট পালেহিয়েই।

সম্বৰ্দ্ধনা মণ্ডপ পোৱা মাত্ৰেই মোৰ পাল পৰিল অসমীয়াৰে ভি ভি সাৱৰকাৰৰ জীৱন বৃত্তান্ত বিৱৰি কবলৈ। পাৰোঁমানে ময়ো উত্তেজনামূলক ভাষাৰে তেওঁৰ পৰিচয় দি অসমীয়া ৰাইজৰ হৈ অভ্যৰ্থনা জনালোঁ। বক্তৃতাটো দি মঞ্চৰপৰা নমা মাত্ৰকে ৰায়বাহাদুৰ নীলাম্বৰ দত্তই মোৰ পিঠিত থপৰিয়াই শলাগিলে, "তৰুণ অসমৰ সম্পাদক ঠিক আছে। মই মামলা উঠাই লৈছোঁ। আজি মোৰ ভাত চাহ খাবলৈ যাব লাগে।" সাৱৰকাৰেও ভাল পালে। তেওঁৰ মোক যোৰহাটলৈ লগতে যাব লাগে বুলি কথা এষাৰ কৈ থলে। মোৰ বক্তৃতাটো জ্ঞানানন্দ জগতীয়ে (তুলসী প্ৰসাদ দত্তই) বৰ শলাগিছিল। কিন্তু বৰ দুখ পোৱাৰ কথা যে সেই সপ্তাহৰ 'তৰুণ অসম'ত স্বত্বাধিকাৰী চক্ৰৱৰ্তীয়ে নিজেই কম্পোজ কৰি, মোৰ নামত ৰায়বাহাদুৰৰ ওচৰত উল্লিখিত সংবাদটো প্ৰকাশ হোৱা বাবে ক্ষমা প্ৰাৰ্থনা খুজিলে। সেইদিনাই শপত খালোঁ এনেবিধ স্বত্বাধিকাৰীৰ তলত কেতিয়াও বাতৰি সম্পাদনাৰ ভাৰ নলওঁ বুলি।

'তৰুণ অসম'ত সোমাওঁতে চক্ৰৱৰ্ত্তীয়ে পোনেই দৰ্মহা মাহে ৭০৲ (সোত্তৰ) টকা; তাৰ পাচত ৭৫৲ টকা দিছিল। পূৰ্ণানন্দ বৰুৱা আৰু চৌকিডিঙি আলিৰ চুকতে জুপুৰি ঘৰ এটাও দিছিল। চাৰিওৰ পৰা দুটা ল'ৰা আনি কম্পজিটৰ আৰু আৰ্টিকাকত চোৱা কামত লৈছিলোঁ। এটা খামোন গাঁৱৰ আৰু ইটো বাকৰুতী গাঁৱৰ। দুইটা ল'ৰাৰ পাচত উন্নতি হ'লগৈ। এইটো ঘৰত থাকোঁতে নিজে খৰি ফালি ভাত ৰান্ধি খাইছিলোঁ। দুদিনমান মোৰ

লগতে মোৰ মাজুভাই ধৰ্মেশ্বৰৰ পুত্ৰেক শ্ৰীমান বিনোদো আছিলহি। এই ঘৰ লোৱাৰ আগেয়ে ভৱত চন্দ্ৰ শৰ্মা নগৰ মহল মৌজাদাৰৰ ঘৰত ছমাহমান আছিলোঁ।।

মৌজাদাৰৰ ঘৰত থাকোঁতে সদায় গধূলি-গধূলি মজলিছ বহে। তাত এই কেইজন সদায় উপস্থিত থাকে—মণিৰাম দেৱানৰ নাতিয়েক গিৰীশচন্দ্ৰ বৰুৱা, মালভোগ বৰুৱাৰ পুত্ৰেক চাহবাগানৰ মালিক নবকুমাৰ বৰুৱা, লম্বাই ফুকনৰ পুত্ৰেক দুৰ্গাপ্ৰসাদ ফুকন আৰু মাজে-সময়ে আহে আনন্দ নামতিয়াল বৰুৱা, মহেন্দ্ৰ প্ৰসাদ দত্ত, নিৰ্মল দত্ত আৰু দেৱকুমাৰ বৰুৱা। এই মজলিছত শাকখোৱা-ভাতখোৱাৰ পৰা ৰাজনীতিৰ কথালৈকে সকলো আলোচনা হয়। মৌজাদাৰৰ ঘৰত ইমান আলহী যে তেওঁ আলহীক খুৱা-ওঁতেই মৌজাৰ কমিছন ওৰ পৰে। মৌজাদাৰৰ ভৰি এটা ভগা। তেখেত আছিল বদান্যভাবে ভৰা বিবেকী পুৰুষ। তেখেতৰ কথাৰ মূল্য আছিল।

ডিব্ৰুগড়ৰপৰা আহি চাৰিঙৰ নতুন বাৰীখন সজাবলৈ কাৰবাৰ কৰোঁ। (১৯৪১ চনৰ পৰা ১৯৪৮ চনলৈ।) চোম আৰু ঔগছ আনি ইটা মৰাও। চেতীয়া গাঁৱৰ ডম্বৰু হক্কুৱাই ৬০ জোপা তীয়কল লগাওঁ। জাতি বাঁহৰ পুলি নি ৰোৱাওঁ। তামোল পুলি, সুমথিৰা টেঙাৰ পুলি ৰোৱাওঁ। ভঁড়াল ঘৰ সাজিবলৈ বাৰটা খুটা পকা কৰাওঁ। পুখুৰী এটাও খনাও। কিন্তু ১৯৪২ চনত কোনোবাই হাতী লগাই খুটা কেইটা ভঙাই পেলালে। কাঠৰ খুটা, বাতাম কিছু থৈছিলোঁ।। সেইবোৰো চুৰ কৰি নিলে। এইবোৰ অত্যাচাৰে মোক চাৰিঙত সুখেৰে থাকিবলৈ নিদিলে। কেউপিনে শত্ৰু। এইদৰে হোৱাৰ কাৰণ হ'ল মই '৪২ চনৰ গণ-আন্দোলনত যোগ নিদিয়া-টোৱেই। কিন্তু মই স্পষ্টকৈ কৈছিলোঁ। যে ঘৰত জুই জ্বলাই ইংৰাজক খেদি-বলৈ কৰা আন্দোলনত মই যোগ নিদিওঁ।

## তৃতীয় অধ্যায়

**নেছনেল ৱাৰ ফ্ৰণ্টত :** 'তৰুণ অসম'ৰ পৰা আহি ঘৰৰ খেতি পথাৰত ধৰিলোঁহি। সেই সময়ত (১৯৪২ চনত) কেউফালে ৰেলৰ লাইন উঠোৱা, ঘৰ পোৰা আদি ঘটনা ঘটিছিল। বৃটিছ গৱৰ্ণমেণ্টে নেছনেল ৱাৰ ফ্ৰণ্ট স্থাপন কৰিলে। ৱাৰ ফ্ৰণ্টৰ ডাইৰেক্টৰ বা চীফ অৰ্গেনাইজাৰ ডঃ সূৰ্য্য কুমাৰ ভূঞা। তেখেতে কোনো কালে গান্ধী আৰু গান্ধী পন্থাক সমৰ্থন কৰা নাছিল। সদায় চৰকাৰ পক্ষকে সমৰ্থন কৰিছিল। অসমীয়া ৰাইজৰ মাজত খাদ্য সম্পদ বৃদ্ধি আৰু সংহতি স্থাপন কৰি যাতে জাৰ্ম্মান-জাপানৰ আক্ৰমণ প্ৰতিহত কৰিব পাৰি, তাৰ নামতেই ভূঞাই জিলাই-জিলাই, মহকুমাই-মহকুমাই ৱাৰ ফ্ৰণ্টৰ অফিছ খুলিলে। ই অৰ্দ্ধ চৰকাৰী অনুষ্ঠান। মোক মাহে ১০০ টকা দৰ্মহা দি, শিৱসাগৰৰ মহকুমাৰ অৰ্গেনাইজাৰ পাতিলে। ৱাৰ ফ্ৰণ্টত সোমোৱাৰ বাবে কোনেও মোক পেটে পেটে ভাল পোৱা নাছিল। মই কেতিয়াও পেণ্ট পিন্ধা নাছিলোঁ। তিনিদিনৰ নিমিত্তে খাদী পেণ্ট এটা পিন্ধিব লগীয়া হ'ল। মনত বেয়াও লাগিছিল, তথাপি পিন্ধিলোঁ। মহম্মদ চুলতান আছিল এচ ডি অ'। ক্ষেত্ৰধৰ বৰগোহাই আছিল চব ডেপুটী কলেক্টৰ। মই মুঠতে ন মাহ ৱাৰ ফ্ৰণ্টৰ কামত থাকিলোঁ। সেই সময়ত নেশ্যনেল ৱাৰ ফ্ৰণ্টৰ কামত বৰপেটাৰ শ্ৰীপ্ৰসন্নলাল চৌধুৰী আৰু নগাওঁৰ শ্ৰীকমলানন্দ ভট্টাচাৰ্য্য এই দুজন প্ৰখ্যাত কবি-সাহিত্যিকেও যোগ দিছিল।

**কনজিউমাৰ্চ ক'অপাৰেটিভ চোছাইটি :** যুদ্ধৰ দিনত বস্ত্ৰ পাবলৈ নোহোৱাত চৰকাৰে কনজিউমাৰ্চ ক'অপাৰেটিভ চছাইটি পাতি দোকান খুলিবলৈ পৰামৰ্শ দিয়ে। সেই অনুসৰি, মইও চাৰিওফালে এখন দোকান খুলিবলৈ ললোঁ। তিলক ফুকন, বিষ্ণু বৰকাকতী, শিৱ দুৱৰা, উষাধৰ হাজৰিকা, মানিক চলিহা আদি স্থানীয় ১৫০ জন মানবৰ পৰা ১০ টকীয়া অংশ কৰি, টকা তুলিলোঁ। সেই টকাৰে দোকান আৰম্ভও কৰিলোঁ। ধনীৰাম খনিকৰক পোনেই মেনেজৰ ললোঁ, মই হলোঁ চেক্ৰেটৰী। শিৱসাগৰৰ পৰা মাল অনা এটা দুঃসাহসিক কাম। গৰু গাড়ী পাবলৈ নাই।

পালেও শিৱসাগৰৰপৰা চাৰিওলৈ তাৰা লাগে ১২ টকা, ১০ টকা। অথচ, চছাইটিৰ ইন্‌স্পেক্টৰে মঞ্জুৰ কৰে ৪. টকা। ইপিনে, মালৰ দাম এপইচা বঢ়াকৈ ললেও অগৰ, নললেও অগৰ। ট্ৰেজুৰীত পইচা মুদ্ৰাও নাই। সেইদেখি কোনো কোনো বস্তুত হয় এচা পইচা এৰি দিব লাগে, নহয়, এটা পইচা লব লাগে। প্ৰথমতে কেইমাহমান কোনো আহকাল নোহোৱাকৈয়ে দোকান চলিছিল। পাচত, কেশাজনেও বহুত গণ্ডগোল লগালে। তদুপৰি ইন্‌স্পেক্টৰ বিলাক ভুতৰ ওপৰতে দশনক পগাদি পৰিল। কেতিয়াবা একোজন আহি ক'বহি—মোক টকা দহোটা দিয়কচোন। আকৌ কেতিয়াবা ক'ৰ-নেভিকট মিক্‌শ্চাৰৰ টিন এটা দিয়কচোন। আকৌ শিৱসাগৰলৈ মাত্তি নি কব—"আপোনাৰ মেনেজৰৰ হাতত, পাতিহাঁহ বা ৰাজহাঁহ এজোৰ পঠাবচোন। মোৰ ৱাইফ (wife) খুবিবলৈ বৰ মন কৰিছে।" টকা আৰু মিকছাৰ দিয়া হৈছিল। হাঁহ হ দিয়া নহ'ল। তাতে ইন্‌স্পেক্টৰে আমাক বহুত লটিঘটি কৰিলে। লাভ খাইছোঁ বুলি, হিচাব ঠিককৈ নেৰাখোঁ বুলি আমাৰ ওপৰত মোকৰ্দ্দমা দাখিল কৰিলে। তেতিয়া শ্ৰীযুত ৰতিকান্ত শৰ্মা এচ-ডি-অ' আছিল আৰু শ্ৰীযুত বিপিন বৰগোঁহাই ই. এ. চি। বৰগোঁহায়ে আমাৰ দোকানৰ মেনেজৰক ১০০ টকা জৰিমনা কৰিলে—পইচা এটা বেচিকৈ বহীত লোৱা বুলি লিখা বাবে। মোক যেনিবা একৰাই থলে। মোকৰ্দ্দমাত ২০০ টকা ভৰিলোঁ। চমুৱা খনিকৰৰ মীনা ৰাম বুলি মেনেজৰ এটি আছিল, সিও অনাহকত ১০০ টকা জৰিমনা ভৰিলে। সদৌ শেহত আন দুজন মেনেজৰে মোক ২৫০ টকা ভৰালে। দোকান উঠি গ'ল, লাভৰ মুৰত হ'লগৈ—মই ৫০০ টকা ভৰিলোঁ আৰু দুজনমানৰ মাজত কাজিয়া লাগিল। মোৰ দৃঢ় ধাৰণা হ'ল—আমাৰ দেশত ক'-অপাৰেটিভ দোকান নচলে, অংশীদাৰে একো নেজানে। ওপৰৱালা পৰিদৰ্শক বোৰ হ'ল কালিঘোঁক। খাবও, লবও, শেষত পইচা ভৰাই মাৰিব। এনেকুৱা বিশ্বাসঘাতক!

ভুপৰীয়া দোকানত থাকোঁ। বাতিপুৱা গিৰবল বোলা দেছুৱালী চাকৰটো লৈ পথাৰত কোৰ মাৰিবলৈ যাওঁ। গিৰবলে হালবায় আৰু মই কোবোঁ। ১৯৪২/৪৩ এই দুবছৰ গিৰবলৰ মুৰতই মোৰ খেতিটো। ফাঁকিয়াল গাঁৱৰ পৰা এবিধ ধান আনি কইছিলোঁ। ধানবিধৰ গোছাটো বৰ ডাঙৰ হয়, থোকবোৰো গধুৰ; কোমল চাউলকৈ খাব পাৰি, চিৰা খাবও পাৰি;

ভাত যে খাব পাৰিছেই। কিন্তু চাউলটো কোমল। এই দুবছৰ ধান বেচি ৫০০ মান টকা পাইছিলোঁ। এই দুবছৰত মোৰ শাৰীৰিক বৰ কষ্ট গ'ল। মনবতো একো থানখিতেই নাই। দুপৰীয়া মাটিও বোওঁ, কঠিয়াও তোলোঁ। মানুহ পাবলৈ নাই। চব মিলিটৰী ঠিকাত গল। ধন ঘটি কোনো মানুহে কালৈকো নোযোৱা হ'ল। ন-বাৰীখনৰ পৰা খৰি লুৰি বাইচাইকেলৰ পাচত বান্ধি অনা দেখি আটায়ে মোক হাঁহিছিল। পুহমহীয়া ৰাতিপুৱাই নিয়ৰ থাকোঁতেই ধান দাওঁগে। ৰ'দত শুকালে বাইচাইকেলতে তুলি আনো, নাইবা মূৰতে তুলিয়েই আনো। ইপিনে ঘৰত বোৰ বেমাৰ, তেওঁকো চাব লাগে। ৰংপুৰলৈও যাব লাগে, দোকানৰ মাল মঞ্জুৰ কৰাবলৈ।

এই বিপদৰ সময়ত মোক টেপৰ গাঁৱৰ শ্ৰীমান নগাকোঁচ, অগ্নিবৰ থনিকৰ আইকণ দোকানী (লোকনাথ), টিকুক ন-পামৰ শুভাই নাথ মুক্তিয়াৰ, ম'হছাল টেপৰৰ ভোগদল শইকীয়াই বৰ সহায় কৰিছিল। এই কিজন মানুহ নোহোৱা হলে মই জীয়াই থকাই টান হ'লহেঁতেন। ভোগদলে, মহছাল গাঁৱৰ ৰাইজৰ হতুৱাই হালগৰু অনাই কেবাদিনো মোৰ মাটি চহাই দিছিল, ভূই কয়ো দিছিল। টকা লাগিলেও সহায় কৰিছিল। কাছাৰীত দোকানৰ মোকৰ্দ্দমা, গৰু প্ৰতিপাল কৰা, খৰি অনা, ৰাজহি-টুটহি মৰা—এইবোৰেই মোক জলাকলা কৰি পেলাইছিল। জীৱন সিং কেঞায়ো বৰ সহায় কৰিছিল।

শিৱকান্ত দুৱৰাৰ ঠিকা কৰি ধাৰ লাগিল প্ৰায় ৩০০০৲ টকা। কেঞা চচাইটি আৰু গাইগুটীয়া মানুহৰ ওপৰতো ধাৰ। খাজনা দিব নোৱৰাত তেওঁৰ ২৮ বিঘা মাটি লীলামত গ'ল। নৰহাদ গোস্বামীয়ে মাটি নীলাম কৰিবলৈ আহিলত, মই কৈ-মেলি মোৰ নামতে সেই নিলাম খতম কৰালোঁ। এইদৰে শিৱ দুৱৰাক ধাৰৰপৰা নিস্কৃতি দিয়ালোঁ। দুবছৰ মানৰ পিচত সেই মাটিকে তেওঁৰ দ্বিতীয় পুত্ৰেকক দান দিলোঁ বুলি লেখি দিলোঁ। মাজতে যোৰহাটৰ নবীন শৰ্ম্মাৰ পৰা লৰী এখন আনিছিলোঁ ৬০০ টকাত। সেই লৰী শিৱ দুৱৰাই কিনি ললে।

নগা আজিৰ দাঁতিৰ বাৰীখনত ঘৰ সাজিবলৈ ঠিক কৰোঁ। কিন্তু অৰ্থ অনাটনত পৰি তাত ঘৰ সাজিব নোৱাৰিলোঁ।

চাৰিং হাস্পতালৰ কাৰণে ম'ৰাবজাৰ ধেমুচে াচা গাঁৱৰ ধৰ্ম্মেশ্বৰ কোঞৰৰ পৰা ৩০০৲ টকা ধাৰলৈ আনিলোঁ। তাৰে ৭০৲ টকা মান লোকনাথ ফুকনে ভাজিলে। বাকী টকা মোৰ ভাই ধৰ্ম্মেশ্বৰৰ পৰা আনি দিলোঁ।

ভড়ালী বৰুৱা পুখুৰীৰ ওচৰত নগা আলিৰ পূবে মোৰ বিত্তোখৰ মাটি আছে, সেই ঠাইৰপৰা থিয়েটৰ ঘৰ তুলি নিয়াৰ পাচত, নতুনকৈ ঘৰ এটি সজা হ'ল।

**পেট্ৰল বৰি বেচাত ঃ** ১৯৩৩-৩৪ চনত, পেট্ৰল কম পোৰা এবিধ জাৰ্মেনীত তৈয়াৰী বৰি বেচিবলৈ লওঁ। তাৰ এক পেকেট বৰি, মটৰৰ পেট্ৰল টেঙ্কত ভৰাই দিলে, পেট্ৰল কমকৈ পোৰে অৰ্থাৎ এক গেলন পেট্ৰলেৰে যদি ২০ মাইল যাব পাৰি, সেই গেলন পেট্ৰলেৰেই ৪০ মাইল যাব পাৰি। তেতিয়া এক গেলন পেট্ৰলৰ দাম আছিল ১॥ আৰু এই পেট্ৰল কম-পোৰা বৰীৰ দাম আছিল ২ টকা। ৩॥ খৰছ কৰিলেই ৬০ মাইল বাট যাব পাৰি। পেট্ৰল বৰি মিহলালে ১০/১২ মাইল বাটৰ খোৰাক অন্ততঃ বেচিকৈ ওলায়। বৰি বেচাৰ এজেঞ্চী লৈছিল আমগুৰিৰ দুৰ্ল্লভ মৌজাদাৰৰ পুত্ৰেক ৰাম প্ৰসাদ শইকীয়াই। মই তেওঁৰপৰা আনি বাগিচাই বাগিচাই চাহাব বিলাকক বেচি ফুৰিছিলোঁ। পেট্ৰল বৰিও বেচা হয়, ইন্সিয়ৰেঞ্চৰ কামো কৰা হয় আৰু কংগ্ৰেছৰ বাৰ্ত্তাও বিলোৱা হয়।

এদিন দুপৰীয়া। বাৰমান বাজিছে। মই গৈ গাভৰু পৰ্ব্বত বাগিছাৰ ছোট চাহাবৰ বঙলাত হাজিৰ। আন চাহাবৰ দৰে চোটচাহাবৰ বঙলাটো চাঙৰ নহয়, মাটিৰ। চাহাব জনৰ নাম হোৱাইট। বঙলাৰ মুখ পোৱা মাত্ৰকে চাহাবৰ এলচিচিয়ান কুকুৰটোৱে মোক ৰৌ ৰৌ কৰে ভুকিবলৈ ধৰিলে। মই বাইচাইকেলখন গছ এজোপাতে আওজাই মাটিত ধৰি বৈ আছোঁ। কুকুৰৰ ভুকভুকনি শুনি চাহাবে হাতত বিভলভাৰটো লৈ গাত শুদা বনিয়নটোৰেই ওলাই আহি মোক বিভলভাৰটোৰে গুলি মাৰে আৰু। ভিতৰৰ-পৰা খকামকাকৈ ওলাই আহিয়েই তেওঁ হাও হাওকৈ বৰ্বকাবলৈ ধৰিলে। Bugger, you must be an anarchist. why not be shot straight" মই থিয় হৈ কলোঁ, "I am a bonafide Assamese; I have nothing to do with anarchism"—এই বুলি কোৱাত চাহাব ভিতৰ সোমাই গ'ল। মইও বাৰাণ্ডাতে থিয় হৈ আছিলোঁ। ১০ মিনিট মানৰ মূৰত তেওঁ, কাপোৰ সলাই মোৰ ওচৰ পালেহি। এইবেলি তেওঁ খং মুৰা নহয়, অলপ শান্ত। সেই সময়ত কলিকতাত পুলিছ চাহাব আদি মৰা বহুত হত্যাকাণ্ড হৈছিল। অসমৰ হাবিৰ মাজত অকলশৰীয়াকৈ থকা হোৱাইটৰ সেইবোৰ বাতৰি শুনি সদায় মন শঙ্কান্বিত হৈ আছিল; দিন

ডপৰত মই যোৱা দেখি ভাত্ত ঘুমটিৰপৰা সাৰ পাই, মোক মাৰিবলৈ হাতত সেই দেখি বিভৰভাৱটো লৈ আহিছিল—কোনোবা বিপ্লৱী বুলি। মই নিৰ্ভাঁজ অসমীয়া বুলি ক'লত সেই ভয় ভাগিল। এতিয়া কাপোৰ সলাই ঠাণ্ডা হৈ আহি তেওঁৰ ভয়ৰ কাৰণটো ক'লে।

চাহাবক অলপ সুস্থ হোৱা যেন দেখি, মই পেট্ৰলৰ ৰবিৰ পেকেট এটা উলিয়াই কলোঁ, এই 'পিল' পেট্ৰলৰ লগত পেলাই দিলে, পেট্ৰল কমকৈ পোৰে। বহুত বেলি কোৱা মেলাৰ মূৰত তেওঁ ৪ পেকেট 'পিল' ললে। তাৰ দামটো কি মোক সুধিলে, 'গাভৰু পৰ্ব্বত বাগিছাখন খোলা কিমান দিন হ'ল জানেনে? মই টপৰাই কৈ পেলালোঁ, '১৮৩৯ চনত।' তাৰ পিচত আকৌ সুধিলে চিন্তামণি গডটো ক'ত লাগিছেগৈ?" কলোঁ,—'তুলসীজানত লাগিছেগৈ'। লগতে বন্ধোৱা চনটো ১৬৭৮ বুলিও কলোঁ। চাহাবৰ অলপ উৎসুক্য বাঢি আহিলত আকৌ মোক সুধিলে, "ইয়াৰ বুৰঞ্জীৰ কথা কিবা জানেনে?" এই বুলি সুধিয়েই—Sit down বুলি বহিবলৈ ইমানপৰ থিয় হৈয়ে আছিলোঁ। গাভৰু পৰ্ব্বতৰ ওপৰত সুন্দৰ উপবন ক'লে। এখন আছে—তাত সুমথিৰা টেঙা আদি ভালেমান বস্তু আছে। আৰতবীয়া ফল-ফুলো আছে। ঠাই ডোখৰ কালিকা লগা—ইত্যাদি বহুত কথা কলোঁ। ৰৰাহী কছাৰী ৰজাৰ থকা ঠাই আছিল বুলিও কলোঁ। শেহত চাহাবে তালৈ যোৱাৰ উপায় সুধিলে। কলোঁ, 'চটাই বাগিছাতে নিৰ্মল হাজৰিকাৰ হাতী আছে। আপুনি তেওঁক হাতী এটা খুজিলেই হাতী দিব আৰু সেই হাতী লৈ আমি গাভৰু পৰ্ব্বতৰ প্ৰাকৃতিক দৃশ্য চাব পাৰিমহঁক। মোৰ হাততে তেওঁ হাজৰিকালৈ শ্লিপ এডোখৰ দিলে। পাচ দিনা হাতী লৈ আহিলত চাহাবে-মইয়ে দুয়ো পৰ্ব্বতৰ ওপৰখন চাবলৈ গলোঁ। দেখিলোঁ—ঠাইডোখৰ ফৰকাল, বৰ গহীন—ঋষিৰ আশ্ৰমযেন। বনৰীয়া হাতীয়ে ঔটেঙা খোৱাৰ গম পালোঁ। কিন্তু টেঙাৰ ঠালবোৰ গছৰ গুৰিত গোটাই থোৱা দেখিলোঁ। অসমীয়া মানুহে গাহৰি মোহৰ পালে বৰ ভাবে-ভঙ্গিৰে সাঁচি থয়—গাহৰি মোহৰ ৰৰাহী ৰজাৰ। আভামে আৰু নাগিনী-জানৰ পাৰ্টী চাহাবে গাভৰু পৰ্ব্বত অঞ্চলৰপৰা বহুত গাহৰী মোহৰ গোটাই বিলাতলৈ পঠিয়ালে। পৰ্ব্বত চাই অহাৰ পিচত চাহাবে মোৰপৰা আৰু এক ডজন পেট্ৰল ৰবী ললে।

# দশম পৰ্ব্ব

## প্ৰথম অধ্যায়

**দক্ষিণ পাটত শৰণ লোৱা :** দক্ষিণ পাট সত্ৰাধিকাৰ প্ৰভুৰ নিমন্ত্ৰণ পাই ১৯৪৬ চনত পোন প্ৰথম দক্ষিণপাট সত্ৰলৈ যাওঁ। গোসাঁই ঈশ্বৰে মাতিছিল—মণিৰাম দেৱানে, দক্ষিণ পাটতকৈ আউনীআটি সত্ৰখন আগেয়ে স্থাপন কৰা বুলি ক'ত লেখিছে, তাক সুধিবলৈ। মাজুলীলৈ বদলাট আহোঁতে কোনো কোনোৱে দক্ষিণপাটতকৈ আউনীআটী সন্মানত ডাঙৰ বুলি হেনো কৈছিল। মানত আউনীআটী, দক্ষিণপাট, গড়মূৰ, কুৰুৱাবাহী—এই চাৰিওখন সত্ৰ যে সমান, প্ৰভু-ঈশ্বৰক বুজাই দিলোঁ। দেৱানে ডাঙৰ সৰু বুলি ক'তো লেখা নাই।

১৯৪৭ চনত আকৌ যাওঁ। সেইবাৰ ডেকা গোসাঁঞে বৰ আদৰ-আশ্বাস কৰি সোধ-পোচ কৰিলে। তেখেতে বিশুদ্ধ মাজুলিয়াল ঘিঁউৰে ভাজি লুচী খনদিয়েক খাবলৈ দিছিল। জলপান খাই, ঘিঁউলৈ বৰ লোভ লাগিল। ভাবিলোঁ—এই আটকীয়া দিনত এনেকুৱা ঘিঁউ আধা সেৰ মান নিবপৰা হ'লে বৰ তৃপ্তিৰে উপভোগ কৰিব পাৰিলোঁহেঁতেন। পিচদিনা, আকৌ গুৰুৱে দৈ গাখীৰ সৈতে চিৰা-জলপান দিলে। জলপানত চেনী যেন বগা আৰু সোৱাদ গুৰো দিছিল। গুৰখণ খাই এনে সোৱাদ লাগিল যে তাৰো দুঘটমান পোৱা হ'লে ঘৰলৈ নিম বুলি মনতে ভাবিলোঁ। দুদিনমানৰ মূৰত, ঘৰলৈ আহিবৰ হ'ল। ঘাটলৈ আহি, ঘাটৰ ওচৰ পাওঁ-পাওঁ হৈছোঁহি এনেতে সত্ৰৰ ভকত এজনে লৰি-লৰি আহি মোক চুঙা এটাত ঘিঁউ আঢৈ সেৰমান আৰু গুৰৰ ঘট দুটা দিলেহি। সুধিলত ক'লে—গৰাকীয়ে দি পঠাইছে বুলি। ঘিউ গুৰৰ কথা মই মনত হে ভাবিছিলোঁ—গোসাঁঞে মোৰ মনৰ কথা কেনেকৈ গম পালে বুলি ভাবি বিচুৰ্ত্তি খালোঁ। সেই-দিনাৰপৰা শোওঁতে-বহোঁতে অধিকাৰ গোস্বামী প্ৰভুৰ মূৰ্ত্তিটো চকুৰ আগত জিলিকি থকা দেখিবলৈ পালোঁ। অন্তৰ্য্যামী প্ৰভুৰ আগত কথা লুকুৱাবৰ

সাধ্য নাই যেন ভাবি প্ৰভুলৈ ভয়ো লাগিল। আগেয়ে ৰাজমেধি আছিলে, মই বৰ বিকৰ্ষনা কৰিছিলোঁ আৰু কৰপচা একো নিদিছিলোঁ। এতিয়া সত্ৰৰ প্ৰতি মনলৈ দেখোন কিবা এটা বৰ ভক্তি সোমাল। বৌক মোৰ উগুল-থুগুল লগা মনৰ কথা ক'লত, বৌৱে আকৌ সত্ৰলৈ যাবলৈ ক'লে। ৰাসোৎসৱৰ উপলক্ষে সেইবাৰ সত্ৰলৈ পুনৰ গমন কৰিলোঁ। ৰাজমেধি শ্ৰীযুত কদ্ৰাম শৰ্মাই মোক শৰণটো লৈ ধৰবলৈ ক'লে। মই ভয় খালোঁ—বোলো য'তে পায় ত'তে ফুৰি ফুৰোঁ, খোৱা বোৱাৰো ঠিক নাই, মই শৰণ ললে ভকতীয়া নিয়ম পালিম কেনেকৈ? তথাপি তেখেতে অভয় দিয়াত শৰণ লবলৈ মান্তি হলোঁ। আগদিনা লঘোনে থাকি, পাচদিনা গধাকীৰ ওচৰত যেতিয়া শৰণ পশিলোঁগৈ—ভয়-ভ্ৰান্তি সকলো আঁতৰিল। মনটোও আগতকৈ ফৰকাল হ'ল—মই যেন নতুন জীৱন পালোঁ। প্ৰভুৱে মাথোন ইয়াকে ক'লে, "সত্ৰলৈ মৰম নেৰিব।" এই কথাষাৰেই মোক নতুন চেতনা দিলে। সেইদিনাৰপৰা মোৰ নিজসত্ৰ হে নেলাগে সকলো সত্ৰৰ প্ৰতি কিবা এটা ঐশ্বৰিক অনুৰাগ হ'বলৈ ধৰিলে। সত্ৰসভা বিলাকৰ অৱনতিত গা ডুখাবলৈ ধৰিলে আৰু সেইবিলাকৰ উন্নতি অৰ্থে যত্ন কৰিবলৈ গাত নতুন বল পালোঁ।

গুৰুমুখী হোৱাৰ পিচৰপৰা বছৰি সত্ৰলৈ একোবাৰকৈ যাওঁ। ইয়ালৈ যাওঁতেই শ্ৰীৰাম চাপৰি, গুৰুকান স্হঁতি, ৰতনপুৰ, আউনীআটী, কমলাবাৰী, গড়মূৰ, জয়ধ্বজে পোনেই পোতাবলৈ থিক কৰা সত্ৰৰ আদি ঠাই—বনমালীদেৱে পতা সত্ৰ ভকতিদুৱাৰ প্ৰভৃতি দৰ্শন কৰোঁ। নতুনকৈ মথাউৰি, আলি-পদুলি, আৰু আস্পতাল আদি আধুনিক সভ্যতাৰ উপকৰণ নিৰ্ম্মাণ কৰাত মাজুলীৰ পুৰণি সৌন্দৰ্য্য আৰু মাছ-গাখীৰ, বেত বাঁহ, মাহ আলু, সৰিয়হ হৰি আছিল। বান-পানীত মাজুলীবাসী নাজল-নাথল হয় যদিও, আগেয়ে তাৰ মাটি সাকৰা আছিল আৰু খোৱা বস্তুও উভৈনদীকৈ পোৱা হৈছিল। মানুহবিলাকৰ স্বাস্থ্যও বৰ ভাল আছিল।

যোৰহাট চাবিগাঁৱৰ হেমচন্দ্ৰ বৰুৱা ফটগ্ৰাফাৰক নি সত্ৰৰ ফ'ট কিছুমান কৰাওঁ। ভকতসকলৰ উদ্যোগ আৰু কৰ্ম্মময় জীৱন শলাগিব লগীয়া। ৰাতি পুৱাবলৈ এঘন্টামান থাকোঁতেই ভকতসকল শুই উঠে; পুৱতীয়া নিশাৰ নাম ধৰিবলৈ যোৱাসকল তেতিয়াই নামঘৰলৈ গৈ নাম গায়গৈ। শৌচাচাৰ কৰি, সকলোৱেই কামে-কাজে যায়। কোনো বায় খুটিলৈ গৰু ম'হৰ গাখীৰ

আনিবলৈ : কোনো যায় খৰি-খেৰ চপাবলৈ। ভকতৰ বহাত ২।৩ জন একেলগে থাকে। এজন যদি বাহিৰলৈ যায়, ইজনে ঘৰত ৰন্ধা-বঢ়া কৰে। ধান বনা, চাউল চলা, খৰিফলা, শাকবোটলা, ঘৰবাৰী সৰা-মচা, পূজা-সেৱা কৰা, কোৰা-অৰ্ঘা ধোৱা, ফুলতোলা—সকলো কাম ভকতেই কৰে। বহা একোটাত যি কেইজন ভকত একেলগে থাকে, সেই কেইজনৰ গোট এটা; বামুণ শূদিৰৰ প্ৰভেদ নাই। বামুণ, কলিতা, কায়স্থ, কেঁাচ, কেওঁত এই চাৰি-পাঁচ জাতৰ মানুহ সত্ৰৰ ভকত হ'ব পাৰে। ১৫৮৬ শকৰপৰা সত্ৰৰ কাৰ্য্য-প্ৰণালী এনেদৰেই চলি আহিছে।

নামঘৰত সকলোৱে পালে-পালে নামপ্ৰসঙ্গ কৰিব লাগে। শিষ্য সকলৰ কোনো কোনেৱে একোটি ল'ৰা সত্ৰলৈ আগবঢ়ায় আৰু কোনো ঠাইৰপৰা বিচাৰিও অনা হয়। সেই ল'ৰাক সত্ৰত ৰাখি সত্ৰৰ ভকতীয়া জীৱন যাপন কৰিবলৈ শিক্ষিত-সংযমী কৰি লোৱা হয়। দেখিলোঁ।—বহুত ল'ৰাই ইয়াতে শিক্ষা লাভ কৰি সাংসাৰিক হ'বলৈ সত্ৰ এৰি গুচি যায়। আগৰ দৰে আজি কালি সত্ৰবো সিমান বান্ধ নাই। ভকত আৰু শিষ্‌গঞা ৰাইজৰ মাজত বিশেষ পাৰ্থক্য নেহোৱা হ'ল। ভকতৰ ল'ৰাই সত্ৰীয়া আচাৰ ব্যৱহাৰ, নীতি-নিয়ম পৰিত্যাগ কৰি আজিকালি ইতৰ লোকৰ দৰেই আধুনিক হ'ল। আগেয়ে ভকতে খোৰ মাৰি হে চুৰিয়া পিন্ধিব পাৰিছিল, আজিকালি মাল কোচা মাৰি নাইবা পোন্ধ নোহোৱাকৈ মেৰাই পিন্ধিবলৈ ধৰিছে; সত্ৰৰ ভিতৰত মাদকদ্ৰব্য খোৱাটো নিষেধ, তথাপি এতিয়া লুকাই-চুৰকৈ ধপাত বিৰি-চুৰট চলিবলৈ ধৰিলে। আগেয়ে কাপোৰ ধুই লব লাগিছিল কলা-খাৰেৰে। এতিয়া ধোৱাই ধোৱা কাপোৰ নহ'লে ভকত সকল বাহিৰলৈ নোলায়। আনকি, চাবোন ছুলেই পৰাচিত হ'ব লাগে। আগেয়ে ভকতে চুলি কাটিব নোৱাৰে। দীঘল চুলি ৰাখি উধনীয়া খোপা একোটা বান্ধি গলধনত পেলাই থব লাগে। এতিয়া সকলোৱে এলবাৰ্ট কেছন হ'ল। দীঘল চুলি নাইকিয়াই হৈ আহিছে—টিকনিও নেথাকিবগৈ। নীতি-নিয়মৰ কঠোৰতাও নাই। শৌচাচাৰ কৰি, গা-পা নোধোৱাকৈয়ে জলগ্ৰহণ কৰিবলৈ ধৰিছে। এনে পৰিবৰ্ত্তন, অৱশ্যে কোনেও বাধা দি ৰাখিব নোৱাৰে সময়ৰ প্ৰভাৱত সকলো সলনি হ'বই।

সত্ৰৰ ৰবকাকতী যজ্ঞেশ্বৰ ৰবকাকতী। এখেতেই সত্ৰখন চলায় বুলি কব পাৰি। ৰবকাকতীৰ দায়িত্ব অকল সত্ৰৰ হিচাপ পত্ৰ ৰখা, চিঠি-পত্ৰ

লেখাই নহয়। মন্ত্ৰীৰ দৰেই পৰিচালনাৰ সকলো কাম কৰিব লাগে। আলহী সোধাৰপৰা আৰম্ভ কৰি সত্ৰৰ আটাইতকৈ ডাঙৰ উৎসৱ বাস, পূৰ্ব্বীয় অধিকাৰ সকলৰ তিথি-মহোৎসৱ পালন আৰু মামলা-মোকৰ্দ্দমা বিচাৰ কৰালৈকে সকলো কামৰ তদাৰক কৰিব লাগে বৰকাকতীয়ে। এখেতৰ দিহা পৰামৰ্শ নোলোৱাকৈ অধিকাৰ গোস্বামী প্ৰভুৱে কোনো কামকেই ইচ্ছামতে কৰিব নোৱাৰে। আৰু কৰা উচিতো নহয়। সেই কাৰণে, সত্ৰৰ বৰকাকতীজন শিক্ষিত আৰু সকলো কথা জনা-বুজা হোৱাটো বাঞ্ছনীয়। মান্ধাতা যুগৰ নিয়ম কাৰণকে সাৱটি ধৰি থকা বাবে, অসমৰ সত্ৰসমূহে ধৰ্মপ্ৰচাৰত যিমান কাম কৰিব লাগিছিল, সিমান কাম কৰিবপৰা নাই। ভকত সকলেও ভাবে গুৰুত শৰণ লগোৱা আৰু আহোম ৰজাই দি থৈ যোৱা খাত-পামৰ ধন ধান তোলাই সিবিলাকৰ প্ৰধান কাম। দুই-চাৰি বছৰৰ মূৰে মূৰে গৈ শিচ্-গাঁৱত দুজন চাৰিজন অশৰণীয়াক শৰণ-ভজন দিয়াটোকে তেখেত সকলে মুখ্য কাম বুলি ধৰে। ৰাগ-পদ দি দুটামান গীত গাব পাৰিলেই নাইবা সামাজিক বাদ-বিসম্বাদৰ দুই চাৰিটা কথাৰ সিদ্ধান্ত দিব পাৰিলেই সত্ৰীয় কৰ্ত্তব্য সম্পাদন কৰা হ'ল বুলি ভকত সকলে (সকলো সত্ৰৰ) ভাবে। কিন্তু আধুনিক প্ৰতিদ্বন্দ্বিতামূলক সমাজত ধৰ্মৰ নিগূঢ় তত্ত্ব আৰু বিশ্লেষণ-মূলক জ্ঞান নেথাকিলে যে ধৰ্মৰ বৈশিষ্ট্য, সমাজৰ ওপৰত থকা প্ৰতিপত্তি আৰু ধৰ্মমূলক নীতি-সদাচাৰৰ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰি তাক তেখেত সকলে এতিয়াও উপলব্ধি কৰিবপৰা নাই। ধৰ্মগ্ৰন্থ অধ্যয়ন কৰি তাৰ সাৰমৰ্ম গ্ৰহণ কৰিবলৈ সত্ৰত ভকতৰ নিমিত্তে একো এটা ব্যৱস্থা নাই। হিন্দু ধৰ্ম বা সনাতন ধৰ্মৰ জ্ঞানামৃত পুঞ্জীভূত হৈ আছে সংস্কৃত ভাষাত লিখা গ্ৰন্থৰাজিত। সেই গ্ৰন্থ পঢ়ি প্ৰোক্ত হ'বলৈ ভকত সকলৰ কোনেও সংস্কৃতৰ 'স' টোও নেজানে। অন্য ধৰ্ম আলোচনা কৰিবলৈও বিস্তাৰ গিনে টেকেলি কাটি। গতিকে, ধৰ্মশাসনৰ মূল ভেঁটি সত্ৰানুষ্ঠান বিলাক আজি-কালি একো-একোটা যাদুঘৰ হৈ পৰিছে। আহোম ৰজা আৰু বৃটিছ-শাসনৰ দিনত, ৰজা-ঘৰীয়া পৃষ্ঠপোষকতা পোৱাত, সত্ৰ সমূহেও সামাজিক কাৰ্যাত হস্তক্ষেপ কৰিবলৈ অধিকাৰ লাভ কৰিছিল। সমাজেও সত্ৰৰ শাসন-অনুশাসন মানি চলিবলৈ বাধ্য হৈছিল। সত্ৰবো মান-মৰ্য্যাদা, প্ৰভাৱ-প্ৰতিপত্তি, ধৰ্ম-মাহাত্ম্য অক্ষুণ্ণ আছিল। ৰজাঘৰীয়া আইনৰ দণ্ডিতকৈ গোসাঁইঘৰীয়া বা গুৰুঘৰীয়া আজ্ঞাত 'দণ্ডিত ব্যক্তিৰ সঁচাৰ' দৰে হিন্দু সমাজ নাচি আছিল।

ৰজাৰ হুকুমে যি কৰিব নোৱাৰিছিল, সত্রাধিকাৰ গোস্বামীসকলৰ এষাৰি বাক্যই তাৰ দহোগুণে কাম কৰিছিল। সত্রৰ লগত হিন্দু সমাজৰ যি সম্বন্ধ, সেই সম্বন্ধটো ছিঙি-ভাঙি থানবান কৰাত, বৰ্ত্তমান শাসন পদ্ধতিয়েই প্রধান জগৰীয়া। ধৰ্ম্মহীন ৰাষ্ট্রৰ স্থিতিস্থাপকতা চিৰস্থন হ'ব নোৱাৰে—এই কথা আমাৰ ৰাজনৈতিক কৰ্ণধাৰ আৰু শাসকবৰ্গই গভীৰভাৱে চিন্তা কৰা উচিত।

যাৰ চৰণত মোৰ তনুমন-দেহা অৰ্পণ কৰি শৰণ লওঁ, সেই গৰাকী প্রভুৱেই হ'ল পূজ্যপাদ শ্রীশ্রীযুক্ত হৰিদেৱ দেৱগোস্বামী। বয়সত মোতকৈ বহুত সৰু তথাপি তেখেতৰ আধ্যাত্মিক মৌলীয়ে মোৰ মনোৰাজ্যত অসীম প্রভাৱ বিস্তাৰ কৰি আছে। প্রভুৰ গম্ভীৰ প্রকৃতি, ধীৰ কথোপকথন, নিৰপেক্ষ যুক্তি, মনোহৰ মাত কথা, সাদৰী ব্যৱহাৰ প্রভূ বনমালী দেৱ প্রদত্ত আশীৰ্ব্বাদ বুলিয়েই ক'ব লাগিব। এই গৰাকী প্রভুৱেই দক্ষিণপাট সত্রৰ ঐতিহ্য আৰু মহাপ্রভু শ্রীশ্রী৺যাদৱ ৰায়ৰ মহিমা সুপ্রতুলভাৱে ৰক্ষা কৰি আছে। প্রভুৰ যি অপৰিসীম ভাগৱত-জ্ঞান, ভাগৱত-ব্যাখ্যাত যি অলৌকিক সুধা-কণ্ঠৰ ভাগৱত অমৃত স্রাব, শুনিলে বা দেখিলে শ্রোতাৰ মনত ভাগৱত মহিমাই আপোনা আপুনি দেখা দিয়েহি। প্রভুৰ ব্যাখ্যাত এদিনো মই বহা নাছিলোঁ, কিন্তু, বাহিৰৰ পৰা বেৰৰ ৰন্ধ্ৰইদি চাৰি দিন শুনিছিলোঁ। তাতেই মোৰ কলুষ ভৰা অন্তৰো ভক্তিভাৱত গদ গদ হৈ উঠিছিল। শাস্ত্র জড়, ঐশ্বৰিক শক্তি সম্পন্ন অলৌকিক প্রতিভাশালী মহাপুৰুষে হে তাক চৈতন্য কৰিব পাৰে। পুৰুষ-পৰম্পৰায় এনে পুৰুষৰ আবিৰ্ভাৱ হৈ থকা বাবেই হ'বলা আজিও দক্ষিণপাট সত্রৰ প্রতি সৰ্ব্ব-সাধাৰণ ৰাইজৰ মনোভাব স্বকীয়া। কালৰ গতিগোত্র দেখি এনে এটা ধাৰণাই মোৰ মনত ঠাই লৈছেহি—যেন এই গৰাকী গুৰুতেই দক্ষিণপাট সত্রৰ মহিমা-গৌৰৱ, পৰম্পৰাৰ সকলো শেষ হ'ব। এনে গৰাকী গোসাঁইৰ ওচৰত মোৰ শিৰ দোঁৱাবলৈ পোৱা বাবে মই নিজকে নিজে ধন্য মানিছোঁ।

প্রভু শ্রীশ্রীহৰিদেৱ দেৱ গোস্বামী ওখই ৫ ফুট ৪ ইঞ্চিমান হে হ'ব; কিন্তু থোলোকা, লাকৰা গোপাল মূৰ্ত্তি-সদৃশ। তাম্বুল ৰাগৰঞ্জিত মুখৰ মৌলীত দিব্যজ্যোতি প্রকাশ পায়। হাস্যমুখ আৰু মৃদু চক্ষুঃজ্যোতিত এনে সম্মোহিনী শক্তি আছে যে যেনে কি অভক্তীয়া বা গুৰুবিৰোধী লোকজন নহওক, প্রভুৰ সাক্ষাৎ পালেই তেনেই লেতু-সেতু হৈ পৰে। প্রভু ঈশ্বৰৰ কথাত প্রতিবাদ কৰিব পৰা তেওঁৰ শক্তি থাকিলেও, সেই শক্তি হ্রাস হৈ আছে৷

যেনেকুৱা জটিল বিষয়েই নহওক, প্ৰভুৱে তাৰ সহজ সমাধান এটা কৰিবই কৰিব। দৈনিক প্ৰভুৰ বহুতো গাঁৱলীয়া সমাজৰ নানান বিধ বাদ-বিবাদ নিষ্পত্তি কৰিবলগীয়া হয়। সেইবোৰৰ সিদ্ধান্ত এটা কৰোঁতে, প্ৰভুক কেতিয়াও বিমোৰত পৰা দেখা পোৱা নাই। দুই পক্ষক গৰাকীয়ে এনেভাৱে মিলাই দিয়ে যে বাদী-বিবাদী আকৌ আগৰদৰেই হৈ পৰে। শিক্ষিত-অশিক্ষিত, নগৰীয়া-গাঁৱলীয়া, সনাতন ধৰ্ম বিৰোধী, পূৰ্ব্বাপৰ চলি অহা আচাৰ-বিচাৰ বিৰোধী, জাতি-অজাতি আদি বিবিধ লোকৰ সমাগম হয় প্ৰভুৰ কাষত। প্ৰত্যেকৰে চিন্তাৰ ধাৰা, প্ৰবৰ্ত্তনৰ ৰীতি-নীতি, চিৰাচৰিত হিন্দু ধৰ্মৰ পৰিপন্থী হ'লেও, প্ৰভুৱে সেই সকলৰ আগত এনেকুৱা একোটা যুক্তিপূৰ্ণ মত গভীৰ ভাৱে আগবঢ়াব যে পৰিপন্থীসকলে মনে মনে সেই মত গ্ৰহণ কৰিব নোৱাৰিলেও নিজৰ মতটো ডঢ়াই ভাঙি ধৰিবলৈ যুক্তি-সাহসৰ বিলোপ সাধন হয়। অথচ, গৰাকীৰ কথাত সকলো সন্তুষ্ট নোহোৱাকৈ নেথাকে। অসম বিধান সভাৰ অধ্যক্ষ মহেন্দ্ৰ মোহন চৌধুৰীয়েই তাৰ প্ৰমাণ। সত্ৰলৈ সোমোৱাৰ আগতে তেখেতে প্ৰভুৰ মহিমা নিচেই কম বুলি ভাবিছিল—কিন্তু ওলাই আঁহোতে স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল গোসাঁই ঈশ্বৰৰ গভীৰ ধৰ্মজ্ঞান আৰু জ্যোৰ্তিময় প্ৰভাৱৰ মহিমা। দৰিদ্ৰৰ প্ৰতি দয়া আৰু ক্ষমাশীল গুণত প্ৰভু অদ্বিতীয়। দেশৰ উন্নতি বিধায়ক কামত মুক্তহস্তে দান কৰাতো অগ্ৰগণী।

ডেকা গোসাঁই অধিকাৰ গোসাঁইৰ সম্পূৰ্ণ ওলোটা। তেখেত সঙ্গীত-প্ৰিয় আৰু সাংসাৰিক ভাবাপন্ন। আধুনিক জগতৰ মনোভাৱৰ লগত নিজৰ চিন্তাপথ আৰু কাৰ্য্যৰ ধাৰা মিলাবলৈ তেখেতৰ অন্তৰ সদায় উৰাউল; কিন্তু অপৈণত শাস্ত্ৰজ্ঞান আৰু সীমাবদ্ধ অধ্যয়নেই তাৰ অন্তৰায় হৈ উঠে। মুখৰ শ্ৰী ধুনীয়া যদিও, পিত্ত প্ৰাবল্যই সৌন্দৰ্য্যত মোলান পেলাই থয়।

যজ্ঞেশ্বৰ বৰকাকতী মানুহজন বৰ চৌখিন। তেওঁ সকলোৰে খবৰ ৰাখে; বাতৰি-কাকতো পঢ়ে। অলপ ঔপন্যাসিকো অৰ্থাৎ উপন্যাস পঢ়াত ৰতি আছে। কিন্তু কাকো পেট ভাঙি কথা নকয়। শিষ্টাচাৰতো চূড়ান্ত। গৰাকীৰ তেঁৱেই প্ৰধান মন্ত্ৰী— সত্ৰৰ সকলো ভিতৰুৱা কথা, গোসাঁয়ে তেওঁৰপৰা হে শুনে। বৰকাকতীয়ে যেনেকৈ দিহা-পৰামৰ্শ দিয়ে, তেনেকৈ গোসাঁঞে সকলো কাম কৰে। সাতমান ভণীয়া বৰ মানোৱাই ভকত আছে যদিও, সিসকলৰ মতামতত বৰ গুৰুত্ব দিয়া নহয়।

আমাৰ যিজন ৰাজমেধি, তেখেতৰ নাম শ্ৰীৰুদ্ৰাম শৰ্মা—পূৰ্ব্বৰ ঘৰ দেৰগাঁৱত। সত্ৰতেই ল'ৰাকালৰপৰা বুঢ়া হলহি। পুথিপাঁজি চোৱা অশৌচাদিৰ ব্যৱস্থা দিয়া, কোষ্ঠী-সোঁৱৰণী কৰাত তেখেত সুপ্ৰসিদ্ধ। ওচৰ চুবুৰীয়া গাঁৱলীয়া ৰাইজেও তেখেতক বৰ সন্মান কৰে। আমাৰ চহৰখন, দক্ষিণপাটত নামদা' চহৰ বুলি হে আছে; চাহিং বুলি নাই। তেখেতৰ লগত আৰু ৪ জন ভকত থাকে। মদন বোলা যিজন, তেওঁ ডেকা ল'ৰা, ঘৰ ওচৰতে। কচাল গাঁৱৰ অমূল্য নামে ল'ৰা এটিও থাকে। মদন স্থায়ী। পাঠক এজনো থাকে। ডম্বৰু বোলা এটিও থাকে। তেখেতৰ বহাৰ দাঁতিতে পছিম পিনে থাকে এজন তেওঁ বৰ বুদ্ধিমান—মই নাম দিছিলোঁ এম এল এ। ভকতৰ ঘৰবোৰ বৰ মজবুত। বাঁহ কাঠেৰেই কৰা যদিও, বেৰৰ গাঁথনি, ওপৰ চাঙৰ বান্ধ বৰ নিকপকপীয়া। ৬ টা খোঁটালী আছে। খোঁটালীচোঁহত একাৰ। খিৰিকি নামত সৰু বিন্ধা একোটি মাত্ৰ আছে। ভিতৰত পালেং। পূবৰ পোনে দুফালে দুটা কোঠা, পছিমেও দুটা। পছিমৰ মূৰলৈ যিটো দুভাগীয়া কোঠা তাত ৰাজমেধি আৰু মদন শোৱে। মদন হাটীমতা। পাঠকে শ্ৰীৰাম চাপৰিৰ মাটিবাৰী চায়। অমূল্যই ভাত ৰান্ধে আৰু যাদব ৰায়ৰ কাম কৰে। কোঠা দুটাৰ মাজতে জুহাল, পাতত চাং কৰি খৰি শুকাই থয়। জুই চুঙুমায়েই। ডম্বৰুৱে ৰাতিপুৱাবলৈ এঘণ্টামান থাকোঁতে পুৱতী নাম ধৰিবলৈ যাব লাগে। মদনে খুটিলৈ যায়—গাখীৰ আনিবলৈ। অমূল্যই গা ধুই, ৰাজমেধি দেৱে সন্ধ্যাপূজা কৰাৰ পানী ফুল যতাই দিয়ে। গা-ধুই হে চাহপানী টেকেলি বা দেগটো জুইৰ ওপৰত বহাই দিব পাৰে—যেয়ে সেয়ে চুব নোৱাৰে। ৰাজমেধি দেৱে সন্ধ্যাপূজা কৰিয়েই নামঘৰলৈ যাব লাগে। নাম লগাবলৈ সেই কাৰণে তেখেতক বৰ নাম লগোৱাও বোলে। এখন চহৰৰ মালিক দেখি ৰাজমেধি বোলে। নামৰপৰা আহিয়েই ভাত খাহে। ভাত পানী খাই অলপ জিৰণি লৈ পুথি-পাঁজি চায়। তাৰ পিচত আঁলহী-দুলহী আহিলে সোধ-পোছ্ কৰে। ৰাজমেধি দেউৰে সংস্কৃতত অলপ জ্ঞান আছে আৰু সত্ৰৰ স্বাৰ্থৰ নিমিত্তে চিন্তা কৰে। বাকী বিলাক সিমান সত্ৰৰ নিমিত্তে ভবা মানুহ নহয়।

আহোম ৰজাই মাটিবাৰী দি পাতি থৈ নোযোৱা হ'লে, নাইবা বৃটিছ গৱৰ্ণমেণ্টে সেই দেৱোত্তৰ-ব্ৰহ্মোত্তৰ আৰু সত্ৰাধিকাৰ সকলৰ ৰাজনৈতিক সন্মান ৰক্ষা কৰি নোযোৱা হ'লে, আজি ৩০০ বছৰ কাল, দক্ষিণপাট হে নেলাগে

কোনো সত্ৰয়েই নেথাকিলহেঁতেন। আমি স্বাধীন হলোঁ। কংগ্ৰেছ গৱৰ্ণমেণ্টে সত্ৰ-সভা বিলাক মৰিমুৰ কৰিলে। মাটিবাৰী নিলে, সত্ৰৰ সম্পত্তি নিলে, গোসাঁই সকলৰ মৰ্যদা হানি কৰিলে আৰু সদৌ শেহত হিন্দু ধৰ্ম্মৰ ওপৰত মাদমাৰ বহুৱালে। বাহ্যিক পয়োভৰো ধৰ্ম্মৰ প্ৰতি আকৃষ্ট কৰা এটি প্ৰধান উপাদান। তাকে কংগ্ৰেছ গৱৰ্ণমেণ্টে ধ্বংস কৰিলে।

ওজা-বায়ন-বৰপূজাৰীৰ ভিতৰত নিত্যানন্দ শৰ্ম্মাই বিশেষকৈ চকুত পৰে। তেখেতে সদ-ব্ৰাহ্মণ, সুশ্ৰী আৰু সাত্বিক মহাপ্ৰভু ৺যাদৱ ৰায়ৰ উপযুক্ত সেৱক। বৰপূজাৰী অধিকাৰ গোস্বামীৰ সম্বন্ধীয়াও। তেখেতে শদিয়া চহৰলৈ গৈ বহুত পৰ্ব্বতীয়া মানুহক শৰণ-ভজন দিয়ে। বৰপূজাৰীৰ অমায়িকতা এটি বিশেষ গুণ। ভূতপূৰ্ব্ব অসমৰ মন্ত্ৰী গোপীনাথ বৰদলৈয়ে তেখেততে গুৱাহাটীত শৰণ লৈছিল।

গোসাঁই ঈশ্বৰৰ হাতী এটাতে উঠি এদিন ভকত দুজনে সৈতে মই আউনীআটী সত্ৰলৈ গৈছিলোঁ। সত্ৰখন লুইতৰ পাৰতে, মাজতে বৰ নামঘৰটো। সোমাই যাওঁতেই দোকান-পোহাৰ আৰু সংস্কৃত টোল পোৱা যায়। ভকতসকলৰ হাটীও বৰ পৰিস্কাৰ। ঠাইডোখৰ বাম। নামঘৰৰ দাঁতিত পুখুৰী দুটা আছে—কিন্তু পানী নাই। তাত পানী নৰয়। আউনীআটীয় সত্ৰাধিকাৰ প্ৰভু থকা ঘৰটি পকা আৰু ভকতৰ হাটীৰ পৰা অলপ আঁতৰত। প্ৰভুৰ ৰেডিঅ' আছে। থাকনি বঙলাৰ লগতে পূজাঘৰ। আগেয়ে সত্ৰৰ পালনাম়ো চাইছিলোঁ। এইবাৰ উদ্দেশ্য নোহোৱাকৈ গৈছিলোঁ।

আউনীআটীৰ পৰা ঘূৰি আহোঁতে কমলাবাৰী সত্ৰ চালোঁ। গোসাঁই গৰাকীক বৰ সাদৰি পালোঁ। তেওঁ জলপান পাতি খুৱাই হে মোক বিদায় দিছে। কেবাখনো গাঁও-ভূইৰ মাজে-মাজে গৈ থাকোতে সন্ধিয়া লাগি আহিল। বাটতে ভকতজনৰ মিতিৰ মানুহ এঘৰত সোমাই অলপ জিৰাব খুজিলে। আমিও মান্তি হলোঁ। গিৰিহঁতৰ ঘৰলৈ আমি আটাইকেউজন নামি গলোঁ। নগদ মাথোন ভকতজন। গিৰিহঁতঘৰে বৰ আস্তব্যস্তকৈ আমাক চাহ জলপান খুৱালে। পুহমহীয়া জাৰত গা সেৰেঙা লাগি গৈছিল। পুৱাৰলৈ জুই একুৰাও ধৰি দিলে। আমি খাই-বৈ এতাঁলত গিৰিহঁতজনে হাতীত থকা ভকতজনক বৰ ভাৱভিৰে চাহ এটুপি খাবলৈ কলেগৈ। কিবা এটা ঠেহৰ ভাব দেখুৱাই ভকতে নেখাওঁ বুলি জোকোৰা মাৰি পঠিয়ালে। এইজন ভকতেই আউনীআটীয় গোসাঁইৰ তাত মোৰ

পাচফালে বহি গোসাঁইক "থাকিব নোৱাৰে" বুলি অহঙ্কাৰ কৰি কথা কৈছিল। তেওঁ নেথাওঁ বুলি শুই থাকিল। ৰাতি বহুত হোৱা দেখি আমাকো শুবলৈ চাৰিপাটী পাৰ দিলে। পেহনিশা দেখোন ভকতটি কেঁকাই আছে—বাহিৰলৈ ওলাই গৈ দেখোঁ—তেওঁ হাতীৰ ওপৰৰপৰা লুটুপ কৰে তললৈ সৰি পৰিল আৰু উঠিব নোৱৰা হৈ মাটিতে পৰি কেঁকাই আছে। সেই ঘৰ মানুহতে ভকতটি তিনি মাহ থাকিব লগীয়া হ'ল। ডাক্তৰ-বেজ লগাই ৩ মাহৰ মূৰত হে আহিব পাৰিছে। গোসাঁই ঈশ্বৰৰ আগত মদগৰ্ব্বীভাৱে কথা কোৱাৰ ফল হাতে হাতে ফলিয়ালে, ভকতটি ঘূৰীয়া নহ'ল যদিও, গাৰ সাঁফি লৰিল। আউনীআটীৰ গোসাঁইৰ মহিমা নাই বুলি কোনে কয়? গোসাঁই মাহাত্ম্যৰ এইটি জাজ্জ্বল্য প্ৰমাণ নিজ চকুতেই দেখিলোঁ।

কমলাবাৰী সত্ৰ ঃ—কমলাবাৰীৰ হাটীবিলাক বৰ পৰিষ্কাৰ আৰু আটাই-বোৰ ঘৰ টিলু খেৰেৰে ছোৱা। ভকতবিলাক বৰ পৰিশ্ৰমী—সৰিয়হ খেতি, আলু খেতি সকলো কৰে। ভকতৰ গা হৃষ্ট-পুষ্ট—নিঘূণী। বামুণীয়া সত্ৰ-বিলাকৰ ভকতৰ গা লাহী আৰু নিশকতীয়া। কমলাবাৰীৰ ভকতৰ মূৰৰ চুলি দীঘল আৰু খোপাটোও উধনীয়া। ইয়াৰ ভকত সকলৰ নিত্য-নৈমিত্তিক নাম-গুণ গোৱাত আস্থা থকা যেন দেখা গ'ল। গৰু, মহ, খেতি-খোলা কৰিও নিয়মিতৰূপে পৌৰাণিক ৰীতি-নীতি মতেই এখেতসকলে কেৱলীয়া ধৰ্ম্ম ধৰি আছে।

নতুন কমলাবাৰী সত্ৰলৈ যাবলৈ নহ'ল। আউনীআটীৰে দক্ষিণপাটৰ মাজত থকা গাঁওবোৰৰ অৱস্থা শোক লগা—অঘৰীৰ দৰে অস্থায়ীভাৱে থাকে। ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াই আৰু কিছুমান দিনৰ মূৰত ইয়াৰ যে কিবা চিন থব আশা নাই।

সত্ৰবিলাকৰ শিষ্যও লাহে-লাহে কমি আহিছে। মোৰ বোধেৰে আৰু ৰছৰদিয়েকৰ মূৰত সত্ৰৰ নামেই নেথাকিবগৈ।

## দ্বিতীয় অধ্যায়

**ইন্সিয়বেঞ্চ কোম্পানীৰ এজেন্ট ঃ** ১৯২৪ চনত, কলিকতালৈ যাওঁতে, অম্বিকানাথ বৰাই মাৰ্টিন কোম্পানীত কাম কৰিছিল। সেই কোম্পানীয়ে "মেজ্ৰনেল ইণ্ডিয়ান লাইফ্ ইন্সিয়বেঞ্চ নামেৰে জীৱন বীমাৰ কোম্পানী এটা খুলিছিল। চাৰ ৰাজেন্দ্ৰ মুখাৰ্জী তাৰ ডাইৰেক্টৰ। বৰাই বৰকৈ ধৰাত মই তাৰ এজেঞ্চী ললোঁ। ১৯৩৯ চনলৈকে মোৰ এজেঞ্চী আছিল। যাঠি হেজাৰমান টকাৰ ইন্সিয়বেঞ্চ কৰায়ো ডিভিজনেল ইন্স্পেকটৰ নোপোৱাত সেই কাম এৰি পেলালোঁ। কাম এৰাৰ আৰু এটা কাৰণ হ'ল—বঙালীৰ বৰ বৰ কথা। বঙালীয়ে অসমীয়া বুলিলে নিচেই তুচ্ছ জ্ঞান কৰে। কিন্তু এজেঞ্চী লোৱাৰপৰা মোৰ বৰ উপকাৰ হ'ল। কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্য কৰিবপৰা হলোঁ; বহুত মানুহৰ লগত চিনাকিও হলোঁ। লগে লগে মণিৰাম দেৱানৰ কথা বুটলিবলৈও সুবিধা পালোঁ।

ইন্সিয়বেঞ্চৰ কাম কৰি, কিমান যে অভিজ্ঞতা লাভ কৰিলোঁ, কৈ অন্ত কৰিব নোৱাৰি। বলদেৱ মহন্তই যে লিখিছিল "সাধুক চিনিবা কৰি লেনদেন বিত্ত" সেই কথা এজেঞ্চী লৈ আখৰে আখৰে প্ৰমাণ পালোঁ। বহুতে মুখ সহিব নোৱাৰিয়েই বা ভৱিষ্যতৰ ধনৰ আশাতেই ফৰ্ম্ম খনত চহী কৰি দিয়ে—দৰ্কাৰ পৰিলে অলপ অলপ আগধনো দিয়ে। কিন্তু দুদিন-মান পাৰ হৈ গলেই ইন্সিয়বেঞ্চ কৰা মানুহজনে টকা দিব লগা কথাটো পাহৰি যায়। সোঁৱৰাই থাকিলেও কেৰেপকে নকৰে। মোৰ দিনত বৰ কম মানুহ হে পালোঁ যি চহী কৰি টকা দিবলৈ থেৰোগেৰো নকৰে বা নিদিয়েই। অৱশ্যে, তেতিয়া আমাৰ এইফালে ইন্সিয়বেঞ্চ কথাটো বৰ সঁচালনি হোৱা নাছিল। বৰ বৰ ধনী দুই চাৰিজনে হে লাইফ ইন্সিয়বেঞ্চ কৰিছিল। মানুহ একোজনক বুজাই-বৰাই ইন্সিয়ৰ কৰিবলৈও এজেন্টৰ কম বুদ্ধি বিবেচনা নেলাগে। এজেন্টে মানুহজনৰ অৱস্থা, সংস্থাপনৰ উপায়, তেওঁৰ পো-পৰিয়ালৰ সংখ্যা জানিব লাগিব। ফৰ্মত চহী কৰিবলৈ যোৱাৰ আগেয়ে মানুহজনৰ স্বভাৱ চৰিত্ৰ আৰু তেওঁৰ বন্ধু-বান্ধৱ বিলাকৰ বিষয়েও ভালকৈ জানিব লাগিব। মোৰ বোধেৰে, ব্যৱসায় আৰু ৰাজনীতিত উন্নতি কৰিবলৈ হলে পোনেই ইন্সিয়বেঞ্চৰ ধৰি আখৰা কৰা ভাল।



প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে বেণুধৰ শৰ্মাক
সাহিত্য একাডেমীৰ পুৰস্কাৰ প্ৰদান কৰিছে

বৰ ধনী হ’ব নোৱাৰিলেও, এজেঞ্চী লৈ একোজন অল্পশিক্ষিত ডেকাই টোক্-টোক-টাক্‌টাক্ কৈ একোখন সৰু সংসাৰ চলাই জীৱন নিৰ্ব্বাহ কৰিব পাৰে।

ইন্সিয়ৰেঞ্চ এজেঞ্চীয়ে মোক এবাৰ বৰ বিপদত পেলাইছিল। ১৯৩৮ চনত সেই বিপদৰপৰা হাত সাৰোঁ। তাৰ ঘটনাটো এই :—

নাগিনীজান চাহবাগিচাৰ ব্ৰাঞ্চ গাৰ্ডেন চটাই চাহ বাগিচা। সেই বাগিচাৰ ইনচাৰ্জ্জ আছিল নিৰ্ম্মল চন্দ্ৰ হাজৰিকা। তেওঁ পূৰ্ব্বে চাৰিঙত থাকি ল’ৰা পঢ়ুৱাইছিল; ঘৰ নামতিৰ কুমাৰ গাঁৱত।

ন-ন —;’অপাৰেচনৰ দিনত, তেওঁৰ বাগিচাৰ ঘৰতে থাকি খদ্দৰ কাপোৰ বেচিছিলোঁ। বহুত কৈ-মেলি তেওঁক লাইফ ইন্সিয়ৰ কৰিবলৈ মান্তি কৰালোঁ। তেওঁও দুহেজাৰ টকাৰ ইন্সিয়ৰ কৰিলে। এবছৰমান কিস্তিও দিলে। কিস্তি তিনিমহীয়া আছিল। সেই কিস্তিৰ ধন তেওঁ পোনে পোনে নপঠিয়ায়। মোৰ হাতত হে দিয়ে। পাচত-ক’লেগৈ বোলে কিস্তিৰ সময় পৰিলে যাতে মধ্যে যেন প্ৰিমিয়মটো দি দিওঁ। সেইমতে মধ্যো দুবছৰ-মান দিলোঁ। ৰচিদবোৰ মোলৈ আছে। তেওঁ যেতিয়া যি কিস্তিৰ যি টকা মোক দিয়ে, সেই কিস্তিৰ ৰচিদখনো তেওঁক দি দিওঁ। তিনিবছৰ মানৰ পিচতে হাজৰিকা মৰি থাকিল। চাৰিঙৰ হৰকান্ত দুৱৰা ডাক্তৰে তেওঁক পৰীক্ষা কৰিছিল। ইমান কম দিনৰ ভিতৰতে মৰা বাবে কোম্পানীৰ অলপ সন্দেহ হ’ল—জানোচা বেচি বয়সৰ মানুহটোক কম বয়সৰ বুলি দেখুউৱা হ’ল। তদন্ত চলিল। আমাৰ বিৰুদ্ধে সন্দেহ কৰিবলগীয়া প্ৰমাণ নেপাই, দাবীৰ টকা লাভে সৈতে মোৰ নামে পঠাই দিলে। মুঠ ২১০০ টকা আহিল। মোৰ প্ৰাপ্যখিনি মই লৈ বাকীখিনি টকা নি, নামতিৰ কুমাৰ গাঁৱত থকা নিৰ্ম্মল হাজৰিকাৰ ঘৈণীয়েকৰ হাতত দি দিলোঁ গৈ। তাতে নিৰ্ম্মলৰ পুতেকহঁতে, মই টকা খালোঁ বুলি কোম্পানীলৈ লেখি পঠিয়ালে। কোম্পানীৰ হৈ গুৱাহাটীৰ পৰা আসামৰ মেনেজৰ ৰমেশ মজুমদাৰ আহিল শিৱসাগৰলৈ। ভূপেন্দ্ৰ নাথ ঘোষ উকীল আৰু ৰামচন্দ্ৰ বৰা উকীল এই দুজনক চালিচ পাতি দিলে। তেওঁবিলাকে মোৰ ওপৰত অনা অভি-যোগৰ বিচাৰ কৰি চালত, মোৰ গাত একো দোষ নেপালে। বৰং নিৰ্ম্মলৰ পুতেকহঁতে মোক হে দিবলগীয়া হ’লগৈ। সেই কথামতে নিৰ্ম্মলৰ পুতেক মহীকান্তৰ লগত মোৰ কাজিয়া হ’লগৈ। কাজিয়া গৈ ফৌজদাৰী মোক-দ্দমাত পৰিল।

# একাদশ পৰ্ব্ব

## প্ৰথম অধ্যায়

**১৯৪৭ চনৰ দুৰৱস্থাৰ দিন :** ১৯৪৭ চনত মোৰ ভাই ধৰ্ম্মেশ্বৰ ঢুকায়। ঘৰতো বৌক এৰিব নোৱৰা হলোঁ। আইটী বুলি মানুহ এজনীয়েই ঠাই-ঠুহ সাৰি মচি দিয়ে। মাটিমলা নামেৰে খনিকৰ গাঁৱৰ মাহকী মানুহ এজনী ৰাতি থাকে। মই নিজে খৰি লুৰি বাইচাইকেলত বান্ধি ঘৰলৈ আনো, খৰি ফালোঁ, মঙ্গলবৰীয়া হাটলৈ যাওঁ। শিৱসাগৰলৈও যাব লাগে। গৰুও চাব লাগে। সৰু ভাই প্ৰচাদে বৰছলা বাগিছাৰ পৰা সপ্তাহত এবাৰ আহে। অজিতে গুৱাহাটীৰপৰা মাহে ৪০ টকা মান পঠিয়ায়। তাৰে ঘৰ চলোৱা বৰ টানেই। পথাৰৰ ধান আনি অকলে-অকলেই গৰু ফুৰাই মৰণা মাৰোঁ। মৰণা জোকাৰি, বা-দি আৰি সেই ধান জীৱন সিং কেঞাৰ ঘৰত বেচোঁগৈ।

যুদ্ধৰ পাচৰপৰা আমাৰ—আমাৰ হে নেলাগে সকলোৰে অৱস্থা পৰি আহিবলৈ ধৰিলে। কোনো মানুহে কাৰো ঘৰত কাম নকৰা হ'ল। পোনেই মিলিটেৰী ঠিকা ল'বলৈ যায়। ১৯৪৭/৪৮/৪৯ এই তিনি বছৰ বৰ দুখত গ'ল।

**দিল্লীৰ বুৰঞ্জী কংগ্ৰেছলৈ :** ১৯৪৮ চনৰ ডিচেম্বৰ মাহত দিল্লীত বহা সদৌ ভাৰতীয় বুৰঞ্জী কংগ্ৰেছলৈ যাওঁ। তেতিয়া গুৱাহাটীত শ্ৰীমান অজিত আছিল গোবিন্দ ভট্টাচাৰ্য্যৰ মাটিত ঘৰ ভাৰালৈ। তাতে দুৰাতি থাকি ২৪ ডিচেম্বৰত দিল্লীলৈ যাত্ৰা কৰোঁ। দিল্লীলৈ যোৱা সেয়ে প্ৰথম।

বুৰঞ্জী কংগ্ৰেছলৈ যোৱাৰ খৰচৰ নিমিত্তে আগতীয়াকৈ প্ৰধান মন্ত্ৰী গোপীনাথ বৰদলৈলৈ লিখালিখি কৰিছিলোঁ। কিন্তু তেওঁ খৰছ দিবলৈ পোনতে অমান্তি হৈছিল। এই বিষয়ে তেওঁক গুৱাহাটীৰ বাসস্থানত লগ ধৰাত মোৰ আবেদন কৰা পলম হ'ল বুলি ক'লে। চেপ্তেম্বৰ মাহতে দিয়া দৰ্খাস্ত কেনেকৈ পলম হ'ল বুলি সোধাত তেতিয়া কথাৰ সুৰ বদলি হ'ল। যেই

হওক, ডাক্তৰ ভুবনেশ্বৰ বৰুৱায়ো কোৱাত, পিচত তেওঁ খৰছ দিবলৈ মান্তি হ'ল।

দিল্লীলৈ যোৱা লগৰীয়া আছিল অধ্যাপক কেশৱ নাৰায়ণ দত্ত আৰু অধ্যাপক কৰুণানন্দ দত্ত। কেশৱ নাৰায়ণ মানুহজন চতুৰ আৰু বুদ্ধিমান। কৰুণা ধীৰ আৰু বিবেকী। দিল্লী বিশ্ববিদ্যালয়ৰ হোষ্টেলত আমাক থাকিবলৈ দিছিল। পুৰণি দিল্লী, কুতুব মিনাৰ, শাহজাহানৰ কিল্লা প্ৰভৃতি চাৰলগীয়া পুৰণি কীৰ্ত্তিচিন চাওঁ। আন আন ঠাইৰ পৰা বুৰঞ্জী গৱেষক, বুৰঞ্জীবিদ সকলৰ লগতে চিনাকি হওঁ। ঘূৰি আহোঁতে কলিকতাৰপৰা গেইটৰ বুৰঞ্জী দুখনমান কিনি আনো। কংগ্ৰেছৰ আলোচনাত কেশৱ নাৰায়ণ দত্তই ভাগ লৈছিল। তেওঁৰ কথাখিনি শুনি বৰ ভাল লাগিছিল।

বৌৰ মৃত্যু : দিল্লীৰপৰা ঘৰলৈ আহি বৌক শয্যাগত অৱস্থাত পাওঁহি। নিশকতীয়া গাৰেই বৌৱে ভাতপানী ৰান্ধি-থাই ফুৰিছিল। ফাগুণৰ-পৰা ভাদলৈকে বৌক শুশ্ৰূষা কৰিছিলোঁ। প্ৰহ্লাদৰ ঘৈণীয়েক আছিল। অজিতৰ মাক গুৱাহাটীতে আছিল। ঘৰত কোনো নাই। ময়ে হগা-মুতা ধুৱাব লাগিছিল, দৰবপাতিও দিব লাগিছিল। বাপুকণ দোকানীয়ে (দামোদৰ কটকী) যেনিবা নিতৌ খবৰ লৈছিল। প্ৰহ্লাদো টীয়কৰ পৰা শনিবাৰে শনিবাৰে আহে। ভাদৰ ২৪ দিন যাওঁতে, শনিবাৰে কৃষ্ণা-তৃতীয়া তিথিত বৌৰ মৃত্যু হয়। পইচাৰ বৰ অভাৱ হোৱাত শৰাধটো শাস্ত্র-সমস্তকৈ কৰি থোৱা হল।

চাৰিং এৰি গুৱাহাটী আৰু কলিকতালৈ : ধনী থানিকৰৰ হতুৱাই চাৰিঙত থকা মোৰ কিতাপ, আলমাৰী আদি গুৱাহাটীলৈ 'বুক" কৰাওঁ। ১৯৫০ চনত চাৰিং এৰো। গুৱাহাটীত অজিতে ও মাধৱ ভট্টাচাৰ্য্যৰ ঘৰ এৰি, চেনিকুঠীলৈ যায়। চেনিকুঠীৰ ঘৰতে মোৰ কিতাপ-পত্ৰবোৰ থোৱা হয়।

১৯৪৯ চনত মণিৰাম দেৱান ছপা কৰিবলৈ কলিকতালৈ যাওঁ। ১৩৫ এ, মুক্তাৰাম বাবু ষ্ট্ৰীটৰ ঘোষ প্ৰেছত, কিতাপ ছপাবলৈ দিওঁ। প্ৰেছৰ অফিচতে ৰাতি শুই থাকোঁ—হোটেলত ভাত খাওঁ। প্ৰেছটোৰ টাইপ ভাল, কিন্তু কামত বৰ দেৰি; ইয়াত কম্পজ কৰি আন ঠাইত ছপাই আনেগৈ।

কটক বুৰঞ্জী কংগ্ৰেছ :—১৯৪৯ চনৰ ডিচেম্বৰত কটকলৈ যাওঁ—বুৰঞ্জী কংগ্ৰেছত যোগ দিবলৈ। কটক ইউনিভাৰ্চিটিৰ ৰেভেনস্ব কলেজত আমাক থাকিবলৈ দিছিল। তাৰ পৰা পুৰী জগন্নাথ চাওঁগৈ। সকলো 'ডেলিগেটে'ই

চাবলৈ গৈছিল। অসমৰপৰা যোৱা শুনি মোৰ গুচৰলৈ অসমৰ পাণ্ডা গৈ, মোক বিনা পইচাই জগন্নাথৰ মূৰ্ত্তি সেৱা কৰাই আনেগৈ, পাণ্ডাৰ ঘৰলৈ গৈ আমাৰ যাত্ৰী বিলাকৰ চিঠি আৰু কন্দৰ্পেশ্বৰ ৰজাৰ চিঠি-নকল আনোঁ। ৰুদ্ৰসিংহৰ দিনত ৫০০ উৰীয়া বামুণ অসমলৈ আহিছিল—সেই কথাৰো কাগজ পাওঁ। মণিৰাম দেৱানৰ চিঠি এখনো আনো।

সাগৰত গা ধোওঁ: ঢৌ দেখি বৰ ভয় লাগিছিল, কিন্তু তত্তালিকে মাৰ যোৱাত ভয় নলগা হ'ল। সাগৰত গা-ধোওঁতে সূৰ্যোদয় দৃশ্যটো চাই বৰ ভাল লাগিছিল। পুৰীৰ বুৰঞ্জী বিভাগে আমাক টি পাৰ্টি দিছিল।

কোণাৰক মন্দিৰলৈ : পুৰীৰ পৰা ৪খন বাচেৰে আমাক কোণাৰক মন্দিৰলৈ নিয়ে। কোণাৰক মন্দিৰটো দেখিয়েই ভীত। আমি শিৱদৌল-জয়দৌলটোকে বৰ ডাঙৰ বুলি ভাবি আছিলোঁ। কিন্তু কোণাৰক (কোণ+অৰ্ক) মন্দিৰ চাই সেই ধাৰণা ফুটতে উৰিল। তাৰ দাঁতিত থকা প্ৰকাণ্ড প্ৰকাণ্ড হাতী আৰু ঘোঁৰাৰ মূৰ্ত্তি আৰু মন্দিৰৰ ওপৰত সূৰ্য্যমূৰ্ত্তি চক্ৰ দেখি তম্বান খালোঁ। সাগৰৰ পৰাও বহুত দূৰ। কিন্তু মন্দিৰৰ বাৰীখন ধুলিৰে ভৰা।

ভুৱনেশ্বৰ মন্দিৰো চালোঁ। সৰোবৰৰ মাজত থকা মন্দিৰৰ দৃশ্যটো বৰ গহীন আৰু সুন্দৰ। দাক্ষিণাত্যৰ মন্দিৰ বিলাক চাই হে আমাৰ অতীত সভ্যতা কিমান উন্নত আৰু উৎকৃষ্ট, বুজিব পাৰি। উৰীয়া গাঁওও চাবলৈ গৈছিলোঁ। তাত নাম গোৱা বা সংকীৰ্ত্তন শুনিলে, অসমতে আছোঁ নে উৰিষ্যাতে আছোঁ কব নোৱাৰি। অসমীয়া উৰীয়াৰ ইমান সাদৃশ্য যে, কোন জাতি আগ কোন জাতি পাচ ধৰাই টান। উৰীয়া অসমীয়াৰ অতীত বুৰঞ্জী প্ৰকৃততে প্ৰধান গবেষণাৰ বিষয়। শব্দ, উচ্চাৰণভঙ্গী, তামোল খোৱা দস্তুৰ আৰু গাঁৱত নামগুণ গোৱা নিয়ম—আটাই বোৰ অসমীয়াৰে সৈতে প্ৰায় একেই, কেৱল 'স' টো মাত্ৰ 'ছ' বুলি উচ্চাৰণ কৰে।

মাদ্ৰাজৰ ফালে যাবলৈ মন আছিল। কিন্তু টকাৰ অভাৱত যাব নোৱাৰিলোঁ।

শৈলেন্দ্ৰ প্ৰসাদ বৰুৱা : মই 'মণিৰাম দেৱান' কিতাপ ছপাই থাকোতেই শিৱপ্ৰসাদ বৰুৱাৰ পুতেক শ্ৰীমান শৈলেন্দ্ৰ প্ৰসাদ বৰুৱা কলিকতালৈ যায়। সোণাৰিৰ পাৰ্বতি বৰুৱাও যায়। শৈলেন্দ্ৰক এদিন কলোঁ বোলোঁ মোৰ মণিৰাম দেৱানখন ছপা কৰিছোঁ; আৰু অলপমান কাগজৰ

অভাৱত ছপা শেষ কৰিবপৰা নাই। তুমি টকা বা কাগজকে দি ছপাকাম খিনি সম্পূর্ণ কৰিব নোৱাৰা নে? আগেয়েও সহায় কৰিম বুলি কৈছিলা। সোণে ( শৈলেনৰ নাম ) তৎক্ষণাৎ তেওঁ থকা ঠাই নিউ পার্ক চার্কাচলৈ মাতিলে। পাচদিনা ৰাতিপুৱা তেওঁৰ ঘৰ ওলালোঁগৈ। পোৱা মাত্রকে চাহ আনিবলৈ কৈ মোক দেৱানৰ জীৱনী অলপ পঢ়ি শুনাবলৈ ক'লে। পঢ়ি এঁতালত ঘৈণীয়েকক ( কমলেশ্বৰ বৰুৱাৰ জীয়েক ) "শুনাহিচোন, শুনাহি দদাইদেৱৰ মণিৰাম দেৱান। বৰ সুন্দৰ হৈছে।" ঘৈণীয়েকক শুনিবলৈ কৈ তেওঁ অলপ "appetising" (মদ) খাই আহোঁ বুলি ভিতৰলৈ গ'ল আৰু খাই আহিয়েই মোক ক'লে, "বলক, খোংৰাপটিলৈ যাওঁ। আপোনাক কিমান কাগজ লাগে অর্ডাৰ টো দি আহোগৈ।" এই বুলি, তেওঁ মটৰখন লৈ মোক খোংৰাপটিত (Old China bazar) থকা তেওঁবিলাকৰ বাগিচাত কাগজ দিয়া দোকান পালোঁগৈ আৰু তৎকণাৎ মোক যিমান কাগজ লাগে দিবলৈ অর্ডাৰ দিলে। সেই কাগজ নি এলম্ প্রেছত দি দেৱানৰ পৰিশিষ্ট ভোখৰ ছপালোঁ। শৈলেনে সহায় নকৰা হ'লে দেৱানৰ জীৱনী উলিয়াব পৰা নহলহেঁতেন। শৈলেনক এখন মাত্র কিতাপ উপহাৰ দিলোঁ। তেওঁ বেলেগে আকৌ দুখন কিনিলে।

এইখিনিতে শৈলেন্দ্রপ্রসাদ বৰুৱাৰ সাহিত্য পৃষ্ঠপোষকতাৰ বিষয়ে এষাৰ কথা উল্লেকিয়াই থোৱা ভাল। তেওঁ মণিৰাম দেৱান দুখনকৈ কিনি, বৈঠক-খানাৰ আলমাৰীত সুমাই থৈছেগৈ আৰু উপহাৰ দিয়াখনো থৈছে। নকুল ভূঞাৰ দদাইদেৱাক শ্রীৰামচন্দ্ৰ ভূঞাক শৈলেনে বিয়া এখনত লগ পাই কলে (মোলৈ আঙুলিয়াই) এখেতৰ মণিৰাম দেৱান কিতাপখন বৰ বঢ়িয়া হৈছে। এনেকুৱা কিতাপ ওলোৱাই নাই। ভূঞাই সুধিলে—"বোপা, মণিৰাম দেৱান কিমান বয়সত মৰিল?" শৈলেনে অবাক হ'ল, "এৰা,কেতিয়া মৰিল চোৱাই নাই।"

কিনো কিতাপ পঢ়িলা তেন্তে। —বুলি ভূঞাই ক'লত লাজ পালে। লাজেই পাওক বা চন্দুৱাই পৰক, শৈলেন্দ্রই কিতাপ নপঢ়িলেও একো হানি নাই। কিতাপ পঢ়াৰ লগত শৈলেনৰ সম্পর্ক নাই; সম্পর্ক—বাগিচা চলাই কেনেকৈ টকা ঘটা যায়। কিন্তু, ধনৰ কুবেৰ যদিও ভাল মানুহৰ ঘৰৰ ল'ৰা শৈলেন্দ্র। তেওঁৰ শিৰায়-শিৰায় জ্ঞান স্পৃহাৰ ঐতিহ্য সোমাই আছে। কিতাপ কিনি যে তেওঁ আলমাৰীত (লোকক দেখুৱাবলৈ হলেও) সুমাই থৈছেগৈ, সেয়ে

ধনী শৈলেন্দ্ৰৰ সাহিত্যৰ প্ৰতি দেখুউৱা ডাঙৰ সন্মান। অকল কিতাপ কিনা মানুহো আমাক লাগে। অৰ্থাৎ চমজদাৰো লাগে। আমাৰ কিতাপ ছপা হয়, দোকানতে সেইবোৰ ভেঁকুৰে গ্ৰাহকৰ অভাৱত। শৈলেন্দ্ৰৰ বংশ সাংস্কৃতিক ঐতিহ্যৰেৰা মই জীয়াই থাকো মানে পাহৰিব নোৱাৰোঁ। শৈলেনে মদ্য পান কৰিছিল বুলি শুনা যায়, কিন্তু মোৰ আগত কেতিয়াও নেখাইছিল। অইন কি চুৰুত এটাও খোৱা নেদেখিলোঁ। এদিন হোঁপা এটা মাৰোতেই, মই হঠাতে ওলোৱাত, চুৰটটো দলিয়াই পেলালে। শৈলেনে ধনী বুলি নিচেই দুখীয়া মানুহৰ প্ৰতিও বৰ মৰমিয়াল আছিল।

সাধাৰণতে মটৰৱালাই, বাটে-পথে খোজকাঢ়ি যোৱা আপোন মানুহ বা বন্ধু এজন লগ পালে কেতিয়াও মটৰত তুলি নলয়। আনকি, কেনেবাকৈ তুলিব লাগে বুলি মাত্ত এষাৰকে নলগায়। দৈবাৎ তুলি ল'ব লাগিলেও পাচফালৰ মালে-মটঙ্গে ভৰি থকা 'চীটটোতে' বহিবলৈ কয়— সেই সময়ত তেওঁ যেনিবা পেৰা-পেটাৰীৰ লগৰে এটি বস্তু হে। মটৰ থকা বুলি জানিলে ঠেলা-হেঁচাকৈ হলেও আগতে বহুৱাই ল'ব। উজনি অসমৰ কেইজনমান টী প্লেন্টাৰৰ এনেকুৱা খ্যাতি আছে বুলি সকলোৱে জানে।

শৈলেন্দ্ৰ প্ৰসাদো টী প্লেন্টাৰ। দেউতাক ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা ৭/৮ খন চাহবাগিচাৰ মালিক। তেওঁ কিন্তু এই শ্ৰেণীৰ 'সদাশয়' টী প্লেন্টাৰৰ ভিতৰত নপৰে। এওঁৰ কথাই সুকীয়া।

এদিন মই গোৱালপাৰৰ মঙ্গলবৰীয়া হাটবপৰা আহিছোঁ। মোৰ বাই-চাইকেলখনত দুকাপ বেত আৰু শাক-পাচলিৰ টোপোলা এটা আৰু দুটা-মান মাছ। এইবোৰ বস্তু-বাহানি লৈ বাইচাইকেল মাৰি অহা মানুহজন যে কেনেকুৱা অৱস্থাৰ সহজেই বুজিব পাৰি। মটৰ চলাই অহা ভদ্ৰলোকজনৰ মানত এই বাইচাইকেল আৰোহীজন যে নগন্য প্ৰাণী, নকলেও হ'ব। মিটিং-ছিগাৰ ওচৰতে শৈলেন বৰুৱাই মোক পাচফালৰ পৰাই চিনি পাই কো-কো কৰে চলাই অনা মটৰখন থপকৰে ৰখালে আৰু মোক মটৰত উঠিবলৈ কলে আৰু ড্ৰাইভাৰটোক (বা হেণ্ডীমেনটোক) বাইচাইকেলখন লৈ আহিবলৈ আদেশ দিলে। সেইখিনিৰ পৰা ২ মাইলমান আহিয়েই চলিহা আলিৰ মুখত মোৰ কথামতেই মোক নমাই দিলে আৰু অলপ পিচতে ড্ৰাইভাৰটোৱে লৈ যোৱা চাইকেলখন মোক দিলেগৈ। শৈলেনৰ অন্তৰখন কোমল দেখিয়েই হ'বলা মোৰ প্ৰতি এইফেৰা কৰুণা প্ৰকাশ কৰিলে।

# দ্বাদশ পৰ্ব্ব

## প্ৰথম অধ্যায়

**জামুগুৰিত চাৰিদিন :** তেজপুৰৰ পৰা উজাই ভৰলী নৈৰ পাৰত জামুগুৰি। তাতে বহাগৰ ৬ তাৰিখে ( ১৮৭৪ শকৰ বা ১৯৫২ চনৰ ১৯ এপ্ৰিল শনিবাৰে ) বিহুমেলা হ'ব। তালৈকে সভাপতি হ'বলৈ, শ্ৰীমান গোলাপ চন্দ্ৰ বৰুৱা আৰু শ্ৰীমান তিলক চন্দ্ৰ বৰঠাকুৰে মোক চেনিকুঠীৰ (গুৱাহাটী) ঘৰত জনাই গলহি। মোক নিমন্ত্ৰণ কৰিলে মূল সভাৰ সভাপতি স্বৰূপে আৰু তাৰ আগ দিনা বহিব লগা কৃষ্টি সভাৰ সভাপতি ৰূপে নিমন্ত্ৰণ কৰিলে সমাজবাদী লেখক শ্ৰীমান বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যক। আমি দুয়ো একেলগে গুৱাহাটীৰ পৰা ইং ১৭ তাৰিখেই "বাছত" উঠি নগাঁৱলৈ যাত্ৰা কৰিলোঁ। তাৰপৰা পিচদিনা ৰাতিপুৱা ৬ বজাতে শিলঘাটৰ 'বাছ' ধৰি জামুগুৰি মুৱা হ'লোঁ। শিলঘাটতে জাহাজত উঠি আঠ মান বজাত জামুগুৰিলৈ সোমোৱা পাণপুৰ ঘাটলৈ পাৰ হ'লোঁ।

জাহাজৰ পৰা নামিয়েই আদি পোৱা নেযায়। ঘাটৰপৰা আলিলৈ যাওঁতে সৰু বালি চাপৰি এটি ব্ৰহ্মপুত্ৰৰে সৰু এৰা সুঁতি এটি আৰু ঘিলাধাৰী নৈ পাৰ হ'ব লাগে। ঘাটত নামিয়েই আমাৰ টালি-টোপোলাবোৰ লবলৈ ধৰিছোঁ, এনেতে, দেখিলোঁ, বিহুমেলাৰ হে শ্ৰীমান গোলাপ বৰুৱা আৰু শ্ৰীমান পুণ্যেশ্বৰ ভূঞাই আমাক আগবঢ়াই নিবলৈ আহিছে। তেওঁবিলাক দুজনক পঠিয়ায়েই বিহুমেলাৰ অভ্যৰ্থনা সমিতি সন্তুষ্ট থকা নাছিল। মেলাৰ ঘাই সম্পাদক ডাক্তৰ প্ৰভাত শইকীয়াই সুকীয়াকৈ আকৌ একোখন চিঠি দি ঘাটতে আমাক অভ্যৰ্থনা জনায়হি।

ঘিলাধাৰী পাৰ হৈয়েই আমি আলিত উঠিলোঁ। নৈ-পাৰ হোৱাও বৰ সঙ্কটজনক আছিল। একেখন নাৱতে একেবাৰতে ইমান ভৰা হৈছিল যে সেই অকণমান নৈখন পাৰ হওঁতেই আমি বুৰোঁ-বুৰোঁ যেন দেখিছিলোঁ। তথাপি, ভয়ে সংশয়ে পাৰ হলোঁ। পাৰত, ডাঃ প্ৰভাত শইকীয়াৰ মটৰখন

আমাক নিবলৈ বৈ আছেহি। খিলাধাৰী পাৰত নেপালী গাঁও আৰু এৰাসুঁতিৰ খলা-বমা চাপৰি। তাৰপৰা ছুমাইলমান আহিয়েই অসমীয়া গাঁও এখন পালোঁ। গাঁওখনৰ নাম পাচি-গাঁও। নামটো শুনি ভাল লাগিল। ভাবিলোঁ:—কিছু মাৰি নামৰ আন্তিগুৰি বিচাৰিম। আমাক নি পোনে পোনেই ডাক্তৰ শইকীয়াৰ ঘৰত থলেগৈ। গাল-ঠুটৰিৰ জাবৰ বোৰ গুচাই অৰ্থাৎ ডাটি খৰাই গা-পা ধুই আধুনিক ধৰণেৰে চাহ-জলপান গ্ৰহণ কৰা হ'ল। এই বছেৰেকৰ কিছু দিনা চাহপানী টোপাৰ লগত ডুভোখৰমান টিনত অহা বিস্কুট নথকা হ'লে জলপানটোক অৱশ্যে আধুনিক নোবোলাকেও পৰা হলহেঁতেন। পিঠাপনাৰ নাম উচ্চাৰণ হৈছিল যদিও, ডাক্তৰদেও, ডঙ্গুৱা আৰু তাত ন-কৈ বহা বাবে বিস্কুটকে যেণী পিঠা বুলি টকালি পাৰি খোৱা হ'ল। ডাক্তৰী কামত ভৰ্ত্তি হোৱা শইকীয়াৰ অলপ দিন হে হৈছে।

তাৰ পিচত ভাত পানী খাই-বৈ ঘোঁৰা-বাগৰ এটা মাৰি সভাঘৰৰ ফালে গমন কৰিলোঁহঁক। সভা বহিছিল জামুগুৰি নাট্যমন্দিৰত। যথা-নিয়মে প্ৰস্তাৱিত সমৰ্থিত হৈ শ্ৰীমান বীৰেন ভট্টাচাৰ্য্যই সভাপতিৰ আসন গ্ৰহণ কৰিলে। কৃষ্টিসভাৰ হৈ শ্ৰীমান মাণিক বৰঠাকুৰে সভাপতিক ফুলাম গামোচা এখনেৰে বৰণ কৰিলে। সভাপতিয়ে সেই বিছবান খনকে ভিত্তি মেৰাই লৈ অভিভাষণ পাঠ কৰিবলৈ উঠিল। কিন্তু সক সক ল'ৰা-ছোৱালী-বোৰৰ কোঢ়ালত কাৰো মাত-ক'তো শুনা নগল। হয়, হে তেজপুৰীয়া অভ্যাগত শ্ৰীযুত চন্দ্ৰ নাথ গোস্বামীয়ে ২/৩ বেলি 'কোঢ়াল নকৰিব কোঢ়াল নকৰিব' বুলি বজ্ৰধ্বনিৰে ক'লে, তথাপি, হাই-উকমি শাম নেকাটিল। ইপিনে মাইকৰ যন্ত্ৰতো আঁৰ লাগিল। সভা ভাগিবৰ হৈছে। এনেতে কোনোবা এখন বাগিচাৰ চাহাব-মেম এযুৰি সভাঘৰত উপস্থিত হ'লহি। তেওঁবিলাক আহিছিল শিল্পী শ্ৰীযুত গজেন্দ্ৰ নাথ বৰুৱাৰ নৃত্যলীলা চাবলৈ। অভ্যাগত দুজনৰ মনোৰঞ্জনৰ অৰ্থে গজেন বৰুৱাই এটি সুন্দৰ নৃত্য ভঙ্গিমা দেখুৱালে। কৃষ্টিসভাৰ কাৰ্য্যক্ৰমনিকাখন ইমান দীঘল হৈছিল যে মানুহৰ আমনি লাগি গৈছিল। নিশা আঠমান বজাত সভা ভাগিল। সকলো ঘৰাঘৰি গ'ল। সভালৈ তিনি চাৰি মাইল আঁতৰৰ পৰাও মতা-মাইকী, লৰা-ছোৱালী, ভাগি-ভুঁহৰি আহিছিল খোজ কাঢ়িয়েই।

১৯ তাৰিখে ৰাতিপুৱা চাহ খায়েই শ্ৰীযুত গোপাল কৃষ্ণ বৰুৱাৰ ঘৰলৈ আহিলোঁ। শ্ৰীমান গোলাপ বৰুৱাই আমাক বৰুৱাৰ তালৈ লৈ গৈছিল।

গোপাল কৃষ্ণ স্থানীয় মৌজাদাৰ। বিশ্ববিদ্যালয়ৰ গ্রেজুৱেট আৰু ধনেবস্তুৱে প্রতিপত্তিশালী। তেওঁৰ অকুণ্ঠিত বদান্যতাৰ গুণতে জামুগুৰিৰ প্রায় ডাঙৰ-ডাঙৰ অনুষ্ঠান বিলাক প্রতিষ্ঠিত আৰু জীৱন্ত হৈ আছে। স্থানীয় নাটঘৰ, ডাক্তৰখানা, হাইস্কুল সকলো তেওঁৰ চেষ্টা আৰু দানৰ ফলতেই হোৱা বুলিব লাগে। মানুহজনৰ লগত কথা পাতি বৰ ভাল লাগিল। "তৰুণ অসম'ত থাকোঁতেই তেওঁৰ দেউতাকৰ লগত মোৰ পৰিচয় আৰু আমাৰ চিহ্নিত-চাৰ্জ্জন সাহিত্যিক ডাক্তৰ হেমচন্দ্র বৰুৱাৰ ভতিজাক বুলিও জানো। তথাপি চকুৱে চকুৱে দেখাদেখি হোৱা নাছিলোঁ। এইবাৰ তেওঁৰ লগত চা-চিনাকি হোৱাত, পুৰণি পৰিচয়েই গাঢ় হ'ল। গোপাল-কৃষ্ণ বৰুৱাৰ সম্ভাষণ আৰু আচৰণত যি অমায়িকতা তেনে অমায়িকতা পাবলৈ বৰ টান। দেশখন বৰ্ত্তমান কোন ঢালে গৈছে তাৰ কথাকে তেওঁ বীৰেনৰ লগত পাতিয়েই আছিল। ৰাজহুৱা জীৱনত গা-লাগি ফুৰা নাই যদিও, তেওঁ দেশৰ পৰিস্থিতি সম্বন্ধে এচুকীয়া ঠাইত থাকিও ভবা-চিন্তা কৰি থাকে। দুপৰীয়া ভাতে খাই-বৈ ভাত ঘুমটি এটা মাৰি প্রভাত ডাক্তৰৰ ঘৰেদি সভালৈ বুলি গলোঁ। ডাক্তৰৰ ঘৰতে মুখ্য অতিথি অহালৈ অপেক্ষা কৰি আছোঁ। মূল সভাৰ মুখ্য অতিথিৰূপে আমন্ত্রিত হৈছিল যোগান মন্ত্রী শ্রীযুত মহেন্দ্র মোহন চৌধুৰী। ডাক্তৰৰ ঘৰতে বহি চৌধুৰীলৈ বহুত বেলি খাপ দি থকাৰ মূৰত, তেখেতে চভীয়া ফালৰপৰা ওলালহি আৰু ডাক্তৰৰ দুৱাৰ মুখতে মটৰ ৰখালে। সভাৰ কৰ্ম্মী এজনে মোকো সেই মটৰতে উঠি সভাঘৰলৈ যাবলৈ ক'লে।

জামুগুৰি হাইস্কুলৰ চোঁতালত (প্রাঙ্গন নোবোলো) প্রদর্শনী বহিছে। মুখ্য অতিথি ডাঙৰীয়াই সেই প্রদর্শনীৰে দুৱাৰ মুকলি কৰিব লাগে। আগ-দিনা কৃষ্টি সভাত বৰ হাই-উকমি হোৱা বাবে এইদিনা বহিব লগা বিহুমেলাৰ মূল সভাখন স্কুলৰ চোঁতালত বহুৱাবলৈ থিৰ কৰা হ'ল। চৌধুৰীয়ে প্রদর্শনীৰ দুৱাৰ মুকলি কৰি দিয়েই চাৰিওফালে প্রদর্শনীত দেখুউৱা বস্তুবোৰ পাক এটা মাৰি চাই ললে। মই কিন্তু প্রদর্শনী চাই ভাল নেপালোঁ। কাৰণ তাৰ সৰহ ভাগেই বিদেশী বস্তু—স্থানীয় মানুহে তৈয়াৰ কৰা এপদ বস্তুও নাই। বিহুমেলাত আমাৰ জাতীয় শিল্পৰ বস্তু দুটামান চাবলৈ পোৱা হ'লে সন্তোষ পালোঁহেঁতেন। প্রদর্শনী পতাত চৰ্কাৰেও বোলে যথেষ্ট সহায় কৰিছিল। যি যি কি নহওক, বস্তু চাই চৌধুৰী সপাৰিষদে সভাৰ মধ্যত বহিলগৈ।

বিহুমেলাৰ সভা। মন্ত্ৰী ভাণ্ডৰীয়াই প্ৰায় ডেৰঘন্টা সময় সৰহ শস্য উৎপাদন কৰা সম্পৰ্কে এটি দীঘলীয়া বক্তৃতা দিলে। বিহুৱলীয়া সম-জুৱাসকলে বক্তৃতাটো শ্ৰৱণ কৰি কেনেভাৱে গ্ৰহণ বা উপলব্ধি কৰিলে বুজিব পৰা নগ'ল। আগদিনাৰ দৰেই আজিও মন্ত্ৰী ভাণ্ডৰীয়াক গামোচা এখনেৰেই আদৰা হৈছিল।

চৌধুৰীৰ বক্তৃতা শেষ হলত, মোক বিহুমেলাৰ সভাপতি প্ৰস্তাৱ কৰা হ'ল আৰু যথাক্ৰমে বাকীখিনি কৰাৰ পিচত, গামোচা এখনকে বিহুৱান দি ওলগ জনালে। ফুলৰ মালাৰ সলনি যে বিহু উপলক্ষে ন-গামোচা এখনকে দি মান ধৰিছে, তাৰ বাবেই আমুগুৰিৰ বিহুমেলা পাতোতাসকল শলাগৰ পাত্ৰ। সভাত মুখেৰে কোৱা কথা, তেতিয়াই একাণে শুনি সমজুৱাসকলে সিকাণে উলিয়াই পঠিয়ায়। সেই কাৰণে, আমুগুৰিৰ নিচিনা সাতবিহু পতা ঠাইত ধাৰছেৰেক কথা ভাবিচিন্তি লেখি লৈ গৈছিলোঁ। পিচে, পঢ়া কম হ'ল, মুখেৰে হে সৰহ ভাগ কোৱা হ'ল। কিয়নো, লেখি নিয়া অভিভাষণ খন সভাসদসকলৰ মনঃপুত হ'ব যেন নেলাগিল। "আমি ঘৰতেই আলহী" আৰু "আৰ্জ্জে নদ গুৱালে খায় খৰাশিয়ালে" বুলি কওঁতে সমজুৱাৰ মাজত হাতচাপৰিৰ আউৰি উঠিছিল। গধুলি কাচিন তোলাৰ পুনিৰাম নামে মানুহ এজনে ডাক্তৰ শইকীয়াৰ ঘৰত মোৰ বক্তৃতাৰ বিষয়ে কৈছিল— "আপোনাৰ বক্তৃতাটো পকা মাটিকঠাল হে যেনিবা, মাজতে অলপ খৰ হে হ'ল।" তেওঁৰ মন্তব্যটো শুনি ভাল পালোঁ। আজিকালি জগতখনেই তোষামোদী। সভাপতিয়ে বেয়া পায় বুলি সভাপতিৰ বক্তৃতা ভাল হ'ল নে বেয়া হ'ল বুলি আগত কোনেও নকয়—বৰং ভাল হৈছিল বুলিয়েই সকলোৱে কৈ থয়।

পুনিৰামৰ ঘৰত তামৰ ফলি এখন আছিল। তাৰে সন্তেদ তেওঁ মোক দিলে। নিশালৈ থিয়েটাৰ এটা পতা হৈছিল। থিয়েটাৰ আগপাচ ধৰিছিল তেজপুৰৰ কংগ্ৰেছ সেৱক, বিখ্যাত শিল্পী অভিনেতা শ্ৰীযুক্ত চন্দ্ৰনাথ গোস্বামীয়ে আৰু মৌলিক শিল্পী শ্ৰীযুত গজেন্দ্ৰনাথ বৰুৱাই।

২০ তাৰিখ দেওবাৰে ৰাতিপুৱাই ওলালোঁ আমুগুৰিৰ দাঁতিয়ে-কাষৰে থকা গাঁওবোৰ চাবলৈ। লগত ওলাল শ্ৰীমান গোলাপ। এওঁৰেই মোৰ সেই কেইদিনৰ নিমিত্তে লগৰীয়া, সকলো কথাৰ সন্তেদ দিওঁতা আৰু বাট-কটীয়া। মৌজাদাৰৰ ঘৰৰপৰা ওলাই গৈয়েই ভূঞাচুকৰ ডেকাহুন্দৰ

আউটি পালোঁগৈ। তাতে শ্ৰীযুত গঙ্গাৰাম বকৱাৰ পুত্ৰ শ্ৰীযুত গজেন বকৱাৰ ঘৰলৈ গলোঁ। আগদিনা শ্ৰীযুত গঙ্গাৰাম বকৱাক গজেনৰ দেউতাক বুলি পৰিচয় পাতি দিলত তেখেতেই মাতি গৈছিল। গজেন বকৱা এজন নৃত্যকলাৰ সুন্দৰ শিল্পী। তাহানি 'তৰুণ অসম'ত থাকোঁতেই এওঁ বোম্বাইত লাভ কৰা সুখ্যাতিৰ বিষয়ে ছবি আৰু বাতৰি প্ৰকাশ হৈছিল। তেতিয়াৰপৰাই গজেন বকৱাৰ নাম শুনো', কিন্তু স্বচক্ষে দেখিবলৈ পোৱা নাছিলোঁ। এইবাৰ দেখিলোঁ। এওঁৰ নৃত্য-ভঙ্গিমাত আকৰ্ষণীয় শক্তি আছে। বিহু-মেলাৰ দিনা আৰু তাৰ আগদিনা এওঁ যিবিলাক নাচ-বাগ কৰি দেখুৱাইছিল, চাই সকলো মুগ্ধ হৈছিল। অসম চৰ্কাৰৰপৰা কিন্তু এওঁ এতিয়াও একো স্বীকৃতি পোৱা নাই। দুখ লাগিল। এওঁক লগ পাওঁ বুলি ঘৰত সোমাব খুজিছিলোঁ। কিন্তু ঘূৰি আহোঁতে সোমাই কথা-বতৰা পাতিম বুলি সেই পাকত সোমাবলৈ নহ'ল। এওঁৰ পিচতে শ্ৰীযুত গুণাৰাম ভূঞাৰ পুতেক শ্ৰীমান বোধনৰ ঘৰ। কৃষ্টি আৰু মুকলি সভাত বোধনে খোল বজাই, গীত গাই, আবৃত্তি কৰি যি লয়লাস দেখুৱাইছিল, দেখি মুগ্ধ যে হৈছিলোঁৱেই নে আগলৈ এজন শিল্পী পাম বুলি মনত ৰঙো লাগিছিল। বোধনৰ মাতষাৰ অতি কোমল। শুনিলে মন গলি যায়। তেওঁৰ ঘৰত ভুমুকিয়ালোঁ, লগ নোপোৱাত তেওঁক আশীৰ্বাদ দি আহিলোঁ। বোধনৰ ঘৰৰ সমুখতে জামুগুৰি অঞ্চলৰ অক্লান্ত কংগ্ৰেছ কৰ্মী শ্ৰীযুত নাৰায়ণ ভূঞাক মাত লগালোঁ। তেওঁ চাহ খাবলৈ কৈছিল, কিন্তু সময়ৰ নাটনিত বৰ জোৰেৰে তেওঁৰ আদৰক নেওচিব লগীয়া হ'ল। ভূঞা প্ৰকৃত কংগ্ৰেছ কৰ্মী। কংগ্ৰেছ সেৱকৰ যি গুণ লাগে, সেই গুণৰ নাৰায়ণ ভূঞা অধিকাৰী বুলি মোৰ বিশ্বাস হ'ল।

ভূঞা গাঁৱৰপৰা গৈ সৌভাগ্য মাধৱ দেৱালয় পালোঁগৈ। দেৱালয়ৰ ঠাকুৰৰ ঘৰ সোমাই দেৱালয়টোৰ ইতিবৃত্ত ললোঁ। সৌভাগ্য মাধৱত হেনো আগেয়ে ভুটিয়া বিলাকেও পূজা-পাতল দিছিলহি। তিলক বৰঠাকুৰৰ ঘৰত বৰকৈ ধৰাত চাহ এটোপা খালোঁ। তেওঁবিলাকৰ ঘৰৰ ছোৱালী এজনীৰ কপালত ক'লা ফোঁট লবলৈ হাক দিলোঁ। স্মৃতি-শাস্ত্ৰী শ্ৰীযুত গোবিন্দচন্দ্ৰ ভাগৱতীৰ ঘৰত সোমাব খুজিছিলোঁ। কিন্তু তেখেতৰ ভাগিনীয়েক এজনক বাটতে লগ পাই, ভাগৱতী দেৱ ঘৰত নাই বুলি জানি তেখেতৰ ঘৰলৈ নগলোঁ।

সৌভাগ্য মাধৱৰপৰা পছিম মুৱাকৈ এটা আলি গৈছে। আলিটো অকোৱা পকোৱা। গোলাপে কেনি-কেনি লৈ গ'ল তত্তকে ধৰিব নোৱাৰিলোঁ। যাওঁতে হ'লে, বাটত মানুহৰ ঘৰবোৰ আটোম টোকাৰিকৈ সজোৱা দেখিলোঁ। সৰহ ভাগ ঘৰেই যদিও টিনপাত আৰু কাঠৰ পাট বাটামেৰে সজা, নগৰীয়া ঠাঁচ হ'লে সমূলি নাই। ঘৰৰ বাৰীবোৰ তামোল-পাণেৰে নদন-বদন। গোহালিত হে গৰুবোৰ বান্ধি থোৱা দেখিলোঁ। বোধ কৰোঁ চৰণীয়া পথাৰ নাই। আলিটোৰ দাঁতিত দুটামান পুৰণি কলীয়া পুখুৰী দেখিলোঁ। সেই পুখুৰীবোৰ হেনো আহিমস্ত ৰজাৰ দিনতে খনোৱা। সেইটো আলিয়ে গৈ গৈ নন্দীকেশ্বৰ দেৱালয়ৰ ঠাকুৰ, মোৰ বাট দেখুউৱা সঙ্গী শ্ৰীমান গোলাপ চন্দ্ৰ বৰুৱাৰ ঘৰ পালেঁাগৈ। তেওঁৰ ঘৰতে বাইচাইত বেলখন থৈ, নন্দীকেশ্বৰ দৌল মন্দিৰ চাবলৈ গলোঁ। মন্দিৰটো আমাৰ শিৱসাগৰৰ শিৱদৌলটোৰ নিচিনা—সেয়ে জানিবা সৰু আকৃতিৰ। স্বৰ্গদেৱ শিৱ সিংহ ৰজাৰ আদেশত—এই দৌলটো সজা হৈছিল। দৌলৰ চাৰিউপিনে ইটাৰ ঢাপ। ইটাবোৰ শিৱসাগৰ দৌলৰ দৰে চেপেটা চেপেটা। দৌল দৰ্শন কৰি গোলাপৰ তাৰপৰা পুৰণি 'সাদিনীয়া বাতৰি" আৰু "দৈনিক বাতৰি" খনদিয়েক লৈ আহিলোঁ। তেওঁবিলাকৰ ঘৰৰ ওচৰতে আক্ৰোহী ভট্টাচাৰ্য্যৰ ঘৰ; তাত সোমালোঁ। ভট্টাচাৰ্য্য বংশৰ শ্ৰীযুত নোমল চন্দ্ৰ ভট্টাচাৰ্য্য দেৱে বৰ আদৰ সাদৰ কৰি বান্ধনী ঘৰৰ মজিয়াত পৰিপূৰ্ণ জলপান এটি খুৱালে। এখেতে ভাত খাবলৈ ৰবকৈ ধৰিছিল। কিন্তু মৌজাদাৰৰ ঘৰত কৈ নোযোৱা বাবে খোৱাটো নহ'ল। নন্দীকেশ্বৰৰ আক্ৰোহী ভট্টাচাৰ্য্যৰ ঘৰ চাই শ্ৰীযুত প্ৰভাত শৰ্ম্মাৰ ঘৰ সোমালোহি। মাজতে ছোৱালীৰ মজলীয়া পঢ়াশালি এটি এৰি থৈ আহিলোঁ। এই চুবুৰিটোক চিলাংবন্ধা বোলে। ইয়াতে বৰবিহু, নাম আৰু ভাওনা হয়। প্ৰভাত শৰ্ম্মা বিখ্যাত কবি, নাট্যকাৰ, সাহিত্যিক শ্ৰীযুত গোলোক শৰ্ম্মাৰ ককায়েক। তেওঁৰ ঘৰৰ দাঁতিতে শ্ৰীযুত লীলা শৰ্ম্মাৰ ঘৰ। এখেতক কুটি সভাৰ দিনাই লগ পাওঁ। সভাৰপৰা ওলায়েই, অগ্নিঋষি কমলাকান্ত ভট্টাচাৰ্য্যৰ সাদৃশ্য দেখি, তেওঁৰে কিবা লগা ভগা যেন ভাবি আগৰেপৰা তেওঁক চিনাকি যেন লাগিল। সভা ভগাৰ পিচত এখেতৰ ঘৰলৈ মোক নিমন্ত্ৰণ কৰিলে। বিহু মেলাত অসমীয়া পিঠাৰ নাম শুনি এখেতে বোলে আচৰিত হৈছিল।

শ্ৰীযুত লীলা শৰ্ম্মা মানুহজনৰ কথা-বতৰাবোৰত জোখ আছে আৰু

শুনোতাৰ মনত লগাকৈ ক'ব জানে। দেখাত তেখেত চুটি-চাপৰ, কিন্তু বুলনত গম্ভীৰ। মুৰটো টপা। প্ৰতাপগড় চাহ বাগিচাত আগেয়েই যে নিকলছ চাহাবৰ তলত বহু বছৰ জমাদাৰৰ কাম কৰিছিল। নিকলছ চাহাব পূৰ্ব্বে মহবন্ধা কোম্পানীৰ জেনেৰেল মেনেজৰ সোমেশ্বৰ শৰ্মাৰ তলত কেৰেণী আছিল। শৰ্ম্মাদেৱে কৈছিল নিকলছে হেনো যোৰহাটৰ মানুহক বৰ ভাল পাইছিল।

তেখেতৰ ঘৰত সোমালোঁ। আমালৈ তেখেতে বৰ আগ্ৰহেৰে বাট চাই আছিল। আমি গৈ ওলালত উলাহৰ পাৰ নাইকিয়া হ'ল। তেখেতৰ বাৰীখন, তামোল-পাণে, নাৰিকলে, শাকে পাচলিয়ে ভৰা। ১৫/১৬ বছৰীয়া গজলীয়া ডেকা পুতেকটিক সেকটৰাত হে তেখেতৰ মাজে মাজে লোকে খুন্দা মাৰি ধৰে। লীলা শৰ্ম্মাই ঘৰৰ ৫০ জনক পুহিব লাগে। সাংসাৰিক অৱস্থা মজলীয়া। আয় হয় যদিও, ব্যয়ৰ ভাগ সৰহ হোৱাত প্ৰায়েই চিন্তাত পৰিব লাগে।

লীলা শৰ্ম্মাৰ ঘৰত জলপান খোৱাটোও এটা লিপিবদ্ধ কৰিব লগীয়া ঘটনা। আমি জলপানৰ মজিয়াত বহা মানুহ সাতজন। সাতোজনৰ আগত একোখনকৈ বৰকাঁহী, লগতে ৫/৬ টাকৈ বান বাটি। তাৰ উপৰিও কাঁহী দাঁতিত হৰেকৰকমৰ উপচাৰ। জলপানৰ পাতত বহোঁতে তেখেতে নানান কথা কৈ আমাক বৰ ইহুৱালে। সোনেই কলে, "কালি আপুনি আহিব বুলি শুনি পৰিবাৰে মোক দোকানৰপৰা আটা-ময়দাগুৰি আৰু মিঠাই জলপমান আনি থবলৈ কৈছিল। মই কলোঁ, বোলো সভাপতি হে বিজন তেওঁ আটা-ময়দাৰ নামকে শুশুনে। আজি বিবোৰ হে অসমীয়া পিঠাৰ নাম ক'লে, শুনিয়েই অবাক। সেইবোৰ আনিব নেলাগে। ঘৰতে যি পাৰা জলপ পিঠা-পনাকে কৰা।" এইদৰে কোৱাত তেখেতৰ পত্নী গৰাকীয়ে আমাক দিয়া জলপানৰ দ্ৰব্যবস্তুবোৰ কৰি দিছে। সেইবোৰ নো কি? খোলা-চাপৰীয়া পিঠা খনদিয়েক, তিলৰ লাক ডুটামান, নাৰিকলৰ লহৰা, সিজোৱা পিঠাৰ তিনিকোণীয়া চকল, ঘিলা পিঠা, পায়স—ইয়াকে ভাগ ভাগ কৰি দিলে। জাহাজী কলো দিলে ৩/৪ টাকৈ। তেখেতসকলক গড়ে হগাৰ ঘৰ বোলে। বংশ পৰিয়াল নগাঁৱৰ কলিয়াবৰত আছে বোলে।

প্ৰতাপগড় বাগিচাত থাকোঁতে চাহাব বিলাকৰ ব্যৱহাৰ কেনে আছিল, তাকে তেখেতে আমাৰ কংগ্ৰেছ চৰ্কাৰৰ ডুজনমান মন্ত্ৰীৰ ব্যৱহাৰৰ লগত

ৰিজাই কৈছিল। নিকলছ্, চাহাব যিজন পূৰ্ব্বে তেওঁ আছিল যোৰহাটত সোমেশ্বৰ শৰ্ম্মা মেনেজৰৰ তলত কেৰেণী কাম কৰি। চাহাবে বঢ়িয়া অসমীয়া কথা কব পাৰে। যোৰহাটৰ মানুহক বৰ ভাল পায়। গুৰি-গোষ্ঠীলগা মানুহক বৰ আদৰ-সাদৰ কৰে। যোৰহাটৰপৰা কামবিচৰা মানুহ এজনক মাতি আনি কাম দিব নোৱৰাত তেওঁ সেই মানুহজনক নিজৰ খোৰাকী খুৱাই ৰাখে ; আন কি প্ৰাৰ্থীজনৰ পুত্ৰেকৰ লগুণ দিয়নিও পাতি দিয়ে।

"তেওঁৰ তলত কাম কৰা মানুহ ( ষ্টাফৰ ) মোৰ বাহিৰে কেউজন যোৰহাটৰ। দৰ্ম্মহাৰ দিনা সদায় চাৰিঅনা পইচা কম হয়। চাহাবে মনে মনে জানে যদিও কোৱা নাই। দৰ্ম্মহা দিয়া মহৰী জনেই নিজে সৈ কাটক বুলি তেওঁ বুধি এটা সাজিলে। দৰ্ম্মহা দি এতেঁৱাৰ পিচতে 'বাবু' ষ্টাফ-টোৰ আটাইবোৰকে বাহিৰত শাৰী পতাই এফালৰপৰা এজন এজনকৈ সুধি যায়। ( তেওঁ সকলোকে আপুনি বুলি মাতিছিল ) "প্ৰথমেই সোধা জনক নজনা ভাও ধৰি সোধে আপোনাৰ নাম কি? তেওঁ যদি কয় বৰুৱা বুলি, চাহাবে আচৰিত হৈ কয় বোলে ইস্ ইস্ আপুনি বৰুৱাৰ ঘৰৰ, আপুনি কেতিয়াও চাৰি অনা পইচালৈ চকু দিয়া নাই। যক যক গুচি যক।" তাৰ সমীপৰ জনৰ নাম সুধি পালে শৰ্ম্মা বৰঠাকুৰ। শৰ্ম্মা বৰঠাকুৰ উপাধি শুনিয়েই চাহাবে ইস্ ইস্ আস্ আস্ কৰিবলৈ ধৰে বোলে "আপুনি বামুণ মানুহ, শৰ্ম্মা বৰঠাকুৰ, আপুনি কেতিয়াও এই অপকৰ্ম কৰা নাই। যক, যক যক আপুনি গুচি যক।" আকৌ এদিন এইদৰে শাৰীপতাই এফালৰ পৰা সুধিবলৈ আৰম্ভ কৰিব। আপোনাৰ নামটো বা কি '......শ্ৰী ফুকন' চাহাব—'আও, ফুকন, আপুনি বৰ ডাঙৰ মানুহৰ ঘৰৰ, আপুনি কেতিয়াও চাৰি অনা পইচালৈ আশা কৰা নাই।' এইদৰে তিনি চাৰি দিন শাৰী পতাই, কাৰো মুখৰপৰা সৈ কথাৰ পৰা নাই। শেষৰ দিনা কৰিলে কি যিজন দৰ্ম্মহা দিয়া মহৰী তেওঁকেই পোনেই সুধিলে, বাক আপোনাৰ জেপৰ মোকোটটো একেবাৰেই উবুৰিয়াই দিয়কচোন। সিকি এটানো কি বস্তু, আঙুলিৰ মাজে সৰকি চুকে-কাণেও লাগি থাকিব পাৰে। হোলাৰ ভাই মোলা 'বাবুজনে' চোলা জেপৰ জাপটো উবুৰিয়াই দিলে। দিয়া মাত্ৰকে সিকিটো ওলাই পৰিল। তেতিয়া চাহাবে মাথোন ক'লে, আজিৰপৰা আৰু আপোনাক "আপুনি" বুলি নেমাতিম দেই। ( চাহাবে বাগিচাৰ সকলোকে আপুনি বুলি সম্বোধন কৰিছিল ) সেই দিনাই বাতিয়েই 'বাবু'জন ভাগিল।

ক'লৈ গ'ল একো উৱাদিহ পোৱা নগ'ল। আমাৰ মন্ত্ৰী সকলে তেনেকুৱা চোৰ পালে এই ভাৱে দণ্ড দিব পাৰিব জানো ?"

তেওঁৰ ঘৰ এৰি মূলসভাৰ অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীযুত হলিৰাম কটকীৰ ঘৰ পালোঁগৈ। পলম হ'ল বুলি তেখেতৰ সৰুত চাহ খাবলৈ নহ'ল। কটকী ডাঙৰীয়া ৬০০ ছাত্ৰী থকা চিলাবন্ধা ছোৱালী মজলীয়া স্কুলৰ প্ৰধান শিক্ষক। তেখেতৰ পূৰ্ব্বপুৰুষ যোৰহাটৰপৰা যোৱা। ৰজা-দিনত ডফলাৰ কটকী স্বৰূপে নাম কৰি তাতে নিগাজীকৈ থাকিবলৈ লয়। ইয়াত খয়ঙ্গী বা খৰঙ্গী যৈদৰ মানুহ কেইঘৰমান আছে। কচাৰীৰ বৰুৱাৰ মানুহ ঘৰদিয়কো আছে। গাঁওখন সৰহ ভাগটিয়েই কলিতা। এই চুবু-ৰীটোক পাচলৰ চুক বোলে।

দুপৰীয়া শ্ৰীযুত গোপাল বৰুৱাৰ তাত দবান পিটি ভোজন কৰা হ'ল। ৰৌ মাছৰ মূৰৰ ঘন্ট, চিতল মাছৰ কোলঠীৰ টেঙা আঞ্জা আৰু একেং মাছৰ সৰিয়হ বটা দি ৰন্ধা আলুকীয়া আঞ্জা আৰু ধমাদৈয়েই আছিল ভোজনৰ সামগ্ৰী। এই বেশ্যনিভৰ দিনত, এনে ভোজন সঁচাসঁচিকৈয়ে দেৱ ভোগ্য।

ভাত-পানী খাই জিৰাবলৈ নহ'ল। একমান বজাত চতীয়াৰ ফালে ওলালোঁ। ডাক্তৰ শইকীয়াৰ মটৰত। লগত সেই গোলাপ বৰুৱা। চতীয়ালৈ যোৱাৰ ঘাই উদ্দেশ্য আছিল মোৰ অতি পুৰণি চিনাকি বন্ধু শ্ৰীযুত তুলসী চন্দ্ৰ হাতী বৰুৱাক লগ পোৱা। তেওঁক ১৯১৪ চনতে শিৱ-সাগৰত লগ পাইছিলোঁ। হাতীবৰুৱা এজন কবি আৰু তাহানিখনৰ 'উষা' 'আলোচনীত' বুৰিয়ে বুৰিয়ে কবিতা প্ৰবন্ধ লেখোতা। তেওঁৰ 'ফুলকলি' নামে কবিতা কিতাপ এটিও প্ৰকাশ কৰিছে। হাতীবৰুৱাই আজি কালি সুকীয়া ধৰ্ম্মমাৰ্গ অৱলম্বন কৰিছে। থাকে মাগুৰ মৰাত। যি হওক, আমি গৈ চতীয়া হাইস্কুলৰ হেডমাষ্টৰ শ্ৰীযুত মহেন্দ্ৰ কটকীৰ তাত সোমালোঁগৈ। তেওঁৰ তাত অলপ সময় থিত দিয়েই বাপুৰাম শলাল গোঁহাইৰ ঘৰ বিচাৰি গলোঁ। বাপুৰাম শলাল গোঁহাইৰ নাম বুৰঞ্জীত আছে। তেওঁৰ বংশধৰ নবীন গোঁহাই। নবীনক লগ নেপালোঁ—গোলা-ঘাটলৈ গ'ল। তাৰ পিচত হৰি হাজৰিকা আৰু অলিকান্ত বৰকাকতীৰ ঘৰত সোমালোঁ। শ্ৰীযুত অলি বৰকাকতী টুকৰীয়া কাকতী বংশৰ। ব্ৰহ্মানন্দ বৰকাকতী বংশৰ এঘৰতো সোমাইছিলোঁ। কিন্তু কাকো লগ

নেপালেঁ৷। তাৰপৰা ঘূৰি আহি মহেন্দ্ৰ কটকীৰ ঘৰত একোটোপা চাহ খাই আকৌ চতীয়া থানাৰ ফালে গলেঁ৷। চতীয়াখন পুৰণি ঠাই: তাহা-নিখন আহোম ৰজাই উজনিৰপৰা চুতীয়াবিলাকক আনি ইয়াত পতা বাবে ঠাই ডোখৰৰ নাম চতীয়া হ'ল। ষতী নৈৰ পাৰত থকা মানুহক ষতীয়া বা চতীয়া বোলা স্বাভাবিক। ইয়াত থানা আছে, হাইস্কুল আছে, এম ভি স্কুল আছে। ওচৰতে ইওৰূপীয় চাহ বাগিচাও আছে। মানুহৰ লগত বিশেষ কথা-বাৰ্ত্তা হ'বলৈ নাপালেঁ৷। জামুগুৰিলৈ ওভতোতে নাগশঙ্কৰ দেৱালয়ত সোমাব খুজিছিলো। মটৰ নিব নোৱৰাত যোৱা নহ'ল। কাৰ্চন তোলাৰ পুণিৰামৰ ঘৰলৈ গলেঁ৷। পুণিৰামক নেপালো। চতীয়াৰপৰা আহিয়েই প্ৰদৰ্শনীৰ বঁটা বিতৰণ কৰিলেঁ৷।

২১ তাৰিখ সোমবাৰে জামুগুৰি হাইস্কুলৰ ছাত্ৰ ইউনিয়নৰ সম্পাদক শ্ৰীমান ভদ্ৰকুমাৰৰ উদ্যোগত স্কুলৰ কোঠালি এটাতে “বেজবৰুৱাৰ হাস্যৰসৰ” বিষয়ে আলোচনা কৰিবলৈ এখনি সভা পতা হয়। তাত সভাপতি আছিল স্কুলৰ হেড্ মাষ্টৰ শ্ৰীযুত বসু মহন্ত। মই নিৰ্দ্দিষ্ট বক্তা। হঠাতে বেজ-বৰুৱাৰ হাঁহিতোলা বাক্যবচন উদ্ধৃত কৰি ল'বাইতক কোৱা সহজ কথা নহয়। তথাপি, যি পাৰো কলেঁ৷। কৃপাবৰ উৰীয়া ল'ৰাৰ আগত দিয়া বক্তৃতাৰ কথাও উল্লেখ কৰিছিলেঁ৷।

৫॥ মান বজাত পাচি গাঁৱলৈ গলেঁ৷। সঙ্গী শ্ৰীমান ৰুদ্ৰ ফুকন, মহেন্দ্ৰ বৰুৱা, বোধন ভূঞা, হৰ বৰুৱা, গোলাপ বৰুৱা, ফণী বৰঠাকুৰ। পাচি গাঁৱলৈ সোমায়েই স্পৰ্টছৰ সম্পাদক উদ্যোগী শিক্ষক শ্ৰীযুত গোলোক কাকতীৰ ঘৰত এখন্তেক বহি চাহৰ সলনি ম্লান বাটিৰে এবাটি এৰা গাখীৰ খালেঁ৷। তেওঁৰ তাৰপৰা ওলাই প্ৰগতি লাইব্ৰেৰীত সোমাই মোৰ অভিমত লেখিলেঁ৷। লাইব্ৰেৰীটো চাই ভাল-লাগিল। গাঁৱৰ ৰাইজে পইচা তুলি লাইব্ৰেৰীটো পাতিছে। প্ৰায় ৪০০ খন মান কিতাপ সংগৃহীত হৈছে। সাঁচিপতীয়া পুথিও খনদিয়েক আছে। তবোৱাল এখন, শ্ৰীমান মহেন্দ্ৰ বৰুৱাৰ ঘৰৰ মেজাকৰি কাপোৰ এজোৰ। ধোৱাঁ খোৱাৰ গছা এটাও ৰাখি থোৱা হৈছে। লাইব্ৰেৰী চায়েই “বগাদমৰাৰ” শ্ৰীযুত মোলাৰাম শইকীয়াৰ ঘৰ অন্বেষণ কৰিলেঁ৷। এই বগাদমৰাৰ ঘৰক আগতে বগা দমৰা ফুকনৰ ঘৰ বুলিছিল। বগা দমৰা ফুকনৰ নামটো উইলকক্সৰ ভ্ৰমণ বৃত্তান্তত পোৱা যায়। উটি বুৰি আহি এইখিনি পালেহি। এতিয়া অৱস্থা

কাউৰী পশুপে নোখোৱা। নিচেই ডুবীয়া। তেওঁবিলাকৰ ওচৰতে নাওবৈছা ক্ষুকনৰ বাৰী।

তৎপশ্চাৎ শ্ৰীমান মহেন্দ্ৰ বৰুৱাইতৰ ঘৰলৈ গলোঁ। মহেন্দ্ৰ উৎসাহৰ ফিৰিঙটি। তেওঁৰ দেউতাক শ্ৰীযুক্ত মোক্ষেশ্বৰ বৰুৱা যোৰহাটৰ মেলেঙৰ পৰা অহা; শিষ্য দক্ষিণপাটৰ। এওঁবিলাকক যোৰহটীয়া বৰুৱা বোলে। মহেন্দ্ৰইঁতৰ ঘৰতে ভালেমান মানুহ গোট খাইছিল। মোক্ষেশ্বৰ বৰুৱাই কলিয়াবৰত পুথি খনদিয়েক আছে বুলি কৈছিল। পাচি গাঁৱৰপৰা ঘূৰি আহি বৰভগীয়াৰ শ্ৰীযুক্ত গেন্ধুৰাম বৰাৰ ঘৰত সোমালোঁহি। নামটো গেন্ধু যেনেকৈ, তেখেতৰ কথাবতৰা, ভাষা ব্যৱহাৰতো জাতীয়তাৰ বাছ ফুৰ ফুৰকৈ গোন্ধাই আছিল তেনেকৈ। তেখেতে ১৫৩৯ টা যোজনা-ককৰা পটন্তৰ গোটাই থৈছে। ধৰ্ম্ম পুথিও পঢ়ে, কমলাকান্ত ভট্টাচাৰ্য্যৰ এজন শিষ্য। তেখেতৰ মুখতে "হেৰাপোৱা চুকত' সত্যনাথ বৰাৰ ঘৰ আছিল বুলি শুনো। গাঁৱৰ ভিতৰত গেন্ধু কলিতা এগৰাকী বিশিষ্ট মুখিয়াল লোক। তেখেতৰ বৰ ঘৰত ভোমোৰাগুৰিৰপৰা নিয়া শাল কাঠৰ খুটা। এই খুটাৰে হেনো কলিয়া ভোমোৰা বৰফুকনে ভোমোৰাগুৰি পৰ্ব্বতৰপৰা দুই মুনি শিলা পৰ্ব্বতত লগাই ব্ৰহ্মপুত্ৰৰ ওপৰেদি এখন দলং দিব খুজিছিল।

জোনাক নিশা। দলেবলে ফুৰি-চাকি ভাল লাগিল। মৌজাদাৰৰ ঘৰ পালোঁহি। তাতে শ্ৰীযুক্ত গোবিন্দ ভাগৱতী স্মৃতিশাস্ত্ৰী দেৱে কদ্ৰপদ দেৱালয়ৰ সম্পৰ্কে কনাকাশ্ৰমৰ এডুখৰি টোকা দিয়ে। সেই টোকা নকল কৰিবলৈ লৈ আহোঁ। মঙ্গলবাৰে বাস্তিপুৱাই আহিবৰ কথা আছিল। বৰষুণ হোৱা বাবে আহিব নোৱাৰিলোঁ। ১০॥ বজাতে আহি বাচ ষ্টেচনত এক বজালৈকে খাপ দি থাকিলোঁ। ইমানখিনি সময় শ্ৰীযুক্ত গোপালকৃষ্ণ বৰুৱাইও মোৰ লগতে বহি খাপ দি আছিল। মোক বাছত তুলি দি হে তেওঁ ঘৰলৈ উলটিছে। মোৰ লগতে পাণপুৰ ঘাটলৈকে শ্ৰীমান মহেন্দ্ৰও আহিছিল। তেওঁ জাহাজত তুলি নমস্কাৰ জনাই মোক বিদায় দি গ'ল। জাহাজখন নৈৰ সোঁ মাজ পোৱালৈকে মহেন্দ্ৰইঁত ঘাটতে বৈ আছিল।

জামুগুৰিত যে এই কেইদিন থাকিলোঁ, তাক আৰু জীৱন থাকে মানে নেপাহৰোঁ। তাৰ মানুহৰ যি মিঠা কথা, সজ আচৰণ, ভদ্ৰ ব্যৱহাৰ, শুৱলা ভাষা তাক আমাৰ অইন ঠাইত পাবলৈ বৰ টান। কলিয়াবৰতে অসমীয়া জাতটো নিবহ-নিপানীকৈ আছে—এহেলে নিগুটি নিভাঁজ অসমীয়া সমাজ

লাহে লাহে আঁতৰি গৈছে। জামুগুৰিৰ গাঁওবোৰ খেলবন্ধীয়া—একোটা একোটা বংশৰপৰা বাঢ়ি অহা ছুই-চাৰিঘৰ মানুহ মান-মৰাণৰ উৎপাতত অইন ঠাইৰপৰা ভাগি অহা যদিও, ইয়াতে জাপ গ'ল। বঙালী দোকানী ছুঘৰমান আছে। মুছলমান নায়েই বুলিব লাগে। যি কেইঘৰমান আছে, তেওঁবিলাকো জাতে-পাতে অসমীয়া হিন্দুৰ দৰেই। কেঞা ছুঘৰমান আছে। মানুহৰ অৱস্থা মজলীয়া। ধান খেতিয়েই ঘাই খেতি। ওচৰত থকা চাহ-বাগিচাতো ছুই-চাৰি ডেকাই কাম কৰি ঘৰখনইত চলাই আছে। আধু-নিকতাৰ ঢৌ আহিছে। ৪/৫ বছৰ মানৰ মূৰত আজি জামুগুৰিৰ যি ৰূপ দেখিছোঁ সেইৰূপ আৰু তেতিয়া দেখিবলৈ পাম কি নেপাম সন্দেহ।

'ভেফভিলছ্' কবিতা লেখক বুৰ্ডচৱৰ্থৰ দৰে নিৰলে নিজান মনে ভাগৰি জুগৰি যেতিয়া অলপ কাটি হওঁ, তেতিয়াই জামুগুৰিৰ সেই গোপালকৃষ্ণ বৰুৱা মৌজাদাৰ আৰু তেওঁৰ পত্নী—এই যুগলৰ অতিথি শুশ্ৰূষা, গেন্ধুৰাম বৰাৰ উদাৰতা, লীলা শৰ্ম্মাৰ ৰসিকতা, শ্ৰীমান গোলাপ বৰুৱাৰ সৰবৰহিতা, মহেন্দ্ৰ বৰুৱাৰ অমায়িকতা, কদ্ৰ ফুকনৰ কবিসুলভ কোমলতা, ফণী বৰঠাকুৰৰ ধেমে-লীয়া হাঁহি, তিলক বৰঠাকুৰৰ চিন্তাশীলতা, গোলোক কাকতীৰ দৃঢতা, ডাঃ শইকীয়াৰ দায়িত্বজ্ঞান, ডেকা সুন্দৰ গাঁবৰ প্ৰতীক গজেন বৰুৱাৰ মনোমোহা শিল্পী চাতুৰী, নাৰায়ণ ভূঞাৰ একাগ্ৰতা আৰু সৰলতা, পুণ্যেশ্বৰ ভূঞাৰ হাঁ'ঢি, মহেশ্বৰ বৰাৰ কথাজ্ঞান, যতীন শইকীয়াৰ শান্তভাৱ, পুনাৰাম শইকীয়াৰ অনুসন্ধিৎসা, বোধন ভূঞাৰ শুৱলা মাত, হৰ ভূঞাৰ আগ্ৰহশীলতাই জোনাকী পৰুৱাই নাচি ফুৰাদি চকুৰ আগত জিলিকি থাকেহি।

# দ্বিতীয় অধ্যায়

**কৰবাৰ সাংস্কৃতিক সম্পদ :** ১৯১৪ চনৰ ৮ অক্টোবৰৰ দিনা কৰবা কেন্দ্ৰীয় ছাত্ৰ সন্মিলনৰ দ্বাৰাই সভাপতি ৰূপে নিমন্ত্ৰিত হৈ কৰবালৈ যাওঁ। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল শ্ৰীযুত বিষ্ণু নাথ শৰ্মা আৰু ছাত্ৰ সমাজৰ সভাপতি, সম্পাদক শ্ৰীমান হৰেন্দ্ৰ নাথ ডেকা আৰু শ্ৰীমান মথুৰা নাথ ডেকা। আলহী হওঁগৈ থানেশ্বৰ শৰ্মা ভিষগ্‌ৰত্ন কবিৰাজ মহাশয়ৰ তাত। সভা উদ্বোধন কৰিছিল সৰৱৰহী, সৰল আৰু অমায়িক কংগ্ৰেছ এম, এল, এ মহেন্দ্ৰ নাথ ডেকা ডাঙৰীয়াই। এখেতক আগৰেপৰা জানো যদিও সেইদিনা গুৱাহাটীৰ-পৰা যাওঁতে আহাজত একেলগে পাৰ হোৱা সুযোগ মিলে। সুযোগটো অবিস্মৰণীয় কৰিলে পুলিছ ছুপাৰিন্টেণ্ডেণ্ট দেবেন্দ্ৰ নাথ বৰাই, ডেকাৰ লগত পৰিচয় কৰি দি। ডেকাৰ নাম কলেজত থকা দিনৰেপৰাই শুনিছিলোঁ, কিন্তু ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পৰাই তেখেতৰ ক্লান্তিহীন কৰ্মব্যস্ততাৰ কথা শুনি তেখেতক লগ পাবলৈ বৰ হাবিয়াস কৰি আছিলোঁ। সেই দিনা বৰা চাহাবে যেনিবা মোৰ হেঁপাহটো পুৰাই দিলে। মোৰো মনটো বৰ ভাল লাগিল। সেইবোৰ বাৰু যি কি নহওক, সভা মুকলি কৰি দেশৰ মঙ্গলাৰ্থে ডেকা ডাঙৰীয়াই নিভাঁজ কংগ্ৰেছ এম, এল, এ সকলৰ দৰেই এটি হৃদয়গ্ৰাহী ভাষণ দিলে। নিৰ্দ্দিষ্ট বক্তা আছিল দুগৰাকী কৃতবিদ্য ডেকা। প্ৰথম গৰাকী অধ্যাপক শৰৎ চন্দ্ৰ গোস্বামী ( এতিয়া সন্দিকৈ কলেজৰ অধ্যক্ষ )। এওঁ এঘন্টা পাঁচ মিনিট সময় বক্তৃতা দি সকলোকে তন্ময়কৈ থৈছিল। গোস্বামীৰ এষাৰি বাক্য পটন্তৰৰ দৰে মোৰ অন্তৰত বহি গল। সেই শাৰী হ'ল—"We are conscious of rights, but not of duties" অৰ্থাৎ আমি আমাৰ স্বত্বৰ কথা গম পাওঁ কিন্তু সম্পাদন কৰিব লগা দায়িত্ব হে বুজি নাপাওঁ। এই কথা ফাঁকি দাৰ্শনিক অধ্যাপকৰ অন্তৰৰপৰা ওলোৱা মন কৰিবলগীয়া কথা। দ্বিতীয় গৰাকী আছিল জোনাব বাহাকল ইছলাম। তেওঁ এটি দীঘলীয়া অথচ' আমনি নলগা বক্তৃতা দি আন্তৰ্জাতিক পৰিস্থিতিৰ লগত আমাৰ সম্বন্ধ আৰু দায়িত্বৰ কথা বিৱৰি কয়। সমজুৱাই ছুয়োটা

বক্তৃতাকে বৰ আগ্ৰহেৰে শুনিছিল। সভাপতি আসনৰপৰা মই যি পাৰিলোঁ কলোঁ। মোৰ মূল বিষয় আছিল "আমি অসমৰ অসমীয়া। ধৰ্ম্মৰ নামত আমাক হিন্দু-মুছলমান বুলি আইকালি দেখুওৱা দেশদ্ৰোহীৰ হে কাম। ডুভাল সমান্তৰাল ৰেখা সমানে গৈ থাকিলে কেতিয়াও গোট খাব নোৱাৰে। অলপ এৰা-ধৰা বা বেঁকা-বেঁকি হ'বই লাগিব। বৃটিছৰ আমোলত হিন্দু-মুছলমানৰ ফাঁটটো মেলোৱাই দিয়াত, এতিয়া স্বাধীন হ'লতো আক তাকেই ধৰি আছোঁ। অসমীয়া জাতীয়তাৰ বেদীত সেই ভেদ ভাব জলাঞ্জলি দিব লাগিব।" মাত্ৰ সমাজেই যে দেশৰ কঠিয়াতলী বা বিধানতলী, তাক "জাপান আদি বিভিন্ন দেশৰ ছাত্ৰ সমাজৰ আৰ্হিৰে ব্যাখ্যা কৰি দেখুৱাওঁ। উপস্থিত সমজুৱা সকলে মোৰ কথা শুনি কেনে পালে কব নোৱাৰোঁ। কামৰূপী জোনাব চান্দ মোহাম্মদ চৌধুৰীয়ে তেখেতৰ সমজুৱা বক্তৃতাত মোক পাবে মানে শলাগিলে, আনকি তেখেতে মোক তেখেতৰ ঘৰলৈ ফিৰিকা দিনা মাতি নি ভাবে-ভেঁটীয়ে শুশ্ৰূষা কৰি, গোপেশ্বৰ দেৱালয় পৰিদৰ্শন কৰাই নথৈ আপ্যায়িত কৰে। জোনাব চাহেবৰ স্পষ্টবাদিতা আক ধৰ্ম্মপ্ৰাণতা মই কেতিয়াও পাহৰিব নোৱাৰোঁ। তেখেতৰ বিষয়ে অন্য ঠাইত বহলাই লিখা আছে।

**সাংস্কৃতিক সভা :** পিচদিনা সাংস্কৃতিক সভা। সভাপতি আছিল শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী। শ্ৰীনৰেন দত্ত নামৰ এজন ডেকা শিক্ষকে আচম্বিতে সঙ্গীতৰ বিষয়ে যিখিনি ক'লে, শুনি সঁচাকৈয়ে আচৰিত হলোঁ হঁক। জোনাব চান্দ মোহাম্মদেও সমজুৱা বক্তৃতাত ৰাইজক হহুঁৱাই হহুঁৱাই পেটুনাড়ী ছিগা যেন কৰিলে। সভাপতিয়ে সংক্ষেপতে সংস্কৃতিৰ বিভিন্ন স্তৰ আক ৰূপৰ কথা শুৱলা ভাষাৰে বিতং ভাবে বুজাই দিলে। মোৰ বক্তব্যৰ পাল পৰিলত ক'লোঁ।—সাংস্কৃতিক সভা পাতিলে সেই সভাৰ নাম 'সুৰাগী সভা' দিয়া উচিত। "সুৰাগপুৰ" কৰৰাৰ পৰা সোঁৱা বেচি দূৰলৈ যাব নেলাগে। নৰ-নাৰায়ণ মহাৰাজে দিয়া এই নাম। সকলোৰে ধুনীয়াটিয়ে সুৰাগ। সময়ৰ সোঁতত বাগৰি বাগৰি আগৰেপৰা লাগি থকা আবৰ্জ্জনাখিনি সংস্কৃত বা শোধিত হৈ যি গ্ৰহনীয় অৱস্থা বা ধুনীয়া ৰূপলৈ ৰূপান্তৰিত হয় সেয়ে সুৰাগী ৰূপ। সংস্কৃত ৰূপৰ আবৃত্তি প্ৰদৰ্শন কৰাটোৱেই সাংস্কৃতিক বা সুৰাগী ৰূপ।

**কমলনাথ চৌধাৰী :** মূলসভাৰ দিনা অভ্যৰ্থনা সমিতিৰ সভাপতি বিষ্ণুনাথ শৰ্ম্মাদেৱে তেখেতৰ বিবৃতিত কমলনাথ চৌধাৰীৰ নাম উল্লেখ

কৰিছিল। এই চৌধাৰীৰ নামটো বহুত দিনৰ পৰাই শুনিছিলো; কিন্তু ক'ৰ মানুহ একো ভু পোৱা নাছিলো। তেওঁ যে কৰৰাৰে মানুহ শৰ্মা-দেৱৰ অভিভাষণৰ পৰা জানিব পাৰিলোঁ। কলিকতাৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ (অ: ভা: উ: সা: স:) সভ্য তালিকাত এইজন পুৰুষৰ নাম পাইছোঁ। । কলিকতাৰ ৩২ নং সীতাৰাম ষ্ট্ৰীটৰ মেছৰ যি কেইজন প্ৰবসুৱা ছাত্ৰ আছিল তাৰ ভিতৰত কল্পনাথো একন। এওঁ অষ্টমটো "ক্ৰম"ত আছিল। এওঁৰ স্বভাৱৰ বিষয়ে নগৰীয়া মেছ নিবাসী যজ্ঞেশ্বৰ নেওগে এটা কবিতাত এই বুলি লেখিছিল :

"সেই কোঠাতেই (অষ্টম ক্ৰমত) কল্প চৌধাৰী
মেট্ৰোপলিটান কলেজে পঢে,
দুই ঘন্টা মান ৰাতি থাকোতেই
ধপাতক আহি হুপিব ধৰে।"

সভাত নামটো শুনিয়েই তেওঁৰ ঘৰলৈ যাবলৈ প্ৰবল ইচ্ছা হ'ল। পিচদিনা শৰ্মা ডাঙৰীয়াৰে সৈতে ঘৰ বিচাৰি গলোঁ। কল্পনাথ চৌধাৰীয়েই মৌজাৰ মৌজাদাৰ বীৰেন্দ্ৰ নাথ চৌধাৰীৰ দেউতাক। ঘৰখন বৰ পুৰণি আৰু আগৰেপৰা মানী। বোধকৰোঁ কৰৰাৰ চৌধাৰী পৰিয়ালৰ দৰে পুৰণি সম্ভ্ৰান্ত আৰু বিদ্যুৎসাহী পৰিয়াল সেই অঞ্চলত আৰু আন নাই, আছে যদিও আঙুলিৰ পাবত লেখিব পৰা।

**বিদ্যাপঞ্চাননৰ "বিৰাটপৰ্ব" :** এই চৌধাৰী পৰিয়ালৰ আদি পুৰুষ বসুন্ধৰৰপৰা নৱম পুৰুষত গুৰুদান বুলি যিজন পূৰ্ব্ব পুৰুষ জন্মিছিল, তেওঁৰ বিষয়ে কৰৰাৰ উদ্যোগী সাহিত্যসেৱী শ্ৰীমান মথুৰা নাথ ডেকাৰ হাতত পোৱা বিদ্যাপঞ্চানন প্ৰণীত বিৰাট পৰ্ব্ব পুথিৰ শেষত লিখা আছে,

'গুৰু গোপাল পদ পদ্ম ধৰি মনে
বোলা ৰাম ৰাম ভণে বিদ্যাপঞ্চাননে
কৰৰা যে নামে গ্ৰাম
শস্য মৎস্যে অনুপাম
পুষ্পভদ্ৰা (পুমৈ) বহে যাৰ কূলে
দ্বিজৰৰ মহামতি, সদায় হৰিত ৰতি
যজ্ঞোপাস্য কৰে সৰ্ব্বসাৰ
প্ৰাণনাথ চৌধাৰী আছে সেহি থানে

তান কনিষ্ঠ ভাই মহাবুদ্ধি কুলব্রত নাম
শুকদান মহামতি বামৰ চৰিত্ৰ কথা
মঙ্গলে যে যাৰে সমাপ্তি।'

এতিয়া প্ৰাণনাথ চৌধাৰী কোন সময়ত আছিল কল্প চৌধাৰীৰ বংশাৱলী খন উদ্ধাৰ কৰিব পাৰিলে বিদ্যাপঞ্চাননৰ কালটো উলিয়াব পৰা হ'ব।

**ইন্দ্ৰপালৰ ফলি :** ১০ তাৰিখে গলোঁ। বিহদিয়া বকৰাৰ ঘৰলৈ। বিষ্ণুশৰ্ম্মা পথ প্ৰদৰ্শক। তিনি ঘন্টামান সময় খুঁজি-বাগি তেওঁবিলাকৰ ঘৰৰপৰা এখন তামৰ ফলি উলিয়ালোঁ। শ্যামচৰণ বকৰাই সেই ফলি দিয়ে। ফলিখন ইন্দ্ৰপাল ৰজাই হাপুঙৰ (হাবুঙৰ ?) এজন ব্ৰাহ্মণক ভূমিদান দিয়া তাম দান-পত্ৰ। ১৮৯৩ চনত গেইট চাহাবে সেই ফলিৰ পাঠ উদ্ধাৰ কৰালে। ফলিখন তনুৰাম নামে পানাৰা গাঁৱৰ মানুহ এজনে পথাৰত হাল বাওঁতে পাইছিল। তাত বলবৰ্ম্মাৰপৰা ইন্দ্ৰপাললৈকে হোৱা কামৰূপৰ ৰজা কেইজনৰ নাম আছে। ফলিখনৰ ৰজাৰ নাম কেইটা মোটা-মুটি ভাৱে কৰা হৈ গৈছে যদিও, ইয়াৰ লিখা প্ৰণালী পুৰণি। কামৰূপৰ খনিকৰী বিদ্যা আৰু ৰাজন্যবৰ্গৰ নীতিধৰ্ম, শাসনৰ ব্যৱস্থা ইত্যাদি সম্বন্ধে নতুন দৃষ্টিৰে গৱেষণা কৰিবলৈ বহুত বাকী ৰৈ গৈছে। পুৰণি তথ্য বিলাক নতুন নিয়াৰিত দি পৰীক্ষা কৰি চাবৰ সময় আহিছে। ইংৰাজ আৰু আন আন বিদেশী অনুসন্ধানকাৰীয়ে স্থিৰ কৰি যোৱা ঐতিহাসিক সিদ্ধান্তবোৰ নকৈ এবাৰ লুটিয়াই-বগৰাই, চকিয়াই-টুকুৰিয়াই চাবৰ প্ৰয়োজন হৈছে।

এইখন ফলিতে এতিয়া হ্যাপুঙ নামটো হাবুং হ'ব পাৰে বা হয়েই, সেই কথা পাঠোদ্ধাৰত উল্লেখেই ন'হল। অথচ বলৰাম দ্বিজ ৰচিত ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণ মতে হাবুং এখন ব্ৰাহ্মণৰ ঘন বসতি স্থান। ব্ৰহ্মোত্তৰ মাটিৰ যি চাৰিসীমা দিয়া আছে, তাকো আজিকালি অনুসন্ধান কৰি চালে হ্যাপুঙেই হাবুং বুলি স্থিৰ কৰিব পাৰি। সেইনিমিত্তে ফলিখনৰ পাঠোদ্ধাৰ হ'ল যদিও, আৱশ্যকতা আছে।

**ৰজাদিনীয়া আপুৰুগীয়া সম্পদ :** হাতীদাঁতৰ উঘা, সোণৰ উঘা, সোণৰ মকৰ কুণ্ডল, গা খবুৱা হাতীদাঁতৰ আঙুলি লগা হাত, হাতীদাঁতৰ সিংহ থকা আঠ খলপীয়া সিংহাসন, সোণৰ পানীচৰোৱা চকুমক দোলা, পথৰা শিল, গুণাটনা কাপোৰ—এই বিলাক ৰজাদিনীয়া বস্তু বিহদিয়া বকৰা ঘৰৰ পুৰণি সম্পদ। সৰহভাগ বস্তু দৰঙী ৰজাৰ ঘৰলৈ নিলে।

**বিহদিয়া বৰুৱাৰ ঘৰ :** শ্যামচৰণ বৰুৱাৰ ঘৰত সোণৰ তামোল এথোক আৰু ৰূপৰ তামোল এথোক আছিল। অসমৰ ভূতপূৰ্ব্ব কমিশ্যনাৰ বেণ্টিক চাহাবে সেই বস্তু কিপদ নিয়াই গুৱাহাটীৰ নাজিৰখানাত জমা দিয়ালে। এই বিলাক ঐতিহাসিক সম্পদ পূৰ্ব্বে বীৰ হৰদত্ত চৌধাৰীৰ আছিল। ইয়াৰ উপৰিও বিবিলাক ঘৰত এতিয়াও চণ্ডীদেৱীৰ মূৰ্ত্তি, বিষ্ণু-দেৱৰ মূৰ্ত্তি আছে। সেইবোৰ এতিয়াও মৌদ্‌গল্য গোত্ৰীয় ব্ৰাহ্মণৰ দ্বাৰাই সদা-সৰ্ব্বদা পুজিত সেবিত হৈ আহিছে।

এই অঞ্চলত এই ঘৰেই অতি পুৰণি মানুহ। অৱস্থা শোচনীয়। আদিত্য নাৰায়ণ লহকৰেই বংশাৱলী থকা আদি পুৰুষ। তেওঁৰপৰাই নৱম পুৰুষত ধৈৰ্য্য নাৰায়ণ বুলিবৰ যিজনা মহাপ্ৰতাপী পুৰুষ আছিল, তেওঁৰপৰাই ১৮২৩ চনত গেইট চাহাবে মই পোৱা ফলিখন নিছিল বুলি লিখা আছে। বিবিধ বিপৰ্য্যয়ৰ হাত সকৰাইও যে বংশটোৱে পুৰণি গৌৰৱৰ চিন ৰাখি আছে, সেইবাবে আমাৰ নিজা চৰকাৰে পৰিয়ালটোলৈ চকু মেলি চোৱা উচিত।

উত্তৰ কূলত এনেকুৱা সংস্কৃতিমূলক প্ৰাচীন সম্পদ ৰক্ষা কৰোতা পৰিয়াল বহুত আছে। সেই বিলাকৰ কোনো কোনোক লগো পাইছিলোঁ। কিন্তু অনাদৃত, অৱহেলিত হৈ থকা গুণে সেই বিলাকৰ উৎসাহ-আকাঙ্ক্ষা সকলো মৰহি বা হৰি যাব লগীয়া হৈছে।

**পিঙ্গলেশ্বৰ দেৱালয় :** বিষ্ণু শৰ্ম্মাৰে সৈতে ঘৰে-ঘৰে পুৰণি সংস্কৃতি সমল বিচাৰি-বিচাৰি পিঙ্গলেশ্বৰ দেৱালয় ওলালোঁগৈ। দেৱালয়ৰ উপাস্য দেৱতা অৰ্দ্ধনাৰীশ্বৰ বা অৰ্দ্ধনাৰীৰ ৰূপত বিৰাজমান সদাশিৱ। বসুন্ধৰ ব্ৰাহ্মণে কোনোবা কালতে কৈ গৈছিল ইয়াতেই বোলে কপিল মুনিৰ আশ্ৰম আছিল। কালযৱনে আশ্ৰম আৰু দেৱালৰ মূৰ্ত্তিখন ভাঙি পেলালে। কালযৱন মানে কালাপাহাৰ বা পোৱা সুঠান। ভাঙোতে অলপ খৰামুৰা হৈ থাকিল যদিও, মূৰ্ত্তিখন মাটিৰ তলত পোটখাই থাকিল।

স্বৰ্গদেৱ শিৱসিংহ মহাৰাজৰ আদেশত বৰফুকনে ইয়াতে মন্দিৰ এটি সজাই দিয়ে। তেওঁ আৰু তেওঁৰ পৰৱৰ্ত্তী স্বৰ্গদেৱ সকলে প্ৰত্যেকেই, আৰু বৰ বৰ আহোম বিষয়াই পিঙ্গলেশ্বৰলৈ মাটি, মানুহ আৰু সোণৰূপৰ কোষা-অৰ্ঘা, কঁাহৰ ঘন্টা, দবা কঁহ, ছত্ৰ দান কৰিছিল। তাৰে কিছুমানত স্বৰ্গদেৱসকলৰ নামো খোদিত কৰি থোৱা আছে।

পিঙ্গলেশ্বৰ মন্দিৰটোৰ জীৰ্ণ-শীৰ্ণ অৱস্থা দেখি বেজাৰ লাগিল। দেৱালয়ৰ সমুখত থকা পুখুৰীটো পিটনিৰেই ভৰি গৈছে। পুখুৰীটো খানিলে প্ৰাচীন সাহিত্যৰ বহুতো নিদৰ্শন ওলাব পাৰে। আমাৰ দেশত, উত্তৰ কূলৰ ভালেমান পুখুৰী আৰু দক্ষিণ কূলৰো ভালেমান পুখুৰী খানিলে বা খনালে অদ্ভুত অদ্ভুত প্ৰাচীন সম্পদ আবিষ্কৃত হ'ব পাৰে। পিচে, তাকে এতিয়া কৰে কোনে?

দেৱালয়খন চৰ্কাৰৰ তত্বাৱধানত চলিছে যদিও তাৰ উন্নতিৰ নিমিত্তে একো কৰা নাই। শুনিলোঁ, বিষ্ণুনাথ শৰ্ম্মাৰ আপ্ৰাণ চেষ্টাৰ ফলত চৰকাৰে ৫০০ টকা দলি মাৰি দিয়াদি অস্থায়ী অনুদান এটি মঞ্জুৰ কৰিছে। পিঙ্গলেশ্বৰ পুখুৰীটোৰ পিটনি গুচাই, খানি-কুৰি, পবিত্ৰ স্থানত পৰিণত কৰিবলৈ সেই টকা এপাচি কচু শাকত এটি জালুক মাত্ৰ।

ছয়মূৰ্ত্তিৰে পিতলৰ ঘট : বীৰেন চৌধাৰীৰ ঘৰত ছটা সাঁচত্যৰা মূৰ্ত্তি থকা পিতলৰ ঘট এটি পালোঁ। ঘটটো বেপ্টিষ্ট কমিশ্যনাৰ চাহাবে নীলামত বেচিছিল। একালৰপৰা ঘূৰাই চাই গ'লে ক্ৰমান্বয়ে এই কেইটা মূৰ্ত্তিৰ ছাপ দেখা যায়—

(১) মৎস্য (২) দুৰ্গা (বাওঁহত্তীয়া অৰ্থাৎ আন মূৰ্ত্তিত দশভূজাই সোঁ-ফালৰ হাতে এখনেৰে মহিষাসুৰক বধ কৰা থাকে, ইয়াত কিন্তু বাওঁহাতে এখনেৰে মাৰিছে।), (৩) কূৰ্ম্ম, (৪) সদাশিৱ; (৫) নৃসিংহ, (৬) গণেশ। অশোক চক্ৰৰ দৰে সিংহ মূৰ্ত্তিও আছে। চক্ৰ শঙ্খাকৃতি। সম্ভৱতঃ এই ঘটটো দলৈলামাৰ বস্তু। ইয়াৰ মূৰ্ত্তি বিলাকত ৰূপটোইত ইমান ধুনীয়া আৰু পৰিস্কাৰকৈ ওলাই আছে যে ভাস্কৰ্য্যৰ ই এটি অনুপম নিদৰ্শন বুলি নকৈ নোৱাৰি।

গোপেশ্বৰ দেৱালয় : কামৰূপৰ মঠ মন্দিৰ দ'ল দেৱালয় আৰু দলৈসকলৰ সংৰক্ষণ প্ৰৱৰ্তন আৰু উপজীব্যৰ অৰ্থে স্বৰ্গদেৱ শিৱ সিংহই পোন প্ৰথমে তামৰ ফলি মাৰি মাটি-বৃত্তি দান দিয়ে, (গদাধৰ সিংহই উমানন্দৰ অৰ্থে দিয়াও পোৱা গৈছে।) এনেকুৱা ফলি কৰবাৰ কেইবা ঘৰ ব্ৰাহ্মণ, দেৱালয় আৰু দলৈৰ ঘৰত পোৱা হৈছিল। গোপেশ্বৰ দেৱালয়ৰ ধৰণীধৰ দলৈৰ তাত ফলি এখন পালোঁ। ফলিত লেখা-মতে নিজ গোপেশ্বৰৰ সীমা দেৱালৰ দখলত এতিয়া থকা নাই। ওচৰত থকা মুছলমান গাঁৱৰ মানুহেই দখল কৰি আছে আৰু চৰ্কাৰেও চৰ্কাৰী বুলি পৰ্ব্বতৰ শিল কটাই নিয়াইছে। গোপেশ্বৰৰ গুহা অদ্ভুত। ওপৰৰপৰা নিজৰি

নিজৰি পানী পৰিয়েই থাকে আৰু শিলৰ মাজতে যোগীযোগাৰ দৰে একোটা একোটা ঘৰো আছে। ইয়াবে এটাত সোমাই চাইছিলোঁ। উবিষ্যাত্তো এনেকুৱা গুহা বা গুম্ফ দেখিছিলোঁ। গোপেশ্বৰ দৰ্শন কৰোতে চান্দ্ মোহম্মদ চৌধুৰী বাহিৰতে থিয় দি আছিল আৰু মোক তাৰ ইতিবৃত্তও অলপ কৈছিল। গোপেশ্বৰ দেৱালয়ৰ কলিৰ নকল এটা লৈ আহিলোঁ।

**পুথিৰ অনুসন্ধান : অনন্ত কন্দলীৰ ৰামায়ণ :** দৰঙ্গী ৰজাৰ আয়োজনত প্ৰণয়ন কৰা ভালেমান পুথি এই অঞ্চলৰ ঘৰে ঘৰে পোৱা যায়। একোঘৰ মানুহে সেইবিলাক পুথি হেনো তিনি পুৰুষ চোৱাই নাই। এনেকুৱা মানুহ এঘৰত সোমাই জানিব পাৰিলোঁ যে গৃহস্থজনে এখন পুথি ভাখেৰী ঘৰৰ চাঙত তুলি থৈছে। কোনেও মেলি চোৱাই নাই। বিষ্ণুশৰ্মা আৰু মই হাত ভৰি ধুই ভঁড়ালৰ আগলৈ গৈ পুথিৰ পেৰাটো মেলি চালোঁ। পেৰাত খনদিয়েক মন্ত্ৰৰ পুথি আৰু এখন অনন্ত কন্দলীৰ ৰামায়ণ পালোঁ। ৰামায়ণখনৰ পাত দুটামান নাই। তাকে ইমান আটোমটোকাৰিকৈ বান্ধি-ছাটি পৰম বিশ্বাসেৰে পেৰাত সুমাই থোৱা দেখি মানুহ জনৰ গ্ৰন্থ ভক্তি দেখি শলাগিলোঁ। সেই ঘৰ মানুহৰ পুথি অনেক আছিল। ঘৰত কিবা পয়মাল হোৱাত পানীত উটুৱাই দিলে।

**ৰামায়ণ কথা :** 'ৰামায়ণ কথা" নামৰ পুথি এখন উপেন্দ্ৰ গোস্বামীৰ ঘৰত পাওঁ। পুথিখন ব্ৰহ্মচাৰী জয় নাৰায়ণস্য কীৰ্ত্তিনাথ নন্দ দেৱৰ বংশৰ ৰামনিধিয়ে লেখা। ১৪৮৩ টা পদ আছে। প্ৰতিলিপি কৰা শক ১৭৩৪ শকৰ জেঠ।

নলবাৰী সংস্কৃত কলেজৰ অধ্যক্ষ শ্ৰীযুত মনোৰঞ্জন শাস্ত্ৰীদেৱে ইয়াৰগৰা বহুত পুথি নি কলেজৰ লাইব্ৰেৰীত ৰাখি থৈছে। মই পোৱাৰ ভিতৰত এই কেইখনকে উল্লেখ কৰিব পাৰি—(১) দ্বিজ মধুসূদনেন লিখিতং মহা ভাগৱত অষ্টম স্কন্ধ ভাগৱত; (২) কৃষ্ণ ভাৰতীকৃত বেদান্ত বনকেশৰী:—বিদগ্ধ মুখমণ্ডল; বিদ্যাবিধুষং কাব্যং। শ্ৰীযুত থানেশ্বৰ শৰ্ম্মা ভিষগ্ ৰত্নৰ তাত চিকিৎসা শাস্ত্ৰৰ উপৰিও বহুত সংস্কৃত কাব্য, নাট আৰু চৰিত পুথি আছে।

**কৰবাত গোৱা বিয়ানাম :** "বাৰী শোভন তাৰ নাৰিকল
লণ্ডাৰ শোভন পাণ।
বিয়াৰ শোভন তামোল পাণেৰে
আগে ধৰে মান॥

কন্যাৰ শোভন শাখে সেন্দুৰে
সাপ নেগুৰীয়া চুলি
মুকুতা গঁতীয়া হাঁহিটো শোভন
কাচনে ধৰিছে তুলি ॥"

ছোৱালীইতৰ নামটোইত অসমীয়া হৈয়ে আছে। বঙালী বা ইংৰাজীৰা-বতাহে এতিয়াও ছুবলৈ পৰা নাই। সময়ত আচহুৱা হ'বপৈ পাৰে, এনে আশঙ্কা কৰি ইয়াত দুটামান ছোৱালীইতৰ নাম তুলি দিলো।—ইন্দ্ৰমালা, সৰস্বতী, বিভা, আইকণ, ঊৰা, মনোমতী, মহিমা, গুৱলা, জয়ন্তী, ঊৰ্ম্মিলা সুৰভী, চন্দ্ৰা ইত্যাদি।

মুছলমান ছোৱালীৰ নাম— জাহিৰণ, জুমাচেনি, জুমাবিবি, সোণাফুলী, মৌজান, সোণতৰা, লালচেনি ইত্যাদি

কৰৰা : ৰজাদিনত কৰৰা পাতি দৰঙৰ ভিতৰত আছিল। বৃটিছ শাসনৰ বছৰ দিয়েকৰ পিচত কামৰূপৰ ভিতৰত সুমুৱাই লোৱা হয়।

কৰৰা নামৰ উৎপত্তি সম্বন্ধে বহুত কথা কয়। আৰিমত্তৰ মাকৰ নাম হেনো কুৰুৰী আছিল আৰু গিৰীয়েকৰ নাম আছিল কৰৰা। কৰৰা নিশ্চয় এজন ৰজা বা ৰজাপোৱালি নাইবা জমিদাৰ আছিল। কোনো কোনোৱে কয় ইব্ৰাহীম কাৰোৰীৰ পৰা কৰৰা হ'ল বুলি। কোনোৰ মতে আকৌ পুৰা কালত ইয়াৰ নাম আছিল কৰপত্তন। কৰৰাৰ দাঁতিয়ে-কাষৰে যিবোৰ গাঁও আছে, সেই আটাবোৰতে শেষত বা আছে। যেনে : কৰ-বা, নল-বা পালা-বা, কঁই-বা, ধন-বা, দত্ত-বা ইত্যাদি। ঠিক এনেকুৱা বা প্ৰত্যায়যুক্ত নাম বৃন্দাবন আৰু লক্ষ্ণৌৰ চৌপাশে আছে। এসময়ত ইয়াত উত্তৰ ভাৰতৰ কোনোবা এজন ক্ষত্ৰিয় ৰজাই ৰাজত্ব কৰিছিল; নতুবা বাৰভূঞা বিলাকৰ এজোজন গাঁওবুঢ়াই শাসক আছিল। বা প্ৰত্যয় টোৱে আমাৰ চকুৰ আগত এখন বহল গৱেষণাৰ পথাৰ মেলি দিছে।

হৰদত্ত চৌধাৰীৰ গীত : একো নোখোৱাকৈয়ে আকৌ গাঁও সোমালোঁ। লগতে বিষ্ণু শৰ্ম্মাও। এগৰাকী বুঢ়ী মানুহ লগ পালোঁ। তেওঁ হৰদত্ত বীৰদত্ত, পদুম কুঁৱৰী আৰু মৰণাল (মহীপাল) পুথুৰীৰ কেবা-টাও আধা ছুথুৰীয়া গীত গাই শুনালে। বৰ্ত্তিয়াত হৰদত্ত বীৰদত্ত ভৱন নিৰ্ম্মাণ কৰা হৈছে। সংগ্ৰহ কৰি তাতে গীত বিলাক সংৰক্ষণ কৰা উচিত।

হাঁ হৰি হৰিদত্তৰ বাৰীৰে
হাঁ হৰি পিলিখা পকিছে

হাঁ হৰি হাইঠা আকে আকে পৰে
হাঁ হৰি হৰদত্তৰ জীয়ৰী
হাঁ হৰি পদ্ম কুমাৰী
হাঁ হৰি বাহি বৈ আছিলে তাত
হাঁ হৰি হৰদত্ত জীয়ৰী
হাঁ হৰি পদ্ম কুমাৰী
উমেদান বড়ালে
হাতত ধৰি নিলে
—ইঁহাৰাত নেখালে ভাত।
(শ্ৰীযুত লোহো কোঁচ ৰাজবংশীৰ

পৰা শুনা।)

**চান্দ্‌ মোহাম্মদ চৌধাৰী :** বন্ধুবৰ চান্দ্‌ মোহাম্মদ চৌধুৰীৰ চকু এটা, মোৰ চকু দুটা। এই তিনি চকুৰ মিলন হয় কৰৰাতে আৰু আহিবৰ দিনা তেখেতৰ ঘৰলৈ গৈ মাত লগাওঁ গৈ। তে.খ:তো মোৰ লগতে আহি ওচৰত কোৱা মতে গোপেশ্বৰ দেৱালয় দেখুৱাইহি। চৌধাৰী ডাঙৰীয়াৰ অসমীয়া জাতীয়তাৰ প্ৰতি ঐকান্তিক অনুৰাগ দেখি ভাল লাগিল। কৰ্ম-বীৰ নবীন চন্দ্ৰ বৰদলৈৰ স্মৃতি ৰক্ষাৰ্থে কৰৰাত এটি লাইব্ৰেৰী বা পুথি-ভঁড়াল আছে। ভঁড়ালত "উপন্যাস সম্ৰাট" ৰজনীকান্ত বৰদলৈ দেৱে দান কৰা পুথিয়েই সৰহ। চাওঁতা-চিতোতাৰ অভাৱত পুথিবিলাক লাং লাং ঠাং ঠাং হৈ যতে পায় ত'তে তিতি উৰঁলি গৈছে। অমিয় কুমাৰ দাস মন্ত্ৰীয়ে ৮০ টকা অনুদান দিছিল। কিন্তু এবছৰতে শেষ।

**কৰৰাৰ মধুৰ স্মৃতি :** চান্দ্‌ মোহাম্মদৰ বাহিৰেও এই কেইগৰাকী কৰৰাৰ বিশিষ্ট জন কল্যাণকামী, কংগ্ৰেছ সেৱক, শিক্ষাবিদ আৰু সাহিত্য সেৱী কলামোদী পুৰুষৰ সজলাত মোৰ স্মৃতিপটত চিৰকাল মধুৰ হৈয়ে থাকিব।

**ললিত চন্দ্ৰ ডেকা,** হেড্‌মাষ্টৰ কৰৰা হাইস্কুল, **থানেশ্বৰ শৰ্মা** ভিষগ্‌ ৰত্ন (কবিৰাজ), **মহেন্দ্ৰ নাথ ডেকা,** (উকীল) **বিষ্ণুনাথ শৰ্মা** (শিক্ষক)।

## তৃতীয় অধ্যায়

**অসম সাহিত্য সভাৰ সভাপতি হিচাপে ভ্ৰমণ অভিজ্ঞতা : ছত্ৰশাল, ধুবুৰী :** ১৯৭৬ চনৰ ২৭ আৰু ২৮ ডিচেম্বৰ তাৰিখে ধুবুৰীত বহা অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী অধিৱেশন সমাপ্ত কৰি অসমৰ প্ৰান্ত-বৰ্ত্তীয়া ছত্ৰশাল সত্ৰ চাবলৈ যাওঁ. বিশিষ্ট স্থানীয় নেতা শ্ৰীমান গোবিন্দ চক্ৰৱৰ্ত্তী আৰু দুজন ছাত্ৰ লগত গৈছিল। এজন অভয়াপুৰীৰ শ্ৰীমান কুমাৰ জগদীশ নাৰায়ণ দেৱ আৰু ইজন চক্ৰৱৰ্ত্তীৰ পুত্ৰেক শ্ৰীমান পাঁচু গোপাল চক্ৰৱৰ্ত্তী।

ছত্ৰশালখন পাকিস্থানৰ গাতে লগা—মাত্ৰ খাবৈ এটাই হে হিন্দুস্থান-পাকিস্তানক (এতিয়া বাংলাদেশ) বেলেগাই ৰাখিছে। আমাৰ এই এমুৰীয়া সত্ৰখনে নিতৌ নাম-কীৰ্ত্তন কৰি আমাৰ মহাপুৰুষসকলৰ স্মৃতি জীয়াই ৰাখিছে। ই কম কথা নহয়। ধুবুৰী মহকুমাত মহাপুৰুষীয়া সত্ৰ বুলিলে এইখনেই আছে বুলি ক'ব পাৰি। ইয়াৰ নামঘৰ আৰু কোঁচ ৰজা-দিনীয়া মাটিবাৰী এতিয়াও আগৰ দৰেই আছে। কিন্তু বৰ্ত্তমানে বংগ্ৰেছ চৰকাৰৰ হাতলৈ যোৱাত কি ব্যৱস্থা লয় কব নোৱাৰি। ইয়াত কোঁচ ৰজাৰ প্ৰতীক বান্দৰৰ মূৰ্ত্তি আছে। বান্দৰ পূজা এটা অধ্যয়নৰ বিষয়।

**দেওঘৰ দিখৌমুখ :** শিৱসাগৰৰ দিখৌমুখ-দেওঘৰত সদৌ শিৱ-সাগৰীয় প্ৰাইমেৰী শিক্ষক সন্মিলন বহে। তালৈকে নিৰ্দ্দিষ্ট বক্তা স্বৰূপে মোক নিমন্ত্ৰণ কৰিছিল। সভা মুকলি কৰিছিল বিমলা প্ৰসাদ চলিহাই আৰু সভাপতি আছিল কেদাৰ নাথ গোস্বামী। পণ্ডিতসকলৰ অসমীয়া ভাষা চৰ্চা কৰা, প্ৰসাৰ কৰা আৰু আনক শিকোৱা দায়িত্বটো ইমান বেচি যে তাক বহলাই কৈ থাৰ আৱশ্যক নাই। মাতৃভাষালৈ মৰম থাকিলে হে মাতৃভূমিলৈ মৰম ওপজে। পঢ়া-শলীয়া ছাত্ৰ-ছাত্ৰীৰ অন্তৰত পোনতে মাতৃ-ভাষালৈ মৰম ওপোজাব লাগিব—তেহে সেই ল'ৰাছোৱালীয়েই আগলৈ আপোনা-আপুনি জন্মভূমিক সেৱা কৰিবলৈ শিকিব। ওলাই আহোঁতেই লতাভাল যেনি পোনোৱা যায় সেই ফালে হে আগলৈ উঠি আহে। চালুকীয়া

ছাত্ৰ বিলাককো সেই দৰে আগলৈ মানুহ হৈ উঠিব পৰাকৈ শিক্ষকসকলেই পোনাই দিব লাগিব। এনেকৈ পোনাই দিয়াৰ প্ৰথমটো খোজেই হল নিজৰ মাতৃভাষা অসমীয়ালৈ ল'ৰা-ছোৱালীৰ মনত ধাউতি সুমাই দিয়া। সেই ছেগতে বুজাই দিওঁ যে "ৱ" আখৰটো ৱ বুলি হে উচ্চাৰণ কৰিব লাগে "ব" বুলি নহয় 'স'ৰ উচ্চাৰণো সেইদৰে "স" হে "চ" নহয়। "বজাই ৰাখিলোঁ" ভুল, "বজালোঁ" হে শুদ্ধ। শিক্ষকসকলে সাধাৰণতে কৰ এনেকুৱা' ভুল বহুত দেখুৱাই দিওঁ।

দেওঘৰত আমি সাহিত্য-সভাৰ শাখা এটি স্থাপন কৰিব লাগে বুলি শ্ৰীমান কমলাকান্ত শইকীয়া, শ্ৰীযুত মূলাৰাম দত্ত আৰু সমাজ-সেৱিকা শ্ৰীমতী জোনাকী দত্তক বিশেষভাৱে অনুৰোধ কৰোঁ। বৰগাঁও, সৰাগুৰি চাপৰি, থেকেৰা তলীয়া মিৰি গাঁৱৰ লগত সংযোগ ৰাখি সভাখনক প্ৰতিষ্ঠা কৰিলে ভহভহীয়া হ'ব বুলি পৰামৰ্শ দিওঁ।

ৰামধা দেৱালয় ঃ দেওঘৰ অঞ্চলটো ৰামধা দেৱালয়েই বুৰঞ্জী প্ৰসিদ্ধ কৰি ৰাখিছে। সেই কাৰণে ৰামধা দেৱালয়খন চাবলৈ গলোঁ। যি ঠাইত ৰামধা দেৱালয় আছে, সেই ঠায়েই দেওঘৰ ব' দেৱতা থকা ঘৰ। দেওঘৰ নাম আগ, ৰামধা দেৱালয় পাচ। পূৰ্বে, দেওঘৰতে ইয়াৰ থলগিৰী কছাৰীসকলে বলি-বাহন দি দেও পূজা কৰিছিল। ভূঞাবিলাকে হে ইয়াতে ৰক্ষা গোসাঁনী প্ৰতিষ্ঠা কৰি ৰামধা জনালে।

কামৰূপৰ কামাখ্যা নামটোৰ অনুকৰণ কৰি আজিকালি স্থানীয় ৰাইজে ইয়াৰ নাম ৰামধা গুচাই ৰামাখ্যা কৰিছে। এইদৰে, মজনা-মুগুনাকৈ ঐতিহাসিক নাম এটা সলাই পেলোৱাটো অমাৰ্জনীয় দোষ আৰু মই-সৰু ভাবৰ পৰিচায়ক।

এতিয়া য'ত ৰামধা দেৱালয় আছে তাৰে নামনিলৈ ব্ৰহ্মপুত্ৰৰ ওচৰত আহোম আৰু ভূঞা-চুতীয়া বিলাকৰ মাজত বৰ ডাঙৰ ৰণ হৈছিল। চুতীয়াৰে সৈতে ইয়াত হোৱা যুদ্ধৰ পাচৰপৰা হে চুকাফাৰ লগত অহা মানুহবিলাকে আ-সম বা আহম নাম পালে।

চুহুংমুং বা দিহিঙীয়া ৰজাৰ দিনত বাৰেভূঞা ৰাজ্য ভাঙি ভূঞা সকলক চৰগুৱা নগৰলৈ অনা হয়। ভূঞাসকলৰ উপাস্য দেৱী বুঢ়ীগোসাঁনীকো তেওঁবিলাকৰ লগতেই আনি ৰজাৰ বৰীয়াকৈ ৰাখিলে। সেই সময়তে দিহিঙীয়া ৰজাই চুতীয়া ৰজাক মাৰি চুতীয়াৰ ৰণচণ্ডী গোসাঁনীকো আনি

থৈছিল। বাৰেভূঞাসকলে দৰিকা নৈৰ কাষতে মাটি দহ পুৰা লৈ তাতে পুখুৰী এটি খনাই দেৱালয়তে তেওঁবিলাকৰ আৰাধ্যা ষন্ত্ৰী দেৱী বুঢ়া গোসাঁনীকো প্ৰতিষ্ঠা কৰিবলৈ মনস্থ কৰিলে। ৰজাই ভূঞাক বুঢ়া গোসাঁনীক নিদি চুতীয়াৰ ৰণচণ্ডী মূৰ্ত্তিখনি দিলে। তাকে ওপৰত কোৱামতে দৰিকা নৈৰ পাৰত দেৱাল পাতি প্ৰতিষ্ঠা কৰিবলৈ ধৰোঁতেই পাত্ৰমন্ত্ৰী সকলে দিহিঙীয়া ৰজাক জনালে বোলে, "নগৰৰ সমুখৰ পোনেই বাৰে ভূঞাসকলে দেৱাল পাতিবলৈ ধৰিছে ; তাত দেৱাল পাতিলে বৰ বিষম হ'ব। স্বৰ্গদেৱে অন্য ঠাইত দেৱাল আজ্ঞা কৰিলে ভাল হয়।" এই বুলি জনালত, ৰজাই তাত দেৱাল পাতিবলৈ মানা কৰি, দিখৌ নদীৰ মুখত পূৰ্বে বাৰেভূঞা সহিত ৰণ কৰা ঠাইত ১০০ পূৰা মাটি দিলে আৰু তাতে দেৱাল পাতিবলৈ আদেশ কৰিলে।

দৰিকা নৈৰ পাৰৰ যিডোখৰ ঠাইত আগেয়ে দেৱাল পাতিবলৈ খলা খন্দাইছিল আৰু পুখুৰী খনাইছিল তাৰ নাম কাথপাৰ হ'ল। ৰজাৰ আদেশক্ৰমে বাৰেভূঞাসকলে কাথপাৰৰ পৰা ৰণচণ্ডী মূৰ্ত্তিখনি দিখৌমুখলৈ নিলে। পূৰ্বে, অসম ৰজাৰ সৈতে তেওঁবিলাকে যি ঠাইত যুদ্ধ কৰিছিল, সেই ঠাইতে ১০ পূৰা মাটি জোৰাই বৰ পুখুৰী এটি খনালে আৰু তাৰ পূব পাৰতে বিধিমতে ১৪৩০ শকৰ ফাগুন মাহত ৰণচণ্ডী মূৰ্ত্তি প্ৰতিষ্ঠা কৰি, পুপুৰী দেৱাল উছগিলে, নাম থলে ৰক্ষা দেৱালয়। ঠাকুৰ আদি দেৱলীয়া মানুহ দি পূজা-সেৱাও চলাবলৈ ধৰিলে।

সেই দেৱালয়ৰ এতিয়া জৰাজীৰ্ণ অৱস্থা। বৰ্ত্তমান চৰকাৰৰ পুৰাতত্ত্ব বিভাগে মণিকূট নামঘৰৰ নিৰ্ম্মাণৰ অৰ্থে ২৫০০ টকা দিছিল। তাৰ খৰছ ক'ত ক'ত হ'ল, তেতিয়া অনুসন্ধান কৰি একো নেপালোঁ। দেখিলোঁ— মণিকূটটো দীঘে ২৪৷৷ হাত, আৰু পথালিয়ে ১২ হাত। নামঘৰটোৰ দীঘে ৬০ হাত চতি ১৩ হাত; আওলাই সৈতে বহল ২৩ হাত; গা খুটা দহোটা, পাতি খুটা ২০ টা, সৰল কাঠৰ খুটা ১৪ টা। ঘৰৰ চালখন ১০ ফুটীয়া টিনেৰে ছোৱা।

মণিকূটত আছে শিব-পাৰ্বতী আৰু গুৱাহাটীৰ অশ্বক্ৰান্তত থকাৰ নিচিনা নাগশয্যাত শয়ন কৰি থকা অনন্ত মূৰ্ত্তি, দুৱাৰ মুখত দুটা শিলৰ স্তম্ভ চুতীয়া শিল বুলি কয়। বৰ্তমান শ্ৰীযুত ভোলানাথ ঠাকুৰ তাৰ পূজাৰী। বাইদঙীয়া লেজুৱা বৰুৱা বংশৰ শ্ৰীযুত ৰজনীকান্ত কলিতা, বাপকণ কলিতা প্ৰভৃতিয়ে

দেৱালয়ৰ চাৰিউপিনে থাকি দেৱালয়খনৰ তত্ত্বাৱধান লৈ আছে। কিন্তু, তাত আৰু আগৰ ভক্তিসহকাৰে পূজাপাতল দিওঁতা মানুহৰ সমাগম নাই। যি কেইজনে দেৱালয়ৰ সম্পত্তি উপভোগ কৰি আছে, সেই কেইজনেও কোনোমতে হে সংসাৰ যাত্ৰা নিৰ্বাহ কৰিছে। চৰকাৰ আৰু ৰাইজে এতিয়াই দেৱালয়খনৰ ৰক্ষাৰ ব্যৱস্থা নকৰিলে অচিৰতে আগৰখনৰ দৰেই আকৌ দিখৌ ব্ৰহ্মপুত্ৰৰ গৰ্ভত বিলীন হ'ব বুলি আশঙ্কা হয়।

ৰাতি শ্ৰীমূলাৰাম দত্তৰ ঘৰত থাকোঁ। সেই ঠাইত দত্ত এজন উদ্যোগী কৰ্মী, শ্ৰীমতী জোনাকী দত্তও এগৰাকী দেশ সেৱকিনী। তেওঁবিলাকে আলহী অতিথি শুশ্ৰূষাত দেখুউৱা তৎপৰতা আৰু দত্তৰ মাকৰ সাদৰী মাত কথাৰে কৰা সম্ভাষণ আজিও পাহৰিবপৰা নাই।

দিখৌমুখত অসমীয়া ভাষা এতিয়াও বিকৃত হোৱা নাই। উঠি অহা ডেকা-গাভৰুইতক সাহিত্য সভাৰ নিমিত্তে উঠি-পৰি লাগিবলৈ উদ্গনি দিওঁ।

**কোঞ্জৰপুৰত:** ৰামথা দেৱালয় চাই ৰৰগাঁৱৰ মিৰি গাঁৱলৈ যাওঁ। তাত তাহানিথন লগ পোৱা ৰাজহুৱা উদ্যোগৰ পোক সেই মামল মিৰি গাঁওবুঢ়া সিপুৰীলৈ গ'ল বুলি খবৰ পালোঁ। ডেকা ডুজনমানকে লগ ধৰি মিৰি গাঁৱৰ নাম-গুণবিলাক লেখি সাহিত্য সভালৈ পঠিয়াবলৈ কওঁ। সেই দিনাই বাইচাইকেল মাৰি গড়েদি গৈ বোকানগৰ চাই কোঞ্জৰপুৰ ওলাওঁগৈ। এই কোঞ্জৰপুৰতে এসময়ত ত্ৰাহিৰাম বৈৰাগীৰ ঘৰত নোসোমোৱাকৈ শিৱসাগৰলৈ অহা-যোৱা কৰিব নোৱাৰিছিলোঁ। বৃটিছ চৰকাৰৰ লগত নিয়মতান্ত্ৰিক ভাৱে যুজ কৰা, গাঁৱলীয়া ৰাইজৰ হিতৰ নিমিত্তে অহৰহ চিন্তা কৰি থকা মানুহ এজন আৰু ত্ৰাহিৰাম বৈৰাগীৰ দৰে পোৱা বৰ বিৰল। তেখেত আজি নাই। তেখেত নোহোৱাৰ পৰা কোঞ্জৰপুৰখন তেনেই উকণা হ'ল। তথাপি, ৰাইজৰ উৎসাহ এতিয়াও কমা নাই।

সেইদিনা দিখৌ সমাজ উন্নয়ন বিভাগৰ দ্বাৰাই শিক্ষা দিৱস অনুষ্ঠিত হৈছিল। এনে বিৰাট ভাৱে কোঞ্জৰপুৰত কৰা শিক্ষা দিৱসৰ সমাৰোহ আন ঠাইত কৰ'বাত কৰা হৈছে নে নাই ক'ব নোৱাৰো। চৰকাৰী অনুষ্ঠানলৈ ৰাইজৰ প্ৰায়েই সহযোগ নেথাকে। কিন্তু সেইদিনা কোঞ্জৰপুৰীয়া ৰাইজে উন্নয়ন বিভাগৰ লগত হিল দল ভাঙি উৎসাহ-উদ্দীপনাৰে সহযোগ কৰা দেখি আচাৰত হলোঁ।

শ্ৰীযুত নৰনাথ মহন্ত বি-এ ক সভাপতি আৰু শ্ৰীযুত বুদ্ধেশ্বৰ গোহাঁইক সম্পাদক পাতি কোঞ্জৰপুৰত সাহিত্য সভা এখনি গঠন কৰোঁ। মহন্ত

দেৱৰ বুদ্ধি পৰামৰ্শমতে চলিলে কোঞবপুৰ সাহিত্য সভাখন সময়ত সভা-সংখ্যা আৰু ক্ষেত্ৰপৰিধিৰে গণগণীয়া হৈ উঠিব ।

**সোণাৰিত ঃ** সোণাৰি-সাহিত্য সভাখন বহুত দিন নিৰ্জীৱ হৈ থকা দেখি শ্ৰীযুত নবদ্বীপৰঞ্জন পাটগিৰি, শ্ৰীযুত নীলকান্ত বৰুৱাৰে সৈতে বিশদভাৱে আলোচনা কৰোঁ তাকে সজীৱ কৰিবৰ নিমিত্তে। শ্ৰীযুত পাৰ্বতিপ্ৰসাদ বৰুৱা, শ্ৰীযুত কামাখ্যা প্ৰসাদ বৰুৱা আৰু শ্ৰীযুত মোক্ষদা প্ৰসাদ বৰুৱাক গাইগুটীয়াকৈ লগ ধৰি সোণাৰি সাহিত্য সভাখনে কৰিবলগীয়া কামৰ আঁচনি এটা দিওঁ। সোণাৰিৰ ওচৰতে জৰকা, বৰতুৰৰীয়া নগা আছে। সিবিলাকৰ লগত অভয়পুৰ মৌজাৰ মৌজাদাৰ শ্ৰীযুত কামাখ্যা প্ৰসাদ বৰুৱাৰ ঘনিষ্ঠ সম্পৰ্ক। বৰুৱাদেৱৰ যত্নতেই নগাবিলাকে বছৰি বিহু উৎসৱত যোগ দি আহিছে। জাতুৰাম ডেকাবৰুৱাৰ বংশধৰ সকলেই এই অঞ্চলৰ ধৰণী। তেওঁবিলাকে সোণাৰিৰ পট পৰিবৰ্তনৰ নিমিত্তে অশেষ যত্ন কৰি আহিছে। শ্ৰীযুত কামাখ্যা প্ৰসাদ আৰু শ্ৰীযুত মোক্ষদা প্ৰসাদ বৰুৱাই সাহিত্য সভাৰ আজীৱন সভ্য হ'বলৈ প্ৰতিশ্ৰুতি দিয়ে।

**বৰখালা কামৰূপ ঃ** মাৰ্চ মাহত কামৰূপ জিলাৰ বিদ্যানুৰাগী পণ্ডিত শ্ৰীযুত কৃষ্ণদত্ত বুজৰবৰুৱা তৰ্কতীৰ্থ, শ্ৰীযুত তপোধৰ শৰ্মা বি-এ, আৰু স্থানীয় বীৰদত্ত হাইস্কুলৰ হেড্ মাষ্টৰ শ্ৰীযুত ৰাধানাথ শৰ্মাৰে পৰামৰ্শ কৰি বৰখালাত অসম সাহিত্য সভাৰ শাখা স্থাপন কৰিবলৈ স্থিৰ কৰা হয়। বাহোৰঘাট, বৰমা, চটমা গাঁৱৰ মুখিয়াল সকলৰ লগত পুথিপাঁজি সংৰক্ষণ কৰাৰ বিষয়ে কথা পাতো।

**ঢোপধৰা (গুৱালপাৰ) :** সেই মাহতে ঢোপধৰাত সাহিত্য সভা। স্থানীয় থলুৱা মানুহকো সভাত সুমুৱাই-লৈ অসমীয়া ভাষা সাহিত্যৰ আলোচনা কৰিবলৈ সকলোকে দঢ়াই দঢ়াই কওঁ।

ঢোপধৰা সাহিত্য সভাৰ সভ্য সকলৰ যত্নতে গাৱো ভাষাৰ শব্দাৱলী এখনি অনতিপলমে প্ৰকাশ হোৱাটো সকলোৱে আশা কৰে। সেই আশা যাতে ঢোপধৰা সাহিত্য সভাৰ দ্বাৰাই পূৰ্ণ হয় তাকে মই অনুৰোধ কৰোঁ। ঢোপধৰা অঞ্চলত এই কেইজন সাহিত্যানুৰাগীয়ে বহুত হেঙাৰৰ সন্মুখীন হৈও অসমীয়া ভাষা প্ৰচাৰৰ অৰ্থে অহোপুৰুষাৰ্থ কৰা দেখি সন্তোষ পালোঁ।— শ্ৰীযুত অনন্ত কুমাৰ দাস, শ্ৰীযুত ঘনকান্ত অধিকাৰী, শ্ৰীযুত শৈলৰাম পাটগিৰি, শ্ৰীযুত অক্ষয় মিশ্ৰ, তুৰা।



বেণুধৰ শৰ্মা (১৯৬০)



সহধৰ্ম্মিনী শ্ৰীমতী বৰদা কুমাৰী দেৱীৰ সৈতে বেণুধৰ শৰ্মা

চৈৰাৰী, টংলা : টংলাৰ চৈৰাৰীত শ্ৰীযুত করুণাময় হৰিপদ গোস্বামীৰ উদ্যোগত ব্ৰহ্মানন্দ সেৱাশ্ৰম নামে এখনি আশ্ৰম স্থাপিত হৈছে। সেই আশ্ৰমত থলুৱা মানুহবিলাকে যাতে অসমীয়া ভাষাৰ চৰ্চা কৰি অসমীয়া সাহিত্যৰ সম্ভাৰ যোগাব পাৰে তাৰ নিমিত্তে নানান সংস্কাৰমূলক কাম কৰাৰ উপৰিও করুণাময় গোস্বামীয়ে পুৰণি পুথি সংগ্ৰহ কৰি সেই সকলৰ ভিতৰত নতুন অনুপ্ৰেৰণাৰ সঞ্চাৰ কৰিছে। শ্ৰীযুত করুণাময় এজন অধ্যয়নৰত উদ্যোগী সাহিত্যিক। তেখেতে কেবাখনো বুৰঞ্জী আৰু ধৰ্মমূলক পুথিৰ গ্ৰন্থকাৰো। মাৰ্চৰ ৩০ তাৰিখে সেই আশ্ৰমতে এখনি সাহিত্য সভা বহে। সাহিত্য সভাৰ নিয়মাৱলী অনুসাৰে এখনি স্থানীয় সাহিত্য সভা গঠন কৰোঁ। শ্ৰীযুত গজেন্দ্ৰনাথ কছাৰী, শ্ৰীযুত গামঝা কছাৰী, শ্ৰীযুত খাউচুং কছাৰী আদিয়ে অসমীয়া সাহিত্যৰ নিমিত্তে প্ৰাণটাকি যত্ন কৰিবলৈ দৃঢ়সংকল্প কৰে। স্থানীয় কংগ্ৰেছ নেতা শ্ৰীযুত ৰত্নেশ্বৰ শৰ্মাৰ উৎসাহ-উদ্দীপনা আৰু আৰ্থিক সহায় বিশেষভাৱে উল্লেখ কৰিবলগীয়া।

বঙিয়া : বঙিয়াৰ নিচিনা দিনে দিনে উন্নতিৰ ফালে আগুৱাই অহা ঠাইডোখৰত অসম সাহিত্য-সভাৰ উদ্দেশ্য ব্যাখ্যা কৰি তাত শাখা সভা এখন পাতিবলৈ বহুত দিনৰ পৰা পাৰি আছিলোঁ। সাহিত্য-সভাৰ নাম কৈ মানুহ গোটোৱা টান দেখি, বঁটাবিতৰণী সভা এখনকে উপলক্ষ্য কৰি অসমীয়া ভাষাৰ উন্নতি বিষয়ক কৰ্মপন্থা ৰাইজৰ আগত দাঙি ধৰোঁ। সভাৰ মূল উদ্দেশ্য বঁটা বিতৰণ কৰাই আছিল যদিও অসমীয়া ভাষাৰ বৰ্তমান দুৰৱস্থাৰ কথা বিবৰি কোৱা হ'ল। বঙিয়া হাইস্কুলৰ হেড মাষ্টৰ প্ৰাণেশ্বৰ শৰ্মাই গুৰি ধৰি সাহিত্য সভা এখন প্ৰতিষ্ঠা কৰাৰ প্ৰতিশ্ৰুতি পাওঁ। কমলাকান্ত কলিতা, অমূল্য কলিতা, মুক্তিৰাম কলিতা প্ৰভৃতি ভালেমান স্থানীয় উদ্যোগী লোকে ভাষা প্ৰচাৰৰ প্ৰতি সহানুভূতি জনায়।

পিচদিনা আবিৰত্ত বজাৰ বৈষ্ণৱ গড় চাবলৈ যাওঁ। হেডমাষ্টৰ কমলা কলিতাই বাট দেখুৱাই লৈ যায়। তৰণী গাঁৱৰ ৮২ বছৰ বয়সীয়া চানা-ৰাম কলিতাই আমাৰ গোটেই গড় চাওঁতা দলটোকে চাহ-জলপান খুৱাই আদৰ অভ্যৰ্থনা জনায়। ওপৰত উল্লেখিত কিজনৰ বাহিৰেও আমাৰ দল-টোত এই কেইজন আছিল সৰ্বেশ্বৰ-গোস্বামী, নাৰায়ণ শৰ্মা, ৰজনী কলিতা সুৰেন্দ্ৰ কলিতা, প্ৰদীপ কলিতা আৰু ৰত্নেশ্বৰ শৰ্মা।

**গুৱালকুছি :** গুৱালকুছিৰ জ্যোতি সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশন। সভাপতি শ্ৰীযুত দৈৱচন্দ্ৰ তালুকদাৰ। সম্পাদক শ্ৰীযুত ভগৱান মৰল আৰু শ্ৰীযুত সনাতন উজ্জ্বলা। শ্ৰীযুত সুশীল শৰ্ম্মা, শ্ৰীযুত হৰমোহন কাকতি, শ্ৰীহৰিশ কাকতি আৰু শ্ৰীযুত নাৰায়ণ কাকতিয়ে সভা পৰিচালনাৰ গুৰি ধৰে। সভাপতি তালুকদাৰক গুৱালকুছিৰ ঐতিহাসিক বিৱৰণ এটি কেনেকৈ প্ৰকাশ কৰিব লাগে তাৰ এখনি সুচনা দিওঁ।

**হৰিশিঙা (দৰং) ঃ** হৰিশিঙা সাহিত্য সভা। শ্ৰীযুত বলোভদ্ৰ ওজাৰ তাত থাকোঁ। শ্ৰীযুত নৰেন্দ্ৰ নাথ দেৱশাস্ত্ৰী সভাৰ আহ্বায়ক। শাস্ত্ৰীৰ নেৰানেপেৰা চেষ্টাৰ ফলতেই হৰিশিঙাৰ নিচিনা অঞ্চল এটাত অসমীয়া সাহিত্যৰ মৰ্য্যাদা ৰক্ষা কৰা হৈছে। হৰিশিঙা খৃষ্টান হাইস্কুলত এখনি ছাত্ৰ সভা বহে। তাৰ সৰহ ভাগ ছাত্ৰই থলুৱা অৰ্থাৎ ট্ৰাইবেল। শাস্ত্ৰীৰ বুজনিৰ ফলত সেইবিলাক ল'ৰা খৃষ্টান আৰু থলুৱা হৈও অসমীয়া কথা কোৱাত আৰু আবৃত্তিত শ্ৰীকৃষ্ণৰ ভাও লোৱাত বিশেষ প্ৰশংসা ভাজন হৈছিল। অসম সাহিত্য সভাৰ হৈ কেইবাটিও কৃতী আবৃত্তিকাৰকক গাইপতি একোটা পুৰস্কাৰ দিওঁ।

পাদুৰী আৰ ডব্লিউ হমছ চাহাবে গাঁৱে-গাঁৱে অসমীয়া বিৰোধী কথা প্ৰচাৰ কৰি ফুৰে। শাস্ত্ৰীয়ে তাত বাধা দিয়ে। হমছৰ মনোভাব বুজিবৰ নিমিত্তে শ্ৰীযুত বলোভদ্ৰ ওজাৰে সৈতে চাহাবৰ ওচৰলৈ যাওঁ। কথা-বতৰা কোৱাত পাদুৰীজনক অসমীয়া বিৰোধী যেন নেলাগিল। আমেৰিকাৰ পাদুৰীবিলাকে পোন প্ৰথমতে অসমীয়া ভাষাৰ নিমিত্তে কিমান ত্যাগ আৰু যুদ্ধ কৰিছিল তাৰ কথা হমছক বুজাই দিওঁ। চাহাবেও আমাৰ সভালৈ 'কামিনী কান্ত' 'বাইবেল' আৰু অসমীয়া বঙলাৰ তুলনামূলক পুথি এখন দান দিয়ে।

পিচদিনা হৰিশিঙাৰ পৰা বেউলা মেলা চাবলৈ যাওঁ। আম্বাগাঁৱৰ মৌজাদাৰ শ্ৰীযুত ৰবি নাথ চহৰীয়াৰ "কালীপ্ৰসাদ" হাতীত উঠি তামোলবাৰীলৈ বা মাণিকীমুখৰ দোৱামুখালৈ যাত্ৰা কৰোঁ। মাউত শ্ৰীমতিৰাম, সহযাত্ৰী আছিল—সৰ্ব্বশ্ৰী কৰুণাময় দেৱগোস্বামী, নৰেন্দ্ৰ নাথ দেৱ শাস্ত্ৰী, গঙ্গাচৰণ 'বৰ' আৰু সোণাৰাম দাস। ৮৫ বছৰ বয়সীয়া দহোৰাম ওজাৰ তাত বহি পুৰণি কথা সোধো। বেউলা খোলা সম্পৰ্কে কৰুণাময় গোস্বামীয়ে প্ৰমাণমূলক বুৰঞ্জী তথ্য সংগ্ৰহ কৰিছে। তাৰ ওচৰতে শাহে বজাৰ

নগৰো চাওঁ। এই অঞ্চলটোত ইয়ানবোৰ প্ৰাচীন কীৰ্ত্তি আছে যে সেই-বোৰ উদ্ধাৰ কৰিব পাৰিলে বেহুলা-লক্ষীন্দাৰৰ চক্ৰ ভেনেই উলটিব।

**দক্ষিণ শালমাৰা (গুৱালপাৰ) :** কেইদিনমান পিচত শ্ৰীযুত শিৱৰাম দাসৰ নিমন্ত্ৰণ পাই গুৱালপাৰৰ দক্ষিণ শালমাৰালৈ যাওঁ। এইখনেই পূৰ্বৰ চেকেৰী দেশ। ইয়াতেই চন্দ্ৰনাৰায়ণ ৰজাৰ পুতেক জয়নাৰায়ণ আহোমৰ তলতীয়া হৰূপে এখন হৈছিল। এতিয়া ই এখন মৈমনছিঙীয়া পমুৱা বস্তী। মৈমনছিঙীয়া হ'লেও, সকলোৱে অসমীয়া হ'বলৈ আগ্ৰহ দেখি আচৰিত হলোঁ। আগদিনা গুৱালপাৰত মোৰ পুৰণি বন্ধু গিৰীন্দ্ৰ চন্দ্ৰ নাথৰ ঘৰত থাকি ২০ তাৰিখে ফুলবাৰীয়েদি দক্ষিণ শালমাৰালৈ যাওঁ। ২০ তাৰিখে যি সভা হয় তাত মই সভাপতি আছিলোঁ। আৰু ধুবুৰী কলেজৰ অধ্যক্ষ শ্ৰীযুত পদ্মেশ্বৰ গগৈ এম-এ নিৰ্দিষ্ট বক্তা আছিল। গগৈদেৱে ভাস্কৰ বৰ্ম্মাৰ দিনৰপৰা অসমীয়া ভাষাৰ ক্ৰমোন্নতি আৰু বিকাশৰ বিষয়ে সুদীঘ বক্তৃতা এটি দিয়ে।

মইও আমাৰ সভাৰ বাবে কৰিবলগীয়া কামৰ আঁচনি এখন দাঙি ধৰোঁ আৰু প্ৰত্যেক সভাই কি কৰা উচিত তাৰ এটি আভাস দিওঁ। মোৰ বক্তৃতা প্ৰসঙ্গত এটা কথাত বৰ জোৰ দিছিলোঁ।—'হিন্দু-মুছলমান' বুলি সদায় কৈ থাকিলে হিন্দু-মুছলমানৰ কেতিয়াও মিল নহয়। দুয়ো ক্ষক এখাধৰা কৰি এক অসমীয়া জাতি হ'ব লাগে।

শ্ৰীযুত প্ৰফুল্ল কুমাৰ চক্ৰৱৰ্ত্তী এই অঞ্চলৰ এজন উদ্যোগী, সজাগ আৰু আগ-ৰণুৱা দেশ সেৱক। তেওঁ সকলো ৰাজহুৱা অনুষ্ঠানতে একপ্ৰকাৰ নহয় একপ্ৰকাৰে সংযোগ ৰাখিছেই। এনেকুৱা কৰ্ম্মী বৰ ভাগ্যৰ মূৰত হে পোৱা যায়। এওঁ হে দক্ষিণ শালমৰাখন সকলো প্ৰকাৰে অসমীয়াকৈ ৰাখিছে। এইখন সীমান্ত অঞ্চল দেখি ইয়াৰ সাহিত্যিক আৰু ভৱিষ্যত আশা-ভৰসাৰ স্থল কৰ্ম্মীসকলৰ নাম লেখি ৰাইজলৈ পঠিয়ালোঁ : সৰ্বশ্ৰী প্ৰফুল্ল কুমাৰ চক্ৰৱৰ্ত্তী, শিৱৰাম দাস, পাৰ্বতী কুমাৰ ৰায়, সৰ্বানন্দ মিশ্ৰ ভাগৱতী, মহীনাথ গোস্বামী, দেৱেন্দ্ৰ নাথ মেধি, প্ৰতাপ চন্দ্ৰ চক্ৰৱৰ্ত্তী, মুকল ইস্লাম, আবদুৰ ৰজক বেপাৰী, শচীন্দ্ৰ চন্দ্ৰ দে, আছমৎ-উল্লা বেপাৰী, আবদুল কৰিম মণ্ডল, মফিজুদ্দিন আহমদ, তোছেউদ্দিন আহমদ, ধনমহম্মদ প্ৰধান আৰু আলি হুছেন চৌধুৰী।

শ্ৰীমফিজুদ্দিন আহমদ চৌধুৰীয়ে বহুত স্থানীয় গীত-মাত আৰু বুৰঞ্জীমূলক তথ্য সংগ্ৰহ কৰিছে।

**ধুবুৰীত :** নবেম্বৰ মাহৰ শেষ ভাগলৈ ধুবুৰীৰ শ্ৰীযুত প্ৰমথনাথ চক্ৰৱৰ্ত্তী বি-এল ডাঙৰীয়াৰ ঘৰত সাহিত্য মেল এখনি বহে। উপস্থিত আছিল অধ্যক্ষ পদ্মেশ্বৰ গগৈ, দীনেশ ৰঞ্জন চৰকাৰ, অধ্যাপক যাদব দাস, মান-গোবিন্দ চক্ৰৱৰ্ত্তী। সভাপতি আছিলোঁ মই। ৰাষ্ট্ৰভাষাৰ নিচিনা আমাৰো প্ৰচাৰ থকা যুগুত, টকাৰে হিন্দী সাহিত্যৰ নিমিত্তে যেনেকৈ এটি বিৰাট মন্দিৰ সজাই দিছে, আমাৰ প্ৰাদেশিক গবৰ্ণমেণ্টও তেনেকৈ এটি সাহিত্য সভাৰ মন্দিৰ থিয় কৰোৱা উচিত, কাছাৰ আৰু পৰ্বতীয়া অঞ্চলত সাহিত্য প্ৰচাৰ কাৰ্য্য চলাবলৈ একোটি আঞ্চলিক সমিতিৰ প্ৰয়োজন আদি নানান বিষয়ে আলোচনা কৰা হয়। ধুবুৰীতে এটি স্থায়ী সমিতি থকা নিতান্তই উচিত বুলি স্থিৰ কৰা হয়।

**কৰিমগঞ্জত ঃ** ১৯৫৭ চনৰ ডিচেম্বৰৰ শেষভাগলৈ ললিত চন্দ্ৰ খাৰঘৰীয়াৰে কৰিমগঞ্জৰ মুছলমান গাঁৱত অসম সাহিত্য সভাৰ সংগঠন কাৰ্য্য কৰা হয়। স্থানীয় ই, এ, চি, শ্ৰীযুত সোনেশ্বৰ কলিতাই আমাক বৰ সহায় কৰে। তেওঁৰ উদ্যোগতে বদৰপুৰতো এখনি শাখা সমিতি স্থাপন কৰা হয়। মৌলবী আবদুল হামিদে আজীৱন সভ্য হ'বলৈ দৰ্খাস্তৰ চহী দি থয়। মৈনুদ্দিন পুলহক চৌধুৰী সম্পাদক হয়। শ্ৰীপ্ৰভুল শইকীয়া, সৰ্ব্বেশ্বৰ অসমীয়া আৰু ৰাজেন্দ্ৰ নাৰায়ণ ৰাজবংশীক লগ ধৰোঁ। শ্ৰীযুত দেবেশ্বৰ ঠাকুৰকো পাওঁ।

**তাৰাপুৰ, শিলচৰ :** কৰিমগঞ্জৰ পৰা আহি শিলচৰৰ তাৰাপুৰ গাঁৱৰ শ্ৰীযুত বৈকুণ্ঠ নাথ হাজৰিকাৰ লৈতে আজি দিনৰ দিনটো ফুৰোঁ। তাত থকা ৮০ ঘৰ মানুহৰ প্ৰত্যেক ঘৰলৈকে যাওঁ। স্থানীয় বালিকা বিদ্যালয় পৰিদৰ্শন কৰোঁ। শিক্ষয়িত্ৰী শ্ৰীযুতা ৰাণী আৰু শ্ৰীযুতা সুশীলাক অসমীয়া বাতৰি কাকত ডুখন দান দিওঁ। তাৰাপুৰৰ মানুহবিলাক অসমীয়া যদিও, সংখ্যাত তাকৰ হোৱা বাবে স্থানীয় ছিলটীয়া বঙলাকে ক'বলৈ বাধ্য হৈছে।

**বামুণদি, কামৰূপ :** আমুৰাৰীত কামৰূপৰ বামুণদিত সাহিত্যালোচনী সভা বহে। লাইব্ৰেৰী সভাও বহে। পণ্ডিত তীৰ্থনাথ শৰ্ম্মা সভাপতি, পণ্ডিত গঙ্গানাথ চক্ৰৱৰ্ত্তী সন্মানিত অতিথি। মই উদ্বোধক। বামুণদিখন আওহতীয়া যদিও সাহিত্যৰ সভাৰ যোগাবপৰা শক্তি আছে। ডেকাবিলাকক ইয়াকে বহলাই কওঁ।

**মাজবাট, দৰং :** বাণৰ জীয়ৰী উষা আইদেও তৈৰবকুণ্ডলৈ অহা-বাট। ইয়েই বাটৰ মাজ। সেই কাৰণে মাজবাট বোলা হয়। মাৰ্চ্চৰ

পহিলা তাৰিখে তেজপুৰৰ দণ্ডী কলিতাৰ জোঙ্গায়েক শ্ৰীযুত উপেন্দ্ৰ নাথ ডেকাৰ তালৈ যাওঁ। সাহিত্য সভা আৰু লগে লগে মঙ্গলদৈ শিক্ষক সন্মিলন বহে। মঙ্গলদৈৰ শ্ৰীযুত পুৰন্দৰ শৰ্ম্মাই সন্মিলন উদ্বোধন কৰে; মই সভাপতি। শিক্ষকৰ দেশৰ প্ৰতি দায়িত্ব, তাবাৰ প্ৰতি মৰম নথাকিলে দেশে কেতিয়াও উদগতি কৰিব নোৱাৰে। পঢ়াশলীয়া পণ্ডিতসকলে হে সাহিত্য সভা টনকিয়াল কৰিব পাৰে। সকলোকে সভাৰ নিয়মাৱলী পঢ়িবলৈ আৰু সাহিত্য সভাৰ পত্ৰিকাৰ গ্ৰাহক হৈ সভা একোখন পাতিবলৈ কওঁ। শ্ৰীযুত অধৰ চন্দ্ৰ সূত্ৰধৰে অসমীয়া সাহিত্য চৰ্চ্চা কৰিবলৈ প্ৰতিশ্ৰুতি দিয়ে। পুৰণি কীৰ্ত্তিৰ ভগ্নাৱশেষ দেৱালভঙা চাবলৈ যাওঁ। দেৱালভঙা মন্দিৰৰ এটি মাটিৰ তলত ওলায়। এজন বিহাৰী সন্যাসীয়ে চাপ খালোতে তাৰ অৱশেষ পাই পানি নিওঁতে নিওঁতে এটি মন্দিৰ পায়গৈ। এই মন্দিৰৰ তলে উক্ত সুৰঙ্গ আছে। সেই মন্দিৰৰ তেওঁ এতিয়া নিজেই তত্ত্বাৱধান লৈ আছে।

থৈবাবাৰী, মঙ্গলদৈ : কেইদিনমানৰ পিচত থৈবাবাৰী সাহিত্য সভা। সম্পাদক শ্ৰীযুত চম্পাৰাম নাথৰ অগ্ৰণত সভালৈ যাওঁ। শ্ৰীযুত গণেশ ডেকা, শ্ৰীযুত গঙ্গানাথ ভট্টাচাৰ্য্য, মঙ্গলদৈৰ হাউচেস কোম্পানীৰ উদ্যোগী বংগ্ৰেছ কৰ্ম্মী শ্ৰীযুত দীনেশচন্দ্ৰ শৰ্ম্মা, চৈবাৰীৰ ব্ৰহ্মাশ্ৰম স্থাপনকৰ্ত্তা শ্ৰীযুত কৰুণাময় গোস্বামী আৰু বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰক শ্ৰীযুত হৰিদেৱ নবীছ সভাত উপস্থিত থাকে। সকলোৱে একমুখে সাহিত্য সভাৰ প্ৰয়োজনীয়তা সম্পৰ্কে বিশদ ভাৱে কয়।

হাজো সাহিত্য সভা : মাৰ্চ্চৰ ১ তাৰিখে হাজো সাহিত্য সভা। ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মা, "ৰামধেনুৰ" সম্পাদক শ্ৰীমান বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আৰু মই সভাপতিৰূপে অসমীয়া সাহিত্যৰ প্ৰতি কৰিবলগীয়া কৰ্ত্তব্যৰ বিষয়ে সকলোকে সজাগ কৰি দিওঁ। ১০ তাৰিখে ৰামদিয়ালৈ যাওঁ।

বৰদামল, লক্ষীপুৰ, গুৱালপাৰ : মাৰ্চ্চৰ ১৫ তাৰিখে গুৱালপাৰ জিলাৰ লক্ষীপুৰ জমিদাৰীৰ বৰদামল গাঁৱত ৰাভা ছাত্ৰসন্মিলনীৰ সভাপতি। সভাস্থলত এহেজাৰমান ৰাভা বাহিৰৰ সমাগম হয়। লগতে ৰাভা ল'ৰা-ছোৱালীয়ে কৰা কাপোৰকানি আৰু চাল তৰোৱালৰ প্ৰদৰ্শনীও হয়। সম্পাদক অমিয় হাটই সুন্দৰ ৰচনা এখন পাঠ কৰে। শ্ৰীমান মনীন্দ্ৰ ৰাভাই অসমীয়া ভাষা আৰু ৰাভা যোৱানেৰে অসমীয়া সাহিত্যৰ লগত

ৰাভাৰ সম্পৰ্ক সম্বন্ধে বটিয়াকৈ বুজাই নিয়ে। চন্দ্ৰকান্ত অভিধানত "ৰাভাক" কছাৰী সুবুলি ৰাভা এটা স্বকীয়া জাতি বুলি সন্নিবিষ্ট কৰিবলৈ কয়। জনদিয়েক ছাত্ৰেৰে সৈতে উদ্ধৱ ৰাভাই পাচদিনা আগীয়াত থৈ যায়হি। শ্ৰীযুত দেবেন্দ্ৰ নাৰায়ণ ৰাভা, বাহাদুৰ ৰাভাৰ সাহিত্যপ্ৰেম শলাগিবলগীয়া। (শ্ৰীমতী) মোহিনী ৰাভা, ফিলিবালা ৰাভা, চেতনা বালা, মাহেশ্বৰী ৰাভাই আমাক পৰিচৰ্য্যা কৰিছিল। তেওঁবিলাকে শুৱলাকৈ আইনাম আদি গোৱা বাবে সাহিত্য সভাৰ পৰা ১০ টকীয়া পুৰস্কাৰ এটি আগবঢ়াওঁ।

**ধুপধৰা :** তাৰপৰা ধুপধৰালৈ যাওঁ। সভা নবহিল। নাওকাটা সত্ৰলৈ গৈ পুথি আৰু লাইব্ৰেৰী পৰিদৰ্শন কৰোঁ।

**বৰকুৰিহা :** বৰকুৰিহাৰ সভাত পণ্ডিত ভগৱান গোস্বামী আৰু শ্ৰীযুত প্ৰবোধ চন্দ্ৰ গোস্বামীয়ে সমজুৱাৰ ফালৰপৰা ভুষাৰমান কয়। সভাৰ উপস্থিতি বৰ ভাল নহল, বতৰ বেয়া বাবে বহুত মানুহ আহিব নোৱাৰিলে। অসমীয়া ভাষা ৰাজ্যভাষা হ'বই লাগে বুলি উপস্থিত ৰাইজক উদগনি দিওঁ।

**ধেমাগড়, নাৰায়ণপুৰ :** ধলপুৰৰ পৰা ৮ মাইলমান উত্তৰে ধেমাগড়। সেয়ে অসমৰ এমুৰীয়া ঠাইত। তাৰপৰা ভুমাইল আতঁৰতে নেফা। ধেমাগড়ত শ্ৰীকৃষ্ণকান্ত মহাৰাজজীৰ সেৱা আশ্ৰমত কছাৰী সন্মিলনী। কছাৰীসকলৰ বুৰঞ্জী, সংস্কৃতি আৰু অসমীয়া ভাষাৰ লগত বড়ো ভাষাৰ সম্বন্ধ আদি বিষয়ে বক্তৃতা দিওঁ। ধেমাগড়ৰ নাম গুচাই ধৰমগড নাম দিওঁ। শ্ৰীকৃষ্ণকান্ত মহাৰাজজী যোৱাৰ পৰা সেই ঠাইখন বৰ উন্নত হ'বলৈ ধৰিছে। কছাৰী ৰাইজে মাটি দান দি সেই আশ্ৰম পতাইছে। আশ্ৰমত দোৱান কোৱা কছাৰী ছোৱালী বিলাকেও নামঘোষা কীৰ্ত্তন পাঠ কৰা আৰু সংস্কৃত স্তোত্ৰ মতা শুনি অবাক হলোঁ। শ্ৰীকৃষ্ণকান্ত মহাৰাজে অদ্ভুত কাম কৰিছে। শ্ৰীমান হৰেন্দ্ৰনাথ হাপ্ৰাৰী আৰু শ্ৰীমান বিনন্দচন্দ্ৰ বৰোৱে অসমীয়া কিতাপ খোজোতে দুখন কিনি দিওঁ।

**খেৰাজখাত; খামতিগাঁও :** পাচদিনা মন্ত্ৰী শ্ৰীযুত ৰূপনাথ ব্ৰহ্মই মুকলি সভাত খেৰাজখাত ৰাইজক চিনাকি কৰি দিয়ে। ব্ৰহ্ম ডাঙৰীয়াইও সকলোকে সাহিত্য সভাৰ সভ্য হ'বলৈ কয়। বিহপুৰীয়া পাটখেতিৰ কৰ্মচাৰী শ্ৰীমান মহেন্দ্ৰ নাথ বৰুৱা, নাৰায়ণপুৰৰ ফুলবাৰীৰ ব্ৰহ্মচাৰী সত্ৰৰ শ্ৰীযুত গোপাল চন্দ্ৰ গোস্বামীয়ে আৰু নাৰায়ণপুৰৰ হাইস্কুলৰ হেডমাষ্টৰে

নাৰায়ণপুৰত সাহিত্য সভা এখন পতাৰ বিষয়ে বহুত কথা আলোচনা কৰে। শ্ৰীযুক্ত দুতিৰাম ভুঞাৰপৰা পুৰণি কীৰ্তন এখন পাওঁ। আকৌ যাম বুলি কৈ আহোঁ।

**জামুগুৰি :** এপ্ৰিলৰ কেইদিনমান যোৱাত জামুগুৰি হাইস্কুলত গধুলি জামুগুৰীয়া শিৰফুটা ডেকাসকলক লগ ধৰোঁ। নেফাত অসমীয়া ভাষা প্ৰবৰ্তন আৰু অসমীয়া ভাষা ৰাজ্য ভাষা ৰূপে স্বীকাৰ কৰাত কি কি বাধা আছে আৰু সেই বাধা কেনেকৈ অতিক্ৰম কৰিব লাগিব তাৰ কথা কওঁ। জামুগুৰিতেই ডেকাশক্তি থূপ খাই আছে। আৱশ্যক হ'লে, সেই শক্তিয়ে ফুকলি মাৰি দেখা দিব লাগিব এই বুলি সজাগ হৈ থাকিবলৈ কওঁ। ডেকা সুন্দৰ গাঁৱৰ মাজত গজেন বৰুৱা শিল্পীক ভুয়সী প্ৰসংশা কৰোঁ। তেওঁ জামুগুৰিৰ ৰত্ন।

**ডুমডুমা :** জামুগুৰিৰ পৰা উজনিৰ পিনে বাট লৈ ডুমডুমাৰ শ্ৰীযুত শিউ বচন সিং আৰু মহম্মদ চুলেমান খাৰ আজীৱন সভ্যৰ ধনগুণি আদায় কৰোঁ। শ্ৰীযুক্ত হৰিহৰ চৌধুৰীৰপৰা ১০০০ (এহেজাৰ) টকাৰ এটি পুৰস্কাৰ দিয়াৰ প্ৰতিশ্ৰুতি লওঁ।

**নগাঁৱৰ জাগীলৈ :** আজি (১৩ জানুৱাৰী, ১৯৫১) নগাঁৱৰ জাগী গাঁৱলৈ আহোঁ। জাগীৰ'ডত মোৰ জোঁৱাই শ্ৰীমান হৰেনৰ ভায়েক পদুমৰ তাত ভাত খাই তেওঁৰ পৰা বাইচাইকেল এখন লৈ জাগীৰ সাবদা কুমাৰ শৰ্মাৰ তালৈ যাওঁ। জাগীৰ'ডৰপৰা জাগী গাঁৱলৈ প্ৰায় ৮ মাইল বাট। বাটডোখৰত চাৰিখন দলং পাৰ হ'ব লাগে। জাগীৰ ফাললৈ যাওঁতে বাওঁহাতে এটা পৰ্ব্বত দেখি। সেই পৰ্ব্বতটোৰ নাম চাকোমাকো। চাকোমাকো কিয় বোলে, কোনেও ক'ব নোৱাৰিলে। সোঁহাতে দক্ষিণ পূৱমূৰাকৈ এটা পৰ্ব্বত আছে তাৰ নাম বাংফৰ; বোধকৰোঁ, এইটো লালুং নাম। পছিমলৈ হাতী উঠা পৰ্ব্বত দিগাৰুৰ ফালে। মায়ঙৰ ফালে হাতীমূৰা কলং কপিলীৰ পাৰত বহা পৰ্ব্বত।

জাগীৰ'ডৰপৰা কিছুদূৰ গৈয়েই বাঘজাপ বুলি এখন গাঁও পায়। গাঁওখন আলিটোৰ পছিম ফালে। সেই গাঁৱৰ মানুহবোৰ জাতত কোঁচ। বাঁহৰ খাৰিয়ে গাঁওখনক এটা গড়ে ঢাকি থোৱা যেন দেখি। সেই গাঁও ছেৰায়েই কপিলীৰ ঘাট পায়গৈ। ঘাট পোৱাৰ অলপ আগতে ধৰ্ম্মকান্ত শৰ্ম্মাৰ ঘৰ। ঘাটৰ মূৰতে জাগীয়াল গোহাঁইৰ ঘৰ। তাতেই তকত গাঁও। তাত এটা

হাইস্কুল হৈছে। তাৰপৰা পোঁহাতে কপিলীৰ পাৰে পাৰে গ'লে পোনেই দৈয়ডীয়া গাঁও। তাৰপৰা গোভিয়ান (গোভাৰ পৰা অহা মানুহ) দেহান গাঁও পায়। সেইবোৰ এৰি কলঙৰ মুখ পায়। এই খিনিতে কপিলী নৈত কলংখন পৰিছেহি। ইয়াকে চুমুঁতি মুখ বোলে। দেহান গাঁও পাৰ হৈয়ে জাগী গাঁও। এই খিনিতে মায়ঙৰ আগৰ মৌজাদাৰ শ্ৰীযুত দুৰ্গাৰাম বৰা থাকে। তেখেতৰ বয়স ৯৪ বছৰ বুলি কৈছিল। দেখাত মানুজন কুজা। বয়সৰ হিচাপ ধৰিলে ৮৪ বছৰ হৈছে বুলি ক'ব পাৰি। তেওঁৰ ঘৰৰপৰা অলপ গৈয়ে বহঢলা পুখুৰী এটা পোতগৈ থকা পোৱা যায়। তাত হেনো বুৰুজ ৩টা, বৰতোপ আছিল।

জাগী গাঁৱৰ উত্তৰে তেতেলীয়া পৰ্ব্বত। তাৰ পছিমে কুমৈ পৰ্ব্বত। কুমৈৰ পছিমে ধুওৱা পৰ্ব্বত কুমৈৰপৰা তেতেলীয়াৰ ফাললৈ চুইমুঁতিৰ পোনে এটা গড় আছে। গড়টোৰ নাম (নেলী) হোঁকাগড। জাগী গাঁৱৰ দক্ষিণে কপিলীৰ পাৰে পাৰে নেলী ৰাজ্য আছিল।

মায়ঙৰ ওচৰত চনকা (সনেকা) বুলি এটা সৰু পৰ্ব্বত আছে। সেই পৰ্ব্বতটোলৈ উঠিলে মানুহৰ হাড মূৰ লেতু-সেতু হৈ যায়—ইমান টান তাৰ ওপৰত উঠিবলৈ। এনেকি দুবেলি তিনিবেলি যি সেই পৰ্বতত উঠিব তাৰ পিনে সাং আৰু। সেই কাৰণে মিকিৰ মানুহ বিলাকে ছোৱালী দিবৰ হ'লে দৰাটোৰ কথা সোধে সি চনকা পাহাৰত কেই বেলি বগাইছে। যদি তিনবাৰ বুলি কয় তালৈ আৰু ছোৱালী নিদিয়ে। কাৰণ, তিনিবাৰ চনকা পৰ্ব্বতত উঠিলে মানুহটোৰ শক্তি নাথাকে।

মায়ঙৰ ওচৰত কপিলীৰ পছিমে চন্দ্ৰপুৰ বাগিচা। এই বাগিচাখন আগেয়ে বৰব্ৰিজ চাহাবৰ আছিল। তাৰ পিচত চিদানন্দ চৌধুৰীয়ে কিনি লয়। কাজলী চকীৰ দক্ষিণে গোবৰ্দ্ধন। উজাই, শিলডুবি, দৈপৰা, বৰমপুৰ কছাৰী গাঁও, মনহা গাঁও, কোৱঁৰ গাঁও, বাককটা।

কলঙেদি জাহাজ যোৱা বন্ধ হয় ১৮৯৭ চনত—ভুইকঁপে নৈখন বামকৈ পেলায়।

জাগী অঞ্চলত বিখ্যাত আৰু পুৰণি মানুহ তিনিঘৰ—কমুৱা বৰাৰ ঘৰ, সাৰদাকুমাৰ শৰ্ম্মাৰ ঘৰ আৰু দুৰ্গাবাম বৰাৰ ঘৰ।

বায় সিং ৰজা, ৰাজি সিং ৰজা (বৰবাত থাকে) বাঘজাপ—নেলী—উত্তৰে খোলা।

দুৰ্গাৰাম বৰাই ১৮৮৬ চনত লোণাপুৰত মহৰী কামত সোমায়। মণ্ডল ১। বছৰ। কাননগু ৩০ বছৰ। মৌজাদাৰ—১৯৩৩ চনৰপৰা।

**মায়ঙৰ মাছ:** দ'বা গছৰ পাতেৰে কাঁহে মাছ কৰিছিল। পীৰা বা ঢাবিত বহা মানুহটোৰ ঢৰা পীৰাতে লগাই থোৱা অৰ্থাৎ মানুহটো উঠিলে আসনখনো লাগি যায়। তাঁত শাল বৰ নোৱৰা কৰা। ছড়াল মানুহবেই এইবোৰ কুক্ৰীড়া। হাৰা দিয়া। পেট ওফোলাই থোৱা। কালী—শিব—পাৰ্ব্বতী গক বধা পাহাৰ আছে। সনকা পৰ্ব্বতৰ ভৈয়ামত গাত আছিল। (ভায়েৰীৰ পৰা)

**জে বৰুৱাৰপৰা শুনা পুৰণি কথা:** আজি (২৬.৭.৫২) ৭ বজাত গধূলি শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাৰ তালৈ যাওঁ। তেখেতে এগিলাচ কক' দে বুলি তেওঁৰ নেপালী লগুৱা দেবীলালক ক'লে। সি কক' গিলাচ দিয়াৰ পিচতে বৰুৱায়ো আধা গিলাচ খালে।

আনখনৰ দৰে আজিও তেখেতে বহুত পুৰণি কথা কয়। ৰাধিকাৰাম ঢেঁকীয়াল ফুকন, তেওঁৰ ককায়েক অন্নদাৰাম, অন্নদাৰ পুতেক দেবেনৰ কথা কয়। ৰাধিকাৰামে গুণাভিৰামক দদাইদেও বুলি মাতিছিল। কলিকতাত বৈঠকখানা লেনত থাকোতে গুণাভিৰামৰ ঘৰলৈ ৰাধিকাৰাম আৰু গুৱাহাটীৰ নবীনৰাম গৈছিল। গুণাভিৰামৰ বৰজীয়েক স্বৰ্ণলতাও তাতে আছিল। ৰাধিকাৰামে জ্ঞানদাক ইংৰাজী গান গাই শুনাইছিল। ৰোমত থাকোতে ৰোমৰ প'পক দেখিলেই ৰাধিকাৰামৰ গুণাভিৰামলৈ মনত পৰিছিল। ৰাধিকাৰামৰ এলাহাবাদৰ ৰাম পাল সিঙৰ ঘৰত মৃত্যু হয়।

অন্নদা কুমাৰৰ মৃত্যু হয় ১৮৮৪/৮৫ চনত। তেওঁৰ ঘৈণীয়েক আছিল পূৰ্ণানন্দ চোট চাহাবৰ মাজু জীয়েক গোলাম। গোলামৰ দালৰ দেবেন আৰু শিশিৰ নামৰ এজনী জীয়েক। শিশিৰক গুৱাহাটীৰ দুৰ্গাপ্ৰসাদ বৰুৱা বুলি এজন মানুহলৈ বিয়া দিয়ে। এই দুৰ্গাপ্ৰসাদ বৰ ব্ৰহ্মঠগী আছিল। ছিলঙৰ মটৰ অফিচত কাম কৰিছিল। এদিন তেওঁ জে বৰুৱাক ক'লেহি বোলে "আপোনাক আবদুল মজিদে মাতিছে"। বৰুৱাই ভাবিলে "মোক মজিদ চাহাবে কিয় মাতিব? বাৰু যাওঁচোন" এই বুলি তেওঁ গ'ল। লগতে দুৰ্গা বৰুৱাও। মজিদ চাহাবৰ ওচৰ পালত, বৰুৱাক মজিদে সুধিলে, "দুৰ্গাপ্ৰসাদক ৫০০৲ টকা ধাৰে লাগে, তুমি বোলে পৰিশোধ কৰিবা? তুমি গাত ললে মই টকা দিব পাৰোঁ।" ভৱমুখত দেবেন

ফুকনৰ বহুত মাটি আছিল। সেই মাটিৰে এক অংশ দুৰ্গাপ্ৰসাদে পাইছিল। মাটিৰ আশাত মজিদ চাহাবে টকা দিব খুজিছিল। জে বৰুৱাই ২৫০ টকা দিবলৈ পাত ললে। মজিদেও বাকী ২৫০্ টকা মাটি ভোখৰৰ জামিনত লেখাই ললে। দুৰ্গাপ্ৰসাদে সেই টকা মজিদক পৰিশোধ নকৰিলে। জে বৰুৱাই মাহে ২০্/২৫্ টকাকৈ ২৫০্ টকা ধাৰ মাৰিলে।

দেবেন ফুকনে মাটিখিনি তৰুণ ৰাম ফুকনক উইল কৈ দি গৈছে বুলি আনন্দৰাম ঢেঁকীয়াল ফুকনৰ সমুদায় সম্পত্তিৰ তৰুণ ফুকনে স্বত্ব উপভোগ কৰে। যোৰহাটৰপৰা ৰামলী বৰুৱাৰ পুত্ৰেকইতে আহি মোকৰ্দ্দমা কৰিও জঁকো নেপালে।

১৮৮৪/৮৫ চনত অসমত দুই চাহাব আছিল—এক পূৰ্ণানন্দ ছোট চাহাব আৰু গুণাভিৰাম ছোট চাহাব। মাণিক চন্দ্ৰ বৰুৱা আৰু অন্নদাৰাম ঢেঁকীয়াল ফুকনে ফুকন-বৰুৱা ব্ৰাদাৰ্চ বুলি মঙ্গলদৈত এখন চাহ বাগিছা খুলিছিল। জাহাজ কোম্পানীও খুলিছি। গাৰোপাহাৰত কাঠৰ কাৰবাৰ খুলিছিল। কলিকতাত Great Eastern Hotel অত থাকেগৈ। টকা খৰছ কৰি বৰ্ব্বাদ কৰিলে।

অন্নদাৰাম বৰ চাহাবী থকাত আৰু মুছলমান বাৱনীৰ হাতে ভাত পানী খোৱাত, তেওঁ মৰিলত কোনেও তেওঁৰ মৰা শ দাহ কৰিবলৈ নাছিল। পাচত ১০্ ২০্ টকা প্ৰায়শ্চিত্তৰ মূল্য দি ব্ৰাহ্মণ অনাই হে শৱ সৎকাৰ কৰিছিল।

তাকে দেখি গুণাভিৰাম বৰুৱাই কৈছিল, "হেৰ শুন, মই মৰিলে মোৰো তেনেকুৱা দশাই হ'ব।" এই বুলি তেওঁ নগাঁও এৰি কলিকতাত থাকিবলৈ ললেগৈ। (ভায়েৰীৰপৰা)

## নিৰ্ঘণ্ট